আদান-প্রদান

# ক্ষুধা

**ৰাম স্বৰূপ অনখী**

অনুবাদ

**চন্দ্ৰকান্ত বৰা**



**নেশ্যনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া**

ISBN 81-237-3388-7

2000 (শক 1922)

Original Punjabi Title : Kothe Kharak Singh
Asamiya Translation : Khyudha

**মূল্য : 115.00 টকা**

সঞ্চালক, নেশ্যনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া, এ-5, গ্ৰীণ পাৰ্ক
নতুন দিল্লী-110 016 ৰ দ্বাৰা প্ৰকাশিত

# ভূমিকা

যিকোনো সফল শিল্পী বা লেখক কলাত্মক আৰু ঐতিহাসিক দৃষ্টিত নিজৰ সমসাময়িক অথবা পূৰ্বসুৰী কোনো শিল্পী বা লেখকৰ পুনৰাবৃত্তি হ'ব নোখোজে। বৰঞ্চ ব্যক্তিগত আৰু সমূহীয়া কৃতিত্ব অৰ্জ্জনৰ প্ৰয়োজনত তেওঁ দুই-এক খোজ আগ বাঢ়িবলৈহে চেষ্টা কৰে। কোনো লেখকৰ ৰচনাৰ সাহিত্যিক, সামাজিক আৰু সাংস্কৃতিক শ্ৰেষ্ঠতাৰ এয়াই হৈছে মৌলিক পৰিচয়। সেই দিশৰপৰা চাবলৈ হলে 'কোঠে খড়ক সিং'ৰ বিষয়ে কোনো মতামত দিয়াৰ পূৰ্বে পাঞ্জাবী উপন্যাসৰ ঐতিহাসিক পটভূমি আৰু ৰাম স্বৰূপ অনখী বিৰচিত কথা সাহিত্যৰ ওপৰত চকু ফুৰাই লোৱাটো সমীচীন হ'ব।

দেশকালৰ পৰিধিৰ ভিতৰত থাকি মানৱ জীৱনৰ বাস্তৱিকতাক ফুটাই তোলাটোৱেই হৈছে উপন্যাসৰ লক্ষ্য। সেয়ে ঔপন্যাসিকৰ পৰ্য্যবেক্ষণ বিধিৰ ভৰি লৌকিক ধৰাতলৰ ওপৰত প্ৰতিষ্ঠিত হোৱাটো জৰুৰী। সেই দিশৰপৰা চালে পাঞ্জাবী গদ্য চেতনাই মধ্যযুগীয় সামন্তবাদী ভাৱধাৰাৰপৰা আগুৱাই আহি আধুনিক বৈজ্ঞানিক মানসিকতা আৰু ইয়াৰ পৰিসৰৰ মাজত ভৰি দিছে। পাঞ্জাবী ঔপন্যাসিকসকলৰ বাটকটীয়াৰূপে স্বীকৃতি পোৱা ভাই ৱীৰ সিংৰ (১৮৭২-১৯৫৭) উপন্যাস, 'সুন্দৰী' (১৮৯৭) আৰু 'বিজৈ সিং' (১৮৯৯) ইত্যাদিত ১৭-১৮ শতিকাৰ সামন্তবাদী ছবিখনক উদঙাই ধৰা হৈছে। এই ৰচনাবোৰক এক প্ৰকাৰে ঐতিহাসিক বুলিয়েই কব পাৰি। স্বয়ং ভাইজীয়ে এই লিখনীবোৰক 'বাতৰি' বুলি বৰ্ণনা কৰিছিল, যাৰদ্বাৰা এই কথা স্পষ্ট হৈ পৰে যে আমাৰ লেখকসকল ৰচনাৰ পদ্ধতি আৰু সম্পাদন লৈ বৰকৈ চিন্তিত নহয়, বৰঞ্চ তেওঁলোকে ঐতিহাসিক বংশপৰম্পৰাগত পটভূমিত সমসাময়িক সাংস্কৃতিক সমস্যাবোৰৰ সমাধানৰহে অন্বেষণ কৰে। নিঃসন্দেহেই এনে পৰিস্থিতিত এই ৰচনাবোৰৰ ঐতিহাসিক মূল্য অথবা গুৰুত্ব কমি নাযায়। ভাই ৱীৰ সিংৰ সমকালীন ভাই মোহন সিঙ বৈদে তদানীন্তন সমাজখনৰ সাধাৰণ মানৱীয় সমস্যাৱলীক স্পৰ্শ কৰিছে, কিন্তু গদ্য ৰচনাৰ দৃষ্টিকোণৰপৰা তেওঁৰ ৰচনাবোৰ ভাই ৱীৰ সিংৰ তুলনাত বৰ সুকীয়া বিধৰ নহয়।

প্ৰকৃতাৰ্থত পাঞ্জাবী উপন্যাসৰ সূত্ৰপাত নানক সিংৰ (১৮৯৭-১৯৭১) ৰচনাৱলীৰ পৰা হোৱা বুলিয়েই ক'ব লাগিব। নানক সিঙে নিজৰ উপন্যাস ৰচনাৰ মূল প্ৰেৰণা মুনশ্ৰী প্ৰেমচান্দৰ লিখনীবোৰৰ পৰাই পাইছিল, যাৰ সমুখত আগশাৰীৰ বাংলা সাহিত্যিক বংকিম চন্দ্ৰ চেট্টাৰ্জী আৰু শৰৎ বাবুৰ সাহিত্যকৰ্মৰ নিদৰ্শন আছিল, যিসকল আছিল

পাশ্চাত্য আৰু ঘাইকৈ ইংৰাজী সাহিত্যৰ সৈতে ভালদৰে পৰিচিত। সেইবাবেই কোৱা হয় যে নানক সিংৰ ৰূপত পাঞ্জাবী উপন্যাস কলাই পশ্চিমীয়া উপন্যাস কলাৰপৰা প্ৰেৰণা লাভ কৰিছিল। নানক সিঙে ঘাইকৈ আধুনিক বুৰ্জোৱা সমাজৰ চহৰীয়া মধ্যবিত্ত জীৱনৰ চিত্ৰায়ণ কৰিছিল, আৰু সমকালীন সমাজ আৰু সংস্কৃতিৰ নৈতিক অধঃপতনৰ পঙ্কিলতাৰপৰা ওলাই আহিবলৈ পাঠকসকলক এটা বহল মানসিকতাৰ সন্ধান কৰিবলৈ উদ্বুদ্ধ কৰিছিল। সামাজিক শ্ৰেণীৰহিত এই উদাৰ দৃষ্টিভঙ্গীৰ বাবেই নানক সিং এগৰাকী সৰ্বজনপ্ৰিয় ঔপন্যাসিক হ'ব পাৰিছে।

নানক সিংৰ উত্তৰসুৰীসকলৰ মাজত এক বিশিষ্ট আসন লাভ কৰা চোহন সিং 'চীতল'এ (১৯০৮-) গএগ জীৱনৰ খেতিয়ক সমাজৰ সম্পৰ্কে থকা নিজা অভিজ্ঞতাবোৰৰ জৰিয়তে তেওঁৰ উপন্যাসবোৰৰ গ্ৰাম্য বাস্তৱিকতাক চিত্ৰাঙ্কণ কৰিছে। নিজৰ বহুচৰ্চিত উপন্যাস 'তুতাঁ ৱালা খূহ'ত (১৯৬২) তেওঁ হিন্দু-মুছলমান বিবাদৰ পূৰ্বে বিৰাজ কৰা পাৰস্পৰিক প্ৰীতি আৰু ভ্ৰাতৃত্বপূৰ্ণ অতীতৰপৰা বিংশ শতিকাৰ প্ৰথমাৰ্ধত সাম্প্ৰদায়িক আৰু সাম্প্ৰদায়িকতা বিৰোধী সোঁতবোৰৰ মাজত হোৱা সংঘাত, আৰু আগন্তুক দেশ-বিভাজনৰ সময়ছোৱাৰ বাস্তৱিক প্ৰতিচ্ছবিখন বৰ শিল্পীসুলভ আৰু প্ৰভাৱীধৰণে উপস্থাপন কৰিছে। গ্ৰাম্য দৃশ্যপটত জাতীয় সংঘাত সম্পৰ্কে থকা সচেতনতাই চীতলৰ সাহিত্যিক দৃষ্টিভঙ্গীক যি ভাৰসাম্য প্ৰদান কৰিছে, সেয়া তেওঁৰ সমসাময়িক লেখকসকলৰ ৰচনাৱলীত কাচিৎহে দেখা যায়। কিন্তু বিস্ময়কৰ কথা এয়েই যে দীৰ্ঘকাল ধৰি তেওঁ পাঞ্জাবী লেখক আৰু সমালোচকসকলৰদ্বাৰা অৱহেলিত হৈ ৰয়, আৰু কেৱল সত্তৰৰ দশকৰ পৰাহে চৰ্চাৰ বিষয় হৈ পৰিছে।

নানক সিংৰ পাছত জচৱন্ত সিং কৱঁলয়েই (১৯১৯-) হৈছে পাঞ্জাবী সাহিত্য জগতৰ সবাতোকৈ জনপ্ৰিয় ঔপন্যাসিক। নানক সিংৰ উত্তৰাধিকাৰী বুলি তেওঁক কেবাবাৰো অভিহিত কৰা হৈছে, কিয়নো অন্য কেতবোৰ কথাৰ বাদেও ইয়াৰ এটা কাৰণ এয়েই যে লৌকিক চিন্তাৰাজিক অভিব্যক্তি দিয়া আৰু প্ৰসঙ্গ বিস্তাৰৰ লেখীয়া কাহিনী কৌশল প্ৰয়োগ কৰাত নানক সিঙৰ দৰে জচৱন্ত সিং কঁৱলেও নিপুণতা দেখুৱাইছে। কিন্তু দুয়োৰে মাজত ডাঙৰ পাৰ্থক্য এয়েই যে নানক সিঙে সংস্কাৰবাদী প্ৰেৰণাৰে সাহিত্য ৰচনা কৰিছিল, আৰু জচৱন্ত সিং 'কঁৱল'এ মূলতঃ সমাজবাদী আদৰ্শক সন্মুখত ৰাখি লিখিছিল। 'কঁৱলে' নিজৰ উপন্যাসবোৰত পাঞ্জাৱৰ খেতিয়কসকল, বিশেষকৈ পিছপৰা বৰ্গৰ খেতিয়কসকলৰ আৰ্থ-সামাজিক সমস্যাবোৰৰ বিষয়ে লিখিছিল। কৃষি প্ৰধান অৰ্থব্যৱস্থাৰ ওপৰত নিৰ্ভৰশীল সামাজিক সম্পৰ্কৰাজিৰ চিত্ৰায়ণ কৰোঁতে তেওঁ আদৰ্শবাদী হৈ উঠে, আৰু এয়া হয়তো তেওঁৰ সংস্কাৰবোধৰেই প্ৰতিফলন।

গুৰদয়াল সিঙে (১৯৩৩-) আৰু এখোজ আগবাঢ়ি গ্ৰাম্যসমাজৰ নিম্নস্তৰৰ সাংস্কৃতিক যথাৰ্থতাক নিজৰ কলাৰ বিষয়বস্তু কৰি লোৱাৰ লগে লগে ('মঢ়ী দীৱ', 'অগহোয়', 'আথন', 'উগগ্ৰণ' ইত্যাদি) পাঞ্জাবী উপন্যাসে এক নতুন যুগত প্ৰৱেশ

কৰে। ঔপন্যাসিকৰূপে গুৰদয়াল সিংৰ স্বকীয় পৰিচয়ৰ এটা ডাঙৰ বৈশিষ্ট্য এয়েই যে আপাতদৃষ্টিত অস্তিত্বহীন লোকসকলৰ অস্তিত্বক তেওঁ চিনি পায় আৰু তাক বৰ্ণায়। তেওঁৰ ৰচনাবোৰত পোন- প্ৰথমবাৰৰ বাবে মালৱাৰ মাটিৰ গোন্ধ, মালৱী ভাষাৰ মাধুৰ্য্য আৰু মালৱী সংস্কৃতিৰ জিলিঙণি পোৱা যায়। কিন্তু তেওঁৰ লিখনীত লঘু কাহিনী আৰু আঞ্চলিকতাৰ বেহু ভেদ কৰি এটা বহল কেনভাচত জীৱনক চোৱাৰ প্ৰয়াস দেখা নাযায়।

যি সময়ছোৱাত পাঞ্জাবী উপন্যাসে গ্ৰাম্য সমাজৰ অতি নিম্ন বৰ্গৰ সাংস্কৃতিক প্ৰতিচ্ছৱিখিন নিজৰ মাজত বৰ্ত্তাই পৰিস্ফুট কৰি তুলিছিল, সেই সময়তে অন্য এটা দিশত চুখবীৰ (চড়কাঁ তে কমৰে), চুৰজীত সিং চেঠী (আবৰা-কদাবৰা), ভীৰন্দৰ পাল সিং (বামুলাহিজা হোশিয়াৰ) আৰু নিৰঞ্জন তৃচনীমৰ (হিক হোৰ নৰাঁ চাল) নিচিনা লেখকসকলে পুঁজিবাদী মহানগৰীয় সভ্যতাৰ দিক্‌বিহীন গতিত খণ্ডিত মানুহৰ আত্মবোধ, হেৰাই যোৱা অস্তিত্ব আৰু চিত্ত বিভ্ৰমক লিপিবদ্ধ কৰাত ব্ৰতী হৈছিল।

পাঞ্জাবী উপন্যাস সৃজনৰ এয়াই আছিল স্থিতি—যেতিয়া এক দশক পূৰ্বে ৰাম স্বৰূপ অনখীৰ এই উপন্যাস জগতলৈ আগমন ঘটে। অনখীয়ে (১৯৩০-) বিভিন্ন ধৰণৰ সাহিত্য ৰচনাত হাত দিছে। এজন কবিৰূপে তেওঁ নিজৰ সাহিত্যযাত্ৰা আৰম্ভ কৰে যদিও, অচিৰতে তেওঁ কাহিনী লিখাত ধৰে। সাহিত্য জগতত তেওঁ কাহিনীলেখক ৰূপেই স্বীকৃতি পায়। অকস্মাতে তেওঁ উপন্যাস ৰচনাৰ প্ৰতি আকৰ্ষিত হয়, আৰু ১৯৮১ চনত প্ৰকাশিত তেওঁৰ প্ৰথমখন উপন্যাস 'জ়খ্‌মী অতীত'ক পঢ়ুৱৈ সমাজে উৎসাহেৰে আঁকোৱালি লয়। ইয়াৰ পাছত অনখীয়ে প্ৰায় আধা ডজন উপন্যাস লিখিছে যাৰ ভিতৰৰ কেইখনমান গল্পৰ বিস্তাৰ যেনেই লাগে (অদধা আদমী); আৰু কেইখনমান লঘু উপন্যাস এনে আছে যিবোৰত ঔপন্যাসিক ব্যাপকতাক বৰ সংযমেৰে পুঞ্জীভূত কৰা হৈছে (চুলগ্‌দী ৰাত)। এই পৃষ্ঠভূমিত 'কোঠে খড়ক সিং' লেখীয়া মহাকাব্য সদৃশ ৰচনা অনখীৰ নিজা কৃতিত্বতো হয়েই, পাঞ্জাবী গদ্য সাহিত্যতো ই এটা বিশিষ্ট স্থানৰ অধিকাৰী। আঙুলিৰ মূৰত গণিবপৰা কেইখনমান পাঞ্জাবী উপন্যাসৰ মাজত এইখনো হৈছে অন্যতম—যাৰ মাজেদি মহা উপন্যাস 'এপিক্‌ নভ্যাল্‌'ৰ ব্যাপকতাক চুবলৈ যথাসম্ভৱ প্ৰয়াস কৰা হৈছে।

'কোঠে খড়ক সিং' হৈছে তিনি পিৰিৰ কাহিনী যাৰ আৰম্ভণি দেশৰ প্ৰাকস্বাধীন ১৯৪০-৪২ চনৰ সময়ছোৱাৰপৰা আৰম্ভ হৈ ১৯৭৭ চনত জৰুৰীকালীন অৱস্থাৰ পাছত ক্ষণস্থায়ী জনতা চৰকাৰখনৰ পতনৰ মূৰকত ইন্দিৰা কংগ্ৰেছৰ ক্ষমতালৈ প্ৰত্যাৱৰ্তন পৰ্য্যন্ত গৈ শেষ হৈছেগৈ। ক'বলৈ গলে 'কোঠে খড়ক সিং' হৈছে এখন গাঁৱ, কিন্তু ই জমিদাৰী ব্যৱস্থাৰপৰা বিৱৰ্তনৰ পথেদি আহি বৰ্তমানৰ পুঁজিবাদী ৰূপ 'াৰণকৰা সমাজখনৰ প্ৰতিনিধিত্ব কৰিছে। এই সময়ছোৱাত বিভিন্ন ৰাজনৈতিক চিন্তাধাৰা আৰু সাম্প্ৰদায়িক স্বৰূপ প্ৰকাশত জন্ম লাভ কৰা গোট আৰু ৰাজনৈতিক দলবোৰৰ ভূমিকা

আৰু মূল্যবোধ গঞা সামাজিকতাত খোপনি পোতাত বাৰে মিহলি সামাজিক সম্পৰ্ক আৰু বিসংগতি উৎপন্ন হোৱা বিশাল ছবিখন এই উপন্যাসত ফুটি উঠিছে। ইয়াৰে বহু কথা বক্তব্য শৈলীৰ জৰিয়তে, আৰু অন্য কথাবোৰ উপন্যাসৰ চৰিত্ৰবোৰৰ ব্যৱহাৰিক জীৱনধাৰাৰ মাজেদি প্ৰকাশ পাইছে। কিন্তু যি সূক্ষ্ম পৰ্য্যবেক্ষণেৰে অনখীয়ে এই গতিশীল বাস্তৱিকতাৰ সৰু সৰু ঘটনাবোৰৰ বৰ্ণনা দিছে, সেই একেই সূক্ষ্মতাৰে তেওঁ সামাজিক আৰু সাংস্কৃতিক বাস্তৱিকতা তথা মানৱীয় মনৰ গভীৰতাৰ মাজত প্ৰৱেশ কৰা নাই। কাহিনীকাৰৰূপে তেওঁৰ পৰ্যাবেক্ষণৰ যথাৰ্থতা ইয়াৰদ্বাৰা পৰিসীমিত আৰু আনহাতে সবলো হৈছে।

মাটিৰ লগত জড়িত সমস্যাবোৰেই হৈছে এই উপন্যাসৰ বিষয়বস্তু। মাটিয়েই হৈছে কৃষিপ্ৰধান সমাজৰ অস্তিত্বৰ ধ্ৰুৱাস্বৰূপ। সেয়ে তিনিওটা পিৰিৰ সকলো ঘাই পাত্ৰৰ অস্তিত্ব কিবা নহয় কিবা ৰূপত মাটিৰ সৈতে জড়িত। ভূ-সম্পত্তিৰ বান্ধোনত থকা গঞা সমাজৰ আৰ্থিক সম্পৰ্কৰাজিয়েই হৈছে তাৰ সামাজিক আৰু ভ্ৰাতৃত্বমূলক সম্বন্ধবোৰৰ আৰু লগতে সাংস্কৃতিক মূল্যবোধৰো আধাৰ। মাটি-বাৰীৰ বাবেই তেজৰ সম্পৰ্ক থকা ভায়েক-ককায়েকৰ মাজত পাৰস্পৰিক মৰম-চেনেহ আৰু সদ্‌ভাব নোহোৱা হৈ যায়; সেইবাবেই ঝণ্ডা সিঙে নিজৰ ভায়েক অজ্জনৰ হত্যাৰ পাছতে মাটিৰ মালিকীস্বত্ব পাই আনন্দিত হৈছে। মাটিৰ নিমিত্তেই এজন পুৰুষে নিজৰ ঘৈণীয়েকক দেৱৰেকৰ সৈতে খোলাখুলিকৈ ঘনিষ্ঠ হ'বলৈ অধিকাৰ দিব পাৰে। ঝণ্ডা সিং আৰু তেওঁৰ পত্নী বন্তোৰ বিষয়ে মানুহে এনেদৰেই কোৱাকুই কৰে। এইধৰণে কৃষি প্ৰধান গ্ৰাম্য সমাজ এখনৰ সাংস্কৃতিক আৰু সদাচাৰপূৰ্ণ মূল্যবোধৰ অধঃপতন হ'ব ধৰে, কিয়নো কোনো এজন যদি মাটিৰ মালিক তেন্তে অন্য এজন হৈছে ভূমিহীন। কাৰোবাৰ হাতত যদি অপৰ্য্যাপ্ত মাটি আছে তেন্তে কাৰোবাৰ হয়তো জীৱন নিৰ্বাহ কৰিব পৰাকৈয়ো সমল নাই। কোনো-কোনোৱে লুটপাট আৰু ঠগ-প্ৰবঞ্চনাৰ বাট বাছি লয় (ঝণ্ডা সিং, হৰদিও সিং ইত্যাদি) আৰু কোনো-কোনোজন হৈ পৰে কামাসক্ত আৰু উচ্ছৃঙ্খল (প্ৰীতম, হৰনামী, গিন্দৰ ইত্যাদি)। এনে সমাজত নাৰীও হৈ পৰে মাটিৰ লেখীয়া এবিধ সম্পত্তি। গৰু-ছাগলীৰ নিচিনাকৈ তেওঁলোকৰ কিনা-বেচা হ'ব পাৰে। হত্যা আৰু নাৰী অপহৰণ হৈছে এই সমাজৰ কঠোৰ বাস্তৱিকতা। উপন্যাসৰ আৰম্ভণিৰ মূল ঘটনা হৈছে অজ্জনৰ হত্যা, আৰু নচীবৰ হত্যা ইয়াৰ যৱনিকাৰ অন্তিমটো ঘটনা। হত্যা যেন পাঞ্জাৱৰ জাট সমাজৰ অৱচেতন মনত দ'লৈকে শিপাইছে।

উপন্যাসখনত লেখকে কাহিনীটো চাৰি ভাগত বিভক্ত কৰি উপস্থাপন কৰিছে। কাহিনীৰ প্ৰথম ভাগ মানুহৰ মৌলিক প্ৰবৃত্তি 'ক্ষুধাৰ' ওপৰতেই ঘাইকৈ আধাৰিত। লাগে সেই ক্ষুধা মাটিৰ বাবেই হওক বা শৰীৰৰ বাবেই। দ্বিতীয় ভাগত লৌকিক সুখৰ পিছত লৰা-ঢপৰা কৰা আৰু ধন-সম্পদৰ ফিতাহি মাৰিবলৈ ভণ্ডামিৰ শৰণ লোৱা ব্যাধিক উদঙাই দিয়া হৈছে। ইয়াৰ লগতে নৱ চেতনাৰ জাগৃতিয়ে বদ্ৰী নাৰায়ণৰ

নিচিনা যুৱকবোৰক স্পৰ্শ কৰাও দেখুওৱা হৈছে ('বদ্ৰীয়ে ৰাচিয়াৰ বহুতো সমাজবাদী সাহিত্যকৰ্ম অধ্যয়ন কৰিছে')। উপন্যাসৰ তৃতীয় ভাগত প্ৰঃ চজ্জন সিংৰ চৰিত্ৰৰ মাজেদি এনে এটা পিৰিক ঘটনাচক্ৰলৈ অনা হৈছে যি অনাগত প্ৰজন্মক আলোক স্তম্ভৰ দৰে বাট দেখুৱাই নিব। এনেও অৱশ্যে গাওঁবোৰৰ মাজলৈ চহৰৰ চৌসীমা সম্প্ৰসাৰিত হোৱাত এই ছবিখনৰ ৰূপ ক্ৰমাৎ আধুনিক হ'ব ধৰিছে। চতুৰ্থ ভাগত সেই প্ৰজন্মই যৌৱনত ভৰি দিছে যাৰ মাজত সামাজিক সচেতনতাৰ সঞ্চাৰ হৈছে আৰু যি আদৰ্শবোধেৰে জাগ্ৰত হৈ নিজৰ পূৰ্ব-পুৰুষৰপৰা বংশানুক্ৰমে চলি অহা লুট-প্ৰবঞ্চনাৰ পিনে পিঠি দিছে। নচীব, পুষ্পিন্দৰ আৰু হৰিন্দৰ হৈছে এই নৱাগত প্ৰবৃত্তি আৰু মূল্যবোধৰ প্ৰতীক।

ভাই ৱীৰ সিংৰপৰা আৰম্ভ কৰি জচৱন্ত সিং 'কঁৱল'লৈকে বিৰচিত উপন্যাসবোৰত ঔপন্যাসিকে কোনো এক সামাজিক সমস্যাৰ বিষয়ে পূৰ্ব-নিৰ্ধাৰিত সিদ্ধান্ত আগবঢ়াই আহিছে। গুৰদয়াল সিংৰ ৰচনাত ইয়াৰ কিছু ব্যতিক্ৰম দেখা যায়। তেওঁ নিজৰ চৰিত্ৰবোৰক মুক্তভাৱে বিচৰণ কৰিবলৈ অনুমতি দিয়ে আৰু তেওঁলোকক কোনো নিৰ্ধাৰিত দিশত ঘুৰাই নিদিয়ে, যিহেতু তেওঁ কোনো সমস্যাৰে সমিধান দিব নোখোজে। অনখীৰ এই ৰচনাত সমাজউন্মুখী আৰু মানৱউন্মুখী—উভয় প্ৰবৃত্তিৰে সুন্দৰ সমাৱেশ ঘটিছে। ঐতিহাসিক সন্দৰ্ভত এই সমস্যাবোৰৰ উৎপন্ন হয় আৰু নায়কে সাহসিকতাৰে এই সমস্যাবোৰৰ লগত যুঁজি সেইবোৰৰ নিস্পত্তি কৰে। এয়াই তেওঁৰ মহানতা আৰু 'কোঠে খড়ক সিং'ৰ নায়কে ইয়াকে সম্পন্ন কৰে। অনখীয়ে নিজৰ চৰিত্ৰবোৰক মনেসজা পৰিস্থিতিবোৰত পেলাই তেওঁলোকৰপৰা মনোবাঞ্ছিত আচৰণ আদায় নকৰে। কিন্তু পৰম্পৰাগত পাঞ্জাবী উপন্যাসৰ চৰিত্ৰবোৰৰ আদৰ্শবাদী ৰহণ যে তেওঁৰ নতুন প্ৰজন্মৰ চৰিত্ৰবোৰৰ ওপৰতো বুলোৱা হোৱা নাই, এনে মুঠেই নহয়। এই আদৰ্শবাদী ৰহণ বাওঁপন্থী চিন্তাধাৰাৰ সেই চেতনাই সানি দিছে যি সমাজবাদী বিপ্লৱৰ বাবে সংগ্ৰাম কৰি যায় আৰু পুঁজিবাদী ব্যৱস্থাটোক ওফৰাবলৈ সদায়েই তৎপৰ হৈ থাকে। ফলত ঐতিহাসিক স্থিতিবোৰ আওকাণ কৰি কল্পনাৰ ৰম্যভূমিত আবদ্ধ হৈ পৰাৰ পৰিস্থিতিহে উদ্ভৱ হয়। বাস্তৱিকতা এয়েই যে পাঞ্জাবী সমাজ, বিশেষকৈ ইয়াৰ গঞ্জাসমাজ সামন্তবাদী মূল্যবোধৰপৰা আজিও মুক্ত হোৱা নাই আৰু পুঁজিবাদী সমাজৰ বুৰ্জোৱা মূল্যবোধ এতিয়াও তাত সম্পূৰ্ণকৈ স্থাপিত হোৱা নাই। অকল পাঞ্জাবেই নহয়, সমগ্ৰ ভাৰতেই এই প্ৰক্ৰিয়াৰ মাজেদি যাব ধৰিছে, য'ত পুঁজিবাদী সংস্কৃতি এতিয়াও বিকাশশীল অৱস্থাতেই আছে। পুষ্পিন্দৰ আৰু হৰিন্দৰৰ নিচিনা যুৱকবোৰে সেয়ে সামন্তবাদী সামাজিক প্ৰমূল্যক প্ৰত্যাহ্বান দিবপৰা অৱস্থাত আছে। উপন্যাসে পৰিপূৰ্ণ জীৱনৰ চিত্ৰাংকণ কৰে। জীৱন হৈছে এটা প্ৰবাহ, ই বৈ থকা পানী নহয়। উপন্যাসত এই প্ৰবাহ সাকাৰ হোৱাটো নিতান্তই প্ৰয়োজনীয়। প্ৰজন্মবোৰৰ স্বভাৱ, চিন্তাধাৰা আৰু মূল্যবোধৰ মাজত থকা পাৰ্থকাই হৈছে এই ধাৰাবাহিকতাৰ প্ৰমাণ আৰু পৰিণামো।

'কোঠে খড়ক সিং'ত ৰাম স্বৰূপ 'অনখী'য়ে এই সকলোবোৰ দাঙি ধৰাত বাৰুকৈয়ে সফল হৈছে।

কেই বছৰমানৰ আগতে মোৰ এজন ৰুচ বন্ধুৱে তেওঁৰ ভাষালৈ অনুবাদ কৰিবলৈ এনে এখন পাঞ্জাবী উপন্যাস সম্পৰ্কে পৰামৰ্শ বিচাৰিলে য'ত জীৱন্ত পাঞ্জাবৰ দৰ্শন কৰিব পাৰি। মই তেওঁক কেইখনমান উপন্যাস পঢ়িবলৈ দিলো, পিছে তেওঁ তৃপ্তি আৰু সন্তুষ্টি নাপালে। 'কোঠে খড়ক সিং' পঢ়ি মোৰ এনে এটা ভাৱ হ'ল যে মোৰ ৰুচ বন্ধুক এইখন পঢ়িবলৈ ক'লে তেওঁ হয়তো নিৰাশ নহ'ব। অনখীয়ে এই গদ্যসৃষ্টিৰ দ্বাৰা পাঞ্জাবী সাহিত্য জগতত মহা উপন্যাস (এপিক্ নভ্যাল) ৰচনাৰ বাতাবৰণ গঢ়ি তোলাত বলিষ্ঠ ভূমিকা লৈছে, যাৰ সূত্ৰপাত কৰ্তাৰ সিং দুগ্গলৰ 'মাঁ পিয়ো যায়'ৰ লেখীয়া উপন্যাসৰপৰাই হৈছিল। দীঘলীয়া কাহিনী বা উপন্যাসক উপন্যাসৰ মান্যতা দিয়াটো আমাৰ লেখক আৰু সমালোচকসকলে পৰিহাৰ কৰাটো পাঞ্জাবী উপন্যাসৰ বাবে মংগলময় হ'ব। তাৰ পাছতহে এনে উপন্যাস ৰচিত হ'ব যিবোৰক মহা উপন্যাসৰ স্বীকৃতি দিব পাৰি, য'ত বহুস্তৰীয় পাঞ্জাবী সমাজ আৰু সংস্কৃতিৰ সুদূৰপ্ৰসাৰী পৰিসৰৰ চিত্ৰায়ণ কৰা হৈছে, যাৰ মাজত পাঞ্জাবৰ হৃৎপিণ্ডৰ স্পন্দনক অনুভৱ কৰিব পাৰি।

**কৰণজিৎ সিঙ**

# প্ৰথম খণ্ড

চেপবৰাহত ভাইবহলোৰ তিথি উলহ-মালহেৰে পালন কৰা হয়। বিশেষকৈ তিথিৰ নবম দিনটোত বিশালকায় গুৰুদ্বাৰটোক ৰং ঘহি সজাই নতুন আকাৰ দিয়াটো একপ্ৰকাৰ প্ৰথাৰ দৰে।

তাত অখণ্ড পাঠৰ আয়োজন চলে। ভোগ বিতৰণ কৰাটো নিয়মেই এক প্ৰকাৰ। সমুহীয়া কীৰ্তন হয়। কবিসভাৰ আয়োজন হয়। এই সভাত কবিসকলে নিজৰ নিজৰ পাৰদৰ্শিতা প্ৰমাণ কৰাৰ সুবিধাটোক বাৰুকৈয়ে গ্ৰহণ কৰে। গীতৰদ্বাৰাই গায়কসকলে শ্বহীদৰ গুণানুকীৰ্তন কৰে।

অঞ্চলটোৰ দোকান-পোহাৰ সকলোবোৰকে চকুত লগাকৈ সজাই পৰাই তোলা হয়। দোকান মানে লাৰু, জেলেপী আৰু কলাকগুৰ দোকান, বাতাচা আৰু চেনীৰ, পুতলা-মিঠাইৰ দোকান; কোনোখন চুৰী-খাৰুৰ দোকান, কোনোখন ঘণ্টা, নূপুৰ, মণি-মালা, জুনুকাৰ দোকান, সস্তীয়া সাজ-পাৰ, অলঙ্কাৰৰো একোশাৰী দোকান আছে। কোনো ঠাইত হয়তো গাঁৱলীয়া ডেকামখাই বেৰি কৰঙনত ম'ৰাৰ ছবি খোদাই কৰাইছে। আকৌ সেইদৰে কোনোবা এঠাইত গাভৰু এজাকে হাত পাতি দি জোনৰ ছবি খোদাই কৰাইছে।

সাঁজ লাগি ভগাৰ লগে লগে নটুৱা, সৰঙ্গীবাদক দলে আখৰা পাতি বহেহি। আকৌ মাল-যুঁজৰ আখৰাও পাতি থোৱা হৈছে। গোটেইখন গাঁৱেই মেলাত পৰিণত হৈ পৰিছে। মেলা চাবলৈ বুলি অহা দৰ্শক-অভ্যাগত ঘৰেপ্ৰতি পাঁচ-ছয়জনকৈ। ঠায়ে ঠায়ে মদৰ আড্ডাও বহে। কোনো কোনো বছৰ এই মেলাতে মৰা-মৰিও হৈ গৈছে। জখমো হৈছে, কিন্তু কাৰ পিঠিত কোনে কিমান মাধমাৰ শোধালে ক'ব নোৱাৰে। ক'ৰবাত কোনো এহাল যুবক-যুবতীৰ চাৰি চকুৰ বুজা-পৰা হলেও মনে খন্দা পুখুৰীত তেওঁলোকে পানী খাবলৈ নেপায়। কোনোৱে কাৰোবাক বিচাৰি হুমুনিয়াহ কাঢ়িব লগা হয়। দাঁতিকাষৰীয়া গাঁওবাসী মেলা চাবলৈ আহে। এফালৰপৰা আহে দুল্লেপাৰা, দয়াল পুৰা, ছন্নাগোপালসিংহ পাৰা, ধপালী, টিংগড়, খণ্ডোৱানা আৰু ভাইৰূপাৰ লোকসকল; আনফালে আকৌ গোমতীৰপৰা আৰম্ভ কৰি খড়ক সিংহ চুবুৰী, কউলাক আৰু সধানিয়া চুবুৰী, বুৰজগিল্লাঁ আৰু হৰনামৰ চুবুৰীৰ লোকসকল গোট খায়হি।

খড়ক সিংহ চুবুৰীৰ আটায়ে মেলাৰপৰা উভতিল। গাৰ ছাঁ দীঘল হ'ল, এন্ধাৰ নমাই সন্ধিয়া আহিল। মেলাত এতিয়ানো কাৰ কি কাম থাকিব পাৰে? কেহৰৰ পুতেক গিন্দৰতো কেতিয়াবাই উলটি আহিল। আবেলি বেলিকা সি অকলে ওলাই গৈছিল, আঁতৰতে ঠিয় হৈ যি মেলাৰ ৰেহ-ৰূপ চালে আৰু পাঁচ পইছাৰ বাতাচা কিনি তাৰে দুটা অৰ্পণ কৰি সি বাবাচাহেবক মূৰ দোঁৱালে। বাতাচাৰ থোঙাটো আলফুলকৈ

গামোচাত বান্ধি সি গাঁৱলৈ উলটিল। সিমানখিনি কৰিয়েই যেন সি মেলা চোৱাৰ আনন্দখিনি লাভ কৰিলে। বাটৰ চিনাকী মানুহে, "গিন্দৰ, তুমি দেখোন অকলেহে?" বুলি সুধিলে সি উত্তৰ দিয়ে, "অকলে নাহি ক'ত লগটো পাওঁ? তোমালোকে এতিয়াহে আহিবলৈ সময় পালা?"

"এতিয়া নাহি আকৌ কেতিয়া আহিব লাগিছিল? আচল মেলাখন এতিয়াহে জমি উঠিব।"

গিন্দৰে ঘৰৰ দুৱাৰডলিটো দেও দি পাৰ হৈ গলীৰ কেঁকুৰীটোলৈকে চকু ফুৰাই চাবলৈ ধৰিলে। কাণি-মুনি বেলিকা একো দেখা নাপালে। ঘৰমুৱা হ'ল। বাৰান্দাৰ খাটিয়াখনত কাটি হৈ শুই থকা বুঢ়া বাপেকৰ ওচৰ চাপি লাগ-বান্ধ নোহোৱা কথাৰে ভোৰভোৰাবলৈ ধৰিলে।

"বোপাই গিন্দৰ অ', চাকি-চুকা জ্বলাবৰ হোৱা নাই জানো? কি কৰিবি..., তাই হাৰামজাদীয়ে..." কেহৰ সিঙে পুতেকে বলকি থকাৰ মাজতে ক'লে।

"চাকি জ্বলাওঁ বাৰু পিতা, কিন্তু তাই যে ইমান পৰলৈকে নোলালহি, কাৰণ কি বাৰু? আটায়ে ঘূৰি আহিল, তাই ক'ত লাগি ধৰিল? ইমান ঘোপমৰা এন্ধাৰ..." গিন্দৰ অৱশ ভাবেৰে দেউতাকৰ কাষতে বহিলগৈ।

"তাইৰতো সন্তানৰ নামত...ক'বলৈনো আছে কি?" কেহৰ সিং উঠিও বহি পৰাৰ দৰেই হ'ল। মাতটো গধূৰ হৈ পৰিল, কিন্তু গিন্দৰে পিতাকৰ মনৰ ভাবটো ধৰিব নোৱাৰিলে; সি বুঢ়াৰ অন্তৰৰ মৰ্মকথা বুজিবই বা কি! বুঢ়াই পুতেকৰ আগত খোলাকৈ একো নকয়। ভয় কৰে জানোচা ঘৰখনৰ দুখ-কষ্টই তাকো তেওঁৰ চকুৰপৰা আঁতৰ কৰে। শহুৰেকে কিবা ক'লে বোৱাৰীয়েকে অৱশ্যে গম পায় উৰহী গছৰ ওৰ ক'ত। সাথৰৰ দৰে কৈ তেওঁ নিজৰ বোৱাৰীয়েককো কথাটো বুজাব খোজে। ভাবি-চিন্তি তেওঁ কয়, "চা আই হৰনাম কৌৰ, এতিয়া তয়েই ঘৰখনৰ ধৰণী। গিন্দৰৰ মাক ঢুকুৱা ডেৰকুৰি বছৰ হ'ল। মাক মৰোতে তাৰ ন-দহ বছৰমানহে বয়স হৈছিল, একেবাৰে নাবালক। তুলি-তালি তাক ডাঙৰ-দীঘল কৰোঁতে ইমান দিন গ'ল। তোকে আনি তাৰ ঘৰ পাতি দিলোহি। ঘৰখনলৈ আগৰ ৰং-ৰহইচ্‌ ঘূৰি আহিল। এতিয়া তই সিয়ান হ'লেই হ'ব?" বুঢ়াৰ কথা তাই শুনে ঠিকেই কিন্তু একো উত্তৰ নিদিয়ে। বুঢ়াৰ কথা শেষ হ'বলৈ নৌ-পাওঁতেই তাই বেৰত ঢকিয়াবলৈ ধৰে। বুঢ়াৰ মুখৰ মাত হৰে আৰু "ৱাহে গুৰু, ৱাহে গুৰু" স্মৰণ কৰে।

এদিন হৰনামীয়ে বাহিৰৰ ঘৰটোৰপৰা জুই ধৰিবলৈ গোবৰ-খুঁটি এখৰাহী আনিবলৈ বুলি গৈ দুঘণ্টা ধৰি ঘূৰি নহাত বুঢ়াই খং কৰি কৈছিল—"গোবৰ খৰাহী আনোতে ইমান পৰ লাগেনে, আছিলি ক'ত?"

ক'বলৈ পালেহে—তাই খৰাহীটো থেকেচ্‌কৈ পেলাই পোন চাটেই আহি পীৰাত বহি থকা বুঢ়াৰ টিকাত একগোৰ সোধাই দি ক'লে—"হতশ্ৰী হোৱা বুঢ়া! মৰিবলৈ দুটা

দিন আছে, খবৰদাৰ! আগলৈ মোক এনে কথা নকবি! কবি, চাবি! টেঁটু চেপি বধ কৰিম। চকিদাৰী কৰাম!"

বুঢ়াই নিজৰ বাঢ়ি অহা খংটো মনতে মাৰ নিয়াই থৰ হৈ ৰ'ল। গিন্দৰ সেইদিনা পুৱাই ৰামপুৰালৈ বুলি ওলাই গৈছিল। তেতিয়ালৈকে উভতি আহি পোৱা নাই। পুতেক আহি পোৱাৰ পাছতো বাপেকে পুতেকক একো নক'লে। বাঘৰ আগতেল খোৱা বোৱাৰীয়েকে তেওঁক মানুহ কৰি ৰখা নাই। গিন্দৰকো ইফালে তাই পিৰীতিৰ ডোলেৰে বান্ধি ৰাখিছে। তাৰ লগত তাই যিহে মিঠা মিঠা কথা পাতিব। সিহঁতৰ বিয়া পাতি দিয়া আজি চাৰি বছৰ হ'ল। কিন্তু ল'ৰা-ছোৱালীৰ মুখ নেদেখিলে। গিন্দৰেও এই বিষয়ে চিন্তা কৰা নাই। সন্তান-সন্ততি হোৱা কথাটো হৰনামীয়ে কেতিয়াও ভাবি চোৱা নাই। মাত্র কেহৰ সিঙহে কথাটো লৈ ব্যস্ত। ঘিউ ঢালিও তেওঁ জুই জ্বলাবপৰা নাই। গোটেইখন সংসাৰ তেওঁ এন্ধাৰ দেখিছে।

হৰনামীয়ে কোন তিৰোতাৰ লগত মেলা চাবলৈ গৈছিল, গিন্দৰে নেজানে। শেষত সি ভাবি ল'লে যে ওচৰৰে বোৱাৰী নন্দ কৌৰৰ লগতে নিশ্চয় তাই মেলালৈ গৈছিল। তেওঁৰ লগতহে এইৰ হলি-গলি বেছি। দেউতাকে গম নোপোৱাকৈ গিন্দৰ ঘৰৰ বাজ ওলাল, আৰু ইঘৰ-সিঘৰত সুধি সুধি যাওঁতে বাটতে সি তাৰ লগৰ চাৰিজন বন্ধুৱে ঘৰুৱা চুলাই মদৰ জুতি লৈ থকা দেখা পালে। সিহঁতে মদত ঢোক মাৰি, আমৰ আচাৰ চুপি চুপি কথা পাতি থাকি কাৰোবাক শলাগিছে। শলগা জনকো অৱশ্যে প্ৰথমে গালি পাৰিবলৈ এৰা নাই। "আমাৰ আড্ডালৈ অহা মানুহৰ অভাৱ হোৱা নাই বুজিছা। বচ্ ৰাজি হলেই হ'ল—তৎক্ষণাৎ চোকা বিধৰে বটল একোটা যাচিবই নহয়। পূৰা 'মাইকা-লাল' বুজিছা, একেবাৰে 'দিল কী দোস্ত'।" গিন্দৰক দেখি তাৰে এজনে মাত দিলে—"আহাঁ ভাই যোগিন্দৰ সিং! শ্ৰীমতী ক'ত? বহাঁ, বহাঁ, একাপ পেটত পেলাই লোৱা। আচ্লী টাট্‌কা মাল!"

নেলাগে দিয়া। মই ধৰিয়ে আহিছো, তোমালোকেই স্ফূৰ্তি কৰা। মই জেঠাইটিৰ ওচৰলৈকে যাওঁ, কাম আছে।" গিন্দৰে বুকুৰ জ্বলা জুইৰ ধোঁৱা বাহিৰ হ'বলৈ নিদিলে।

"তোমাৰ যি ইচ্ছা ভাই!" এজনে কৈ উঠি মেলাৰ ভিৰৰ মাজলৈ সোমাই গ'ল।

গিন্দৰে মাত নিদিয়াকৈ বাহিৰৰ বাৰান্দাৰ তলত বহি দিনত খীৰোৱা গাখীৰ তপতাই থকা জেঠায়েকৰ কাষতে বহিলগৈ আৰু কাণৰ কাষলৈ মুখখন নি ফুচ্‌ফুচাই ক'লে—"জেঠাই, তোমালকৰ নন্দ কৌৰ মেলালৈ গৈছিল হ'বলা?"

"অঁ, কি হ'ল কচোন।"

"তেওঁক মাতি মনে মনে সুধি দিয়াচোন—আমাৰজনীও তেওঁৰ লগতে গৈছিলনেকি?"

জেঠাইৰ বোৱাৰীয়েকে ম'হজনী খীৰাই উঠিছিলহে। মতা পোৱালীটোৰ চকুদুটা ধুৱাই দি গাখীৰৰ বাল্টীটো লৈ তেওঁ বাৰান্দা পোৱাত শাহুৱেকে ইঙ্গিতেৰে মাতি আনি

ওচৰ চপাই সুধিলে—"হয়নে বোৱাৰী, হৰনামীও তোমাৰ লগত গৈছিল হ'বলা!"

"হয় মা, আমাৰ লগতে গৈছিল—তেওঁ । কিয়, হ'ল কি?" বোৱাৰীয়েকে আচৰিত হৈ সুধিলে।

"উভতি আহোঁতে তোমাৰ লগত নাহিল দেখোন?" শাহুৱেকে পুনৰ প্ৰশ্ন কৰিলে।

কথা শুনি গিন্দৰৰ চৌধ্য ইন্দ্ৰিয়ই যেন কাণৰ ৰূপ ল'লে আৰু গোটেই মানুহটো ভৰিৰ নখেৰে মাটি খামুচি খামুচি থৰ হৈ পৰিল।

"বাবা চাহিবক সেৱা জনোৱা, নিৰ্মালি লোৱা সময়লৈকে তেওঁ আমাৰ লগতে আছিল। মেলাত আমি পুৰণি খাৰু পেলাই দি ন-খাৰুও কিনি পিন্ধিলো..." বোৱাৰীয়েকে সকলো ভাঙি-পাতি ক'বলৈ ল'লে।

"বহি লৈ লাহে লাহে কোৱা।" শাহুৱেকে মাজতে মাত দি ক'লে।

"তাৰ পিছত শ্যামু আৰু তেওঁ ক'তনো হেৰাল, ততকে ধৰিব নোৱাৰিলো। আমি উভতি অহালৈকে কাকো নেদেখিলো। তাৰ পাছত কি হ'ল নেজানো।" বোৱাৰীয়েকে জনাখিনি ভাঙিপাতি ক'লে।

"শ্যামু মানে সেই প্ৰতাপৰ শ্যামু?" গিন্দৰৰ মূৰ আচন্দ্ৰাই কৰা যেন লাগিল।

"হয়।" বোৱাৰীয়েকে ওৰণীৰ তলেদি উত্তৰ দিলে।

গিন্দৰৰ সৰ্বাঙ্গ শৰীৰত জুই জ্বলিছিল। "তেন্তে পালেগৈ আৰু," সি মনে মনে জ্বলি-পকি জেঠায়েকৰ কাষৰপৰা উঠি পোনচাটেই ঘৰমুৱা হ'ল।

শাহু-বোৱাৰীৰ মাজত ভালেমান পৰ ফুচ্ ফুচ্ ফাচ ফাচ চলি থাকিল। ওচৰতে থকা মদপীয়ে আটাহ পাৰিছে আৰু কৈছে—"মাইজী মাংস সিজিছে যদি কাঢ়ি আনি আমাকো দিয়াহিচোন। কি কৰিছা তাত তোমালোকে?" "গিন্দৰে কি নিবলৈ আহিছিল মাইজী?" আন এজনে সুধিছিল কথাটো।

মাকে একো উত্তৰ নিদিলে। চৌকাত উতলি থকা চাৰিহেতা ছাগলী মাংস বাটি এটাত ভৰাই ল'ৰাহঁতৰ আগত থৈ গ'লহি।

শ্যামুৰ নাম মানুহৰ মুখে মুখে। তাইৰ কাম-কাজৰ ধৰণ-কৰণ সম্পৰ্কে গাঁৱৰ সকলোৱে জানে। সৰহভাগ গৃহস্থই তাইক ঘৰলৈ অহাটো নিবিচাৰে। যাৰে ঘৰলৈকে তাইৰ আহ-যাহ চলে, সেইঘৰতে কিবা নহয় কিবা অপায়-অমঙ্গল ঘটাতো নিশ্চিত। কোনে জানে, কাক, কি শিকনি-বুজনি দি থৈ আহিব; কোনে জানিব, কাৰ ঘৰৰ বিষয়ে কি কথা উলিয়াই দিব আৰু সেই কথাই ইকাণ-সিকাণকৈ সহস্ৰ কাণত পৰি এখন, গাঁৱৰ ইমূৰৰপৰা আনখন গাঁৱৰ সিমূৰলৈ ফুটি-ফাটি যাবগৈ। তাই ভৰি দিয়া কেইবাখনো ঘৰ ভাঙিছে। নিজৰখন ঘৰো তাই সুখেৰে এৰা নাই। তাই হ'ল এজনী এৰাল চিঙা তিৰোতা। তাইৰ এনে স্বভাৱৰ কাৰণেই গিৰিয়েকেও ঘৰ-দুৱাৰ এৰি মিলিটেৰীত সোমালেগৈ। তেজাল চেহেৰাৰ তাইৰ দুটাকৈ ল'ৰাও আছে। শাহু-শহুৰো জীয়াই আছে যদিও তেওঁলোকে তাইক বলাব নোৱাৰে। নিজৰ মতাটোকেই নামানিলে যেতিয়া

শাহুৰ-শহুৰক কি মানিব? কিবা কথাত মাত মাতিলেই জোতা খুলি মাৰি পঠিয়ায়। এবাৰ যিয়ে মদৰ জুতি পাইছে, এই জনমতনো ক'ত এৰিব পাৰিব? মৰিলেও লগত যোৱা এইটো অভ্যাসে তাইক নকৰিব লগা কামো কৰাইছে।

প্ৰতাপৰ ঘৰটো আছিল আনটো চুবুৰীত। গলিটো পাৰ হওঁতে গিন্দৰে ভাবি যাবলৈ ধৰিলে—"যোৱা বহাগ মাহতো হৰনামী এই শ্যামুৰ লগতে ভাদৌৰলৈ গৈছিল। শ্যামুৰ দৰে তিৰোতাৰ লগত হৰনামীৰ ইমান হলি-গলি কিয়।" সি মনত পেলাই গৈছে—হৰনামীৰ শ্যামুৰ লগত কেতিয়াৰপৰা হলি-গলি হ'ল? শ্যামুতো...। ওঁহো হৰনামী সিমানলৈ যাব নোৱাৰে। তাৰ মগজুটো ফাটি যাব যেন লাগিল। ভাদৌৰ "বৈশাখী" উৎসৱ চাই সেই ৰাতিও তাই উভতি অহা নাছিল। হৰনামীয়ে পিছদিনা উভতি আহি কৈছিল—"তাত ঘূৰি ফুৰোতে মোৰ লগৰ ছোৱালী এজনীৰ বিয়া পতাৰ খবৰ পাই তালৈ গৈছিলো। বাঢ়েৰ ছোৱালী, মোক পাই তাই নেৰিলে। আহিবলৈ নিদি ক'লে—"লুটি-বাগৰ মাৰিলে নচলিব, আজি তোক যাবলৈ নিদিওঁ। শ্যামুও মোৰ লগতে থাকিব লগা হ'ল।" কথাখিনি মনত পেলাই গিন্দৰৰ সন্দেহ বাঢ়িল। সিনো বাৰু ভাদৌৰলৈ গৈ সুধি প্ৰমাণ লৈ নাহিলেগৈ কিয় যে তাই সঁচাকৈয়ে বাঢ়ে ছোৱালীৰ বিয়া ঘৰত থাকিলনে, আন ক'ৰবাতহে থাকিল।

বুঢ়ীয়ে ৰুটি সেকি আছিল। প্ৰতাপ আৰু ল'ৰা দুটাই ৰুটি খাই আছিল। কাৰো মুখত মাত-বোল নাই। গিন্দৰে মাত দিয়াত বুঢ়ীয়ে হাতৰ লাৰুটো বেলনাত থৈ তেৱাত তপত হৈ থকা ৰুটিখন সিলুটি কৰি লাহে লাহে উত্তৰ দিলে—"নাই, বোপাই এই পৰলৈকে নোলালহি।" মাতত উমান পাই বুঢ়ীয়ে মাত দি ক'লে—"যোগিন্দৰ নহৱ জানো?"

"হয়, বৰমা ময়েই।" সি ওচৰ চাপি উত্তৰ দিলে।

"কি কৰিবি বোপাই,..." বুঢ়ীয়ে একো ক'ব নোৱাৰিলে। দীঘলকৈ হুমুনিয়াহ এটা কাঢ়ি মনে মনে ৰ'ল।

"বহ বোপাই। পীৰাখন টানি আনি ল। থিয় হৈনো আছ কিয়? ৰুটি সেকিছো দুখনমান খায়ে যা।" প্ৰতাপে গহীন হৈ ক'লে। গিন্দৰ কিন্তু তাত থাকিবলৈ মন নকৰি অহা বাটে ঘূৰিল।

ঘৰলৈ আহি সি দেখিলে-পিতাকে মিঠাতেলৰ চাকি জ্বলাই আটা সানি আছে। তাৰ খোজৰ উমান পাই বাপেকে মাত দিলে—"কিবা খবৰ পালি জানো?"

"নাই ইয়াত ক'ত থাকিব! একো খবৰ নেপালো।" বাৰান্দাত চৰাই খেদিবলৈ ৰখা মুখাটোৰ দৰে গিন্দৰ থৰ হৈ থাকিল।

"বাৰু যা এতিয়া ম'হজনীকে খীৰাই আনগৈ। কেতিয়াবাৰেপৰা চিঞৰি আছে। মই ৰুটিকেইখন সেকি লওঁ। পিয়াঁজ আৰু আচাৰ লগত লৈয়ে দুখনমানকৈ পেটত ভৰাই লওঁহক।" বুঢ়াই যেন সকলো পাহৰি পেলাব খুজিছে।

২

ৰুটি কেইটুকুৰামান পেটত ভৰাই গিন্দৰে দেখিনি দৈৰ ভাগে এৰাঁখিনি এৰাঁ ভাগে ৰাখি থৈ বাপেকৰ কাষতে কাতি হ'লগৈ। বাপেক-পুতেক কাৰোৰেই মাত-বোল নাই। ক'বলৈনো আছে কিটো! এই পৰ্য্যন্ত ভালেখিনি তৰ্কাতৰ্কিও হৈ গৈছে। বুঢ়াই শীতল মগজুৰে বকি বকি পুতেকক বুজনি দি আছিল। গিন্দৰে কি কৰিব, কি নকৰিব একো ভাবি পোৱা নাই। পৰৰ গ্লানিৰ প্ৰতি তাৰ বৰ ভয়। সমাজে এতিয়া কি ক'ব? কেহৰৰ বোৱাৰী মেলালৈ গৈ উভতি নাহিল। এগুণত শতগুণ হৈ কথা বাঢ়ি যাব। চিন্তাৰ সাগৰত হাবু-ডুবু খাই বুঢ়াই গিন্দৰক ক'লে—"চাকিটো নুমুৱাই দে। শুই থাকো এতিয়া। ৱাহেগুৰুৱেই সকলো কাৰ্য্যৰ মূল। অ' বোপাই,—তেওঁৰ হাতৰ মুঠিতেই আছে সংসাৰ নিয়ন্ত্ৰণৰ এৰাল।"

নিজৰ নিজৰ খাটিয়াত পৰি থাকি এন্ধাৰত বাপেক-পুতেক দুয়ো নিমাত যদিও দুয়োৰে অন্তৰত ধুমুহা বলিছে। বুঢ়াই মাজে মাজে কাহ একোটা মাৰে আৰু 'বাখৰু বাখৰু' (ৱাহেগুৰু ৱাহেগুৰু) বুলিবলৈ ধৰে। গিন্দৰৰো টোপনি ধৰা নাই। চকু মুদিলেই সি ভয়াবহ দৃশ্য আগত ভাহি উঠা দেখে। ততালিকে বাগৰ সলায়। ভিতৰৰপৰা একোটা দীঘল নিশ্বাস ওলায় আহে। শুই-শুইয়ে দাঁত কৰচে। "আহক আজি তাই কুকুৰণী—হাড় ভাঙি গুৰি নকৰো যদি মই গিন্দৰ নহওঁ।" পিছ মুহূৰ্ত্ততে কিন্তু সি বাস্তৱলৈ ঘূৰি আহে। আনৰ হাঁহিয়াতৰ পাত্ৰ হ'ব লাগিব বুলি ভাবিবলৈ ধৰে—"বাদ নিদি কৰিম কি! মুঠতে আহি পালেই হ'ব। কথাটো যাতে লুক-ঢাক কৰি ৰাখিবপৰা যায়...।"

উঠি আহি চোতাল পাই তৰাবোৰলৈ চাই ভাবে-ৰাতিও আধাখিনি গ'লেই। পানী খাই পুনৰ বিচনাত পৰি শুবলৈ চেষ্টা কৰিলে। ইতিমধ্যে বুঢ়াৰ নাকে ঘোৰ-ঘোৰণি তুলিছে। গিন্দৰ টোপনি ধৰা-নধৰা অৱস্থাতে পৰি থাকিল। সি পদূলিৰ জপনাখনত কোনোবাই খটখটোৱা শুনিলে। সি উঠিব খুজিছিল, এনেতে দুৱাৰৰ তলা লগোৱা খাৰু দুডালত ধৰি কোনোবাই জোকাৰ মৰা শুনিলে। ভেকাহি মাৰি সি উঠি বহিল। জোতাযোৰ ভৰিত ভৰাই দুৱাৰৰ কাষত ঠিয় দি ভাবিবলৈ ধৰিলে—"এই সময়তনো কোন আহিব পাৰে? দাংডাল খুলি দিবনে নিদিয়ে? হয়তো কোনোবা আন মানুহো আহিব পাৰে। মেলালৈ কত ৰকমৰ মানুহ আহে, এই ৰাতিখন কি জানি কোন আহিছে। কোনে কি মতলব লৈ আহিছে কোনে জানে? তৃতীয়বাৰ খাৰুডালত জোকাৰ পৰিল, লগতে তিৰোতাৰ কোমল মাত শুনিলে। গিন্দৰৰ নাম লৈ মাতিছে। সি অন্যমনস্কভাৱে দুৱাৰৰ দাংডাল এৰুৱাই দিলে। সি দুটা নাৰীমূৰ্ত্তি সন্মুখত ঠিয় দি থকা দেখিলে। মাততে সি বুজিলে যে তাই শ্যামু; আনজনী কোন অনুমানতে ধৰি ল'লে।

শ্যামু নিজেই দুৱাৰডলি পাৰ হৈ ভিতৰ সোমাল। সৰু মাতেৰে তাই হৰনামীক

ক'লে—"ভিতৰলৈ সোমাই নাহ কিয়? ই তোক ক'ব কি? ভাঙি-পাতি কথাটো বুজাই কৈ দে, একো নকৰে।"

সংজ্ঞা হেৰুওৱা লোকৰ দৰে গিন্দৰ য'তে আছিল ত'তে থৰ হৈ ৰ'ল। দুয়োজনীয়ে বেৰত ওলোমাই থোৱা খাটিয়াখন পাৰি বহি ল'লে। ম'হজনীয়েও চক্ খাই সাৰ পাই, 'অঁইক' 'অঁইক' কৈ মাত দিলে। অমঙ্গলীয়া কথাবোৰ চাগৈ পশুৱেও গম ধৰিব পাৰে।

'গিন্দৰ সিং দাংডাল লগাই দিয়া ভাই। আমাৰ ওচৰলৈ আহা।" শ্যামুৱে লাহে লাহে ক'লে।

গিন্দৰে দুৱাৰত দাং মাৰি ধৰিত্ৰীক নমস্কাৰ এটা দি ভাবিলে—"বাৰু ভালেই হ'ল, ঘৰলৈ যে ঘূৰি আহিল।" খন্তেক সি ইয়াকো চিন্তা কৰিলে যে চিপৰাংচটাৰ নালেৰে দুমাৰমান দি বেটী হাৰামজাদীৰ ঠেং দুটাকে ভাঙি পেলাবনেকি? কিন্তু পৰৰ তিৰোতা এজনী লগত থকা হেতু মনৰ খং সি মনতে মাৰ নিয়ালে।

খাটিয়াৰপৰা উঠি শ্যামু গিন্দৰৰ কাষ চাপি আহি লাহে লাহে ক'বলৈ ধৰিলে—"কি কৰিম বোপাই, আমি তালৈ গৈ ওলোটা পাকত পৰি বান্ধ খাব লগা হ'ল। তিৰোতা এজনীৰ ডিঙিৰ তাবিজটো কোনোবাই ছিঙি নিলে। তিৰোতাজনীয়ে তাবিজ চোৰ ধৰিলে আমাক—"হয় হয়, এই মানুহদুজনী মোৰ কাষতে বৈ আছিল আৰু মোৰ ডিঙিৰ কাষলৈও আহিছিল। কথমপি নাককেইটা বচালো বোপাই গিন্দৰ সিং, পুলিচে যেনিবা মাৰপিট নকৰিলে আৰু হাতকেৰেয়াও নলগালে। কিন্তু বুলিবলৈ একো বাকী নেৰাখিলে। তলখাপৰ দাৰোগাজন আমাৰ ওপৰত জপিয়াই পৰিল নহয়! চুই যি নিকিলালে, তোমাক কি ক'ম! ভাগ্য ভাল আছিল—শেষত চেল বৰাহৰে দুজন মুখিয়াললোকে আগবাঢ়ি আহি আমাৰ হৈ মাত দিলে। ক'লে—"এই আদ-বয়সীয়া মানুহ দুজনীয়ে এনে কাম কৰিব পাৰে বুলি আপোনালোকৰ বিশ্বাস হয়নে?" তেহে শান্ত হৈছে। আমাৰ ঘৰৰ কথা সুধিছে, জাতিনো কি তাকো সুধিছে, বাৰুকৈয়ে পৰিচয় ল'লে। বেচেৰা মানুহ দুজনৰ ঘৰ আছিল নগৰবেৰাত, তেওঁলোকে নিজে আগবাঢ়ি আহি আমাক গাঁৱৰ মূৰত থৈ গৈছেহি। দুয়োৰে মূৰৰ চুলি সমান আয়ুস বাঢ়ক। বেয়া সময় আহিল দেই, চাই থাকা। আনৰো এনে বিপদ নহওক হ'লে। এই বেচেৰীৰ গাত একো দোষ নাই। অনাহকত গালি শপনি নেপাৰিবা, বোপা গিন্দৰ।"

শ্যামুৱে হৰনামীক ভেকাহি এটা মাৰি ক'লে—"যা, ভিতৰলৈ নেযাৱ কিয়? টোপোলাটোৰ দৰে কেনেকৈ বহি আছে নেদেখিছানে। তাৰ পাছ মুহূৰ্ত্ততে গিন্দৰক ক'লে—"ব'লা বোপা, মোকো ঘৰত থৈ আহাঁগৈ। বুঢ়াই মোকো জানো গালি নপৰাকৈ সুদাই এৰিব! বুজাকহে বুজাব পাৰি, অবুজনক কোনে বুজাব—তুমি কথা গৰকিব পাৰা, বুজিলা...।"

শ্যামুৰ কথাৰ প্ৰভাৱ গিন্দৰৰ ওপৰত পৰিল। জোতাযোৰ ভৰিত ভৰাই কৃপাণ-ন হাতত লৈ সি দুৱাৰৰ দাংডাল খুলি শ্যামুক ঘৰত থৈ আহিবলৈ ওলাই গ'ল।

শ্যামুক থৈ উভতি আহোঁতে গিন্দৰে ভাবি আহিছে—শ্যামুৰ গাৰপৰা মদৰ গোন্ধ ওলাইছিল—কিন্তু সি তাত গুৰুত্ব নিদিয়ে। সকলোৱে তাইক মদ খায় বুলি জানেই, নতুন কথা একো নহয়। শাহুৰ-শাহুৰেকেও এই বিষয়ত তই-ৰাম-গংগা একো ক'ব নোৱাৰে। শাহুৰেকেই দেখোন দুৱাৰ খুলি দিছিল। গিন্দৰক দেখি ভাল কৰিলি বোপাই, ভাল কৰিলি বোপাই বুলিহে ক'লে। শ্যামুও দমদমকৈ ভিতৰ সোমালগৈ আৰু গিন্দৰে হৰনামীও আহিল বুলি কৈ আহিছে।

ঘৰ সোমাই গিন্দৰে দেখিলে—হৰনামীয়ে মজিয়াত বিচনা নপৰাকৈ থকা খাটিয়াখনত বৰ কাপোৰখন গাত মেৰিয়াই পৰি আছে। তাই শুইয়ে আছেনে সাৰ পায় আছে কোনে জানিব। সিও মাত নিদিলে, ভাবিলে পুৱাই ভালকৈ সোধ-পোছ কৰা হ'ব। মাজৰাতি চিঞ্ৰৰ-বাখৰ নলগাঁও। ওচৰ-চুবুৰীয়া সাৰ পাব। বাৰান্দাৰ খাটিয়াখনতে সিও শুবলৈ চেষ্টা কৰিলে। বাপেকক জগাই হৰনামী অহাৰ কথাটো ক'বলৈ তাৰ ইচ্ছা আছিল। তাৰোপৰি হৰনামীকো ৰুটি খাবলৈ ক'বনেকি ভাবিছিল। ৰুটি দুখনমান বাচিছিলো, আচাৰৰ লগতে খাব পাৰিব। তাইক কোনেনো খুৱাই পঠাইছে! কোনে জানে তাই তাত কি কৰ্ম কৰি আহিছে। তথাপিও ঘৰৰ জীৱ এটা। মন-কাণ কৰিবই লাগিব। কিন্তু সি সেইবোৰ একো নকৰিলে। চকু মুদি দিলে। ভাবিলে টোপনি আহিব এতিয়া।

পুৱাই উঠি সি চাহপানী তপতালে। লোটাত পানী ভৰাই চাহৰ বাটিটোৰে সৈতে বাপেকৰ শিতানত থলেগৈ। বাকী চাহখিনি সি দুটা বাটিত বাকিলে, আৰু নিজৰ বাটিৰ চাহখিনি পী-লৈ ইটো বাটি হাতত তুলি সি হৰনামীৰ শিতানত থিয় হ'লগৈ। মৰমসনা মাতেৰে ক'লে—"হেৰ' নুঠনেকি? চাই খাই ল, নহ'লে চেঁচা হৈ যাব।"

হৰনামীয়ে বাগৰ সলাই, এঙামুৰি দি গাটো পোনাই উঠি বহিল আৰু গিন্দৰৰ হাতৰপৰা চাহবাটি লৈ খাবলৈ ধৰিলে।

সুদা বাটিটো হাতত লৈ তাইৰ খাটিয়াখনতে ওচৰ চাপি সিও বহিল। কিবা এক অজান মৰমে যেন তাক কাষ চপাই নিলে। বহিয়ে সি হৰনামীৰ কাপোৰত মদৰ গোন্ধ পালে। সি হৰনামীক তথাপি ক'লে—"উঠ, বেলি দুপৰ হ'লহি, বাহিৰলৈ গৈ নিজৰাৰ পানীত গা তিয়াই আহগৈ?"

তাই ক'লে—"উঠিছোৱেই দেখোন; উঠিবতো লাগিবই।"

গিন্দৰে তাইৰ মূৰৰ দুপট্টাখনৰ আগ এটা ধৰি শুঙি চালে আৰু ক'লে—"এইবোৰত দেখো মদ মদ গোন্ধ ওলাইছে, কিয়?"

"তুমি এনেয়ে গোন্ধ পোৱা। মদ-তদ্ একো খোৱা নাই। তুমি মদ নোখোৱা মানুহে মদৰ কথা কি জানা?" তাই ক'লে।

"আৰু, তই হ'বলা জান।" গিন্দৰে হাঁহি ক'লে।

"কেনেকৈ দাঁত চেলাইছে নেদেখিছা," হৰনামীয়ে ওফোন্দ পতাৰ ভাও ধৰি ক'লে।

গিন্দৰৰ মোহটো আৰু অলপ চৰিল। বাৰান্দাতে চাহটোপা খাই বাপেক পুনৰ খাটখনত পৰিছিলগৈ আৰু কুহুব কুহুৰ কাহি আছিল। বাপেকৰ ফালে এবাৰ চাই সি হৰনামীৰ মুখামুখি হ'ল। তাৰ দেহা পমি যোৱা যেন লাগিল। পাছফালে কান্ধত সোঁহাতখন দি বাওঁহাতেৰে তাইৰ থুঁতৰিত ধৰি তাইৰ গালত নিজৰ গালখন লগাই দিলে। এইবাৰ কিন্তু তাৰ আৰু সন্দেহ হ'ল। তৎক্ষণাৎ সি পিছ হুঁহকিল। হৰনামীয়েও কান্ধখন এচাৰ মাৰি এৰুৱাই তাক ঠেলা মাৰি আঁতৰি গ'ল। হৰনামীৰ মুখ আৰু নাকেদি ভেকেটা ভেকেট গোন্ধ ওলাইছে। কিন্তু এইবাৰো সি হৰনামীক একো ক'ব নোৱাৰিলে।

হৰনামীয়ে খাটিয়াৰপৰা নামি জোতাযোৰ ভৰিত সুমুৱাই আলনাৰপৰা আন এখন দুপট্টা মূৰত লৈ ৰাতিৰ সাজ কুৰ্তা-চেলোৱাৰকে পিন্ধি ওলাই গ'ল। বুঢ়াই মূৰটো ঘূৰাই তাইলৈ চালে। মুখেৰে একো নেমাতিলে। পানীলোটা ভৰাই লৈ হৰনামী ঘৰৰ বাজ ওলাল।

গিন্দৰে ভাবিলে, চাই-বালিৰ কাষতে পেলাই থোৱা বাচনখিনি সি ধুই পেলাব। ঘৰৰ মাইকী মানুহৰ কাম কৰিবলৈ সি অলপো সংকোচ নকৰে। এইবিলাক কৰি কৰি তাৰ অভ্যাস হৈ গৈছে, আৰু এতিয়াও চলি আছে। হৰনামীক অনাৰ আগতে সিয়েতো ৰন্ধা-বঢ়া, ধোৱা-পখলা সকলো কৰিছিল। বুঢ়ায়ো কৰিব লগা হৈছিল, কাৰণ কৰোতাতো কোনো নাছিল।

বুঢ়া লাহেকৈ খাটৰপৰা নামিল। লাখুটিত ভৰ দি বাহিৰলৈ ওলাই যাওঁতে কৈ গ'ল—"গিন্দৰ, বোৱাৰীক একো নক'বি। কোদোৰ বাহত জুই দি বিপদ নচপাবি। ভাবি-চিন্তি কাম কৰিবি।"

বুঢ়াৰ কথাষাৰ শুনি গিন্দৰৰ এনেহে লাগিল যেন তাৰ মগজুত কিবা অজান শলিতাৰে জ্বলোৱা চাকি এগছৰ ছাইয়ে দাগ সানি দিলেহি। বাচন মাজিবলৈ এৰি সি ভিতৰ সোমাই হৰনামীয়ে ৰাতি লোৱা দুপট্টাখন হাতত লৈ শুঙি চালে। মদ আৰু সিজোৱা মচলাৰ গোন্ধ নাকত লাগিল। চোতাললৈ আহি সি দুপট্টাখন মেলি ধৰিলে, হালধিৰ দাগ পৰিষ্কাৰ হৈ পৰিল। সি নুৰিয়াই আকৌ শুঙিলে। সি কোনোদিন মদ মুখত দি পোৱা নাই, মঙহৰ জুতিও লোৱা নাই। কিন্তু লগৰ সমনীয়াৰ মাজত বহি থাকোঁতে মদ-মাংস খোৱা অৱশ্যেই সি দেখিছে। চৰুত ৰান্ধি থোৱা মাংসৰ গোন্ধো তাৰ নাকত লাগিছে। কাৰোবাৰ চৰা ঘৰত ছাগলী-মাংস ৰান্ধি ডেকাহঁতে মেৰ পাতি বহি মদৰ আড্ডা মাৰি থকা অৱস্থাত গিন্দৰকো তালৈ মাতে। নিজে সুদা মুখে থাকি সি বন্ধুহঁতক পানী-দুনীৰ যোগান ধৰাৰ উপৰিও বটলৰপৰা মদও বাকি দিয়ে। তাৰ একো কৰিব লগা নেথাকিলে পাতত হেতা চলাবলৈকো দিয়া হয়।

এটা কথা ভাবি গিন্দৰ চক্ খাই উঠিল,—"কালি মেলাত তেন্তে হৰনামীয়ে শ্যামুৰ লগত চেৰাপো খালে, মদৰো জুতি ল'লে। মদ-মঙহ খাই এই দুপট্টাখনেৰেই মুখ মুচিলে।" তাৰ মূৰ আচন্দ্ৰাই কৰিলে। কলি কাল! শুনা নাছিলো তিৰোতাই মদ

আৰু মাংস খায় বুলি। প্ৰথমজনী হ'ল শ্যামু। দ্বিতীয়জনী শ্যামুও নিজ-ঘৰতেই জন্ম ল'লে। ঘৰখনৰ কথা ভাবি তাৰ ধিক্কাৰ উপজিল। তাৰ মন গ'ল যেন কৃপাণখন হৰনামীৰ কাষলতিৰ তলেদি ভৰাই তাইক খতম কৰি দিব। নাইবা কুঁৱাত জাপ দি সি নিজৰ জীৱনটোকে শেষ কৰি পেলাব। এনে দুষ্ট তিৰোতাৰ লগত ঘৰ পাতি থকাতকৈ অকলশৰে থকাই ভাল, মৰাই ভাল। এনেকৈয়েতো বহুত মৰিছে। সাপৰ দৰে মনতে বিষ পাগুলি সি কাঁচি-কটাৰী, ৰছী লৈ ঘৰৰ বাজ ওলাল। দুৱাৰখনো নজপালে।

খেতিডৰালৈ গৈ সি ঘাঁহ এমুঠা কাটি বান্ধিলে। তাতে কাঁচিখনো ভৰাই চিপ্-মাৰি কান্ধত তুলিব খুজিলে, কিন্তু নোৱাৰিলে। আগতে সি ইয়াতকৈও শকত একোটা মুঠা একে চিপে কান্ধত তুলি লৈছিল। আজি বাৰু তাৰ হ'ল কি! সি আঁতৰলৈ গৈ শিৰিষ গছজোপাৰ তলত বহি পৰিল আৰু ঘাঁহমুঠা কান্ধত তুলি দিবৰ কাৰণে বাটেদি আহ-যাহ কৰা চিনাকি মানুহলৈ বাট চাই ৰ'ল।

৩

দুই ককায়েকৰ মাজত হৰনামী হ'ল এজনী মাত্ৰ ভনীয়েক। ককায়েকহঁতে বিয়া কৰালে আৰু ল'ৰা-ছোৱালীও হ'ল। হৰনামীয়ে ঘৰৰ কাম-বনত হাত নিদিয়ে। প্ৰথম অৱস্থাৰেপৰা ভাল কাপোৰযোৰ পিন্ধা, জুতি লগাই খোৱাৰ এই সকলোবোৰ সুবিধাই পালে। ছালখন বগা হ'লে হ'ব কি, মানুহজনী হ'ল অলপ কঁটীয়া। ডিঙিৰ ক'লা মণিধাৰৰ মাজত সোণৰ বিৰিটো তাই অনবৰতে পিন্ধি থাকে। হাতত বাজু ছটা বান্ধি থোৱা থাকেই। খন্তেকহে যদি ঘৰত থাকে। দিনৰ দিনটো ওচৰ-চুবুৰীয়াৰ ঘৰে-ঘৰে, চোতালে-চোতালে তাঁত-বাতি কৰি কটাই দিয়ে। কেতিয়াবা দেখিবা এঘৰত, কেতিয়াবা আকৌ আন এঘৰত। এখন চাদৰকে লৈ এমাহ কটাই দিয়ে। চকুত কাজল সানি লয়। চকুকেইটা বিশাল যদিও গোল গোল, যেন কাজী নেমুৰ দুটা ফুটাহে! হৰনামীৰ বহুত গীত মাত মুখস্থ, সুৰ আৰু তাল-মানো মনত থাকে। কোনোবা ঘৰত যদি ছোৱালীৰ বিয়া—বচ্, গীত জুৰিবলৈ সকলো মহিলাক পিছ পেলাই হৰনামী আগতে গৈ উপস্থিত হ'বগৈ। সাজি সাজি বৰযাত্ৰীক জুৰি যোৰানামৰ মিঠাই খুৱাব। তাইৰ গীতৰ সুৰত বৰযাত্ৰীৰ মুখৰ ৰুটি মুখতে ৰৈ যায়। কন্যা দোলাত উঠি বৰযাত্ৰীসহ যোৱাৰ অন্তত ছোৱালীজাকে ঘেৰা পাতি নাচে। হৰনামীয়ে গোৰোহা মাৰি নাচি নাচি আ[illegible] চোতালত গাঁত কৰি পানী উলিয়াই দিয়ে। বাক্য-বাণেৰে তাই অকলে এফালে থাকিও নেহাৰে। মেলালৈ অহা তিৰোতাবিলাকৰ মতাহঁতে হৰনামীৰ নাম শুনিলেই ইচ্-আচ্ কৰে।

সেই কালত নলি-নাদ ক'ৰবাত কোনো একো ঘৰতহে আছিল। নলীনাদ বহুৱা

যাৰে-তাৰে সাধ্যৰ ভিতৰত নাছিল। সেয়েহে চুবুৰীৰ অধিকাংশ লোকে কুঁৱাৰ পানীহে ব্যৱহাৰ কৰিছিল। কুঁৱাৰ পানীৰো আকৌ সোৱাদ আছিল। নলিনাদৰ পানীত ফেন উঠে।

দুল্লা ধীৰৱে পুৱাই নিজৰ ম'হটো মেলি লয়। কুঁৱাত দুপৰলৈকে মোনাত পানীতোলা কামত লাগি থাকেগৈ। আবেলি দুঘণ্টামানৰ কাৰণে পানী তুলিবলৈ ম'হটোত যুৱলিখন লগাব লাগে। বতৰ লাগিলে যিয়ে নহওঁক দুল্লাৰ এইটো আছিল দৈনন্দিন কাম।

দুল্লাৰ মাইকী ঢুকাল। তাৰ এটা ল'ৰা-ৰজ্জৱ। সাত-আঠ বছৰীয়া, দুল্লাৰ দৰে পূৰঠ তাৰ হাত-ভৰি। দুল্লাই সদায় এজনীহে মাইকী ম'হ ৰাখে। ৰুটি নিজ হাতে তপতায়। বাপেক-পুতেকে আনৰ ঘৰতো খায়। জাটহঁতৰ ঘৰৰপৰা যথেষ্ট দানা-চাপৰো পায়। ঘেঁহু কটাৰ বতৰত সি চাপৰেৰে কোঠা ভৰাই থয়হি। ঢল ফাট দিয়াৰ লগে লগে সি কুঁৱাৰ পাৰলৈ যোৱাৰ আগে আগে মিঠাতেল গাত মালিচ কৰে, দন্দ বৈঠক কৰে। ৰজ্জৱৰ দ্বাৰাও সি তেনে কছ্ৰৎ কৰোৱায়। দুল্লাৰ দেহা পালোৱানটোৰ দৰে আৰু তাৰ ইচ্ছা ৰজ্জৱো পালোৱান হওঁক। গোটেই গাওঁখনত তাৰ নাম হওঁক।

দুল্লাই দ্বিতীয়বাৰ বিয়া নকৰালে। ওচৰ-পাজৰৰ গাঁৱতো হিন্দু ধীৱৰ বহুত আছে, কিন্তু মুছলমান ধীৱৰ কোনো কোনো গাঁৱত দুই-এঘৰহে আছে। ৰজ্জবৰ মাকে তাক দুবছৰতে এৰি গ'ল। বুঢ়ীমাকে নিজে তাক ডাঙৰ-দীঘল কৰিলেগৈ। চাৰি-পাঁচ বছৰীয়া অৱস্থাত বাপেকে লৈ আহিলগৈ। সেই সময়ত দুল্লাৰো পয়ত্ৰিশ-ছয়ত্ৰিশ বছৰ মানহে হৈছিল। চফল ডেকা, শকত-আৱত। কিন্তু ফকীৰৰ দৰে জীৱন কটাবলৈ ধৰিলে। সি গুৰুমুখী শিকিছিল, ল'ৰালিতে সাধুসকলৰ বাহৰলৈ অহা-যোৱা কৰি শিকিছিল। পোন্ধৰ-যোল্ল বছৰ বয়স হওতেই সি বাৰিচ চাহৰ 'হীৰ' নামৰ প্ৰেম বিৰহৰ বৰ্ণনা থকা কিতাপখন কিনি আনিলে। বচ্, হীৰ পঢ়াটোৱেই তাৰ এতিয়া নিয়মীয়া অভ্যাসত পৰিণত হ'ল। ৰজ্জৱৰ মাক ঢুকুৱাৰ পাছত আৰু বাৰিচ চাহৰ 'হীৰ'খনেই তাৰ কাৰণে ধৰ্মগ্ৰন্থ হৈ পৰিল। দুপৰীয়া কুঁৱাৰপৰা আজৰি হৈ কেইডোখৰমান ৰুটি মুখত ভৰাই লৈ, আগ-চোতালৰ নিম জোপাৰ তলত খাটিয়াখন পাৰি বহেগৈ আৰু বৰ কাপোৰখন জাপি ওখ কৰি লৈ তাতে 'হীৰ'খন থৈ সম্পূৰ্ণ বিৰাগ চিত্তেৰে তাৰ কূটবিলাক গীতৰ সুৰত পঢ়ে, পঢ়োতে পঢ়োতে তাৰ মাত গধুৰ হৈ পৰে, যেন তাৰ অন্তৰে কান্দিব লাগিছে। কোনোজন আহি তাৰ কাষত বহিলে সি দুই-তিনি অধ্যায় পঢ়ি শুনায়। কোনোবা ফাকি হয়তো এক অধ্যায়ৰ, কোনোবা ফাকি আন অধ্যায়ৰ।

গাঁৱৰ আনবিলাক ছোৱালীৰ লগত পানী আনিবলৈ অহা হৰনামীৰ গাতো এতিয়া ঊনৈশৰ বতাহ বলিছে। তাইৰ প্ৰতি অঙ্গই নাচি উঠে। মেঘৰ বিজুলীও যদি ক্ষন্তেকলৈ ৰয়, তাই স্থিৰেৰে নৰয়। কেতিয়াবা দুল্লাক কলহটো মূৰত তুলি দিবলৈ কয়। কেতিয়াবা তাৰ লগত সৰু-সৰুকৈ হাঁহি, ঠাট্টা-মস্কৰাও কৰি আমনি দি যায়—চকুৰ পচাৰতে,

আনে তত ধৰিব নোৱাৰাকৈ প্ৰথম অৱস্থাত দুল্লাই এইবোৰত বৰকৈ কাণ দিয়া নাছিল, আনমনা হৈ ভাবে—ছোৱালীৰ কথা—চিত-পখিলাজনীৰ দৰে! বয়সেই এইটো। কিন্তু ছোৱালীজনীৰ প্ৰতি মন দিলেই অজানিতে তাৰ হাড়ৰ মাজৰ কোনো এঠাইত যেন এক আচৰিত অনুভূতি হয়। দিনে দিনে তাৰ ফকীৰী জীৱন টুটি আহিল। ইফালে ৰাতি পুৱাল কি নুপুৱাল যেতিয়া দুল্লাৰ ঘৰত চৌকাৰ জুই জ্বলি উঠা দেখে, হৰনামীও নিজৰ ঘৰৰপৰা বাজ ওলায়। ককায়েক-বৌৱেকহঁত শুই থকা অৱস্থাতেই তাই কলহ তুলি লৈ নাদৰ পাৰ পায়হি। খন্তেক পাছতে দুল্লাও পায়হি। সেই দিনত সি দন্দ-বৈঠক কৰাৰ কথা পাহৰি গৈছিল, প্ৰতিদিনে নাদৰপৰা পানী নিবলৈ অহা আনবিলাক তিৰোতাতকৈ আগতে হৰনামীক প্ৰথম কলহ পানী ভৰাবলৈ দিছিল। দুল্লাৰ উচ্চ-স্বৰ গাঁৱৰ ইমূৰৰপৰা সিমূৰলৈ ৰজনজনাই গৈছিল। উঠি অহা ল'ৰা ৰজ্জৱে এতিয়া মহ'ৰ খুটি এৰি দিছে। মোনা আৰু ৰছী মহৰ পিঠিত তুলি দুল্লা, ৰজ্জৱ উঠা আগতেই কুঁৱালৈ আহে। আহিবৰ সময়ত সি ৰজ্জৱক জগাই থৈ আহে। ৰাতি খীৱোৱা গাখীৰখিনি গৰম কৰি ৰজ্জৱে নিজে খাই পিতলৰ বটুৱাটোত বাপেকলৈ থৈ সি নাদৰ পাৰ পায়হি। ৰজ্জৱ আচৰিত হয় যে হৰনামী সকলোতকৈ আগত আহি কুঁৱাৰ পাৰত কিয় থিয় দি থাকেহি। বাপেক-পুতেকে চৌবাচাটোত পানী ভৰাবলৈ ম'হটোৰে ৰচি টনায়। দুল্লা লৰা-লৰিকৈ ঘৰলৈ আহি ম'হ খীৱায়হি আৰু ৰুটি সেকেহি। আকৌ নদীৰ পাৰ পাই ৰছী টনাত ধৰেহি, চৌবাচ্চাটো পানীৰে চপ্‌চপীয়া হৈ পৰে।

এতিয়া হৰনামীয়ে আগৰ দৰে নাচি-বাগি নুফুৰে। মন মাৰি থাকে, কিবা ভাবি থাকে। কুৰিৰ দেওনা পাইছেহি। তাইৰ পেহীয়েকক ধিংগৰলৈ বিয়া দি উলিয়াই দিছিল। তেওঁ মাজে সময়ে হাণ্ডিয়ায়ে লৈ আহি গৈ থাকে। ভতিজাকহঁতে তেওঁৰ পিছ নেৰে—"পেহী, কামৰ হেঁচাত আমি ক'লৈকো ওলাব নোৱাৰা হৈছো। হৰনামীৰ কাৰণে তুমিয়ে কিবা এটা কৰা।" খড়কসিঙৰ চুবুৰীৰ পেহীয়েকৰ নন্দেকৰ কোনো ওচৰ সমন্ধীয় আছিল। সেয়েহে হৰনামীৰ সমন্ধও তাতেই হ'ল। বিয়া হ'ল আৰু পিছৰ বছৰ শান্তি বিয়াও হৈ গ'ল।

দুল্লাৰ এতিয়া সংসাৰ উচন যোৱা অৱস্থা। না ঘৰত মন বহে না পথাৰত। এতিয়া সি বেলি দুপৰতহে শুই উঠে আৰু কুঁৱালৈ যায়। দুপৰ ভাটি দিয়াৰ লগে লগেহে ম'হটো খোলে। ওচৰ-চুবুৰীয়ালোকে হায় হায় কৰিবলৈ ধৰিলে। তিৰোতাজাকে আক্ষেপৰ ঘুৰত কয়—"দুল্লা মিঞা, তোমাৰ গাত যখিনী লম্ভিলে যেন লাগিছে। ঘৰত পানী এটোপাও নাই আৰু তুমি ইয়ালৈ আহি কিতাপ লৈ বহিছাহি। নেমাতাও নোবোলাও। এনেকৈ কেনেকৈ চলিবাহে।"

কোনে কি কৈ গ'ল সি কাণ নিদিয়ে। পুৱাই সি হীৰখন উলিয়াই গুণ-গুণাই পঢ়িবলৈ ধৰে। এতিয়া সি পুথি পঢ়াৰ দৰে সুৰ ধৰি গাই নপঢ়ে। তাৰ এনেহে লাগে প্ৰতি ফাঁকিৰে প্ৰতিটো শব্দ যেন সি পৰিষ্কাৰভাৱে বুজিব পাৰিছে। এই ফেৰা জ্ঞানে

তাক মাজে মাজে কন্দুৱাইও। দুপৰীয়াও সি হীৰ পঢ়ে; গধূলি কুঁৱাৰপৰা উভতি আহি হীৰখন লৈ বহি পৰে। ৰজ্জৱে হায়ৰাণ হৈ ভাবে “বাবাক কিহে পালে বাৰু?”

শান্তি বিয়া পাতি নিয়াৰ পাছত হৰনামী গাঁৱলৈ অহা নাই। পাছত এদিন আহি তাই দুল্লাক লগ ধৰিলেহি। বালিৰ বান্ধ যেন ভাগি গ'ল। দুইয়ো কেইবা ঘণ্টা ধৰি কথা পাতি থাকিল। তাই তাক তাইৰ চুবুৰীটোলৈ আহি থাকিবলৈ খাটিলে। তোমাৰ মন নবহিলে কি উপায় আছে। তাৰ ভয় লাগে, জানোচা কিবা অঘটন ঘটে। পৰৰ গাঁও, তাত আপোন বুলিবলৈ তাৰ আছে কোন? কিবা ঘটিলে সি যাব ক'লৈ। জাটবোৰে লগলাগি তাক কাটিব। হৰনামীয়ে বুজনি দিয়ে—‘তাক কোনেও একো নকয়। তাইৰ শহুৰেক বৰ ভদ্রলোক আৰু তাইৰ মানুহটো বৰ হোজা, সংসাৰত কি হৈছে একো খবৰ নাৰাখে। হৰনামীৰ ইচ্ছা—দুল্লাই দুই-তিনিমাহৰ অন্তৰে অন্তৰে তাইৰ চুবুৰীলৈ একোপাক মাৰি আহিবগৈ, নহ'লে তাই কাটি পেলোৱা ডাল এটাৰ দৰেই শুকাই মৰহি যাব। নিজৰ মতাটোৰ প্ৰতি তাইৰ কোনো মোহ নাই।

ছদিনমান হাণ্ডিয়ায়েত থাকি হৰনামী ঘূৰিল। তাইক গিৰিয়েকে আহি লৈ গ'ল।

হৰনামী যোৱাৰ পিছত দুল্লা পুনৰ উদাস হৈ পৰিল। কুঁৱাৰ কামটো যদি কৰিবলৈ এৰি দিয়ে তেনেহ'লে গাঁৱৰ মানুহে তাক একেদিনাই গাঁৱৰপৰা খেদি দিব। ৰজ্জৱে এতিয়াও পানী তুলিবলৈ শিকা নাই, নহ'লে সিয়ে তাক পানী তোলাৰ ভাৰ দি নিশ্চিন্ত হ'ব পাৰিলেহেঁতেন আৰু হাঁহ হৈ উৰি গৈ হৰনামীৰ চোতালত পৰিলগৈহেঁতেন। কিন্তু মন নবহা ঘৰটোত বা থাকে কেনেকৈ? হৰনামী যোৱা দুমাহ পাৰ হ'ল। সি ৰাতিয়েই ৰজ্জৱক বতাই ক'লে যে পিছদিনা পুৱাই সি গাড়ীৰে এঠাইলৈ যাব। মানুহে সুধিলে তাক ক'বলৈ ক'লে যে এঘৰ সমন্ধীয়লোকৰ ঘৰলৈ এক জৰুৰী কামত গৈছে। ফাগুনৰ বতৰ। ঘেঁহুৰ পথাৰত যৌৱন নামিছে। সি মুখ নেদেখা এন্ধাৰতে উঠিল আৰু পোনে পোনে ষ্টেচন পালেগৈ। এতিয়াও গাড়ী আহি পাবলৈ আধাঘণ্টা বাকী। এটা চুকত সি আঁৰ হৈ বহি ৰ'ল। সি জানি-শুনিয়েই ঘৰৰপৰা ইমান সোনকালে ওলাই আহিছিল, যাতে সি বাহিৰলৈ ফুৰিবলৈ যে আহিছে, এইকথা কোনেও গম নেপায়। বেলি ওলোৱাৰ লগে লগে গাড়ীও আহি পালেহি আৰু সি উঠিল। ‘ৰামপুৰা ফুল’ ষ্টেচনত নামি সি বজাৰৰ ফালে গ'ল আৰু তাতে ঘোঁৰাবাগী এখনত বহিলগৈ। বাগীখনত মানুহ পূৰ হোৱাৰ লগে লগে কচোৱানে ঘোঁৰাত চাবুক লগালে। ফুল গৈ পোৱাত বাগীখন ৰ'ল, কেইজন মান যাত্ৰী নামিল আৰু কেইজনমান উঠি ঠাই পূৰালে। সধানিয়া দলঙত নামি সকলো আৰোহী দিহা-দিহি গ'ল। সধানিয়াৰপৰা খড়কসিং চুবুৰীলৈ ডেৰ-দুঘণ্টাৰ বাট বুলি সি আনক সুধি জানি লৈছিল। গৰম আলোৱানখন গাৰপৰা খহাই দুল্লাই কান্ধত জাপি ল'লে। কাণতকৈও ওখকৈ বন্ধোৱা, তেলসনা লাঠিডাল গলধনত পঠালিকৈ দুয়ো হাতেৰে খামুচি ধৰি যাবলৈ ধৰিলে। বাটতে ‘কৌলুক’ নামৰ গাঁওখন পৰে। তাতে সি পানী খাই চুবুৰীটোলৈ যোৱা বাটটোৰ

কথা সুধি আগবাঢ়িল। এঘাৰ কি বাৰমান বজাত সি ধীৰে-সুস্থিৰে খড়ক সিঙ চুবৰীত উপস্থিত হ'লগৈ।

হৰনামীৰ শহুৰেকে ৰুটি খাই উঠি সমবয়সীয়া কেইজনমানৰ লগত মেল মাৰি আছিল। তাইৰ গিৰিয়েক গিন্দৰ বেলি ওলোৱাৰ আগতেই পথাৰলৈ ঘেঁহুডৰাত পানী দিবলৈ গৈ পানী তোলা যঁতৰ ঘূৰাই আছেগৈ। তাই নিজে পথাৰলৈ ৰুটি নিবৰ কাৰণে আয়োজন কৰি থকা অৱস্থাতে আক-তাক সুধি দুল্লা উপস্থিত হ'লগৈ। হৰনামীয়ে দুল্লাক দেখি ঠৰ লাগি অবাক হৈ তালৈ বহুপৰ চাইয়ে থাকিল। তাইৰ যে কিমান আনন্দ! কি কৰিব, কি নকৰিব তাই একো ভাবিকে নোপোৱা অৱস্থা। শেষত, তাই দুৱাৰ দাংডাল ভিতৰফালে মাৰি দিলে। ভিতৰৰ খাটিয়াখনত তাক বহিবলৈ দি তায়ো কাষ চাপি বহি ল'লে। কেতিয়াবা হাঁহি, কেতিয়াবা উদাসভাবে, আকৌ কেতিয়াবা মাত-বোল নকৰাকৈ ইটোৱে-সিটোলৈ চকু ঢেল খুৱাই চাবলৈ ধৰিলে। দুয়োৰে মাজত বহুত কথাই হ'ল। কোনো কথাৰে আগ-গুৰি নাই; যেন সকলো কথাৰে মূলতে মাত্ৰ কথা এটাহে—পলে পলে স্পৰ্শসুখৰ বাসনাই টানি ধৰিছে দুয়োকে...

দাইল অলপ ৰাহি হৈ আছিল। হৰনামীয়ে এতিয়ালৈকে ৰুটি মুখত দিয়া নাই। নিজৰ ভাগটোও বান্ধি লৈছিল। চৌকাত অঙঠা আছিলেই। তাই ফটাফট দুই-তিনি মুঠিমান আটা সানি মাৰিলে আৰু নতুনকৈ জুই জ্বলাই ৰুটি সেকিবলৈ লাগি গ'ল। ৰুটি সেকি আজৰি হৈ তাই দুৱাৰৰ দাং খুলি বেপাৰীৰ দোকানৰপৰা চেনী লৈ আহিলগৈ। বাৰান্দাতে বহুৱাই তাই দুল্লাক ৰুটি খাবলৈ দিলে। ডাইলৰ ওপৰত দেশী ঘিউ ওপঙি আছিল।

ৰুটি খাই উঠি দুল্লা বাৰান্দাৰ খাটখনতে কাটি হ'ল। পথাৰলৈ ৰুটি লৈ যাওঁতে হৰনামীয়ে শহুৰেকক বুজাই কৈ গ'ল হণ্ডিয়ায়েৰপৰা আলহী আহিছে। তেওঁ গৈ কথা-বতৰা পাতকগৈ। অকলে থাকি বেয়া পাব। 'ফুল' হৈ আহিছে, আগলৈও যোৱাৰ কথা আছে। ৰুটি খুৱাই থৈ আহিছো। অলপ সময় জিৰাবলৈ লৈছে, তাৰ পাছত যাবগৈ। পথাৰলৈ গৈ তাই গিন্দৰকো দুল্লাৰ বিষয়ে ক'লেগৈ। সি খোৱাৰ পাছত তাই খাবলৈ বহিল।

দুল্লাই বুঢ়াৰ লগত প্ৰায় এঘণ্টামান কথা-বতৰা পাতি গুছি গ'ল। সি যাবলৈ ওলালত বুঢ়াই ক'লে—"বাৰু বোপাই, তোমাক লগ পালো, ধন্যবাদ। তাৰ সুখ-দুখৰ বতৰাখিনিকে পালো দিয়া। হৰনামীয়েও মাকৰ ঘৰৰ বতৰা নেপাই চিন্তা কৰিহে আছিল। বোলে আইৰ ঘৰৰ কুকুৰটো দেখিলেও মন ভাল লাগে; তুমি আকৌ সোঁ-শৰীৰেৰে মানুহ হৈয়ে আহিলা। আকৌ কেতিয়াবা এই ফালেদিয়েই যাব লগা হ'লে নিশ্চয় সোমাই যাবা।"

# ৪

ঝণ্ডা আৰু অৰ্জ্জন দুয়ো ককাই-ভাই। ঝণ্ডা ডাঙৰ অৰ্জ্জন সৰু। দুয়ো দহ বছৰ মানৰ অগা-পিছা। ঝণ্ডাই বিয়া পাতিলে, ল'ৰা-ছোৱালী এহাল। অৰ্জ্জনৰ ঘৰ পতা সম্পৰ্কে একো স্থিৰ হোৱা নাই। তেওঁলোকৰ কুৰি বিঘামান মাটি আছে, সেই ফালৰপৰা চালে অৰ্জ্জনৰ ভাগত দহবিঘা পৰে। গতিকে ইমানখিনি মাটি থকা ডেকাৰে ছোৱালী এজনী পোৱা ডাঙৰ কথা নহয়। আচলতে অৰ্জ্জনৰ স্বভাৱ-চৰিত্ৰ ভাল নহয়। ল'ৰালিকালত মাকে লাই দি বেয়া কৰিলে। মাকে তাক ঝণ্ডাতকৈ বেছি ভালবস্তু খাবলৈ দিয়ে। বাহিৰত খেলিবলৈ গৈ সি যদি কাৰোবাক মাৰ-পিট কৰি আহে, তেনেহলে গোচৰ লৈ অহা বুঢ়ী গৰাকীকো মাকে গালি পাৰি ওভোতাই পঠায়। লাহে লাহে সি বেয়াৰ ফালে ঢাল ল'লে। চৈধ্য-পোন্ধৰ বছৰীয়া চেঙেলীয়া বয়সতো সি পথাৰলৈ ম'হজনী মেলি লৈ নাযায়। চ'ৰাঘৰত তাচ খেলি কটায়। বাপেক নায়েই। অকল বুঢ়ীগৰাকী। ঘৰ-পথাৰৰ সকলোকামৰ ভাৰ ঝণ্ডাৰ মূৰত। তেওঁ বৰ শান্ত-শিষ্ট ল'ৰা বুলি সকলোৱে জানে। কাৰো লগত ভুলতো একো লগা নাই।

অলপ ডাঙৰ হ'লত অৰ্জ্জনে সাধুসকলৰ বাহৰলৈ আহ-যাহ কৰিবলৈ ল'লে। সি তাতে বহি থাকিবলৈ ধৰিলে। সাধুসকলেও তাক পুহিবলৈ ল'লে। গাঁৱলৈ গৈ গাখীৰ তুলি অনা কামত তাক লগালে। গাখীৰ অৱশ্যে ঘৰতো ওলায়, কিন্তু সাধুৰ বাহৰৰ গাখীৰত সি এটা বেলেগ সোৱাদ পায়। গাখীৰ দিওঁতা ঘৰে মাখন আৰু পেড়াও দি পঠায়। গাঁৱৰপৰা দুবাল্টি গাখীৰ লৈ ওলাই আহোঁতে শিষ্যৰ লগত মাখনেৰে ভৰা মলা একোটাও থাকে। পুৱাবেলা সাধু আৰু শিষ্যই গাখীৰ উতলাই খায়। লগতে থাকেবাবেই সি একোখন বেচনৰ ৰুটিও লাভ কৰে, লগত মাখনও। খাই-বৈ, উগাৰি উগাৰি অৰ্জ্জনে সাধুৰ বাহৰতে দিনটো কটায়।

এবাৰ সাধুৰ শিবিৰত তিনি-চাৰিজনমান পালোৱান আহি আছিলহি। অৰ্জ্জনে মালযুঁজৰ কথাবিলাক শুনিলে, সিহঁতৰ খাৱন-বোৱন স্বচক্ষুৰে দেখিলে, আৰু পিছত সি সিহঁতৰ লগত গুছিয়ে গ'ল। সি তেওঁলোকৰ লেংটি, জাঙিয়াবোৰ তদাৰক কৰিবলৈ ল'লে। ছমাহ পৰ্য্যন্ত পালোৱানহঁতৰ লগত ঘূৰি ফুৰিল। মালযুঁজৰ প্ৰতি ধাউতি বাঢ়িল। এতিয়া সি কেতিয়াবা মাকৰ কাষলৈ আহে আৰু আজলম্‌ঠালি ধৰা দৰে থাকে। মাকৰপৰা দুসেৰ ঘিউ সৰকায়। বেপেৰুৱা পালোৱানৰ দৰে পুৱাই শৌচাচাৰ কৰি, গা-পা ধুই, গৰমে-গৰমে গাখীৰ পী খাই দণ্ড বৈঠক কৰাত লাগি যায়। শৰীৰটো বাৰুকৈয়ে ফুলি উঠিল। তপিনা দুটা আটিল হৈ পৰিল। বুকু বহল, পিঠিটো ৰৌ-মাছটোৰ দৰে আৰু কৰঙণ দুটাত দুটা কপৌ চৰাই সদৃশ মঙহ তুলিব পৰা হ'ল। সৰু ল'ৰাহঁতৰ মাজত গৈ পাঁচসেৰীয়া দগা দলিয়ায় আৰু মুদ্‌গৰ ঘূৰায়।

মাকে অৰ্জ্জনৰ ঘৰখন পতাৰ চিন্তা কৰে। ল'ৰা চাবলৈ আহে, মাকে তেওঁলোকৰ

আদৰ-অভ্যৰ্থনাৰ ত্ৰুটি নকৰে তেওঁলোকৰ সতে কথা পাতে। কথাৰ মাজতে ঝগুাই মাত দিয়ে, "সি এতিয়া আৰু সৰু ল'ৰা হৈ থকা নাই? কিন্তু তাৰ কথা বতৰাৰপৰা অনুমান কৰিব পাৰি—সি এতিয়া সন্যাসী হব হবলা। ঘৰৰ কামত সি একেবাৰেই মন নিদিয়ে—কোনোবাই এজনী টেঁটুত ওলোমাই দিলেও হ'ব কি? সিবাৰ পালোৱান কেইটাৰ লগত গৈ কেইবামাহো ঘৰলৈ ঘূৰি নহাকৈ থাকিল; তেনে অৱস্থাত মাইকীজনী আমাৰ আশ্ৰয়ত থাকি নিজ কৰ্ম-দোষৰ কাৰণে কপাল চপৰিয়াই কান্দি কাটি দিন কটাব লাগিব। গতিকে ছোৱালী দিয়ে নিদিয়ে আপোনালোকৰ ইচ্ছা। বিয়া পাতি দিয়াত আমাৰ আপত্তি নাই। মাক সুধি চাওক, যদি গাত লয়...।" মিতিৰ পাতিবলৈ আহোঁতাৰ মনত-শঙ্কা ওপজে আৰু থিতাতে পুলুকা মাৰে। এইবোৰত অৰ্জ্জনৰ মনত কোনো প্ৰতিক্ৰিয়া নাই।

বাহিৰত ফুৰি-চাকি অৰ্জ্জন যেতিয়া ঘৰলৈ আহে আৰু বহুদিনৰ মূৰত আহিলেও তাৰ বৌৱেকজনীয়ে তাৰ লগত কাজিয়া নকৰে। মিহি-মিহিকৈ হাঁহি-ধেমালিহে কৰে। কয়—"ঘৰত মন নবহা হ'ল হ'বলা; গৰুটো কটা? গুণ্ডাটোৰ দৰে ঘূৰি ফুৰিবলৈ ল'লা। তোমাক কোনোবাই কি আহুদি খোৱালে হো? কোৱাচোন, নে কিবা বেয়া বেমাৰ লাগিছে।"

সি হাঁহি দিয়ে, একো নেমাতে।

তাৰ ডাইলৰ বাটিটোত দুগুণ ঘিউ বাকি দি সোধে "কিবা চেলেকিবলৈ পাইছা যেন লাগিছে দেই, দুষ্ট ল'ৰা।"

"চেলেকা মানে কি?" সি সোধে।

"চেলেকাৰ সোৱাদটো তেতিয়াহে পাবি, যেতিয়া তোৰ ঠেং ভাঙিব।" আৰু পাছত মৃদু মাতেৰে তাই তাক বুজায়—"মই আছো নহয়, তুমি মোক কোৱাচোন।"

"কিনো কওঁ তোমাক?" সি মিচিকিয়া হাঁহি মাৰি সোধে।

"সকলোৱে গম পায়। নিলাজটো কটা! ময়ো জানো। বাজি মাৰি এদিন ধৰা পেলাব পাৰিলে আঠুৰ তলত পেলাই লৈ কামি হাড় ভাঙি দিম একা।"

"মোৰ কামিহাড় ভাঙিবলৈ তোমাৰ শকতি আছে জানো?"

"আচলতে কামিহাড় ভাঙিব খোজা নাই, এৰাল দিবহে খুজিছো। কিমান পলাব পাৰা চাম তেতিয়া।"

"এৰাল দিলাই তুমি।"

"চাবা তুমি, মই বলীনে তুমি বলী!"

দেওৰ-বৌৱেকৰ মাজত এনেধৰণৰ চুপতা-চুপতি চলি থাকে আৰু শেষত অৰ্জ্জনৰ বৌৱেকে তাক এৰালত ৰাখিলেও। সেই সময়তে মাক ঢুকাল। অৰ্জ্জন এতিয়া বাহিৰলৈ যাব নোৱাৰা হ'ল। পালোৱান হোৱাৰ ধান্দাও আঁতৰিল। সাধুৰ বাহৰলৈ কাচিৎহে যায়। পথাৰতো পাক একোটা মাৰিবলৈ ল'লে। কিন্তু কোনো কামতে হাত

নিদিয়ে। বৌৱেকে তাক বাৰুকৈয়ে বান্ধি ৰাখিছে। তাৰ প্ৰতিটো ইচ্ছাকে পূৰণ কৰে। খোলা মনেৰে খুৱায়-বুৱায়। ঝণ্টাই কিবা কাম কৰিবলৈ পাচিলেও বৌৱেকে মুখতে ধৰে—“এওঁ যদি আগতে কিবা কাম কৰি পাইছে, তেতিয়া হ'লে কৰক। প্ৰথমেই খোদ কৰি ৰাখিলে। এতিয়া ক'ত কিটো কৰি ফলাব এইজনে।”

“মই জানো তাক হাল বাবলৈ কৈছো। ৰুটিকেইখন কৰাৰ সময়তো সি কেঁচুৰাটোকে ল'ব পাৰে। পথাৰলৈ জলপানটোকে লৈ যাব পাৰে। কেতিয়াবা ঘাঁহ এমুঠাকে আনি দিব পাৰে। মহজনী পুখুৰীলৈ নি গা-টোকে ধুৱাই আনিব পাৰে। এইবোৰ কাম কৰিলে তাৰ হাতৰ তলুৱা ক্ষয় যাব নেকি?” ঝণ্টাই তাক যিকোনো প্ৰকাৰে কামত লগাবলৈ চাইছিল।

অৰ্জ্জুন হ'ল আপোন-ভোলা। মন গ'লে কিবা এটা কৰিব, নহলে এনেয়ে বহি থাকিব। ঝণ্টায়ো দাবি-হুমকি দি একো নকয়। যদি অলপ খঙেৰে, ডাঙৰ মাতেৰে কিবা কয়, তেন্তে সি ঠেহ পাতি তৎক্ষণাৎ সাধুৰ বাহৰলৈ গৈ বহি থাকিবগৈ। বৌৱেকে বুজাই-বঢ়াই আনিবগৈ।

এদিন ঝণ্টা আৰু তেওঁৰ পৰিবাৰে নিজৰ ল'ৰাটোৰ মুখৰপৰা শুনিলে যে দদায়েক অৰ্জ্জুনে কেহৰৰ ঘৰৰ গিন্দৰৰ বাহিৰা ঘৰটোত বহি কোনোবা মানুহ এটাৰ লগত মদ খাই আছে। কথাতো শুনি দুয়ো তবধ মানিলে। ঘৰলৈ আহি সি বৌৱেকক ৰুটি খুজিলেও তেওঁ থালখন সজাই আগত থৈ সন্দেহৰ দৃষ্টিৰে চাবলৈ ধৰিলে। তাক অৱশ্যে একো নুসুধিলে। সি অস্বস্তিৰে ৰুটি চোবোৱাত লাগিল। চকু তুলিও চোৱা নাই। ঝণ্টা তাক দেখি আঁতৰি গ'ল। গোহালিত সোমাই ম'হজনীৰ আগত কটা ঘাঁহৰ পাচিটো দিলেগৈ। অৰ্জ্জুনে ৰুটি খাই মুখখন ধুই মনে মনে নিজৰ খাটখনত পৰিলগৈ। ল'ৰাটোৱে “দাইটি দাইটি” বুলি তাৰ গাত বাগৰি থাকিলতো মাত এষাৰ নিদিলে। ল'ৰাটোৱে ক'লে—“দাইটিৰ টোপনিহে ধৰিছে হবলা।”

ঝণ্টা আৰু তেওঁৰ ঘৈণীয়েক বন্তোৱে অৰ্জ্জুনৰ বিষয়ে পৰস্পৰে একো কথা নেপাতিলে। কথা পাতিবই বা কি? কঠাল চোৰৰ এঠাই সাক্ষী। সি এটুপী ধৰি আহিছে।

গিন্দৰৰ বাহিৰা ঘৰটোত অৰ্জ্জুনৰ লগত বহি চেৰাপ খাই থকা মানুহটো আন কোনো নহয়, গিন্দৰৰ চুবুৰীয়া প্ৰীতম। সেইটোৱে প্ৰীতম, যাৰ ঘৈণীয়েক নন্দ কৌৰ; নন্দ কৌৰৰ লগত গিন্দৰৰ ঘৈণীয়েকৰ হলি-গলি। হৰনামীয়েও প্ৰীতমৰ লগত চুপতা-চুপতি কৰে। দেওৰেক সম্বন্ধীয়া নহয়। প্ৰীতমে উত্তৰো দিয়ে। কিন্তু নিজৰ মাইকীজনী কাষত থকা কাৰণে সঙ্কোচো কৰে। কেতিয়াবা তাই অকলে পালেও আমনি কৰে।

গিন্দৰে মদ নেখায়। সিদিনা সি বাহিৰা ঘৰটোত নাছিল। চুবুৰীয়া হেতু নিজৰ ঘৰ যেন ভাবি দুয়ো তাত বহিলগৈ। প্ৰীতম আৰু অৰ্জ্জুন ল'ৰালিৰ বন্ধু। একেলগে খেলা-ধূলা কৰা। লগলাগি দুষ্টালিও কৰিছিল। কাজিয়াও কৰিছিল, কিন্তু বন্ধুত্বত বাধা

নপৰিছিল। বয়স উথলি উঠাৰ লগে লগে কেতিয়াবা কেতিয়াবা এঢোক-দুঢোক পিবলৈও লৈছিল। খালেও একো লদা গুৰ খাই কোনেও গোন্ধ নোপোৱা কৰিছিল। প্ৰীতমৰ বিয়া হৈ যোৱাৰ পিছত সিহঁত লগ খালেও অলপ-চলপ মদ খায়। সেই ৰাতি অৰ্জ্জন ঘৰলৈও নেযায়। সেই পৰ্য্যন্ত তাৰ মাকো জীয়াই আছিল। তাৰ পিছতো সি ককায়েকৰ সন্মান বচাই চলিছিল। কিন্তু আজি সি সিদ্ধান্ত কৰি পেলালে যে মদ খাই লৈহে সি ঘৰলৈ গৈ ৰুটি খাবগৈ। নিজৰ ঘৰতহে শুবগৈ। ককায়েকলৈ সি কিহৰ ভয় কৰিব? বৌৱেকজনীলৈতো তাৰ ভয় কৰাৰ কাৰণ নাই।

সিদিনা গিন্দৰৰ বাহিৰা ঘৰত মদ খাই থাকোতে প্ৰথমে খেতিৰ কথাকে পাতি আছিল। পাছত প্ৰীতম আৰু নন্দ কৌৰৰ কথা ওলাল। অৰ্জ্জনে বন্তো বৌৱেকৰ কথাও ক'লে। তাৰ পিছত প্ৰীতমে গিন্দৰৰ পত্নী হৰনামীৰ কথা আৰম্ভ কৰিলে—"দোস্ত অৰ্জ্জন, মাইকী অৱশ্যে গিন্দৰৰ। তাই বেটীৰ চকুহালে হ'লে কলিজা উলিয়াই আনে দেই। চুপতিও যিদৰে কৰে অঘৰী এজনীৰ দৰে, জানিবা হাড়তহে ছুৰী বহুৱাই দিছে। মানুহক ক'বলৈ লায়ক কৰি নথয় নহয়।"

"আচ্ছা! তেন্তে কথা-বতৰা পতাই দিয়া। চাই লওঁ তাইকো।" অৰ্জ্জনে ওঁঠ চেলেকিবলৈ ধৰিলে।

"চাই ল'ম। আহিবা কেতিয়াবা। আমাৰ ঘৰতে বহিম। দুই এঢোক খাইও ল'ম।"

"তোমাৰ ঘৰলৈ তাই কি কৰিবলৈ আহে?"

"কি কৰিবলৈনো আহিব? ওচৰ-চুবুৰীয়া। নন্দ কৌৰৰ ওচৰলৈ আহিয়ে থাকে।"

"নন্দ কৌৰে তোমাৰ গালৈ জোতা দলিয়াব নুখুজিবনে?"

"জোতাৰ প্ৰশ্নটো আনিছা কিয়?" তোমাক দেখুৱাবহে লাগে! যাবলৈ দিয়া, দু-আষাৰ কথাও পাতিব পাৰা।"

"পৰ-পুৰুষেৰে কথা পাতিব জানো তাই?"

"অঁ, এতিয়া তাই খোলা মনেৰে কথা পাতে। চাবা, হয়নে নহয়?"

"তুমি জোকাই চাইছানে কেতিয়াবা?"

"মই? মোকতো তুমি জানাই। মোৰ সাহস নাই। এইক্ষেত্ৰত মই তেনেই মাটি-ভালুক। হাঁহি-ধেমালি যিমানে নকৰো লাগে, তেনে কাম মোৰদ্বাৰা নহ'ব দেই। ইফালেদি মোৰ কোনো দৰকাৰো নাই। মোৰ নন্দ কৌৰ জীয়াই থাকোতে।"

"ঠিক আছে, তেন্তে মোৰ লগতে চিনাকী কৰি দিয়া। চাওঁ।" অৰ্জ্জনে জোতাৰ আগটোত ভৰ দি বহি ৰ'ল।

"আৰে, তুমি ভালকৈ নবহা কিয়? তুমি কৈছা যেনেকৈহে, যেন এতিয়াই গুৰৰ লাৰুটো মুখত ভৰাবা। এইটো এতিয়াই সিজা কাম নহয়। বাৰুকৈয়ে পৰিশ্ৰম কৰিব লাগিব।"

সিদিনা গিন্দৰৰ বাহিৰা ঘৰটোত মদ খাই থাকোতে সিহঁতে হৰনামীৰ কথাকে পাতি আছিল। প্ৰীতমে তাক সম্পূৰ্ণ সাজু কৰি তুলিছে।

পিছদিনা পুৱা দুপৰলৈকে শুই বিচনা এৰিলে। গোটেই পৰিয়ালে চাহৰ পৰ্ব শেষ কৰিলে। সি হৰদিওক নাম ধৰি মাত দিলে। হৰদিওই চাহ খাই কেতিয়াবাই লগৰীয়াৰে খেলিবলৈ ওলাই গ'ল। সি দুনাই মতে লগালে। বন্তোৱে মাত দিলে—"সাৰ পালা হবলা, দাইটি? কি ক'ব খুজিছা কোৱা।"

"চাহ" সি ইমানকে ক'লে। সি এতিয়াও মূৰটো হাতেৰে খামুচি ধৰি বহি আছে।

"আৰু দুই মিনিট ধৈৰ্য্য ধৰা। ম'হজনীলৈ ঘাঁহকেইডাল কাটি লওঁ। তাৰ পাছতে চাহ দিমহি।" বন্তোৱে তাৰ কাষ চাপি, মূৰৰ চুলিত আঙুলি বুলাই ফণিওৱাৰ দৰে কৰি থৈ গ'ল।

## ৫

আবেলিতে অৰ্জ্জনে ঘৰুৱা চুলাই মদৰ বটল লৈ আহিল। সোৱাদ ল'বলৈ সি এবাটিমান ঘৰতে খায়ো ল'লে। বঢ়িয়া মদ। অলপ নিচা লগা যেন অনুভৱ কৰি আৰু এবাটি খাই ল'লে। বটলটো মোনাত ভৰাই সি প্ৰীতমৰ ঘৰৰফালে ওলাই গ'ল। প্ৰীতম খেতি-পথাৰৰপৰা উলটিছিলহে। গৰম পানীৰে হাত-ভৰি ধুই আছিল। আহিন মাহ, জাৰো যথেষ্ট পৰিছে। দীপাৱলী অলপতে হৈ গৈছে। ঘেঁহুৰ গজালি ওলাইছে। পানী যোগান আৰু নিৰোৱা কামৰ বাহিৰে জাটহঁতৰ পথাৰত কৰিবলগা কাম একো নাছিল। সেইদিনা প্ৰীতমে ঘেঁহুডৰা নিৰাই আহিছিল। আবেলি চাহ খোৱা পৰতে এই কাম শেষ কৰিলে। খেৰৰ মুঠা বান্ধি, সৰু-সুৰা খৰি দুডালমানেৰে ভাৰখন লৈ সি ঘৰ সোমাইছেহি।

দুৱাৰ মুখত আধা সোমোৱা হৈয়ে অৰ্জ্জনে কাহ মাৰি জাননী দিলে। প্ৰীতমে মাততে ধৰিব পাৰি আনফালে ভগা জাতখনৰ পাতছটাত ভৰি ধুই থকাৰ পৰাই ক'লে—'অ' হেৰা, আহা, এইফালে আহা।"

"জেঠাইটি ভালনে?" অৰ্জ্জনে সুধিলে।

"আছো বোপাই। তোৰ খবৰ কি? ককায়েৰ—বৌৱেৰক কামবনত সহায় কৰনে নাই, নে দিনৰ দিনটো ধিতিঙালি কৰিয়ে কটাৱ?" প্ৰীতমৰ মাকে হাঁহিৰ ছলেৰে সুধিলে।

"বৌৱেকক পুৱা পানীৰ যোগান ধৰে।" নন্দ কৌৰে অৰ্জ্জনে উত্তৰ দিয়াৰ আগতে মাত দিলে।"

"পানীতো তোমাকো যোগাব পাৰো, নন্দ কৌৰ! বিনা পইচাই মজুৰি কৰা মানুহ মই। হুকুম দিয়ক বৌদেও।" অৰ্জ্জনৰ কথা শুনি শাহু-বোৱাৰী দুয়োৱে হাঁহিলে আৰু

শাহুৰেকে বোৱাৰীয়েকক ক'লে—"বেৰত আওজাই থোৱা খাটখনকে অৰ্জ্জনক পাৰি দে।" অৰ্জ্জনে ক'লে—"নেলাগে জেঠাই, আমি বহাকোঠাতে বহোঁগৈ। গিলাচ এটা আৰু পানী এঘটি আমাক দিবা।"

নন্দ কৌৰে পানীঘটি গিলাচেৰে সৈতে কোঠাত থৈ আহিলগৈ।

গামোচাৰে মুখ মুচি মুচি প্ৰীতম বহা কোঠালৈ যাব খোজোতেই নন্দ কৌৰে চকু পোন্দোৱাকৈ ধৰিলে!

মাকে ক'লে—"প্ৰীতম সি এটা ফকীৰ। তয়ো দেখিছো তেনে হ'ব খুজিছ, সিয়ান হ দেই।"

"সি জানো সদায় আছে? নেজানো আজি সি কেনেকৈ ওলালহি। ভৱিষ্যতে নাহে দিয়া" প্ৰীতমে শাহু-বোৱাৰীক সৈমান কৰোৱাৰ চেষ্টা কৰিলে।

প্ৰীতম কোঠাত সোমোৱাৰ লগে লগে অৰ্জ্জনে ক'লে—"শ্ৰীমতীলৈ বৰ ভয় কৰা যেন পাওঁ! জোতালৈ যদি ভয় কৰিছা তেনেহলে উঠিয়েই যাওঁ দিয়া। "সি টিপয়খনত থোৱা মদৰ বটলটো লৈ যাবলৈ ওলাল।"

প্ৰীতম ক'লে—"যোৱা ক'লৈহে অঘৰী বোপা! সেইবোৰ আনকথাহে পাতিছিলো। ঘৰুৱা কথা। মোৰ ঘৰ, তুমি বহা দোস্ত! মোকনো কোনে কি ক'ব পাৰে?"

হালেই খোৱাত লাগিল। এন্ধাৰ হলহি। নন্দ কৌৰে লেমটো জ্বলাই আনি কোঠাত থৈ গ'লহি। সেই পৰ্য্যন্ত দুবাটিকৈ দুয়োৰে পেটত সোমাইছে। লোটাৰপৰা পানীৰ গিলাচ ভৰাই লৈ মদ খোৱাৰ পাছত একোঢোকাকৈ পানীও খালে। মদৰ বাটি আওখালি আকৌ একোঢোককৈ গিলে। তাৰ পাছত আমৰ আচাৰৰ চকলটো চুপিবলৈ ধৰে। অৰ্জ্জন সম্পূৰ্ণ ৰঙাঘোঁৰাৰ ওপৰত। শেষত সি গিন্দৰৰ ঘৈণীয়েকৰ কথা আৰম্ভ কৰিলে। প্ৰীতমে কলে—"বলা তালৈকে যাওঁ, কি কোৱা? গিন্দৰো পথাৰৰপৰা আহিল চাগে। ঘেহুৰ কথা পতাৰ ছলতে তুমি ভুমুকিয়াই চাবও পাৰিবা।"

দুয়ো বাটিত আকৌ মদ বাকি ল'লে। এনেতে গিন্দৰৰ মাইকী হৰনামী কোঠাৰ আগেদি পাৰ হৈ যোৱা প্ৰীতমে দেখিলে। "হেৰা, ভালেই হ'ল দিয়া, তাই আহিলেই। এতিয়া তাই এখন্তেক নন্দ কৌৰৰ লগত বহি কথা পাতিব। আৰু অলপ ধৰি লোৱা, পি লোৱা। তাৰ পিছতে বিবিজীৰ ওচৰলৈ যোৱা হ'ব। তুমি বিবিজীৰে কথা পাতিবা। তাই নিজেই আৰম্ভ কৰিব অকণো লাজ নকৰে।"

অলপ অলপ পি লৈ বহাকোঠাৰপৰা উঠি চোতালেদি গৈ দুয়ো ছাদৰ তলৰ চৌকাৰ কাষত বহি থকা মহিলা তিনিগৰাকীৰ ওচৰ চাপিলগৈ। প্ৰীতমে ক'লে—"মা, মহাৰাণী গৰাকী হৈ বহি আছা যে!"

"হেৰ বোপাই! ম'হজনী মই দুবাৰ ভুমুকি মাৰি চাই আহিলো। গাত হাত দিবলৈকে নিদিয়ে। জানো কি হল, তেল ফটা জনীৰ? ভাবিছো, গোন্দীবাপুৰ ওচৰলৈ গৈ পানী জৰাই আনোগৈ," মাকে চিন্তিত ভাৱেৰে ক'লে।

"এৰা, পানী-কাটি আনি খুওৱাটো এটা বদ অভ্যাস হৈ পৰিছে, মা, আনা তথাপিও। এন্ধাৰত কুকুৰে ভৰি বখলিয়াই পেলাব চাবা। লেমটো লৈ যোৱা।" প্ৰীতমে ক'লে।

"এৰা যাওঁ তেনেহলে," বুঢ়ী উঠি বহাকোঠাৰ ফালে যাওঁতে কৈ গ'ল—"তহঁত উঠিলি কিয় ?"

"বচ এনেয়েহে। ডাইল-চাইল কি ৰান্ধিছা, সুধিবলৈ আহিলো, বাহিৰত ল'ৰাহঁতৰ লগতে এক চক্কৰ মাৰি আহোঁগে আমিও।" প্ৰীতমে ফাকি মাৰিলে।

বুঢ়ী ঘৰৰপৰা বাজ ওলাবলৈহে পালে, দুয়োটা ছাদখনৰ কাষতে খাটিয়া পাৰি বহি ল'লে। ছাদৰ তলত মিঠাতেলৰ ঢকি এগছ জ্বলি আছিল। প্ৰীতমে হৰনামীক জোকালে—"তুমি কিবা ওফোন্দ পাতি থকা যেন পাওঁ হৰনাম কৌৰ!"

"শাক অলপ ৰান্ধিছিলো, তাৰে অলপ লৈ আহিলো। বুঢ়া আৰু মই ৰুটি খালোৱেই। তেওঁ আকৌ এতিয়ালৈকে পথাৰৰপৰা ওভতাই নাই।" হৰনামীয়ে ক'লে।

"পথাৰত ইমান পৰলৈকে কি কৰি আছেনো ?" প্ৰীতমে ক'লে।

"ঘেঁহু তলিত কোৰ মাৰিবলৈ গৈছিল। শেষ কৰিহে ঘূৰি আহিব যেন পাওঁ-মোৰ জানটোৱে।" হৰনামীয়ে ক'লে।

নন্দ কৌৰে মাজতে মাত দিলে—"এওঁ অৰ্জ্জনচোন বান্দৰটোৰ দৰে বহি আছে—মুখ ওফোন্দাই।"

"নহয়, শুনি আছো। মই আকৌ ককাই-বৌৰ চিঞৰা-চিঞৰি এখন চাবলৈ বাট চাই আছিলো।" অৰ্জ্জনে হাঁহি হাঁহি ক'লে।

"এনেকৈ দিন কটাব নেলাগে, বিয়াখনকে পাতি পেলোৱা।" নন্দ কৌৰে যেন শেষ কথা শুনাই দিলে।

"দিন কটোৱাটো কি কথা! বৌসকল যেতিয়া জীয়াই আছে।" অৰ্জ্জনে উত্তৰ দিওতে তাৰ মনৰ কোণত লুকাই থকা বেদনাও ফুটি উঠিল।

"বৌৱেকহঁতৰ তুমি হোৱাই বা কোন? এইটো ক্ষন্তেকীয়া মেলা মাত্ৰ। দেহা থাকোতেই বেহা কৰা। দুবেলা দুটুকুৰা ৰুটি পাই থাকিবা, নহলে কৌনোবা দিনা হুঁ! কথা সাংঘাতিক হৈ উঠিব, বাকী বুজিলে বুজা, নুবুজিলে যুঁজা...।" নন্দ কৌৰে কৈ বুজনি দিলে।

প্ৰীতমে এতিয়া গহীন হৈ ক'লে—"তুমি আনাচোন বাৰু, এওঁ কি আপত্তি কৰিব? ক'ৰ ছোৱালী, কি কথা? নাই, এনেয়ে কৈছা!"

"ককায়েৰৰ শপত, মই মিছাকৈ কোৱা নাই। মলুকা কেই খোজৰ বাট। মই পুৱাই উঠি যাব পাৰোঁ।"

"কাৰ কথা কৈছা তুমি।" প্ৰীতমে শুধিলে।

"আমাৰ সুৰজিতৰ।"

"কোন সুৰজিৎ?"

"হুঁ, এতিয়া নজনাই হ'লা? মুকুন্দ মোৰ দাইটি নহয় জানো? মুকুন্দৰ ঘৈণীয়েক সন্তোৰ ভতিজাক সুৰজিৎ। মলুকাতে থাকে। দাইটিৰ আকৌ ল'ৰা-ছোৱালী নাই। তেৱেঁ তুলি ল'লে আৰু তাতে বিয়া দিব। সন্তী-খুৰীয়ে মোৰ কথা নেপেলায়?" নন্দ কৌৰে খোপনি লৈ কথাখিনি ক'লে।

"তেন্তে ভাই, চব ঠিক আছে। কোনো কথা নাই, তোমাৰ লগত কথা পাতিম; বৌৰ লগতো।" অৰ্জ্জনে উশাহ সলালে আৰু একেথৰে হৰনামীক চাবলৈ ধৰিলে। লাহেগৈ ক'লে—"এইগৰাকী বৌৰ পৰাও এষাৰ শুনি লওঁ। এওঁকো অলপ 'টাইম' দিয়া। এনেকৈ বহি থাকিব নেকি বেচেৰী!"

"প্ৰথমে এওঁলোকৰখিনিকে শেষ হ'বলৈ দিয়া। দেওৰেকৰ ঘৰ পাতিব খুজিছে।" হৰনামীয়ে এপলক নন্দৰ ফালে চাই অৰ্জ্জনৰ চকুত চকু মিলালে।

"তুমি মোৰ কথাখিনি উৰুৱাই দিলা, নহয়?" নন্দ কৌৰে নিজৰ কথাখিনি আৰু আগবঢ়াব খুজিছিল।

এনেতে বুঢ়ী লোটা লৈ আহি পালেহি। লেমৰ পোহৰত হৰনামীয়ে দেখিলে—ডেকাৰ গাল দুখন বেছ মঙহাল। গলধন দীঘল, হাত বগা। আঠুৰ তলচোৱাও বেছ শকত। ভৰিৰ সৰু গাঁঠি সৰু। বুকু গধুৰ আৰু কান্ধ দুখন বহল-আহল। হৰনামীয়ে ভাবিলে এওঁৰ দেহাই ধন-সম্পত্তি।"

"পুণ্য অৰ্জ্জণ কৰি লোৱা বাইদেউ, কোনোবা জাত-কুলৰ জীয়াৰী আনি দি। এনে ল'ৰা লাখৰ মাজত এজনহে ওলাব..." নিজৰ ঘৰলৈ যাওঁতে হৰনামীয়ে নন্দ কৌৰক কৈ গ'ল।

অৰ্জ্জনে এখন হাতেৰে মোচত তাও দি আছিল, দৰ্জ্জাৰ তক্তা কেইচটাৰ ওচৰ পোৱা পৰ্য্যন্ত তাৰ চকু হৰনামীৰ ওপৰতে স্থিৰ হৈ আছিল।

পুনৰ দুয়োজন উঠি আহি বহা কোঠাত বহিলহি আৰু মদ খাবলৈ ধৰিলে।

ম'হজনীয়ে খীৰাবলৈ দিলে। গাখীৰৰ বাল্টিটো আনি চাং পতা তক্তাখনত থৈ বুঢ়ীয়ে নন্দ কৌৰক সুধিলে—"ল'ৰাহঁতৰ লগত কি কথাৰ মহলা মাৰি আছিলি?"

"অৰ্জ্জনক সুধি চাইছিলো। মোৰ দাইটি মুকুন্দৰ খুলশালীয়েকৰ জীয়েক সুৰজিৎ তাতে থাকে নহয়, আমাৰ গাঁৱতে-তাইৰ কাৰণে?" তাই ক'লে।

বুঢ়ীয়ে সুধিলে—"অৰ্জ্জনে পিছে কি ক'লে?"

"কওঁতে তেনে একো নক'লে। সাঁথৰৰ দৰে উত্তৰ দিলে, একো জানিবলৈ নিদিলে।"

"তই বোৱাৰী কিবা অঁজলা যেনহে পাওঁ। তোক কৈছো শুনিবিনে? যেয়ে যিমান জোৰ নিদিয়ক, বৌৱেকে তাৰ বিয়া নাপাতে।" বুঢ়ীয়ে ৰহস্যৰ কথা ক'লে।

"কিয় মা।"

"বস্তোক কোনে নেজানে? তাই ল'ৰা কিটাৰ কাৰণে কুৰি বিঘা মাটি এক কৰি

ৰাখিব লাগিব বুলি জানে। বন্তোৱে তিনিও কাল তাক এটা চৌকাৰ কাষতে জীৱনভৰ ৰাখি থ'ব চাবি।" শাহুৱেকে খাৰাংখাচ কৈ দিলে।

নন্দ-কৌৰৰ কাণ খোল খালে। তাই এইবিলাক জনা নাছিল।

"বিয়াখন পতা কোনো কথা নহয়। এইটো ল'ৰাৰ বিয়া নহ'লহেতেন জানো? দহবিঘা মাটিৰ গৰাকী সি। ছোৱালী যচা মানুহ উৰিউৰি আহি আছে। কমেও দহ ঘৰ জাত আহিছে ছাগে। কিন্তু বন্তোৱে কিবা কথা দিছে জানো বা ঝগুৱেই কিবা কৈছে! এই কথা ল'ৰায়ো নজনা নহয়, কিন্তু কি কৰিব বেচেৰাই! তাৰ বুদ্ধি নষ্ট হ'ল। বন্তোৱে তাক শিকলিৰে বান্ধি ৰাখিছে।" বুঢ়ীয়ে নিজৰ বোৱাৰীয়েকৰ আগত অৰ্জ্জনৰ হৈ লোতক বোৱালে।

বটল খালী হ'লত দুয়ো তাৰপৰা উঠিল আৰু ভাও ধৰি গিন্দৰৰ দুৱাৰ মুখত হাজিৰ হ'লগৈ। প্ৰীতমে খালী বটলত পানী ভৰাই অৰ্জ্জনৰ হাতত দি থৈছিল। দুৱাৰ মুখৰ পৰাই প্ৰীতমে গিন্দৰক মাত দিলে। সি ৰুটি খাই উঠিছিলহে আৰু বাপেকৰ লগত কিবা ওখনা-ওখনি কৰি আছিল। হৰনামীয়ে চৌকাৰ কাষত বহি বাচন মাজি আছিল। গিন্দৰে চোতাল ওলাই কোন বুলি মাত দিলে।

"তুমিতো ভাই কাকো চিনি নোপোৱা! বাৰু পিছে—কোৰ মাৰি শেষ কৰিলা?"

সিহঁতে ঘেঁহুখেতিৰ কথা পাতি থাকোতেই ভিতৰৰপৰা বুঢ়াই প্ৰীতমক মাত দি উঠিল।

"কি কেহৰ দাইটি! তুমি ভিতৰতে আছা হ'বলা?" প্ৰীতমে উচ্চ স্বৰেৰে ক'লে।

"হেৰ' বোপাই, মোৰ ঠাই এইডোখৰেই। তই কচোন! গিন্দৰে মোৰ লগত কাজিয়া কৰিছে। মই ক'লো বোলো—একে দিনাই বেৰি পেলাবি। ম'হজনীয়ে চিঞৰি আছে। কোনেও তাইক দানাও দিয়া নাই, খীৰোৱাও নাই। বোৱাৰীকে যদি খীৰাবলৈ শিকালেহেঁতেন। সিয়ে খীৰাব লাগে। কেতিয়াবা মিটিৰ-কুটুমৰ ঘৰলৈ, গাঁও-হাট ফুৰিবলৈ যাব লাগে মানুহে..." কেহৰ সিঙে বলকি যাবলৈ ধৰিলে।

দুয়ো বুঢ়াৰ কাষত বহিলগৈ। সিহঁতক কথা পতা দেখি গিন্দৰে ম'হজনীৰ আগত দানা দিলে, ওপৰত জোৱাৰ আৰু বুটৰ দানাও ছাটি মাৰি দিলে। তাই খোৱাত লাগিল আৰু সি খীৰাবলৈ যা-যোগাৰ কৰিলে।

সৰু বাটি দুটাত শাক ভাজি গৰম কৰি আৰু ওপৰত মাখন বাকি হৰনামীয়ে সিহঁতৰ হাতত তুলি দিলেহি; চামোচো দিলে। পানীৰ লোটাটো দিবলৈ আহোঁতে প্ৰীতমে বুঢ়া কেহৰৰ লগত কথা পাতি থকা দেখি, লোটাটো থওঁতেই অৰ্জ্জনে নিজৰ হাত হৰনামীৰ হাতত লগাই দিলে। একো নক'লে তাই, বৰঞ্চ যাওঁতে লোটাৰ পানীত আঙুলি জুবুৰীয়াই তাৰ মুখত পানী মাৰি থৈ গুছি গ'ল।

কথা পাতি পাতি দুয়ো ভাজিখিনি খালে। লোটা-বাটি থোৱা ঠাইতে থাকিল। বটলত পানী এইকাৰণেই ভৰাই আনিছিল যে গিন্দৰক যাতে ভুলাই পেলাব পাৰে।

প্ৰীতমে জানে—গিন্দৰে নিজে যি নাখায় লোককো নুখুৱায়। কিন্তু নাটকৰ অভিনয় অৰ্জ্জনে কৰিব লাগিব। নাটক কৰিবলৈ দৰ্কাৰেই নাথাকিল। দুয়ো উঠি আহি চোতাল পালেহি।

"যোৱাই নেকি?" গিন্দৰে সুধিলে।

"নগৈ আৰু কি! তুমিতো কথাই নেপাতিলা। কামতে লাগি থাকিলা।" প্ৰীতমে বেঁকাকৈ ক'লে।

"খীৰোৱা সময় পাৰ হ'ল। পথাৰৰপৰা অলপ আগতে পাইছোহিহে।" হৰনামীয়ে ক'লে।

"তুমি নিখীৰোৱা হ'বলা?" প্ৰীতমে উৎসাহেৰে সুধিলে।

"নাই, মইতো কেতিয়াবা...।" তাই হাঁহি দিলে।

"বাহৰে বাহ! জাটৰ ছোৱালী হৈও..." যাওঁতে প্ৰীতমে কৈ গ'ল।

৬

শাহু-বোৱাৰী ৰাতিটোহে নিমাতে ৰ'ল, কিন্তু পুৱাই যেতিয়া প্ৰীতম বহা-কোঠাৰপৰা উঠি আহিল, দুয়ো প্ৰীতমৰ ওপৰত উবুৰি খাই পৰিল। নন্দই ক'বলৈ ধৰিলে—"সি হ'ল এটা মস্ত গুণ্ডা। ঘৰবাৰীও এৰিলে সি। নাই তিৰী, নাই গিৰি। তুমিও তাৰ দৰে হ'ব খুজিছা নেকি? তাৰ লগত তোমাৰ এইবোৰ কি হলি-গলি! সদাই মদৰ আড্ডাত বাহিবলৈ লৈছা।

মাকে ক'লে—'বোপাই, ওচৰ-চুবুৰীয়াৰ কথা। চুবুৰীয়াসকলো আই-বোপাই, ভাই-ভনীৰ দৰে। মদ খাই সিহঁতৰ ঘৰলৈ কি দৰ্কাৰত গৈছিলি। কিমান যে বেয়া, আপত্তিজনক কথা পাতিলি ঠিক নাই।"

আকৌ নন্দ কৌৰে সাৱধান কৰি দি ক'লে—"খবৰদাৰ, যদি আগলৈ তাক আমাৰ ঘৰলৈ মাতা!"

মাকে বুজাবলৈ ধৰিলে—"চা বোপাই, আগলৈও মান-সন্মান বুলি কিছু আছে। তইতো অজলাই। সি তাহাঁতৰ ঘৰলৈ কিয় গৈছিল আৰু তোক বা কিয় লৈ গৈছিল? যদি কিবা বেয়া এটা ঘটি গ'লহেঁতেন তেন্তে তই অনাহকতে ধৰা পৰিলিহেঁতেন। ঘৰলৈ মাতি আনি কেলেহুৱা একোটাক মদ খুওৱা ভাল কথা হোৱা নাই—বোপাইঅ'। তই হলি বিবাহিত পো। তাৰ কি আছে—ঘৰ-সংসাৰ এৰা ফকীৰ এটা। আগলৈ ভাবি-চিন্তিহে খোজ পেলাব লাগে। তোক বতাই ক'লো...।"

শাহু-বোৱাৰীৰ কথা প্ৰীতমৰ গাত লাগিল। সি ভাবিলে—কালি অৰ্জ্জনক গিন্দৰৰ

ঘৰলৈ লৈ যোৱাটো তাৰ ভুল হৈছিল। এই কামটোৰপৰা তাৰ লাভ হ'ল কি! অৰ্জ্জনৰ লগত কেতিয়াওঁ আৰু মদৰ বন্ধুত্ব নগঢ়ে। সি সিদ্ধান্ত কৰিলে—আজিৰপৰা সি অৰ্জ্জনক মদ খাবলৈ ঘৰলৈ নেমাতে আৰু তাৰ লগত হৰনামীৰ বিষয়েও একো নুলিয়ায়। হৰনামীৰ বিষয়ত সি: উচটনিও নিদিয়ে। গিন্দৰৰ ঘৰলৈ যোৱাৰ এতিয়া প্ৰশ্নই নুঠে। চুবুৰীয়া মামলা—ইয়াত তাৰ কি লাভ হ'ব—পাকত পৰাৰপৰা। অৰ্জ্জনৰ লগত হৰনামীৰ বন্ধুত্ব কৰাই দি সি পাবইবা কিটো। সিদিনা গিন্দৰৰ বাহিৰা ঘৰটোত সি মদৰ নিচাত হৰনামীৰ কথা উল্লেখ কৰিলে। কালি ৰাতি অৰ্জ্জনক গিন্দৰৰ ঘৰলৈ লৈ গৈ সি বৰ ভুল কাম কৰিলে। হৰনামী যিয়েই নহওঁক, সি কিন্তু গিন্দৰ আৰু বুঢ়া কেহৰ সিঙৰ বিষয়ে অলপ ভাবি চোৱা উচিত আছিল। যোৱা ৰাতি তাহাঁতৰ ঘৰলৈ মদপী হৈ যোৱাত সিহঁতে চাগে কিমান গালি পৰিছে। সেই সময়ত নিজৰ ঘৰতো নকবনেকি? দদাই কেহৰ সিঙে নিশ্চয় কেতিয়াবা ক'বই, খোলাখুলিকৈ হয়তো নক'ব পাৰে। প্ৰীতমে ভাবিলে সি অৰ্জ্জনক বাহিৰতে লগ ধৰিব। তাৰ লগত থকা বন্ধুত্ব সি ৰাখিব, কিন্তু আঁতৰে আঁতৰে। সি তাক কৈ দিব—এতিয়া ভাই তোৰ কথা তই জান মোক তাৰ মাজত নুসুমুৱাবি। মই গৰিব মানুহ, মাজত সোমাই অনাহকতে মৰিব লাগিব। অৰ্জ্জনক সি নিজেই কৈ দিব যাতে সি হৰনামী বিষয়ত আৰু আগ নাবাঢ়ে। সেইদিনা সি এনেয়ে ধেমালি কৰাৰ উদ্দেশ্যেৰেহে গিন্দৰৰ বাহিৰা ঘৰটোলৈ গৈ হৰনামীৰ কথা উলিয়ালে আৰু ধেমালি কৰাৰ মানসেৰে ঘৰত মদ খাই লৈ তাহাঁতৰ ঘৰলৈ গৈছিল। বচ্, এদিন স্ফূৰ্তি কৰা হ'ল, হৈ গ'ল। ইয়াতকৈ বেছি আৰু নহ'ব। কিন্তু সৰল প্ৰীতমে জানে কি যে অৰ্জ্জনে সেইদিনাই কাঁইট পুতি থৈ আহিল। হৰনামীয়ে ঘটিত আঙুলি ভৰাই অৰ্জ্জনৰ মুখলৈ পানীৰ ছিটিকণি মাৰি কিবা অজান বীজ সিঁচি পেলালে।

তিনি কি চাৰিদিনৰ অন্তত সিহঁত পুনৰ লগ খালে। মানুহখিনিয়ে ৰ'দ লৈ আছিল। প্ৰীতমে তাতে কাঠ এডোখৰত বহি বাতৰি শুনি আছিল। চাৰি খোজ মান আঁতৰতে অৱসৰপ্ৰাপ্ত সৈনিক মিলখা সিঙে উৰ্দু বাতৰি এখন পঢ়ি বাতৰি শুনাই আছিল। দ্বিতীয় বিশ্বযুদ্ধ আৰম্ভ হৈছে। হিট্‌লাৰ আৰু চাৰ্চিলৰ নামটো গাঁৱত বিখ্যাত হৈ পৰিছে। পাঞ্জাৱৰ অসংখ্য লোক ইংৰাজ সৈন্যদলত ভৰ্তি হৈ দূৰ-দূৰণিৰ দেশত যুঁজ কৰিছেগৈ। সেইবিলাক দেশত চলি থকা যুঁজৰ খবৰ যেতিয়া ইয়াৰ বাতৰি কাগজত ছপা হৈ আহে তেতিয়া গাঁৱৰ চাৰি আলিৰ চুকত বহি মানুহবিলাকে বাতৰিবিলাক বৰ আগ্ৰহেৰে শুনে। তেতিয়া গাঁৱলৈ মাত্ৰ এখন কি দুখনহে বাতৰি-কাকত আহিছিল। ৰামপুৰা বজাৰৰপৰা কোনোজনে বাতৰি কাকত একোখন আনে। অৱসৰপ্ৰাপ্ত সৈনিক মিলখা সিঙেও বাতৰি এখন আনে।

প্ৰীতমে যেই অৰ্জ্জনক অহা দেখিলে, সি উঠি এফলীয়াকৈ তাক মাতি নি সকলো কথা বুজাই ক'লে। ক'লে—"ভাই, সেইদিনাৰ পৰাই আমাৰ ঘৰত কন্দল আৰম্ভ হৈছে। তুমি মাফ কৰিবা ভাই। মই তোমাৰ গোহালিৰ গৰু বুলিয়ে ধৰা, বেয়া নেপাবা।"

অৰ্জ্জনে অলপ সময় ভাবি ক'লে—"কিনো এনে কথা হ'ল প্ৰীতম? মই তোমাৰ ঘৰলৈ নেযাওঁ দিয়া। নন্দ কৌৰ আৰু জেঠাইটিক অনাহকতে অসন্তোষ নিদিওঁগৈ।"

"সেয়া, তোমাৰ খঙ উঠিলেই।" প্ৰীতমে ক'লে।

"খং কৰা নাই দোস্ত; মই সঁচাই কৈছো।" অৰ্জ্জনে হাঁহি কলে। "সেইদিনা মদৰ নিচাত আমাৰ জ্ঞান নোহোৱাৰ দৰে হৈছিল। গিন্দৰৰ ঘৰলৈ গৈ আমাৰ কিনো উদ্দেশ্য সাধন, হৈছে? মোৰ নিজৰো অনুতাপ হৈছে।"

এইখিনি কথা-বতৰা পাতি দুয়ো পেন্সনাৰৰ কাষত বহিলগৈ আৰু বাতৰি শুনিবলৈ ধৰিলে। চছমাযোৰেৰে জুপি পেন্সনাৰে ল'ৰাইতলৈ চালে আৰু বাতৰি পঢ়িবলৈ এৰি অৰ্জ্জনক ক'লে—"দেখিলানে ডেকা ল'ৰা; পাঞ্জাৱী ডেকাই যুদ্ধত কেনেকৈ শত্ৰুৰ থৰ-কাচুটি হেৰুৱাই দিব পাৰে?"

"কোন শত্ৰু?" অৰ্জ্জনে সুধি পেলালে।

"বাহ্‌ৰে ডেকা ল'ৰা। নেজান নেকি তই? ইংৰাজ জিকিছে, জাৰ্মানী হাৰিছে। জাৰ্মানী আমাৰ শত্ৰু।"

"আমাৰ শত্ৰু কেনেকৈ হ'ল দদাইদেউ? ইংৰাজৰ শত্ৰু হ'ব পাৰে।" ল'ৰাই সঁচা কথাই ক'লে।

"ভাই, ইণ্ডিয়াৰ জোৱানহঁতে ইংৰাজৰ হকে যুদ্ধক্ষেত্ৰত যুঁজ দিছে। ইংৰাজৰ শত্ৰু মানে আমাৰ শত্ৰু।"

"আমাৰ শত্ৰু ইংৰাজ, দদাইদেউ; যি জোৰ—জুলুমকৈ আমাৰ ওপৰত শাসন চলাইছে। আমি ইংৰাজৰ গোলাম। আমাৰ জোৱানহঁতক ইংৰাজে বলেৰে সেনাত ভৰাই লৈছে।" অৰ্জ্জনে ক'লে। সি মিলখী বনিয়াৰ দোকানত এইবোৰ কথা আলচ কৰি থকা শুনিছিল। যেনেকৈ শুনিছিল, তেনেকৈ কৈ দিলে। অৰ্জ্জনৰ কথাখিনি শুনি মিলখা সিঙে তালৈ বৰ মনোযোগেৰে চালে। তেওঁ একো নক'লে। গুণগুণাই তেওঁ বাতৰি পঢ়িবলৈ ধৰিলে।

সময় দুপৰীয়া। সেইদিনা প্ৰীতম পথাৰলৈ যোৱা নাই। অৰ্জ্জনেতো ঘৰে-বাহিৰে একো কামেই নকৰে। সি এটা মস্ত ফকীৰ। অ'ত ত'ত বহি কটায়। বেছিকৈ সাধুৰ বাহৰত। তাতো নহলে গাঁৱত চক্কৰ দি ন-ছোৱালীহঁতক জোপ লৈ চোৱা। লুকাই চুৰকৈ গাভৰু চৰ্চা কৰা তাৰ কাম। প্ৰীতম চ'ৰাঘৰতে বহি আছিল। অৰ্জ্জনে কি ভাবি আছিল জানো, তাৰপৰা উঠি ঘৰলৈ গুছি গ'ল।

প্ৰতাপৰ শ্যামোৱে তাৰ লগত খোলা কথা পাতে। ঘৰলৈ আহি চাহ খাই থাকোতে তাৰ মগজত এটা বুদ্ধি খেলালে। কিবা প্ৰকাৰে শ্যামোক সি মাজলৈ আনিব। একমাত্ৰ তাইহে দুয়োকে লগলগাই দিব পাৰিব। অৰ্জ্জনে গম পায় যে আগতে দুই-তিনিটামান ল'ৰাক তাই লগৰীৰে মিলাই দিয়াইছে। যদি কোনো ছোৱালী বা বোৱাৰীয়ে জোতাৰেও কোবায় তথাপি তাই লাজ নেপায়। বচ্‌, তাই খাবলৈ পালেই হয়। চেৰাপো খায়।

মাংসও খায়। টকাও লয়। চাহ খাই সি ঘৰৰপৰা ওলাল। আৰু প্ৰতাপৰ ঘৰ পালেগৈ। ল'ৰা দুটা আৰু প্ৰতাপো এই পৰ্য্যন্ত পথাৰৰপৰা ঘূৰি অহা নাই। বুঢ়ী চুবুৰীটোৰ কোনোবা এঘৰলৈ ওলাই গৈছিল। শ্যামো অকলে যঁতৰ ঘূৰাই বহি আছিল।

প্ৰথমে অৰ্জ্জনে চোতালত থিয় দি ৰ'ল। পাছত মন ডাঠ কৰি মাত লগালে—"বৌ দেউ, সৎশ্ৰী আকাল; জেঠাই গ'ল ক'লৈ, দেখা নাই।"

"আহা, বোপা অৰ্জ্জন; ক'ৰপৰা ওলালাহি? বুঢ়ী কাৰোবাৰ ঘৰলৈ ওলাই গৈছে, কোনোবা মৰাঘৰীয়াৰ ঘৰত মাত লগাবলৈ। বহা, পীৰাখনতে। থিয় হৈ আছা কিয়?" শ্যামোৰে পূৰা আদৰ দেখুৱালে।

"জেঠোও ঘৰত নাই হ'বলা? ল'ৰাহঁত একা?" অৰ্জ্জনে ইফালে সিফালে চাই ক'লে।

"আটায়ে পথাৰলৈ গৈছে।" শ্যামোৰে যতঁৰ ঘূৰাবলৈ ধৰিলে।

সি পীৰাখনত বহিল, ক'লে—"মই আকৌ সৈনিকৰ খা-খবৰ ল'বলৈ আহিছিলো। কিবা চিঠি-পত্ৰ আহিছেনে?"

"তোমাৰ সৈন্যজন আনতকৈ এখোপ চৰা। কালি চিঠি এখন পাইছো।" তাই ক'লে আৰু অৰ্জ্জনক মনোযোগেৰে চালে।

"পইছা-পাতি ঘৰলৈ পঠিয়ায়নে, নাই চব পইছা তাতে উৰাই দিয়ে?"

"পাঁচ-ছমাহমানৰ মূৰত মণি-অৰ্ডাৰ একোখন আহে—শ, আঢ়ৈ কুৰি মানৰ। নহলে ছুটীত ঘৰলৈ আহিলে গোট খোৱা পইছাখিনি লৈ আহে। অৰ্জনশীল পুতেক। আনৰ দৰে গাঁৱলৈ আহি মদ খাই নুফুৰে। কেতিয়াবা তেওঁক মদ খোৱা দেখিছা জানো?"

"মদ খোৱাত আমি হ'লে পিছপৰা লোক নহওঁ বৌদেউ? কৈয়ে সি হাঁহি দিলে।"

"তুমি কেনেকৈ জানিলাহে?" তাই চকুৰে হাঁহি ক'লে।

"মই জানো কাৰণেহে কৈছো...মই শুনিছো।"

"চব মিছা কথা...যেয়ে যি নকওঁক লাগে...।"

"নহয় বৌদেউ...।" অৰ্জ্জনে সোনকালে তাৰ অহাৰ উদ্দেশ্যটো কৈ পেলাব খুজিছিল। কিন্তু তাৰ সংকোচ হ'ল।

আৰু শ্যামোৰে তাক নিজেই সুধি পেলালে—"তুমি কিয় আহিলা তাকে নোকোৱা কিয়? আগতে সৈনিকৰ খবৰ কৰিবলৈ কেতিয়াও অহা নাছিলা?"

"নহয় শ্যাম কৌৰ, কথা বিশেষ নাই।" সি এতিয়াও ক'বলৈ সংকোচ কৰি ৰ'ল।

"নহয়, তুমি জল্‌দি কোৱা, বুঢ়ী ওলাবহিয়ে এতিয়া।" শ্যামোৰে উৎসুকতা দেখুৱালে আৰু যঁতৰত সূতা উলিয়াবলৈ ধৰিলে।

অৰ্জ্জন পীৰাৰপৰা উঠিল। সি যঁতৰত হাত দি ঘূৰোৱা বন্ধ কৰিলে। দহটকাৰ নোট এখন সি শ্যামুৰ কোচত ভৰাই দিলে আৰু কৰযোৰ কৰি থিয় হ'ল। এটা ভৰি দাঙি আনটো ভৰিত ৰাখিলে। গোটেই গাৰে ভৰ এতিয়া এটা ভৰিৰ ওপৰত। শ্যামু

নির্জীৱ যেন হৈ বহি ৰ'ল। কোচৰ নোটখন ঘূৰাই দিব খোজাত সি কৈ উঠিল—"এইখন ৰাখা বৌদেউ।"

"তেন্তে কথা কি নোকোৱা কেলৈ, কি বিচাৰিছা?"

সি তাইৰ সন্মুখত বহিল আৰু যঁতৰৰ চকাটোত হেঁচা দি, জোতাৰ আগ দুটাৰে মাটিত ভৰ দি ৰ'ল। পাছত কেহৰ সিঙৰ বোৱাৰী হৰনামীৰ কথা উলিয়ালে।

৭

ঝগুৰ ঘৰৰ পিছফালে এটা কোঠা আছিল। কোঠাটোৰ এখন দুৱাৰ পিছফালে খোলা থাকে। সেইফালে আৰু ঘৰ নাই, এটা বোৱতী নলা আছে। নলাৰ কাষে কাষে জাবৰৰ দম। তাৰ আগলৈ খেতি-পথাৰ আৰম্ভ হৈছে। কাষৰ এইডোখৰ পথাৰৰ নাম "নিআইয়া"। নিআইয়াৰপৰা অলপ দূৰত জানটো। এই জানটো গাওঁখনৰ দক্ষিণ-পশ্চিম অংশ চুই বৈ গৈছে। শহ্‌ণে নামৰ ডোংটোৰপৰা ওলাই বুৰ্জগিঁল্লাৰ কাষেৰে বৈ গৈ খৰক সিং চুবুৰীয়েদি আগলৈ বৈ গৈ পুনৰ চেল্‌বৰাহক অলপ চুই নথানাৰফালে ওলাই গৈছেগৈ।

নলাটোৰ ফালে থকা দুৱাৰখন সদায়ে বন্ধ হৈয়ে থাকে। সেইটো কোঠাত অৰ্জ্জন থাকিবলৈ লৈছে। তাতে বহেও, শোৱেও। তাৰ বন্ধু-বান্ধৱ সেই কোঠাটোলৈকে আহি তাক লগ ধৰেহি। ঝগুা কাচিৎহে সেইফালে যায়।

গাঁৱত যিটো সচৰাচৰ চলে—চুবুৰীটোৰ তিৰোতাজাকে ৰাতি নৌ পুৱাওতেই ঘৰৰপৰা উঠি আহি পানীৰ ঘটিটো হাতত লৈ জাবৰৰ দমৰ ওপৰত শৌচ কৰিবলৈ বহেহি। মতাবিলাক যায় নিআইয়াৰফালে। হৰনামীও চাৰিমান বজাতে উঠে আৰু পানী ঘটি লৈ জাবৰৰ দমত উঠেহি। সেইপৰত কোনো তিৰোতা নাহে। সেই সময়ত "ৱাহগুৰু" নাম লৈ কেহৰ সিংহ বিচনাতে কাহি থাকে। গিন্দৰো তেতিয়ালৈকে শুই থাকে। শৌচাচাৰ কৰি আহি হৰনামীয়ে চাহ কৰেহি আৰু বুঢ়া আৰু গিন্দৰৰ আগত চাহৰ বাটি থয়হি। চাহলৈ বাট চাই বাপেক-পুতেক বিচনাতে পৰি থাকে।

জাবৰৰ দ'মৰপৰা উঠি হৰনামীয়ে ইফালে-সিফালে চকু ফুৰাই অৰ্জ্জনৰ দুৱাৰত খট্‌খটাইহি আৰু উদাসমনেৰে কোঠাটোৰপৰা ওলাই আহে। গমেই ধৰিব নোৱাৰি, কেতিয়া সোমাল, কেতিয়া ওলাল। তাইক অৰ্জ্জনৰ কোঠালৈ সোমোৱা-ওলোৱা কোনোৱে কেতিয়াও দেখা নাই। তাই সদায়ে অৰ্জ্জনৰ কোঠালৈ আহি-গৈ আছে।

হৰনামীয়ে শ্যামো আৰু অৰ্জ্জনৰ বৌৱেক বন্তোৰ ওচৰলৈও আহ-যাহ কৰে।

শ্যামোৰ লগত তাইৰ নলে-গলে লগা বন্ধুত্ব গঢ়ি উঠিছে। দুয়োজনী একেলগে বহি হাঁহি কথা পাতে। শ্যামোৰ শাহুৱেকে দেখিলে টিকচি-বিকচি উঠে। ক্ষুণ্ণ হৈ পৰে, অথচ মুখেৰে একো নেমাতে। দূৰত বহি সূতা কাটি থাকে নাইবা নাতিয়েকহঁতৰ লগত সৰু-সুৰা কথা পাতি থাকে। বন্তোৰ ওচৰলৈ গৈ হৰনামীয়ে মৰম-চেনেহৰ কথা পাতে। তাইৰ ল'ৰাটোক সাবটি চুমা খায়। হৰদিওকো নিজৰ ঘৰলৈ লৈ যায় আৰু ঘিউ দি সিজোৱা চেৰৈ খুৱায়। হৰদিওই তাইক খুৰী-খুৰী বুলি মাতে আৰু তাইৰ ডিঙিটো সাবট মাৰি ধৰি গাত উম লগায়।

তিনি-চাৰি মাহৰ মূৰে মূৰে দুল্লাও চুবুৰীত একোপাক মাৰি যায়হি। তাৰ এতিয়া হণ্ডিয়াৰে উদাস উদাস যেন লাগে। সি পুৱাৰ গাড়ী ধৰি আহি ৰামপুৰাফুলত নামেহি আৰু ঘোঁৰা গাড়ীৰে এচোৱা আৰু বাকীচোৱা বাট খোজ কাঢ়ি আহি চুবুৰীটো পায়হি। কেহৰ সিঙৰ লগত তাৰ আদৰভৰা শিষ্টাচাৰ গঢ় লৈ উঠিছে। গিন্দৰেও ভাল-ভাৱেৰে আহি কথা পাতেহি। সি যেতিয়াই আহে কিবা নহয়, কিবা ফাঁকি মাৰে। কেতিয়াবা কয় সি কিবা সকামত ভাইৰূপালৈ আহিছিল; কেতিয়াবা কয় সি দয়ালপুৰালৈ যাবলৈ আহিছো বুলি। কেতিয়াবা আকৌ ভাল চাই ম'হ এজনী কিনাৰ উদ্দেশ্যেৰে আহিছো বুলি কয়। সি হেনো এইখন গাঁৱত ভালজাতৰ ম'হ আছে বুলি শুনিছে, সেয়েহে আহিছে। যেতিয়াই আহে তেতিয়াই ফাঁকি-ফুকা দি এৰাতি কটাইহে যায়গৈ। কিন্তু হৰনামীয়ে আগৰ দৰে ধাউতি নেদেখুৱায় যেন অনুমান কৰে। আলপৈচান ধৰাত ত্ৰুটি নকৰে যদিও অকলে কথা পাতিবলৈ নিবিচাৰে। এবাৰ তাই মাতটো চেপি ধৰি ইয়াকো ক'লে বোলে সি আগৰ দৰে ইয়ালৈ নহাই ভাল। গাঁৱৰ মানুহে তাক সন্দেহৰ দৃষ্টিৰে চাবলৈ লৈছে। ছমাহ বছৰেকৰ মূৰত হৰনামী হণ্ডিয়াৰলৈ গ'লেও তাই দুল্লাক লগপোৱাৰ উৎসাহ নেদেখুৱায়। দুল্লাই কিবা সূত্ৰে গম পালে সি নিজেই আহি তাইক লগ ধৰেহি। তাই তাৰ লগত আনমনা হৈ কথা পাতে। দুল্লা তাইৰ কাৰণে ছট্‌ফটাই উঠে। হৰনামীয়ে তাক যেন তাইৰ পিছ এৰুৱাব খুজিছে।

এবাৰ দুল্লা চুবুৰীলৈ আহিল। হৰনামীয়ে অৰ্জ্জনক কৈ থৈছিল যে তাইৰ গাঁৱৰ ধীৱৰ এটাই পেৰেতটোৰ দৰে তাইৰ পিছনেৰা হৈছে, তাইৰ চুবুৰীৰপৰা যাবই নোখোজে।

অৰ্জ্জনে ক'লে—"তাক ঠিক কৰি দিমনেকি? দুনাই সি কেতিয়াও এই চুবুৰীত ভৰি দিবলৈ নাহিব।"

তাই ক'লে, "এৰা মই হ'লে তাৰপৰা বৰ আমনি পাইছো।"

দুল্লাৰ চেহেৰাটো সি আগতেও দেখিছে। দুপৰ বেলিকা, সি গাঁৱত সোমাইছিলহে, দুৱাৰ মুখৰ বাৰান্দাত বহি থকা অৰ্জ্জনে তাক দেখিলে। ভালকৈ নিৰীক্ষণ কৰি অৰ্জ্জনে কাহ মাৰিলে। দুল্লাৰ কাণ থিয় হ'ল। সি অৰ্জ্জনৰ ফালে চালে। অৰ্জ্জনে ক'লে—"ভাই চাহাব, ঘৰ ক'ত?"

"হণ্ডিয়াৰেত।"

"ইয়াৰ কাৰ ঘৰলৈ যাবা ?"

"জগিন্দৰ সিঙৰ।"

"তোমাৰ কি হয় ? কোন জাতৰ তুমি ?"

"'ভিস্তী' জাতৰ আমি।" (ভিস্তী অর্থাৎ পানী তুলি দিয়া ব্যৱসায় কৰা মুছলমান)

"তোৰ ইয়াত কি সম্বন্ধ আছে, ঐ পদুলি শুঙা। তোক আগতে কেইবাবাৰো ইয়াত দেখিছো।" কৈয়ে অৰ্জ্জনে দুল্লাৰ লগ ল'লে।

"আৰে তুমি...আৰে তুমি" বুলি কৈ দুল্লা পিছ হুঁহকি যাবলৈ ধৰিলে। অৰ্জ্জনে তাক গবা মাৰি ধৰি মাটিত পেলাই ল'ব খুজিলে। কিন্তু দুল্লা তাতকৈও শকত আছিল আৰু আগৰ দিনৰ খাদ্য খোৱা মানুহ সি। গোটেই জীৱন দণ্ড বৈঠক কৰি কটাইছে। অৰ্জ্জনো কম নাছিল। সিও যথেষ্ট হৃষ্ট-পুষ্ট। কিন্তু চল চাই দুল্লাই অৰ্জ্জনক মাটিত পেলাই দিলে। গলধনত দুভুকুমান দিও দিলে। তাৰ কাষলতিত জোৰেৰে গোৰো সোধালে। অৰ্জ্জন ছটফট কৰি ৰৈ গ'ল। দুল্লাই ইফালে সিফালে চালে। সিহঁতৰ দবৰাদবৰি গাঁৱৰ কোনেও নেদেখিলে। অৰ্জ্জনক তাতে পেলাই থৈ দুল্লা বেগাই উভতি ঘৰমুৱা হ'ল। সেই গাঁৱত তাৰ আছেই বা কোন ? পৰ-গাঁৱত তাক সকলোৱে শপিব। কি জানি, আৰু বা কি কৰে। কেহৰ-গিন্দৰ সিঙৰো সি একো নহয়। হৰনামীয়ে কি সম্বন্ধত তাৰ হকে মাত মাতিব। এই গাঁৱৰপৰা পলোৱাই উচিত। কৌলুকৰ ঠাইত সি চেল বৰাহৰ বাটেদি আগবাঢ়িল।

তাৰ পিছৰপৰা দুল্লা খড়ক সিঙৰ চুবুৰীলৈ অহা নাই। হৰনামী কেতিয়াবা হগুিয়াৰেলৈ গলেও তাক লগ ধৰিবলৈ যোৱা নাই। হৰনামীয়েও বুজিলে যে দুল্লাই তাইৰ পিছ আৰু নল'ব। দুল্লাৰ লগত তাইৰ সম্বন্ধই বা কি! তাইৰ কাৰণে মৰি যাব পৰা ডেকা অৰ্জ্জন তাইৰ হাতত আছেই।

সেইদিনা দুল্লাৰ লগত হোৱা হতাহতিত যদিও দুল্লাই অৰ্জ্জনক মাটি চেলেকালে, উঠিব নোৱাৰা কৰিলে, কিন্তু চকু মেলি যেতিয়া সি দেখিলে যে দুল্লা তাত নাই তেতিয়া সি আনন্দহে পালে। তাৰ মনটো ভাল লাগিল যে সি দুল্লাক গাঁৱৰপৰা খেদিলে। সি তেতিয়াই গিন্দৰ সিঙৰ ঘৰ পালেগৈ আৰু হৰনামীক সকলো কথা ভাঙি-পাতি ক'লৈগৈ। সি ইয়াকো ক'লে যে তাৰ গলধন আৰু কঁকালত বিষ উঠিয়েই আছে। যথেষ্ট দুখ পাইছে।

হৰনামীয়ে ডাঙৰ গিলাচ এটাত গৰম গাখীৰ এগিলাচ, ঘিউ বাকি আনি তাক দিলেহি। সিমানখিনি গাখীৰ সি খাব নোৱাৰা অৱস্থা। সেইখিনি গাখীৰ খোৱাটো তাৰ কাৰণে অধিক হোৱা নাছিল। তাৰ দুগুণো সি খাব পাৰিছিল; কিন্তু সেই সময়ত সি গাখীৰ খাওঁতে ওকালি আহিছিল, বমি হ'ব যেন লাগিছিল। তাৰ কলিজা ফৰফৰাই কঁপি উঠিছিল। হৰনামীয়ে বাৰে বাৰে তাক গোটেইখিনি পি খাবলৈ কৈ আছিল।—"খাই পেলোৱা গোটেইখিনি, নেৰিবা। দেহালৈ গৰম আহিলে গাটো ফৰকাল লাগিব।" তাই

সুধিছিল—“কি কৰিলে সি মৰিবলৈ যোৱাই! তুমি তাৰ ডাড়িকোছা উঘালি নেপেলালা কিয়? তোমাতকৈতো সি বলী নাছিল।”

ফোপাই ফোপাই গাখীৰ খাই থাকি ক'লে—“ভাল পলাই সাৰিল চালা ধীৱৰ। থকা হ'লে মই তাক সোধ ললোহেঁতেন! কিন্তু এতিয়া সি এই গাঁৱত নোসোমাইহি আৰু—এইটো তুমি ধৰি লোৱা। যদি কেতিয়াবা আহে তেনেহ'লে কুকুৰ ধীৱৰৰ ঠেং কাটি পেলাম!”

গিন্দৰ পথাৰৰপৰা আহিল। কেহৰ সিং বাৰান্দাতে কাতি হৈ আছে। সিহঁত দুয়োৰে বাহিৰৰ সমান ঠাই এডোখৰত বহি কথা পাতি আছে। বুঢ়াই একো নেজানে। তেওঁ ইমানকে গম পাইছে যে ঘৰত কোনোবা পৰ পুৰুষৰ লগত হৰনামীয়ে কথা পাতি আছে, কিন্তু কথা কি পাতিছে তেওঁ গম ধৰিব পৰা নাই। ইফালে হৰনামীয়ে শহুৰেকক নেমানেই, বৰং তেওঁহে বোৱাৰীয়েকলৈ ভয় কৰে। ভাবিছে—লেতেৰী তিৰোতা যেতিয়া কি ঠিকনা মাৰ সোধাই দিবহি। এতিয়া তেওঁৰ বল-শক্তি নাই, তেওঁ এতিয়া এটা ঘোচাও বলে নোৱাৰে।

অৰ্জ্জনৰ বৌৱেক বন্তো কেতিয়াবা কোনো সমন্ধীয় লোকক লগ পাবলৈ গ'লে বা কেতিয়াবা কাৰোবাৰ ঘৰত বিয়া-বাৰু হ'লে অৰ্জ্জন ঘৰতে থাকে। বন্তোতো ঘৰত নেথাকে। তেনে দিনত শ্যামো অৰ্জ্জনৰ কোঠালৈ আহে। শ্যামোৰে হৰনামীকো মাতি আনে। তিনিও মদ খাই থাকে।

শ্যামো চিত হৈ বিচনাত বাগৰ সলাই থাকে। হৰনামীক মদৰ জুতি লগায় শ্যামোৱেই। গধূলি পৰত মুখ-হাত ধুই অৰ্জ্জনৰ বহা কোঠাৰপৰা ওলাই যায়। মুখত চফ্‌গুটি ভৰাই চোবাই থাকে, যাতে আনে মদৰ গোন্ধ নাপায়। তাই পুৰুষৰ সমানে মদ খাব নোৱাৰে। শ্যামোৱে তিনি বাটিলৈকে খাব পাৰে। শ্যামো মদ খোৱা আৰু পইছা লোৱাত পাকৈত। অৰ্জ্জনে সেই দুৰ্বলতাৰ লাভ আদায় কৰি লয়। বৈশাখী মেলাত শ্যামো প্ৰতিবাৰে ভদৌৰলৈ যাবই। চেলবৰাহ মেলাতো সিহঁতৰ ওচৰতে বহে। যিকোনো গ্ৰাহক তাই বিচাৰি উলিয়াবই। যোৱাবাৰ তাই ভদৌৰত অৰ্জ্জন আৰু হৰনামীক লগ লগাই দিছিল। তাই নিজে ঘৰলৈ ঘূৰি আহিছিল, কিন্তু অৰ্জ্জন আৰু হৰনামীৰ ৰাতি থকাৰ সুবিধা গাঁৱৰ এঘৰত কৰি থৈ আহিছিল। আকৌ চেলবৰাহৰ মেলাত মাজ ৰাতিলৈকে কটোৱা নাটকখনো তাইয়ে ভালকৈ ৰচনা কৰিছিল। গাঁৱত ঠাই বুজি বদমাচহঁতৰ আড্ডাত বহিছিল। চেলবৰাহত তাই তেনে এক আড্ডা বিচাৰি উলিয়ালে আৰু তাত মাজ ৰাতিলৈকে গুণ্ডা-মেলা পাতি ৰ'ল। এমাইল আঁতৰতে গোটেই ৰাতি কটোৱাৰ উদ্দেশ্যে কি হ'ব পাৰে? গিন্দৰে কি ভাবিব? শ্যামোৰ শহুৰেক প্ৰতাপে ভাবিব কি? এই কাৰণেই অৰ্জ্জনে সিহঁতক দুয়োকে মাজৰাতি গাঁৱলৈ লৈ আহিছিল। গিন্দৰৰ ঘৰলৈ আহি, পিছত গিন্দৰক লগত লৈ ঘৰলৈ যোৱা যিখন নাটক কৰিলে তাৰ বিষয়ে অৰ্জ্জনৰ বাহিৰে আন কোনেও গম নেপালে।

দুদিন মাত-বোল নোহোৱাকৈ থাকি কেহৰ সিং ঢুকাল। তেওঁৰ বয়স বেছি হোৱা নাছিল। তেওঁ কফৰ বেমাৰী আছিল। দহ বছৰমানৰপৰা তেওঁ কানি খাবলৈ লৈছিল। কানিকণ খালে কফ দমি থাকে। কাহতহে মানুহ নমৰে। তেওঁৰ শোকত মানুহে কোৱা-মেলা কৰিলে—তেওঁক অন্তৰৰ দুখেহে মাৰিলে।

তেওঁৰনো কি কথাৰ দুখ আছিল, সেইটো খোলাকৈ কোনেও নকয়। এইটো কিন্তু সকলোৱে জানে যে কেইবছৰমানৰপৰা তেওঁ আদৰ নোপোৱা হ'ল। গিন্দৰৰ মাইকীৰ ল'ৰা-ছোৱালী একো নহ'ল। তাই দুষ্টতো ঠিকেই কিন্তু কোনো কণা-খোৰা এটাকে যদি জন্ম দিলেহেঁতেন। টিঙিৰিত তুলা জ্বলেই। যিদিনা তেওঁৰ টিকাত হৰনামীয়ে গোৰ মাৰিলে সেইদিনাও তেওঁ মনৰ খং মনতে মাৰ নিয়াই ৰ'ল। বচ্ সেইদিনাৰ পৰাই তেওঁৰ দেহা পৰি আহিল।

## ৮

মহিলাসকলৰ মাজত বু-বু, বা-বা হৈ ঘূৰি-পকি কথাটো গৈ বন্তোৰ কাণ চুলেগৈ, বোলে তেওঁ ঘৰত নথকা অৱস্থাত তেওঁৰ ঘৰৰ বহা কোঠালৈ গিন্দৰৰ ঘৈণীয়েক হৰনামী জৰুল যায় আৰু তেওঁৰ লগত থাকে প্ৰতাপৰ দুৰাচাৰিণী শ্যামো। ঝণ্ডাই সকলো জানে, কিন্তু তেওঁ জানি-বুজি কথাটো আওকাণ কৰিলে। তেওঁ বন্তোৰ আগতো একো উল্লেখ নকৰিলে। ঝণ্ডাৰ অন্তৰত ক'ব নোৱাৰি, কি মনোভাৱ আছিল, তেওঁ অৰ্জ্জনৰ এনে স্বেচ্ছাচাৰিতাৰ ওপৰত কোনো চিন্তা নকৰে।

বন্তোৱে যেই শুনিলে গাত জুই জ্বলিল। প্ৰথমে তেওঁ প্ৰতাপৰ ঘৰলৈ শ্যামোৰ ওচৰলৈ গ'ল আৰু তাইক চোকা কথা শুনাই আহিল। পুনৰ খঙৰ ভমকতে তেওঁ কেহৰ সিঙৰ ঘৰমুৱা হ'ল। চিধা তেওঁলোকৰ ঘৰত সোমালেগৈ। গৈয়ে খঙাল যাড়গৰুৰ দৰে গোজৰণি তুলি ক'লে—"কি অ' হৰনামী, হেৰ লুচ্চা ৰিচাৰি তই মোৰ ঘৰখনহে পালিগৈ। বাৰু থাক, দুদিনমান। তোৰ অকণো লাজ নাইনে—তালৈ গৈ হাড় চোবাবলৈ আৰু মুতনি খাবলৈ? শহুৰেৰৰ মান-সন্মান মাটি কৰিলি, ভাল বংশৰ কেহৰৰ ডাড়ি জ্বলাই দিলি, মাৰ-বাপেৰৰ যদি নাকটো নকটাকৈ ৰাখিলিহেঁতেন।"

হৰনামীয়ে শুনিয়ে থাকিল-শুনিয়ে থাকিল। অন্তত ক'লে—"ডাড়ি তইহে পুৰিছ মতাটোৰ আৰু ভাল-জাতৰ শহুৰেৰটোৰ। লাজ-চৰম নাই, বদ্মাইচ্জনী কটা, দুটাকৈ মতা ৰাখিবলৈ। হাড় চোপক তোৰ জীয়েৰহঁতে, ছোৱালীহঁতে, তাহাঁতকে মুত খোৱামগৈ। মোক গালি দিবলৈ আহিছ, দুচিৰাকৈ ফালি পেলাম জনা নাই। নিজে যদি ওলাই নেযাৱ, ইটা মাৰি মূৰ ভাঙি দিম এতিয়া! বেশ্যা কটা।"

এজনী ৰ'লে আনজনীয়ে বলকিবলৈ ল'য়। পুনৰ দুয়োজনীয়ে বৌজাল-বৌজাল কৰিবলৈ ধৰে। কোনেও কাৰো কথা নুশুনা হ'ল, যেন দুয়োজনীয়ে কাৰোবাকহে গালি পাৰিছে। ওচৰ-পাজৰৰ ঘৰৰপৰা জীয়ৰী-বোৱাৰী-বুঢ়ী নিজৰ নিজৰ দুৱাৰমুখলৈ আহি থিয় হলহি আৰু দুয়োৰে যুঁজৰ তামাচা চাবলৈ ধৰিলে। কেইজনীমান নিজৰ ঘৰৰ খট্‌খটীয়েদি ওপৰলৈ উঠি চাঁদৰ ওপৰত থিয় হ'লগৈ। ঘৰত যি দুই-চাৰিজন পুৰুষ আছিল, তেওঁলোকো গলিলৈ ওলাই আহিল। যেতিয়া দুয়োজনী ফোঁপাবলৈ ধৰিলে, তেতিয়া প্ৰীতমৰ মাক ঘৰৰপৰা বাহিৰ ওলাল। হৰনামীক দুৱাৰৰ ভিতৰ ফালে গতিয়াই বাহিৰফালে শিকলি লগালে। বন্তোৰ বাউসিত ধৰি তেওঁ তাইক ঘৰৰফালে লৈ গ'ল। আন তিৰোতাবিলাকে "এৰি দিয়া, লাগিবলৈ দিয়া" বুলি চিঞৰিবলৈ ধৰিলে।

অৰ্জ্জনে হৰনামীৰ লগত টকা-পইছা খৰচ কৰাৰ বাবে বন্তোৰ খং উঠা নাই, তাইৰ এইটো কথাত জুই জ্বলিছে যে তাক তাইৰ হাতৰপৰা এৰুৱাব খুজিছে। এতিয়া তাই নিজৰ ঘৰৰপৰা বাহিৰ ওলাবলৈ এৰিলে। সম্বন্ধীয়াৰ ঘৰলৈও কাচিৎহে যায়। বহা কোঠাটোত তলা মাৰি ছাবিটো হাতত ৰাখিবলৈ ল'লে। তথাপিতো তাইৰ সন্তোষ নহ'ল; ভিতৰৰফালে দুৱাৰৰ তক্তাদুখনৰ জোৰাত আৰু এখন তক্তা গজাল মাৰি লগাই দিলে। ঝণ্ডাৰ লগত প্ৰতিদিনে কাজিয়া কৰাত লাগিল—"তুমি মন-কাণ কিয় নিদিয়া? পৰৰ তিৰোতাই নিজৰ ঘৰখন শুহি পেলাল।" আকৌ ধীৰে-সুস্থিৰে বুজনিও দিবলৈ ধৰিলে—"মই ঘৰখনত থাকোতে ই বেশ্যাজনীক কিয় মাতি আনে? তাই কি অপেশ্বৰীজনী? তাইৰপৰা বগৰী এটা লৈ খাবলৈও কাৰো সত নেযায়।"

"কিন্তু ঝণ্ডাৰ ওপৰত ইয়াৰ একো প্ৰভাৱ নপৰিল। তেওঁ মাত্ৰ এটা কথাহে ক'য়—"অবুজন...ল'ৰা-মানুহে-হাঁহি ধেমালি কৰিছে, কৰক দিয়া। আমাৰ কি লোকচান? ঘৰখন কিমাননো বেয়া কৰিব? আধাৰ মালিক সি। এদিন তোমাৰ পুতেৰেই হয়তো সম্পূৰ্ণ মালিক হৈ পৰিব। দুৰলৈ চিন্তা কৰি চোৱা।"

অৰ্জ্জনৰ কোঠাত বহিবলৈ অহাটো বন্ধ হৈ পৰিল যদিও জিদত লাগি সিহঁত দুই-চাৰিবাৰ প্ৰতাপৰ ঘৰত লগ খাইছিল। কিন্তু সেই ঠায়ো ঠিক যেন নেলাগিল। বুঢ়া-বুঢ়ী ঘৰত নথকা সময় সুবিধা পোৱা মস্কিল। ভদৌৰৰ বৈশাখী আৰু চেলবৰাহৰ মেলা বছৰটোৰ শেষত বহে। গাঁৱৰ দুই এঠাইত সিহঁতে আৰু ঠাই ঠিকও কৰি লৈছিল, সেই কিঠাইত দুই-এবাৰতকৈ বেছি আড্ডা দিব নোৱাৰে। শেষত অৰ্জ্জনে গিন্দৰৰ ঘৰলৈকে আহিবলৈ ল'লে। গিন্দৰক পথাৰলৈ যোৱা দেখিলেই সি আহি সাউৎকৰে ঘৰৰ ভিতৰত সোমাইহি। এই ক্ৰম কেইবামাহো ধৰি চলিল। কিন্তু এতিয়া মদখোৱা বন্ধ হৈ পৰিছে। শ্যামোৰ বৰ বেজাৰ। অৰ্জ্জন এতিয়া তাইৰ বিশেষ দৰকাৰত নহা হ'ল। এতিয়া তাৰ প্ৰতি তাই অপ্ৰসন্ন। ইফালে কেনেবাকৈ গিন্দৰৰ কাণতো পৰিল যে অৰ্জ্জন সি নথকা অৱস্থাত লুকাই-চুৰকৈ তাৰ ঘৰলৈ আহে। এতিয়া সি কথাই প্ৰতি হৰনামীৰ ওপৰত বিৰক্ত হ'বলৈ ধৰিলে। সি কেতিয়াবা ৰুটিৰ থালখনকে বেৰৰ ওপৰেদি বাহিৰলৈ

দলিয়াই দিয়ে। হোৱাই-নোহোৱাই ম'হজনীকে উৰাই-ঘূৰাই গালি পাৰে। দুবাৰমান চেলু উলিয়াই হৰনামীক মাৰিছেও। হৰনামীৰ কান্দোনত চকু ৰঙা হৈ পৰে। মাকৰ ঘৰলৈ গুছি যোৱাৰো ভয় খুৱাই থৈছে। কিন্তু গিন্দৰৰ মনৰপৰা ওলোৱা কথা নহয়! সিতো পথাৰলৈ যাবই লাগে। দুই তিনিবাৰমান পথাৰৰ কাম এৰি থৈ ঘৰলৈও আহিছে, কিন্তু সি অৰ্জ্জনক ঘৰত পোৱাহি নাই। এইবিলাক কাৰণতে হৰনামী আৰু সচকিত হৈ পৰিছে।

এদিন হৰনামী পৰাগ দাসৰ বাহৰলৈ গ'ল। বাহৰ গাঁৱৰ পশ্চিমফালে। পৰাগ দাস এই গাঁৱলৈ অহা দহবছৰমান হ'ল। তেওঁ প্ৰথমে যেতিয়া আহিছিল, এডোখৰ পুৰণি ঠাইত ধুনি জ্বলাইছিলহি, জাৰৰ দিনত শিৱলিঙ্গ প্ৰতিষ্ঠা কৰি জলধাৰা বোৱালে। গাঁৱৰ মানুহ আহ-যাহ কৰিবলৈ ল'লে। বুঢ়ী-বোৱাৰী-জীয়ৰী সকলোৰে আগমন হবলৈ ধৰিলে। থলুৱা লোকতো অনবৰত বহি থাকেহিয়ে, ৰাতিও শোৱে। অন্ন-পানী মুকলিকৈ পোৱা যায়। গাখীৰ, চাহ, ৰুটি আৰু দাইল, বিভিন্ন শাকৰ ভজা। তেওঁলোকক আৰু লাগিছে কি? সাধুৱে দৌল-ফৌটি, তাবিজো দিয়ে। তেওঁৰ তাবিজ লৈ গাঁৱৰ কেইবাজনেও আৰোগ্য লাভ কৰিছে। শুকাই-খীণাই মৰিব খোজা ল'ৰাও বচাইছে। মৃগী ৰোগো ভাল কৰিছে। কিমান যে গাভৰুছোৱালী, বোৱাৰীছোৱালীৰ গাৰপৰা ভূত খেদাইছে। খৰক সিঙ চুবুৰীতে নহয় আশেপাশে থকা গাঁৱবিলাকতো তেওঁৰ যশস্যা বাঢ়িছে। মানুহে তেওঁৰ কাষলৈ আহি বস্তু-বাহানি আগবঢ়াই থৈ যায়। পাখৰ সিংহ গাঁওবুঢ়াৰ মাটি-বাৰী বহুত, কিন্তু পৰিবাৰৰ ল'ৰা নাই। তিনিবছৰৰ অন্তত ছোৱালী একোজনীহে জন্ম হয়। ইজনীৰ পিছত সিজনীকৈ পাঁচজনী ছোৱালী জন্ম হ'ল। তেওঁ পৰাগ দাসত শৰণ ল'লে। এৰ্কেশটা তাবিজ দিলে পৰাগ দাসে। অমাৱস্যা ৰাতি চাৰি-আলিত গা ধোৱেগে। পাছত অন্ন দান দিলে, স্তুতি প্ৰাৰ্থনাৰে এইটো জনালে যে অহা বাৰলৈ যদি তেওঁৰ ঘৰত ল'ৰা জন্ম হয় তেন্তে সকলোলোকে তেওঁক সম্পূৰ্ণ মানি ল'ব। ঈশ্বৰৰ ইচ্ছা, তেওঁৰ ঘৰত ল'ৰা জন্ম হ'ল। গোটেই গাঁৱত হুলস্থূল! পৰাগ দাসৰ তাবিজে গুণ ধৰিলে। ল'ৰাটো জন্মৰ এমাহৰ অন্তত গোটেই পৰিয়ালে তাক লৈ ধুনিৰ কাষ পালেহি। ল'ৰাটো পৰাগ দাসৰ চৰণত থ'লে। পৰাগ দাসে নিজৰ দানী হাতেৰে তাক তুলি ল'লে আৰু গাঁওবুঢ়ানীৰ কোলাত দি আশীৰ্ব্বাদ দিলে—"ল'ৰাৰ মূৰৰ গঢ় দেখি ধৰিবপৰা হৈছে যে সি আগলৈ বাপেক-ককাকৰ বংশৰ গৌৰৱ বঢ়াব।" গাঁওবুঢ়া পাখৰ সিংহই এটা ভৰিত থিয় হৈ ঘোষণা কৰিলে যে তেওঁ জানৰ কাষত থকা সাত বিঘা মাটি পুণ্য (দান) কৰিছে। তাত সন্তসকলৰ শিবিৰ সজা হ'ব। সন্ত পৰাগ দাসে চকু মুদি কিবা মন্ত্ৰ মাতিলে, পুনৰ চকু মেলিলে। ধুনিৰ ছাইৰে গোটেই পৰিয়ালৰ কপালত তিলক লগালে। ধুনিৰ কাষত বহা সকলো ভকতৰ মাজত লাৰু বিলালে। পাখৰ সিঙেও লাৰু এখৰাহী লৈ আহিছিল।

দ্বিতীয় দিনা পৰাগ দাসে পাখৰ সিঙৰ মাটিত বাহৰ পাতিলেগৈ। গাঁৱৰপৰা দান-

বৰঙণি আহিবলৈ ধৰিলে। কাষৰ গাঁৱতো হলিয়াজাৰী কৰি দিয়া হ'ল যে পৰাগ দাসে নতুন বাহৰ পাতিছে। জাৰকালি। জলপান কৰোৱাৰ বিৰাট কাৰ্য্যসূচী হাতত লোৱা হ'ল। শেষৰ দিনা দূৰ-দূৰণিৰ সাধুসকলক নিমন্ত্ৰণ কৰি অনা হ'ল। বৰ বৰ পেটৰ জটাধাৰী দল। শিঙা বাজি ৰ'ল। হাতীত উঠি সাধু আহিল। খড়ক সিঙ চুবুৰীৰ প্ৰতিটোপা গাখীৰ আহি পৰাগ দাসৰ বাহৰত গোট খালেহি। ওচৰৰ গাঁও-বিলাকৰ পৰাও গাখীৰৰ জগ আহিবলৈ ধৰিলে। খীৰ, হালোৱা, মালপোৱা দ'মে দ'মে বিলোৱা হ'ল। মুখ লুণীয়া কৰিবৰ কাৰণে ধোৱা-মগুডাইল আৰু কেৰাহীত সিজি থকা মাৰ-ভাত আছেই। গোটেই দিনটো মেলা বহাৰ দৰে অতিবাহিত হ'ল। জলপান কৰোৱাৰ ব্যৱস্থা পৰাগ দাসে নতুনকৈ বাহৰ সজাৰ উদ্দেশ্যে কৰিছিল। খৰক সিং চুবুৰীৰ জাট-জমিদাৰ, দোকানী, আৰু আন সম্প্ৰদায়ৰ লোকে যথাসাধ্য দি মূৰ দোঁৱালে। দাঁতি-কাষৰীয়া গঞাওঁয়ো যি পাৰে আগবঢ়াই গ'ল। টকা, ঘেঁহুৰ বস্তা, গুৰৰ ধেলা, কাপোৰ-কানি, বাচন-বৰ্তন, ঘিউৰ টিন যেয়ে যি পাৰে আগবঢ়ালেহি।

তাৰ দহ বাৰ দিনৰ পাছতে মিস্ত্ৰী লাগিলহিয়েই। দিনত কাম কৰিবলৈ ধৰ্মীয় ৰামদাসীহঁত আহে। চুবুৰীটোৰ প্ৰত্যেক ঘৰৰ একোজনকৈ কামত লগোৱা হয়। ৰামপুৰা বজাৰৰ ঠাকুৰ মল মহাজনে একাৱন্ন বস্তা চিমেণ্ট পঠাই দিলে। ফুলৰ লালা গুজৰ মলে নিজৰ ভোটাৰপৰা এঘাৰ হেজাৰ ইটা পঠালে। ভাদৌৰিয়াৰ চৰ্দাৰে এদিন সেৱা জনাবলৈ আহিল। তেওঁ বাৰনালালৈ গৈ দহডাল দীঘল কাঠৰ কুন্দা আৰু এশ চি, এফ, টি বালি পঠিয়াই দিলে। পঞ্চাচ সেৰ বুত ডাইলো। দুই-তিনিমাহৰ ভিতৰতে চেল্লৱৰাহৰ ফালে মুখ কৰি সাতোটা খোটালিয়েই হৈ উঠিল। বুৰজ গিল্লাৰ ফালে এখন ওখ, দীঘল বেৰা দিয়া হ'ল, তাৰ এটা মূৰত দুটা কোঠা আৰু মাজত বাৰান্দা সজালে। এই বাৰান্দাৰ তলতে সাধুসকলৰ ধুনি জ্বলোৱাৰ ব্যৱস্থা হ'ল। বাৰান্দাৰ সন্মুখত ডাঙৰ চোতালখন—ভক্তগণ বহিবৰ কাৰণে। কোঠাৰ ফালৰ ঠাইখিনিত দৰিদ্ৰ ভোজনৰ ঠাই অৰ্থাৎ লঙ্গৰখানা। এটা কোঠা জুহাল—চৌকাৰ কাৰণে আৰু তাৰ লগতে লাগি থকা কোঠাটো খোৱা বস্তু আৰু পানী থবৰ কাৰণে। বাহৰৰ সোঁমাজতে কুঁৱা খানি পানী তোলা চকাও লগোৱা হ'ল। গাই গৰুৰ পানীৰ কাৰণে এটা ডাঙৰ নাদো খনা হ'ল। বাহৰৰ চৌপাশে, ঠায়ে-ঠায়ে নিম, শিৰীস আৰু আহঁত গছৰ পুলি ৰুই দিলে। নাদৰ কেউকাষে কলপুলি ৰোৱা হ'ল। পৰাগ দাসৰ বাহৰ এখন নতুন সংসাৰত পৰিণত হ'ল, য'লৈ গৈ মানুহে সুখৰ নিশ্বাস ল'বগৈ পাৰে।

গাঁৱত লুকাই-চুৰকৈ এনেবিলাক কথাৰো আলোচনা হয় যে সন্ত পৰাগ দাসে দূৰণিৰ নিজৰ গাঁও কাহ্নগড়ত নিজৰ ভতিজাহঁতক পুহি আছে। কাহ্নগড় বৰেটা মণ্ডীৰ ওচৰৰ এখন সৰু গাঁও। পৰাগ দাস সেই গাঁৱৰে বাসিন্দা। জাটৰ ঘৰত জন্ম। দুটা ককাই-ভাই। পৰাগ দাসৰ সৰুকালত নাম আছিল চন্দাসিং। অলপ মাত্ৰ মাটিবাৰী আছিল। কাণে-কাণ মাৰিহে চলিব লগা হৈছিল। চন্দা সিঙৰ বিশ-বাইশ বছৰ বয়সলৈকে

কোনেও ছোৱালী যচাহি নাছিল। দেউতাক ব্যৱহাৰিক ব্যক্তি। শেষত এদিন তেওঁ ঘৰ এৰি অম্বালা পালেহি আৰু সেনাত ভৰ্তি হ'ল। তাত পেৰেড্ কৰি টান পাই পলাল। পুলিচে তেওঁক বিচাৰি প্ৰায়ে কাহুগড়লৈ যায়। কেইমাহমান মিতিৰ-কুটুমৰ ঘৰত আত্মগোপন কৰি থাকি শেষত হৰিদ্বাৰলৈ গৈ সাধু হৈ পৰিলগৈ। মূৰত জটা ৰাখিলে, লেংটি পিন্ধিলে আৰু ভৰিত খৰম, গাত গেৰুৱা বসন। বিয়ালৈ ঢাল লৈ যোৱা জাট নৰসিংহ বজোৱাত পাকৈত হৈ উঠিল, ভালেমান বছৰৰ অন্তত কাহুগড়লৈ আহিল, সেই পৰ্য্যন্ত মাক-দেউতাক ঢুকাইছে। ককায়েকৰ বিয়া হৈ গ'ল যদিও দুটা ল'ৰা, এজনী ছোৱালী জন্ম দি তেৰোঁ সিফলীয়া হৈছে। বৌৱেকে গাভৰু বয়সত বৰ কষ্টেৰে ঘৰ চলাইছে। চন্দাসিং ভগৱানৰ ৰূপ লৈহে যেন আহি ওলালহি। তেওঁ বৌৱেকক কথা দিলে, বোলে ভতিজাকহঁতক পোহপাল দিব। তেওঁ এসপ্তাহ তাত থাকি পুনৰ ভ্ৰমণত ওলাল।

পৰাগ দাস ওৰফে চন্দাসিঙে এতিয়া ছমাহ-বছৰেকৰ মূৰত খড়কসিংহ চুবুৰীৰ পৰা কাহুগড়লৈ যায় আৰু বৌৱেকক লগ কৰি আহেগৈ। জীয়েকক বিয়া দিয়ালে। ভতিজাকহঁতো ডাঙৰ হৈ আহিছে। চুবুৰীত এইটোও শুনিবলৈ পোৱা গৈছে, বোলে পৰাগ দাসে ভতিজাকহঁতক আঠ-দহবিঘা মান মাটিও কিনি দিছে।

হৰনামী বাহৰলৈ গ'ল, দেখিলে ধুনিৰ সন্মুখত আঠ-নজন মান পুৰুষ, দুই-তিনি গৰাকীমান স্ত্ৰী বহি আছে। ধুনিৰপৰা পাতল ধোঁৱা ওলাই আছে। বহি থকা লোকসকলৰ লগত পৰাগ দাসে কিবা আলোচনা কৰি আছে। মহিলাসকলে কৰযোৰ কৰি আছে— বদন মণ্ডলত দুপট্টা কেইখন এফলীয়া হৈ আছে। হৰনামীয়েও মূৰৰ আচলটো টানি মূৰত তুলি ল'লে। সন্তৰ চৰণত টকা এটা দি, সেৱা জনাই তাইয়ো মহিলাৰ ওচৰত বহিলগৈ।

## ৯

এজন এজনকৈ পুৰুষসকল ধুনিৰ কাষৰপৰা উঠি গুছি গ'ল, তেতিয়া এজনী এজনীকৈ তিৰোতাই নিজৰ মনৰ দুখ জনালে। পৰাগ দাসৰ হাতত এটা টেমা আছিল আৰু তাত কেইবা প্ৰকাৰৰ তাবিজ তৈয়াৰ কৰি ৰাখিছিল। বেলেগ বেলেগ তাবিজৰ বেলেগ বেলেগ থাক,—বেঙ্কত নোটবিলাক থাক্ থাক্কৈ ৰখাৰ দৰে। প্ৰত্যেকৰ দুখৰ বতৰা লৈ তেওঁ টেমাৰ ঢাকোন খুলি আৱশ্যক মতে থাকৰপৰা কাৰোবাক এটা, কাৰোবাক আকৌ তিনিটা, কাৰোবাক সাতোটালৈকে লেখি তাবিজ দিয়ে। কোনোক আকৌ তাবিজ নিদিয়ে, ধুনিৰ ছাইৰ পুৰিয়া সাজি দিয়ে। দুখী ব্যক্তিয়ে প্ৰথমে মূৰ দোঁৱায়,

পাচত টকা, কোনোৱে পাঁচ, কোনোৱে দহটকাৰ নোট আগবঢ়াই চৰণত থয়। মূৰৰ-মূল্য সন্মুখত ৰাখিহে পৰাগ দাসে তাবিজ দিয়ে। বেছি টকাৰ বঢ়িয়া তাবিজ বা অধিক তাবিজ।

পৰাগ দাসৰ মূৰত দীঘল, গধুৰ জটা, কাণত সোণৰ মুদ্রা, বদনত গেৰুৱা ৰঙৰ দীঘল চোলা, ভৰিত কাঠৰ খৰম। ধুনিৰ কাষত বহাৰ সময়ত খৰমজোৰ খুলি একাষৰীয়াকৈ থয়। চোলাত দুটা জেপ লগোৱাই লৈছে। আগন্তুকে যেতিয়া মূৰ দোঁৱাই টকা যাচে, তেতিয়া তেওঁ ঘপহকৰে লৈ জেপত ভৰায়, বাঁওহাতেৰে টকা তুলি লয় আৰু ভৰায়—সোঁজেপত, যদি সোঁ-হাতেৰে তোলে, তেন্তে ভৰায় বাঁও জেপত। তেওঁ পুৱাই ধুনিৰ কাষত বহেহি আৰু বাৰ বজাত উঠে। দুপৰীয়া আহাৰ কৰি শোৱে। দেখাত কোঠাটো ৰাজমহলৰ দৰে, কিন্তু ভক্তসকলে তাক 'সন্ত কুটীৰ' বুলিহে কয়। তিনি বজাত বাবা শুই উঠে। কাজু বাদাম পিচি মিহলোৱা গাখীৰ খায়। আহি বহি থকা সকলৰ লগত শাস্ত্রৰ কথা পাতে। পাঁচ বজাত পুনৰ ধুনিৰ কাষত বহেহি আৰু লোকসকলৰ কষ্ট নিবাৰণ কৰে। দিনান্তত তাৰপৰা উঠে। ৰাতি যেতিয়া তেওঁৰ বিশেষ শিষ্যজন তেওঁৰ ওচৰত বহেহি, তেতিয়া তেওঁ ছাগলীৰ ওহাৰখনৰ দৰে ওলমি থকা জেপ দুটাত হাত ভৰায়। গুৰু-শিষ্যই বহু পৰলৈকে পইছা হিচাপ কৰি থাকে।

বাবাৰ এই বিশেষ শিষ্যজনো জাট সম্প্রদায়ৰে। ল'ৰা-ছোৱালী থকা। ঘৰত সকলো আছে। পুতেকে খেতি কৰে, কিন্তু তেওঁ নিজে সদাই সাধুৰ বাহৰতে থাকে। বাহৰত তেওঁক চৰণ দাস নামে জনা যায়—মহন্ত চৰণ দাস। পৰাগ দাসকো সন্ত বুলি কোৱা হয়। সন্ত পৰাগ দাসৰ মহন্ত চৰণ দাসৰ ওপৰত পূৰ্ণ বিশ্বাস আছে। সকলো কাম চৰণ দাসৰ পৰামৰ্শ মতে হয় আৰু পইছা-পাতিৰ সকলো হিচাপ চৰণ দাসৰ ওচৰত থাকে।

মহিলাসকলে সন্তৰ হাতৰপৰা তাবিজ লৈ যোৱাৰ পিছতো হৰনামী লৰচৰ নকৰাকৈ বহি থাকিল; মূৰত ওৰণি টানি। মুখেৰে একো মতা নাই। শেহত সন্তই শুধিলে—"তুমি মা, তুমি মাজনী?"

"মইতো বাবা...মইতো..." কৈ কৈ তাই নিমাতে ৰ'ল।

"তুমি কোন মা, কাৰ ঘৰৰ?" পৰাগ দাসে সুধিলে।

"মই...ধৰক...যোগিন্দৰ সিঙৰ ঘৰৰ—কেহৰ সিঙৰ বোৱাৰীয়েক। কেহৰ সিং মোৰ শহুৰ আছিল। তেখেত ঢুকাল বাবাজী।"

"আগতে মা তোমাক দেখা নাই। মই জনাত আগতে তুমি বাহৰলৈ অহা নাই কোনোদিন, নহয়নে?"

"এবাৰ আহিছিলো বাবাজী! প্রতাপৰ বোৱাৰীয়েক শ্যাম কৌৰৰ লগত। তেঁৱেই লৈ আহিছিল।"

"তেন্তে কি দুখ তোমাৰ মা?"

"তেতিয়াও শহুৰে যা-তা বলকি থাকে। তেওঁৰ ঈৰ্ষা আছিল। তেতিয়া গুৰু চৰণ সিঙক কৈ তাবিজ লৈছিলো।"

"গুৰু চৰণ সিং নহয় মা, চৰণ দাস বুলি কোৱা, মহন্ত চৰণ দাস।"

"হয় বাবা, চৰণ দাসে আপোনাক কৈ দিয়াইছিল। পী-খোৱা দৰবো দুবিধ দিছিল।"

সন্ত পৰাগ দাসে সকলো বুজি পালে। তেওঁ সুধিলে "বাৰু মা, এতিয়ানো তোমাৰ কি কষ্ট হৈছে?"

"এতিয়া সেই ঈৰ্ষা পুতেকৰ গাতো লম্ভিছে বাবা।"

"কেনেকৈ মাত-বোল কৰে। তেওঁৰ কি কষ্ট হৈছে?"

"বচ্ বাবা একো কথা নাপাতে। খুটিত গৈ ম'হজনীকে মৰিয়াইগৈ। কেতিয়াবা নিজে নিজৰ গালখনকে চৰিয়াই ভাঙিব খোজে। নিজৰ চুলিকোছাকে ধৰি জোকাৰি ছিঙিব খোজে। কাঁহি-বাটি বেৰলৈ ফৰ্ম্মুটিয়াই। ওচৰত লাঠি পালে মোক মৰিয়াই।...তেওঁক কোনোবাই কিবা কৰিলে যেনহে পাওঁ,...মোৰ তেনেহে লাগিছে।"

"তুমি বাৰু কি ইচ্ছা কৰা মা?"

"তেওঁৰ কিবা এটা পকা চিকিৎসা কৰি দিব লাগে। যাতে একো নোবোলে। চিধা-চিধি খেতি-বাতিতে লাগি থাকে।"

"ৰাতি শোৱেনে?"

"ওঁ-হোঁ। মাজ ৰাতিতে উঠি চোতালত ঘূৰি ফুৰে। মুখেৰে কিবা ভোৰ-ভোৰাই থাকে। মোৰো টোপনি ভাগে। ভয় খাঁও, জানোচা মোক মাৰ মাৰি পেলাই থয়।"

"বাৰু ঠিক আছে।" পৰাগ দাসে কাহ মাৰি ইঙ্গিত দিলে। দুজন লোকে গাভৰু তিৰোতা এজনী লৈ ধুনিৰ কাষলৈ আহিব লাগিছে। পৰাগ দাসে ক'লে—"যোৱা মা, তুমি চৰণ দাসৰ ওচৰলৈ যোৱা, তেওঁক লগ ধৰাগৈ। তোমাৰ ঘৰৰ মানুহৰ চিকিৎসা কৰা হ'ব। নবলকে আৰু ৰাতিও টোপনি ধৰিব।"

হৰনামী সেৱা জনাই যাবলৈ উঠিল। চৰণ দাসক লগ ধৰিলে। চৰণ দাসে ক'লে—"আই হৰনাম কৌৰ, তুমি কালিলৈ সন্ধিয়া পাক মাৰি যাবাহি। মই আজি ৰাতি বাবাৰ লগত কথা-বতৰা পাতিম। তুমি অকণো চিন্তা নকৰিবা। ঈশ্বৰে ভাল কৰিব।"

তাই বাহৰৰপৰা উলটি আহোঁতে বাটতে অৰ্জ্জনক লগ পালে। নলাৰ একাষত থিয় দি ৰ'ল আৰু সি তেজাল কথা শুনাবলৈ ধৰিলে। হৰনামীয়ে সকলো ভাঙি-পাতি ক'লে। তাই ক'লে-"মই পাগল হোৱাৰ দৰে হৈছো। তুমি কি বুজিবা। ভুগিছো মইহে।"

"বাবাই কি কয়?"

"বাবাক সকলো ভাঙি-পাতি কৈ আহিছো। কৈছে, বোলে চৰণ দাসক লগ কৰা। তেঁৱো কালিলৈ লগ পাবলৈ কৈছে, সন্ধিয়া। তাবিজ দিব।"

"ঠিক আছে, তুমি ঘৰলৈ যোৱা। মই চৰণ দাসৰ লগত কথা পাতিম।" অৰ্জ্জন বাহৰত সোমালহি। হৰনামী ঘৰমুৱা হ'ল।

"বাবা, গিন্দৰৰ পৰিবাৰ তোমাৰ ওচৰলৈ আহিছিল হ'বলা? তেওঁৰ কল্যাণ কৰা। সি অঘৰী বেটাই মানুহজনীক নাকনি-কাননি কৰিছে, শোৱন-খাৱন নাইকিয়া হৈছে বেচেৰীৰ!" চৰণ দাসক একাষৰীয়াকৈ মাতি নি অৰ্জ্জনে ক'লে।

"চিকিৎসা হ'ব ভতিজা! কথা-বতৰা পাতি লোৱা।"

"কি কথা পাতিব লগা আছে! আপোনাৰ সেৱা কৰিছে, আপুনিতো সিয়ান, নিজে।" অৰ্জ্জনে ব্যঙ্গ কৰি ক'লে।

পিছত ৰাতি আহি অৰ্জ্জনে চৰণ দাসক এশটকীয়া নোট এখন দি গ'ল। পৰাগ দাসক সি লগ নধৰিলে।

অৰ্জ্জনৰ লগত হৰনামীৰ সম্বন্ধটোৰ কথা চৰণ দাসে আগৰ পৰাই জানে। গাঁৱত ইকাণ-সিকাণ সহস্ৰ কাণ হৈ প্ৰতিজনেই গম পোৱা হ'ল। মানুহে বহুত কথাই কয়। এইটো বেলেগ কথা যে কোনো এজনেহে শাস্তি ভুগিব লগাত পৰে। গাঁও একোখন সাগৰৰ দৰে য'ত অসংখ্য জোৱাৰৰ ঢৌ উঠে, কিন্তু সাগৰ তথাপি শান্ত হৈয়ে থাকে।

দ্বিতীয় দিনা গধূলি হৰনামী বাহৰলৈ গ'ল। তাই চৰণ দাসক লগ ধৰিলে। চৰণ দাসে তিনিটা বড়ি আৰু পী-খাবৰ কাৰণে এখোৰাক দৰব আগতেই পৰাগ দাসৰপৰা লৈ থৈছিল। পুৰীয়া কৰি থোৱা ছায়ো। এটা বড়ি ৰাতি ৰুটি খোৱাৰ পিছত গাখীৰত মিহলাই খুৱাব লাগে। তেওঁৰ বিচনাখন পৰাৰ সময়ত খাটিয়াৰ চাৰিওটা পয়ৰাত ছাইৰ ফোঁট লগাব লাগিব। চতুৰ্থ দিনা বড়িৰ পৰিবৰ্তে পনীয়া দৰবখিনি গাখীৰত মিহলাই খুৱাব লাগিব। দৰবখিনি অৱশ্যে বগা গুৰিহে, পানীৰ লগত গুলি ল'ব লাগে। চৰণ দাসে সাৱধান কৰি দিলে যে গিন্দৰে যাতে এইবিলাক কথাৰ একো ভূ নেপায়। সকলো লুকাই-চুৰকৈ কৰিব লাগিব।

গাখীৰতো সদায় ৰুটি খোৱাৰ শেষত খায়েই। হৰনামীয়ে দুটা বাটিত গাখীৰ ঢালি ৰাখে। ৰুটি খাইয়ে গিন্দৰে খাটত কাটি হয়গৈ, নহ'লে ম'হৰ খুটিলৈ গৈ ম'হজনীৰ গাত হাত ফুৰাই আহেগৈ। তাই মনে মনে গাখীৰৰ বাটিত দৰব মিহলাই কাগজখন জুইত পুৰিব আৰু নিজৰ বাটি গাখীৰ পী-খাব। তাই তাক গাখীৰ বাটি সোনকালে পী-খাবলৈ ক'ব, নহ'লে চেঁচা হৈ যাব। দৰৱ খুওৱাৰ দিনা সেইটোকে কৰিলে। খাটত গিন্দৰৰ বিচনা পাৰি থকা অৱস্থাতে কোন তলকত পয়ৰা কেইটাত ছাঁইৰ ফোঁট দিলে গিন্দৰে একো গম নেপালে।

প্ৰথমে বড়িৰ প্ৰভাৱ দেখা গ'ল। দ্বিতীয় দিনা গিন্দৰে একো নমতা হ'ল। চতুৰ্থ দিনা দৰৱ দিয়াৰ পিছত সম্পূৰ্ণ সুস্থ হ'ল। চুপ-চাপ কাম কৰাত লাগিল। পথাৰলৈ যায়। আগৰ দৰে ঘৰত কাজিয়া নকৰে। ৰাতি বিচনাৰপৰা উঠি ঘূৰি নুফুৰা হ'ল। হৰনামীয়ে ভাবি ল'লে, পৰাগ দাসৰ তাবিজত নিশ্চয় কিবা আচৰিত চমৎকাৰ আছে!

পুনৰ এদিন গিন্দৰ আবেলি বাটচ'ৰাত বহি বহি ডাঙৰকৈ বলকি থাকিবলৈ ধৰিলে। সিনো কি বলকিছে কোনেও বুজিব পৰা নাই। মাত্র একে উশাহতে বলকি গৈ আছে। মুখৰপৰা ফেন ওলাবলৈ ধৰিছে। শেষত একেবাৰে নিৰ্বাক হৈ মাটিত বাগৰি পৰিল। বলেৰে উশাহ টানি চকু দুটা মুদি দিলে। চ'ৰাঘৰত আৰু কেইজনমান লোকো বহি আছিল। ঝণ্ডাৰ পুতেক হৰদিওই লৰ মাৰি গৈ পানী আনিলে। দুজনে তুলি তাক বহুৱাই দিলে। পানীৰ বাতি মুখত লগাই দিলে। সি পানী খাই চকু পচাৰিবলৈ ধৰিলে। এজনে, লোটাৰপৰা পানী উলিয়াই চকুলৈ ছটিয়ালে। একাজলিৰে মুখ ধুৱাই দিলে। তাৰ হুচ আহিলত 'বাখৰু বাখৰু' (বাহ গুৰু) চিঞৰিবলৈ ধৰিলে। পানী খুৱাই দিয়া জনেই তাৰ কাপোৰ-কানি জাৰি-জোকাৰি দিলে আৰু বাউসিত ধৰি ঘৰলৈ আনি থৈ গ'লহি।

গিন্দৰৰ তেনে অৱস্থাৰ কথা গম পাই ওচৰ-চুবুৰীয়া তিৰোতাসকল সিহঁতৰ ঘৰলৈ আহিল। তাৰ অৱস্থাৰ বুজ ল'লে। হৰনামীয়ে লোকক দেখুৱাই কান্দি-কাটি ঘূৰি ফুৰিবলৈ ধৰিলে। কেতিয়াবা তাই গিন্দৰৰ ভৰি দুটাকে পিটিকি দিয়ে, কেতিয়াবা মূৰটোকে মোহাৰি দিয়ে। মাজে মাজে চাহ খায়নেকি সোধে। আকৌ দুখেৰে কয়—'নেজানো কি দুষ্ট গ্ৰহে লগ ল'লে মোৰ ঘৰত! হে ঈশ্বৰ।" "গিন্দৰক মই ভালে কেইদিনৰপৰা মনে মনে মন কৰি আহিছো। প্ৰথমেতো কথা-বতৰা পাতিছিলে, চাৰি-পাঁচ দিনমানৰপৰা জানো বেচেৰাক কিহে পালে।" প্ৰীতমৰ মাকে ক'লে।

নন্দ কৌৰে পৰামৰ্শ দিলে—"শুনিছানে হৰনাম কৌৰ, এওঁক বাবাজীৰ বাহৰলৈ এতিয়াই লৈ যোৱা ভাল হ'ব। নহ'লে বাবা চৰণ দাসক ইয়ালৈ মাতি আনিব লাগে। জাৰিলে ফুকিলে সোনকালে আৰাম পাব, ভন্টী।"

গধূলি যেতিয়া প্ৰীতম ঘৰলৈ আহিল, শাহু-বোৱাৰী দুয়োয়ে তেওঁক সেই মুহূৰ্ততে বাবাৰ বাহৰলৈ পঠাই দিলে। চৰণ দাস আহি জৰা-ফুকা কৰিলেহি। গিন্দৰ চুপ-চাপ খাটিয়াত পৰি ৰ'ল। বুকুৰ ওপৰত কৰযোৰ কৰি থাকিল আৰু ওপৰৰ আকাশখনত চকু দি থাকিল। চকু দুটা বৰকৈ মেল খুৱাই যেন কিবা অদৃশ্য বস্তুহে চাই আছে।

## ১০

লাহে লাহে গিন্দৰে খেতিৰ কাম কৰিবলৈ এৰিলে। পথাৰলৈ গ'লেও শিৰীস জোপাৰ তলত গৈ বহি থাকেগৈ। বহু পৰ ধৰি কিবা-কিবি ভাবি থাকে। জানৰ কাষেদি যোৱা লোকে তাক তেনেদৰে বহি থকা দেখি হাঁহে। কিন্তু সি সিহঁতৰ ফালে নেচায়। মানুহে তাৰ বিষয়ে ধীৰেৰে কথা পাতে। কথা অৱশ্যে গম্ভীৰেই পাতে। এতিয়া তেওঁলোকে

নেহাঁহে। তেওঁলোকৰ কথা-প্ৰসঙ্গত হৰনামীও নিজে নিজে আহি পৰে। তাৰ পিছত অৰ্জ্জনৰ কথা আহি ঝণ্ডাৰ ঘৰ পায়গৈ। অৰ্জ্জনক লৈ ঝণ্ডা আৰু বন্তোৰ মাজত হোৱা কাজিয়াৰ কথাও ওলায়।

সেই বছৰত ঘেঁহু খেতিৰ যি ফচল হ'ল, তাক হুণ্ডিয়াৰেৰ সকলোৱে দাই-চপাই শেষ কৰিলে। হৰনামীৰ ভতিজাক এটাই তাতে থাকি দাৱনী লগাই ঘেঁহু চপালে। ডোঙত পানী পাই তাৰে দুবিঘাত কপাহ খেতিও আৰম্ভ কৰিলে। হৰনামীয়ে ভতিজাকক ঘৰত ৰাখিবলৈ নিবিচাৰে। সি যিমানদিন ঘৰত আছে সিমান দিন হৰনামী বাহিৰলৈ ওলাব পৰা নাই। বাহিৰলৈ যোৱা বন্ধই হৈছে; ইমান দিন অৰ্জ্জনো তাইৰ ওচৰলৈ অহা নাই। ভতিজাক ঘৰলৈ গ'লেও সন্তো (ককায়েক) আহি সোমাইহি। ডোংটোলৈ দ্বিতীয়বাৰ পানী যোগান ধৰাত তেওঁ এবিঘাত গোমধান লগালে। এবিঘাত ঘাঁহো। গিন্দৰৰ মুঠ আঠবিঘা খেতিৰ মাটি আছে। গোটেইখিনি মাটিতে পানী যোগানৰ ব্যৱস্থা আছে। আছিলো—একে ডোখৰ ঠাইতে। চাৰি বিঘা মাটি আছুতীয়াকৈ অহা বছৰলৈ ঘেঁহু খেতিৰ কাৰণে ৰাখিলে।

গিন্দৰ এতিয়া ভোক লাগিলেহে ঘৰলৈ আহে ৰুটি খাবলৈ দুবাৰ চাহো খায় যায়হি। পথাৰলৈ যোৱাৰ প্ৰতি তাৰ মন-কাণেই নাই। সন্তোয়েই তাক পৰাগ দাসৰ বাহৰলৈ লৈ গ'ল। পৰাগ দাসে তাক চালে আৰু হাঁহিলে। ক'লে, "এওঁতো সংসাৰৰ প্ৰতি বিৰক্ত হৈ পৰিছে। এওঁক এতিয়া আমাৰ ওচৰত থৈ যোৱা।" সন্তোৰ চকুলো ওলাল। ক'লে—আমাৰ ভনীজনীৰ ঘৰখন উচন হ'ল। মহাৰাজ; এওঁতো সুখে-সন্তোষে আছে। ভনীজনীৰ সতি-সন্ততিৰে নহ'ল—ঘৰ চন্তালিবলৈ। ঘৰত যদি আৰু মতা এজন থাকিলহেঁতেন। এঁৱে আছিল, আৰু আজি এওঁৰো অৱস্থা হ'ল এইটো।" সন্তোৱে পাঁচ টকা দি সেৱা জনালে। পৰাগ দাসে দুটা তাবিজ দি ক'লে—"এওঁক কোনেও বেয়া কৰা নাই। মাত্ৰ ধ্যান মগ্নহে হৈছে। বলেৰে কামত লগালে হ'লে এওঁৰ অৱস্থা আৰু বেয়ালৈ যোৱাৰ ভয় আছে। এতিয়া মুঠতে এওঁক এইদৰে সন্তুষ্ট হৈ থাকিবলৈ দিয়া। পৰমাত্মাই ভাল কৰিব। এটা বড়ি আজি গুলি লৈ খুৱাই দিবা, আনটো সাদিনৰ অন্তত, কুঁৱাৰপৰা পানী আনি খুৱাবা। এওঁৰ গাখীৰ খোৱা বন্ধ।"

"ইয়াৰ মানে মহাৰাজ?" সন্তোৱে সুধিলে।

"এওঁৰ কাৰণে এতিয়া গাখীৰ অপথ্য।" পৰাগ দাসে বুজনি দিলে। তাৰ পাছত ওচৰতে থকা গিন্দৰৰ কপালত ধুনিৰ ছাইৰে এটা ফোঁট দি দিলে, আৰু এচিকটা মূৰত ছটিয়াই দিলে। এচিকটা ছাই তাৰ জিভাৰ আগতো লগাই দিলে। আৰু মূৰতো ছটিয়াই দিলে। কলে, "যোৱা এতিয়া, ঘৰলৈ যোৱা। পৰমাত্মাই মঙ্গল কৰক। এতিয়া যোগিন্দৰক লৈ যোৱা।"

সন্তো দুদিন থাকি গ'লগৈ। তেওঁনো ইয়াত কিমান দিন বহি ৰ'ব? তেওঁৰতো ঘৰ-সংসাৰ আছে। ভনীয়েকৰ দুখতনো তেওঁ কৰিব কি? যাওঁতে কৈ গ'ল—"নামো,

বুজি-বাজি চলিবি। গিন্দৰ সিং ভাল হ'ব, ভয় কৰিব নেলাগে। ঘৰখন চম্ভালিবি, তই! এইবোৰ গ্ৰহৰ দোষ, কেতিয়াবা এৰাই যাব।"

গিন্দৰে কাৰোবাৰপৰা দুই-তিনিখনমান পুথি আনিলে। স্কুলীয়া ল'ৰাৰ দৰে পুথি কিখন সি খদ্দৰ কাপোৰেৰে মেৰিয়াই আটোম-টোকাৰিকৈ থৈছে। সি পুৱাই পুৱাই পুথিৰ টোপোলাটো মূৰত তুলি লৈ জানৰ পাৰলৈ যোৱা মানুহে দেখে। তালৈ গৈ সি দলঙৰ ওপৰত বহি পানীৰ সোঁত চাই থাকে। পিছতে তাৰপৰা উঠি আহি পৰাগ দাসৰ বাহৰত সোমাইহি। পৰাগ দাসৰ ধুনিৰ কাষ নেচাপে। বচ্, ইফালে-সিফালে ঘূৰি-পকি পানী তোলা চকৰীটোৰ কাষৰ চৌবাচাটোৰ টেপৰপৰা পানী খাই শিৱিৰৰ বাহিৰ ওলাই যায়। কেতিয়াবা মন গ'লে শিৱিৰৰ লঙ্গৰখানাৰপৰা ৰুটি খুজি খায় আৰু গুছি যায়। সি এতিয়াও আহে, তাক কোনেও মাতি নানে। কেতিয়াবা, কেতিয়াবা চৰণ দাসে তাক এই ইঙ্গিত দি তক্তাপোচখনৰ ওপৰত বহুৱাইহি। সি যদি ৰুটি বিচাৰে, তেন্তে তাক ৰুটি দিয়ায়, নহ'লে অলপ সময় বহিয়ে সি গুছি যায়। সি য'তে-ত'তে টোপোলাটো খুলি বহে। জানটোৰ দলঙত, শিৱিৰত, কোনোজোপা গছৰ তলত বা য'তে-ত'তে। এদিন সৰু সৰু ল'ৰা এজাকে চাই ৰ'ল সিনো টোপোলা খুলি তাত বান্ধি অনা কিতাপকেইটা কি কৰিছে। কিতাপ দুখন আৰু এটা নিলিখা বহী, এডাল সৰু পেন্সিল। প্ৰথমে সি এটা এটাকৈ দুয়োটা কিতাপ মেলিলে। চকু দি এনেকৈ চাই আছে যেন সি পঢ়িব পাৰে। মুখেৰে গুণগুণাই আছে। পেন্সিলডালৰ মূৰত থু সানি বহীটোত আঁচ পাৰিছে, যেন সি কিবা লিখি আছে। ল'ৰাহ'তে চাই হাঁহি আছে; কিন্তু কোনেও ডাঙৰকৈ হঁহা নাই।

সন্তো যোৱাৰ দুই-আঢ়ে মাহমানৰ পিছত হৰনামীয়ে গৰুহাল বেচি দিলে। ঘৰত এতিয়া মাত্ৰ পশু বুলিবলৈ ম'হজনীহে থাকিল। গৰখীয়াটো তেওঁলোকৰ ঘৰত প্ৰথমৰ পৰাই আছিল। এতিয়া সিয়ে খেতিৰপৰা ঘাঁহ লৈ আহে। হৰনামী আৰু সি পথাৰৰ পৰা অনা গোমধানৰ গছবোৰ মেচিনত কাটে। গোবৰ-জাবৰৰ কামটো প্ৰথমৰপৰা হৰনামীয়ে কৰে, এতিয়াও কৰি আহিছে। ম'হজনী খীৰায় আৰু দৈ কৰে যিখিনি ঘিউ জমায়, গোটেইখিনি অৰ্জ্জনৰ পেটত সোমায়। পোন্ধৰ-কুৰি দিনৰ অন্তৰে অন্তৰে বৈয়াম ভৰায় তাক দি দিয়ে। পিছবেলা খীৰোৱা গাখীৰখিনিও সিয়ে পি থৈ যায়। এতিয়া তাৰ কাৰণে গিন্দৰৰ ঘৰলৈ আহ-যাহ কৰা সাধাৰণ কথা হৈ পৰিছে। ওচৰ-চুবুৰীয়ায়ো একো নকয়। এষাৰ কোৱাৰপৰা লাভ কি! প্ৰীতমৰ মাকে কয়—"আমাৰ কি লোকচান ভাই, নিজৰ নাক নিজে কাটিছে। মনে মনে থকাই ভাল।"

গিন্দৰ ঘৰত থাকিলেও অৰ্জ্জনে আমনি নেপায়। এতিয়া তাৰ কিহৰ ভয়? অৰ্জ্জন আহিয়ে তাক মাত লগায়—"যোগিন্দৰ সিং, সৎশ্ৰী আকাল ভাই।"

গিন্দৰে খন্তেক তালৈ চাই উত্তৰ দিয়ে—"সৎশ্ৰী আকাল।" বচ্ আৰু একো নোবোলে। পুথি ওলট-পালট কৰি থাকে। হৰনামী আৰু অৰ্জ্জনে টিপা মাৰি হাঁহে।

হাঁহিয়ে থাকে। এদিন অৰ্জ্জনে ক'লে—“এতিয়া চোৰা-চালা, এতিয়া মেকুৰী পোৱালিটোৰ দৰে বহি থাকিবলৈ ল'লে।”

“ই মোক কম নাকত লৈ চাকত ঘূৰোৱা নাই। এতিয়া ভোগক, কপাল থপৰিয়াই কান্দক!” হৰনামীয়ে ওঁঠ কামোৰে।

গিন্দৰ মগ্ন ফকীৰটোৰ দৰে হৈ পৰিল। পুথিৰ টোপোলা ক'ত দলিয়ালে কোনেও নেজানে। ক'লা পাগুৰী পিন্ধিবলৈ ল'লে। হালধীয়া কুৰ্তা চোলা, বগা পায়জামা, চিক্‌চিকীয়া যদিও ঠায়ে, ঠায়ে ফটা। ভৰিলৈ ওলোমাই মৰা টঙালিডাল। ভৰিত ফটা জোতা। হালধীয়া পাঞ্জাবীটোত ঠায়ে ঠায়ে টাপলি মৰা—ক'লা, বগা, ৰঙা। হাতৰ পৰা চিলাই থোৱা। দুয়োখন হাতত দুডালকৈ লোৰ খাৰু, ৰবৰৰ চূড়ী আৰু দুয়োখন হাতৰ আঙুলিত পিতলৰ আঙুঠি কেইটামান। ক'লা পাগুৰীৰ ওপৰত বান্ধি ৰখা হালধীয়া ৰঙৰ ডাঢ়ি বন্ধা পটিডাল। হাতত বাঁহৰ দীঘল লাঠি এডোখৰ। লাঠিডাল তামৰ তাঁৰেৰে মেৰিওৱা, ঠায়ে ঠায়ে খামোছা বন্ধা। দুটা খামোচাত ম'ৰাৰ পাখি। এখন হাতত লোৰ তাঁৰেৰে ওলোমাই ৰখা টিঙৰ টেমা। টেমাটো বালি মাৰি চিক্‌চিকীয়াকৈ ৰখা। য'তে চাহ বা লাচি পায়, টেমাত ভৰাই লৈ খায়। নহ'লে টেমাত অলপ পানী ভৰায় হ'লেও ৰাখেই। মুকলি বহা ঠাইত, বাহৰত, দলঙত—য'তে থাকে, একো নকৰে, মাত্ৰ টেমাটোৰপৰা এঢোক এঢোক পানী খাই থাকে।

এতিয়া তাৰ খুউব কথা পতাৰ অভ্যাস হৈ পৰিছে। গাঁৱৰ গলিয়ে, গলিয়ে ‘হীৰ’ৰ পদবিলাক গাই ফুৰে। মুকলি জিৰণি ঘৰত থিয় দি গান গায়। সি নিজৰ ৰুচি মতে কবিতাও সাজি সাজি গায়। সি একোটা গান ৰাগ টানি গায় আৰু শুনোতাই বাঃ বাঃ দি যায়। সি কেতিয়াবা লাগ-বান্ধ নোহোৱা পদ্যও মাতে। তাকো নহ'লে “হে গোবিন্দ! হে গোবিন্দ!” বুলি মাতে। তাৰ পাগলামীখন দেখি শুনি কোনোৱে হাঁহে, কোনো গহীনহৈ পৰে, কোনোৱে গালি পাৰি কয়, “ঘৰখনকে চম্ভালিব নোৱাৰিলি কুকুৰ!” এতিয়া টেটু ফালি ফুৰিছ। ঝগুৰ ঘৰৰ সেইটোৰ গলধন উৰুৱাই দিবগৈ নোৱাৰ! পৰৰ পোৱে তোৰ মাইকীত লম্ভিছে চালা, তোৰ থাকিলগৈ কিটো, হেৰ!...নপুংসক...।”

গিন্দৰে একো উত্তৰ নিদিয়ে। তাৰ মান-অপমান অনুভৱ কৰিবলৈ লাজ বোলা বস্তুটোৱেই শেষ হৈ গৈছে। তাৰ মগজুত সেইবোৰ কথা নোসোমায়েই। সি যদি ভাবুক হ'লহেতেন, তেন্তে কথাই বেলেগ হ'লহেঁতেন। কিন্তু সি ভাবিনো কৰিব কি? তাৰ সকলো চিন্তাভাৱনা ব্যাভিচাৰিণী মাইকীজনীয়ে নষ্ট কৰি পেলালে। গোটেই ঘৰখন উচন কৰি পেলালে। কলিজাৰ জীয়া-জুইয়ে তাৰ বিবাহিত জীৱন কোন কাহানিবাই পুৰি ছাই কৰি পেলালে। পতি কি বস্তু, পেটৰ পোৱালিৰ মহত্ব কি তাৰ ঘৈণীয়েকে নুবুজিলে। মাত্ৰ শাৰীৰিক ক্ষুধাটোহে তাৰ অলপ মনত আছে। সংসাৰৰ আৰু একো বস্তুতে সি এতিয়া মহত্ব নিদিয়ে।

গিন্দৰক প্ৰথমে চেৰা-পাগল দেখি গাঁৱৰ সৰু ল'ৰাজাকে জোকাই আমনি কৰিছিল।

তাৰ পিছ্ লয়। তাৰ গালৈ শিলগুটি দলিয়াই। কিন্তু যিদিনাই সি এটা ল'ৰাৰ হাত এখন মোকোটাই ভাঙিলে, তাৰ পিছ্ৰপৰা তাক কোনেও নোজোকোৱা হ'ল। পাগলৰ কি বিশ্বাস আছে, কেতিয়া খং উঠিব আৰু কোন ল'ৰাৰ হাত-ভৰি ভাঙিব, কাক কি আঘাত কৰিব কোনে জানে। টোকোনডালটো তাৰ হাতত অনবৰত থাকেই। যিটো ল'ৰাৰ হাত ভাঙিছিল, তাৰ বাপেকৰ তেজ গৰম হৈ গৈছিল, কিন্তু কৰিব কি? গিন্দৰক মাৰ শোধোৱা, গৰু এটাক মৰিওৱা একে কথা। পাগলক মাৰ-কিল কৰাৰ অৰ্থই বা কি! বুজাব জানো পাৰি? তেওঁ বুজন ল'ৰাহঁতকো বুজনি দিলে আৰু অন্য ল'ৰাকো বাধা দি ক'লে যাতে গিন্দৰক কোনেও নোজোকায়।

গৰমৰ দিন। জেঠ-আহাৰ মাহ। জানত পানী শুকাই গৈছিল। দলঙৰ তলত পানী আছিল। দলঙৰ তলটো দ' হোৱাৰ কাৰণে জানৰ পানী শুকালেও তাত পানী থাকে। পোন্ধৰ-কুৰিদিন পৰ্য্যন্ত নুশুকায়। এদিন নাজৰ পুৱাই পুৱাই দলঙৰ ওপৰেদি গাঁওমুৱা হৈ গৈ আছে, এনেতে দেখা পালে গিন্দৰ দেখোন পানী যুঁৱলিত বেঁকা হৈ পৰি আছে। সি মাত দিলে যদিও লৰচৰ হোৱা নেদেখিলে। দ্বিতীয় বাৰ চিঞৰি মাতিলে, তথাপিও মাত নিদিলে। তৃতীয় বাৰ চিঞৰ মাৰি কেঁচা মাটি এচপৰা তাৰ গালৈ মাৰি দিলে, তথাপিও সি যেনে আছে, তেনেকৈ পৰি থকা দেখিলে। জানলৈ নামি সি গিন্দৰক লৰাই চালে। সি বেহুঁচ হৈ পৰি আছে। নাড়ী চাই গম পালে উশাহ চলি আছে। পানী একাঁজলি তাৰ মুখলৈ মাৰিলে, এচলু মূৰত দি ধীৰেৰে বোৱাই দিলে। গিন্দৰৰ হুচ আহিল। সি উঠি বহিল আৰু টানি টানি উশাহ ল'বলৈ ধৰিলে। "ইয়াত পৰি আছহি হোঁ।" নাজৰে ক'লে। সি চকু মেলিলে। ক'লে—"ভাই বৰ টোপনি ধৰিছিল।"

"টোপনি ধৰিছিল! তইতো ইয়াত পৰি মৰি আছিলি, অঘৰী! উঠ, ব'ল, তোক ঘৰত থৈ আহোগৈ।" নাজৰে তাৰ বাহুত ধৰিলে।

"কেনেকুৱা ঘৰ, ভাই?" সি নাজৰলৈ ট-ট-কৈ চাই ৰ'ল।

"তোৰ ঘৰ, কাৰ ঘৰ হ'ব। ব'ল হৰনামীৰ ওচৰত তোক থৈ আহোগৈ।" সি গিন্দৰক বাহুত ধৰি দাঙি থিয় কৰাই দিলে।

"হৰনামী?" গিন্দৰৰ মুখৰপৰা অস্পষ্ট মাত শুনা গ'ল।

"অঁ, হৰনামী তোৰ ঘৈণীয়েৰ, চালা!"

ঘৈণীয়েৰ শব্দ শুনি গিন্দৰৰ মুখত অবুজ হাঁহি বিৰিঙিল।

নাজৰে ক'লে—"হয় তোৰ ঘৈণীয়েৰৰ ওচৰলৈ, হৰনামীৰ ওচৰলৈ। ব'ল এতিয়া, খৰকৈ খোজ দে।"

আজে-বাজে কথা পাতি সিহঁত চুবুৰীটো পালেগৈ। নাজৰে তাক ঘৰলৈ লৈ গ'ল। হৰনামী অকলে আছিল। চাহ কৰি থৈছিল, খাবলৈ লৈছিলো।

নাজৰে গিন্দৰক খাটত শুৱালে আৰু হৰনামীক ক'লে—"এই, পতিদেৱতাক

চন্ডালিবলৈ ল, জানটোৰ পৰাহে তুলি লৈ আহিছো। নেজানো, কেতিয়াৰপৰা পৰি আছিল তাত। কথমপিহে উশাহ টানি আছিল। যেই কি নহওক, তোৰ গিৰিয়েৰ। তোক বিয়া কৰাইছে, লাজ পোৱা নাই জানো তই?"

"মই কি জুই জ্বলাইছো এওঁৰ? কোনো কামৰো নহয়, চামৰো নহয়। ভাল ভালুকৰ সাঙীখন মোৰ টেঁটুত—লগাই দিলে। এওঁৰ সদায় এনে অৱস্থা, আজি নমৰিলেও কালিলৈ মৰিব।"

"তেতিয়াহলে কাৰোবালৈ গুচি নেযাৱ কিয়? এইবোৰ ভাও ধৰি আছ কিয়? যাৰ হ'ব খুজিছ, দেখ-দেখকৈ হৈ যা।" নাজৰে মিচিকিয়াই হাঁহিলে।

"মাইকী তোমাৰ; দুয়ো, কথা-বতৰা পাতা, আঙঠি পিন্ধোৱা। নিয়া মোক, তোমাৰ ঘৰ পাতাগৈ। এইটো সম্পৰ্ক তেওঁ বজাই ৰাখিব।" হৰনামীয়ে হাঁহিলে। তাই নাজৰক বহিবলৈ পীৰা এখন আনি দিলে। বাটিত চাহ বাকিলে, ক'লে—'হোঁৱা; প্ৰথমে চাহ খাই লোৱা, মোৰ বোপা। কাজিয়া পাছতো কৰিবা।" এটা বাটিত তাই নিজেও চাহ খাবলৈ ল'লে।

নাজৰে চাহবাটি হাতত লৈ গিন্দৰক মাত দিলে—"গিন্দৰ, হোঁ ল, চাহ খা।"

তাই ক'লে—"হেৰা, তুমি খোৱা চুপে-চাপে। এওঁক বেলেগে কৰি দিম, কি কথানো; এতিয়াও চৌকা জ্বলিয়ে আছে। গিন্দৰক বিচাৰিব নেলাগে।"

নাজৰে চাহ খালে আৰু হৰনামীৰ লগত আগ-গুৰি নোহোৱা কথা পাতি পাছত গুছি গ'ল।

## ১১

নাজৰে কেইবাদিনো ধৰি চিন্তা কৰিলে। এটা কথা তাৰ মগজুৰে ঢুকি পোৱা নাই যে গিন্দৰৰ ঘৈণীয়েক হৰনামী তাৰ ঘৰলৈ আহি কেনেকৈ সংসাৰ কৰিবহি। কেতিয়াবা কেতিয়াবা সি এই কথাটো গভীৰভাৱে চিন্তা কৰি আনমনা হৈ পৰে। যদি হৰনামীৰ দৰে তিৰোতা তাৰঘৰলৈ আহে তেন্তে তাৰ গোটেই জীৱন ওলট-পালট হৈ যাব পাৰে। কিন্তু কেতিয়াবা কেতিয়াবা সিদিনা তাই কোৱা কথাকেইটা সাৰহীন যেনো লাগে। তেনেকুৱা যেন লগাহেঁতেন সি দেখোন গালি পাৰিব পাৰিলেহেঁতেন। এনে কুকুৰৰ জাত তিৰোতাৰ কি বিশ্বাস? ক'ব লাগে দেখি কৈছিল চাগৈ। গাৰ কাপোৰখন নিজে খুলি পেলালে আনে কৰিব কি? যাৰ যি মন যায়, ক'ব নোৱাৰিছে, কোনে, কাক বাধা দিব?

হৰনামীৰ জীৱনটোৰ প্ৰতি তাৰ দয়া লাগিল। তাইৰ প্ৰতি সহানুভূতি জাগিবলৈ

ধৰিলে। সি ভাবিলে—তাইৰ গিৰিয়েকটো পাগল হৈ ঘূৰি ফুৰিছে, ঘৰ-সংসাৰৰ প্ৰতি খবৰেই নাই—এনে অৱস্থাত তাই বেচেৰীয়ে কৰিব কি? উচন হ'ব ধৰা ঘৰখনত তাইৰ মন বা কেনেকৈ বহে? তাই আনৰ আশ্ৰয় নিবিচাৰি যাব কলৈ? ইমান ডাঙৰ ডেৰমোনীয়া দেহাটো কেনেকৈ সামৰি ৰাখিব? নিজৰ জোখৰ পুৰুষ এজন তাইৰ কাৰণে সপোন হৈয়ে ৰ'ল চাগৈ। জোখৰ পুৰুষ এজনৰ কথা তাৰ মনলৈ অহাৰ লগে লগে নাজৰে নিজৰ বিষয়ে ভাবিবলৈ ধৰিলে। ভাবিলে,—যদি সি হৰনামীৰ পতি হয়, তেন্তে তাই সৰগীয় দোলনাত দুলি থাকিব পাৰিব। এবাৰ হৰনামীয়ে ৰাজত্ব কৰি চাওকচোন।

নাজৰক গাঁৱত ভেড়া-পুহীয়া নাজৰ বুলি জানে আৰু ভেড়া পুহীয়া নাজৰৰ বাপেক মৈঙ্গলেও ভেড়াই পুহিছিল। মৈঙ্গলৰ দুই পো। দুয়ো বৰলা। ককায়েক খজান পুলিচত সোমাল। সি মাজে-সময়ে ঘৰলৈ আহি গৈ থাকে। মৈঙ্গলতো এতিয়া বুঢ়া হৈ আহিল, নাজৰেহে এতিয়া ভেড়াৰ পালটো চোৱা-চিতা কৰে। মাটি-বাৰীও সিহঁতৰ বেছি নাই, কথমপিহে তিনি-চাৰি বিঘামান হ'ব। মাটি কম কাৰণেই খজানে ছোৱালী পোৱা নাই আৰু নাজৰো সেইকাৰণেই অবিবাহিত হৈ আছে। নাজৰৰ বয়স এতিয়া ডেৰকুৰিৰ ওপৰ উঠিল। জাট সম্প্ৰদায়ৰ ল'ৰাই যদি কুৰিতে বিয়া পাতিব নোৱাৰে, তেন্তে বৰলা ভাত খাব লগা হয়। সিহঁতে ছোৱালী নোপোৱাৰ আন এটা কাৰণ হ'ল ভেড়া ৰখীয়া হোৱাটো। ভেড়া ৰখীয়াৰ লগত গাঁৱে খোৱা-বোৱা বন্ধ ৰাখে। গাঁওবাসীয়ে ভাবে ভেড়া বা ছাগলী পোহা জাটবিলাক ভাল সম্প্ৰদায়ৰ নহয়। এইবিলাক নিম্ন জাতৰ কাম।

গাঁৱৰ বাহিৰত ভেড়াৰ গৰাল। মাটিৰ ওখ ভেটি তুলি চাৰিওফালে কাঁইটৰ ওখ বেৰা দিয়া হয়, বেৰাৰ ওপৰেদি যাতে কোনো জীৱ-জন্তু জপিয়াই সোমাব নোৱাৰে। নাজৰৰ ভেড়াৰ পালটোকো কেতিয়াও কোনো বাঘে লোকচান কৰিব পৰা নাই। বেৰাত আৰু এখন কেঁচা ইটাৰ বেৰা তিনিওফালে, তাৰ ওপৰত ইকৰাৰে মজবুত চঁছালি বৈ ঢাকি থোৱা আছে। দুৱাৰত কাঠৰ মজবুত দৰ্জা আৰু তলা লগোৱা।

নাজৰৰ বন্ধু-বান্ধৱে কেতিয়াবা কেতিয়াবা ঘৰুৱা চুলাই মদ এই ছটাইৰ ওপৰত বহি খায়গৈ। ছটাইৰ ছালখন যথেষ্ট আহল-বহল। কেতিয়াবা সিহঁতে ছাগলীও মাৰে আৰু তলত খালী ঠাইত মাংস ৰান্ধে। জঙ্গিৰাই সম্পূৰ্ণ সহায় কৰি দিয়ে। সি মাফতে চেৰাপ খাবলৈ পায় আৰু লগতে পেট পূৰাই মাংসও।

জঙ্গিৰা নাপিতৰ ল'ৰা। বাপেক ঢুকাল, মাক জীৱিত। লোকৰ ঘৰে ঘৰে বন-বাৰী কৰি ফুৰা, মূৰ ফণিয়াই দিয়াই তাৰ কাম। বিয়া-বাৰু, সকাম-নিকামত মাকৰ লগত জঙ্গিৰাও যায় আৰু বাচন-বৰ্তন ধোৱা-পখলা কাম কৰি দিয়েগৈ। মাকে গাঁৱত নিমন্ত্ৰণ জনোৱা কামো কৰি দিয়ে। জঙ্গিৰাই আঁতৰৰ গাঁৱলৈ বিয়াৰ টালি-টোপোলাও কঢ়িয়াই নিয়ে আৰু নিমন্ত্ৰণৰ কামো কৰে, মৰাৰ খবৰ আদিও দিয়েগৈ। খেতি-বাটিত জাটসকলৰ

লগত হাজিৰা মাৰিবলৈও যায়। দানা দিয়া, ঘাঁহ কটা আদি কামো কৰে। তাহাঁতৰ ঘৰত ম'হ এজনীও আছে। নাপিতৰ এখন ভাল ঘৰেই বুলিব পাৰি। জঙ্গিৰাৰ বিয়া হৈ গৈছে যদিও শান্তি কৰি ছোৱালী ঘৰ সোমোৱাহি নাই। তাৰ ঘৰত গধূলিও ৰুটি কৰে, আনহাতে জাটসকলৰ ভাল ঘৰতো গৰম কালি মাকৈৰ কড়াই ভজাৰ লগত টেঙা লাচি ঢালি খায়। জাৰকালি কটাৰী ডবুৱা মাহ আৰু বাজাৰাৰ খিচিৰি কৰি টেঙা লাচিৰে খায়। কোনো কোনোৱে টেঙা লাচিৰ লগত ম'হৰ এৱাঁ গাখীৰ মিহলাই সোৱাদ কৰি লয়। তাৰ লগত খোৱা মাকৈৰ অন্নক বা মাহবাজাৰাৰ খিচিৰিক 'চৌত্রিশ ব্যঞ্জন' বুলি ধৰা হয়। গধূলি ৰুটি খোৱাতো বৰ মানুহৰ ঘৰতহে চলে। জাৰকালি মাকৈ বা বাজাৰাৰ ৰুটি আৰু গৰমকালি ঘেহুঁৰ ৰুটি কৰা হয়। সৰু মানুহৰ ঘৰত পুৱা গোমধান—বুতমাহৰ (বেচনৰ) ৰুটি কৰে—পুৱাৰ জলপান।

এদিন ৰাতি ভেড়া খুটিলৈ ভাইৰূপাৰ ঘীচৰে লোকৰ তিৰোতা এজনীও লৈ আহিছিল। সেই ৰাতি মদ-মঙহৰ আড্ডা বাৰুকৈয়ে জমিল। ঘীচৰ এলেকাটোৰ সবাতোকৈ বদমাচ ব্যক্তি। তাৰ কাম তিৰোতা পলুৱাই অনা আৰু দৰকাৰ থকা লোকক বেচি দিয়া। গাঁৱে গাঁৱে তাৰ সম্পৰ্ক আছে। গাঁৱৰ অভ্যস্ত ব্যভিচাৰী তিৰোতাই ঘীচৰলৈ বাট চাই থাকে।

নাজৰে হৰনামী আৰু অৰ্জ্জনৰ সম্বন্ধটোৰ কথা জানিছিল। এতিয়া গোটেই গাঁৱেই এই কথাটো জানে। অৰ্জ্জনৰ বৌৱেকে কান্দি-কাতি বাউলি হৈ পৰিছে। এতিয়া তেওঁ একো হকা-বাধা কৰিব নোৱাৰা অৱস্থাত। অৰ্জ্জন তেওঁৰ হাতৰ মুঠিৰপৰা ওলাল। ঝগুৰ মনত ইয়াৰ একো প্ৰভাৱ পৰা নাই; কিন্তু ভিতৰি নিশ্চয় আনন্দ লাভ কৰিছে যে অৰ্জ্জন কেহৰৰ বোৱাৰীয়েকৰ মেৰপাকত পৰিছে। ভালেই হৈছে, ঘৰলৈ নাহে, ঘৰখন নষ্ট কৰাহি নাই। এতিয়া সি মদপানীও হৰনামীৰ ঘৰতে খায়গৈ। তাইক-দাবী-ধমকিও দিব পৰা হৈছেগৈ, দুবাৰ সি হৰনামীক পিটিছেও। কিন্তু কেইদিনমানত তাই আগৰজনী হৈ পৰে। হৰনামীয়ে এতিয়া খেতিও নকৰায়। ঘৰত এজনী ম'হ আগৰপৰাই আছে। সাতবিঘা মাটি তাই আধিলৈ দিয়ে আৰু বাকী কেইবিঘা আধিয়াৰৰ হতুৱাই চহায়, ৰোৱাৰ কামো কৰায় লয়। এডৰাত ঘাঁহ, এডৰাত মাকৈ, দুডৰাত চৰণীয়া ঠাই থিক কৰাই ৰাখিছে। চাপৰৰ (দানাৰ) যোগাৰো তাই আধি-খোৱা কেইজনৰ যোগেদিয়েই কৰি লয়। এজনী ম'হে খাইনো কিমান?

এদিন নাজৰ হৰনামীৰ ঘৰলৈ ঘ'ল। জাৰৰ দিন। এতিয়া জাৰ আঁহিয়াইছেহে। দুপৰ বেলা। কাতি মাহ। সৰহ ভাগ লোকেই পথাৰত। ঘৰত মাত্ৰ নিষ্কৰ্মা-বিলাকহে থাকে। অথবা বুঢ়া, বেমাৰী কেইজন। এই সময়ছোৱাত খেতিয়কৰ যেন মৰিবলৈকো আজৰি নাই। পাঞ্জাৱৰ গাঁৱত এটা সাধাৰণ প্ৰবাদ আছে যে—"কাতি মহীয়া কাৰোবাৰ মাক মৰিল আৰু বুঢ়ীৰ শ-টো ভঁৰালত ভৰাই থৈ ক'লে যে এতিয়া খৰি দিবলৈ সময় নাই, আজৰি পালেহে চিতাত তোলাগৈ হ'ব।"

হৰনামীয়ে ৰুটি খাই বাচন মাঁজি আছিল। দাইলৰ বটুৱাটো ধুই ৰ'দত শুকাবলৈ দিছিল। গিন্দৰ ঘৰত নাছিল। নাজৰ সোমায়েই হৰনামীক বিজয়-উলাহেৰে মাত দিলে—“বৌদেও, ‘সৎশ্ৰী আকাল’। ভালে আছানে?”

“হয়, আহা বহা। ৰুটি খাবা নহয়?” হৰনামীয়ে বাটিত হাত বুলাবলৈ এৰি সুধিলে?

“ৰুটি মই কেতিয়াবাই খালো।”

“বাৰু, তেনেহলে। পীৰাখন পাৰি বহাঁ, মই চাহ কৰোগৈ।”

সি পীৰাখন তাইৰ ওচৰতে পাৰি বহি তাইক সুধিলে—“গিন্দৰ ক'লৈ গ'ল?”

“কি জানিম, কোন চুবুৰী পালেগৈ? আজি চাৰিদিন হ'ল। কি ঠিকনা, আছেনে, মৰিল।”

“মৰিলে গম পাবাই নহ'য়!”

“বাহৰত থাকিব পায়। ঘৰলৈ অহা-নহাৰ কি প্ৰভেদ আছে?” হৰনামীয়ে ওঁঠ কোঁচালে।

“এটা কথা সোধোনে তোমাক?” নাজৰ একেবাৰে দোঁ খাই গ'ল, হৰনামীৰ ফালে।

“সোধা, যি ইচ্ছা তাকে সোধা, এটা কিয়?”

“সিদিনা মই ইয়ালৈ আহিছিলো নহয়, তোমাৰ লগত পতা কথাখিনি সঁচা মনেৰেই পাতিছিলো জানা।”

“কি কথা, মোৰ হলে মনত পৰা নাই।”

“সেই যে—‘তোমাৰ তিৰোতা’ হৈ যাওঁ বুলিছিলা যে, আঙঠি পিন্ধাই মোক তোমাৰ ঘৰলৈ লৈ যোৱা বুলি কৈছিলা, মনত পৰিছে?”

“অঁ' হয় হয়, সঁচা-সচিকৈয়ে কৈছিলো। এতিয়া কোৱা, তোমাৰ মতামত কি?”

নাজৰে মূৰত হাত দি বহি ৰ'ল। পিছ মুহূৰ্ততে ক'লে—“নহব, সকলো মিছা। মই হয় বুলিলেও তোমাৰ নচলিব।”

“কিয়?”

“ঝগুাইঁতৰ অৰ্জ্জনে জানো তোমাক এৰিব? সঁচাকৈ কৈছো, খং নকৰিবা। জাত-কুলৰো কথা আছে নহয়।”

“কি, মই জানো না বুলিছো! তুমি ঠিকেই কৈছা। কিন্তু সি হ'ল চালখনৰ অংশীদাৰ, যিমান বাৰ ইচ্ছা কৰে চেলাই-বখলিয়াই থাকিব।”

“মই বুজাই নাই।”

“সিতো মোক নি ঘৰ পাতিবগৈ নোৱাৰে। এনে অৱস্থাত তাৰ ওপৰত কি ভৰসা কৰিম?”

“ঘৰ পাতিবলৈ বাকী আছে কিটো? খং নকৰিবা। সি চোন্ তোমাৰ

ঘৰতে থাকিবলৈ ল'লে। এতিয়াও কেনেবাকৈ আহি পায়হি বুলি মোৰ ভয়েই লাগিছে।”

“ইমানেই যদি ভয়, তেন্তে আহিছা কিয় ?”

“বচ্, মই তোমাৰ কথাৰ ওপৰত ভৰসা কৰিয়ে আহিলো। ইমান দিনে মই সেই কথা কেইযাৰৰ চিন্তাতে কটালো, “হৰনামীয়ে সঁচাকৈ ক'লে নে নাই মিছাকৈ ক'লে। মোৰ সঁচা নেলাগিলেও, কিন্তু নেজানো কিয়, মই তোমাৰ ওচৰলৈ এনেয়ে গুছি আহিলো, নাহিলে কিজানি মোৰ কিবা দোষ হব।”

“আহিছা যেতিয়া, সাহ বান্ধি লোৱা! দেখুওৱা বীৰত্ব!”

“পালোৱান মানুহৰ লগত ফেৰ পতা টান কাম, ভাই। অৱশ্যে তুমি যদি নিজ মুখে কোৱা, তেন্তে এঘৰি যুঁজি চাব পাৰো হঁ?”

“চোৱা, মই সেই মিছলীয়াটোৰ ঘৰলৈ যাবলৈ সাজু আছিলো। কিন্তু সি মানিলেহে হৈছে। ক'লে—‘তোক লৈ ঘৰ পাতিবগৈ নোৱাৰো। এইদৰে আহ-যাহ কৰি থকাই ঠিক হ'ব।” তুমি সিয়ান লোক। এইদৰে আহ-যাহৰ একো ফল নধৰে বুলি জানা, নহয় জানো? দেহাত তেজ থাকে মানেহে এইবোৰ চলিব। তাৰ পাছত কোনেও, কাকো চিনি নেপাব, কি কোৱা?”

“নহয়...সি তোমাক লৈ যাব নোখোজে কিয় ?”

“সি কৰিব কি? ককায়েক-বৌৱেকেই নিবিচাৰে যে তাহাঁতৰ ঘৰলৈ আৰু এজনী মাইকী আহক। দহবিঘা মাটিৰ গৰাকী অৰ্জ্জন। চোৱা, তিৰোতা আহিলে ল'ৰা-ছোৱালী হ'ব। গতিকে সি এইদৰে মহলা মাৰি ফুৰাতে সিহঁতৰ আনন্দ।”

“তেনেহলে সেইটো ষাড় গৰুৰ সংগ এৰি পেলোৱা। তাৰ লগত তোমাৰ কি লেনা-দেনা আছে।” নাজৰে পৰামৰ্শ দিলে।

“মই জানিবা এৰিলোৱেই, সি যে এৰিব আশা নাই। সি বৰ বেয়া বিধৰ মানুহ। দাবি-হুমকি লগাই মোক ৰাখিছে। মোক কৈ থৈছে—‘আৰু কাৰোবাৰ লগত হলি-গলি কৰিবি, চাবি, ঠেং ভাঙিল’, যেন মোক সি কিনিহে লৈছে। চোৱাচোন বাৰু।”

“তুমি কথা দিয়া। তাৰ কেৰামতালি আমি চাই ল'ম। তুমি মাত্ৰ পক্কা কথা ক'ব লাগে।”

“মই একেবাৰে পোনপটীয়া। মোক নি ঘৰ পতা মানুহটোহে লাগে। অৰ্জ্জন হ'ল এটা কুকুৰ। সি মাংস কামুৰিবহে জানে। মইতো ঘৰখনকে তাক খোৱাই পেলালো। গোটেইখিনি ঘিউ তাৰ পেটতে হজম হ'ল। মদ খাবলৈ পইছা খুজিলেও মই না নকওঁ, লাগিলে মোৰ হাতত থাককেই বা নেথাকক।”

নাজৰে পীৰাখনত তেনেদৰে বহি থাকি কাঠ এডোখৰ টাকুৰীৰদৰে ঘূৰাই ৰ'ল। বাচন ধোৱাৰ পাছত হৰনামীয়ে চাহ কৰিলে। দুটা বাটিত চাহ বাকি দুয়ো খাবলৈ ল'লে। এনেতে গুৱাল ল'ৰাটোৱে খৰি একোছা লৈ আহি পালেহি। সি খৰিকোছা

পেলাই ইটাত বহি ডিঙিটো খজুৱাবলৈ ল'লে। পিছত পাগুৰীটো খুলি মূৰত হাত ফুৰালে। তাৰপিছত পুনৰ লিপিত খোৱাই মূৰত মাৰি ল'লে। ডালিবোৰ কুচিকুচিকৈ বান্ধিবলৈ লৈ ভাবিবলৈ ধৰিলে আৰু আচৰিত হ'ল যে আজি অৰ্জ্জনৰ ঠাইত এই নতুন মানুহ নাজৰ এই ঘৰলৈ আহিল কেনেকৈ?

হৰনামীয়ে চচ্‌পেনটোত বাচি ৰোৱা তাকৰীয়া চাহখিনিতে আৰু অলপ গাখীৰ মিহলাই বাটিত বাকি গুৱালৰ হাতত দিলেহি। তাৰপাছত তাৰ লগত খেতিৰ কথা পাতিবলৈ ধৰিলে।

ঘৰৰপৰা ওলাই আহি নাজৰে গুৱালজনক ক'লে—“গৰালত দেখোন্ খেৰ এডালো নাই ভাইটি, ঘাঁহ-বাট একোমুঠা আনি পেলাই নোথোৱাহি কিয়? সেইখিনি চাপৰেৰে ম'হজনীৰ পেট ভৰিব জানো?”

গুৱাল ল'ৰাই ক'লে—“আৰে ভাই, যিমান পাৰো আনি আছো। তাতকৈ আৰু বেছি কঢ়িয়াব নোৱাৰো নহয়।”

হৰনামীয়ে গুৱালৰ কথাত লাহেকৈ হাঁহিলে। নাজৰেও হাঁহি হাঁহি গুছি গ'ল।

## ১২

অৰ্জ্জনে কেনেবাকৈ উমান পালে যে নাজৰে হৰনামীৰ কাষলৈ আহি বহুত সময় কথা পাতি আছিলহি। সি পিছদিনাই হৰনামীৰ কথা প্ৰমাণ কৰিবলৈ লাগি গ'ল। গুৱাল ল'ৰাজনে পুৱাই খৰি আনিবলৈ খেতিডৰালৈ ওলাই গৈছিল। তাক বাটতে লগ পাই অৰ্জ্জনে তাৰ বাউসিত ধৰি শিৰীস গছজোপাৰ তললৈ লৈ আহিল। সি পেৰি পেৰি সুধিবলৈ ধৰিলে—“কালি কেতিয়া নাজৰ সিহঁতৰ ঘৰলৈ আহিছিল?”

“কেতিয়া আহিল নেজানো। মই যেতিয়া খৰিমুঠা লৈ আহিছিলো, তেতিয়া সি তাতে বহি আছিল।”

“যেতিয়া তই ঘৰ পালিগৈ, তেতিয়া সিহঁতে কি কথা পাতি আছিল?”

“যেতিয়া খৰিকোছা পেলালো, দেখিলো দুয়ো চাহ খাই আছে। তেতিয়া তেওঁলোকে কথা পাতি থকা যেন নেলাগিল। মনে মনেহে বহি আছিল।”

“তাৰ পাছত সি কেতিয়া গ'ল?”

“তেতিয়াই গ'ল। হৰনামীয়ে মোকো চাহ খাবলৈ দিলে। মই বাটিটো মুখত লগাইছোহে, নাজৰে মোক ক'লে—“গৰালত চোন একো নাই ভাইটি, এইকেইডাল খেৰেৰে কি হ'ব?”

“তেতিয়া তই কি ক'লি?”

মই ক'লো—"যিমানে বলে পাৰো আনিছো। আৰু একো নক'লো। হাঁহি হাঁহি গুছি গ'ল।"

"আগতে এইৰ ইয়ালৈ আহিছে নেকি?"

"নাই, আগতে কেতিয়াও ইয়ালৈ অহা দেখা নাই। বহুত দিন হ'ল—এবাৰ গিন্দৰক লৈ আহি থৈ গৈছিলহি।"

"গিন্দৰৰ কি হৈছিলনো?"

"নেজানো, জানটোৰপৰা তুলি লৈ আহিছিল।"

"সেইদিনাও কিজানি হৰনামীৰ লগত বহি আছিল!'

"হ'য়, সেইদিনাও কিবা কথা পাতি গুছি গৈছিল।"

"এতিয়া দ্বিতীয়বাৰ কিয় আহিল, চাল্লা ভেৰাৰ গু খোৱা?"

"এইবোৰ একো নেজানো ভাই, হৰনামীয়েহে জানে।" গুৱালে উত্তৰ দিলে।

সি যাবলৈ উঠিল। আচল কথাৰ ভু সি একো নেপায়। সি পথাৰলৈ যাবলৈ উচ্‌পিচ্ লগালে।

"আচ্ছা, সি আকৌ কেতিয়া আহে, মন দিবি। মোক ক'বি তই ঘৰৰ ল'ৰা, তোক ফটিকা খোৱাই দিম।"

"বাৰু, মই আকৌ ফটিকা নেখাওঁ। কেতিয়াবা নাজৰ আহিলে জনাই দিম বাৰু।" গুৱাল ল'ৰাটো পথাৰলৈ গুচি গ'ল।

তাৰপৰা আহি অৰ্জ্জন নিজৰ কোঠাত সোমালহি। এতিয়াও বেলি দুপৰ হোৱাহি নাই। বটলত বাকী থকা চেৰাপখিনি বাটিত বাকি লৈ পানী নিমিহলোৱাকৈয়ে গিলি পেলালে। তাৰ পাছত পানী এঢোক খালে, বচ। খাটত বহি লৈ ভাবিবলৈ ধৰিলে। কুকুৰৰ জাত তিৰোতাই জানি-বুজি মাতি অনা নাইতো? তাৰ খং উঠিবলৈ ধৰিলে। তাৰ মন গ'ল যেন সি এতিয়াই হৰনামীৰ ওচৰলৈ যাব আৰু শান্ত ভাৱেৰে সুধিবগৈ যে ভেড়া-পুহীয়া তাইৰ ওচৰলৈ কিয় আহিছিল? তাই চিধাকৈ কৈ দিয়ক যে মই তাইৰ ওচৰলৈ যাব নেলাগে। পিছ পলকতে তাৰ নাজৰৰ ওপৰত খং উঠি গ'ল। হৰনামীৰ লগত তাৰ ভাল পোৱাৰ কথা গাঁৱৰ সকলোৱে জানে। নাজৰে নেজানে নেকি? যদি জানে তেন্তে জানি-শুনিও মোক উপেক্ষা কৰি সি কিয় আহিছে হৰনামীৰ ঘৰলৈ? সি মোক চিনা নাই নেকি? সি মোক কি বুলি ভাবিছে? মই তাৰ মুখ ভাঙি দিম, জনা নাই নেকি চাল্লাই।

সি আৰু এবাটি বাকি ল'লে। তাৰ ভতিজী কৈলোৱে বেচনৰ দুখন নিমখীয়া ৰুটিৰ লগত মাখন আৰু টেঙা লাচিৰ গিলাচটো থালত লৈ তাৰ আগত থৈ ক'লে—"দাইটি, দুপৰীয়াৰ জলপান খোৱা।" এইবোৰ এতিয়া খোৱা, নহলে চেঁচা হৈ যাব। মায়ে কৈ পঠাইছে।"

গোৱালীজনীৰ কথা শুনি সি লাহেকৈ হাঁহিলে। কিন্তু নাজৰ তাৰ মনত অলৰ-

অচৰ হৈ বহি ৰ'ল। সি বেঁকা হৈ খাটিয়াত পৰি ৰ'ল আৰু হৰনামীৰ বিষয়ে ভাবিবলৈ ধৰিলে—মগনীয়া জাতৰ কাৰণে মই নিজক নিজে দেৱলীয়া কৰিলো। এতিয়া তাই নতুন মতা লবলৈ মতলব কৰিছে। কি ভাবিছে! মই ঠেং ভাঙি দিম! আকৌ তাৰ মনত ভাব হ'ল হৰনামীৰ গাত কি দোষ! যিজনীয়ে মোৰ কাৰণে নিজৰ মতাটোকে এৰি দিলে, সাধুৰ হতুৱাই পাগল কৰালে, তাই এতিয়া মোৰ বাহুপাশৰপৰা আনৰ বাহুপাশত সোমাবগৈ নোৱাৰে! এইবোৰ লোক অঘৰীয়েই। ওপৰে ওপৰে জাল পেলাবলৈ বিচাৰি ফুৰে। বটলত থকা বাকীখিনি মদো বাটিত বাকি খাই লৈ মাখন সানি ৰুটি খোৱাত লাগিল। লাচি গিলাচ নেখালে। হৰদিওক মাত দিলে। সি বোধকৰো ঘৰত নাছিল। কৈলো আহিল আৰু তাই সুধিলে—"কি হ'ল দাইটি?" সি পানী এলোটা অনালে আৰু কোঁট কোঁটকৈ পানী খাই খাটিয়াৰ ওপৰত বেঁকা হৈ পৰি ৰ'ল। গাত চাদৰ লৈ মুখ ঢাকি ল'লে। অলপ পিছতে তাৰ টোপনি ধৰিল।

দুপৰৰ ৰুটি সি নেখালে। কৈলোৱে কোঠালৈ আহি মাতিছিলহি, কিন্তু সি নুঠিল। দুপৰ ভাটি দিয়াত সি উঠিল। পানী লৈ হাত-মুখ ধুলে। পাগুৰী আৰু চাদৰ খুলি আকৌ পিন্ধি ল'লে। হাতত টোকোনডাল লৈ সি ঘৰৰপৰা ওলাই গ'ল। বাটৰ কাষৰ মুকলি ঠাই ডোখৰত এমুঠা খৰিৰ ওপৰত বহিলগৈ। বেলি লহিয়ালত সি ঘুদ্দে ধীবৰৰ ঘৰলৈ খোজ ল'লে। সি ঘৰতে আছিল। ক'লে, 'ঘুদ্দে, এপোৱা—আধাপোৱামান ওলাবনে?"

"অঁ।"

"আধা দি দিয়া, পইছা কিমান লাগে লোৱা।"

"অৰ্জ্জন, প্ৰথমৰ খিনিকে উলিয়াই থোৱা আছে। জুইশলা মাৰিলে জুই লাগিব, চাই লোৱা।"

আধা বটল জেপত ভৰাই লৈ সি হৰনামীৰ ঘৰলৈ আহিল। তাই ৰুটি সেকিবৰ কাৰণে যা-যোগাৰ কৰি আছিল। চৌকাৰপৰা অলপ আঁতৰতে থিয় দি আছিল গুৱাল ল'ৰাটো। তাই তাৰ লগত কথা পাতি আছিল। দুৱাৰ মুখত থিয় হৈ অৰ্জ্জনে মাত দিলে।

"আহিলানে বঙহৰ বোপা?" হৰনামীয়ে হাঁহিলে, ল'ৰাটোৱেও হাঁহিলে।

"কি কথা লৈ হাঁহিব লগা হ'ল, চালাহঁত!" অৰ্জ্জনে সৰলভাৱে সুধিলে।

হৰনামী তাৰ কাষ চাপি মুখখন শুঙি চোৱাৰ অভিনয় কৰিবলৈ ধৰিলে। সি ক'লে, "খোৱা নাই, খামহে। বাটি-চাটি কিবা এটা দিয়া।"

তাই তাক বাউসিত ধৰি বহা-কোঠালৈ লৈ গ'ল। কোঠাত লেমটো জ্বলালে। আকৌ এবাৰ আহি পানীৰ লোটা আৰু বাটিটো থৈ গ'লহি। যাব খোজোতে সি তাইৰ বাউসিত ধৰি ক'লে, "এঢোক খাই যোৱা। মই এটা কথাও তোমাৰ লগত পাতিব লগা আছে।"

"কথা যিমান মন যায় পাতিবা...মোক ৰুটি কেইখন তপতাই ল'বলৈ দিয়া। গুৱাল ল'ৰাটোক খাবলৈ দিব লাগে।"

"খিচিৰী ৰন্ধা নাই। ভাবিলো ৰুটি কেইখনমানকে তপতাই দিওঁ, খাওতানো কেইজন...।"

এবাটি হৰনামীক দি অৰ্জ্জনে নিজে এবাটি পি ল'লে। সি কোঠাতে বহি লৈ কিবা এটা গান গুণ-গুণাবলৈ ধৰিলে। হৰনামী চৌকাৰ কাষলৈ গৈ জুই ধৰিলে আৰু ৰুটি সেকাত লাগি গ'ল। গোটা মগু দাইল ৰান্ধি থোৱা আছিল। দাইলখিনি ঘুটি তাৰে দুহেতা গুৱাল ল'ৰাটোৰ বাটিত ভৰালে আৰু তিনিখন ডাঠ ৰুটি তপতাই তাই তাৰ হাতত তুলি দিলে। তাই থালখনত অলপ আটাও মাৰিবলৈ ল'লে। ছয়-সাতখনমান ৰুটি তপতালে। গুৱাল ল'ৰাই ৰুটি খাই পানী বিচাৰিলে। হৰনামীয়ে তাৰ দাইলৰ বাটিতে পানী বাকি দিলে আৰু টেকেলিত থকা গাখীৰ সামৰি-সুতৰি তাক মাত দিলে—"গাখীৰ খাই যাবি দেই। ম'হজনীয়ে দানাখিনি খালেনে চাই আহ, খালে যদি খীৰাবগৈ লাগিব, মই।"

ল'ৰাটোৱে ম'হজনীৰ মুখৰ আগত চকু দি আহি ক'লেহি, খালেই বুলি ধৰিবা, বাল্টিটো সাজু কৰা খীৰাবলৈ।"

তাই এটা বাটিত দাইল ভৰাই, তাত মাখন ঢালি, লগত এখন চামোচ দি গুৱাল ল'ৰাক ক'লে, "তই ইয়াতে থিয় হৈ থাক, চৌকাৰ কাষতে। কুকুৰ, মেকুৰীলৈ চকু দিবি। মই আহিছো।"

তাই বহা-কোঠালৈ গ'ল, অৰ্জ্জনে বাটিত মদ ঢালিবলৈ লৈছিল। নিজে এবাটি খাই এবাটি হৰনামীলৈ আগবঢ়াই দিলে। তাই ক'লে, "নেলাগে মোৰতো বচ্, হৈছেই। তুমিয়ে খোৱা! এয়া দাইল থৈছো। মই ম'হজনী খীৰাই আনোগৈ এতিয়া। ল'ৰাটোও যোৱা নাই।"

অৰ্জ্জনে তাইৰ বাউসিত ধৰিব খুজিছিল, কিন্তু তাই বিশ্বাশৰদে কোঠাৰ বাজ ওলাল। দুচামোচ মুখত ভৰাই অৰ্জ্জনে দাইলৰ জুতি ল'লে।

বৰ চোকা ফটিকা। বাটিত বাকি থোৱাখিনি সি তেনেকৈয়ে থৈ দিলে। দাইলৰ বাটিটো ডাঙৰ আছিল। দাইলৰ বাটিটোৰে মদবাটি ঢাকি থ'লে।

হৰনামীয়ে ম'হ খীৰালে। কলহত কেঁচা এৰাঁখিনি ভৰালে। গাখীৰ গৰম কৰা চচ্‌পেনটোত গাখীৰ ঢালিলে আৰু চৌকাত তুলি দিলে। তাত দুচপৰা গুৰো দিলে। তলত টানকৈ জুই জ্বলাই দিলে। বাকী এৰাঁখিনি সিকিয়াত ভৰাই বাৰান্দাৰ খুটিটোত ওলোমালে, পুৱাৰ চাহৰ কাৰণে। চৌকাৰ গাখীৰ উতলিব ধৰাত চচ্‌পেনটো নমাই থ'লে। তাৰে দুহেতা গুৱাল ল'ৰাটোৰ বাটিত বাকি দিলে। ল'ৰাটোৱে গৰম গাখীৰ ফুৱাই ফুৱাই পি খোৱাত লাগিল।

গাখীৰৰ কামখিনি সমাধা কৰি তাই ৰুটি কেইখন কাগজেৰে মেৰিয়াই খৰাহীত

ভৰাই খৰাহীটো পানী চাঙত থ'লে। পাকঘৰৰ দুৱাৰত দাং লগাই চোঁচনী গাঠি দি ৰছীৰে বান্ধিলে। দাইল ৰন্ধা বটুৱাটো চৌকাৰ ওপৰত, জুই উলিয়াই তুলি থ'লে। গাখীৰ তপতোৱা জুহাল বাৰান্দাত। তাত ঢাকোন এখন দি দুচপৰা ইটা তাৰ ওপৰত তুলি দিলে।

গুৱাল ল'ৰাটো ঘৰলৈ গ'লত তাই কোঠালৈ আহি অৰ্জ্জনৰ কাষত বহিলহি। অৰ্জ্জনে ঢাকি ৰখা মদবাটি খাই পেলাইছিল। এতিয়া সি ৰ লাগি চালখনলৈ চাই আছিল।

"এতিয়া কোৱা কি ক'ব লগা আছে।" তাই খাটিয়াখনত তাৰ গাত গা লগাই বহিলগৈ।

"অৰ্জ্জন ভালকৈ বহিল। সি বাটিত মদ বাকিলে। তাত অলপ পানী মিহলাই হৰনামীক যাচিলে। তাই খাই পেলালে হয়, কিন্তু তাই গাত এটা সিৰ্‌সিৰণি অনুভৱ কৰিলে। ক'লে—"তিতা"। দাইল এচামোচ মুখত ভৰাই তাই অৰ্জ্জনৰ ফালে কামাতুৰ দৃষ্টিৰে চাবলৈ ধৰিলে। হৰনামীৰ চকু ৰঙচুৱা হৈ উঠিল।

অৰ্জ্জনে এবাটি নিজলৈ বুলি ঢালিলে। ঢোক মৰাৰ পিছত তাৰ শুকান কাহ ওলাল। আধা বটল শেষ। সি হৰনামীৰপৰা আতৰ হৈ বহিলগৈ। সুধিলে—"কালি ইয়ালৈ নাজৰ আহিছিল হ'বলা?"

"কোন নাজৰ?" হৰনামীয়ে আধামুদা চকুৰে আচৰিত হোৱাৰ ভাও ধৰি সুধিলে।

"নাজৰক চিনি নোপোৱাই হ'লি? ভেড়া পুহীয়া, নাঙ্গল চুবুৰীৰ।"

"অ', হয়, হয় সি। মই ভাবিলো আকৌ নজনা-নুশুনা কোনোবা নাজৰৰ কথা সুধিছা! হয়, কালি সি আহিছিল।"

"কি ক'লেহি সি?" অৰ্জ্জন নিমাত হৈ আঁঠু সাবটি বহি ৰ'ল। মাজে মাজে থুতৰিটো আঁঠুত ঘহঁাই থাকিল।

"বচ, আহিল এনেয়ে বেচেৰা, তাৰ ক'বলৈনো কি থাকিব পাৰে?"

"বেচেৰা! পদুলি-সুঙা জাত সি।"

"কিয়? তাৰ ওপৰত কি সন্দেহ হ'ল তোমাৰ?"

"তুমি নেজানা নেকি? সি হ'ল পূৰা অঘৰী, বেহুদা।"

"আচ্ছা!"

"নহয়, তোমাক সি কি ক'বলৈ আহিছিল?"

"ক'ব কি? মাত্ৰ গিন্দৰৰ খা-খবৰ সুধিলে। আৰুতো একো কোৱা নাই, মাত্ৰ এখন্তেকহে বহিছিল সি।"

অৰ্জ্জনে অনবৰত তাইৰ চকুলৈ চাই আছিল, যেন সি তাইৰ চকুৰ পতাত কিবা পঢ়িবহে খুজিছে। সি ভাবিছে, যাতে কথাৰ উজুটি খাই কিবা কথা ধৰা পৰি যায়। কিন্তু হৰনামী এলা-পেচা নহয়। তাই এনে ধাৰেৰে কথা পাতিছে, যেন

নাজৰ তাইৰ ওচৰলৈ অহাৰ বিশেষ একো কাৰণ নাই।

অলপ সময়ৰ পিছত বহাৰপৰা উঠি তাই সুধিলে—"বচ্ হৈ গ'ল, আৰু এটুপি নধৰা নেকি?"

"আৰু আছে ক'ত, আধা বটলহে আনিছিলো, শেষ হ'ল।"

"খাব খোজা যদি আনি দিওঁ। সিদিনাখনৰ এপোৱামান বটলত আছিল নহয়।"

"আচ্ছা! এই পৰ্য্যন্ত বচাই ৰাখিছা? মই আকৌ ভাবিছিলো, তুমি কেতিয়াবাই হজম কৰিলা!"

"মই কেতিয়াও নেখাওঁ, অকলে থাকিলে। লাগিলে শ শ বটল নেথাকক। তুমি জানাইচোন। একমাত্ৰ তোমাৰ হাতৰপৰা লৈ খাবলৈ মন যায়। তাই বেটী শ্যামোৱে ভাল জুতি লগালে মোক।"

"বাৰু বটল ক'ত আছে, লৈ আহাঁগৈ।"

তাই বটলটো আনিলগৈ। ক'লে—"মোৰ হ'লে হৈছে। তুমিয়ে যিমান দৰকাৰ খাই লোৱা।"

"এবাটি লোৱা, আৰু খাব নেলাগে বাৰু।" সি বলেৰে এবাটি ভৰাই তাইৰ হাতত তুলি দিলে।

বাটি খালি কৰি তাই ৰুটি আনিবলৈ চৌকাৰ কাষলৈ গ'ল। দুটা বাটিত দাইল ভৰালে, ওপৰত বাৰুকৈয়ে মাখন বাকিলে। এখন থালত আটাইখিনি ৰুটি, দাইল লৈ তাই বহা-কোঠা পালেহি। অৰ্জ্জনে সেই বাটি খোৱাৰ পিছত ভাল নিচাই ধৰিল। ৰুটি খাই খাই সি আৰু এবাটি বাকি ল'লে। হৰনামীক ক'লে—"আধা তুমি লোৱা।"

তাই ক'লে—"ৰাম-ৰাম, হৈছে দিয়া। মই ইমান সহ্য কৰিব নোৱাৰিম। আগতে খোৱাখিনিতে মোৰ খোজৰ থিৰ নোহোৱা হৈছে।"

ৰুটি খাই দুয়ো বহিল। অৰ্জ্জনে সুধিলে—"বাচন-বৰ্তন সামৰিলা নহয়?"

"ৰাতিপুৱা দেখা যাব। শুনা, তুমি এতিয়া ইয়াতে শুবা, নে যাবা?"

"এতিয়া মই যাম ক'লৈ? য'লৈ আহিব লাগে আহিলোৱেই। এতিয়া ক'ত থাকিমগৈ?"

হৰনামীয়ে বিচনা পাৰিবলৈ ল'লে। অৰ্জ্জনে নিজৰ খাটখনৰপৰা উঠি থিয় হ'ল। সি এতিয়া সম্পূৰ্ণ নিচাত। হৰনামীক জোকাবলৈ ধৰিলে—"ঐ মতাচাৰী সঁচ, মোকো ঠগিব খুজিছনেকি? এতিয়া দেখিছো, আৰু এটা মতা তোৰ ওচৰলৈ আহিবলৈ লৈছে।"

তাইয়ো জোকোৱাৰ চলেৰে ক'লে,—"তুমি অকলে ঠিকা লৈ ৰাখিছো বুলি ভাবিছা নেকি মোক?"

"আৰু কি! কোন চালাই তোমাৰ গাত হাত দি চাওকচোন, তেতিয়া চাবা!"

"তুমি ইমান ডাঙৰ যুঁজাৰু হৈ গ'লানে?"

"অ', চাই ল'বা সময়ত।"

"ঠিকালৈ ৰাখিছা যেতিয়া মোক তোমাৰ ঘৰলৈ লৈ যোৱা কিয়? মোৰে সৈতে ঘৰ পাতি লোৱা, বুজিছা। নেগুৰ পেলাই দিয়া কিয়?"

"ঘৰলৈ তোমাক নিও কেনেকৈ? কি ঠিকনা তোমাৰ! আগতে মোৰ দৰে কিমানজনৰ লগত হাট-বাট কৰিলা কোনে জানে?"

তিৰোতা যিমানেই অসতী নহওক, এনে ধৰণৰ কথা কিন্তু সহিব নোৱাৰে। হৰনামীয়ে ক'লে—"তেনেহ'লে নাজৰক লৈ ভয় খাইছা কিয়?"

তৎক্ষণাৎ অৰ্জ্জনৰ কাণ থিয় হ'ল। ক'লে—"হয়, তাকেই তোমাৰ মুখৰপৰা শুনিব খুজিছিলো। ইয়াৰ মানে এতিয়াও সি..."

"অঁ, সিও...সঁচা। মই অকল তোমাৰে কিনা মাল নহও!" তাই খঙৰ ভমকতে কি কথা কৈ পেলালে চমজিবই নোৱাৰিলে।

গালি-শপনিৰে সি গৰজি উঠিল। লাহেকৈ তাইৰ কাণৰ ওচৰতে এক চৰ শোধাই দিলে। দাঁত কৰচি ক'লে—"চালী বেটী, মই তোৰ জান ল'ম বুলি নেজান হ'বলা! হাড় ডাল ডাল কৰিম।" এইবাৰ কাণৰ ওচৰত এক ঘোচা শোধাই দিলে।

তাই মাটিত পৰিলগৈ। কাণখন মোহাৰিবলৈ ধৰিলে। তাই কান্দিবও নোৱাৰা হ'ল।

বাহুৰে সাবটি সি তাইক বিচনালৈ তুলি শুৱাই দিলে। লেমটোৰ ফিটা কমাই দি তললৈ নমালে। মৰম দেখুওৱাৰ ভাও ধৰি তাইক সুধিলে—"দুৱাৰৰ ভিতৰৰ দাংডাল মাৰি থৈ আহিলা নহয়?"

## ১৩

ৰাতি পুৱাল কি নুপাৱাল বিচনাৰপৰা উঠি অৰ্জ্জন ঘৰলৈ গুছি আহিল। অলপ সময়ৰ পিছতহে হৰনামী উঠিল। লোটাত পানী ভৰাই দুৱাৰত বাহিৰৰ দাং লগাই বাহিৰলৈ ওলাই গ'ল। তাই চিধা নাজৰৰ ভেড়াৰ খুটি পালেগৈ। সি মুখ ধুই আছিল। অকলেই আছিল। হৰনামীয়ে গৈয়ে বলকিবলৈ ধৰিলে। নাজৰে শুনি থাকি ক'লে—"কথাটো কি? ভালকৈ বহিলৈ কোৱাচোন।"

তাই চকুদুটা মচি, দীঘল উশাহ টানি টানি ক'বলৈ ধৰিলে—"সি মোৰ পিছ নেৰা হ'ল। মোৰ জান লৈহে এৰিব।"

"কাৰ কথা কৈছা, গিন্দৰৰ?"

"তেওঁ নহয়, ঝগুৰ সেইটো। মৰিবলৈ যোৱা অৰ্জ্জনৰ কথা কৈছো। সি যিহে মোক নাকত ধৰি চাকত ঘূৰাইছে, সি যেন হাইজাত যাওঁক।"

"ৰাতি তোমাৰ লগত আছিল সি?"

"অঁ, সিয়ে জুই জ্বলাইছে। হাঁ, হাঁ, কৈছে-নাজৰ তোমাৰ ওচৰলৈ আহে,...চোৱা, এই কাণৰ সোতাত ঘোচা মাৰিছে, হতশ্ৰীহোৱাই। নেজানো, কিয় মাৰিছে?"

"কোনো কথা নাই, ইয়াৰ ব্যৱস্থা লোৱা হ'ব। তুমি এতিয়া মনে মনে থাকা মাত্ৰ। কান্দি-কাটি হুলস্থূলখন কৰিছা কিয়?"

নাজৰ উঠিল। ক'লে—"প্ৰথমে চাহ কৰি লওঁ ৰ'বা, তুমি এঢোক খাই লোৱা। ভালকৈ বহা। চাদৰ তুলি লোৱা। মন গৈছে যদি কাতিও হ'ব পাৰা।"

মাটিত গাঁত খান্দি মাটিৰ চপৰাৰে পতা উধানত নাজৰে চচ্‌পেনটো তুলি দিলে। দুজনৰ জোখাৰে ঘটিৰপৰা পানী ঢালি দিলে আৰু চাহপাত দিলে। তিলৰ ঠাৰি, কপাহৰ ঠাৰি, জোৱাৰ, ধানৰ খেৰ আদি মিহলাই মুঠি মুঠিকৈ বন্ধা, ডালি খৰিৰ দমটো এদাঁতিত। এমুঠি আনি জুইত দি জ্বলাই দিলে। চচ্‌পেনত চাহপাত দিয়াৰ পিছতে ঢাকোন মাৰি দিলে। চাহ উতলালৈকে জুইকুৰা জ্বলি থাকক বুলি ভাবি আৰু এমুঠি খৰি ভৰাই দিলে। চচ্‌পেনত এলডা গুৰো ভৰাই দিলে। ঘটিটো হাতত লৈ সি ভেড়াপালৰ মাজলৈ গ'ল। ছাগলীজনী কাণত ধৰি তুলি ওহাৰত পানী এচাটি মাৰিলে আৰু গাখীৰ খীৰাবলৈ ল'লে। গাখীৰ খীৰাই আহে মানে চচ্‌পেনত চাহপানী বক্ বক্‌কৈ উতলিবলৈ ধৰিলে। খীৰাই অনা ঘটিৰ গাখীৰখিনি ঘটি উবুৰিয়াই চচ্‌পেনত ঢালিলে। আৰু এমুঠি খৰিও ভৰাই দিলে। আৰু এটা উতল অহাৰ পিছত সি চচ্‌পেনটো নমাই দুটা বাটিত চাহ বাকিলে। হৰনামীও খাটৰপৰা উঠি আহি চৌকাৰ কাষত তাৰ ওচৰত বহিলহি। দুয়োটাই এঢোক এঢোককৈ চাহ খোৱাত লাগিল। চাহ ঢোক খায়ে ইটোৱে সিটোক চায়। জুইৰ ধূসৰ পোহৰত সিহঁতৰ চাৰি চকুৱে অনুৰাগ ভৰা কথাকে পাতি আছিল।

ৰাতি পুৱাই আহিল। নাজৰে বহুসময় চিন্তা কৰি চাই হৰনামীৰ আগতে এটা মতামত ডাঙি ধৰিলে—"তুমি এদিন অৰ্জ্জনক নিজৰ ঘৰলৈ মাতি আনা। ৰাতিটো কালি ৰখাৰ দৰে ৰাখি থবা। অঁ, নহয়, মাজ ৰাতি তাক যিকোনো প্ৰকাৰে ঘৰৰপৰা উলিয়াই পঠাবা। কিন্তু সি যাতে পূৰা নিচাত থাকে, তেনে অৱস্থাত। তাৰ পিছত আমাৰ কাম আমি কৰিম। ইয়াৰ পিছত সি আৰু কোনো দিন তোমাৰ ওচৰলৈ নাহে।" আৰু তাৰ পিছত নাজৰে হৰনামীৰ হাত নিজৰ হাতত লৈ শপত খালে—"তোমাৰ মোৰ একে ধৰ্ম, মই তোমাক আনি ঘৰ পাতিম।"

"চোৱা, তাৰ পিছত বাটৰ বগৰী জেং অৰ্জ্জনক গুছাব লাগিব, তেতিয়াই।" হৰনামীয়ে নাজৰৰ হাতত হেঁচা মাৰি ক'লে।

"চাবা, আমি কি কৰো চাই থাকিবা তেনেহলে।" নাজৰে দৃঢ়তা প্ৰকাশ কৰি ক'লে।

তাই জুহালৰ কাষৰপৰা উঠিল। বেৰাৰ দুৱাৰমুখলৈ আহি ইফালে-সিফালে চালে।

অহা-যোৱা কৰা মানুহৰ চেহেৰা চকুৰে মণিব পৰা হ'ল। পানীভৰা ঘটিটো হাতত লৈ, তাই চকুৰ পচাৰতে জাবৰৰ দমটোৰ আঁৰত লুকাই পৰিল।

সেইদিনা নাজৰে ভেড়াজাক ভাইৰূপাৰ ফালে লৈ গ'ল। জানৰ দাঁতিয়ে দাঁতিয়ে নি বুঢ়া বৰগছজোপাৰ তল পোৱালেগৈ। আৰু তাতে এডোখৰ খালি ঠাইত মেলি দিলেগৈ। কেইটামান ভেড়াই ইফালে-সিফালে জোপা কেইটাত মুখ চলাবলৈ ধৰিলে। মেতৰৰ ল'ৰা ৰখীয়াটোও লগত আছিল। দুপৰীয়াৰ ৰুটিও লগত বান্ধি লৈ গৈছিল, আচাৰ, পিয়াঁজতো আছেই, লগতে গুৰ আৰু চাহপাতো। নাজৰৰ পোৱালি থকা ছাগলী এজনীও আছে। ছাগলীও যে, যেতিয়াই ইচ্ছা খীৰাব পাৰি। পোৱালি দুটাক পেট পূৰাই পীবলৈ দি বেৰাৰ এচুকত এটা টুকুৰীৰে ঢাকি ওপৰত হেঁচা দি থৈ আহে। ভেড়াজাকৰ লগতে এটা কুকুৰো ৰাখিছে। মুখখন বাঘটোৰ দৰে। মানুহৰ শইচ চপোৱা পথাৰত চৰায় জাকটো খালি পথাৰত গৈ দুপৰবেলা পায়গৈ। ভাটি বেলাৰ চাহ তৈয়াৰ কৰি খায় আৰু জাকটো গাঁৱৰ ফালে লৈ আহে। বেলি পৰাৰ লগে লগে গাঁও পোৱাইহি। কেতিয়াবা কেতিয়াবা তাৰ ভেড়াজাক কোনো কোনো জমিদাৰে নিজৰ মাটিত দুদিন-তিনিদিন পৰ্য্যন্ত ৰাখে। খেতিডৰা ভেড়াৰ গোবৰ প্ৰেলাই সাৰুৱা কৰিবৰ কাৰণে। কোনো কোনোৱে নিজৰ মাটিত দুই তিনিটাকৈ ভেড়াৰ জাক ৰখায়। যিহে লহপহ ফচল হয়। কিন্তু লোকৰ একোজাক ভেড়া এইদৰে ৰখাটোও বৰ দায়িত্বপূৰ্ণ কথা। ভালেমান প্ৰহৰী ৰাখিব লগা হয়। বাঘৰ ভয়। চুৰী হোৱাৰো ভয়। ডাঙৰ ডাঙৰ পোৱালীকে উঠাই লৈ যায়। কাজিয়াও লাগে, মৰামৰি কৰি তেজো বোৱায়। ভেড়া ৰখাৰ বাবে ক্ষতিপূৰণ জমিদাৰেই দিব লগাত পৰে। ভেড়াৰ সংখ্যা অনুপাতে ৰাতিৰ হিচাপত নগদ টকা ভৰিব লাগে।

সেইদিনা আবেলিৰ আগে আগে চাহ খাই উঠি নাজৰে জুমটো চপাই আগৰ ৰখা ঠাইত থ'লে। ৰখীয়াটোক চকু দি থাকিবলৈ ক'লে। সি নিজে ভাইৰূপাৰ ফালে খোজ ল'লে। তাক মাত্ৰ এঘণ্টা লাগিব।

ভাইৰূপালৈ তাৰপৰা কমেই দুই মাইলৰ বাট। নাজৰ পোনে পোনে ঘীচৰৰ ঘৰত ওলালগৈ। ভাগ্যে তাক ঘৰতে পালে। প্ৰায়ে সি ঘৰত নাথাকেই। গাঁৱলৈ আহিলেও সি দুৰাতি-তিনিৰাতি মানহে থাকে। সি গাঁৱে গাঁৱে ঘূৰি ফুৰে। নিজৰ এলেকা এৰি দূৰৈৰ গাঁৱলৈও যায়। তিৰোতা ফুচুলাই অনা তাৰ ভাতৰ লগত পানী খোৱা কথা। সি মাত্ৰ খবৰ পালেই হ'ল যে অমুকৰ মাইকীয়ে তাক ভাল নেপায় বা অমুক মাইকীৰ মন যোগোৱাত দুৰ্বল, বচ্ সেইজনীক সি ফুচুলাই আনিবলৈ দুদিনতকৈ সৰহ সময় নেলাগে। আন এঘৰত দিয়াৰ কথাই নহয়, সিহঁতৰ অন্তৰতো সি স্থান পাই যায়। সম্পূৰ্ণ বিশ্বাস ওপজাই পেলাব যেন সি তাইৰ ঘৰৰ মানুহটো। সীমা চেৰাই যোৱা সোৱাদ লগা কথা পাতিব। দেখাতো সি যথেষ্ট ধুনীয়া। হাড় শকত গোটেইটো। লাঠী খেলো জানে। টোকোন এডাল হাতত থাকেই। নাজৰক চিনি পাই সি তাক বাহিৰা ঘৰটোলৈ লৈ

গ'ল। কোঠাত বহুৱাই সকলো কথা শুনিলে আৰু তাক পূৰা আশ্বাস দিলে। নাজৰে ক'লে—"ককাইটি, মই তোমাৰ গোলাম। তোমাৰ কৃপাত মোৰ কাম হৈ উঠিব। তুমিতো দহ ঠাই ফুৰি দহ কথা শিকিছা। মাত্ৰ এইটো কাম কৰি দিয়া।"

ঘীচৰে ক'লে—"ভয় নকৰিবা। তুমি যোৱা। মই আৰু এটাক লৈ যাম। হাড়, মূৰ ভাঙি দিম চালাৰ। তাৰ হাত-ভৰিৰ সঁচকে নাথাকিব। তোমাৰ হ'ব খোজাজনীৰ ফালে যদি মূৰ তুলি চাব পাৰে তেনেহ'লে মোৰ নাম ঘীচৰ নহয়।"

"ককাইটি, মই তোমাৰ সম্পূৰ্ণ আদৰ-সৎকাৰ কৰিম। যিমান জৰিমনা দিব লাগে দিম। মাত্ৰ তোমালৈ বাট চালো। তেন্তে মই এতিয়া যাওঁহে।" নাজৰে চাহো নেখালে, ততাতৈয়াকৈ গুছি গ'ল।

নাজৰ ভেড়া পালৰ ওচৰ পালেহি। ৰখীয়াটোৱে তালৈকে বাট চাই আছিল। ভেড়াবোৰ উঠি উঠি ইফালে-সিফালে যাব খোজে। সি বৰ কষ্টেৰেহে সিহঁতক আগচি ধৰি ৰখি আছে। অকলে এটাই কি কৰিব, নাজৰ আহি পালতে সি ভেড়াজাক চিধা জানটোৰ ফালে খেদিবলৈ ধৰিলে। বাটত ক'তো নিজিৰালেও। সন্ধ্যা নামি আহিল।

গাঁৱলৈ আহি নাজৰে জঙ্গিৰা হাজামৰ লগত কথা পাতিলে। নাপিতে প্ৰথমে ভয়ে খাইছিল, পিছত যেনিবা বুকু ডাঠ কৰিলে, ক'লে—"য'তে মন যায় খোচ মাৰি দিবা, মই জোৰ দি ধৰিম। মই খাইপাত ফলা বন্ধু নহওঁ।"

নাজৰ আৰু অৰ্জ্জন দুয়ো দেখা-দেখি হ'ব নুখুজিছিল। নাজৰে অৰ্জ্জনক বাটেদি অহা দেখিলে সি আন বাটেদি গুছি যায়। যদি মুখামুখিও হয়, তেন্তে নাজৰেই বাট এৰি দিয়ে। অৰ্জ্জনৰ বীৰত্বত সি নিজেই গৰ্বিত। সি তাৰ সমান বলবান কোনো নাই বুলিয়েই ভাবে। নাজৰৰ দৰে দুটাক সি অকলেই মাটিত বগৰাই দিব পাৰে। নাজৰক সি সদায় ভৰিৰ তলত ৰাখিবলৈ বিচাৰে। তাৰ এইটো কথাতো বিশ্বাস হৈ গৈছে যে নাজৰক ঘৰ লগোৱা কাৰণে সি হৰনামীক যি তাড়না দিলে তাই ভৱিষ্যতে আৰু নাজৰৰ পাকত নপৰে। এদিন সি আহি হৰনামীক জুখি চাইছিলহিও। তাই ক'লে—"তোমাৰ এনেয়ে সন্দেহ উপজিছে। সি সেইদিনা কিবা ভুল কৰিহে ইয়ালৈ আহিছিল। এতিয়া কেতিয়াবা আহিলে মই তাক বুজাই ক'ম যে—তুমি পুনৰ ইয়ালৈ নাহিবা মোৰ লগত তোমাৰ কি লেন-দেন আছে?"

অৰ্জ্জনৰ এইটোও বিশ্বাস যে হৰনামীয়ে তাক খুব ভয় কৰে। সি পূৰা উগ্ৰ হৈ থাকে। সি গৰ্ব কৰি ক'য়—যি মাইকীৰ লগত তাৰ হাত-বাত থাকে তালৈ নাজৰৰ দৰে মানুহ এটা আহি মহামৰণ কিয় নিজে মাতিব। তাৰোতো প্ৰাণৰ প্ৰতি মমতা আছে।

এদিন অৰ্জ্জন ৰাজহুৱা মুকলি ঘৰটোৰ কাঠ এটুকুৰাত বহি মিলখা সিঙৰ মুখত সৈনিকৰ কথা শুনি আছিল। সময় পুৱা। এতিয়াও ৰ'দ ওলোৱা নাই। আজি নাজৰে ভেড়াৰ পাল লৈ পথাৰলৈ যোৱা নাই। তাৰ গাঁৱত কিবা কাম আছে। তাক দূৰৈৰপৰা অহা অৰ্জ্জনে দেখিলে। খন্তেক চাই সি পুনৰ সৈনিকৰ কথাত মন দিলে। সৈনিকজনে

কোনোবা ইংৰাজ বিষয়াৰ কথা কৈ আছিল। কেনেকৈ তেওঁ বিষয়াজনৰ অনুগ্ৰহ লাভ কৰিছিল, চাহাবৰ মেম গৰাকীয়েও তেওঁক কিমান বিশ্বাস কৰিছিল, ইত্যাদি। যেতিয়া নাজৰে তাৰ কাষেদি তলমূৰ কৰি পাৰ হৈ গ'ল তেতিয়া সি তাৰ পিঠিলৈ চাই গল-হেকাৰি মাৰিলে। নাজৰে তালৈ ঘূৰিও নাচালে আৰু খোজতো পৰিবৰ্তন নঘটিল। অৰ্জ্জনে লাহেকৈ, অথচ ওঁঠ কামুৰি ক'লে—"চালা, প্ৰেমিক ওলাবলৈ আহিছে।"

সৈনিকে কথা পাতি পাতি ৰৈ গ'ল।

অৰ্জ্জনে হুংকাৰ মাৰি ক'লে—"বাৰু! তাৰ পিছত মেমে কি ক'লে?"

"বচ্, ভাই যেতিয়া মেমৰ মোৰ ওপৰত সম্পূৰ্ণ বিশ্বাস হৈ গ'ল, তেতিয়া মই দিলো দলি মৰি চুপাৰিচ। পিছৰ মাহত মোৰ পাঁচ টকা দৰমহা বাঢ়ি গ'ল। পেৰেড্ কৰিবলৈও যাব নলগা হ'ল।"

"বাহ্ ভাই চাহেব ফৌজীসিং! আৰু এখোপ ওপৰলৈ উঠি গ'ল আপুনি।" অৰ্জ্জনে কৈয়ে তাৰপৰা উঠিল। সি গ'ল, আকৌ নতুন লোক আহিল, সৈনিকে নতুন কথাৰ পাতনি মেলিলে।

## ১৪

গোটেই গাঁওখনেই টোপনিৰ কোলাত। পুহৰ নিস্তব্ধ এন্ধাৰ নিশা। ক'ৰবাত কুকুৰৰ ভুক্‌ভুকনি শুনা গৈছে, বাকী নিমাত-নিতাল। দৈনন্দিন কাম-কাজ সামৰি ৰুটি-ভাজি খাই ৰখিয়াটো যেতিয়া শুছি গ'ল, তেতিয়া অৰ্জ্জন মনে মনে হৰনামীৰ ঘৰ পালেহি। আজি হৰনামীয়েই তাক মাতি আনিছে। গুৱাল ল'ৰাটো যোৱাৰ পিছত সি বহা কোঠাত বহি মদ্ খাবলৈ ল'লে। ৰুটিকেইখনমান সেকি হৰনামীয়ে আঙল চাঙত দিহা লগাই থৈ দিছিল। দৈ-এবাঁৰো দিহা লগালে। অৰ্জ্জনে কোঠাত বহি এনেকৈহে খাইছে যেন জোৱাঁয়েকেহে শহুৰেকৰ ঘৰত বহি খাইছে। নাই কাৰোলৈকে ভয় নাই, নাই সঙ্কোচ। হৰনামীক তাৰ কাষত বহা দেখি এনেহে লাগিছে যেন তাই তাৰ ঘৈণীয়েক। ভালেখিনি ৰাতিলৈকে সি মদ খাই থাকিল। পাছত ৰুটি খাবলৈ ল'লে।

সেইদিনা হৰনামীয়ে নিজে মদ অনাই থৈছিল। প্ৰথমতে টানি উলিওৱা বঢ়িয়া চেৰাপ, ঢোক মাৰি দিলেই কলিজা ফালি দিব যেন লাগে। মূৰটো ভমক্ ভমক্ কৰি উঠে। অৰ্জ্জনে বাৰুকৈয়ে খাইছে। ৰুটি খাই পৰি থাকিল দুয়ো। উঠি লৈ হৰনামীয়ে ক'লে—"মোৰতো নিচা লগাই নাই। পানী যেনহে লাগিছে। তুমিয়ো খাইছা কিমান? তুমি খোৱা যেনো লগা নাই মোৰ।"

প্ৰলাপ বকাৰ দৰে অৰ্জ্জনে ক'লে—"ঐ অঘৰীৰ সঁচ, আৰু লৈ আহ, খাই লওঁ।

নিচা যেন লগা নাই যেতিয়া আৰু লগাই লওঁ। ওচৰতে আছে নহয়, লৈ আহ বটলটো। চাওঁ, কিমান বাকী আছে?"

লেমৰ ফিটাডাল বঢ়াই দি তাই মদৰ বটলটো আনিলে। পানীৰ ঘটিটো আৰু বাটিটোও। এবাটি ভৰাই প্ৰথমতে অৰ্জ্জনে খালে। গাৰ আঁৰ কৰি হৰনামীয়ে কেইটোপমান বাকি তাত পানী ঢালি এবাটি কৰি কোঁট কোঁট কৈ পীলে। মুখেৰে ছি-ছি-চা-চা শব্দ কৰি তাই চোতাললৈ ওলালে আৰু লেমটো লৈ গৈ ম'হজনী চালেগৈ। ম'হজনী আৰামত শুই আছে। কোঠাত সোমাই বটলটো হাতত লৈ বাটিত বাকি পানী মিলাই খালে। অৰ্জ্জনে ক'লে—"কি কৰিছ?" সি খাটিয়াত শুই আছিল। বাটি ভৰাই তাই তাকো দিলে। ক'লে—খাই লোৱা।"

"ইমান লৰালৰি কিহৰ?"

"বচ্ খোৱা আৰু যোৱা।"

"যাওঁ, কিয়?" সি বাটিটো লৈ পী খালে।

"চোৱা, এতিয়া মই চোতালৰপৰা আহিছো। ওচৰৰ ঘৰত চিঞৰ-বাখৰ লগাইছে। আমাৰ ঘৰতো খট্খটাই থৈ গৈছে। কোনোবাই বকি বকি গৈছে। তুমি নিজৰ ঘৰলৈ গুছি যোৱা। চাবা, কোনোবা ইয়ালৈ আহি তোমাক মাৰধৰ নকৰিলেহে আছে।

"কোনে মাৰিব পাৰে চাল্লা? কাৰ সাহ আছে? ওচৰত প্ৰীতমহতঁৰহে ঘৰ। প্ৰীতমৰ মোৰফালে চোৱাৰ সাহস আছেনে নাই?"

"তুমি কি জানিবাহে অৰ্জ্জন। আজি পুৱাই ডাঙৰ গন্দগোলেই লাগি গৈছে। প্ৰীতমৰ মাকে মোক এশবাৰমান টান কথা শুনালে। ক'লে—"তয়ে আমাৰ পো-বোৱাৰীহঁতক নষ্ট কৰিলি।" হৰনামীয়ে নিজক দোষ দিয়ে কথাখিনি ক'লে।

"তুমি নক'লা কিয়? লোকক দোষ দি লাভ নাই? ঠিক আছে, যাওঁ। এইটো নক'লা কিয় যে—ভাই এতিয়া...।"

"ভাই কৰিম কি? চুবুৰীয়া হৈ থাকিবই লাগিব। তোমাৰ কি লোকচান?"

"বাৰু বাৰু, মই তাইৰ জীয়েকক আনো চালা! কুকুৰ-ধূলি তিৰোতা! ব'ল ব'ল অৰ্জ্জন সিং সৰদাৰ। দেখিলি নহয় কথা-কাণ্ড তয়ো।" সি উঠি চাদৰখন গাত ল'লে।

বটলটোত দুবাটিমান মদ বাকী আছিল। হৰনামীয়ে বটলটো তাৰ হাতত গুজি দিলে। ক'লে—"এইটোও লৈ লোৱা।"

"আন, দে। ইয়াত এতিয়া কিটোনো আছে?" সি বটলটো মুখলৈ তুলি গোটেইখিনি পী পেলালে। কোঠাৰ দাং খুলি বাহিৰ ওলাল আৰু বটলটো বেৰলৈ মাৰি পঠিয়ালে। কৃপাণখন মাটিত খট্ খট্কৈ বজাই সি তাৰপৰা গুছি আহিল।

ইফালে নাজৰৰ গঁৱাল ঘৰত গাঢ় এন্ধাৰ হোৱাৰ পিছত মদৰ আড্ডা বহিল। নাজৰৰ ৰখীয়াটোৱে মনে মনে আহি খবৰ দিলেহি বোলে অৰ্জ্জন হৰনামীৰ ঘৰতে আছে আৰু মদ খাই আছে।

ঘীচৰ সাঁজ লাগি ভগাত ভাইৰূপাৰপৰা খৰকসিং চুবুৰী পালেহি। তাৰ লগত ভাইৰূপাৰে এটা বাঢ়েৰ ল'ৰা আহিছে। ওখই পাখই খামীডাঠ ডেকা। পূৰঠ দেহা, বলী। যাড় গৰুৰ সমান বল। ডাঢ়ি ঠুঁটিয়াইছে। চকু দুটা ক'লা ট-ট-কৈ জিলিকা। কাণত সোণৰ মুদ্ৰা ওলোমোৱা। লগত কৃপাণ। সি ঘীচৰৰ নলে-গলে লগা বন্ধু। আঁতৰৰ কোনো তিৰোতা ফুচুলাই আনিব লগা হ'লে ঘীচুৱে সেই কৈলোকে লগত লৈ যায়। কৈলোও এনে ডেকা যে যিকোনো মাইকীয়ে তাক দেখিলে তাৰ বাবে মৰি যাব পাৰে। এবাৰ ঘৰৰপৰা উফৰি অহা একোজনী তিৰোতা যদি ঘীচৰৰ হাতত পাৰেহি তেন্তে সি নি কোনোবা ধুবুৰী পোৱাইগৈ। দ্বিতীয় বাৰলৈ তাইক আৰু কোনেও দেখি নেপায়।

সিদিনাও নাজৰে ছাগলী কাটিলে। জুহালতে ৰান্ধিলে। জঙ্গিৰা হাজামে সকলো বস্তুৰে যোগান ধৰিলে। সিয়ে ছাগলী কাটি-মেলি জুহালত ৰান্ধিলেও। নাজৰৰপৰা পইছা লৈ জুই সদৃশ দুটা বটল জঙ্গিৰায়ে আনি দিলেহি। ঘৰুৱা চুলাই মদ। চৰৱন টুল্টাই ভাল চেৰাপ গুৰৰপৰা টানি উলিয়াব পাৰে। পুলিচৰ লগত মিলা-মিছা আছে। প্ৰতিমাহে সি পইছা দি আহেগৈ। যদি দুই তিনিমাহ পৰ্য্যন্ত নিদিয়াকৈ থাকে তেন্তে পুলিচৰ লোক হঠাৎ আহি ওলাইহি আৰু তাৰ মদ ধৰা পেলাইহি। তাৰ গাত জোতা আৰু গোৰ সোধায়। সা-সঁজুলি তুলি ফুল থানালৈ লৈ যায়। পিছত পইছা লৈ এৰি দিয়ে। অবৈধভাৱে মদ তৈয়াৰ কৰাৰ অপৰাধত দুবাৰ তিনিমাহকৈ জেলো খাটি আহিছে। জৰিমনাও ভৰিছে। পুলিচৰ মাৰলৈ, জৰিমনালৈ সি ভয় নকৰে। মাত্ৰ জেল খটাটো সি বেয়া বুলি ভাবে। জেলত থাকিলে তাৰ ব্যৱসায় বন্ধ হৈ থাকে, টকা ঘাটি পৰে। সেইকাৰণে পুলিচৰ লোকক মাহেকীয়া বেতন দিয়াতো উচিত বুলি ভাবে। কিন্তু তাতো কেতিয়াবা তাৰ আঁৰ লাগে, এমাহ-দুমাহ বেকাৰ হৈ থাকিব লগাত পৰে। কোনো নতুন দাৰোগা থানালৈ আহিলে তাক ঘেৰাও কৰেহি। মাহিলী পইছাৰ পকা বন্দৱস্ত কৰিহে তাৰ পিছ এৰে। প্ৰতিজন নতুন থানাদাৰে পাঁচ টকাকৈ বৃদ্ধি কৰি থাকে। গাৱঁত মদ তৈয়াৰ কৰা আৰু মানুহ আছে, কিন্তু চৰৱণ টুল্টা সকলোতকৈ আগশাৰীত। মূল্যও টিকি টিকি লয়, কালিয়নেও নিদিয়ে, কিন্তু তাৰ চেৰাপ সদায় বিশুদ্ধ। কাৰ সাধ্য আছে, তাৰ চেৰাপত কিবা গোন্ধ উলিয়াবলৈ, অপৰিষ্কাৰ বুলি ক'বলৈ বা নিচা কম হোৱা বুলি ক'বলৈ? বটলটো জোকাৰ মাৰি দিয়া মাত্ৰকে বুৰ্বুৰণি উঠি চামণি বান্ধে। কপাহ এজোলা পেলাই চালে পোনে পোনে তললৈ যাব। আঙুলিত লৈ জুইৰ কাষলৈ নিলে ভমক্কৈ স্পিৰিটৰ দৰে জ্বলি উঠিব। মদৰ চৰকাৰী দোকান নথকাত কাৰোবাৰ দৰকাৰ হ'লে চিধা ভাইৰূপালৈ আহে। মহলততো পানীহে বেচে। মহলদাৰহঁতে আৰক্ষী বিষয়াক পইছা দি আশে-পাশে থকা গাওঁবোৰত খানা-তালাচী চলোৱায়। কিন্তু পুলিচৰ লগত সম্পৰ্ক থকা মদবেপাৰীহঁতে আগদিনাই খবৰ পায় আৰু মদ তৈয়াৰ কৰা সজুঁলিবিলাক গাতঁত পুতি পেলায়।

ঘীচৰ আৰু কৈলুৰ নাজৰৰ ভিতৰৰ কোঠাত সোমাই দৃঢ় মনেৰে বহিলহি। ঘোপ মৰা এন্ধাৰ হ'লতহে সিহঁত নাজৰৰ বেৰাৰে আহিছিল। জুহালৰ কাষত বহি চাৰিওটিয়ে মদৰ খোলা পাতিলে। মদত ঢোকা মাৰি মঙহ চোবোৱাত লাগিল। মাংসও জুতি লগা হৈছিল। ঘীচৰে ক'লে—"হাৰামৰ বেটা, মাংসত কি দিছিলি অ', হাড়ডালো পেলাবৰ মন যোৱা নাই, বৰ জুতি লাগিছে।"

"কটাৰী চিকুণ গুৱা, তামোলৰ চিকুণ ধোৱা। ঘীচৰ সিংহ এইটো হৈছে মালৰ চমৎকাৰ! যি পাইছো তাকেহে ৰান্ধিছো। মোৰ বেগখন ভৰাই দিছে ৰন্ধাত বল পাইছো।" জঙ্গিৰাই হাঁহিবলৈ ধৰিলে।

ঘীচৰে হাতৰ ঘড়ীটোলৈ চালে। এঘাৰ বাজো বাজো। সি নাজৰক ক'লে যে পৰীয়াটোক শত্ৰুৰ ঘৰৰ বতৰা আনিবলৈ পঠাওঁক। নাজৰে পৰীয়া ল'ৰাটোক ক'লে যে সি গিন্দৰৰ বৈঠকখানাৰ পিছদুৱাৰমুখত সিহঁতৰ ৰেহ-ৰূপ চাই লুকাই বহি থাককগৈ। অৰ্জ্জন বাজলৈ ওলোৱা মাত্ৰেই সি দৌৰ মাৰি আহি আমাৰ বাহৰত খবৰ দিয়কহি। নাজৰে হৰনামীক কৈ থৈছিল যে তাই অৰ্জ্জনক আগফালৰ দুৱাৰেদিয়েই উলিয়াই পঠিয়াব, পিছফালে থকা গলীৰ দুৱাৰেদি নহয়। পৰীয়াটোৱে খাকীৰঙৰ কাপোৰখন মূৰে-গাৰে লৈ গিন্দৰৰ পিছদুৱাৰমুখৰ খৰি দ'মটোৰ আঁৰত বহি থাকিলগৈ। এই দ'মটো বাবা কিয়াঁৰৰ চোতালৰ আগত আছিল। মাজত কঁকাললৈকে ওখ এখন কেঁচা ইটাৰ দেৱালো আছে। খৰি দ'মৰ সিফালে আছে এখন পকী দেৱাল। তাত বহি থাকিলে পৰীয়াটোক কোনেও নেদেখে। আলিয়েদি যোৱা লোকেও নেদেখে। বাবা কিয়াঁৰৰ ঘৰৰো কোনেও নেদেখে। যেতিয়া বৈঠক খানাৰ দুৱাৰত খট্খটকৈ শব্দ হ'ল, সি উঠি থিয় হ'ল। অৰ্জ্জন বাহিৰ ওলাই ঢলংপলং কৈ যাবলৈ ধৰিলে। পৰীয়াটোৱে কেঁচা দেৱালখন জাপ মাৰি পাৰহৈ বিশ্বাশৱদে নাজৰৰ গৰালৰফালে ঢাপলি মেলিলে।

নাজৰৰ হাতত ঘাঁহকটা ডাঙৰ কাঁচিখন, জঙ্গিৰাৰ হাতত বন্ধোৱা লাঠীডাল, ঘীচৰে কাণলৈকে ওখ নিজৰ ওখ ৰদডাল ল'লে আৰু কৈলুৱে নিজৰ হাতত ল'লে তৰোৱাল খন। চাৰিওজন তৎক্ষণাৎ গৰালৰ বাহিৰ ওলাল। পৰীয়া ল'ৰাটো বেৰাৰ ভিতৰতে ৰ'ল। দপ্‌দপাই গৈ সিহঁত জানটোৰ কাষৰ জাবৰৰ দ'মৰ আঁৰত লুকাই বহিলগৈ। উশাহ-নসলোৱাকৈ সিহঁত অৰ্জ্জনলৈ বাট চাই ৰ'ল।

নাজৰে বাৰে বাৰে সকিয়াই দিলে যে অৰ্জ্জন বৰ সাহিয়াল। এমাৰ দুমাৰত তাক একো লৰাব পৰা নহ'ব। অকলে ধৰিব পাৰিলে সি ৰদডাল বেঁকা কৰি পেলাব। লাগিলে যিমানেই সি নিচাত নেথাকক। চাৰিও একেলগে তাক আক্ৰমণ কৰিব লাগিব। তেতিয়াহে কাৰ্য্য সিদ্ধি হ'ব। জঙ্গিৰাই নাজৰৰ কথাত সন্মতি দিলে যদিও ঘীচৰে হাঁহি এটাহে মাৰিলে। "আৰে সি চাল্লা হাতী নেকি? মোৰ হাত চাই ল'বি! একে হাতেৰে মাটিত পেলাই দিম বাপ্পেকে।"

নাজৰে অৰ্জ্জনৰ ঠেং দুখন ভাঙি পেলোৱাৰ কথাও কৈছিল। "বচ্ আঁঠুৰ তলছোৱা

ভাঙিব পাৰিলেই হ'ল। ভঙা ভৰিৰে অকামিলা হৈ বহি থাকক ঘৰত। জান মাৰি নেপেলাবা। চাবা, কেনেবাকৈ...।"

জানটোৰফালে থকা খোলা বৈঠকখানাৰ দৰ্জাখনৰ ভিতৰফালৰ হুকটো অৰ্জ্জনে খোলাই পেলাইছিল। দুৱাৰ সদায় খোলাই থাকে। অৰ্জ্জনৰ বৌৱেকেও আজি-কালি অৰ্জ্জনৰ ওপৰত চকু নিদিয়ে। হৰনামীও কোঠালৈ নহা হ'ল। সিহে হৰনামীৰ ঘৰলৈ যায়, যেতিয়াই মন যায়।

জানৰ মেৰটোৰ ওচৰ পাই অৰ্জ্জনে শুকান কাহ মাৰি ডিঙিটো পৰিষ্কাৰ কৰিলে। তৰোৱালেৰে ওক গছজোপাত ঘাপ এটা মাৰি কাৰোবাক গালি পাৰিলে। সি মূৰ দাঙিলে। উশাহ-নসলোৱাকৈ ভৰি তলুৱাত ভৰ দি বহি পৰিল।

নিচাৰ কোবত সোঁৱে-বাঁৱে ঢাল খাই ঢলংপলংকৈ আগুৱাবলৈ ধৰিলে। জানৰ তলেদি [illegible] দেহা ৰাই-জাই কৰাত তৰোৱালখনকে লাখুটিৰ দৰে মাটিত মাৰি যাবলৈ ধৰিলে। জানটোৰ দাঁতিদুটা বালিময় বাবে তৰোৱালৰ খট্‌খট্ শব্দ উঠা নাছিল।

সি যেই তাৰ কোঠাৰ ফালে মুখ কৰিলে, চাৰিওটাই তাৰ ওপৰত জপিয়াই পৰিল। সি মাটিত বাগৰি পৰিল। মুখৰপৰা মাত এষাৰো নোলাল। কৈলুৱে তাৰ কাষলতিৰ তলেদি তৰোৱালখন ভৰাই দিলে। জঙ্গিৰাই লাঠীডালেৰে মূৰত দুমাৰ মাৰিলে। ঘীচৰে মাত্ৰ একে বাৰতে ভৰিত পাক খোৱাই মাটিত পেলাই দিলে। নাজৰে তাৰ ভৰি দুটাত মাহগছত মাৰ সোধোৱাৰ দৰে মৰিয়াবলৈ ধৰিলে।

ঘীচৰে দিয়া পৰামৰ্শ মতে সিহঁতে ঝণ্ডাৰ চোতাললৈ পকা চপৰা দলিয়াবলৈ ধৰিলে। বহাকোঠাৰ কাঠৰ দৰ্জাখনলৈও, যাতে খট্‌খটনী শুনি সিহঁতে সাৰ পায় আৰু পৰিয়ালৰ লোকে জানৰ পাৰলৈ আহি অৰ্জ্জনক তুলি লৈ যায়।

## ১৫

পুৱাই গোটেই গাঁৱত হাহাকাৰ লাগিল। প্ৰতিজনলোকেই অৰ্জ্জনৰ শটো চাবলৈ আহিল। ৰাতি চোতাললৈ চপৰা দলিয়ালতো আৰু দুটা চপৰা দুৱাৰত লাগি ধম্‌ধম্ হোৱাতো ঘৰৰ কোনোৱে সাৰ নেপালে। জাৰৰ ৰাতি। সকলো ভিতৰৰ কোঠাত শুই আছিল। ঝণ্ডা বা বন্তোৱে সাৰ পাইছিল যদিও অৰ্জ্জন বুলি ভাবি হয়তো উঠি নাহিল। সিতো ৰাতি প্ৰায়েই ঘট্‌মটাই থাকেই। দুৱাৰত ঘট্‌মটোৱা বা পৰি থকা বস্তু হাতত লৈ মাটিত থেকেচ মাৰি দিয়া অৰ্জ্জনৰ দৈনন্দিন কাম আছিল। সদায় মদ খায় আৰু উদ্ভুগুলি কৰিয়ে থাকে। সি ৰাতি ঘৰলৈ ওভতোতে গোটেই ঘৰ শুই নিঃপালি দিয়ে।

পুৱাই উঠি চৌকা জ্বলাওঁতে বন্তোৱে জানৰ ফালে গন্দগোল লগা শুনিলে। তেওঁ কাণ-সৰালি মাৰি শুনি ৰ'ল। মানুহবোৰে চিঞৰি-চিঞৰি কথা কৈছে। তেওঁ চৌকাত চচ্‌পেনটো তুলি ভিতৰলৈ গৈ ঝগুাক জগাই দিলেগৈ। ক'লে—"শুনিছেনে, বোলো হৰদিওৰ দেউতাক, উঠকচোন। সেইফালে চোন জানৰ পাৰত চিঞৰ-বাখৰ লাগিছে।"

সি উঠিল, জোতাযোৰ পিন্ধিলে, মূৰত গামোচা মেৰিয়াই পাগুৰিটো পিন্ধাৰ পিছত বৈঠকখানালৈ গৈ দেখিলে, তাত অৰ্জ্জন নাই। সি ৰাতি নাহিল বুলিয়েই ধৰি ল'লে. কাৰোবাৰ ঘৰত শুই থাকিল বুলি ভাবি ল'লে। ভাবিলে—হৰনামীৰ তাতো শুই থাকিবগৈ পাৰে। ঝগুাই জানেও অৰ্জ্জনে সৰহভাগ ৰাতি হৰনামীৰ ঘৰতে কটাইছে। বহাকোঠাৰ বাহিৰফালৰ দুৱাৰত অৰ্থাৎ জানৰ ফালে খিলি লগোৱা আছিল। খিলিডাল এৰুৱাই দুৱাৰ খুলিলে। বাহিৰত মানুহ বাৰুকৈয়ে গোট খাইছিল। অনুমান কৰিলে—হয়তো কাৰোবাৰ শ। অনেকে অৰ্জ্জনৰ শ বুলিয়েই অনুমান কৰিলে। অনেকে নহয় বুলিছে, কাৰণ চেহেৰা মিলা নাই। কাপোৰ থকা কাৰণে ধৰিবপৰা হোৱা নাই। কাপোৰতো সদায় সি সলাই সলাই পিন্ধে। তাৰ তৰোৱালখন কোনো কোনোৱে চিনি পায়। সেইখন অলপ আঁতৰত পৰি আছিল। মানুহৰ ভিৰটো দুয়ো হাতেৰে ঠেলি ঠেলি বাট উলিয়াই ঝগুাই লাচটোৰ ওচৰত তলমূৰকৈ ৰ'লহি। তাৰ হাতদুখন, ভৰি দুটা লৰচৰ কৰি চালে। বুকুখনৰ চোলাৰ বুতাম খুলিলে। মুখৰ মাটি গুছালে। হয়, অৰ্জ্জনেই হয় আৰু কোন হব? ঠায়ে ঠায়ে তেজৰ দাগ। মূৰটো ফটা। পিন্ধি থকা চোলাটো তেজত জুবুৰিয়াই থোৱাৰ দৰে ৰঙা হৈ তিতি আছে। আঁঠুৰ তলৰ দুয়ো ভৰিৰ হাড় টুকুৰা-টুকুৰ কৈ ভাঙি থৈছে। সি চিঞৰ মাৰি অৰ্জ্জনৰ বুকুত শুই পৰিল—"হায়-অ, মোৰ ভাই, তই কি কৰি পেলালি?" ওচৰত বৈ থকা সকলো মানুহৰে চকু চলচলীয়া হৈ পৰিল। ভয়াতুৰবিলাক তাৰপৰা পলাল। সাত-আঠজনমানহে থাকিলগৈ। তাৰে দুজনে ঝগুাক দুবাহুত ধৰি তুলি দিলে। বহাকোঠালৈ লৈ গ'ল। তেঁও সান্ত্বনা দি ক'লে "হাজৰ কন্দা-কটা কৰিলেও সি উশাহ নলয়। ক'ব পৰা নাই কোনে এই কাণ্ড কৰিলে, উঠা, ধৈৰ্য্য ধৰা। ভাইহঁতক ফুললৈ পুলিচক খবৰ দিবলৈ পঠাইছো। এতিয়া দাহ-সংস্কাৰ কৰিব লাগে। পিছতহে গোচৰ তৰিব লাগিব।"

ইফালে ঘীচৰ আৰু কৈলু ৰাতিয়ে ভাইৰুপালৈ গ'লগৈ। নাজৰে ভোতা খুটিলৈ খন্তেকৰ কাৰণে গল আৰু তাত ভেড়াৰখীয়াটোৰে নিজৰ কাপোৰ-কানি টোপোলা বন্ধাই চাদৰখন গাত লৈ ওলাই গ'ল। ঘীচৰে ক'লে—"হ'ল ভাই নাজৰ সিংহ, তোৰ কাম কৰি দিলো, সি আৰু কোনোদিন খাটিয়াৰপৰা উঠিব নোৱাৰিব, বিচনাতে হগা-মুতা কৰিব লাগিব মোৰ বোপায়ে।"

নাজৰে হাতজোৰ কৰি ক'লে—"ময়ো তোমাৰ হক নিদিয়াকৈ নেথাকো ঘীচৰ সিং। দিব লগাখিনি পূৰা দিম। আত্মীয় বুলি ধৰিবা। বিশ্বাস কৰিবা।"

নাজৰ আৰু জঙ্গিৰাই জুহালৰ কাষত বহি দুবাটিকৈ চেৰাপ খালে আৰু তাতে থকা

খাটিয়াখনত কাতি হ'লগৈ। নাজৰে জঙ্গিৰাক ঘৰলৈ যাবলৈ দিয়া নাই। ক'লে—"এইসময়ত জানো বুঢ়ী উঠিব। দুৱাৰৰ দাং খুলিবা কেনেকৈ? তুমি ইয়াতে পৰি থাকা। ৰাতি নৌ পুৱাওতেই উঠি মুখ নেদেখা এন্ধাৰতে গুচি যাবা। নিজৰ কাম সমাধা কৰি আহিলো হয়, কিন্তু মই মনটো হ'লে চম্ভালিব পৰা নাই। তুমি মোৰ লগতে পৰি থাকা।"

পৰীয়া ল'ৰাটো মাটিতে গেদেলাই এখন পাৰি গাত থকা কাপোৰখনকে লৈ ঘুম মাৰি শুই থাকিল। সি ক'বই নোৱাৰিলে—নাজৰঁহতে ক'ত, কেতিয়া, কি কৰি আহিল, কি পাতিলে, কেতিয়া শুলে।

পিছদিনা নাজৰে ভেড়াজাক নেমেলিলে। পৰীয়াটোক বেৰা এৰি যাবলৈ মানা কৰিলে। নাজৰ নিজ গাঁৱৰ মাজতে কেনিবা হেৰাই গ'ল। কিবা বলকি সি ঘূৰি ফুৰিবলৈ ধৰিলে। ক'ৰবাত, কোনোবাই তাৰ নাম লোৱা নাইতো?

দুপৰীয়া থানালৈ খবৰ দিয়া হ'ল। গাওঁবুঢ়া পাখৰ সিঙে চকীদাৰটোক ফুললৈ পঠাই দিলে। থানাৰ ভাৰপ্ৰাপ্ত বিষয়াজন সাজি-কাচি ওলালহি। লগত ছজন চিপাহী। দাৰোগাজনে লাচটোৰ কাষত চকী পাৰি বহি ল'লে। গাঁৱৰ সকলো মুখিয়াললোকক মতাই আনিলে। চিপাহীকেইজনে গাঁৱত সোমাই গালি বৰষিবলৈ ধৰিলে, প্ৰভুত্ব দেখুৱালে। দহনম্বৰী দাগী কেইটাৰ ঘৰলৈ গৈ ধৰি আনিলেগৈ। ঢকা মাৰি সিহঁতক দাৰোগা চাহাবৰ ওচৰত হাজিৰ কৰালে।

গাঁৱখনৰ পাঁচোটা মানুহ দহনম্বৰৰ দাগী। পাচোঁটাক বহুৱাই লৈ দাৰোগাই ক'লে—"তহঁতৰ পাঁচোটাৰ কোনোবা এটাই হত্যাকাৰী হ'ব লাগিব। এতিয়া সৈ কাঢ়ি দে। স্বীকাৰ কৰি ল, বাচি যাবি। নহলে কেচ চলিব আৰু চিধা ফাঁচিৰ হুকুম পাবি, বুজিছনে?"

পাঁচোটাই মাটিত আঁক পাৰি থাকিল। সিহঁতে ভাবি ৰ'ল—"এই কাণ্ডটো কোনে কৰিলে?"

অৰ্জ্জন যে হৰনামীৰ ঘৰলৈ যায়, এই কথা গাঁৱৰ সকলোৱে জানে। পাখৰ সিঙে আৰক্ষী বিষয়াজনৰ কাণ চোৱালত তেওঁ দুজন চিপাহী পঠিয়াই হৰনামীক মতাই অনালে। তাই কান্দি-কাতি আহি পালেহি। মুখেৰে একো মতা নাই। গাঁৱৰ মানুহৰ আগত তাইৰ লাজ লাগিছে। আহিয়ে তাই গাওঁবুঢ়া পাখৰ সিঙৰ ভৰিত পৰিলহি—"দেউতা, আপুনিয়ে মোৰ ৰক্ষা কৰোঁতা। মোৰ গাত অকণো দোষ নাই। মোৰ ওচৰলৈ যোৱাটোও হয়। কিন্তু যি ঘটিল, তাৰ অকণো ভু মই নেপাওঁ।"

পাখৰে হাতেৰে তাইক আঁতৰাই দিলে। ক'বলৈ ধৰিলে—"বদজাতি, মোক লাগিছহি কিয়। সৌ দাৰোগা চাহাবৰ লগত কথা পাত..."

দাৰোগা চাহাবে তাইক ক'লে—"হৰনাম কৌৰ, অৰ্জ্জন সিং কালি ৰাতি তোমাৰ ওচৰলৈ আহিছিল?"

তাই নেমাতিলে। হাতযোৰ কৰি থিয় দি ৰ'ল, আঁচলৰ আগ কামুৰি।

"গাঁৱৰ আৰু কাৰ কাৰ লগত তোমাৰ কথা-বতৰা চলে?"

"কাৰো লগত নচলে দেউতা ঈশ্বৰ।"

দাৰোগাই ধমক দি হৰনামীক ওচৰত বহুৱাই ল'লে। ক'লে—ফুলনৈ লৈ গৈ তোমাৰ মুখেদি সকলো উকলিয়াই ল'ম। তুমিয়ে যত কূটৰ ঘাই। পুনৰ বদমাচ কেইটালৈ চাই ক'লে—"সঁচা কথা কবি, তহঁতৰ কোনটোৰ লগত এইৰ সনাপিঠা আছে!"

পাঁচোটাৰ ইটোৰ পিছত সিটোৱে কাণত ধৰি ধৰি ক'লে—"নাই চৰদাৰজী, আপুনিতো হুজুৰ সকলো কথা জানেই, আৰু এইবোৰ হুলি-গলি আমি নকৰোৱেই।"

"বাৰু গাঁওবুঢ়া ডাঙৰীয়া, লাচটো গাড়ীত নিয়াৰ যো-জা কৰা। কেউটা দাগী মোৰ লগত থানালৈ যাব লাগিব আৰু আপোনালোক মুখিয়াল সকলো। মই তাত গৈহে ইহঁতক সোধ-পোচ কৰিম। হাৰামজাদাহঁত! তাত নিজ মুখে সৈ কাঢ়িবি!" তাৰ পিছত তেওঁ হৰনামীৰ ফালে ইঙ্গিত দি ক'লে—"এইয়ো যাব লাগিব।"

মুখীয়ালসকলৰ লগতে গাঁৱৰ আনসকলৰ মাজতো ফুচ্ ফুচ্, ফাচ্-ফাচ্ চলিবলৈ ধৰিলে। পুলিচৰদ্বাৰা গাঁৱৰ কোনো তিৰোতাক ধৰি নিয়া ঘটনা আগতে ঘটা নাছিল। ভিতৰি ভিতৰি হাহাকাৰ লাগিল।

ঝণ্ডাই গাড়ী জুটিলে। অৰ্জ্জনৰ ওপৰৰ বগা চাদৰখন গুছাই দুজনে শ-টো গাড়ীত তুলি দিলে আৰু আগৰ দৰে চাদৰখন ওপৰত দিলে। ঝণ্ডাৰ বন্ধুৱেক গাড়ীৰ পিছত বহিল। ঝণ্ডা লাচটোৰ মূৰৰ ফালে বহিল। গাড়ীত বহাৰ আগতে কেওজন মুখিয়ালে মূৰে মূৰে লগাই আলোচনা কৰা যেন লাগিল। পিছত পাখৰ সিঙে দাৰোগা বাবুক ক'লে—"চৰদাৰজী, হৰনামীক নিয়াৰ আৱশ্যক আছে জানো? তাই কলৈ পলাব। যেতিয়াই মন যায়, আমাক ক'ব, আমিয়েই লৈ যাম। আমি তাইৰ দায়িত্ব লৈছো। গাঁৱৰ গৌৰৱ লোপ হ'ব। এইক নিব নালাগে। যেতিয়াই আপোনাৰ দৰকাৰ হ'ব আমিয়েই হাজিৰ কৰামগৈ। মোকৰ্দমাতো হ'বই।"

আৰক্ষীৰ ভাৰপ্ৰাপ্ত বিষয়াজন সন্মত হ'ল। হৰনামী আউলী-বাউলী হৈ ঘৰ পালেহি।

দাৰোগা চাহাব নিজৰ ঘোঁৰাত উঠিল। আগত গৰু-গাড়ী, য'ত ঝণ্ডা আৰু মূৰব্বী-লোক কেইজন বহি ৰ'ল। চুপ চাপ। চেহেৰাত উদাসীনতা। গাড়ীৰ পিছে পিছে দাৰোগাৰ ঘোঁৰা আৰু তাৰ পিছতে পাঁচজন দহ নম্বৰী দাগীৰ লগত ছজন চিপাহী। 'কৌলোকে' গৈ পোৱাত দাৰোগা চাহাবে দুজন বয়সীয়াল চিপাহীক গাড়ীত তোলাই দিলে। কৈলোকেদি লাচ পাৰ হৈ যোৱা অৱস্থাত মহিলাসকলে চাঁদৰ ওপৰত উঠি চাবলৈ ধৰিলে। গাঁৱৰ লোকে আলিলৈ ওলাই থিয় দি ৰ'লহি। তেঁও লোকে জুমি জুমি চোৱাত লাগিল। কাৰো মুখত মাত নাই। সকলোৱে আঁতৰত থাকিহে কথা পাতিছে।

প্ৰতেকেই আৰক্ষী বিষয়াক চেলাম থুকিছে। সধানিয়া দলঙত সকলোৱে অলপ সময় জিৰালে। টাংগাৱালা আৰু অন্যান্য লোকে গাড়ীখনলৈ চাই ৰ'ল। সকলোৱে দূৰে দূৰে কথা পাতিছে, কোনো ওচৰ চপা নাই। নানাজনে নানা ধৰণৰ অনুমান কৰি কথা পাতিছে।

ফুললৈ গৈ ঝণ্ডুৰ মুখেদি ৰিপৰ্ট লিখোৱা হ'ল। পিছত পুলিচে হস্পিতেলত লাচটো প'ষ্টমৰ্টেম কৰালে।

মাজৰাতি শ আহি চুবুৰী পালেহি। সকলো মুখিয়াললোক আৰু ঝণ্ডা ইতিমধ্যে ঘূৰি আহি পালেহি। পাঁচোটা দাগীকে ফুলত গ্ৰেপ্তাৰ কৰি ৰাখি থ'লে।

পুৱাই পুৱাই অৰ্জ্জনৰ শেষকৃত্য সম্পন্ন কৰা হ'ল। গোট খোৱা তিৰোতাসকলে চিঞৰি চিঞৰি বিলাপ কৰিলে। ঝণ্ডাতো মূৰ্চ্ছাই গৈছিল। ঝণ্ডাই মাজে মাজে চকুলো বোৱাই কান্দি থাকিল। বহা কোঠাৰ সকলো বয়-বস্তু গুছাই শীতল পাটি পাৰি দিলে। চোতালৰ ৰ'দ পৰা ঠাইত তক্তা পাৰি দিয়া হ'ল। পাঠ কৰাৰ সময়তো শোক পালন কৰাৰ অৰ্থে চাদৰ পাৰি থোৱা হৈছিল। মহিলাসকলে তাতে বহি বহি অনুতাপ কৰি থাকিল। পুৰুষসকল চোতালত আৰু বৈঠকখানাত বহিলহি। চৌকাত চাহৰ কেট্‌লী তুলি ৰখা হৈছে। আঁতৰৰপৰা যি দুই চাৰিজন মাত লগাবলৈ আহিছে, তেওঁলোকক একো গিলাচ চাহ খাবলৈ ব্যৱস্থা কৰা হৈছে।

ইফালে অৰ্জ্জনৰ মৃত্যু-বতৰা শুনি নাজৰ ভাইৰূপালৈ লৰ ধৰিলে। গৈয়ে সি ঘীচৰৰ বিচাৰ-খোচাৰ কৰিলে, কিন্তু সি গাঁৱত নায়েই। কৈলোকো সি লগ নাপালে। দুয়ো ঘৰতে সোধ-পোচ কৰি কোন ক'লৈ গ'ল একো উৱাদিহ নাপালে। নাজৰ তাৰো আগলৈ দয়ালপুৰাৰ ফালে আগবাঢ়িল। ঘীচৰে যেতিয়াই তাক লগ পায় তেতিয়াই দয়ালপুৰাৰ কথা পাতে। তাত তেজো নামৰ তিৰোতা এগৰাকী থাকে। জাতত ধীবৰ। বৰ সাহিয়াল তিৰোতা। তেজোৰ ঘৰখনেই ঘীচৰৰ জিৰণি স্থল। সি দয়ালপুৰা পায়ে চিধা তেজোৰ ঘৰ পালেগৈ। ঘীচৰ আৰু কৈলো তাতে আছিল। তেজোৰ ভগা-বহাতে সিহঁত শুই আছিল। সিহঁত জানিবুজিয়ে তালৈ আহিছে—মাৰ-পিট কৰাৰ পিছত সিহঁত পৰাপক্ষত ভাইৰূপাত নাথাকেই। ইফালে-সিফালে কোনো কমাৰ, বাঢ়ৈৰ শালত সোমাই থাকেগৈ। সিহঁতে তেজোক কৈ থৈছিল যে খড়ক সিং চুবুৰীৰ পৰা যদি নাজৰ বা জঙ্গিৰা কোনোবা আহে তেন্তে তাক ভিতৰলৈ পঠাই দিব। যাতে আন কোনেও সিহঁত তাত থকাৰ কথা গম নাপায়।

নাজৰে গৈ পায়ে কান্দিবলৈ ধৰিলে—"সিতো মৰি থাকিল, চালা, এতিয়া মই যাঁও কলৈ কোৱা? মোৰ কি হ'ব এতিয়া? গৈ থৈ তাৰ মৰণটো মোৰ ওপৰতে পৰিল! বাৰু!" দুয়োটা নিজৰ খাটিয়াৰপৰা উঠি থিয় হৈ ৰ'ল।

ডেৰ-দুঘণ্টামান তিনিওৰে মাজত ফুচ্‌ফুচীয়া মেল বহিল। মাজতে তেজোৱে সিহঁতক চাহ দি গ'ল। তিনিওটাই কথা পাতি থাকিল আৰু তেজোৱে বাহিৰৰ দুৱাৰৰ

কাষতে থকা পাট ছটাতে কাপোৰ ধোৱাত লাগিল। কোনোবা তিৰোতাই আহি তাইক কিবা এষাৰ ক'লেহি, তাই তাৰ উত্তৰ হাঁহি হাঁহি দি যায়।

শেষত ঘীচৰে সিদ্ধান্ত কৰিলে যে নাজৰে জঙ্গিৰাৰদ্বাৰা হত্যাৰ স্বীকাৰ কৰাওক। মোকৰ্দ্দমাত দুই এজন এনে সাক্ষী দিওৱা হওক যাতে কাছাৰীত গৈ ওলোটা কথা কয়গৈ। মোকৰ্দমাৰ পইছা নাজৰে নিজে ভৰক। ঘৰ-বাৰী বিক্ৰী কৰি হ'লেও খৰচ ভৰক। হৰনামীকো ভয় খুৱাই তাইৰ পৰাও পইছা আদায় কৰক। যিকোনো প্ৰকাৰে যাতে জঙ্গিৰা ফাঁচী কাঠত উঠিব লগা নহয়, চাব লাগিব। ঘীচৰে ইয়াকো জনাই দিলে যে ঘীচৰ আৰু কৈলোৰ নাম যদি আহি পৰে তেন্তে হৰনামী, নাজৰ আৰু জঙ্গিৰা কাকো সুদাই এৰা নহ'ব। সি কি কৰিব লাগে তাক জানে।

## ১৬

যিদিনা পুলিচে অৰ্জ্জনৰ লাচটো ফুললৈ লৈ গৈছিল, হৰনামীয়ে বেলি পৰাৰ পিছত তাইৰ পৰীয়াটোক নাজৰৰ ভেড়া খুটিলৈ পঠাই দিছিল। সি তেতিয়াও ভাইৰূপাৰপৰা ঘূৰি পোৱাহি নাছিল। নাজৰৰ ভায়েকৰ লগত থকা ভেড়া ৰখীয়াটোক বতৰা দি আহিছিল বোলে নাজৰ আহি পালেই যেনেতেনে হৰনামীক ঘৰত লগ কৰি যাবহি, বৰ জৰুৰী কাম আছে। নাজৰৰ পালীটোৱে প্ৰথমেই ভয় খাই আছিল। সিহঁত ধৰা পৰিবই, মাজতে সি নিজেও সাঙোৰ খাই পৰিব। সি সকলো কথা জানেই। সি ভাবি আছে হাৰামৰ নেগুৰ, পাগল জাটহঁতে অৰ্জ্জনক কিয় মাৰি পেলালে! তেতিয়াতো সিহঁতে ভৰি ভঙাৰ কথাহে কৈছিল। পিছত পাপীহঁতৰ মনলৈ এইটো ভাব কিয় আহিল! মানুহখিনিক অনাহকতে লৰা-ঢপৰা কৰাই নগুৰ-নাগতি কৰিলে।

সাঁজ লাগিলত নাজৰ বেৰালৈ আহিল। তাৰ চেহেৰাত উদাসীনতা। পৰীয়াটোৱে ভিতৰ কোঠাত বুঢ়া-বুঢ়ীৰ লগত ৰুটি খাবলৈ গৈছিল। পৰীয়াটো ঘূৰি অহাত সি গাঁৱৰ খা-খবৰ ল'লে—"মোৰ বিষয়ে গাঁৱত কোৱা-মেলা কৰা শুনিছিলিনেকি?"

পৰীয়াটোৱে ক'লে—"নাই একো শুনা নাই। মই গাঁৱলৈ যোৱাই নাই। দিনৰ দিনটো এই ঘেৰাৰ মাজতে আছিলো। "তাৰ পিছত সি ক'লে, 'অ' হৰনামীৰ পৰীয়া ল'ৰাটো আহিছিল। হৰনামীয়ে লগ পাব খুজিছে।"

নাজৰে প্ৰথমে ঘৰলৈ গৈ ৰুটি খালেগৈ। বুঢ়া-বুঢ়ীয়ে তাৰ মুখলৈ চাই ৰ'ল। একো নুসুধিলে। তেওঁলোকে পৰীয়াটোৰপৰা সকলো শুনি থৈছে। তেওঁলোক চিন্তামগ্ন হৈ আছে। নাজৰ ঘৰৰপৰা ওলাই আহিব খোজাত মৈঙ্গলে কাহটো ৰাখি লৈ ক'লে—হেৰ' নাজৰ, সকলো খবৰ মোৰ ওচৰ পালেহি। এনেকুৱা সৰু-সুৰা বিপদ মানুহৰ জীৱনলৈ

আহে আৰু যায়। সাহসেৰে চলিবি, আগলৈ চাই খোজ পেলাবি। পইছা-পাতিত হাত নধৰিবি। পৰামাত্মাত বিশ্বাস নেৰিবি।

মাকেও উৎসাহ যোগালে—"যি মুৰুখালী হ'ব লগা আছিল গৈ গ'ল, বোপাই! এতিয়া নিজৰ বিচাৰ বুদ্ধিৰে কাম কৰি যা। এইবোৰ চৰকাৰহঁতৰ পুং, বোপাই। ইয়ালৈ কোনো নাহক। অকণো সংশয় নকৰিবি। পৰমাত্মাত বিশ্বাস ৰাখ।"

নিজৰ ঘৰৰপৰা প্ৰথমে সি ভেড়াৰ গড়ালৰ বেৰালৈ আহিল। পৰীয়া ল'ৰাটোক কথা বুজালে। যদি তাক বিচাৰি কোনোবা আহে তেনেহ'লে ঘৰত নাই, ক'ৰবালৈ গৈছে বুলি ক'বলৈ। পিছত সি হৰনামীৰ ঘৰত বহিলগৈ। ভাল এন্ধাৰেই হৈ আহিছিল। হৰনামীয়ে প্ৰীতমৰ ঘৰৰপৰা অলপ খিচিৰী লৈ আহিছিল আৰু দিনৰ গাখীৰত গুলি লৈ কেইঢোকমান গিলিবলৈ লৈছিল। খাবলৈ-ব'বলৈ মন নাযায়। বহিয়ে তাই নাজৰৰ লগত লাগি গ'ল—"তুমি এইটো কি কাম কৰিলা! এতিয়া সকলোকে বান্ধিহে এৰিব। সকলো ফাঁচি কাঠত উঠিবগৈ লাগিব—তোমাৰ চকুৰ আগত, চাই থাকিবা।"

সি ক'লে, "কথা ইমান দূৰলৈ যাব বুলি ভবাই নাছিলো। ভাইৰূপাৰহঁতক আগতেই বুজাই কৈছিলো, বোলো চাবা, চুৰা-খোৱাক ঘাইল কৰিলেই হ'ব। চালাহঁতক নেজানো, কি খাই-মেলি আহিছিল, তৰ্কিবই নোৱাৰিলো কি ভিতৰুৱা কোব দিলে। মই পুৱাহে গম পালো, সি মৰিল বুলি। সেইটো মই ভবাই নাছিলো।"

হৰনামীয়ে ক'লে, "তেনেহ'লে এতিয়া কি কৰা যায়?"

সি মাটি খুচৰি থাকি ক'লে, "কি কৰা যায়! সকলো পইছাৰ খেলা, পইছা ছটিয়াব লাগিব। এতিয়া বৈ থকা গাড়ী টকাইহে চলাব পাৰিব। নহ'লে সকলো মৰিব লাগিব. তুমিও; তুমি কেনেকৈ বাচি থাকিবা?"

"মোক কোৱা—মই কৰো কি?" তাই ক'লে।

"তুমি সকলো কৰিব পাৰা। মাটি-সম্পত্তিৰ মালিক। আমিও নিজ পক্ষৰ হৈ মাত মাতিব লাগিব।" নাজৰে পৰামৰ্শ দিলে।

কাণৰ বালি দুপাতৰ বাহিৰে হৰনামীয়ে সকলো গহনা ভিতৰৰ চন্দুকৰপৰা উলিয়াই আনিলে। টোপোলা বান্ধি নাজৰৰ হাতত দি ক'লে—"এইখিনি লোৱা। য'তে মন যায় বেচি ধন গোটোৱা। যিমান মন যায় খৰচ কৰা। আৰু লাগে যদিও দিম। যাতে ক'তো ছিদ্ৰ বৈ নেযায়।"

"বাৰু ঠিকেই, এতিয়া আৰু মাৰ খাব লগা নহ'ব। ময়োতো খৰচ কৰিম। গোটেইজাক ভেড়া বেচি পেলাম। ভাইৰূপাৰহঁতেও নিজৰ খেল দেখুৱাব নহয়। গুণ্ডা বুলিয়েতো কয়।" নাজৰ তাৰপৰা উঠি আহিল। গহনাৰ টোপোলাটো মাকৰ হাতত দি সি জঙ্গিৰাক লগ পাবলৈ গ'ল। জঙ্গিৰা বাহিৰৰ বাৰান্দাতে কাতি হৈ পৰি আছিল। মাকে চৌকাৰ কাষতে বাচন মাজি আছিল। নাজৰে লাহেকৈ মাত দিবলৈহে পালে সি একেজাপে উঠি আহি চোতাল পালেহি। নাজৰে ক'লে—"ব'লা, ভিতৰত

বহি লৈ কথা পাতোঁগৈ।" বুঢ়ী চৌকাৰ কাষতে বহি ৰ'ল। দুয়োটাই খাটিয়াত বহি লৈ কথা আৰম্ভ কৰিলে, যেন নিজে নিজকে বুজনি দিছে।

শেষত নাজৰে ক'লে—"চোৱা, ভাই জঙ্গিৰা সিং, পলমকৈ হ'লেও কথাটো গম পাবই। আজি নহয় কালিলৈ কোনোবাই ফুলৰ পুলিচক জনাই থৈ আহিবগৈ। তুমিতো চুবুৰীটোৰ বিষয়ে ভালকৈ জানাই। আমি চাৰিও ধৰা পৰিমেই, লগতে হৰনামীও। নাজানো কোনে কি শাস্তি ভুগিব লাগিব, কেইটাক ফাঁচি দিব...। এটা মাত্ৰ উপায় আছে...।"

"কি?"

"তুমিহে ক'ব পাৰিবা।"

"কোৱাচোন বাৰু।"

"তুমি সৈ কাঢ়ি দিয়া। পইছা মই ভৰিম। ভাইৰূপাহঁতক আমাৰ মাজলৈ নানো। অৱশ্যে তেওঁলোকেও যথেষ্ট সহায় কৰিব, নিজৰ ফালৰ পৰা। বাচাহঁত বিশ্বাসী দেই।"

"মই সৈ কাঢ়ি দিম!"

"আৰু...?"

"তুমিনো, সৈ নেকাঢ়া কিয়?"

"হ'য়, মই সৈ কাঢ়ো বাৰু, তেন্তে তুমি পইছা খৰচ কৰা। পইছাতো পানীৰ দৰে বোৱাব লাগিব। চোৱা, এইটো কাম তুমিয়ে কৰা বা ময়ে কৰো, ভাইৰূপাহঁততো আতৰিলেই। তেওঁলোকক সাঙুৰিলে হ'ব কিটো? এতিয়া এই হত্যা নিজৰ মূৰত পৰিবই।"

"হৰনামীয়ে পইছা খৰচ কৰিব জানো?"

"বাহ, কৈছা কি? ব'লা দেখুৱাওঁগৈ। সমস্ত গহনা উলিয়াই দিলে বাঘৰ আগ-তেলখাঁতীয়ে। কৈ দিছে—আৰু খুজিলে দিম, যিমান লাগে। তাই মোৰ কাৰণে জানটোকে দি দিব। বৰ সাহিয়াল জাটৰ জী। মোৰ হাতত আছে ভেড়াৰ জাকটো, সব বেচি পেলাম। কালিলৈকে বেচি পেলাম, চাবা।"

"বাৰু, চোৱা ভাই, অনাহকতে মোক ফাঁচি কাঠত নোলমাবা আকৌ। বুঢ়ী আইজনীৰ একেটা পো মই।"

"মই কৈছো নহয়, যদি এদিনো জেল হয়, তেন্তে মোৰ মুখত থুৱাবা। ফাঁচিৰ কথা বাদ দিয়া। দুটা সাক্ষী এনেকৈ থিয় কৰামগৈ, যাতে বিচাৰৰ কাঠগড়াত থিয় হৈয়ে ওলোটা হৈ পৰে। মুখ ভৰাই দিলে ওলোটা নহবই বা কিয়? পইছা ছটিয়াই পুলিচৰো চকু কণা কৰি পেলাম।

বহুত বাক-বিতণ্ডা কৰাৰ অন্তত জঙ্গিৰা এইটো কথাত ৰাজী হ'লগৈ যে সিয়ে সৈ কাঢ়ি দিব।

দ্বিতীয়দিনা সন্ধ্যাপৰলৈকে নাজৰৰ ছাঁটোকে দেখা পোৱা নগ'ল। ৰাতি সি গাওঁবুঢ়া

পাখৰ সিঙৰ ঘৰলৈ গ'ল। পাখৰ সিঙে তাক দেখাৰ লগে লগে ক'লে—"বেয়াকৈ ফচি গলি অ' ডেকাল'ৰা! মইতো আৰু কিবা কিবি শুনিছো। কিন্তু...বাৰু, আহ, বহ, কি কথা ক'ব খুজিছ্ ক!"

"কথা কি কম দদাই, তুমিতো সকলো জানাই, এইটো হ'ব বুলি আমি ভবাই নাছিলো নহয়। মই কি কম? তুমি শুনিছাই কিজানি সকলো, কিবা প্ৰকাৰে। তোমাৰ আগত লুকুৱাবলৈ আছে কিটো?"

"তেনেহ'লে?" পাখৰে তাক পৰিয়ালৰ লোকৰপৰা আঁতৰাই চোতাললৈ লৈ আহিল।

"এটাহে ৰাস্তা আছে দদাই, যদি তুমি সন্মত হোৱা।"

"বাৰু কচোন।"

"জঙ্গিৰাই সৈ কাঢ়ি দিব। তাক হাজিৰ কৰাই দিওৱা। পইছা মই ভাঙিম। লাগিলে গোটেই ঘৰ-বাৰী বিক্ৰী কৰি হ'লেও।"

"বাৰু, তেনেহলে কথা খাপ খাইছে বুলিয়ে ধৰি ল। সি তহঁতৰ হাততে মৰিল তেনেহলে?"

"তেতিয়া ততেই ধৰিব নোৱাৰিলো। কাৰ মাৰ ক'ত লাগিল। অন্যহাতে তাক মাৰি পেলোৱাটো ভবাই নাছিলো।" ভাইৰূপাৰ ঘীচৰ আৰু কৈলু লগত থকা কথাটো সি সৈ নেকাঢ়িলে। গাৱঁত বোধকৰো নাজৰ আৰু পৰীয়াটোৰ বাহিৰে এই কথা কোনেও নেজানে। হৰনামীয়ে অৱশ্যে জানিছিল।

গাওঁবুঢ়াই সুধিলে—"মাইকীজনী তোৰ ফালে আছেতো?"

"তাই পূৰা আমাৰ ফলীয়া দদাই, তাই কেতিয়াও পিছ নুহঁহকে। নিজৰ ফালৰপৰা পূৰা খৰচ কৰিব।"

"মই আজি গধূলিহে গম পাইছো। তোক কওঁনে নকওঁ লাগিছে, তহতঁক নিবলৈ কালিলৈ পুলিচ আহিব। তোক, জঙ্গিৰাক আৰু তাইক, তিনিওকে নিব।"

"তেন্তে, এতিয়া কি কৰা যায়?

"কালিলৈ তহঁত লুকাই থাক, তাই কুকুৰণীকো বুজাই দেগৈ। ওচৰৰ কাৰোবাৰ ঘৰত সোমাই থাকক গৈ। কথা-বতৰা পাতি শেষত জঙ্গিৰাক আনি হাজিৰ কৰাই দিম।"

"এইটো কোনে লগালেগৈ, দদাই?"

"কোনে কি লগাবগৈ, ঝগুই সকলো কৈ আহিছেগৈ। সি অলপ আগতে মোৰ ওচৰৰপৰা গৈছেহে। সকলো কথা পুলিচে গম পালেই।"

দুখন এশটকীয়া নোট জেপৰপৰা উলিয়াই নাজৰে গাঁওবুঢ়াৰ হাতত দিলে। ক'লে, "দদাই এয়া লোৱা। কালিলৈ যেতিয়া পুলিচ আহিব আগবঢ়াই দিবা। এতিয়া কোৱাচোন, দ্বিতীয়বাৰ কেতিয়া তোমাৰ ওচৰলৈ আহিম?"

"তই আহিব নালাগে, মই খবৰ দিম। য'তে থাক, ঘৰত বুঢ়ীজনীক কৈ থৈ যাবি।"

পিছদিনা পাঁচোটা বদমাচ গাঁও সোমালেহি। চাৰিওটাই নাজৰৰ ওপৰত দাঁত কৰচিবলৈ ধৰিলে। সিহঁতেও গোটেই ঘটনা গম পাই গ'ল। ফুললৈ নি থানাত দাৰোগাই এটা এটাকৈ দাবী-ধমকি দি ভয় খুৱালে। বুট জোতাৰে গোৰো সোধালে কিজানি। কিন্তু সিহঁতে ক'ব কি! গাঁওবুঢ়াৰ বৈঠকখানাত ভৰি থকা মানুহৰ মাজত গৈ সদাগৰে ক'লেগৈ—"হেৰি গাঁওবুঢ়া, মৈঙ্গলৰ পো ক'লৈ গ'ল, পদূলি শুঙা, বদমাচ! এজনী বেশ্যা তিৰোতাৰ পাল্লাত পৰি সি চুৰঁৰে পথাৰ ৰাঙলী কৰি পেলালে! শেষত আমাৰ পিঠিওঁ পুলিচৰ মাৰত ৰাঙলী হ'ল।"

গাঁওবুঢ়াই হাঁহিলে। ক'লে—"চোৰা, পুলিচৰ কামেই সেইটো। কথাতে কয়—কেৰ্কেটুৰাই তামোল খায়, নেউলক বান্ধি কিলায়।"

কথাবাৰ শুনি সকলোৱে হাঁহিলে।

"নহয় মই ক'ব খুজিছো, বাপেকে নিগনি এটা মাৰি নেপালে। এই নাজৰ কেনেকৈ জন্ম হ'ল। আৰু, চোৰা কি কাণ্ড কৰি পেলালে।"

"ইও এক সাহস, সদাগৰ সিংহ! বদমাচী কৰিবলৈ মাত্ৰ তোমালোকক দিয়া নাই। বাৰু, তোমালোকে কেতিয়াবা মানুহ কাটি পাইছা জানো? এয়া চাই লোৱা। তোমালোকে মাত্ৰ লোকৰ কাঁহি-বাতিহে সৰকোৱা আৰু গৰু-ম'হৰপৰা খোলাতে লাগি থাকিলা। সঁচা কথা...পাখৰ সিঙে সদাগৰক উপলুঙা কৰিলে।

সি অলপ উত্তেজিত হৈ ক'লে, "তিৰোতাৰ লগত লেতেৰা লেটি-পেটি আমি হ'লে কৰা নাই, গাঁওবুঢ়া! যি কৰিছো নিজৰ গাঁৱতহে নেলাগে এই এলেকাৰ বাহিৰতো কৰিছো। এই নতুন বদমাচ কেইটাই গাঁৱতে গু খালে।" ভোৰ-ভোৰাই সদাগৰ বৈঠকখানাৰপৰা বাহিৰ ওলাল।

মানুহমখাই তাতে বহি কথা পাতি থাকিল। পাখৰো তাতে আছিল। তেওঁ ল'ৰা এটা লগত লৈ নিজৰ বাৰ ব'ৰৰ দুনলীয়া বন্দুকটো ফটা কাপোৰ এখনেৰে চাফা কৰি আছিল। যেতিয়া তাত দুজনমান লোকহে থাকিলগৈ তেতিয়া গাঁওবুঢ়া ঘৰলৈ যাবলৈ ওলাল, তেতিয়া তেওঁলোকে দেখা পালে, বুৰুজগিল্লাৰ ফালৰপৰা চাৰিজন অশ্বাৰোহী আহিব ধৰিছে, কান্ধত ৰাইফল লৈ।

প্ৰথমে তেওঁলোক নাজৰৰ ঘৰলৈ গ'ল। বাহিৰ-ভিতৰ সকলো চালে। বাকচৰ তলত, খাটিয়াৰ তলত, খেৰৰ গড়ালত—ঠায়ে ঠায়ে গৈ খুচিও চালে। মেঙ্গলৰ মুখত থাপৰো সোধালে। তাৰ মূৰৰ পাগুৰী সৰি পৰিল। বুঢ়ীৰ চুলি ছিঙিলে। দুজনে জঙ্গিৰা হাজামৰ ঘৰৰ খানাতালাচী ল'লে। দুজন গ'ল হৰনামীৰ ঘৰলৈ। তাইকো ঘৰত নাপালে। কোনে জানে ক'ত লুকালেগৈ। দুৱাৰ খিড়িকী সকলো খোলা। ম'হজনী খুটিত বান্ধি থোৱা আছে। পুলিচৰ ৰঙা-নীলা পাগুৰী দেখি তাই পঘা ছিঙো যেন কৰিছে।

নাজৰৰ মাক-বাপেকৰ বেয়া অৱস্থা। জঙ্গীৰাৰ মাকৰো চুলিৰ জোকাৰণিত মূৰ্চ্ছা

যোৱা অৱস্থা। পুলিচে তিনিওকে ধৰি মুকলি বৈঠকলৈ লৈ আহিল। মাজে মাজে দাৰোগাই অশ্লীল গালি পাৰি পাৰি বুটজোতাৰে গুৰিয়াই আছে। গাঁৱৰ সকলো মুখিয়ালোক কৰযোৰে থিয় হৈ আছে। দাগী পাঁচোটাও লগতে আছে। অন্য এঘৰলৈ নি ভিতৰ সুমোৱাই গাঁওবুঢ়া পাখৰ সিঙে দাৰোগাৰ জেপত এশ টকা ভৰাই দিলেগৈ। ক'লে, "আপুনি এতিয়া যাওক হুজুৰ, কালিলৈ পুৱাই আমি ফুললৈ গৈ আচামী কেইটাক হাজিৰ কৰাই দিমগৈ।"

আৰক্ষী বিষয়া অলপ সেও হৈ পৰিল। বৈঠকলৈ আহি বুঢ়া আৰু দুয়ো বুঢ়ীক ঘৰলৈ যাবলৈ ক'লেহি। ভদ্ৰলোকক খাটৰ ওপৰত বহুৱাই দিয়া হ'ল। দাগী চোৰ কেইটাই ইঘৰ-সিঘৰৰপৰা গৰম গাখীৰৰ জগ লৈ আহিলগৈ। পুলিচহঁতক জোঁৱাই ল'ৰাৰ দৰে সেৱা-সৎকাৰ কৰা হল। বুতমাহ চোবাবৰ কাৰণে ঘোঁৰা কেইটাৰ লেকাম খুলি দিয়া হ'ল।

## ১৭

ৰাতি পুৱাল কি নুপুৱালতেই গাঁওবুঢ়া পাখৰ সিংহই জঙ্গিৰাক লৈ গাঁৱৰপৰা ওলাল। সধানিয়া দলংখন পাওতে পোহৰ হ'ল। অলপ পিছতে ফুলৰ ফালৰপৰা এখন খোলা ঘোঁৰা-বাগী আহিল। জঙ্গিৰাই পাগুৰীৰ এচোৱা কাপোৰ নেমেৰিয়াই সেইখিনিৰে মুখখন ঢাকি লৈছিল। মাত্ৰ চকু কেইটাহে ওলাই আছিল। হাতত একো অস্ত্ৰ নাছিল, কৃপাণো নাছিল। পাখৰ সিঙৰ গাত দুনলীয়া বন্দুক ওলমি আছে। আৰু হয়তো যান-বাহন পাবনে নেপাই ঠিক নাই, গতিকে পূৰা বাগীখনকে ভাৰা কৰি ল'লে।

ফুল গৈ পাই, দুৱাৰৰ ভিতৰফালে সিহঁতে এখন চাহ দোকানত লুকাই বহিলগৈ। দোকানীক দুবাটি চাহ দিবলৈ ক'লে, দুখন ডবল ৰুটি ল'লে। চাহ খাই সিহঁতে ইটো সিটো কথা পাতিবলৈ ধৰিলে। কোনোটো কথা ফুচ্‌ফুচাই পাতে, মাতৰ সম্বন্ধ সিহঁতৰ চাৰি কাণতহে আবদ্ধ হৈ ৰ'ল।

দোকানীয়ে গম ধৰিব পাৰিলে যে ইহঁত কাছাৰীৰ আমোলাৰ দাস। দহ বাজিলেহে ইয়াৰপৰা উঠিব। বহি থাকক কি আপত্তি! বহি থাকি আকৌ চাহ খাব, দোকানীৰ লাভৰ কথাহে। তেওঁতো নেজানে যে তাৰে এজন হত্যাকাৰী আৰু উপযাচি কাছাৰীত হাজিৰ হ'বলৈ আহিছে। দোকানত পুলিচৰ তালাচীও হৈ যাব পাৰে।

প্ৰায় ন বজাৰ লগে লগে দুয়ো দোকানৰপৰা উঠিল আৰু ডাঙৰ কাপোৰ দুখন গাত মেৰিয়াই লৈ উকীলৰ ঘৰ পালেগৈ। বগা চুঙা পায়জামা আৰু বাদামী ৰঙৰ গৰম আচকন পিন্ধা, অলপ ক'লা উকীল চাহাবে আইনাৰ সন্মুখত থিয় হৈ মুৰ ফণিয়াই

আছিল। দুয়ো আগমনৰ বতৰা দিলে। টুপীটোৰ ওপৰত পাগুৰীটো নোসোমোৱাকৈয়ে আহি তেওঁ দুয়োৰে কথা শুনিলে। নাজিমৰ আদালতত জঙ্গিৰাক হাজিৰ কৰোৱাৰ কেচ তৈয়াৰ কৰা হ'ল। নিজৰ ফিজ ল'লে। পিছত দুয়োকে চাহ খাবলৈ ভিতৰৰ পৰা নিমন্ত্ৰণ আহিল। তাৰ পিছত উকীলে আকৌ মূৰত ফণি লগাই পাগুৰীটো পিন্ধি ল'লে।

ঠিক দহ বজাৰ লগে লগে উকীলে গাঁওবুঢ়া আৰু জঙ্গিৰাক লৈ নাজিমৰ আদালতলৈ গ'ল। মহৰীজনে কিতাপ আৰু ফাইল লৈ আগতেই গৈ নিজৰ আড্ডাত বহি আছিলগৈ।

পুলিচে খবৰকে নেপালে যে গাঁওবুঢ়া কেতিয়া আহিল আৰু জঙ্গিৰাক নাজিমৰ আদালতত হাজিৰ কৰি দিলেহি। নাজিমে উকীলৰ কথা শুনিলে; জঙ্গিৰাৰ জবাব-বন্দী লিখি ল'লে, গাঁওবুঢ়া পাখৰ সিঙৰ সাক্ষী ল'লে আৰু থানালৈ খবৰ দি হাত-কেৰেয়া লগাবলৈ চিপাহী মাতি পঠালে। জঙ্গিৰাক গ্ৰেপ্তাৰ কৰা হৈ গ'ল।

মোকৰ্দমাৰ শুনানীত জঙ্গিৰাই স্বীকাৰ কৰিলে যে সি অৰ্জ্জনক অকলে হত্যা কৰিছে। অস্ত্ৰ আছিল কৃপাণখন। ঝণ্ডাই দুজন সাক্ষী উপস্থিত কৰালে, এজন গাঁওবুঢ়া পাখৰ সিং আনজন হ'ল প্ৰীতম। ঝণ্ডাই এজাহাৰত উল্লেখ কৰিলে যে এই হত্যাকাণ্ডত মৈঙ্গল সিঙৰ পুত্ৰ নাজৰ সিঙো জড়িত হৈ আছে। হত্যাৰ কাৰণ যোগিন্দৰ সিঙৰ পত্নী হৰনামী কৌৰ।

প্ৰথম দিনা বিচাৰত নাজিমে নাজৰ সিং আৰু হৰনামী কৌৰক গ্ৰেপ্তাৰৰ আদেশ দিলে। পুলিচে ৱাৰেণ্ট লৈ গৈ দুয়োকে গ্ৰেপ্তাৰ কৰি আনিলগৈ।

হৰনামীৰপৰা গহণা অনাৰ পিছতে, পিছদিনা পুৱাই নাজৰে বুঢ়া বাপেক মৈঙ্গল আৰু বুঢ়ীক ভাইৰূপাৰ সোণাৰীটোৰ ওচৰলৈ পঠালে। সোণাৰীয়ে সোণ পৰীক্ষা কৰি ক'লে যে আচল সোণৰ মাল আৰু সোণখিনি বেচিবলৈ গাঁৱৰ এজন মহাজনক মাতি পঠাইছিল। মহাজনেও গোটেইখিনি সোণ কিনি ল'লে। সোণাৰীয়ে যি দৰ-দাম কৰিলে তাতে বুঢ়া-বুঢ়ী দুয়ো মান্তি হ'ল। গোটেইখিনি সোণৰ ওজন চৈধ্য তোলা হ'ল। প্ৰতি তোলাত চাৰি ৰতিকৈ বাদ দি বাকী যিমান তোলা হ'ল মহাজনে নগদ টকা দি কিনিলে। বুঢ়াই টকাখিনি চাদৰত বান্ধি নিজৰ বেগত ভৰাই বেগটো কঁকালত লৈ ওপৰত পেটিছটা মাৰিলে। দুপৰ বেলা বুঢ়া-বুঢ়ী দুয়ো ঘৰ পালেহি।

নাজৰে মনে খনা পুখুৰীৰ পানী খাবলৈ নেপালে। সি ভেড়াজাক বিক্ৰী কৰি পেলালে। গড়াল খালী হ'ল। গাঁৱৰ চন্নন সিংহই ৰখীয়াৰ বাপেকৰ লগত লগ লাগি ভেড়াজাক কিনি ল'লে। প্ৰথমদিনা চন্নন সিঙে গোটেইজাক ভেড়া নিজৰ ঘৰলৈ নিলে, কিন্তু পিছদিনাই মৈঙ্গল সিঙৰ লগত কথা পাতি ছমাহৰ কাৰণে নাজৰৰ ভেড়াৰ খুটিটোকে ল'লে। নাজৰেনো এতিয়া গড়াল ৰাখি কি কৰিব? চকোৱাখন বা কি কামত আহিব? এতিয়া সি ক'ত, কেনেকৈ বাটকুৰি বাব লাগিব কোনে জানে! মৈঙ্গলে গড়ালটোৰ পইছা লগে লগে নিবিচাৰিলে, ক'লে, "এতিয়া নিদিলেও হ'ব।"

গতিকে ভেড়াজাক আগৰ ঠাইতে থাকিল। ৰখীয়াটোও। কিন্তু ভেড়া খুটিত

ৰাতি পৰীয়াটোৰ দেউতাক 'ঘুক্কৰ মজহৰী' শুবলৈ ল'লে। বাপেক পুতেক দুয়ো ভেড়া চৰায়। চন্ননে দুই তৃতীয়াংশ ধন নিজৰ ফালৰপৰা দিলে। সকলো চোৱা-চিতা ঘুক্কৰৰ ওপৰত পৰিল, কিন্তু সম্পত্তিৰ আধা আধা অংশ দুয়োৰে হ'ল।

নাজৰে কোৱা মতে মৈঙ্গলে গোটেইখিনি টকা মুকুন্দীমল মহাজনৰ ওচৰত আমানত হিচাপে জমা দিলেগৈ। ক'লে, "ভাই মহাজন লোৱা, তুমিয়েই চন্তালি ৰাখা এই মায়াজাল। মোৰ ওচৰত কোনে ইমান ধন জমা থ'ব। যেতিয়াই দৰকাৰ হ'ব চলিবলৈ নি থাকিম।"

"মৈঙ্গল সিংহ, তোমাৰ বস্তু। যেতিয়াই মন যায়, লৈ যাবা। মুঠতে ধৰি লোৱা বেঙ্কত জমা ৰাখিছা। এইখিনি আদায় হোৱাৰ পিছতো আৰু নিবা, দিম। তুমি কোনো প্ৰকাৰে ভয় কৰিব নেলাগে। সম্পত্তিৰ মালিক তুমি।" মুকুন্দীয়ে সান্ত্বনা দিলে।

নাজিমৰ আদালতত মোকৰ্দমা ৰুজো হ'ল। সাক্ষী-বাদীও ঠিক হ'ল। ঝণ্ডাই প্ৰাণপণে জোৰ দিলে। কিন্তু পুলিচ পক্ষই তেওঁৰ পৰা পইছা বিচাৰে। তেওঁ জেপৰ পইছা উলিয়াবলৈও টান পায়। গাঁৱৰ জনা-বুজা কেইজনক ফুললৈ নি চাহ খুৱাৰ লগা হ'লে তেওঁৰ মনটো মৰি যায়। তেওঁৰ ভাবিছিল যে গাঁওবুঢ়া পাখৰ সিংহহে আচল মানুহ। তেওঁ যি ক'ব সঁচাকে ক'ব। প্ৰীতমক তেওঁ ওলোটা পাঠ পঢ়ুৱাইছে, যিহেতু তেওঁ যাতে তাৰ লগত বান্ধ খাই থাকে। তাক তেওঁ বুজাই দিলে যে যদি গিন্দৰৰ ঘৰখন উচন হৈ যায়, তেন্তে প্ৰীতমৰ গাখীৰতে ম'হৰ খুটি হ'ব। তেওঁ তাক বুজাই দিছে যে গিন্দৰৰ আঠবিঘা মাটি হকদাৰেই পাব। প্ৰীতম গিন্দৰৰ উত্তৰাধিকাৰী। ঝণ্ডাই বুজাই দিলে যে যদি হৰনামীয়ে ফাটেক খায়, তেনেহ'লে তাই জেলতে পচি মৰিব। গিন্দৰৰো এতিয়ালৈকে একো খা-খবই নাই। আজিলৈকে কোনেও তাক দেখা নাই। ক'ৰবাত কিজানি মৰিবও পাৰে। গিন্দৰৰ ঘৰ উচন হোৱাই মঙ্গল।"

নাজৰৰ পিতাক মৈঙ্গলে ৰঙা খাটাটো গাঁওবুঢ়া পাখৰ সিঙক মুক্তিয়াৰ পাতি তেওঁৰ হাতত ৰাখিছে। পাখৰ জনা-শুনা লোক। কাছাৰীৰো জ্ঞান আছে। পুলিচৰ নাড়ী চিনিব পাৰে। যিমান টকা পাখৰে বিচাৰে, মৈঙ্গলে মুকুন্দীৰপৰা আনি দিয়েহি। সদায় এটা কথাত জোৰ দি কয়, "চাবা গাঁওবুঢ়া, মোৰ নাজৰে যাতে ফাটেক খাব লগা নহয়। নাপিতটোকো বচাবলৈ চাবা আকৌ। আমাৰে লগৰ মানুহ! বাকী সিহঁতে যি কৰে কৰক।"

গাঁওবুঢ়া পাখৰ সিঙে পুলিচক, নাজিমৰ কাছাৰীৰ আমোলাক, আৰু হস্পিটেলৰ লোকক দুয়োটা ল'ৰাক বচাবৰ কাৰণে টকা ঢালি দিলে। কিবা প্ৰকাৰে হৰনামীকো জামিনত আনিলে। কিন্তু প্ৰতি তাৰিখতে তাই ফুললৈ যাব লগা হ'ল।

নাজিমে মোকৰ্দমা সাজু কৰি চমন জাৰি কৰালে। যেতিয়া মোকৰ্দমাৰ তাৰিখ পৰিবলৈ ধৰিলে, প্ৰতি তাৰিখতে ঝণ্ডা, মৈঙ্গল, গাঁওবুঢ়া, প্ৰীতম, হৰনামী আৰু গাঁৱৰ দুই চাৰিজন জুম পাতি যায়। চাবলৈ গ'লে দুটা দল, গাঁৱৰপৰা দুদল হৈয়ে ওলায়,

সধানিয়া দলঙৰপৰা ৰামপুৰা ষ্টেচনলৈকে দুখন বাগীত যায়। এখনত ঝণ্ডা, গাঁওবুঢ়া, প্ৰীতম আৰু সেই ফলীয়া দুই এক। আনখন বাগীত মৈঙ্গল আৰু তেওঁৰ ফলীয়া দুই একৰ লগতে হৰনামী, জঙ্গিৰা হাজামৰ সম্বন্ধীয় কোনো কোনো। কেতিয়াবা কেতিয়াবা হৰনামীক দেখা কৰিবলৈ জঙ্গিৰাৰ মাকো যায়। ৰামপুৰা পায়ে ছয়বজাৰ গাড়ীত উঠে। একে ডবাতে বহি দুয়ো দলে মাজে মাজে কথা-বতৰা পাতি যায়। মোকৰ্দমা হ'ল কি হ'ল? একেখন গাঁৱৰে মানুহ, একে মাটিতে জন্ম, একে মাটিৰে গঢ়া।

হত্যাকাণ্ডটোৰ সকলো খুতি-নাতি পুলিচে জানি বুজি ল'লে। হৰনামীয়ে কেনেকৈ মদ খুৱাই অৰ্জ্জনক পাগল অৱস্থাত ঘৰৰপৰা উলিয়াই পঠাইছিল, কেনেকৈ নাজৰৰ ভেড়া খুটিত ছাগলী মাৰি মদে-মঙহে খাই লৈ অৰ্জ্জনৰ থকা ঘৰৰ ওচৰত জানৰ পাৰত চাৰিওটাই অৰ্জ্জনক হত্যা কৰিলে সকলো গম পালে। কাৰ হাতত কি অস্ত্ৰ আছিল, কোনে ক'ত আঘাত হানিলে তাকো জানিলে। ভাইৰূপাৰ ঘীচু আৰু তাৰ শিষ্য কৈলোক গ্ৰেপ্তাৰ কৰাতো নিতান্তই দৰকাৰ আছিল। কিন্তু ঘীচৰ হ'ল সাতঘাটৰ পানীখোৱা বদমাচ। গম পায়ে সি এদিন ফুললৈ গ'ল আৰু আৰক্ষী বিষয়াজনক ঘোচ খুৱাই কেচটোৰপৰা দুয়োটাৰ নাম গুচাই পেলালে।

সধানিয়া দলঙৰপৰা হৰনাম সিংহ পথেদি ভাইৰূপাৰ ফালে আহোঁতে বাটত ঘীচৰ আৰু কৈলোৰে কথাপাতি আহিল। কৈলোৰে প্ৰশ্ন কৰিলে, "ভাই চাহাব, এই হত্যাৰপৰা আমাৰ লাভ হ'ল কি? যদি ভাবি চোৱা যায় অৰ্জ্জনৰ লগত আমাৰ কোনো শত্ৰুতাও নাছিল, তেনেহ'লে?"

ঘীচৰে ক'লে—"ইয়াত লাভ-লোকচানৰ কথা নাই কৰ্ণেল সিংহ! আমি মাত্ৰ নাজৰৰ লগত বন্ধুত্বহে ৰক্ষা কৰিলো। এইটো চোৱা, যি নিজৰ তিৰোতাজনীকে লুকুৱাই বেচি দিয়ে, তাত বা আমাৰ কি লাভ হয়? তিৰোতাৰ লগতে আমাৰ মুখতো দাগ লাগে, বচ। যি পইছা পাওঁ, খাই উৰাই দিওঁ। কিবা সা-সম্পত্তি ঘটিব পাৰিলো জানো, একো নাই।"

"সেইটো অৱশ্যে ঠিকেই ভাই। অৱশ্যে যাৰ ঘৰখন পাতি দিওঁ তেওঁ হ'লে আমাৰ শলাগ নোলোৱাকৈ নাথাকে। এই নাজৰে গুণ গাবলৈ থাকিল কি?"

"মানুহে মানুহৰ বাবে এশ-এবুৰি কাম কৰিব লগা থাকে। ৰেহাই পাই আহিবলৈ দিয়াচোন বাৰু, বপুৰাটোক।"

"খালাচ হ'বনে নহয় কি ঠিকনা আছে, কিজানি ফাঁচিকে হয়।"

"নাজৰৰ ফাঁচি নহয়—জেল হয়তো হ'ব পাৰে। হাজামৰ কথা অৱশ্যে ক'ব নোৱাৰি। গাত পাতি ল'লে নহয় মোৰ বাচাই! চালা অনাহকতে মৰা নপৰিলেই হয়?"

ঘীচৰে জঙ্গিৰাৰ বিষয়ে চিন্তা প্ৰকাশ কৰিলে। যেন তাৰ মগজুত কিবা কথা খেলাই গ'ল, কৈ উঠিল, আজি হৰনামীক দেখা কৰি আহোঁগৈ ব'লা, তেওঁৰো সুখ-দুখৰ বুজ লওঁ, ব'লা।

কৈলোৱে ক'লে, "ব'লা তেনেহ'লে। গুৰু, কি সুধিছা? হৰনামীৰ তালৈ গৈ কি বিচাৰিবা? ইয়াৰপৰা পোনে পোনে আমাৰ ঘৰ হৈ খৰক সিং চুবুৰীলৈ যাওঁহক। তিৰোতা হ'লে সাহিয়াল দেই। বটল সন্মুখত থৈহে কথা পাতিব, চাই ল'বা।"

সিহঁত চুবুৰীটো পালেগৈ আৰু গিন্দৰৰ ঘৰ সুধি সুধি হৰনামীক সৎশ্ৰী আকাল বুলি মাত দিলে। তাই ঘৰতে আছিল আৰু দুৱাৰ মুখতে বহি, মূৰ খজুৱাই কিবা চিন্তা কৰি আছিল। তাই ঘীচৰ আৰু কৈলোক আগতে কোনো দিন দেখা নাছিল যদিও নামকেইটা জানিছিল। নাজৰৰ নলে-গলে লগা বন্ধু বুলিও জানে। হত্যাকাণ্ডটোত দুয়োৰে পূৰা হাত আছিল। যেতিয়াই সিহঁতে নিজৰ পৰিচয় দিলে, হৰনামী জাপ মৰাৰ দৰে উঠি গৈ খাটিয়াখন পাৰি দিলেহি। চৌকাত চাহৰ কেট্‌লিও তুলিলে। সিহঁতক নাজৰৰ বতৰা সুধিলে।

গাঁৱৰ মুকলি বৈঠকত আলোচনা চলি আছিল যে নাজৰ আৰু জঙ্গিৰা বাচিবগৈ নোৱাৰিব। মিলিটেৰী মিলখা সিঙে মহাৰাজা প্ৰতাপ সিঙৰ ন্যায় বিচাৰৰ প্ৰশংসা কৰে। কয়, "মহাৰাজ এই কালৰ এডোখৰ হীৰা, এক প্ৰকাৰ জাহাঙ্গীৰ বাদচাহ বুলি ধৰা। ন্যায়ৰ তুলাচনীত দুয়োফালে সমান ভৰ আছিল। প্ৰতাপক তাৰে অংশ বুলি ধৰি লোৱা। ফাঁচিৰ হুকুম হ'ব লাগে, বাকী চাই থাকাচোন!"

মোৰ মতে এই মাইকীজনীকহে ফাঁচি দিব লাগে। কাকো একো কৰিব নালাগে। এই ডাইনীয়ে হ'ল যতকূটৰ ঘাই। প্ৰথমে খালে অৰ্জ্জনক, এতিয়া ইহঁত দুয়োটাকে খাব। "কোনোজনে দাঁত কৰচি তেনেকৈয়ে কৈছে।"

"ইয়াৰ আগতে গিন্দৰকো খাই থৈছে দেখোন এই। বেচেৰা ক'ত আছে কোনে জানে! কোনে জানে জীয়াই আছেনে, নাই কৰবাত হাড় পেলালেগৈ।" আনজনে উচ্চস্বৰে কয়।

পিছত সকলোৱে গিন্দৰক লৈ কথা পাতে। কোনোৱে গিন্দৰৰ বাপেক কেহৰ সিঙৰ কথা কয়। তেওঁৰ সাধুতা বখানে। কিমান নিকা আছিল কেহৰ সিং। সদাই সৎ পথতে থাকিল। কিন্তু যিদিনাই হৰনামী আহি সোমাল, সিদিনাৰপৰা ঘৰ উচন হ'বলৈ ধৰিলে। গিন্দৰৰ মগজুৰ খেলি মেলি হবলৈ ধৰিলে। কথাই কথাই হাঁহে। মানুহবোৰে কোৱা কুই কৰিলে—বেচেৰাৰ মগজুটো তায়েই খালে। তাৰ মাইকীজনীৰ দোষতেই তাৰ এই অৱস্থা! তাই যে আহুদি কৰি এইবোৰ কৰিছে গাঁৱৰ সকলোৱে জানে এই কথাবোৰ।

নাভা ক'ৰ্টলৈ কেচটো যোৱাৰ লগে লগে গাঁওবুঢ়া পাখৰ সিঙে নিজৰ বৰ্ণনা বদলি কৰি দিলে। তেওঁ ক'লে বোলে জঙ্গিৰা সিঙে এনেয়ে ভয়তে অপৰাধ স্বীকাৰ কৰিছে। নহ'লে হয়তো তাক কিবা লোভ দেখুৱাইছে। হত্যা জঙ্গিৰাৰ হাতেদি হোৱা নাই। জঙ্গিৰাই মিছা মাতিছে...ইত্যাদি...ইত্যাদি।

প্ৰীতমেও কথা সলালে, "হুজুৰ এন্ধাৰ নিশা। অৰ্জ্জন সিঙৰ ওপৰত মাৰ মৰা মানুহকেইটা দেখিলো যদিও মানুহ কেইটা, মনিব নোৱাৰিলো। কোননো আছিল তাকো চিনিব নোৱাৰিলো। জঙ্গিৰা সিঙে অকলে মাৰিব নোৱাৰিলেহেঁতেন অৰ্জ্জন সিঙক।

হৰনামীৰ জবাব হ'ল, "অৰ্জ্জন সিঙে সেইদিনা মোৰ ঘৰত মদ খাই গৈছিল, কিন্তু তাৰ পিছত কি হ'ল সেই বিষয়ে মই একোকেই নাজানো। নাজৰ সিঙৰ লগত মোৰ কোনো সম্বন্ধ নাই। মোৰ ঘৰৰ মানুহ যোগিন্দৰ সিঙৰ মগজুৰ বেমাৰ হোৱাৰ কাৰণে ঘৰৰপৰা গুছি গৈছে। মই তেওঁৰ চিকিৎসাও কৰিছিলো। তেওঁ সুস্থ অৱস্থাত থকাহেঁতেন মই এই বিপদত নপৰিলোহেঁতেনেই!"

জঙ্গিৰাই এতিয়াও স্বীকাৰ কৰি আছে। কিন্তু সি জবানবন্দী দিওঁতে কান্দি দিয়ে। জজে সুধে, "তুমি অকলেই কৰিলানে এই হত্যা?"

সি মূৰ দোৱাই 'হয়' বোলে।

জজে সোধে—"তোমাৰ লগত আৰু কোন কোন আছিল?" সি মনে মনে, ৰয় আৰু মূৰ দুপিয়ায়।

ঝণ্ডাই সেই বৰ্ণনাকে দিয়ে—"মহাৰাজ, মোৰ ভাই অৰ্জ্জনৰ লগত এই মাইকীজনীৰ অবৈধ সম্বন্ধ আছিল। পিছত তাই নাজৰ সিঙৰ পাল্লাত পৰিল আৰু ভাইটোক হত্যা কৰালে। হত্যা কোনে কৰিলে সেইটো জঙ্গিৰা সিঙে নিজে স্বীকাৰ কৰিছে। ইয়াত নাজৰ সিঙৰো হাত আছে। তিৰোতাজনী পূৰা দোষী। হৰনাম কৌৰেই মোৰ ভাইক মৰালে।"

ঝণ্ডাই নিজৰ উকীলক অলপ টকাহে দিছিল। এই কাৰণে তেওঁ সম্পূৰ্ণ সাজু হৈ মোকৰ্দমাত যুঁজ নিদিলে। বচ্, এনেয়ে নিয়মীয়াকৈ কাৰ্য্য চলালে। ফুলৰ পুলিচকো ঝণ্ডাই পইছা খুওৱা নাছিল। খড়ক সিং চুবুৰীৰপৰা নাভালৈ অহা গাঁৱৰ মানুহ কেইজনৰ ভাৰাৰ পইছাও টানিটুনিহে দিয়ে। খুওৱাতো হাত ধৰে। ৰুটি গাঁৱৰপৰাই টোপোলা বান্ধি লৈ আহে, লগত আমৰ আচাৰ আৰু পিয়াঁজ। নাভাত মাত্ৰ এবাৰ চাহ খুৱায়। ঝণ্ডাই কোনো আমোলা মহৰীৰো হাত চুৱা কৰি পোৱা নাই।

সিফালে নাজৰৰ পাৰ্টিয়ে খোলা মুঠিৰে খৰচ কৰিলে। তাৰ হৈ ওকালতি কৰিবলৈ ফুলৰ পৰাই কাণেৰে কম শুনা উকীলজন আহে। তেওঁক বিচৰা মতে টকা দিয়া হয়।

গাঁওবুঢ়া পাখৰ সিঙে প্ৰত্যেককে সেৱা-শুশ্ৰূষা কৰে। আমোলা মহৰীকো সন্তুষ্ট ৰাখে। ফুলৰপৰা কোনো লোক নাভালৈ আহিলে গাঁওবুঢ়াই জা-জলপান খুৱাইহে বিদায় দিয়ে। তেওঁৰ জেপত পাঁচ-দহটকীয়া নোট একোখন ভৰাইহে পঠিয়ায়।

জজে বুজিব পৰা নাই যে—ফুলৰপৰা নাজিমে কি মোকৰ্দমা তৈয়াৰ কৰি পঠিয়ালে আৰু নাভাৰ চেচন আদালতলৈ আহি কি ৰূপ সলালেহি। ভয়-সঙ্কোচেৰে তেওঁ নিজৰ নিৰ্ণয় শুনাই দিলে।

জঙ্গিৰা সিঙক চৈধ্য বছৰ সশ্ৰম কাৰাদণ্ড দিলে।

নাজৰক সাত বছৰ।

আৰু হৰনামীক দুবছৰ কঠোৰ কাৰাবাস।

তিনিওকে তাৰ পৰাই কাৰাগাৰলৈ লৈ যোৱা হ'ল। বাকীসকলো ভাটি বেলাৰ গাড়ীত নাভাৰপৰা গধূলিৰ আগে আগে ৰামপুৰলৈ আহিল। দুখন তাঙ্গা লৈ সধানিয়া দলঙত উঠিলহি। তাৰপৰা দুদল হৈ কৈলোকৰ বাটেদি আগবাঢ়িল। কোনেও কাৰো লগত কথা-বতৰা পতা নাই, সকলো চুপ-চাপ আহি থাকিল—খৰকৈ। আন্ধাৰ হৈ আহিছে। সকলোৱে খোৱা সময়ৰ আগে আগে চুবুৰীটো পোৱাৰ মানসেৰে খোজ লৈছে।

দ্বিতীয় দিনা গাঁৱত কথা-বতৰা চলিল। দুয়ো পক্ষ নাৰাজ। ঝগুৰ পক্ষই যদি কয়, "নাজৰ আৰু হাজামক ফাঁচিৰ হুকুম দিয়াহেতেঁনহে হক বিচাৰ হ'ল বুলি ধৰি ললোহেঁতেন।" মৈঙ্গলৰ পক্ষই কয়, "ইমান জোৰ দিয়া হ'ল। মাইকীজনীৰ আ-অলঙ্কাৰ, নাজৰৰ ভেড়াজাক পৰ্য্যন্ত বেচা গ'ল। যি চাৰি বিঘা মাটি আছিল তাকো বন্ধকত দিয়া হ'ল। নাজৰ আৰু হাজামক খালাচ দিয়াব পৰাহেঁতেনহে সোৱাদ লাগিলহেঁতেন।"

হৰনামীৰ কাৰণে গাঁওখনে বেয়া পাইছে।—"দুষ্ট তিৰোতাজনীয়ে সকলোৰে আবুৰ ভাঙি পেলালে।" কোনোৱে কয়, "এইকহে ফাঁচি দিব লাগিছিল। এইয়ে হ'ল সকলোৰে মূল—গোটেই কাজিয়াখনৰ গুৰি ধৰোঁতা।" কোনোৱে হাঁহি হাঁহি কয়—"এইচোন প্ৰতাপৰ শ্যামোকো চেৰ পেলাই দিলে। তাই এইৰদৰে গছত গৰু উঠা কাম একো কৰা নাছিল।"

কিছুদিনৰ অন্তত দুয়ো পক্ষই সন্তুষ্ট হ'ল। ঝগুৰ পক্ষই ক'বলৈ ল'লে—"চৈধ্য বছৰৰ কাৰণে জেলত সোমাল হাজাম। ইয়াতকৈ অধিক কি শাস্তিনো হ'ব পাৰে? ফাঁচি হ'ব কেনেকৈ? পাখৰ আৰু প্ৰীতমে একেডাল নলীৰে পানী খালে। নাজৰ, হৰনামীনো ক'ত সুখেৰে বাচিল! নাভাৰ জেলৰ হাৱা খাইছেগৈ।" মৈঙ্গলৰ পক্ষই কয়, "ইমানতে ৰক্ষা হ'ল! দুয়োটা ল'ৰাৰে ফাঁচিৰ হুকুম হোৱা হ'লে কাৰ নেগুৰত ধৰিলোহেঁতেন। চৈধ্য আৰু সাত বছৰ লেখত নধৰিবা, আধাৰ লেখত ধৰা। জঙ্গিৰা সাত আঠ বছৰতে ওলাব। নাজৰৰো তিনি, চাৰে তিনিতকৈ অধিক নেলাগে।"

কোনোবাই মৈঙ্গলক আপীল কৰিবলৈ পৰামৰ্শ দিলেও তেওঁ কয়, ৰজাৰ মন কোনে বুজিব? আমি জেল খোৱালৈ কান্দিছো—কিজানি কেনেবাকৈ ফাঁচিৰ হুকুমেই হৈ যায়। আমি শুনাত জজ দয়ালু লোক। কিন্তু ৰজা আধা পাগলৰ দৰে, তেওঁক কোনে বাধা দিব?"

ঝগুাই আপীলৰ কথাকে ভবা নাই। তেওঁ কয় "মহাৰাজা প্ৰতাপ সিংহৰ একো বিশ্বাস নাই। মন গ'লে কোনে জানে, লাগিলে খালাচকে দি দিব।"

দুয়ো দলে পৰাগ দাসৰ বাহৰলৈ গৈ পূজা-অৰ্চনা আগবঢ়ালেগৈ। সন্ত পৰাগ দাসে দুয়ো পক্ষকে সান্ত্বনা দিলে। নাভাৰপৰা শুনানী শুনি অহাৰ পিছত দ্বিতীয় দিনা ঝগুাই সপৰিবাৰে বাহৰলৈ গৈছিল। সেইদিনাই আবেলি মৈঙ্গল, নাজৰৰ মাক আৰু আন কেইজনমানেও পৰাগ দাসক সন্তুষ্ট কৰি আহিল। গাঁওবুঢ়া পাখৰ সিং আৰু প্ৰীতমো লগত গৈছিল।

দুয়ো পক্ষই তাৰ পিছত চেল বৰাহৰ ভাই বহলোৰ গুৰুদ্বাৰত প্ৰসাদ চৰালেগৈ। ভাইৰূপাৰ লঙ্গৰখানালৈও তেওঁলোক গ'ল।

মাজে মাজে গাঁৱৰ মানুহে কণা-কণি কৰি কয়, "ঝগুাই এতিয়াও আকৌ পূজা-সেৱা কৰি ফুৰিছে। দুগুণৰ গৰাকী হৈ পৰিল নহয়। নাজৰ, জঙ্গিৰা আৰু সেই তিৰোতাজনীৰ ফাটেকেই হওক, কিম্বা ফাঁচিয়েই হওক তাৰ কি দাই লাগিব? তাৰ এতিয়া গাখীৰতে ম'হৰ খুঁটি, সান্দহতে হাত। এতিয়া গৰুও মৰিল, পোকো সৰিল। কোন চৰ্দাৰে তাৰ লগত ফেৰ মাৰিব পাৰিব! কুৰিবিঘাকৈ মাটি আছে কোন ঘৰৰ?"

ওচৰ-চুবুৰীয়াৰ মাজত ফুচ-ফুচ, ফাচ-ফাচ হ'ল—'অৰ্জ্জনক হত্যা কৰাৰ দিনা তাৰ লাচটো ফুললৈ লৈ যোৱাৰ পিছতে ঘৰত বোলে বন্তোৱে 'গুল গুলী' মিঠাই বনাইছিল, তেল তপতোৱা গোন্ধে মল মলাইছিল। বন্তোৱে নিজৰ ল'ৰাহঁতক মিঠাই খুৱাইছিল। তাই নিজে ক'লা কুকুৰটোকো গুলগুলী মিঠাই মুখৰ আগত দি আহিছে। গছ গুৰিত মিঠাই, বাতাচা দি সেৱা কৰিছেগৈ। মিঠাই আৰু বাতাচা তাই সেই নট-মুছলমান ঘৰতো দি আহিছেগৈ।

হৰনামী আগতে যেতিয়াই ঘৰৰ বাহিৰ হৈ আঁতৰলৈ যাব লগা হয় ফুললৈকে হওক বা নাভালৈ—ঘৰৰ চাবি-কাঠি প্ৰীতমৰ ঘৰত দি থৈ যায়। ম'হজনীও সিহঁতে চোৱা-চিতা কৰে। দানা-পানী দিয়ে, খীৰায়ো। ৰখীয়াটোকো ৰুটি খুৱায়। যেতিয়া হৰনামী ফাটেকত সোমাল, প্ৰীতমে ম'হজনী আনি ঘৰত বান্ধিবলৈ ল'লে। হৰনামীৰ বহা, শোৱাকে আদি কৰি কেওটা কোঠাতে তলা লগালে আৰু আগ দুৱাৰতো তলা মাৰি দিলে। চাবি-কাঠি নিজৰ ঘৰত ৰাখিলে। ভিতৰৰ বস্তু চালি-জাৰি চোৱা নাই। কাপোৰ-কানি, খাটিয়া-পীৰা, চন্দুক, বাচন-বৰ্তন সকলো যেনে আছে তেনেকৈ ভিতৰতে থাকিল। হৰনামীৰ বাহিৰৰ ঘৰটোও প্ৰীতমে ব্যৱহাৰ কৰিবলৈ ল'লে।

গিন্দৰ যেতিয়া বলিয়া হৈ ঘৰৰপৰা ওলাই ঘূৰি ফুৰিছিল আৰু অৰ্জ্জনে তাইৰ ঘৰলৈ দেখা-দেখিকৈয়ে আহ-যাহ কৰিবলৈ লৈছিল সেই সময়ৰ পৰাই ঘৰৰ মানুহে তাইক বেয়া পোৱা হৈছিল অৱশ্যে প্ৰথমতে ককায়েক সন্তাই তাইৰ ঘৰলৈ আহি বহুত বুজাইছিল। কথা নামানিলত তাইৰ লগত থকা সম্পৰ্কক শেষ কৰিছিল ককায়েক-হঁতে—তাই নিজৰ শহুৰেকৰ ইজ্জত হানি কৰা, ডাঢ়িত ধৰি টনা আদি কথা হুগুিয়াৰ মানুহে গম নেপাই যদিও এতিয়া তাই অন্ততঃ মাক-বাপেকৰ সন্মান বচাই চলিব লাগে। তেওঁলোকৰ বগা চুলিত যাতে তাই ক'লা ছাই নেসানে। হৰনামীয়ে মানি লওক চাৰি জকিহে উঠিল—"বোপাই ঘৰৰপ্ৰৰা অহা ইমান বছৰ হ'ল, ওৰণী চেকা নালাগিল—আজি মই বেয়া হৈ পৰিলো, নহয়? কোন বাপৰ বেটাই মোৰ আগত আহি কওকহি চাওঁ! মোলৈ কোনে জুপি চাব পাৰে, চাওঁ! সম্বন্ধীয়াসকলেহে সাজি-পাৰি কথা উলিয়াব পাৰে। তোমাৰ ওচৰলৈ গৈ কথা লগাইছেগৈ। মোৰ আগলৈ আহকচোন চাওঁ—মুখ ভাঙি দিওঁনে নিদিওঁ! তুমি তাত বহি শুনি আহি মোক দোষ দিছাহি।"

তেওঁ খং নকৰি ধীৰেৰে ক'লে—"সংসাৰে মিছা নামাতে 'নামো'! যদি কোনোৱে চকুৰে দেখে আৰু কাণেৰে শুনে, তেতিয়াহে কথাত কথা বাঢ়ি যায়।"

নাই চাহ, নাই পানী, নাই ৰুটি, নাই একোৰে এডোখৰ। হৰনামী ন-কৈ পোৱালি দিয়া কুকুৰজনীৰ দৰে ৰৌ-ৰৌৱাই উঠিল—"হেৰা তোমাৰ লাজ লগা নাইনে! মোক দোষ দিবলৈ আহিছা! তোমাৰ নিজৰো ছোৱালী আছে নহয়! সিহঁতকে চম্ভালি ৰাখাগৈ। মোক জ্ঞান দিবহি নালাগে।" তাই নৰম হৈ হুক্‌হুকাই কান্দিবলৈ ধৰিলে।

তাৰ পিছত ককাইয়েকে 'তইৰাম গঙ্গা' একো নক'লে। কান্ধত থকা গামোচাখনেৰে চকুলো মোহাৰি মৰামুৱা হৈ ঘৰৰ বাজ ওলাল আৰু যাওঁতে কৈ গ'ল, "বাৰু আই, আজিৰপৰা তেন্তে আমাৰ কাৰণে তই মৰিলি বুলিয়ে ধৰি ল'লো আৰু তইয়ো আমি মৰিলো বুলি ধৰি ল'বি।"

পিছ ফালৰপৰা তায়ো মাত দিলে—"বাৰু, বাৰু নেলাগে আহিব, মই মৰিলো বুলি ধৰিবা।" তাৰ পিছত তাই কান্দিবলৈ ধৰিলে।

তেওঁ সেইদিনা গলিৰ কেকুঁৰিটো পাৰ হৈ যোৱাৰপৰা ঘূৰি চুবুৰীটোলৈ অহা নাই। হুগুিয়াৰপৰা কোনো লোক তালৈ অহা যোৱা নকৰে। তাই মৰিল নে জী আছে কোনেও তাইক খবৰো নকৰে আৰু, চিন্তাও নকৰে।

অৰ্জ্জনৰ হত্যাৰ মোকৰ্দমাত হৰনামীক দুবছৰ ফাটেকত দিয়াৰ সময়তো কোনো আহি খবৰ লোৱা নাই। চুবুৰীলৈ অহা মানে নিজকে পাপী বুলি ভাবি ল'লে। হুগুিয়াৰেহঁতে গিন্দৰৰ বিষয়েও চিন্তা কৰিবলৈ এৰিলে। তাৰো খা-খবৰ নকৰিলে। তেওঁলোকে ধৰি ল'লে যে হৰনামী তেওঁলোকৰ ঘৰত জন্মাই নাছিল।

ফাটেকত পৰাৰ দুমাহৰ পিছত প্ৰীতম এবাৰ দেখা কৰিবলৈ গ'ল। যাওঁতে নাজৰ আৰু জঙ্গিৰাৰ ঘৰত সোমাই সৰু সৰু কেইপদমান বস্তুও লৈ গ'ল। হৰনামীৰ কাৰণে

দৰকাৰী কিবা-কিবি তাইৰ ঘৰৰপৰা লৈ গ'ল। মেৰাৰ পিঠা, গুৰ, সিজোৱা বুতমাহ আৰু ঘোল আদিৰ উপৰিও গা-ধোৱা চাবোন, মিঠাতেলৰ বটল নিলে। আচলতে হৰনামীক লগ পাবলৈ গৈছে—তাইক সুধিব—অহাবছৰৰ কাৰণে মাটিডোখৰ কাক দিব, আধিলৈ দিবনে নাই খণ্ডুৱাকৈ দিব?

হৰনামীয়ে ক'লে,—"আনক আধি-খণ্ডুৱাকৈ দিয়াৰ আৱশ্যক কি প্ৰীতম? তুমিয়ে হাল-বাই খেতি-বাতি কৰি যি পাৰা উপাৰ্জন কৰা। তুমিতো পৰ নহয়, ভাই।"

হৰনামীৰ কথা শুনি প্ৰীতমৰ মনটো নাচি উঠিল। ক'লে—"চোৱা বৌ, তোমাৰ যি দশা হ'ল, এইবোৰ সকলো বিধিৰ বিধান। তাত তুমি মই একো কৰিব নোৱাৰো। কিন্তু ঈশ্বৰে জানে, আমি তোমাৰ অহিত চিন্তা কোনো দিনেই কৰা নাই। মাই তোমাৰ কথা কৈ কৈ কান্দি থাকে। নন্দয়ো দিনৰ দিনটো তোমাৰ কথাকে পাতি থাকে। তুমি ওলাই আহিলে এটা ফুটা কড়ি পৰ্য্যন্ত হিচাপ দাখিল কৰি দিম। ম'হজনী আমাৰ ম'হৰ লগতে আছে। ধৰ্মত, বিশ্বাস কৰা।"

প্ৰীতমৰ মন আনন্দই নধৰা হ'ল। সি ভাবিলে, সি ফোপোলা আশ্বাসহে দিছিল, সি জানো হৰনামীৰ আন আঠবিঘা মাটি আধিলৈ দিবলৈ দিব? সি নিজেই চহাব। ইমান মাটি ক'ৰবাত বাৰু এনেয়ে পোৱা হ'ব জানো?

## ১৯

হৰনামীৰ ফাটেকৰ সময় শেষ হওঁ হওঁ হৈছেহি। পোন্ধৰ কি কুৰি দিনমানৰ আগে আগে প্ৰীতমে তাইক লগ ধৰিবলৈ নভালৈ গ'ল। যাওঁতে তাইলৈ এজোৰ কুৰ্তা-চেলোৱাৰ চিলাই কৰাই লৈ গ'ল। গাত ল'বলৈ এখন দুপট্টাও। ভৰিৰ কাৰণে জোতা। ঘূৰি আহোঁতে সুধিলে—"ৰেহাই হোৱাৰ দিনা তোমাক নিবলৈ আহিম নেকি?"

"নেলাগে, কিনো দৰকাৰ আছে, মোৰনো কি হ'ব? ইয়াৰপৰাই গাড়ীত উঠি ৰামপুৰাত গৈ নামিমগৈ। তাৰপৰা সধানিয়ালৈকে তাঙ্গাত যাম। যদি আহিব খুজিছা, তেনেহ'লে দলঙলৈকে আগবাঢ়ি আহিবা। বৰ এন্ধাৰ হৈ পৰে নহ'য়। উটটোকে লৈ আহিবা।"

সি ক'লে—"উটটো ৰামপুৰালৈকে লৈ যাব পাৰো দেখোন। চিধাই ষ্টেচনৰ পৰাই গাঁৱলৈ উটৰ পিঠিতে যাব পাৰাচোন।"

"বাৰু তোমাৰ যি মন যায়, কৰিবা। কিন্তু নাভালৈ হ'লে নাহিবা। ইয়ালৈ আহি কি কৰিবাহি? মই নিজে গাড়ীত উঠি যাম।"

"কোনদিনা মুকলি হ'বা?"

"চ'তৰ দুদিন যোৱাৰ দিনাখন। বুধবাৰৰ দিনা। অফিচত জানি লওঁগে ব'লা।"

প্ৰীতমক লগত লৈ তাই জেল কাৰ্য্যালয়লৈ গ'ল আৰু তাত সুধিলেগৈ। ঠিকেই আছিল। তাৰিখ দুই চ'ত বুধবাৰ।

দুই চ'ত আহি পালেহি। প্ৰীতমে উটটো লৈ ৰাতিপুৱাই ৰামপুৰালৈ গ'ল—বাৰ বজাৰ গাড়ীত অহাৰ অনুমান কৰি। উটটো এখন খুচুৰা-মাল বেচা দোকানৰ আগত থকা আহঁত গছজোপাৰ তলত থিয় কৰালে। মুখৰ লেকামদাল দোঁ খাই থকা ডাল এটাত বান্ধিলে। সন্মুখত বুতৰ মোনাটো দিলে। লেকামডাল যথেষ্ট দীঘল। সি অনায়াসে যাতে বুতৰ মোনাত মুখ দিব পাৰে আৰু শুলেও যাতে নাক টান নেখায়। পিঠিৰ গাদীখন নমাই মহাজনৰ চকুত পৰাকৈ ৰাখিলে। দোকানীয়ে মাত দিলে—"চৰ্দাৰ্জী, উটটো যিমান সময় মন যায়, ইয়াতে থাওঁক দিয়া। মাত্ৰ যাবৰ সময়ত মাত লগাই যাবা। তুমি জনা-বুজা লোক। পানী-দুনী, চাহ-তাহ অনাম নেকি?"

"নেলাগে মহাজন, চাহৰ জুতি ঘৰতে লৈ আহিছো। বচ্, ধন্যবাদ! মই ষ্টেচনলৈ যাওঁ।"

"কোনোবা আহিব লগা আছে হ'বলা, চৰ্দাৰণী নেকি?"

"নহয়, গিন্দৰৰ পৰিবাৰ হৰনামী, আজি জেলৰপৰা ৰেহাই লৈ আহিব।"

"আচ্ছা, তেওঁৰ কাৰণেই উট লৈ আহিলা তেনেহলে। আচ্ছা ভাই...আচ্ছা-আচ্ছা।"

সি ষ্টেচনলৈ গ'ল। কোনো কোনো যাত্ৰী অ'ত ত'ত বহি আছে। ইমান কম যাত্ৰী কিয়? সি ভাবিলে, গাড়ী আহিবলৈ দেৰি আছে কিজানি। সময়তহে মানুহৰ ভিৰ হ'ব। কিন্তু তাৰ মনত খেলালে, গাড়ী কিজানি পাৰ হৈয়ে গ'ল। এই কেইজন যাত্ৰী হয়তো এনেয়ে বহি আছে। উগুল-থুগুল ভাবেৰে এগৰাকী বুঢ়ীক সুধিলে—"মাই বাৰ বজাৰ গাড়ী আহি পোৱা নাই হ'বলা?"

"নাই বোপাই, এতিয়া ক'ত আহি পাব। এতিয়া গাড়ী আহিবলৈ বহুত সময় আছে। টিকট দিয়া খিড়িকীকে খোলা নাই।"

"এইবোৰ কথা গাই-বাই লাভ নাই। শেষ মুহূৰ্তত খিড়িকী খুলিবহি টিকট বাবুৱে। টিকট ল'বলৈ হেঁচা-ঠেলা কৰি কাৰ ভৰি ভাগে কোনে জানে? কোনোতো উঠিবই নোৱাৰিব!" ওচৰতে বহি আন এগৰাকী বুঢ়ীয়ে ক'লে।

প্ৰীতমৰ মনটো শান্ত হ'ল আৰু সি বুঢ়ী কেইগৰাকীৰ ওচৰতে বহি কথা পাতিবলৈ ধৰিলে। যাত্ৰীৰ ভিৰো বাঢ়িল। দুয়োগৰাকী বুঢ়ী টিকট ল'বলৈ প্ৰীতমৰ কাষৰপৰা উঠিল। সি হৰনামীৰ বিষয়ে ভাবিবলৈ ধৰিলে। জেল খটাৰ পিছত হৰনামীয়ে নিজক চম্ভালি ৰাখিব। এতিয়া তাই ঘৰতে থাকিব। নাজৰেতো আৰু কেইবা বছৰৰো পিছতহে জেলৰপৰা ৰেহাই পাব। প্ৰীতমে ভাবি আছে যে সি এতিয়াৰপৰা হৰনামীৰ লগত লৈ তাইক ৰাখিব পাৰিব। তাইক পূৰা চোৱা-চিতা কৰিব। সদাই তাইৰে সৈতে মৰমসনা

ব্যৱহাৰ কৰিব। গোটেই জীৱন তাইক ভোগ কৰিব। তাইৰ মাটিডোখৰ এতিয়া আন কোনো জাটৰ হাতলৈ যাবলৈ সি নিদিয়ে। মাটিডোখৰত খেতি ইমান ভাল হয়—আঠ বিঘা মাটি ধেমালি নেকি? উখোৱা ধান পচা মাটি। এনেকুৱা মাটিত খেতি কৰি একো ঘৰ মানুহে মূৰ জিলিকাব পাৰে। গিন্দৰনো আকৌ ক'ত ঘূৰি আহিব, হৰনামীৰে বা ল'ৰা-ছোৱালী হ'ব ক'ত। ইমান বছৰ পাৰ হ'ল। একো ফল-ফুল নধৰিলে যেতিয়া কোলাত ক'ৰ কেচুঁৱাই কান্দিবহি। তাই বাঁজী হৈয়ে ৰ'ব। খাই-বৈ স্ফূৰ্তি-ফাৰ্তা কৰিয়েই কটাব। প্ৰীতমে মনত পকা নিশ্চয় কৰি পেলালে যে তাইক সি সুখত ৰাখিব। লাগিলে সি সুখীয়ে হওক বা দুখীয়ে হওক। কিন্তু সি আঠ বিঘা মাটি হাতৰপৰা এৰাই যাবলৈ কেতিয়াও নিদিয়ে। প্ৰীতমে দূৰৰ কথা চিন্তা কৰিলে। গিন্দৰৰ একেবাৰে কাষৰীয়া সিয়ে, তাৰ হক আছে। গতিকে মাটিডোখৰ তাৰ হাতলৈকে আহিব। কিন্তু হৰনামী জীয়াই থকা দিন কেইটাত তাইক কিয় ভোগ কৰা নহ'ব? তাৰ মাত্ৰ হুণ্ডিয়াৰেৰ ফালৰ পৰাহে ভয়। সি ভাবিলে, হৰনামীক সি হুণ্ডিয়াৰহঁতৰপৰা বেলেগাই ৰাখিব, তাহাঁতক ঠুটিয়াবলৈকে নিদিয়ে। চালাহঁত হৰনামীৰ ঘৰত আহি থাককহি চাওঁ। লোভ কোনোবাই ত্যাগ কৰিব পাৰে জানো? কিন্তু নহয়, হুণ্ডিয়াৰেহঁত ইয়ালৈ নাহেও। সন্তাই এবাৰ সম্বন্ধ ছিঙি থৈ গৈছে, তেওঁ আকৌ ঘূৰি নাহে। আন কোনো নাহে। এতিয়া এইডোখৰ মাটি লগৰ মানুহ—অৰ্থাৎ সিয়ে চহাব লাগিব।

প্ৰীতমে মনে খনা পুখুৰীৰ পানী খাই ৰ'ল। সি সপোনত দেখাৰ দৰে কল্পনা কৰিলে—নন্দ কৌৰে হৰনামীক কাপোৰ ধুই দিবলৈ ঘৰলৈ লৈ আহিছে। যেন নন্দ কৌৰে হৰনামীৰ ঘৰত ঠাই মোচা কাম কৰি দিছেগৈ। তাইৰ থকা ঠাইতো হাত দিছেগৈ, বেৰৰ মকৰাজাল গুচাইছে, মজিয়া মুচি দিছে। যেন নন্দ কৌৰে হৰনামীক ৰন্ধা-বঢ়াৰ কাম কৰিবলৈ মাতি আনিছে। তাই ৰুটি সেকি খাবলৈ দিছেহি। প্ৰীতমে এইবোৰ সপোন দেখি থকা অৱস্থাতে গাড়ী আহি পালেহি। ষ্টেচনত মানুহৰ কোলাহল লাগিল। কোনোবা উঠিছে, কোনোবা নামিছে, কোনো-কোনোৱে দৌৰা-দৌৰি কৰিছে। ল'ৰা-ছোৱালীৰ চিঞৰ-বাখৰ, তিৰোতাই দীঘল উকি মাৰি মতা, পুৰুষে তিৰোতাক গালি দিয়া, টোপোলা-টাপলি তদাৰক কৰা আদি দৃশ্য।

প্ৰীতমে হৰনামীক ক'তো নেদেখিলে। গাড়ী গুছি গ'ল। প্লেটফৰ্ম খালী হৈ পৰিল। সি যাত্ৰীসকলক গৈ চালেগৈ। বাহিৰ ওলায়ো ইফালে-সিফালে চালে—শেষত সি বজাৰৰ ফালে থকা গেটখনৰ ফালে আহিল। কিজানিবা তাই কোনো ফালেদি ওলাই তাত থিয় দি আছেগৈ। কিন্তু নাই, তাই তাতো নাই। এবাৰ সি খুচুৰা দোকানৰ আগলৈও আহিল। সুধিলে, "মহাজন, হৰনামী এইফালে আহিছিলনেকি?"

দোকানীয়ে উত্তৰ দিলে, "আৰে ভাই প্ৰীতম সিংহ, গাড়ীৰপৰা কিজানি হৰনাম কৌৰ নানামিলেই। গধূলিৰ গাড়ীত আহিব পাৰে! এতিয়া বহাহি আহাঁ। গধূলিলৈকে আকৌ বাট চোৱা। ৰুটি-পানী খাই-বৈ লোৱা। ঘৰৰপৰা অনাও নেকি?"

"নেলাগে মহাজন ৰুটি বাদ দিয়া। এতিয়া ভোক লগা নাই। গাঁৱৰপৰা খাই-বৈহে আহিছিলো। কিন্তু তাই নাহিল কিয়? আজিতো পক্কা তাৰিখ আছিল। আজি চ'তৰ দুদিন যোৱা নাই জানো?"

"হয় দুই চ'ত, পক্কা ইটাৰ দৰে সঁচা। আৰে প্ৰীতম সিংহজী, তুমি ভয় নেখাবা। গধূলিৰ গাড়ীলৈ বাট চোৱা। আহা, বহাঁহি. অলপ কাতি হৈ লোৱা, গাদীলৈকে আহাঁ। আৰাম কৰা। উটটোক পানী-দুনি খুৱালা জানো?"

উটটোৱে গোটেইখিনি বুত খালে আৰু এতিয়া একটিয়া হৈ শুই আছে। দোকানৰ পৰা বাল্টি লৈ সি পানী ভৰালে আৰু উটটোক তুলি দি মুখেৰে তক-তকাবলৈ ধৰিলে। খালী বাল্টিটো সি দোকানত দি এখন ধাবালৈ গ'ল আৰু মাটিমাহ বুত মিহলি ডাইলেৰে চাৰিখন অঙঠাত সেকা ৰুটি খালে। পেট পূৰাই পানী খালে। "দোকানীটোৱে ক'ব লাগে কৈছে—সি জানো ৰুটি খুৱাব পাৰে।" মনতে হাঁহি সি আকৌ দোকানলৈ আহিল। দোকানীৰপৰা বাহিৰত ব্যৱহাৰ কৰা খাটিয়াখন আনি উটটোৰ কাষত পাৰি তাতে কাতি হৈ শুলে।

গধূলিৰ গাড়ী সাত বজাত ৰামপুৰা পালেহি। সাঁজ লাগিল। বাৰ বজাৰ গাড়ীত চোৱাৰ দৰে গধূলিৰ গাড়ীখনো চালে। কিন্তু হৰনামীক ক'তো নেদেখিলে। তাৰ বৰ সন্দেহ উপজিল—তাই বাৰু নাহিল কিয়? বৰ নিৰাশ মনেৰে সি দোকানীৰ ওচৰলৈ আহিল আৰু আহঁত গছত বান্ধি ৰখা উটটো খুলি গাঁৱৰ ফালে আহিবলৈ ধৰিলে। গোটেই বাটটোত সি ইয়াকে ভাবি আহিল যে জেলৰ বিষয়াই হৰনামীক বাৰু কিয় এৰি নিদিলে!

ইফালে ঘীচৰহঁতেও উমান পাই গ'ল যে দুই চ'তত হৰনামী মুকলি হৈ ওলাই আহিব। কৈলোক লগত লৈ সি চ'তৰ দুই তাৰিখে পুৱাই বাৰনালা ষ্টেচন পালেগৈ। ঘীচৰে গম পাইছিল যে তাই বাৰ বজাৰ গাড়ীৰ নাভাৰপৰা আহিব। পুৱা ছয় বজাৰ গাড়ীত চেনহী ষ্টেচনলৈ আহিব পাৰে। বাৰ বজাৰ গাড়ীতহে আহিব। বাৰ বজাৰ গাড়ীত নাহিলেও গধূলিৰ গাড়ীত আহিবই। বাৰ বজাৰ গাড়ী আহিল। দুয়োটাই ফটাফট সকলোবোৰ ডবাত জুপি-জাপি চালে। বাৰনালাত গাড়ী বহুত পৰ ৰয়। তাত মাল-বস্তু নমায় আৰু তোলে। হৰনামী কোনো ডবাতে নাই। ঘীচৰে ক'লে, "এতিয়াহ'লে গধূলিৰ গাড়ীও চাই লোৱা যাওক, কি কৰ?"

"কোনোবা চুকত বহি থাকিলনেকি বাৰু, কেনেবাকৈ? কিজানি আমাৰ চকুত নপৰিল?" কৈলোৱে ক'লে।

"ওহোঁ, এনেকৈ চুপ হৈ বহি থকা বিধৰ নহয় তাই। তাই গৰ্বত ওফন্দি বহে, মোৰ আইজনীয়ে। ইফালে সিফালে চকু মাৰি থাকে। থকাহেঁতেন নেদেখিলোহেঁতেন নে? গধূলিৰ গাড়ীতহে আহিব নিশ্চয়। চাই থাকিবি, ঠিক কথা।" ঘীচৰে ক'লে।

বাৰ বজাৰ গাড়ী পাৰ হৈ যোৱাৰ পিছত সিহঁত জিৰণি কোঠাত নবহি ৰাস্তালৈ

আহিল। বন্ধুহঁতৰ ঘৰলৈ গৈ তাত বহিলগৈ। ৰুটি খাই খাটিয়া পাৰি শুই পৰিল। এইটো হ'ল অক্কী বুঢ়ীৰ ঘৰ। অক্কী হৈছে কৈলোৰ পেহীয়েক। ল'ৰা-ছোৱালী একো নাই। কৈলোৰ পেহাকো সিপুৰীলৈ গ'ল। পেহীয়েকে ডাল-ৰুটিকে খাবলৈ দিলে আৰু ভাইৰূপাৰ বা-বতৰা সুধিলে। সকলোৰে ভাল-বেয়াৰ বুজ ল'লে।

গধূলিৰ গাড়ীখন সন্ধিয়া চাৰে ছয় বজাত পালেহি। সিহঁত পাঁচ বজাতে তালৈ গ'ল। চোৰ-ডকাইতে বিনা ঘড়ীৰে কাম হাচিল কৰিব নোৱাৰে। ঘীচৰৰো এটা হাত-ঘড়ী আছিল। পুৰণি ঘড়ী, ৰেষ্ট এণ্ড ৱাচ্ছ্ কোম্পানীৰ। মুখ্য গেটখনৰ ফালেদি লাহে লাহে ষ্টেচনৰ ফালে যাওঁতে গাড়ীৰ চিগনেলৰ ফালে চাই গ'ল উভটি, উভটি। ষ্টেচনলৈ আহি দুয়ো এখন বেঞ্চত বহিল। মাত-বোল নাই। প্লেটফৰ্মত দুই এজন যাত্ৰী আছিল। ঘীচৰে বাৰ বজাৰ গাড়ীৰ টিকট কেইটা উলিয়াই ফালি পেলালে। কৈলোৱে ক'লে—"এই কেইটা আকৌ ফালিলা কিয়? এতিয়া এই কেইটাই কামত আহিলহেঁতেন!"

"হয়নেকি? মই ভাবিলো, নতুনকৈ আকৌ ল'ব লাগিব।"

"নতুনৰ দৰকাৰ নাই নহয়, তাৰিখ একেটাই থাকিব দেখোন।"

"বাদ দিয়া, যি গ'ল গ'লেই। নতুনকৈ ল'ম। তপালৈহে যাব লাগে-পইছানো কিমান লাগিব!"

কথাৰ মহলা মাৰি সিহঁতে যথেষ্ট সময় কটাই দিলে। প্লেটফৰ্মলৈ যাত্ৰীৰ সমাগম হ'ল। টিকটৰ খিড়িকী খোলাৰ ঘণ্টা বাজিল। সিহঁতে টিকট ল'লে।

গাড়ী আহি ৰ'লহি। সন্মুখৰ ডবাতে হৰনামী বহি আহিছে। তাই খিড়িকীৰ কাষতে বহি আহিছে। বাহিৰলৈ ট-টকৈ চাই আহিছে। ঘীচৰ আৰু কৈলোক তাই চিনি পালে। হাত-বাউল দি দুয়োকে মাতিলে।

"আৰে হৰনাম কৌৰ তুমি!" ঘীচৰে স্ফূৰ্তিতে তাইৰ কাষত গৈ থিয় হৈ ক'লেগৈ।

"মই আহিলো দিয়া। আজি দুপৰীয়া ছুটী দিলে।" তাই ক'লে।

"আচ্ছা, ফাটেক তেন্তে শেষ হ'ল।" ঘীচৰে আচৰিত হোৱাৰ ভাও ধৰি ক'লে। কৈলোও ওচৰতে বৈ হাঁহি থাকিল।

হৰনামীয়ে সুধিলে! "তোমালোক ক'লৈ, কাক মাৰিবলৈ ওলালা?"

"আমি ইয়ালৈ বাৰনালালৈ আহিছিলো। এটা কাম আছিল।" ঘীচৰে ক'লে।

"আহা, তেনেহ'লে বহি লোৱাহি। বাহিৰত থিয় দি আছা কিয়? গাড়ী দেখোন যাবই এতিয়া। ভিতৰলৈ আহাঁ। বহিবলৈ ঠাইয়ো আছে।" হৰনামীয়ে ক'লে।

সিহঁত গাড়ীত উঠি হৰনামীৰ কাষতে বহিল। ঘীচৰে তাইৰ খা-খবৰ সুধিলে। ক'লে, "আগতকৈ অলপ দুৰ্বল হোৱা যেন লাগিছে। মুখখনো আগতকৈ সৰু হ'ল যেন লাগিছে। কিবা বেমাৰ-আজাৰ হৈছেনেকি?"

"জেলৰ বিষয়ে জানাই ঘীচৰ। সেইখন কাৰো ককা-আইতাৰ ঘৰ নহয়। চোৱা, কেঁচা ৰুটি, জলঙা পানী যেন ডাইল। আহাৰ মহীয়াৰ মহৰ আৰু জাৰকালিৰ উৰহৰ

কামোৰত শুবই নোৱাৰি। ভাল পানী এটোপা খাওঁ বুলিলেও কুকুৰহঁতে আনি নিদিয়ে!"

"একো কথা নাই, আকৌ সবল হৈ পৰিবা। গাখীৰ খায়, খায়। যি কষ্ট আছিল কটাই দিলা।" কৈলোৱে হৰনামীৰ ভৰি পিটিকি ৰ'ল।

"কৈলোৰ হাত লগা মাত্রে তাইৰ প্রাণত সুত লাগি গ'ল, তাই জঠৰ হোৱাৰ দৰে ভৰি দুটা ওলোমাই দিলে।

"তেনেহ'লে আজি গৈ ক'ত নামিবাগৈ?" ঘীচৰে সুধিলে।

"ৰামপুৰাত। প্রীতম আহি ষ্টেচনত বৈ থাকিবহি পাই কিজানি। মোলৈ বাট চাই থাকিব পায়। কিবা বাহনো বোলে অনা কথা আছে।"

"ৰামপুৰা পাঁওগৈ মানে চোন আন্ধাৰেই হ'ব। প্রীতম জানো সিমান পৰলৈকে তাত বাট চাই থাকিব? হয়তো, বাৰ বজাৰ গাড়ীত আহিবা বুলি ওলাই আহিছিল, নহা দেখি চাগে গাঁৱলৈ উভটি গ'লগৈ। এতিয়া সি তাত নাইয়ো কিজানি। তুমি আমাৰ লগত তপাতে নামি দিয়া। ঢিলমীত গৈ থাকিমগৈ। তাত পূৰা আদৰ-সৎকাৰ পোৱা যাব। তোমাৰ ভাগৰ পলুৱাই দিম। পুৱাই তোমাক চুবুৰীলৈ নি থৈ আহিমগৈ। আমিও ভাইৰূপালৈ যাব লাগিব।" ঘীচৰে মৰম সনা মাতেৰে কথাখিনি হৰনামীক ক'লে।

হৰনামীয়ে কৈলোৰ চেহেৰাটো চাই গৈ আছিল। ইমান দীঘলীয়া সময় তাই জেলত কটাই আহিছে। কৈলোৰ দৰে ল'ৰাক তাই সেই সময়ত তিয়ঁহ হোৱা হ'লে কাটি খালেহেতেঁন। তাই ঘীচৰৰ কথাত মান্তি হ'ল। তাই তাহাঁতৰ লগত তপাতে নামিল। ষ্টেচনৰপৰা চিধা ঢিলমীৰ পথ ল'লে। বেলি মাৰ গ'ল।

## ২০

প্রীতমক মানুহে সোধে—'কি হ'ল ভাই, হৰনামী গ'ল ক'লৈ? তাইৰ ফাটেকৰ অন্ত পৰা নাইনেকি এতিয়াও!" কোনোৱে কয়—"নাভালৈ গৈ খবৰ কৰি আহাঁগৈচোন, কিয় তাইক এৰি দিয়া নাই।"

চাৰিদিন পাৰ হৈ গ'লত প্রীতম উদ্বিগ্ন হৈ উঠিল। তাৰ মনলৈ অনেক প্রকাৰৰ ভাব আহি থাকিল। হৰনামীৰ ফাটেকৰ ম্যাদ হয়তো আৰু পোন্ধৰ-বিশদিন বঢ়াই দিলে। জেলত তাই হয়তো কিবা গন্দগোল লগালে। কেতিয়াবা ভাবে, দুই চ'ত হয়তো ভুল তাৰিখো হ'ব পাৰে। জেলৰপৰা ওলোৱাৰ আৰু অন্য তাৰিখো থাকিব পাৰে। সেইদিনা জেল-কর্মচাৰীবিলাকে তাইক হয়তো এনেয়ে বম ফুটালে। হৰনামীৰ লগত বাঘহঁতে হাট-বাটো কৰিব পাৰে। কেতিয়াবা মনলৈ বেয়া ভাবো আহিছে,

হৰনামীক কিজানিবা বাটৰ পৰাই ধৰি নি কোনোবাই কিবা কৰিলেগৈ। এই অশুভ ভাবটো তাৰ মগজুত ফট্‌কাৰ দৰে বাজি উঠিল আৰু সি তৎক্ষণাৎ আৰু এটা কথা ভাবি পেলালে—যদি হৰনামী খতম হৈ গৈছে তেনেহ'লে আঠ বিঘা মাটিৰ মালিক চোন সিয়েই হৈ যাব। কিন্তু পিছ মুহূৰ্ত্ততে মূৰত থাপৰ মাৰি প্ৰথমে ভবা সাধাৰণ কথা-বিলাককে পুনৰ চিন্তা কৰিবলৈ লয়।

আৰু দহ দিন বাট চোৱাৰ অন্তত সি গাঁওবুঢ়া পাখৰ সিংহক লগত লৈ ৰামপুৰাত পুৱাৰ গাড়ীত উঠি নাভা পালেগৈ। জেলত খবৰ ল'লে। হৰনাম কৌৰক চ'তৰ দুদিন যাঁওতেই দহ-এঘাৰমান বজাত জেলৰপৰা এৰি দিয়া হ'ল। তেওঁলোকৰ কথা শুনি জেল-কৰ্মচাৰীসকলো আচৰিত হৈ পৰিল। তাৰ পিছত প্ৰীতম আৰু পাখৰে জেইলাৰক দৰ্খাস্ত দি নাজৰ আৰু জঙ্গিৰাক দেখা কৰাৰ অনুমতি ল'লে। জেল কৰ্মচাৰীৰ মুঠিও গৰম কৰিব লগা হ'ল। জঙ্গিৰা আচৰিত নহ'ল, তাৰ হৰনামীৰ প্ৰতি কোনো চিন্তা কৰিব লগা নাই। "ব্যভিচাৰী তিৰোতা এজনীৰ কাৰণে ইয়াত নৰকত পচিব লগা হ'লহি। নাই এনেয়ে নাজৰৰ লগত লগ লাগি নিজৰ মহামাৰ নিজে চিন্তিলো। এতিয়াও ঈশ্বৰৰ কৃপাত জীয়াই থাকিলো বুলিহে!" পিছত সি গাঁওবুঢ়াক মাকৰ খা-খবৰ সুধিলে। ক'লে—"গাঁৱৰ মানুহে যাতে তেওঁৰ প্ৰতি চকু ৰাখে। তাততো আপোন বুলিবলৈ কোনো নাই। সি জেলৰপৰা ওলালেই সকলো আঁত মাৰিব পাৰিব।"

নাজৰে তাৰ কথা শুনি আচৰিত হৈ আমনি বোধ কৰিলে। চিন্তিত ভাবেৰে ক'লে, "বাৰু গ'ল ক'লৈ তাই হাৰামজাদী। কোনোবাই বাটৰ পৰাই কিজানি তাইক ধৰি লৈ গ'ল। তিৰোতানো কি, গুৰৰ লদা এটা; যিয়ে মুখতে ভৰাই দিয়ে তাতে পানী হৈ যায়।" আকৌ সি খঙতে ক'বলৈ ধৰিলে, "প্ৰীতম, সকলো দোষ তোমাৰ গাতে। তুমি দুই চ'তৰ দিনা নিজে ইয়ালৈ আহি লৈ যাব লাগিছিল।"

প্ৰীতমে ক'লে, "হেৰ তললৈ যোৱা, মইতো তাইক কৈছিলোৱেই। তাইহে ক'লৈ বোলে নেলাগে; কোনো দৰকাৰ নাই। মই নিজেই যাম। তুমি ৰামপুৰালৈ আহিলেই হ'ব।" মই উটটো লৈ আহিলো। গোটেই দিনটো বাট চালো, বাৰ বজাৰ গাড়ী চালো, গধূলিৰ গাড়ীও চালো। কিন্তু কি বুজিবা ভাই, ঈশ্বৰে জানে। মোৰ কি দোষ? একো উপায় নেপালো। আগতে মই নাভালৈ আহিছিলোও। সকলো কথা পাতি গৈছো।"

কথাটো খড়ক সিং চুবুৰীৰপৰা ওলাই কাষৰীয়া গাঁও পৰ্য্যন্ত বিয়পি পৰিল, যে তাৰ এজনী তিৰোতা হত্যাৰ অপৰাধত জেলত থাকি ওলাই আহিল হয়। কিন্তু আহি গাঁও নেপালেহিয়েই। চুবুৰীটোত প্ৰত্যেকৰ মুখে মুখে সেই একেষাৰ কথাই। কেই গৰাকীমান মহিলা লগ লাগিলে সেই কথাকে পাতে। এমাহমানৰ পিছত অহুকাণে-পহুকাণে খবৰ ওলাল বোলে হৰনামী এতিয়াও জীয়াই আছে। সঙ্গত মণ্ডীৰ ফালে ভূমৱালী গাঁৱত আছে হেনো। এজন পেন্সন প্ৰাপ্ত সৈনিকৰ ঘৰত। সৈনিক সাতচল্লিচ কি আঠচল্লিচ বছৰ বয়সৰ। গোটেই গাঁওবাসীয়ে ভাবি পাৰ পোৱা নাই যে তাই

সেইখিনি কেনেকৈ পালেগৈ? ইমান মাটি-সম্পত্তিৰ গৰাকী হৈও তাই আও-পথে হাৰামজাদীয়ে গ'ল কিয়? জনা বুজা বুঢ়া লোকে তত্ত্বকথা কয়—"আপোনাৰ নাক কাটি সতিনীৰ যাত্ৰা ভঙ্গ কৰিলে। যাক নিজৰ মতাটোৱে চম্ভালিব নোৱাৰিলে তাইৰ সা-সম্পত্তিৰ মোহ থাকিব কিটো! বেলেগ বেলেগ জুতি পোৱা তিৰোতাই একে ঠাইতে থাকিব পাৰেনে? নাভাৰ পৰাই ফান্দত পেলাই কোনোবাই লৈ গ'ল সম্ভৱ।" দুই চাৰিকথা জনা বুঢ়ীয়ে শেষ মন্তব্য দিয়ে, "হেৰা যি নিজৰ গাদীৰ পৰাই খহিল, তাইনো আৰু ক'ত মূৰ গুজিবলৈ পাব!"

তাৰ পিছত উৰহী গছৰ ওৰটো ওলাই পৰিল। চুবুৰীৰ মুকলি বৈঠকত ভাইৰূপাৰ ঘীচৰৰ কথা ওলাল। মানুহে ধিক্কাৰ দি ক'বলৈ ধৰিলে—"ভাই, ঘীচৰে এইটো বৰ বেয়া কাম কৰিলে। আঁতৰৰ গাঁৱে-ভূঞে যি কৰে কৰক, ওচৰ-চুবুৰীয়াৰ মূৰত কঠাল ভাঙি এই কাৰ্য্য কৰিব নালাগিছিল, হৰনামী অসতী তিৰোতা, মানি লওঁ, কিন্তু তাই নগৰখেৰাৰতো বোৱাৰী আছিল।"

কোনোবাজনে বুজাই কয়, "তিৰোতা জাতিৰ কথা তোমালোকে জানাই দেখোন। ডেকা ল'ৰা পাই কৈলোৰ ওপৰত উবুৰি খাই পৰিল ছাগৈ। সিহঁতে কিজানি তাৰ পিছত হৰনামীক লগাই দিলে। ঘীচৰকনো কোনে নেজানে। তাৰ চাল সেইটোৱেই। এবাৰ কাবু কৰি ল'ব পাৰিলে তাৰ হাতৰপৰা পলাই সাৰিব নোৱাৰে। বচ, সেও মানি লয়। তাৰ পিছত তেওঁ বাওঁহাতেৰে টিলিকি মাৰি কয়—"কোনো তিৰোতাক বিক্ৰী কৰিবলৈ এক টিলিকিৰ সময় নেলাগে।"

আনজনে কয়—"বোৱাৰী বুলি ক'লে কি হ'ব? নিজে খুঁটি পুতি উজুটি খাইছে, খাওঁক। গাঁওখনে এতিয়া দুহাতেৰে সাবটি ল'ব পাৰিব জানো!"

প্ৰীতম ঘীচৰক লগ পাবলৈ ভাইৰূপা পালেগৈ। প্ৰথমে সি সৈ কঢ়া নাছিলেই। যেতিয়া প্ৰীতমে মধ্যম পন্থা অৱলম্বন কৰিলে তেতিয়া সি সকলো ভেদ ভাঙি দিলে। গোটেই গল্পটো কৈ দিলে। প্ৰীতমে সুধিলে পকা বন্দবস্ত কৰি আহিছা নহয়। কিজানি কোনোবা পাকত ওলাই আহে!"

"ওহোঁ, এতিয়া আৰু তাই আহিব নোৱাৰে। এতিয়া তেনে কৰিলে তাইক ডুমৰীয়াই হাড় বাচি ডাল ডাল কৰিব।" আকৌ পিছত ঘীচৰে ক'লে, "এইটো তুমি বৰ গাজত লগা কথা শুনালা দেই, প্ৰীতম! তেতিয়াহ'লে আমি তোমাৰে কাম কৰি দিলো নহয় জানো। আনা তেনেহ'লে, খুউওৱা আজি কিবা-কিবি!"

"কাম সম্পূৰ্ণ হ'ল যেতিয়া, তুমি যদি আজিয়েই খাব খুজিছা খোৱা, যি খোৱা। মহলৰপৰা মই এতিয়াই বটল লৈ আহোঁগৈ।"

প্ৰীতমে বটল লৈ আহিলগৈ আৰু খোৱাত বহিল। সি বাৰে বাৰে ইয়াকে সুধি থাকিল—"ঘীচৰ সিংজী কামটো কেঁচাকৈ এৰা নাইতো? এতিয়াতো তাই তাৰপৰা লৰচৰ কৰিব নোৱাৰে?"

"আৰে তোমাক এবাৰ ক'লো নহয়! লৰচৰ নহয়। কেনেকৈ লৰচৰ কৰিব? সৈনিকৰ লগত আছে এটা মজবুত ৰাইফল, একেবাৰতে এঘাৰটা গুলী চলে। ইফাল-সিফাল কৰা মাত্রে এঘাৰটা গুলী তাইৰ গাত সোমাব। সৈনিকজনে তাইক এৰি থাকিবই নোৱাৰে। ৰাতি খাটিয়াত শব্দ হ'লেও উঠি বহি পৰে। ডুমৰীয়াইঁতো সৈনিকৰ প্রতি সহানুভূতিশীল। গোটেই গাঁওখনেই তেওঁৰ ফলীয়া। তিৰোতা ক'ত পলাই সাৰিব?"

প্রীতম চুবুৰীলৈ আহি পাঁওতে সাঁজ লাগিল। পুৱাতে উঠি সি গাঁওবুঢ়া পাখৰ সিঙৰ ওচৰ পালেগৈ। ক'লে, "গাঁওবুঢ়া, মাত্র মোৰ এটা কাম কৰাই দিয়া। লাগি ধৰা গাড়ীখন ঠেলা মাৰি উলিয়াই দিয়া। গোটেই জীৱন তোমাৰ চৰণ সেৱা কৰি কটাম।"

তেওঁ ক'লে, "সেইটো ভাতৰ লগত পানী খোৱা কথা নহয়। আঠ বিঘা মাটিৰ মামলা। তথাপি তাতোকৈ ডাঙৰ লেঠা হৈছে গিন্দৰক লৈ। সি সঁচাকৈ মৰিলেনে, নাই জীয়াই আছে কোনে জানে!"

"সেইটোৱেইতো ডাঙৰ কথা, যিটো কৰাব খুজিছো। তুমি গৈ সাক্ষী দিবগৈ লাগে যে আঠ বছৰ ধৰি গিন্দৰ ঘৰলৈ ঘূৰি অহা নাই। ক'ৰবাত মৰিল।"

"আঠবছৰ কেনেকৈ হ'ল? তাৰ বিয়া পতাই চোন আঠবছৰ হোৱা নাই।"

"বিয়া পতা আঠতকৈ ওপৰ হ'ল। মই হিচাপ কৰি থৈছো।"

"তেনেহ'লে? বিয়াৰ দুই-তিনিবছৰৰ পিছতো সি ভালেই আছিল। পাগল হৈয়ো সি ইয়াতে দুবছৰমান খকা-খুন্দা খাই আছিল। মোৰ হিচাপত সি গাঁও এৰি যোৱা চাৰিবছৰমানহে হৈছে।"

"ধৰা, তাৰ জানো কিবা ৰেকৰ্ড আছে? লিখাই দিম যে বিয়া পতাৰ লগে লগে তাৰ মগজুৰ বিকৃতি ঘটিবলৈ ধৰিলে। পিছত ঘৰৰ পৰাই ওলাই গ'ল। সি আৰু গাঁৱলৈ উলটি নাহিল। জীয়াই থকা হ'লে কেতিয়াবা নহয় কেতিয়াবা আহিলহেঁতেন। তাৰ একো খা-খবৰ নাই। হয়তো ক'ৰবাত মৰিল, বচ্।"

গাঁওবুঢ়া আৰু প্রীতম দুয়ো পৰাগ দাসৰ বাহৰলৈ গ'ল। মহন্তক সকলো ভাঙি-পাতি ক'লেগৈ। পৰাগ দাসে আশীৰ্বাদ দিলে—"যোৱা বোপাই প্রীতম সিংহ, তোমাৰ নক্ষত্রই কোৱা মতে তুমিয়েই সম্পত্তিৰ উত্তৰাধিকাৰী হ'বা। তোমাৰ কৰ্ম ৰসাল হৈ উঠিব, বাচা। কোৱা, আশ্রমলৈ কি দান দিবা?"

"মই তাৰ দুবিঘা আশ্রমলৈ দান দিম, মহাৰাজ! এতিয়া কওঁকচোন?"

"ভাল কথা, বাবা চৰণ দাসক লগত লৈ যাবা, ভাই গাঁওবুঢ়া। তেওঁকো সাক্ষী দিবা, তুমিও সাক্ষী হ'বা। বচ এইটোকে ক'বা যে যোগিন্দৰ সিংহৰ পৰকাল হ'ল ক'ৰবাত। আঠ বছৰ ধৰি নিৰুদ্দেশ।" পৰাগ দাসে সম্পূর্ণকৈ বাট মোকোলাই দিলে।

"হয় মহাৰাজ! হৰনামীলৈকে চাওক—ডুমাৱলীত গৈ নিগাজীকৈ বহিলগৈ। ইয়াত এতিয়া তাইৰ কি বাকী থাকিল?" গাঁওবুঢ়াই ক'লে।

"হয় ভাই, হৰনাম কৌৰৰ থান-থিত লাগিল। মাটি-সম্পত্তিৰ ভাগ তাই এতিয়া একো পাব নোৱাৰে।" পৰাগ দাসে ক'লে।

ইফালে প্ৰীতমে নিজৰ দুবিঘা মাটি ঝণ্টাক বন্ধকত দিলে। দুহেজাৰ টকাত।

প্ৰীতমে গাঁওবুঢ়াক লগত লৈ গৈ গুপুতে গুপুতে সকলো কাম সমাধা কৰি পেলালে। তহচীলদাৰক এহেজাৰ টকা দিয়াৰ সিদ্ধান্ত হ'ল। পাঁচশ টকা খাজনা তোলা পাটোৱাৰীক আৰু কানুনগোজনক দিয়া হ'ল। আৰক্ষী বিষয়াকো সন্তুষ্ট কৰিব লগা হ'ল। ফুলৰ পৰাই সকলো ব্যৱস্থা কৰা হ'ল। গাঁওবুঢ়া পাখৰ সিংহ আৰু চৰণ দাস দুয়োয়ে সাক্ষী দিলে। প্ৰীতম আঠ বিঘাৰ মালিক হৈ পৰিল। ভিতৰি গাঁওবুঢ়া পাখৰ সিংহকো সন্তুষ্ট কৰিলে। যিদিনাই সকলো কাগজ-পত্ৰ লিখা-মেলা সম্পূৰ্ণ হৈ উঠিল, সেইদিনাই প্ৰীতমে ঘৰত ছাগলী কাটিলে আৰু বহুত বটল খালী হ'ল। খাঁওতাৰ ভিতৰত গাঁওবুঢ়া পাখৰ সিংহ, ঝণ্টা, ভাইৰূপাৰ ঘীচৰ আৰু কৈলোৰ আছিল। গোটেই চুবুৰীত হালোৱা বিলাই দিয়া হ'ল।

কেইদিনমানৰ পিছত দুবিঘা মাটি আশ্ৰমলৈ দান দিয়া হ'ল।

সময়েও আচৰিত ধৰণে ৰং সলায়। ঝণ্টাৰ বোধকৰো মনত নপৰিল যে গাঁওবুঢ়া পাখৰ সিংহ আৰু প্ৰীতমে সাক্ষী হৈ নাভাত গৈ ভায়েকৰ হত্যাৰ মোকৰ্দমাত ওলোটা সাক্ষী দিছিলগৈ। যাৰ ফলস্বৰূপে স্বীকাৰ কৰাৰ পিছতো জঙ্গিৰাৰ কথমপিহে চৈধ্য বছৰ জেল হ'ল। নাজৰৰো তাৰ আধা। যদি পাখৰ আৰু প্ৰীতমে উচিত বিচাৰ কৰি সাক্ষী দিলেহেঁতেন আৰু ঝণ্টায়ো হাত নধৰি পইছা খৰচ কৰিলেহেঁতেন তেন্তে নাজৰ আৰু জঙ্গিৰাৰ ফাঁচি নোহোৱাৰ কোনো প্ৰশ্নই নুঠিলহেঁতেন। এতিয়া আকৌ গাঁওবুঢ়া পাখৰ সিংহ, প্ৰীতমৰ লগত ঝণ্টাই মদ খাই ঘূৰি ফুৰে। তেওঁৰ আকৌ এতিয়া প্ৰীতমৰ মাটি দুবিঘা দুহেজাৰ টকাত বন্ধক লোৱাৰ ওপৰতহে গৰ্ব। লগ লাগোতে উপৰুৱাকৈহে লাগিছে; নিজৰ মাটি-বাৰী, সম্পত্তি বঢ়াবলৈ আৰম্ভ কৰিছে। এতিয়া অৰ্জ্জুনৰ মৃত্যুৰ কথা সুঁৱৰিবলৈ তেওঁৰ আজৰি নাই। সা-সম্পত্তিৰ লোভে মানুহৰ নিজৰ ইষ্ট-মিত্ৰ-কুটুম্বৰ সম্বন্ধও পাহৰাই দিয়ে।

## ২১

জেলৰপৰা মুক্ত হৈ নাজৰ গাঁৱলৈ আহিল। তাৰ অনুভৱ হ'ল খড়ক সিঙৰ চুবুৰীটো যেন এতিয়া পত্ৰ-পুষ্পহীন উজাৰ হাবি এখন। তাৰ বাপেক-মাকে ভীষণ অনাটনৰ মাজেদি দিন কটাব লগা হৈছে। তেওঁলোকক তাৰ লৰি-চৰি ফুৰা নৰ-কঙ্কাল যেন লাগিল। বৰ কষ্টেৰেহে যেন উশাহ-নিশাহ লৈ আছে। তাৰ ভেড়াজাকৰ ওপৰত

আনে সম্পূৰ্ণ দখল সাব্যস্ত কৰি পেলাইছে। যি দুই-তিনিবিঘা মাটি আছিল সিও মোকদৰ্মাত বন্ধকত গ'ল। এতিয়া আকৌ সেই মাটিৰ ওপৰতে বুঢ়া বুঢ়ীয়ে জাটৰপৰা আৰু টকা বঢ়াই ল'লে। নহ'লে চলে কেনেকৈ? বুঢ়ীক জঙ্গিৰাৰ কুশল-বাতৰি ক'লেগৈ। বুঢ়ীৰ শোকে খুন্দা মাৰি ধৰিলে। নাজৰক বৰ কাতৰ চাৱনিৰে চাই থাকিল। তেওঁ ভাবিছিল মৰাৰ আগতে এবাৰ যদি পুতেকক চাই যাব পাৰিলেহেঁতেন! হয়তো তেতিয়াহে জীৱটো বাজ হ'লহেঁতেন! তেওঁৰ চিতা জঙ্গিৰাইহে জ্বলাই দিব। বুঢ়ীয়ে এতিয়া আনৰ ঘৰত বন-বাৰী কৰি দিব নোৱাৰে। বৰ বুঢ়ী হৈ পৰিছে। পুৰণা সম্বন্ধ থকা কেই ঘৰলৈহে যায় আৰু খোৱা বস্তু খুজি আনে। এইদৰে দিনবোৰ কটাইছে।

নাজৰ মুকলি বৈঠকলৈও গ'ল। আগৰ শোভা আৰু তাত নাই—যদিও সৈনিক মিল্‌খা সিঙে আগৰ দৰে চশমা পিন্ধি বাতৰি কাকত পঢ়ি শুনাই আছে, কিন্তু মানুহৰ আগৰ সেই উৎসাহ নাই। শ্ৰোতাই মিল্‌খাৰ লগত আগৰ দৰে তৰ্ক নকৰে। মিল্‌খায়ো পূৰ্বৰ দৰে ইংৰাজৰ গুণগান নকৰে। আহাৰ মাহ। খেতিৰ মাটি জ্বলি উঠিছে। গৰম বতাহ বৰ নিৰ্দয় হৈ বলিব লাগিছে আৰু সো-সোৱনী আৱাজ উঠিছে। গছ-গছনিয়ে ফুচ্‌ফুচাই কথা পাতিছে। হাফলুবিলাকৰ বালিবোৰ দিনৰ দিনটো ভাঁটিৰ অঙঠা যেন তপত হৈ আছে। বৰষুণৰ আশাত মানুহে জুম পাতি আহঁতৰ তলত বহি সাধুকথাৰ পোহাৰ মেলিছে। দূৰ আকাশত এচমকা ডাৱৰ দেখা মাত্ৰে হাত-বাউল দি মাতিছে—কোন দেশৰপৰা আহিছা ডাৱৰ?...

বেলি লহিয়ালে। সুৰুয ৰাতিৰ শয্যাত জিৰাবলৈ গ'ল। মুকলি পথাৰখনত যেন হা-হুমুনিয়াহবোৰ থুপ খাই পৰিছেগৈ। মানুহবিলাকে আগ চোতালত পানী ছটিয়াই বহিছেহি। মুকলি বৈঠকখনত বা-বাতৰিবোৰ এখন মুখেদি আন এখন মুখলৈ বাগৰি আগলৈ গতি কৰিছে।

সেইদিনা নাজৰ মুকলি বৈঠকৰ মেললৈ গ'ল। মানুহে উদাস দৃষ্টিৰে তালৈ চালে। ঘপহকৰে এজনে টি-টিয়া মাতেৰে সুধিলে—"কেতিয়া আহিলা নাজৰ ভাই?"

"ৰাতিয়ে পালোহি অৱশ্যে মই।" সি বহিয়ে তেওঁৰ ফালে চকু পেলালে।

মিল্‌খা সিঙে চছমাৰ ওপৰেদি দৃষ্টি নিক্ষেপ কৰি সুধিলে—"নাজৰ সিং আৰু শকত হ'লা, ডেকাল'ৰা। তেনেহ'লে কালি মুকলি হলা? গা-মূৰ ভালনে?"

"চবেই ভাল ফৌজী ভাই। নিজৰ কথালৈ আহক। যুদ্ধই কি কয়?"

"লড়াই খতম, ভাই। হিট্‌লাৰ হাৰিল। জহৰ খালে। সিফালে চাৰ্চিলো গ'ল। নতুন চৰকাৰ হৈছে। এট্‌লী গাদীত বহিছে।"

"এই যে নতুন এজন গাদীত বহিছে বুলিছে, তেওঁৰপৰা হিন্দুস্তানৰ কিবা লাভ হ'বনে বাৰু?" নাজৰে সুধিলে।

চোতালখনত বহি থকাসকলে নাজৰৰ ফালে চালে। এজন বুঢ়াই মাজতে কৈ

উঠিল, "জেললৈ গৈ বেচ জনা-বুজা হৈ আহিছা যেন লাগিছে, তোমাক! লেখা-পঢ়া জনা মানুহৰ দৰে কথা কৈছা! নহয় জানো?"

নাজৰে হাঁহিলে।

সৈনিকে ক'লে—"জেলো এখন স্কুলহে। তাত নানা ধৰণৰ মানুহ লগ পাই থকা হয়। দহজনৰ মাজত থাকিলে জ্ঞান হয়। সেনাবিলাকৰো সেয়ে অৱস্থা। সেনাত মকৰল হৈ লেখিব-পঢ়িব নজনায়ো লেখা-পঢ়া শিকে। সম্পূৰ্ণ নায়ক হৈ পৰে।

তাত আলোচনা হৈ থকা কথাত নাজৰৰ বৰ মন নবহিল। সি তাৰপৰা উঠিল আৰু নিজৰ ভেড়াৰ বেৰাটোৰ ফালে গ'লগৈ। ঘুক্কৰ মজহবী আৰু পুতেকে ভেড়াজাক ৰখি আছিল। নাজৰক দেখিয়ে ঘুক্কৰ উৎফুল্লিত হৈ উঠিল—"আহাঁ ভাই, তুমি আহিলে বেৰাৰ ফালে পাক নমৰাকৈ নেথাকা।"

নাজৰে সুধিলে, "চন্নণৰ লগত ঠিকে ঠিকে চলি আছেতো?"

ঘুক্কৰে ক'লে, "অৱশ্যে এতিয়ালৈকে একো থোতা-মোজা লগা নাই। কালিলৈ কি হ'ব, কোনে ক'ব? চন্নণৰ স্বভাৱটো বেয়া নহয়। ময়ো একো দায়-দোষ এতিয়ালৈকে লগোৱা নাই। ময়ো পূৰা দেহা দি খাটিছো। পা-পইছাৰ অভাৱ ময়ে ভুগিছো অথচ চন্নণৰ লোকচান হ'বলৈ দিয়া নাই। বচ্ সময় ওচৰ চাপি আহিল, নাজৰ সিংহ। তোমাৰ কৃপাত। ধৰি, পৰি আছে আৰু।"

নাজৰে ঘুক্কৰৰ পুতেকক পইছা দি ক'লে, বোলে, "চৰবণ টুণ্টেৰ তাৰপৰা এটা বটল লৈ আহগৈ। মোৰ নাম কবি। তেতিয়াহে ভাল মদ দিব। ঘুক্কৰ আৰু নাজৰে গাঁৱৰ কথা পতাত লাগিল। তেনেতে ল'ৰাটোৱে বটল আনি পোৱালেহি। চৰবণে পইছা নল'লে। ক'লে, "বচ্, এইটো বটল নাজৰ ঘূৰি অহাৰ আনন্দত দিছো, লৈ যা। পইছা গোটেই জীৱন লৈ থাকিম।" কথাটো শুনি নাজৰৰ বুকু যেন এক আঙুল ওখ হৈ পৰিল।

ঘুক্কৰ আৰু নাজৰ খোৱাত লাগিল। ঘুক্কৰৰ ওচৰত এলুমিনিয়ামৰ বাটি এটা আছিল। ওচৰৰ এঘৰৰপৰা পিতলৰ বাটি এটা আনিলগৈ। সৰু বাল্টি এটাত এবাল্টি পানী আৰু এটা ঘটিও বুৰাই লৈ আহিল।

দুবাটি দুবাটি খাই লোৱাৰ পিছত অতীতৰ কথা আৰম্ভ কৰিলে। ঘুক্কৰে হৰনামীৰ কথা কোৱা মাত্ৰেই নাজৰ সাৰশূন্য হোৱাৰ দৰে বহি পৰিল। ঘুক্কৰে গোটেইখিনি কথা গম পায়। গাঁৱৰ কোনে নেজানে? নাজৰে হৰনামীৰ কাৰণেইতো গোটেই জীৱন বৰবাদ কৰি দিলে। আৰু সি আজি...। ঘুক্কৰৰ অনুভৱ হ'ল, যেন হৰনামীৰ কথা উলিয়াওতে নাজৰৰ মনত শেলে বিন্ধাদি বিন্ধিলে। তাৰ বেয়া লাগিল, সি বাৰু এই সময়ত সেই ব্যভিচাৰী তিৰোতাজনীৰ কথা কিয় উলিয়াইছিল!

শেষত নাজৰে হুমুনিয়াহ কাঢ়ি ক'লে, "কোনো উপায় নোহোৱা হ'ল ঘুক্কৰ! যাৰ কাৰণে হত্যা হ'ল, তায়ো আতৰ হ'ল। যেন আমিবোৰ মল-মূত্ৰহে হ'লো!"

ঘুক্কুৱে ক'বলৈ ধৰিলে, "তিৰোতা জাতটোৱেই এনেকুৱা দোস্ত। বৰ লোকেও ইহঁতক বুজিব নোৱাৰে। আমাৰ নিচিনা খাৰলি খোৱা কিমান পানীৰ মাছ। এতিয়া যি হ'ব লগা আছিল, হৈ গ'ল, বাদ দিয়া। মিছাতে বেজাৰ কৰি থকাৰপৰা লাভ নাই। পাছ নুগুনি আগ গুনা এতিয়া।"

নাজৰে সোঁত কৰি নাকৰ পানী উলিয়াই চাদৰেৰে মুছিলে। ক'লে, সিফালে আনে মৌজ কৰিছে। বেটী চৰদাৰণী হৈ লৈছেগৈ। ঝগুই মাটি দুগুণ কৰি পেলালে। প্ৰীতমে বিনা কথাতে মাটি পালে। তাহাঁতৰ এতিয়া কি কথা মনত থাকিব।"

ঘুক্কুৱে ক'লে, "এই সম্পত্তিয়ে কাল হ'ল, দোস্ত। ইয়াৰ বাবেই ভাইক ভাই নোবোলে, ইষ্ট-মিত্ৰকো নেলাগে। আগতে দেখা পালো। ঝগুই ভায়েক মৰাৰ দুখ পাহৰি পেলালে—দহবিঘাই তাৰ সুখৰ সীমা নোহোৱা কৰিলে। তোমালোকৰ লাগিলে ফাঁচিয়ে হওঁক, চৈধ্য বছৰ বা সাত বছৰ ফাটেকেই হওক ঝগুৰ কি কাঁহি পাতে গা কাটিব? তোমালোকে খালাচ পোৱাহেঁতেনো তাৰ একো বেজাৰ নেলাগিলহেঁতেন।"

"জোৰ যাৰ, মুলুক তাৰ। প্ৰীতমে কি কৰিলে নোচোৱা কিয়? হৰনামীক বাজ কৰি দিহে সন্তোষ পালে। আকৌ চোৱা গিন্দৰকো জীয়াই জীয়াই মাৰি পেলালে। সি মৰিলেনে আছে, কোনেওতো নেজানে। কোনোবাই তাৰ শ-টো দেখিছিল জানো? ইহঁত সাক্ষী হোৱা কেইটালৈ নোচোৱা কিয়? চালা হাড় চোবোৱাহঁত! হগুৱাই গুখাই মাত মাতিলগৈ বুজিছা। চৰকাৰটোও কণা। তহচীলদাৰ, পাটোৱাৰী, পুলিচ সব মাহ খোৱা বান্দৰ। কি ন্যায় কৰিলে চালাহঁতে তাত! আৰু সেইটো বগলী ভকত পৰাগ দাস! গাওঁখনকে ভেড়া বনাই ৰাখিছে। প্ৰথমে তাৰ বৰ পেটটোলৈহে গুলিয়াব লাগিছিল। মই তাৰ ভনীয়েকক আনো! পাষণ্ড! নাজৰৰ মুখৰপৰা যেন জুইহে বৰষিছে।

কেইদিনমানৰ পিছত নাজৰ সুস্থিৰ হ'ল। কিবা প্ৰকাৰে সি ভেড়াজাকৰ কাৰণে চন্নণৰ লগত সম্বন্ধ কৰি ল'লে। এতিয়া আগৰ দৰেই ঘুক্কুৰ পুতেকক লৈ নাজৰে ভেড়াজাক খেতিৰ কাষে কাষে চৰাবলৈ ধৰিলে। যেন আগৰ সেই জীৱনটো কিছু পৰিমাণে ঘূৰি আহিছে। ঘুক্কুৱে ভেড়াৰ লেঠাটো পুতেকক গতাই দি কিবা আন কামত ধৰিছে। ভেড়াজাকৰ ভাগটো আগৰ দৰেই থাকিল।

এতিয়া নাজৰৰ ককায়েকৰ ওপৰত খং নুঠে আৰু ঝগু-প্ৰীতমক দেখিও বিৰক্ত নহয়। তাৰ ককায়েক খজান পুলিচৰ চাকৰিত কোন থানাত আছে কোনে জানে। হত্যাকাণ্ডৰ কাৰণে চলা মোকৰ্দমাত তেওঁ ঘৰলৈ নাহিল। নাজৰক দেখা কৰিবলৈ নাভালৈকো নগ'ল। মাকে কোৱা মতে তেওঁ মাত্ৰ বছৰত এবাৰকৈ গাঁৱত পাক একোটা মাৰি গৈছিল। নাজৰ ফাটেকত পৰাৰ কথাও মাকে কৈছিল। তেওঁ মাত্ৰ সুধিব লাগে কাৰণে সুধিছিল। আনহাতে, তেওঁ নাজৰৰ কথা উল্লেখ কৰিব খোজা নাছিল। নাজৰে

এতিয়া ভাবিছে—কিমান যে শুকুলা হৈ পৰিছে এই তেজৰ সংসাৰ! ককায়েকে ভায়েককো চিনি নোপোৱা হ'ল!"

মনে মনে তাৰ হাঁহি উঠি যায়। ঝগুৱে সি ভয় কৰিব লাগিছিল। কিন্তু ঝগুইহে তালৈ ভয় কৰে। কেতিয়াবা মুখা-মুখি হ'লে ঝগুই আনফালে মুখ কৰি গুছি যায়। নিজৰ ভায়েকক হত্যা কৰাৰ প্ৰতিশোধ লোৱাৰ কথা সি কিজানি সপোনতো ভবা নাই। ভায়েকৰ পৰিৱৰ্তে সি দহ বিঘাকৈ মাটি পাইছে—তাক আৰু লাগিছে কি? তাৰ কাৰণে সেয়ে সৰ্বস্ব।

প্ৰীতমৰ লগত এতিয়া তাৰ বৰ মিলা-প্ৰীতি নাই। লগা-লগি হ'লেও নিয়মীয়া কথা-বতৰাহে হয়। প্ৰীতমেই জানি-বুজি আগতে মাতে। নাজৰে তাৰ চালাকি বুজি পায়। আঠ বিঘাৰ মালিক হোৱাৰ কাৰণে সি এতিয়া সকলোৰে লগত মিহি সুৰীয়াকৈ, মৰমৰ মাতেৰে কথা-বতৰা পাতে।

গাঁওবুঢ়া পাখৰ সিংহই তাক মাতি পঠালেও তাৰ অনুমান হয় যেন তাক দেখুওৱা এই মোহ উপৰুৱা। কিন্তু চতুৰ অন্তৰখন নাজৰে ঢুকি পায়। চোৰৰ মুখত ৰাম-নাম। কাছাৰীৰ আদব-কায়দা জনাৰ কাৰণে তেওঁ বেয়া মোকৰ্দমাৰ মেৰপাকত পৰাহঁতৰপৰা কচি কচি পইছা লয়। তেওঁ সেই দালালীৰ উপাৰ্জনতে বৰ্তি আছে। মিছাক সঁচা কৰি সাক্ষী দিবলৈ সদায় সাজু থাকে। নিগনি চকুৱা। দালশলীয়া। হাঁহিটো মাৰিলে দালশলীয়া মোচ কেইডাল কঁপিবলৈ ধৰে। সেই সময়ত তেওঁক বৰ সাংঘাতিক লোক যেন লাগে।

পিছৰ বছৰত ঘুক্কুৱে নিজৰ ভাগৰ ভেড়াখিনি বেলেগ কৰি পেলালে। নিজৰ ল'ৰাটোক লগত লৈ গড়াল সাজি উলিয়ালে। নাজৰ আৰু চন্নণৰ একে জোট হৈয়ে থাকিল। এই বছৰ নাজৰে নিজৰ বেৰাটো দখল কৰি পেলালে।

অৱস্থাৰ গতি খৰ্‌তকীয়াকৈ পৰিৱৰ্তিত হ'বলৈ ধৰিলে। পোন্ধৰ, কুৰিদিনৰ ভিতৰতে দুয়োগৰাকী বুঢ়ী ঢুকাল। প্ৰথমে জঙ্গিৰাৰ মাক আৰু পিছত নাজৰৰ মাক। ফুললৈ গৈ নাজৰে খজান ক'ত আছে খবৰ্ কৰিলেগৈ। সকামৰ দিন চুমু চাপিল। যিকি নহওক মাকজনীতো হয়। খজান ঘনৌলা থানাত আছিল। নাজৰে মানুহ পঠিয়ালে। তেওঁ সকামৰ দুদিনৰ আগত পালেহি। গোটেই গাঁৱেই তবধ মানিলে। খজানৰ লগত এগৰাকী জীৱন-সঙ্গিনীও আহিছে। ভঙা ভঙা পাঞ্জাবী ক'ব পাৰে। কামিজ চেলোৱাৰ পিন্ধিছে মূৰত দুপট্টাও লৈছে। দুপট্টাখন আঁটি মাৰি ল'ব পৰা নাই। দুপট্টাখন ওৰণী লোৱাৰ দৰে লৈছে। চেলোৱাৰ পিন্ধা ঢংটোও নেজানে। পায়জামাৰ জৰীডাল বন্ধাৰ দৰে কঁকালত গাঁঠি দি লৈছে। লাগিলে পিন্ধা-উৰাত যি নকৰক মুঠতে এজনী তিৰোতা। খজানে তাইক দুবছৰ ধৰি লগত ৰখা বুলি ক'লে।

দেশ বিভাজিত হ'ল। এই ফালৰ মুছলমান জাকে জাকে পাকিস্তানলৈ যাব লাগিছে। বহুতকে ইয়াতে মাৰিয়েই পেলালে। তেওঁলোকৰ ঘৰ-দুৱাৰ লুটি পেলালে।

তিৰোতাবিলাকক অপমানিত কৰিলে। দাং বৰলাই মুছলমান তিৰোতাকে নিজৰ ঘৰ সুমুৱালেহি। এইদৰে পাকিস্তানী পাঞ্জাৱৰ শিখ আৰু হিন্দুহঁত পাঞ্জাৱলৈ লানি নিছিগাকৈ আহিবলৈ ধৰিলে। য'তে গাঁও বা নগৰ দেখা পালে তাতে বাহৰ পাতি ৰ'লহি। কটা-কটি, মৰা-মৰি লাগি গ'ল। কোনে ক'ত কাক মাৰিলে, কোন ক'লৈ গ'ল, কোন ওলাই গৈ উলটি নাহিল তাৰ ঠিকনা নোহোৱা হ'ল। গাঁৱৰ লোক বাহিৰ ওলাব নোৱাৰা হ'ল। ডকাইতো কটা পৰিল। গা ঘেলাই ঘূৰি ফুৰাজনকো চোৰ-ডকাইত বুলিহে ভাবিবলৈ ধৰিলে। চোৰ বুলি ভাবি সাধুজনকো মাৰি পেলোৱা হ'ল। সংসাৰী মোহ-মমতা লোপ পালে। যুগ যুগ ধৰি একেলগে বাস কৰি অহা মানুহবোৰ হিন্দু, মুছলমান, শিখহৈ ভাগ ভাগ হ'ল। এই ফালৰ পাঞ্জাৱৰ অসহায় মুছলমান তিৰোতা সমাজে ম'হ-গৰুতকৈ অধিক বুলি নভবা হ'ল। এনে সময়ত নাজৰৰ মনটোৱেও একোবাৰ উচাট মাৰিবলৈ ধৰিলে। সি কোনো মুছলমান তিৰোতা এজনীকে ৰখাৰ কথা ভাবিলে। দুবেলা ৰুটি সেকি দিবতো পাৰিব। সংসাৰ চলাই নিব পৰা যায়। জীৱনৰ অৰ্থটোকে বুজা হওক। জীৱনটোক জোৰা লগোৱা হওক। কিন্তু সেইটো তাৰ কাৰণে মূৰ্খামী হ'ব যেনহে লাগিল। অসহায় পশু সদৃশ পৰৰ তিৰোতা এজনী ঘৰ সুমুৱাই লোৱাটো কোনো বীৰত্বৰ কাম নহয়।

তিৰোতাৰ চিন্তাটো মনত খেলালেই তাৰ তৎক্ষণাৎ হৰনামীলৈ মনত পৰে। হৰনামীৰ মাজত সি সম্পূৰ্ণ তিৰোতাৰ লক্ষণ দেখা পায়। সি নিজৰ মনকে বুজনি দিলে যে হৰনামীয়ে নিজ ইচ্ছা অনুসৰি ডুম গাঁৱত থকা নাই, তাইক বলেৰে বান্ধি ৰখা হৈছে। ঘীচৰ কচায়ে পইছাৰ লোভত হৰনামীৰ দৰে তিৰোতা এজনী হালাল কৰি পেলাই দিলেগৈ।

নাজৰৰ মনত বেয়া ভাব জাগি উঠে। সি যেন গৈ ঘীচৰ আৰু কৈলোক কাটি থৈ আহিবগৈ। দুয়োটাকে কোনেও নজনাকৈ শেষ কৰি দিব। দেশখনত হুলস্থূল চলিয়ে আছে। কোনে কাক মাৰি পেলাই থৈ গৈছে কোনে জানিব। ভাইৰূপাৰ মানুহে হয়তো ধৰি ল'ব যে তাৰ কোনো লগৰ মানুহে এই কাম কৰিলে। হয়তো কিবা চুৰি-ডকাইতিৰ ফলত কাজিয়া লাগিছিল। সি দাঁত কৰচিবলৈ ধৰিলে। ঘীচৰ আৰু কৈলোৱেই হৰনামীক নষ্ট কৰিলে। সিহঁতেহে বদমাচ বুলি ভাবিছেনেকি, নিজকে? পোৱা নাই লাঠিৰ কোব। কিন্তু পুনৰ সি ভাবিবলৈ ধৰিলে—ঘীচৰ আৰু কৈলোক মাৰি পেলাই তাৰ কি লাভ হ'ব? হৰনামীকতো নেপায়। সিহঁতক মাৰিলে তাই বেছি কষ্টতহে পৰিব। পৰিণাম কি হ'বগৈ কোনে জানে। অৰ্জ্জনক মৰাবপৰা কি টান কাম সহজ হ'ল? লাভ কৰোঁতাই লাভ কৰিলে। অৰ্জ্জনক নমৰাহেঁতেন ঘীচৰ, কৈলোৰ লগত সম্বন্ধও নহ'লহেঁতেন হৰনামীৰ লগত, আৰু সি হৰনামীৰে সৈতে জোটা-শালিকাও নেপাতিলহেঁতেন সকলো ভবা-চিন্তাৰ অন্তত তাৰ মনটো আকৌ গৈ হৰনামীতে আবদ্ধ হ'লগৈ। হৰনামীক লগ পাবলৈ তাৰ মনটোৱে থৌকি-বাথৌ কৰিবলৈ ধৰিলে। কিন্তু

লগ পোৱা যায় কেনেকৈ, তাৰ বুদ্ধিয়ে থাউনি নোপোৱা অৱস্থা। একো উপায় পোৱা নাই। শেষত সি সিদ্ধান্ত কৰিলে যে এবাৰ হৰনামীৰ মুখখনকে চাই লোৱা হওক! তাই বা কি অৱস্থাত আছে কোনে জানে। কোনে জানে তাই কি দুখৰ আঁউসীৰ এন্ধাৰত খপজপাই ফুৰিছে! হৰনামীৰ ভৰি বন্ধা শিকলিডাল সি নিজে গৈ চাই অহা উচিত হ'ব। কিজানিবা শিকলি ছিঙিব পৰা হয়েই! তেতিয়াতো হৰনামী মুক্ত হ'ব। মুক্ত হৈ...

## ২২

নাজৰে কুৰ্তা, চাদৰ ৰাতিয়ে ধুই মেলি শুকাবলৈ দিলে। মুৰ জোঙা কেঁচা চামৰাৰ জোতাযোৰত মিঠাতেল সানি মোলায়েম কৰি ৰাখিলে। মোটা সূতাৰ পাটৰ পাগুৰীটোৰ কাপোৰখন ঠেকাই জাপি শিতানৰ তলত থ'লে। ৰাতি পুৱাল কি নুপুৱালতে উঠি সি কুৰ্তাচোলাৰ জেপত টকা ভৰালে। টকাৰ জাপটো এটা মম লগা খামত ভৰাই ল'লে। জেপৰ বুতাম মাৰিলে। হাতত এডাল সাধাৰণ বাঁহৰ লাঠি ল'লে। ছাগলী গাখীৰৰ চাহ খাই খুউব পুৱাই গাঁৱৰপৰা ওলাল। সধানিয়া দলঙৰপৰা ঘোঁৰা বাগীত উঠি ল'লে। সেই সময়ত দুই এখনহে বাগী চলাইছিল। মুছলমান নাছিলেই, হিন্দু-শিখৰহে দুই এক টাঙ্গা চলিছিল। তাকো ভয়ে ভয়ে—কিজানি ক'ৰবাত অঘটন ঘটে। সময় একা-চেকা। আৰোহীও কম, যায় কোন? ক'ৰবাত দুই একহে ঘৰৰপৰা ফুৰিবলৈ ওলায়।

ৰামপুৰা ফুল ষ্টেচনলৈ গৈ সি ভাটিগুৱালে যোৱা গাড়ীৰ সময় সুধি ল'লে। গাড়ী বাৰ বজাত পায়হি। বাৰ বাজিবলৈ এতিয়াও দুই আঢ়ৈ ঘণ্টা বাকী আছে। গাড়ীৰ সময় অৱশ্যে সি আগতে জানে, কিন্তু সি এনেয়ে ষ্টেচনলৈ আহিল। সি নিজৰ গাঁৱৰে দালালজনৰ ওচৰলৈ গ'ল আৰু খাটিয়া এখন লৈ শুই পৰিল। মনত আঁচনি তৈয়াৰ কৰি ৰ'ল।

সি মনতে আঁচনি পাঙে, আকৌ ভাঙে। তাৰ মগজুত বালিৰ ঘৰ একোটা আধা অৱস্থাতে ভাগি পৰে। সি হৰনামীৰ নাম লৈ সুখ অনুভৱ কৰে। হৰনামীক লগ ধৰিবলৈ সি নিজৰ প্ৰাণক সংকটত পেলোৱাৰ কথা পাঙোতে দেহটোৱে জিকাৰ মাৰি দিয়ে। সি ভয় খায় আৰু পুনৰ সাহস গোটায়। দালাল চাহাবে তাক ৰুটি আৰু পানী-দুনী খোৱাৰ কথা সুধিলত সি ক'লে, "হ'ব নেলাগে মহাজন, গাঁৱতে 'টাইট' হৈ আহিছো। একো বস্তু নেলাগে।"

"লোপালৈ যাবলৈ আহিছা যেন লাগিছে। একেবাৰে সাজি-কাচি চেঙেলীয়া ল'ৰাটোৰ দৰে আহিছা।" বেপাৰী দালালে দাঁত নিকটালে।

নাজৰে মিচিকিয়াই হাঁহিলে—“কিনো সাজি-কাচি আহিছো, মহাজন, ভেড়া চাবলৈ আহিছো, এইফালে ভাটিগুৱালৈ বুলি। দৰে-দামে মিলিলে দেখা যাব, নহ'লে ৰাম-ৰাম।”

“তুমি পাগল হে, নাজৰ সিংহ! কোনোবা মুছলমানৰ গোহালি এটা দখল কৰি ল'লেই হ'ল। এতিয়া কেউফালে লুট-পাট চলিবই লাগিছে। তোমাৰ দৰে গজ-মুৰ্খইহে পইছা দি মাল ল'বলৈ আহে।”

নাজৰে মনতে ক'লে—লুট কৰা মাল আমাৰ ভাগ্যত নাইহে বাপ্পা! ইয়ালৈ প্ৰাণটো বেচি কাৰোবাক কিনিবলৈ আহিছো। কিন্তু সি মাত মাতি মহাজনক উত্তৰ দিলে—“সিমানখিনি পোৱাগৈ নাই মহাজন! যিখিনি আছে, সেইখিনিৰেই সন্তুষ্ট।”

কথা পাতি থাকোঁতেই ভালেখিনি সময় পাৰ হ'ল। ঢাবালৈ গৈ সি চাহ খালেগৈ। গাড়ী আহি পোৱাৰ সময় ওচৰ চাপিল। সি ষ্টেচনলৈ গ'ল। ভাটিগুৱাৰ টিকত কিনিলে।

ভাটিগুৱা ষ্টেচনত নামি সি অ'ত ত'ত বহি থকা আক-তাক ডুমৰালী গাঁৱৰ বিষয়ে সুধিলে। কোনোজনে কয় এটা, আনজন কয় আন এটা। সৰহ ভাগেই তাক সেই ঠাইলৈ যাবলৈ হ'লে পথৰালে ষ্টেচনত নামিব লাগে বুলি ক'লে। তাৰপৰা ডুমৰালী ওচৰ।

নাজৰ এইফালে কোনো দিন অহা নাছিল। গাড়ীৰেও ভাটিগুৱাৰপৰা আগলৈ সি যোৱা নাই। সঙ্গত মণ্ডীলৈ যোৱা গাড়ীখন বৈ আছিল। সি টিকটৰ খিড়িকী মুখলৈ গৈ পথৰালেৰ টিকট কিনিলেগৈ।

পথৰালে ষ্টেচনত সি গম পালে যে ডুমৰালী তাৰ পৰাও যথেষ্ট দূৰ। ষ্টেচনৰ বাহিৰ ফালে চাহৰ দোকান এখন আছিল। কেঁচা দেৱালৰ ওপৰত ইকৰাৰে চোৰা চাল। সন্মুখত চাৰি চকীয়া বেৰা ডোখৰত চৌকাটো সজা। কোনো কোনো যাত্ৰী চাহ খাবলৈ আহে। লগাই লোৱা নিচিনা পাতল ডাড়িকোছাৰে আৰু খুৰণী ছটাৰ দৰে মুখেৰে, মাজে মাজে সোঁত সোঁতকৈ নাক উজুৱাই থকা, একজন কামৰ মানুহ যেন লগা লোকে চাহ বনাই আছে। নাজৰে এগিলাচ লৈ খালে, পিতলৰ গিলাচ। দোকানীকে ডুমৰালীৰ ৰাস্তাৰ কথা সুধিলে। আহিন-কাতিৰ শৰৎ ঋতু। বতৰ ফৰকাল। দিনৰ আঢ়ৈ কি তিনি বাজিছে। সি পিছফালৰ চাদৰৰ আগটো থুৰিয়াই পাগুৰীত মেৰিয়াই খৰ-ধৰকৈ ডুমৰালীৰ বাটেদি আগবাঢ়িল।

সি সেইখিনি পায়গৈ মানে বেলি ডুবিল। পোহনীয়া জন্তু পথাৰৰপৰা ঘৰমুৱা হৈছে। গাঁৱত কোৰ্হাল লাগিছে। সি লাহেকৈ কাৰোবাক সুধিলে—“ইয়াত কাৰোবাৰ ভেড়াৰ খুঁটি আছেনে?”

উত্তৰ দিয়া জনে ক'লে—“আছে। গাঁৱৰ আনফালে থকা ভঙ্গীৰ এলেকাত ঘোটোৰ ঘৰৰ কথা সুধিবা। তাৰে ভেড়া এজাক আছে।”

নাজৰে ঘোটোৰ ঘৰলৈ গৈ মাত লগালে। এগৰাকী বুঢ়ীয়ে হাতত বেতৰ লাখুটি এডাল লৈ লাহে লাহে দুৱাৰ মুখলৈ আহিল আৰু ক'লে—“সি বোপাই ভেড়া খুটিতহে

আছে। ভেড়া চৰাই আনি পোৱাইছেহে হ'বলা। ঘৰলৈ অহাই নাই।" চকুৰ চেলাউৰিত হাতৰ তলুৱাখন দি চাই বুঢ়ীয়ে তাক সুধিলে, "তুমিনো কোন বোপা?"

নাজৰে কি উত্তৰ দিব? ইমানকে ক'লে, "মই মাই ওচৰৰ গাঁৱৰে। ঘোটোৰ লগত ভেড়াৰ কথা পাতিব লগা আছে। মোৰ লগতে ল'ৰা এজন পঠিয়াই দিয়ক। মই ভেড়াৰ গৰাল ক'ত আছে নেজানো।"

"ল'ৰা পঠাব নালাগেই, সৌযে আগত দেখিছা, সেইটোৱেই বেৰা। চিধা তালৈকে গুছি যোৱা। সোঁফালে গৰাল। তালৈ গ'লেই সকলো গম পাবাই। ভেড়াবোৰে মেঁ মেঁ কৰি থাকিব পায়।" বুঢ়ীয়ে কথাখিনি কৈ লাখুটিডাল মাটিত খট্‌খট্‌কৈ বজাই ভিতৰ সোমাল।

নাজৰে বেৰাটো বিচাৰি উলিয়ালেগৈ। ভিতৰত দুজন মানুহ দেখা পালে। এটা পোন্ধৰ-ষোল্ল বছৰীয়া চেঙেলীয়া ডেকা, আনজন বয়সীয়াল লোক। এঁৱে ঘোটো হ'বলা, নাজৰে অনুমান কৰিলে। বেৰাৰ ভিতৰ সোমাই সি গলহেকাৰি মাৰিলে আৰু ডাঙৰকৈ মাত দিলে, "ভাই চাহেব!"

ঘোটোৰ কাণ থিয় হ'ল। হাতৰ কাম পেলাই থৈ নাজৰৰ কাষ পালেহি। "আহা ভাই, কি মন কৰি আহিলাবা?" মুখখন নাজৰৰ মুখৰ ওচৰ চপাই চিনি পোৱাৰ চেষ্টা কৰিলে।

"মইতো ভাই চাহেব এইফালে ফুৰি-চাকি আহি এইখিনি ওলালোহি। আহি পাওঁতে পাওঁতে ৰাতিয়ে হ'ল। ভেড়া বিক্ৰী কৰিব লগা আছিলনেকি?"

"বাৰু ভাই চাহাবৰ গাওঁ বা কি? কিমান কেইটা বা লাগিব? সেই খাটখনতে বহক।"

"মোৰ গাওঁ সিফালৰ বহু দূৰৈত। ফুলমণ্ডী ষ্টেচনত নামিব লাগে। ভাটিগুৱাৰ ওচৰত। কিছু ভেড়া মোৰ আগৰ পৰাই আছে। ভাবিছো জাকটো পূৰা কৰি লওঁ।" নাজৰে সাজি-পাৰি কথাকেইটা ক'লে।

"তেনেহ'লে অলপ ৰওঁক, মই ইহঁতৰ দানা-পানীৰ দিহা কৰি লওঁ। এতিয়া বাহিৰৰপৰা সোমাইছিলোহে। আপুনি খন্তেক খাটিয়াখনতে জিৰাই লওঁক।"

সি খাটিয়াত গৈ বহিল। ঘোটোৰ চাল-চলন চাই থাকিল। সি মাজে মাজে ল'ৰাটোক ডাবি দিছে, গালিও পাৰিছে। পোৱালিমখাই মাকহঁতৰ ওহাৰ চুপিছে। ভেড়া কেইজনী খীৰাবলৈ ঘোটোৱে আয়োজন কৰিছে।

কাম সমাধা কৰি ঘোটো নাজৰৰ ওচৰত উপস্থিত হ'লহি। সি পানী-দুনী এটোপা খোৱাৰ বিষয়ে সুধিলে,—"ভাই চাহাব কোন বৰ্ণৰ বা?"

"ৰাজা" নাজৰে সমিধান দিলে।

"তেনেহ'লে আপুনি আমাৰ ঘৰত অন্ন-জল ল'ব নোৱাৰিব। হৰিজনৰ হাতেৰে কোনে খায়? বাদ দিয়ক একো কথা নাই, জমিদাৰৰ ঘৰতে ৰাতি কটোৱাৰ ব্যৱস্থা কৰি

দিওঁগে। আপুনি এতিয়া উঠকেই, ৰুটি খোৱাৰো সময় হৈছে। প্ৰথমে আপোনাৰ দিহাটো কৰি দিয়া হওক। পুৱাই লাগিলে কথা-বতৰা হ'ম।" ঘোটোৱে ল'ৰাটোক কামৰ দিহা দি নাজৰক বেৰাৰপৰা তুলি আনি জাটহঁতৰ ঘৰৰ ফালে লৈ গ'ল। বাটতে ক'লে—"আমাৰ গাঁৱত আকৌ নাপিত এঘৰহে আছে। সিহঁতে আপোনাক ৰাখিব নোৱাৰিব, অলপ খেলি-মেলি আছে।" পিছত হাঁহি মাৰি সুধিলে—"ফটিকা ধৰেনেকি বাৰু?"

নাজৰে ক'লে, "তাৰ মানে?"

"বটল মইয়ে আনি দিওঁ—দেখাত হৃষ্ট-পুষ্ট ডেকাই দেখোন। অলপ মনত ৰাখিব—সেৱা-শুশ্ৰূষা পূৰা মাত্ৰাই পাব।"

"মই বুজিব পৰা নাই, বন্ধু। কিন্তু শুনক, নাজৰে ঘোটোক কাণে কাণে ক'লে—"মই নাপিত-জাট আদি জাত-পাতবোৰ নেমানো। মই আপোনাৰ ইয়াতে থাকোঁ। কোনে জানিব ক'ত থাকিলো? মই একো সংকোচ নকৰো।"

নাজৰে ঘোটোৰ তাতে থাকি, কথা পাতি পাতি, হৰনামী ক'ত থাকে খবৰ ল'ব। পুৱাই তাইক লগ পোৱাৰ আঁচনি কৰিব।

কিন্তু ঘোটোৱে খোলোচাকৈ কৈয়ে পেলালে, "ইয়াত এজন মিলিটেৰী হেন্ডাৰ থাকে। জাতত ভাটকুলৰ। নিজে বুঢ়া অকামিলা, কিন্তু তেওঁৰ ঘৰত কিনি লোৱা তিৰোতা এজনী আছে। সৈনিক আৰু তিৰোতাজনী, দুয়ো মদপী। আপুনি বটল লৈ যাওঁক। বচ্, গাখীৰতে ম'হৰ খুঁটি, সান্দহতে হাত বুলি ধৰক। খোলা বজাৰ। যেয়ে যায়, মাত্ৰ এবটলৰ কাম। বটল ময়ে আনি দিওঁ বাৰু। একে মুলুকৰে ভাই।" নাজৰৰ কাণ থিয় হৈ পৰিল—কিনি লোৱা মাইকীজনী হৰনামী নহয়তো! সি মানি ল'লে।

ঘোটোৰ ঘৰত এটা বনস্পতি মাৰ্কা বটল আছিল, বেচ চোকা বিধৰ। নাজৰক লৈ সি হেন্ডাৰৰ ঘৰ পালেগৈ আৰু গৈয়ে সৎশ্ৰী আকাল স্মৰণ কৰি মাত দিলে। ক'লে হেলডাৰ বাবু, এজন মিটিৰ আহিছে—ওচৰৰ গাঁৱৰে। নিজৰ মানুহ। ৰাতিটো তোমাৰ ইয়াতে কটাব। ৰাজা সম্প্ৰদায়। মইতো ৰাখিব নোৱাৰো..." লগতে ঘোটোৱে জেপৰ পৰা বটলটো উলিয়াই সৈনিকৰ সন্মুখৰ লোহাৰ চকীখনতে থ'লে।

হেলডাৰ চাহাবৰ চেহেৰা ফুলি উঠিল। ক'লে—"বেল ডেকা ল'ৰা, বহাঁ। খাটিয়াখন পাৰি লোৱা।"

ঘোটোৱে ক'লে, "আপুনি বহক ভাই চাহাব। মই আকৌ নাখাও নহয়। পুৱাই কথা-বতৰা হ'ম। বাৰু তেনেহ'লে মই আহিলো।" যাওঁতে নাজৰৰ কান্ধত হেঁচা মাৰি থৈ গ'ল।

হৰনামীয়ে বাহিৰৰ চৌকাৰ কাষত কামত ব্যস্ত হৈ আছিল। সৈনিকে মাত দিলে, "হৰনামী আমাক লেম এটা দি যোৱাহি। পানীৰ জগটো আৰু এটা কাপো।"

হৰনামী কৌৰৰ নাম শুনিয়েই নাজৰৰ দেহা গৰম হৈ গ'ল। কিন্তু সি এতিয়া

নিজকে নিজে লুকুৱাই ৰখাহে উচিত বুলি ভাবিলে। ওলমি থকা পাগুৰীৰ আগটোৰে মুখখন ঢাকি ল'লে। চকুহালহে উলিয়াই ৰাখিলে। তলমূৰ কৰি বহি ৰ'লে। তাই লেমটো লৈ ওলাই আহিল। নাজৰৰ গাত ছাটি-ফুটি লাগিল। কিন্তু সি লৰচৰ নকৰিলে। সি কলিজালৈকে অনুভৱ কৰিলে যে হৰনামীয়ে তাক বাৰুকৈয়ে চকু দি গৈছে।

লোৰ চকীখন মাজত লৈ দুয়ো দুখন ওচৰ চপাই ল'লে আৰু মদ খোৱাত লাগিল। দ্বিতীয়বাৰ হৰনামীয়ে সিজোৱা বুতমাহৰ বাটি দি থৈ গ'লহি, লগত দুখন চামোচো।

নাজৰেহে কাপত মদ বাকে। হেলডাৰলৈ পূৰা কাপ আগবঢ়াই দিয়ে। যেতিয়া দুয়ো তিনি কাপকৈ খাই শেষ কৰিলে, তেতিয়া হেলডাৰ চাহাবে নাজৰক ক'লে, "এক কাপ হৰনামীকো দি আহাগৈ যোৱা। তাইয়ো ভাগৰি আছে। অলপ দম লওক।"

কাপত মদ ঢালি নাজৰ চিন্তাত পৰিল। ভেদটো ভাঙিবই লাগিব। কিন্তু সি সাহস কৰি কাপটো হাতত লৈ চৌকাত ৰুটি সেকি থকা হৰনামৰি ফালে গ'ল। চেহেৰা আগৰ দৰে ঢাকি ল'লে। সি ভাবিলে হৰনামীয়ে মদ কাপ খোৱাৰ পিছতহে সি মুখৰ পৰা কাপোৰ গুছাব। হৰনামীয়ে কাপটো হাতত ল'লে আৰু ওঁঠত লগাব খোজোঁতেই নাজৰে মুখৰপৰা কাপোৰ আঁতৰাই সুদা মুখখন উলিয়াই দিলে। চৌকাৰ দপ্ দপকৈ জ্বলি থকা জুইৰ পোহৰত হৰনামীয়ে নাজৰৰ চেহেৰাটো দেখিলে। কাপটো তাইৰ হাতৰপৰা সৰি পৰিল আৰু তাই ঘপহকৰে উঠি থিয় হ'ল। থিয়ৈ থিয়ৈ তাই কঁপিবলৈ ধৰিলে। নাজৰে তাইৰ হাতত হেঁচা দি ধৰিলে। ক'লে, "তুমি ভয় নকৰিবা। মই তোমাক লগ পাবলৈকে আহি এইখিনি পালোহি।"

পিছত তাইক নাজৰে খুউব গভীৰ দৃষ্টিৰে চালে। কিন্তু হৰনামীয়ে পুনৰ মদ নেখালে। মাত্ৰ মনে মনে কান্দি ৰ'ল। পিছত তাই ৰুটি সেকাত লাগি গ'ল।

ঘোটোৱে নাজৰক শিকাই যোৱা মতে হেলডাৰ চাহাবক পূৰা নিচা ধৰাকৈ মদ খুৱালে। তেওঁ ৰুটিও ভালকৈ নেখালে। নাম মাত্ৰহে খালে। নাজৰে ৰুটি খালে। হৰনামীয়েও খাব নোৱাৰিলে। হেলডাৰ চাহাবক বাৰান্দাৰ খাটিয়াত শুৱাই তাই নাজৰক ভিতৰৰ কোঠালৈ লৈ গ'ল। খাটিয়াত বহি কান্দি কান্দি নিজৰ দুৰ্দশাৰ কথা শুনাবলৈ ধৰিলে। ক'লে, "মোক এই পকা ডাঢ়িয়াই বেশ্যাবোৰতকৈয়ো বেয়া অৱস্থাত ৰাখিছে। তাক মাত্ৰ মদহে লাগে। নেজানো কিমান মোৰ ওচৰলৈ আহিল আৰু গ'ল। ইয়াতকৈ মই মৰি যোৱাই ভাল আছিল।" মোক এই গাঁৱৰপৰা উলিয়াই লৈ যোৱা। মই গোটেই জীৱন জুৰি তোমাৰ গুণ গাই থাকিম।"

"লৈ যাওঁ বাৰু—কিন্তু নিজৰ চুবুৰীলৈ গ'লেও তোমাৰ কি বিশ্বাস আছে!"

তাই হাত-যোৰ কৰি ক'লে, "নকবা, বচ। মই বহুত দেখিলো। এই বৰ বেমাৰীটোৰপৰা মোক বচোৱা। কুঁৱাত জপিয়াই মৰি যাওঁ বুলিও বহুবাৰ ভাবিলো।

কিন্তু কিবা এক আশা বুকুত বান্ধি এতিয়াও জীয়াই আছো। তুমি মোক লৈ ব'লা। তোমাক ভগৱানেহে আনি পোৱালেহি।"

"ই যদি তাত গৈ ওজৰ কৰেগৈ? এদিন নহয় এদিন গম পাবই; তেতিয়া কি কৰিবা কোৱা?"

"নাই এতিয়া একো কৰিব নোৱাৰে। মাটিত যদি সাৰ আছে, তাৰ গাত নাই। এওঁৰ গাত কি শকতি থাকিব পাৰে এই বয়সত? এওঁৰ কথা বা শুনিব কোনে?"

বাৰান্দাত হেলডাৰ চাহাব নিচিন্ত মনেৰে শুই আছে। তেওঁৰ নাকৰ ঘোৰঘোৰণীয়ে দেৱালত ঠেকা খাই ঘৰৰ গোটেই পৰিৱেশটো গম্‌গমাই তুলিছে। মাজৰাতিলৈকে সিহঁতৰ কথা-বতৰা চলিল আৰু শেষত হৰনামী উঠিল। চন্দুক খুলি তাই নিজৰ সকলো অলঙ্কাৰ হাতৰ, কাণৰ, নাকৰ উলিয়াই ল'লে। সৈনিকে তাইক সম্পূৰ্ণ অলঙ্কাৰেৰে সজাই ৰাখিছিল। খুঁটিত আঁৰি থোৱা কোটটোৰ জেপৰপৰা হেলডাৰৰ ধনৰ মোনাটোও উলিয়াই ল'লে। দুদিনৰ আগতে তেওঁ তিনিমাহৰ পেঞ্চন একেলগে উলিয়াই আনি থৈছিলহি।

কুকুৰে ভুকিয়েই থাকিল আৰু সিহঁতে বতাহত উৰা বগলীৰ দৰে গাঁৱৰপৰা বাহিৰ ওলাল। ৰাতি নৌ পুৱাওতেই সিহঁত পথৰবালা ষ্টেচন পালেগৈ। বেলি ওলোৱাৰ লগে লগে গাড়ী পালেহি আৰু সিহঁত উঠি বহিল। পিছত ভাটিণ্ডা ষ্টেচনত নামি পৰিল। ভাটিণ্ডাত গাড়ী বদলি কৰি ৰামপুৰা ফুল আৰু বেলি পৰাৰ আগে আগে খড়ক সিং চুবুৰী ওলালেহি। পিছদিনা পুৱা গোটেই গাঁৱে বাঃ বাঃ দিবলৈ ধৰিলে।

হৰনামী নাজৰৰ ঘৰতে থাকিবলৈ ল'লে। পোহৰ হোৱাৰ আগে আগে আৰু সন্ধিয়া বেলিকা বাহিৰ ফুৰেগৈ। বাকী দিনৰ দিনটো ঘৰতে থাকে।

নাজৰৰ বাপেক মৈঙ্গল সিংহই হৰনামীৰ চকিদাৰী কৰে। গাঁৱৰ তিৰোতাহঁতে হৰনামীক লগ পাবলৈ আহে আৰু কথা পাতেহি। সকলোৱে ইয়াকে পৰামৰ্শ দিয়ে যে—"ভাল হ'ল আইহৰে! শেষত যেনিবা থান-থিত লাগিলহি। এতিয়া থিৰ হৈ ৰোৱা। সজ ইচ্ছাৰ লগত আনন্দ সদায় থাকে।"

ক'ব পৰা নগ'ল কোনে শতৰু শালিলে। দুমাহৰ পিছত হেলদাৰ দুসৌন্ধা সিংহই ডুমৱালীৰপৰা পঞ্চায়ত লৈ হাজিৰ হ'লহি। পঞ্চায়তৰ এজনো ভাল মানুহ, ভদ্ৰলোক নাছিল। হেলডাৰৰ লগত মদ খোৱা, লুতুৰা বন্ধু কেইটাহে আহিছে। হৰনামীয়ে আটাই কেইটাকে চিনি পায়, ঘিণ কৰে। চুবুৰীৰ পঞ্চায়তো গোট খালেহি। হৰনামীয়ে ফুটি মণিধাৰ সোলোকাই পঞ্চায়তৰ চৰণত সঁপি দি ক'লে—"মই আপোনাসৱৰে পোহনীয়া গাই—লাগিলে মাৰকে বা তাৰকেই। আগৰছোৱাত মোৰদ্বাৰা শতকোটি অপৰাধ হ'ল যদিও এতিয়া মই নাজৰৰ লগতে থাকিম। আগলৈ যদি মই আওবাটে যাওঁ, তেন্তে মোৰ মূৰ খূৰাই পেলাব। কিন্তু এই বুঢ়াৰ লগত মোক নপঠাব, মোৰ ইজ্জত বচাওক।"

তাইৰ বিলাপ শুনি গাঁৱৰ পঞ্চায়ত কুমলিল। তেওঁলোকে ক'লে—"গাঁৱৰ বোৱাৰী। আমাৰ মূল আধাৰ, নাজৰো পৰ নহয়; পৰ গাঁৱৰ জাটৰ লগত কি সম্বন্ধ থাকিব পাৰে?"

আৰু এজন লোক থিয় হৈ ডুমৱালী পঞ্চায়তক ক'লে—"ভাইহঁত এই ঘৰলৈ তাই আহিব লাগিছিল, আহিল। এইটো এতিয়া আমাৰ মান-ইজ্জতৰ কথা। আমাত শৰণ ল'লে যেতিয়া আমাৰ মানুহ। আপোনালোক যাওঁক, জিৰাওকগৈ।"

বুঢ়া হেলডাৰৰ চকুলো ওলাল। ক'লে—"এতিয়া মই চলাই মস্কিল হ'ব। মই বৰ কষ্ট কৰিহে তাইক পাইছিলো। পঞ্চায়তে যদি হৰনাম কৌৰক নপঠায়, তেন্তে মই নেবাচিমেই।"

"তুমি কালিলৈ নমৰি, আজিয়েই নমৰা কিয়। এতিয়াই মৰা। বোলো হতশ্ৰী হোৱা, তোমাৰ কিবা তেজ-বল আছে জানো? মোক লৈ বেশ্যা ব্যৱসায় চলাই আছিলা। মোৰ উপাৰ্জনেৰে চলিছিলা। ডাঢ়িকোছাকে লৈ ঘৰলৈ উভতি যোৱা। বহি থাকাগৈ, নিজৰ গোধা ঠেং দুটাকে লৈ।" ওৰণীৰ তলেদিয়ে হৰনামী বাঘিনী হৈ থিয় দি ৰ'ল।

দুসৌন্ধা সিংহ লোতক মুচি থিয় দি নীৰৱ হৈ ৰ'ল। পিছত ক'লে—"বাৰু, গহনা গাঁঠৰি আনিছ, তাকে ওভতাই দে।"

গাঁৱৰ মানুহে ক'লে—"মিছা কথা, তাইৰ ওচৰত তোমাৰ একো গহনা-গাঁঠৰি নাই দেই। ইমান বছৰ এইৰ যি দুৰ্গতি কৰিলা, তাৰ বেচ কোনে দিবহে ভদ্ৰলোক?"

চুবুৰীৰ পঞ্চায়তে ডুমৱালীৰপৰা সৈনিকৰ লগত অহাকিজনক চাহ-তাহ খোৱাৰ বিষয়ে সুধিলে। তেওঁলোকে ক'লে—"নেলাগে ভাইসকল, এতিয়া আমি চাহপানী নেখালেও হ'ব।"

ফৌজীদল নিৰাশ হৈ উলটি গ'ল। তেওঁলোকে একো জোৰ দিব নোৱাৰিলে। দিয়েবা কেনেকৈ? গোটেই গাঁওবাসীয়ে তিৰোতাজনীৰ পক্ষ ল'লে।

ডুমৱালীৰ লোক যেতিয়া গাঁৱৰ বাহিৰ ওলাই গ'ল, তেতিয়া চুবুৰীৰ পঞ্চায়তে নাজৰক ক'লে, "তুমি অকণো ভয় কৰিব নেলাগে ডেকাল'ৰা। আগলৈও আমি তোমাৰ লগতে আছো। পূৰা যুঁজ দিম।" তেওঁলোকে হৰনামীক ক'লে—"এতিয়া ভাল মানুহ হৈ নাজৰৰ ঘৰতে স্থিৰেৰে থাকা। বহুত লীলা-খেলা চালা তুমিও। এতিয়াও যদি পেট ভৰা নাই, তেন্তে আমাৰো ক'বলৈ একো নাই তোমাক। দিন কটোৱাৰহে কথা।"

চুবুৰীয়াই নাজৰক পূৰা সহায় কৰিলে। নাজৰে হৰনামীক লৈ চেল বৰাহলৈ গৈ গুৰুদ্বাৰত সেৱা কৰালেগৈ। ভাইৰূপাতো মিনতি জনাই আহিলগৈ।

হৰনামীয়ে নিজৰ সকলো গহনা বেচি দি নাজৰৰ বন্ধক দি থোৱা মাটি তিনি কি চাৰিবিঘা খুলিলে। নাজৰে নিজৰ ভাগৰ ভেড়াখিনিও বেচি দিলে। আৰু অলপ মাটি খন্দুৱাকৈ লৈ খেতি কৰাত লাগিল।

ঈশ্বৰৰ লীলা কোনে বুজিব-ডেৰ কি দুবছৰমানৰ পিছত গিন্দৰো এদিন ক'ৰবাৰপৰা আহি ওলালহি। বগা কুৰ্তা-পায়জামা, মূৰত উণীসূতাৰ বাদামী ৰঙৰ পাগুৰী। কোনোবা সাধু এজনে আনি তেওঁক গাঁৱৰ মূৰত থৈ গ'লহি। তেৱেঁই গিন্দৰৰ চিকিৎসাও কৰিলে। তেওঁ গিন্দৰক ক'ৰপৰা আনিলে আৰু কেনি গুছি গ'ল গিন্দৰেও সেই বিষয়ে একো নক'লে।

কেইদিনমানৰ পিছৰপৰা গিন্দৰো নাজৰৰ ঘৰত থাকিবলৈ ল'লে। নাজৰ আৰু হৰনামীয়ে গিন্দৰৰফালে কৰুণ চকুৰে চায়। তেওঁক একো নোসোধে। একো কাম কৰিবলৈও নকয়।

কেতিয়াবা কেতিয়াবা হৰনামীয়ে অকলশৰে কান্দে আৰু ভাবে-একমাত্ৰ শৰীৰৰ জ্বালাই তাইক ক'ৰপৰা কোনখিনি পোৱালেগৈ। "ৰাজদুৱাৰ এৰি..."

## দ্বিতীয় খণ্ড

আহিনৰ শাৰদীয় ৰাতি। দোকমোকালিৰ তৰা নৌ লুকাওঁতেই মল্লণে ঢাৰি-পাটি এৰিলে। শিলৰ উধান পাতি তুলি ৰখা চচপেনটোও ৰাতি খীৰোৱা গাখীৰ ঢালি ঢাকোন দিলে, আৰু চচপেনটো চৌকাত তুলিলে। ৰাতিৰপৰা থকা পকা অঙঠাৰ ওপৰত শুকান গোবৰ-খুঁটি দি জুই জ্বলালে। চচপেনত পানী, গুৰ আৰু চাহপাত একে লগে ৰাতিতে দি থোৱা থাকে। পুৱা গাখীৰ বাকি উতলালেই হয়। মল্লণে চাহ এনেকৈয়ে কৰে। ৰাতিপুৱা উঠি জুইধৰা, চাহ তপতোৱা, গাখীৰ গৰম কৰা, বেমেজালিত পৰাৰ আৱশ্যক নহয়, মল্লণৰ।

উধানত তেৱাখন তুলি আটা মাৰিবলৈ ধৰে, জুই জ্বলি থাকেই। নিমখ দিয়া ডাঠ ডাঠ চাৰিখন ৰুটি হাতেৰে থপথপাই সাজি পেলালে আৰু তেৱাত গৰম কৰি ফটা কাপোৰৰ ওপৰত থৈ, তাতে দুটা পিয়াঁজ আৰু দুচকল আমৰ আচাৰ দিলে, বচ টোপোলা বান্ধিলে।

মল্লণে ঘিউ দিয়া ৰুটি নেখায়। ডাইল-ভাজিতো ঘিউ নিদিয়ে। মন গ'লে জাৰৰ দিনত কেতিয়াবা নিজে জমাই ৰখা ঘিউ অকণ অকণ ৰুটিত সানি লৈ খায়।

ৰুটিৰ টোপোলাটো তেওঁ খুঁটিটোত ওলোমাই চচপেনৰপৰা এবাটি চাহ বাকিলৈ খালে। গোহালিলৈ গৈ দেখিলে সিহঁতে দানা আধাহে খাইছে। তেওঁ দানাৰপৰা গৰুহালৰ মুখ আঁতৰাই দানাখিনি খুচৰি হাতেৰে চপাই দিলে। পিঠি দুটা মোহাৰি দিলে, থপথপালে। সিহঁতেও খৰকৈ খাবলৈ ধৰিলে। ক'লাটোক তেওঁ গালি দিলে, তাৰ আকৌ মূৰ জোকাৰি জোকাৰি দানা খোৱাৰ অভ্যাস। কুকুৰ, মেকুৰী আৰু কাউৰী দেখিলে সি খুঁচিবলৈ খেদি যায়। মুগা গৰুটো বৰ ভদ্ৰ। ক'লাতকৈ সি ওখ, শকত আৰু বলীও। ল'ৰাই তাৰ শিঙত ধৰি ধেমালিও কৰে।

দ্বিতীয় বাটি চাহো পেটত ভৰাই, টোপোলাটো ডিঙিত ওলোমাই, খুঁটিত বন্ধা গৰুহাল খুলি কান্ধত যুঁৱলি থ'লে; যুঁৱলিত নাঙল লগা ডিলাটো লগাই, হাল বাবলৈ পথাৰলৈ গ'ল। এতিয়াও ভালকৈ পোহৰ হোৱাই নাই।

জানৰ পাৰে পাৰে গৈ থাকোঁতে মল্লণে ভাবি গ'ল—আজি দুপৰলৈকে হাল বাই চহাবলৈ থকা বাকীখিনি মাটি চহাই শেষ কৰিব। তিনি চাহ বাই তেওঁ সুৱগা ছটিয়াই থৈছে। এইবাৰ চাৰি চাহ বোৱা হ'ব। মাটিত বনগুটি নাই বুলিবই পাৰি। প্ৰথম চাহতে নাঙলৰ শিৰলুত উঠা জাবৰ তাৰ পৰিবাৰ আৰু আন দুজনী জীয়েকে আৰু পুতেকে জাৰি-জোকাৰি বুটলি চফা কৰিলে। এতিয়া চাৰি চাহ বালত মাটিখিনি ধূলিয়ৰী হৈ সলিয়ত হৈ উঠিছে। একে লগে থকা দহবিঘা মাটি। তেওঁ ভাবিছে এইবাৰ সুৱগা ছটিয়াই গোটেইডোখৰ মাটি সলিয়ত কৰি পেলাব। মাটিডৰাত জেক উঠিলেই গম

পোৱা হ'ব যে সাৰখিনি ওপৰলৈ আহিল। সময়মতে তেওঁ আগতিয়াকৈ ঘেঁহু সিঁচি পেলাব। এইবাৰ আকৌ তেওঁৰ সঁচৰ ঘেঁহু নায়েই। সঁচৰ ঘেঁহু দিবলৈ তেওঁ ঝণ্ডাক কৈ থোৱা আছে। ঝণ্ডা হ'ল আপোন মানুহ। তেওঁৰ ঘেঁহুৰ সঁচখিনি ভালো। দানাটোহঁত শকত। সুদৰ বাবদ চাৰি ভাগৰ এভাগ ঘেঁহু ল'ব বুলি তেওঁ সন্দেহ কৰা নাই। আনৰ পৰা তেওঁ সমান আধিয়েই লয়। ঝণ্ডাৰ লগত তেওঁৰ ঘৰুৱা সম্পৰ্কও আছে। সেয়েহে তেওঁৰপৰা সঁচ আনিব খুজিছে। দাই-চপাই চাৰিভাগ কৰি এভাগ দি দিম, বচ। কি লোকচান? দহ বিঘাৰ ঘেহুঁ দ'মহে পৰিব।

চিচু গছৰ গুৰিৰ মাটিডোখৰ খণ্ডাবণ্ডেৰ সীমাত লগা। বহুত দূৰ। তাত খেতি কৰিবলৈ হ'লে মল্লণ খুব পুৱাতে যাব লগা হয়। ইডোখৰ মাটি গাঁৱৰ কাষতে। এই টুকুৰা মাটি তেওঁ ভাইৰূপাৰ মাটি বুলি কয়। কিন্তু মাটি তাকৰ। সৰ্বমুঠ ছবিঘা মানহে হ'ব। মল্লণে ভাবে, ভাইৰূপাৰ মাটিডোখৰ দহবিঘাৰ হোৱাহেঁতেন কিমান ভাল হ'লহেঁতেন। গোটেই ষোল্ল বিঘা মাটিয়ে ভাইৰূপাতে থকাহেঁতেন আৰু সুবিধা হ'লহেঁতেন। তেওঁ বৰ সুখী হলহেঁতেন। চিচুগুৰিৰডোখৰ থাকিল বহুত আঁতৰত, যেন অন্য গাঁৱৰ কাৰোবাৰহে মাটি। কিন্তু মাটিডোখৰ হ'ল সাৰুৱা। ভাইৰূপাৰ ডোখৰ সাৰুৱা নহয়। বালি-চহীঁয়া, কপাহ খেতিও ভাল নহয়। ঘেহুঁৰো উৎপাদন কম। ইয়াত গৰুৰ কাৰণে ঘাঁহহে কৰা হয়। মাকৈ, জোৱাৰ গোমধান কৰা হয়। ঘৰৰ ওচৰ হোৱা কাৰণে গোমধানখিনি ৰখি থাকিব পাৰি। মাটি দুয়ো টুকুৰাতে খালৰ পানী দিয়াৰ ব্যৱস্থা আছে।

আজি তেওঁ চিচুগুৰিলৈকে গৈছে। মল্লণে ভাবি গৈছে, "এইবাৰৰ ঘেহুঁৰ শইচেৰে মুকুন্দী মলৰ ধাৰ মাৰি পেলাব। বৰজীয়েকৰ বিয়াত যিখিনি টকা সুদলৈ বুলি ধাৰ কৰি আনিছিল, তাৰে দুহেজাৰ টকা এতিয়াও দিবলৈ বাকী আছে।

জানটোৰ দলঙত উঠাৰ লগে লগে তেওঁ গৰুহালক 'সও' বোলাত সিহঁত ৰ'ল। সিহঁতক তাতে ৰাখি থৈ তেওঁ দলঙৰ এদাঁতিয়েদি নামি প্ৰস্ৰাব কৰিবলৈ বহিল। মনতে ক'লে "তিনি বছৰ বৰ কষ্টত কটাব লগা হ'ল। সুদৰ টকা সাধোতেই গ'ল। কিন্তু ছোৱালীজনীৰ বিয়াৰ যশটো হ'লে থাকি গ'ল। মিতিৰ-কুটুমে নশলাগি নোৱাৰিলে। এতিয়া কোন চালাই আহি বদনাম ৰটিব পাৰিব!" চুবুৰীয়াসকলেও হাতে কামে লাগি সহায় কৰিলে। জোঁৱাই ল'ৰাক মালা পিন্ধাই, ঘোঁৰাত তুলি ছোৱালী থ'বলৈও গ'ল। সম্পূৰ্ণ সাজ এটা দি পিন্ধাই নিলে। ছোৱালীজনীকো কিমান কাপোৰ-কানিযে উপহাৰ নিদিলে! সকলো কাম সমাধা কৰি দিলে। ম'হ এজনীও খাঁটি গাখীৰ খাবৰ কাৰণে কিনি দিলে, জগা কেইদিন মানহে হৈছিল। কোন চালাই ইমানবোৰ দিব পাৰিছে হোঁ! গোটেই এলেকাৰে নাম থাকি গ'ল।

এক জোৱাৰ উঠাৰ দৰে তেওঁ উঠিল আৰু নাঙলৰ কুটিত মুঠি মাৰি ধৰি গৰুহাল খেদিবলৈ ধৰিলে। ক'লাই তাৰ স্বভাৱ অনুসৰি প্ৰথমে আমনি কৰিছিল যদিও পিছত

তলমূৰ কৰি পোন বাট ল'লে। মুগা কিন্তু ধীৰ গতিৰেই আগবাঢ়িল। মল্লণে মনতে ভাবিলে, "পাৰিলে এইবাৰ আহাৰতে মুকুন্দী মলৰ ধাৰৰ টকা পৰিশোধ কৰি দিম। বুঢ়াও কোনদিনা সিফলীয়া হয় ঠিকনা নাই; মই বুঢ়াৰ প্ৰতি থকা কৰ্তব্য পালন কৰি নিজে চিতাত তুলিম। আনহাতে চাবলৈ গ'লে ঘোৰাত উঠি যুদ্ধ কৰা সৈনিক আছে কোন ইয়াত? চৰদাৰ কৰম সিংহ এজনহে আছে।

মল্লণৰ বুঢ়া দেউতাক অশ্বাৰোহী সেনাৰ চৰদাৰ কৰম সিংহ এতিয়াও জীৱিত। বয়স আশীৰ ওপৰ। প্ৰথম মহাযুদ্ধৰ সৈনিক। কড়িত কড়ি মাৰি চলি তেওঁ টকা ঘটিলে। অৱসৰ লৈ চিচুগুৰিৰ মাটি টুকুৰা প্ৰথমে খন্দুৱাকৈ লৈ খেতি কৰিবলৈ ল'লে। তেতিয়া তাতনো আছিল কি? জোপোহানী মাটি, মাজে মাজে মদাৰ, বোৱাল আদি আও-কাঠী গছৰ হাবিখন। ঠাইতে ওখ, ঠাইতে চাপৰ। চৰদাৰ চাহাবে কোৰ-কুঠাৰ হাতত লৈ মাটি মোকলোৱাত লাগি গ'ল। দুবছৰ ধৰি দেহা পানী কৰিলে। মাটিৰ লগত মাটিহে ভোক-পিয়াহ পাহৰি শেষত মাটিত নাঙল লগাবপৰা কৰিলে। মানুহে কোৱা-মেলা কৰিলে, "চৰদাৰ চাহাবৰ তুলনা নাই—ভাগৰ নাই, আমনি নাই, দিন-ৰাতি একেকাৰ কৰি কামতে মজি থাকিব পাৰে।" চৰদাৰে মাটি মৈয়াই চিলটখন যেন কৰি পেলালে। পিছত প্ৰথম বাৰৰ কাৰণে বুতমাহ সিঁচিলে। দেখাৰ বুতমাহ পালে। মিলিটেৰীত থকা লোক, পূৰা চিৰিকালি। ঘূৰি পকি থাকি মাটিডোখৰত জলসিঞ্চনৰ ব্যৱস্থাও কৰি ল'লে। গোটেই গাঁৱজুৰি চৰদাৰজীৰ খেতি কৰা প্ৰণালীৰ প্ৰশংসা ৰৈ বৈ গ'ল। জীৱনজুৰি তেওঁ খেতিতে লাগি দেহা মাটি কৰিলে। দেউতাক নিক্কাৰ সিংহৰ দিনত লগা সকলো ধাৰ তেওঁ পৰিশোধ কৰি পেলালে।

কিন্তু চৰদাৰ কৰম সিংহই সমাজৰ ফোপোলা নিয়ম-নীতিত বিশ্বাস নকৰিছিল। তেওঁ কৈছিল, "এইবোৰ একেবাৰে অযথা খৰচ। সুদাই-নিকাই দুসাজ খাই থাকিলেও ভকতক মানুহে সন্মান জনাব।" তেওঁ দেউতাক ঢুকাওঁতে হাত-ধৰি খৰচ কৰিছিল। সকাম খোৱাসকলে দুমাহ মানলৈকে বদনাম ৰতিলে, পিছত নিমাত হ'ল। কিন্তু এতিয়া মল্লণে ভাবিছে যে তেওঁ দেউতাকৰ সকাম ধূমধামেৰে পাতি দেউতাকৰ নাম জিলিকাব। মল্লণৰ তেনেই ল'ৰা অৱস্থাতে ককাক ঢুকাইছিল। বপুৰাই ককাকযে ঢুকাল, গম ধৰিবই নোৱাৰিলে। কাৰণ মিঠৈ বিলোৱা নহৈছিল আৰু দান-দক্ষিণাও দিয়া হোৱা নাছিল।

তেওঁ পথাৰ পাওঁতে ভাল পোহৰেই হ'ল। গৰু হাল ৰখাই ৰুটি টোপোলাটো নূনী গছজোপাৰ শকত ডালটোত ওলোমাই বান্ধিলে। ডিলাটোত জোত-জৰি দুডালেৰে বান্ধি অনা নাঙলটো খুলিলে, যুঁৱলিখনো খুলিলে। ডিলাটো নাঙলত ভৰাই লগত অনা কুঠাৰখনেৰে শালটো টানকৈ মাৰিলে। গৰুহালৰ কান্ধত যুঁৱলি দি জোটজৰিৰে জুটিলে। ৱাহগুৰু বুলি গৰুহাললৈ এচাৰিডাল টোৱাঁলে। আঁওচটো দীঘলকৈ জুৰি ল'লে। ফালৰ আগত চপৰা উঠিবলৈ ধৰিলে। পথাৰৰ কামৰ বকিয়াটোৰেদি এহাল নৱদম্পতি গৈ

থকা দেখিলে। সম্ভৱ ধগুাবন্নাৰ পৰা ন-ছোৱালীক লৈ নন্দৰাজন ভাইৰূপাৰ ফালেই গৈছে। ল'ৰাজন চুবুৰীয়াযেন লগা নাই। হয়তো ভাইৰূপাৰ নহবও পাৰে। কিন্তু আহোঁতে ধগুাবন্নাৰ ফালৰ পৰাই আহিছে। গতিকে ছোৱালীজনী সেই ফালৰে হ'ব নিশ্চয়। ল'ৰাজনে মূৰত টোপোলা এটা তুলি আনিছে আৰু ন-ছোৱালীয়ে পিছে পিছে লছ-পছ কৈ খোজদি আহি আছে। মল্লণৰ মনটো নাচি উঠল, তেওঁ গৰু হাল খেদোৱাৰ ছলেৰে গাই দিলে, "পটফুল গে তুৰিয়ামণ জাৱে, ভাৰ গৰাবে দা।" (গৰৰৰ ভৰতে কলাফুল ফুলিলে, চলাব নোৱাৰে খোজ)। পুনৰ গীত জুৰিলে, "তেৰা ডিগয়া ৰূমাল ফড়ৱাঁ, ভণ্ডী ডণ্ডী জাণৱালি য়ে!" (ৰূমাল তোৰ পৰি গ'ল, তুলি দিম লাগিছে, লিকে লিকে যোৱা আইজনীঅ'!")

হালোৱাজনৰ গীত শুনি ভৰি তলুৱা তপত শিলে পোৰাযেন লাগিল ল'ৰাজনৰ আৰু তেওঁ বেগাই খোজ দিবলৈ ধৰিলে। ন-ছোৱালীৰ আকৌ কাণত ৰসহে সোমাল। বেচেৰীয়ে ঠেও-ঠমক ধৰি যাবলৈ ধৰিলে। ল'ৰাজনে পিছ্ পৰিযোৱা ন-কন্যাক কি ক'লে। মল্লণে কিৰিলিয়াই হাঁহি দিলে। তেঁও মুগা গৰুটো ধম্‌কি দিয়াৰ ছলেৰে ক'লে, "হেৰ মুগা, তোক যদি কোনোবাই লৈ গ'লহেঁতেন!..."

বেলি মূৰৰ ওপৰ উঠিলহি। মল্লণৰ ভোক লাগিল। গৰুহাল ৰখাই যুঁৱলি খুলিলে। গৰুহাল আঁতৰাই নাঙল-যুঁৱলি বান্ধিলে। গৰু হালৰ নাকিও খুলি দিলে আৰু চৰিবলৈ খেদাই দিলে। তাৰ পিছত তেওঁ কাষৰে মানুহ ঘৰৰ নাদৰপৰা ঠাণ্ডা পানী ভৰাই আনিলে। পিয়াঁজ দুটা আঁঠুত তুলি হাতেৰে ভুকুৱাই ভাঙি ৰুটি খাবলৈ ল'লে। তেওঁ ওচৰৰ বতানি মাটিডোখৰলৈ চাই পঠিয়ালে। বহঁতজোপাৰ গুৰিত ওখ ঠাই টুকুৰাত বহি ল'লে। ৰুটি একামোৰ মুখত ভৰাই চোবাওঁতে কাণৰ সোঁতাৰ শিৰকেইডাল তল-ওপৰ হৈ থাকিল। তেওঁ নিশ্চিত কৰি ল'লে যে ৰুটি খাইলৈ হাল বাবলৈ বাকী থকা মাটিখিনিও আজিয়েই বাই শেষ কৰি পেলাব। অৱশ্যে হালবাই সোনকালেই আজৰি হ'ব পাৰিব। সোনকালে ঘৰলৈ গৈ বেলি লহিওৱাৰ লগে লগে চুলিকোছা ধুবগৈ লাগিব। আজিৰপৰা কুৰিদিন মানৰ আগতে চুলিকোছা তিয়াইছিল। মূৰত খজুৱতি ধৰিছে। উফি হৈছে। মূৰটো তেওঁ আঙুলিৰে খজুওৱাত লাগিল।

ৰুটি খাই নাদৰ কাষত থকা পানীৰ টেঙ্কীৰপৰা তেওঁ জগটোৰে পানী এজগ ভৰাই আঁজলি ভৰাই পানী খালে। গোটেই জগ খালে। এতিয়াহে যেন তেওঁ তত পালে। যেন এতিয়াহে চকুমেলি চাবপৰা হৈছে। ভাবিলে, বহঁতজোপাৰ তলতে খন্তেক জিৰাই লোৱা হওক। গৰু দুটায়ো অলপ চৰি লওক। মাটিত কিলাকুটি দি কাতি হৈছিল হে, তেনেতে তেওঁৰ গৰুৰ ডিঙিত লগোৱা চামৰাৰ গলা দুছটালৈ মনত পৰিল। কাৰোবাৰ কুকুৰ আহি, কামুৰি লৈ যায় কি জানি। এবাৰ তেনেকৈ নিছিলেও। তেওঁ গলা দুছটা খুলি আনি টঙিটোৰ তলৰ খুটাত বান্ধিলেহি। চালিৰ খেৰৰ ওপৰত তুলি ৰখা গুৰ আৰু চাহৰ টোপোলাটো মেলি চাই ভাবিলে, আজিৰ কাৰণে বস্তু যোগাৰ হৈয়ে আছে।

তেওঁ বহঁত তলত গামোচাখন পাৰি শুই পৰিল। চকুহাল টানি নিলে টোপনিয়ে; খন্তেকতে নাকৰ ঘোৰঘোৰণি উঠিল।

তেওঁৰ অৱশ্যে খন্তেক পৰহে টোপনি ধৰিছিল, ঘপহকৈ উঠিল-সাৰ পাই। গৰু-হাল কেনিবা আঁতৰলৈ যায়গৈ বুলি ভয় লাগি আছিল। মুগাটো ওচৰৰ খালটোত চৰি আছিল। কিন্তু ক'লাক দেখা নেপালে। তেওঁ থিয়দি চাই দেখিলে সি আঁতৰত নৰানীৰ মাজত শুই আছে।

মল্লণে ভাবিলে এতিয়া বহি থকাৰ সকাম নাই, বেলি ভাঁটি দিলে। মাটিত গাঁত কৰি কৰা জুহালৰপৰা কেঁচাখৰি দুডালেৰে অঙঠা কেইটামান তুলি জুই জ্বলালে। ভিতৰৰপৰা পোতোকা পৰা এলুমিনিয়ামৰ চচ্‌পেনটো আনি, পখালি লৈ, নিজৰ জোখাৰে পানীদি জুইত তুলিলে। চাহ-গুৰ তাতে দিলে। ওচৰৰ বেৰাৰ কাষত চৰি থকা ছাগলীজাকৰ ৰখীয়া ল'ৰাটোৱে কোটোহাজোপাৰ তলত মাটিৰ ঢিপ তুলি তুলি গোৰ মাৰি ডাঙি ডাঙি ধেমালি কৰি আছিল। মল্লণ গিলাচটো লৈ তাৰ ওচৰলৈ গ'ল আৰু ক'লে, "ঐ ল'ৰা কোনজনী খীৰাম অ'?"

ল'ৰাটোৱে ক'লে, "যিজনী মন যায় খীৰাই লোৱা, মামা। যিজনীকে ভাল দেখা।"

"ওলা, তয়ো এগিলাচ খাই লগৈ।" কথাষাৰ কৈয়ে মল্লণে এজনী ছাগলীৰ কাণত ধৰিলে। তাৰ পিছত পিছ ঠেঙত ধৰি গাখীৰ খীৰাবলৈ ল'লে। আধা গিলাচ হ'লত তেওঁ উঠিল। ছাগলীজনী বেঁ বেঁ কৰি তাতে ৰৈ থাকিল।

মল্লণে ল'ৰাটোক দুনাই চাহ খাবলৈ মাতিলে। ল'ৰাটোৱে ক'লে, "চাহনো কি খাম, মামা। যামগৈয়ে এতিয়া। ঘৰলৈ গৈয়ে চাহ খামগৈ। সৌখনহে গাঁও। যাঁও, যাবৰ সময় হ'লেই।"

ল'ৰাটো আছিল ধণ্ডাবন্নাৰ। খড়ক সিং চুবুৰীত তাৰ আইতাক-মোমায়েকৰ ঘৰ।

চাহ খাই মল্লণে গৰু জোটিলে। "ওঁহ, ওঁহ, যা, যা, মুগা। ওঁহ, যা! যা ক'লা! ব'ল, ব'ল মোৰ পক্ষীৰাজহঁত! তহঁতক কোনে চেৰ পেলাব পাৰে। চল, চল্‌ৰে মোৰ ৰেলগাড়ী চল।" মৰমৰ মাতেৰে সিহঁতক উদগণি দি যাবলৈ ধৰিলে।

দহ পাকমান ঘূৰিছিল হে, তেওঁ ধণ্ডাবন্নাৰ গৰুজাক ধূলি উৰুৱাই গাঁৱলৈ ঘূৰি যোৱা দেখিলে। দমৰা, চেঁউৰী, প্ৰায় পঞ্চাচ-ষাঠিটামান হ'ব। লগতে এটা ষাড় গৰু। জাকটোত সিয়ে ওখ, বৰণ ক'লা। এজনী বগাগাই তাৰ পিছে পিছে। হোকাত মুখদি এটা গৰখীয়াই আগত আৰু এটা পিছত হঁ হাঁ কৰি গৈ আছে। জাকটো দেখি মল্লণৰ গৰুহালৰ কাণ থিয় হ'ল আৰু হালত আজল-মথালি কৰিবলৈ ধৰিলে। মল্লণে দুয়োটাকে দুকোব দিয়াত সিহঁতে আগৰ গতি ল'লে।

এতিয়া, আৰু অলপ কামহে বাকী আছেগৈ। মল্লণে সিহঁতৰ নেগুৰ মোটোকাই খৰকৈ খেদাবলৈ ধৰিলে। দিনটোৰ সৰহভাগ সময় গ'লেই। হালৰ কাম শেষ কৰি মল্লণে গৰু খুলিলে। ডিলাটোত নাঙলটো ওলোটাকৈ বান্ধিলে। বাচনকেইটা সামৰি,

কাপোৰ-কানি টোপোলা বান্ধি, টঙীত থব লগাখিনি থ'লে। গৰুহাল জানৰ বাটেদি বাট বুলাই দিলে। গাঁৱলৈ আহোঁতে তেওঁ একো ভাবি অহা নাছিল। মাত্র এটা চিন্তাই আছিল তেওঁৰ—বেলি পৰাৰ আগে আগে যাতে তেওঁ মূৰৰ চুলিকোছা ধুবগৈ পাৰে।

২

ঘৰ পায়েই মল্লণে নাঙলটো সোলোকাই বেৰত আউজালে। গৰুহালৰ ডিঙিৰপৰা যুঁৱলিখন খোলা মাত্রে সিহঁতে দানাৰ দোলাখনৰ কাষলৈ দৌৰ মাৰিলে। দোলাত থকা শুকান তুঁহকে সিহঁতে খাবলৈ ধৰিলে। খুটিত পঘা দুডাল লগাই, গৰুহাল বান্ধি তেওঁ চিঞৰ লগালে, জুহালত জুইধৰি পানীতুলি দিব লাগে। তেওঁ মূৰ ধুব। মলাত টেঙা দৈ নাই যদি ওচৰৰ কোনো এঘৰৰপৰা এবাটি আনিবলৈ নির্দেশ দিলে।

ছোৱালীজনীয়ে চৌকাত পানীৰ কেট্‌লিটো তুলি দিলে আৰু তলত জুই জ্বলাই দিলে। মল্লণে দানাৰ দোলাখন চফা কৰি, গৰুহালৰ আগত নতুন তুঁহ ঢালিলে। পানী সিহঁতে নাদৰ কাষৰ চৌবাচাটোত খাই আহিছেই।

খৰিৰ ধোঁৱাই আকাশ চুলেগৈ। মল্লণে চোতালৰ মূৰত পীৰা এখন পাৰি বহিল। জীয়েকক সুধিলে, "মীতো, মাৰ নাই নেকি?"

"মা গিল্লোহঁতৰ ঘৰলৈ গৈছে, দেউতা। সিহঁতৰ ঘৰলৈ বোলে কোনোবা আলহী আহিছে, মাক মাতি নিছে।" জীয়েকে সাধাৰণ উত্তৰেই দিলে।

কিন্তু মল্লণৰ গা বাজিল—"কিজানি ছোৱা ধৰা মানুহেই ওলালহি!"

গিল্লোৰ জীয়েকক বিয়া দিছে মৰাঝলৈ। ল'ৰা-ছোৱালীও হৈছে। জোঁৱাই ল'ৰা শহুৰেকৰ গাঁৱলৈ আহিগৈ থাকে, প্রায়ে। জনা-শুনা লোক। তেওঁৰ ককায়েকে ধূৰকোটৰ পৰা বিয়া কৰাইছে। ককায়েকৰ খুলশালিয়েকলৈ মল্লণৰ মাজু ছোৱালী মীতোক ধৰা কথা আছিল। ধূৰকোটৰ জাট পৰিয়ালৰ ল'ৰাটো বেচ স্বাস্থ্যৱান। মানুহঘৰো মানে-জহা থকা খেতিয়ক। মল্লণে বৰজীয়েক লক্ষোকে ভৈণীবাঘলৈ বিয়া দিছে। তাইৰ বিয়াত গিল্লোৰ জোঁৱায়েক তাতে আছিল। তেওঁ লক্ষোৰ লগত দিয়া যৌতুকৰ মাল-বিলাক দেখিছিল।

কিমান যে কি নিদিলে মল্লণে! মৰাঝৰ লোক অবাক হৈ গ'ল। লক্ষোৰ বিয়াত মল্লণে ডাঙোপ মাৰি ক'লে, "তিনিজনী ছোৱালী, তিনিওকে সমানে দিম। ঘৰ উদং কৰি হ'লেও দিম।"

ককায়েকৰ খুলশালিয়েক হ'ল জোঁৱাই ল'ৰাৰ বন্ধু। তেওঁ মল্লণেও মাজু জীয়েকক ধূৰকোটৰ ফালে দিয়াটোৱেই কামনা কৰিছিলে।

চৰদাৰ পৰিয়ালৰ লগত গিল্লোৰ আপোন সম্বন্ধ। খেতি-বাতিও ওচৰা-ওচৰিকৈ হয়, পৰস্পৰে সহায়ৰ হাত আগবঢ়াই আহিছে। মৰাঝৰ মিতিৰ ঘৰে মীতোক খোজাত মল্লণ জপিয়াই উঠিল। 'সিদ্ধোৰ পৰিয়ালৰ লগত যদি আমাৰ মিতিৰ সূত্ৰডাল জোৰা লাগে আৰু ক'বলৈ আছে কি? আপুনি কুৰি বছৰ ধৰি আহ-জাহ কৰি আছেই। আমাৰ ঘৰৰ কথাও জানিবলৈ বাকী নাই। আপুনি কি ভাবে আমি নেজানো। যদি আপুনি ভাল দেখিছে তেন্তে কিবা টকা পইছা বিচাৰিছে যদি আজিয়ে লৈ যাওক। আমি ল'ৰাও নেচাওঁ ঘৰবাৰী চাবলৈও নেযাওঁ। আপুনিয়ে কথাই কামে আগবাঢ়ক। সদ্‌নাম-বদনাম আপোনাৰ।"

পিছত এদিন মল্লণ মৰাঝৰ মিতিৰ, গিল্লোৰ জোঁৱায়েক গুৰুদেৱ সিংহক লগতলৈ ধূৰকোটলৈ গ'ল। জাটৰ হাউলি, বিৰাট ঘৰ-দুৱাৰ। আহল-বহল দুৱাৰ মুখ। শকত ৰুৱাদি তিনি দলীয়া কামিৰে খামোচাদি বন্ধা ঘৰৰ চাল। তাৰ ওপৰত টাইল জপা। দুৱাৰৰ চৌকাঠৰ ওপৰ চোৰা অৰ্দ্ধবৃত্তাকাৰ। আগ ঘৰটো আহল-বহল চাৰি খোটলীয়া। চোতালৰ আগত ইটা-চিমেণ্টেৰে পকা কৰা কুঁৱাটো। দুহাল গৰু, এটা উট আৰু দুজনী ম'হ। ভাই ককাই তিনিজন, বুঢ়া-বুঢ়ীও জীৱিত। সংযুক্ত পৰিয়াল। মাটি সম্পত্তিৰ-তো সীমাই নাই। মল্লণৰ চকু থৰ হৈ ৰ'ল। ল'ৰাও জালিটিয়'হটোৰ দৰে। মীতোৰ লগত বেচ যোৰ হ'ব। মল্লণে একেৰাহে ল'ৰাৰ চেহেৰা চায়ে থাকিল। তাতেই তেওঁ সন্মতি দি আহিল। ৰাতিটো ধূৰকোটতে থাকি গোটেই পৰিয়ালৰ লগত কথা পাতিলে, নিজৰ কথাও ক'লে আনৰো শুনিলে। গুৰুদেৱ সিংহ মল্লণৰ লেনা-দেনাত সন্মত হ'ল। খুলশালিয়েকৰ বৈনায়েকৰ তথা ককায়েকৰ ওপৰত বিশ্বাস আছিল। দহদিনৰ ভিতৰতে মল্লণ সিংহই মোটামোটিভাৱে সকলো ব্যৱস্থা কৰি পেলালে আৰু ধূৰকোটলৈ গৈ বিয়াৰ বন্দবস্ত কৰি আহিলগৈ।

ছোৱালীৰ বিয়া বন্দবস্ত কৰি মল্লণ ওপৰে ওপৰে আনন্দিত অৱশ্যে হ'ল। সম্বন্ধীয় সকলৰ লগত কথা-বতৰা পাতোতেও তিনি নাচ দিলে; কিন্তু ভিতৰি ভিতৰি প্ৰাণটো হ'লে বান্ধত পৰাৰ দৰে লাগিল। লক্ষোৰ দিনৰ কথা বেলেগ আছিল। ঘৰৰ অৱস্থা কেউফালে উভৈনদী আছিল। মনৰ হেঁপাহ গুছাই ধন ধাৰ কৰিলে, সকলোৰেপৰা বাঃ বাঃ ল'লে—কিন্তু নাৱে কি জানে বঠা কিমানলৈ বহিছে। তেওঁহে জানিলে—যোৱা তিনিটা বছৰ কিমান কষ্টত কটাব লগা হ'ল। কিমান কষ্ট কৰি সুদৰ টকা পৰিশোধ কৰি আহিছে। মুকুন্দী মলক এতিয়াও দুহেজাৰ টকা দিবলৈ বাকী আছেগৈ। এই দুহেজাৰ ঘেঁহুৰ উৎপাদনৰপৰা দিবলৈ মনতে পাঙপাতি আছিল যদিও আজি ভূতৰ ওপৰত দানহ পৰাৰ দৰে ছোৱালীৰ মুখত শুনিলে বোলে তাইৰ মাকক গিল্লোৰ ঘৰলৈ আলহী আহিছে বুলি মাতি নিছে, শুনিয়ে গা চেৰাই গ'ল।...আলহী কিজানি বিয়াৰ দিন ল'বলৈকে আহিল!

ভবা কথাই ফলিয়ালে। তেওঁ খালৰ পানী যুৱলিলৈ নগৈ চুলিকোছা কান্ধত

পেলাই দুৱাৰ মুখত আহি থিয় দিলেহি। সিফালে মীতোৰ মাককো গলীৰ মূৰত ঘৰৰ ফালে অহা দেখিলে। তলমূৰ কৰি তেওঁ চুলিকোছা চন্দিয়ালে। পানীৰ কণিকাবোৰ মাটিত পৰিবলৈ ধৰিলে। তেওঁ ডিঙিৰে এচাৰ মাৰি চুলিখিনি পিঠিত পেলালে। মীতোৰ মাক ওচৰ পালেহি। ক'লে, "এতিয়া এইটো মূৰ ধোৱা সময়নেকি? ধুব খুজিছিল যদি পথাৰৰপৰা সোনকালে আহিব লাগিছিল। এতিয়া মূৰৰ চুলি শুকাব কেতিয়া?"

"চুলি শুকাব বাৰু...তুমি গিল্লোৰ ঘৰলৈ গৈছিলা হ'বলা?"

"ওঁ, তাৰপৰাই আহিছো, গুৰদেৱ সিংহ আহিছে।"

"কি হ'ল, কিবা কৈছে নেকি?"

"ধূৰকোটৰ খা-খবৰ লৈ আহিছে। শুনিবা বাৰু। ৰুটি খাই-মেলি তোমাৰ ওচৰলৈকে আহিব।"

"নহয়, মানে ধূৰকোটীয়াহঁতে বিয়া হ'ব বুলিছে হ'বলা?" তেওঁ কঁপা অন্তৰেৰে পত্নীৰ পিছে পিছে গ'ল।

"বচ্, বিয়া হ'ব, আৰু কি?" চন্দ্ৰ কৌৰে সাধাৰণভাৱেই ক'লে আৰু চৌকাৰ কাষত আটামাৰি থকা মীতোক চাই মিচিক্‌কৈ হাঁহিলে।"

ছোৱালী লাজত তলমূৰ হ'ল। ওঁঠ কামুৰি আটাৰ লাৰুটো ভুকুৱাই থাকিল। মল্লণৰ অন্তৰ গলি গ'ল। পীৰা এখন পাৰি তাতে বহিল। চন্দ্ৰ কৌৰক ক'লে, "এইটো জানো বিয়াৰ বতৰ! হাতত নাই বিত, মনে কৰে পিটপিট। এতিয়া ইফালেও নহ'ব সিফালেও নহ'বগৈ যেন দেখিছো।"

"লক্ষোৰ খনৰ দৰে এইখন বিয়াও পাতিম। ভাগ্য ভাল। মই ক'বলৈ গ'লে জী হ'লে জোঁৱাইক সঁপিবই লাগিব। এইৰ লেঠা মাৰি সৰুজনীৰ কথাও চিন্তা কৰিবৰ হ'ল। সময়তো কেনেকুৱা দেখিছাই। গাভৰু ছোৱালী নিজৰ কাৰণেহে ভাল!" চন্দ্ৰ কৌৰৰ মনত আনন্দ।

জীতোৱে বাৰীৰপৰা ডালি একোছা আনি পেলালেহি। বলকাৰে পুৰণিবাৰীৰপৰা অনা জেওৰাত লগোৱা কাঁহটীয়া জেংবেৰ টোকালি টুকুৰা কৈ কাটিলে-ডেৰহাতমান দীঘলকৈ। গোটেইখিনি মুঠামুঠাকৈ বান্ধিলে। কাঁহটীয়া ঠালবোৰো হাতুৰীৰে কোবাই কুচি কুচি কৈ বান্ধিলে। ঘৰলৈ আহি ক'লে, "এমুঠি চৌকাত ভৰাই দিয়া মাত্ৰে জুই ভমক্‌কৈ জ্বলিব নহয়। জুইশলা কাঠিৰ দৰে ইয়াতো মছলা আছে।"

চৌকাৰপৰা ডাইলৰ বটুৱাটো নমাই লৈ জীতোৱে ঘোটনীডালেৰে ঘূটিবলৈ ধৰিলে। চন্দ্ৰ কৌৰে গাখীৰখিনি সামৰি থৈ দেখিলে মীতোৱে ৰুটি তপতাই আছে।

বলকাৰে জীতোক ক'লে, "কি হ'ল অ' তোৰ? দাঁত নিকটাই আছ যে?"

"মোৰ একো হোৱা নাই পাই," তাই খিলখিলাই হাঁহি দিলে।

"তেনেহ'লে কাৰ?" বলকাৰে দুয়োজনীকে মনদি চালে।

"কি হৈছে বাইদেউক সুধি ল। মাৰঝৰালাৰপৰা বিয়াৰ দিন-বাৰ ল'বলৈ মানুহ আহিছে।" কৈ জীতোৱে মুখ ঢাকিলে।

ৰুটিৰ লাৰু কৰি থকা অৱস্থাৰপৰা মীতোৱে জীতোৰ মুখত খকৰা-মুকুতি সোধালে; "দুষ্ট, কথাৰ বাচ-বিচাৰ নাই, মুখত যি ওলাইছে ব'লকিছ।"

"অঁ, তেনেহ'লে কথাৰ গুৰি ক'ৰবাত।" বলকাৰে ক'লে আৰু পলকতে মিচিকিয়া হাঁহি মাৰি দেউতাকৰ ওচৰত থিয় হ'লগৈ আৰু নতুন কামিজ এটা চিলোৱাই দিবলৈ খাটনি ধৰিলে।

মল্লণ পীৰাৰপৰা উঠিল আৰু পুতেকৰ কাণৰ সোঁতাত থাপৰ এটা লগাই ক'লে, "চালা, কামিজ লাগে! পাটিপাৰি হগুৱাম ৰহ! মই মৰিছো ঋষিৰ শাপত তইঁতে ধানৰ ভাপত দি সিজাব খুজিছ।"

কাণত হাত দি পুতেক বাহিৰ ওলাল। গলিৰ ল'ৰামখাৰ লগত খেলিবলৈ ধৰিলে।

চন্দ্ৰ কৌৰে জীতোক ক'লে, "আই অ' জীতো, প্ৰথমে ককাৰক ৰুটিদি আহগৈ, গৰমে গৰমেহে খাব পাৰিব। চেঁচা লিকটা ৰুটি কেনেকৈ খাব। ৰুটিকেইখন মৰমৰীয়া নকৰিবি। বাটিত দুহেতা ডাইল আৰু দুখন ৰুটি দি আহগৈ। পানী এমগো দি আহিবি।"

অশ্বাৰোহী সৈনিক চৰদাৰ আলৰ বুঢ়া হৈ পৰিছে, তথাপি দাঁতকিটা এতিয়াও আছে। দৃষ্টি-শক্তিও ঠিকেই আছে। আঁঠু দুটাৰ কাৰণেহে কষ্ট পাইছে। আঁঠু দুটা প্ৰায় ঠৰঙা হৈ পৰাৰ দৰে, পোন হৈ খোজ কাঢ়িব নোৱাৰে। লাখুটি লৈ চোতালতে চলা ফুৰা ক'ৰে। আগৰ দৰে পথাৰলৈ গৈ বাহিৰ ফুৰিবগৈ নোৱাৰা হ'ল। মল্লণে চোতালৰ মূৰতে বেৰা এটা কৰি দিছে। তাতে শৌচ-প্ৰস্ৰাব কৰে, চন্দ্ৰ কৌৰ বা মল্লণে কোৰেৰে চুচি জাবৰৰ দ'মত পেলাই দিয়েগৈ। বুঢ়া চৰদাৰ চাহাবে দিনটো কোঠাতে শুই-বহি কটায়। কোনোবা আহিলে বহি কথা পাতে। ইংৰাজ চৰকাৰৰ কথাবোৰ শুনে। যুদ্ধৰ কথা ওলায়। নিজৰ সৈনিক জীৱনৰ কথা কওঁতে গাখীৰত পানী মিহলোৱাৰ দৰে দুগুণত এগুণ বেছিকৈ কয়। শ্ৰোতাৰ আমনি লাগে। চৰদাৰে কথাকৈ থাকোতে কোৱা কথাকে আকৌ পাহৰি আৰম্ভ ক'ৰে। আগদিনাৰখিনিকে পিছ দিনাও কয়। একেজনকে একেটা কথা বাৰে বাৰে কয়। মিলখা সিংহও মাজে মাজে আহি তেওঁৰ ওচৰত বহেহি। সৈনিক পেন্সনাৰ মিলখা সিংহই নিজৰ কথা উলিয়ালে, তেওঁতকৈ ডাঙৰ মাতেৰে বুঢ়া চৰদাৰে নিজৰ কথা আৰম্ভ কৰি দিয়ে। মিলখা সিংহয়ো বুঢ়াত কৈয়ো মাত ডাঙৰ কৰি কথা পাতিব লগাত ভাগৰি পৰে। বুঢ়া চৰদাৰৰ কাণো অলপ গধুৰ। তেওঁৰ কাণৰ কাষলৈ মুখ নি কথা ক'ব লগাত পৰে।

কোঠাটো টিপ্ চাকি এটাই পোহৰ কৰি ৰাখিছিল। মল্লণে বহা কোঠালৈ গৈ দেখে—বুঢ়াই ৰুটিৰ শেষ কামোৰটো মুখলৈ নিয়াৰ আগতে ডাইলৰ বাটিত ভৰাই সানি-পিটিকি আছে। মল্লণে সুধিলে, "বাপু আৰু এখনমান দিব নেকি?"

বুঢ়াই কাহ এটা মাৰি ক'লে—"নেলাগে, হ'লদে-আৰু নেলাগে।"

"ভোক গুছিল জানো আপোনাৰ? আগতে তিনিখন খাইছিল দেখোন!"

"এৰা, এতিয়া দেখোন দুখনকে কথমপিহে খাওঁ। বাদ দে, সৰহকৈ খোৱাৰপৰা জানো লাভ হ'ব? অধিক ভোজনে অসুখহে বঢ়াব।" বাটিত পানী ঢালি বুঢ়াই পী খালে।

"চাব আকৌ কেনেবাকৈ..." বেয়া কথাটো মনলৈ অহাত মল্লণ ভয় খাই উঠিল। তেওঁ দেউতাকৰপৰা আঁতৰি সুস্থিৰ হৈ ৰ'ল। জীতোৱে থালত ৰুটিলৈ আহিছিল। মল্লণে ক'লে, "অলপ ৰ'গে যা, বৰ লৰালৰি কৰিব নেলাগে আৰু চন্দ্ৰ কৌৰক মাতি সুধিলে, "গুৰদেউ সিংহই কি ক'লে, কেতিয়া আহিব?"

"তেওঁ ৰুটি খায়ে ইয়ালৈ আহিম বুলিছে।"

"মই হ'লে কওঁ, বলাকাৰক পঠিয়াই তেওঁক ইয়ালৈকে মাতা। ইয়াতে ৰুটি খাওকহি। খাবলৈ টুণ্টাৰ দোকানৰপৰা কিবা অনাব লাগিব নেকি?"

"জানো, তোমাৰ যি ইচ্ছা, কৰা। বলাকাৰক মাতি দিওঁ তেনেহ'লে?"

এটা আঙুলিৰে মূৰ খজুৱাই তেওঁ ক'লে, "এৰা।"

বলাকাৰে আহি ক'লেহি, "মই গৈ দেখিলোগৈ—পেহাই ৰুটি খাই আছে। মোক ক'লে বোলে গৈছোৱেই।" কথাখিনি কৈ সি পুনু গলিলৈ ঢাপলি মেলিলে। জীতোৱে ৰুটি খাই যাবলৈ কোৱাতো সি নৰ'ল।

মল্লণে ৰুটিত শেষ কামোৰ মাৰিছিলহে, গুৰদেৱ সিংহ আহি চোতালত গলহেকাৰি মাৰিলেহি।

৩

বাৰান্দাত দুখন খাটিয়া পাৰি দুয়ো বহি ল'লে। গুৰদেউ সিংহৰ কাৰণে চন্দ্ৰ কৌৰে খাটিয়াত দলিচা পাৰি দিলে। ওপৰত এখন ভমকা-ফুলীয়া চাদৰো পাৰি দিলে, গাৰুও এটা। তেওঁ নেলাগে বোলাতো নেমানিলে।

গুৰদেউ সিংহই ক'লে, "এইবোৰ মোক লাগিছে কিয়। মই পুৰণি হ'লো, নতুনৰ মিতিৰৰ কাৰণেহে এইবোৰ দৰ্কাৰ।"

চন্দ্ৰ কৌৰে ক'লে, "থক দিয়ক নেলাগে ক'ব। পুৰণিতহে আৰাম আছে। আলহী সদাই আলহীয়েই, এবছৰীয়াই হওক এশ বছৰীয়াই হওক। আমাৰ কাৰণে আপুনি এতিয়া জোন-বেলিৰ পোহৰ, ভাই।"

গুৰদেউ সিংহই হাঁহি উত্তৰ দিলে, "এতিয়া কওঁতে এনেকৈ কৈছা অৰশ্যে। ছোৱালী

বিয়া দিয়াৰ পিছত 'যোগীয়ে পাৰ পাই ভূৰত লাঠি নেমাৰিলেই' ৰক্ষা। তেতিয়া তুমিবা ক'ত, মইবা ক'ত? ধূৰকোটীয়াহঁতকহে ৰঙা-ঠঙাদি বহুৱাবা।"

চন্দ্ৰ কৌৱে ক'লে, "নহয় দাদা, আপুনি আগত সিহঁত পিছত। আপুনি আপোনাৰ ভাগে থাকিব, সিহঁত সিহঁতৰ ভাগে থাকিব। আমাৰ কাৰণে আপুনি দয়ালু ভগৱান। ছোৱালীজনীক উদ্ধাৰ কৰিবলৈ লৈছে।

"বাৰু দেখা যাওকচোন আইদেউ, কি হয়।" গুৰদেউ আৰু চন্দ্ৰ কৌৰৰ কথা বতৰাখিনি শুনি মল্লণৰ মুখ শুকাল। তেওঁৰ পূৰা বিশ্বাস হ'ল যে গুৰদেৱে বিয়াৰ দিন-বাৰ লৈ আহিছে। তেওঁ কাহ এটা মাৰি বাহিৰত থুৱাই আহিলগৈ আৰু চহমাত মোহাৰ এটা মাৰি আহি আগত ওলালহি। প্ৰথমে তেওঁ বতৰ আৰু পানী-দুনীৰ ব্যৱস্থাকে ধৰি ফচলৰ কথা মল্লণৰ লগত পাতিলে। মল্লণে মনোযোগেৰে শুনি ওঁ আঁ কৰি উত্তৰ দিলে। তেওঁৰ খু-দুৱনি লাগি থাকিল যে গুৰদেউ সিংহই বিয়াৰ কথা কেতিয়াকৈ উলিয়াব। পুনৰ গুৰদেউ সিংহয়ে সুধিলে, "ঘেহুঁ সিঁচিলানে নাই?"

"ক'তনো সিঁচিব পাৰিছো। চাৰি চাহ বাই শেষ কৰিছোহে। এতিয়াহে মাটি ছিগিছে, বচ, কালিলৈৰ পৰাহে সঁচৰ টোপোলা বান্ধিম। একেলগে গোটেইডোখৰ মাটিত সিঁচি পেলাম বুলি ভাবিছো।" মল্লণে উৎসাহেৰে কথাখিনি ক'লে।

"ঘেহুঁৰ কাৰণেনো মাটি কিমান ৰাখিছা?" গুৰদেউ সিংহই আন্দাজ ল'ব খুজিলে।

"চিচুগুৰিৰ গোটেই টুকুৰাতে। মুঠ দহ বিঘাত। মৈয়াই একেবাৰে থালখনৰ দৰে কৰি ৰাখিছো।" মল্লণে মোচত তাওদি ক'লে।

"তেনেহ'লে এইবাৰ যথেষ্ট ঘেহুঁ ঘৰ সোমাবহি যেন লাগিছে। মাটি সেইডোখৰ ভাল মাটি। বৰ সাৰুৱা মাটি।"

"মাটি পলসুৱা। ঘেহুঁৰ থোক হেলচ হলাদি হালি পৰে। যথেষ্ট ফচল পোৱা হয়। বন-বাত শেষ নহ'লেও, নাঙলৰ সিৰলুত ঘেহুঁ ছটিওৱাৰ লগে লগে গজালি মেলেই। দুদিনতে ডাৱৰে ছাটি ধৰাৰ দৰে ঘেহুঁ গজালিয়ে পথাৰডৰা ছাটি পেলায়।"

"ভাল কথা ভাই, ভাল হৈছে দিয়া। ঘেহুঁ ধূৰকোটীয়াহঁতেও বাৰুকৈয়ে সিঁচিছে। তেওঁলোকে সিঁচি এতালেই।"

"কেই বিঘামান হ'ব বাৰু?"

"তোমাৰ দৰে তেওঁলোকেও গোটেইখিনি মাটিতে ঘেহুঁ সিঁচিলে। 'কন্‌হেকিয়াৰ' লগত লাগি থকা কুৰি বিঘাত একেঠাইতে আছে, তুমি জানাই কিজানি। তোমাক সেই তেতিয়াই দেখুৱাই আহিছিলো নহয়, সেই ডোখৰ মাটি?"

"মাটিৰ নো কি অন্ত আছে? চুলি চন্দিওৱাৰ দৰে চন্দিয়াব পাৰিলেই হ'ল।" ধূৰকোটৰ মাটিৰ লগত নিজৰ মাটিৰ ফেৰ মাৰিবলৈ লৈ মল্লণৰ নিজৰ মূৰটো মাটিত পুতি পেলোৱাৰ দৰে লাগিল। খন্তেক পিছতে তেওঁৰ মনত খেলালে, "মোৰ মূৰটো দেখোন বৰমূৰীয়াৰ লগতে লাগিছে। হাতী গিৰিয়া ঘৰৰ লগত মিতিৰ পাতি নিজৰ

ঘৰৰ দুৱাৰ মুখ চাপৰ কৰি ৰাখিলে ন'হব। যিকোনো প্ৰকাৰে লগত উজাবই লাগিব। বান্ধ খালো যেতিয়া ধৰফৰাই থাকিলে নচলিব। তেওঁ ভাবিলে যদি তেওঁ নিজত কৈ তল খাপৰ বা কমেও নিজৰ জোৰৰ কোনো এঘৰৰ লগত সম্বন্ধ জুৰিলহেঁতেন তেন্তে কিমান সুচল হ'লহেঁতেন। এতিয়া ধূৰকোটীয়াহঁতক যিমানেই দিওঁ লাগে। নাক কোঁচাবই। বৰপেট ভৰোৱা কঠিন কাম। ভৈনীবাধাৰ ঘৰে এতিয়াও মুখ ওফোন্দায় থাকে। সিহঁতক দিবলৈ জানো কিবা বাকী ৰাখিছিলো?"

ভাবি থাকোতে মল্লণৰ কলা ঘুমটিয়েই ধৰিছিল। তেওঁ টোপনিৰপৰা চক খাই উঠাৰ দৰে উঠি ওঁ বুলি ক'লে। গুৰদেউ সিংহই কিবা সুধিছিল!

"টোপনি ধৰিছিল হ'বলা?" গুৰদেৱে হাঁহি ক'লে। পুনৰ ক'লে, বাদ দিয়া এতিয়া সেইবোৰ কথা, আচল কথালৈ আহোঁ। কথা হ'ল এইটো—ধূৰকোটৰ বুঢ়ীৰ বেমাৰ, কেতিয়া চকু মুদে ঠিক নাই। নাতিনীয়েকৰ বিয়াখন চাই যাবলৈ নেৰানেপেৰাকৈ লাগিছে। কৈছে বোলে নাতি ল'ৰাৰ বিয়া খায়হে মৰিম। ইফালে এইখনেই শেষ বিয়া। তুমিতো দেখিয়ে আহিছা—তিনিও ভায়েক-ককায়েকৰ ল'ৰা-ছোৱালীৰ বিয়া পাতিলে। সৰু ভায়েকৰ এইটো ল'ৰাৰহে বিয়া পাতিবলৈ বাকী আছেগৈ। বচ্, আমাৰ ভাবী জোঁৱাই ল'ৰাৰ।"

"হয় ডাঙৰজনৰ ছোৱালী এজনী, মাজুজনৰ ল'ৰা দুটা আৰু সৰুজনৰ ল'ৰা এটা, ছোৱালী এজনী। সৰুজনৰ ছোৱালীজনী যোৱা বছৰ বিয়া দি অনা-দিয়াৰ প্ৰায় শেষেই কৰিলে; এতিয়া সৰুজনৰ ল'ৰাটোৰহে বিয়াখন বাকী আছেগৈ।" মল্লণে টোপনিৰ জালতে বিবৰণটো দিলে।"

"তোমাৰ দেখিছো, সকলো হিচাপ আঙুলি মূৰত! মগজু কম নহয় দেই।" গুৰদেউ সিংহই কৈ হাঁহিলে।

চন্দ্ৰ কৌৰে গধূলি খীৰোৱা গাখীৰ গৰম কৰি, চেনীগুলি দুয়োলৈ দুবাটি লৈ আহি দুয়োৰে হাতত দিলেহি। ক'লে "খাব পৰাকৈ ঠাণ্ডা কৰিহে আনিছো।"

গুৰদেউ সিংহই ওঁহো, নেখাওঁ বুলি কৈ ক'লে, "চন্দ্ৰ কৌৰ টেটুগুৰিলৈকে ৰুটি খাই আহিছো, এইবাটি পেটত নোসোমাব।"

"এই বাটিয়ে ৰুটি তললৈ ঠেলি পঠাব, দাদা। খাই পেলাওক, কিমান কণনো। মাত্ৰ এচলু।" ভিতৰলৈ যাওঁতে চন্দ্ৰ কৌৰে কৈ গ'ল।

গাখীৰ এঢোক খাই মল্লণে ক'লে, "বিশেষ জোৰ দিয়েই বিয়া পাতিম বুলি কৈ পঠাইছে তেনেহ'লে তেওঁলোকে?"

"আৰু? এই কাৰণেইতো নিজৰ দহোবন কাতি কৰি থৈ খবৰ দিবলৈ আহিলো। মই নিজেও ঘেহুঁ সিঁচা কথা আছিল। ধূৰকোটীয়াৰ বুঢ়াক মোৰ ওচৰলৈ পঠাই দিলে, কি কৰিবা। ময়ো যাওঁ বুলি ক'ব লগাত পৰিলো। এই ক্ষেত্ৰত হেমাহি কৰিলে অথন্তৰ হে ঘটিব। ইফালে ভয় কৰিব লগা কথাও নহয়।"

"দেখিছানে বাৰু! কি অথন্তৰ ঘটা কথা কৈছে আপুনি। হুকুম দিয়ক।" মল্লণে সাহ কৰি ৰচি ঢিলাই দিলে।

"হুকুমেই বোলা বা মিনতিকে বোলা, মিতিৰ; তুমি আনন্দিত হোৱা উচিত। তুমিয়ে কোৱাচোন বাৰু বিয়া কেতিয়া পাতিব খোজা?"

"যেতিয়াই কয়। কালিলৈ বুলি কওক, বৰযাত্ৰী লৈ আহক। বাজক বাজানা, ঢোল, পেঁপা, গগণা!" মল্লণে অজ্ঞান অৱস্থাতে যেন ডাঙ্কোপ মাৰিলে!

"নহয়, মানে তুমি যেতিয়াই সুবিধা হ'ব বুলি ভাবা। দেৱালীৰ পিছত আঘোণ মহীয়া নাইবা মাঘ-ফাগুণত দিন লোৱা। চ'ত মাহলৈও যাব পাৰি চাই লোৱা।" গুৰদেউ সিংহই সম্পূৰ্ণ ৰেহাই দি ক'লে।

"ৰ'ব, চন্দ্ৰ কৌৰক সুধি লওঁ।" মল্লণে মাত দিলে। বেচেৰীয়ে মূৰত লোৱা কাপোৰ খনেৰেই নাক-মুখ মুচি আহি ওচৰত ৰ'লহি। ক'লে, "কি হ'ল?"

"হ'বলৈ আছে কি? কোৱা এতিয়া বিয়াৰ দিন কেতিয়া ল'ব লাগে।" মল্লণে ক'লে।

"মই আকৌ কি ক'ম। তুমি যেতিয়াই ভাল দেখা। বাৰু, দাদাই যি কয় সেয়ে হ'ব।" দাদাৰ আগততো আমাৰ একো লুক-ঢাক নাই।"

হিচাপ কৰি মল্লণে ক'লে, আঘোণতো পালেহিয়েই। সময় দেখোন নায়েই। তুমিতো জনাবুজা তিৰোতা, যা-যোগাৰ কৰাৰ কথা আছে। পুহ মাহটো মাজত ৰাখি মাঘত, নহ'লে ফাগুণতে লোৱা যাওক। না জাৰ না জহ ফাগুণৰ বতৰেই ভাল।"

"এৰা, ফাগুণ আজৰি মাহ সকলো কাম ধীৰে-সুস্থিৰে কৰিব পৰা যাব।" গুৰদেউ সিংহই সন্মতি দিলে।

ওচৰত থিয় হৈ থকা চন্দ্ৰ কৌৰে ক'লে, "মাঘ, ফাগুণ, চ'ত এই তিনি মাহৰ ভিতৰত যি কোনো এটা দিন ল'লেই ঠিক হ'ব। ৱাহগুৰুৰহে কৃপা লাগে। পুৱাই গণক বাপুক মাতি সুধি ল'ম।"

মল্লণ গভীৰ চিন্তাত পৰিল, মনটোকে সুধিলে, "হেৰ' মই বেঙ্কততো টকা জমা কৰি ৰখা নাই আৰু জোকাৰিলে সৰিবলৈ টকাৰ গছজোপাও নাই। ফচলৰপৰা কিবা পালেও জেঠতহে হাতলৈ আহিব। পইছা সুদলৈ আনিব লাগিবই যেতিয়া, আজিয়ে আনো বা কালিলৈকে আনো একে কথা। কিজানি মাটিকে বন্ধক দিব লাগিব।" তেওঁ পুনৰ বীৰত্ব দেখুৱাই ক'লে, "তুমি গণক বাপুক সুধিব নেলাগে। পুথি-পাঁজিলৈ তেওঁক ইয়ালৈকে আহিবলৈ ক'বা। বিয়াৰ দিনটো উলিয়াই দি যাবহি। আমি গুৰদেউ সিংহৰ হাততে বিয়াৰ দিনলোৱা চিঠি দি পঠাম।"

পিছদিনা মল্লণ পথাৰলৈ নগ'ল। পুৱাই বাপুদেউক ঘৰলৈ মাতি অনালে। গুৰদেউ সিংহও আহি বহিলহি। ভগা নালৰ চছমাজোৰ চকুত লগাই বাপুদেৱে গোবিন্দ বল্লভৰ জ্যোতিষখনৰ ডোল খুলি লগ্নচোৱাত লাগিল। ফাগুণত শুভ লগ্ন ওলাল। তিনি

ফাগুণ, বুধবাৰ। মল্লণৰ হৈ বিয়াৰ দিনলোৱা চিঠিখন বাপুৱেই মোটামোটা আখৰেৰে পাঞ্জাবীতে লিখি দিলে। হালধি বাটি চিঠিত হালধি পানী ছটিয়াই, ওপৰত কাগজ মেৰিয়াই পৱিত্ৰ লগুণৰ সুতাৰে বান্ধি দিয়া হ'ল। গুৰদেউ সিংহৰ হাতত চিঠিখনদি মল্লণে ক'লে, "এইখন লওক চৰদাৰজী, তিনি ফাগুণৰ দিনা ঈশ্বৰে কৰিলে, আহিব আপুনি। এতিয়া সন্তোষ পালেতো?"

"আনন্দ সকলোৱে পাইছে। বিয়াতো বিয়াই, বৰ-কন্যা পক্ষ সন্তুষ্ট হ'লেই আগ-গুৰি কাটোতাৰ আনন্দ।"

"আমি হ'লে আনন্দৰ উপৰি আনন্দ পাইছো, গুৰদেউ সিংহ। আপুনি যি দিহাকে দিয়ে আমি পালন কৰিম। জাটে সন্তোষ পোৱাৰ ফল কি হয় আপুনি জানেই।"

"তেওঁলোকো আমাৰ পৰ নহয়! আমি যি কওঁ, নেপেলাব। তেওঁলোকেও সন্তোষ মনেৰে মোক পঠাইছে। বাৰু, এতিয়া কোৱা, বৰযাত্ৰী কিমান আনিব লাগিব?"

"যিমান মন যায় সিমান আনক। পূৰা ধূৰকোট গাওঁখনকে তুলি লৈ আহক, কোনো পৰোৱাই নাই। এইটো আপুনিয়ে চিন্তা কৰি চাব, গুৰদেউ সিংহজী। মানুহ যিমান আহে সেৱা সৎকাৰ কৰিম আৰু।"

" মোৰ কথা শুনিবানে?"

"কওক চোন।"

"সৰ্বমুঠ পঞ্চাশত কৈ অধিক লোক নহ'ব। ল'ৰা-ছোৱালী লেখত ধৰা নাই। বচ, ঠিক আছেতো?"

"একে আষাৰতে কৈ পেলালে যেতিয়া, আপুনি যি ইচ্ছা, কৰিব। পঞ্চাশজন, ঠিক আছে, নহয় জানো? অৱশ্যে আৰু দহজন বেছি হ'লেও হ'ব, কি কথাটো। বহিবলৈ দিব পাৰিলে শুবলৈয়ো ঠাই ওলাব।"

গুৰদেউ সিংহ চিঠি লৈ গ'লগৈ।

মল্লণ পথাৰলৈতো নগ'লেই গাঁৱলৈও ওলাই নগ'ল। দুপৰৰ ৰুটি খাই খাটিয়াত দীঘল দি পৰিলগৈ। তেওঁৰ টোপনি আহে কেনেকৈ? চন্দ্ৰ কৌৰে তেওঁৰ চিন্তাৰ কথা বুজি পাইছিলে, সেয়েহে তেৰোঁ কেনিও নগৈ ঘৰতে ইফাল-সিফাল কৰি ৰ'ল। ছোৱালী দুজনীৰ কাষত হাঁহিমুৱাকৈ থাকে। কেতিয়াবা আকৌ সিহঁতকে ভেকাহি মাৰি কয়,—"তহঁতে কি খিকিন্দালি কৰি থাক জানো! দেউতাৰৰ মন ভাল নহয়। হোৱাই নোহোৱাই দাঁত নিকটাই নেথাক, জীতো।"

মাক আঁতৰিলেই জীতোৱে মীতোৰ কঁকালত চিকুত মাৰি কয়, "আমাৰ জীয়াৰী, ফাগুণত হ'ব বোৱাৰী!"

মীতোৱে উপৰুৱা খংটো তুলি দেখুৱায় যদিও মনত ৰং। বলকাৰ স্কুলৰপৰা আহিবলৈ পালেহে জীতোৱে পীৰাত বহি তাক বেগটোৰে সৈতে কোলাত বহুৱাই ল'লে আৰু কিৰিলি মাৰি ক'লে "অ' ৱিল্লো শুনিছনে নাই আমাৰ বাইটিৰ বিয়া নহয়!"

"বিয়া ক'তা?" সি আচৰিত হৈ সুধিলে।

"এতিয়া নহয়, গাধ! আজি কেনেকৈ হ'ব। ফাগুণত হ'ব। আহা! কিযে মজা লাগিব। বিয়ানাম গাম।" তাক কোলাৰপৰা নমাই জীতোৱে জপিয়াবলৈ ধৰিলে।

বলকাৰে মাকলৈ চাই ক'লে, "লাড়ু কৰিবা মা?"

"কিয় নকৰিম? লাড়ু, জেলেপী, কচুৰী, বৰফী, বালুচা চব কৰা হ'ব। বিয়াত এইবোৰ মিঠাই তৈয়াৰ কৰা হয়েই।

পৰিয়ালটোৰ এনেহে লাগিছে যেন বিয়াখন আজিয়ে পাতি পেলাব।

মূৰৰ দুপট্টাখনৰ আগ এটা দাঁতেৰে কামুৰি চন্দ্ৰ কৌৰ বহাৰপৰা উঠিল আৰু কোঠাত সোমালগৈ আৰু চিএৰি মাতি খবৰটো শহুৰেকক দিলেগৈ। "দেউতা আলহীয়ে মীতোৰ বিয়াৰ দিন-বাৰ লৈ গৈছে।"

"হয়নে! কেতিয়া আহি গ'ল কেতিয়া, আলহী? মোক লগ নকৰিল দেখোন।"

"কালি ৰাতি আহি আজি পুৱাই গ'লগৈ।"

"বাৰু, বাৰু বোৱাৰী ভালেই হৈছে দিয়া। পৃথিৱীক প্ৰণাম জনাইছো, আই। জীয়াৰী ঘৰৰপৰা উলিয়াই দিয়া বৰ ভাল কথা।"

আবেলি চাহ খাই মল্লণে চন্দ্ৰ কৌৰৰ লগত বিয়াৰ আলোচনা কৰিবলৈ বহিল। পতি-পত্নী বহি আলচ কৰিলে যে এতিয়া কি কৰা যায়। এই চাৰিটা মাহ চকুৰ পচাৰতে পাৰ হৈ যাব বুলিয়ে ধৰাচোন। এইবাৰ সোণো কিনিব লাগিব। ছোৱালীজনীৰ নাক, কাণ, মূৰ, ডিঙি, হাতত একোপদকৈ দিবই লাগিব, যিকোনো উপায়েৰে। কাপোৰ, দলিচা আদি চন্দ্ৰ কৌৰে ঘৰতে বৈ থৈছে। চুটৰ কাপোৰো গাঁৱলৈ অহা ফেৰিৱালাৰ পৰা কিনি ৰাখিছে। কিন্তু অন্য ভালেমান বস্তু বজাৰৰপৰা কিনিব লগা আছে। গুণাৰ বুটা বচা চাদৰখনতে দেখোন চিধা এহেজাৰ টকা ল'ব। বৰযাত্ৰীসকলক ভাল কৈ সোধ-পোছ কৰিব নোৱাৰিলে ধূৰকোটীয়াহঁতে আজীৱন আমাৰ মুখত ছাই সানি ৰ'ব। ঘোঁৰাত উঠি যুঁজ কৰা সৈনিকৰ চৰদাৰ কৰম সিংহৰ ঘৰ এইখন! এই নামৰ মান-জহ গাঁৱত ৰাখিব লাগিবই। শেষত পতি-পত্নী এই সিদ্ধান্তত উপনীত হ'ল যে পইছা হ'ল হাতৰ মলি। বিয়া ভালদৰেই পাতিব লাগিব। মূৰত ধাৰৰ বোজা লোৱাটো সামান্য কথা। খেতি ভাল হ'লে বছৰে বছৰে ধাৰ মাৰি যাব পৰা হ'ব। মাটিগিৰি যেতিয়া ভয় কিহৰ! জাটে এচমকা মাটি থাকিলেও কোনো পৰোৱাই নকৰে। আনে যিমানে অনিষ্ট নকৰক জাট মাটিৰ বলত জাট হৈ থাকিবই। মাটি হ'ল জাট নামৰ জাতিটোৰ টকাশাল। সোণৰ খনি। লাগিলে তাত আনেই সেউজ বোল দিয়ক কোনো কথা নাই।

মল্লণৰ খেতিকৰা বনুৱাজন চাৰিদিন ধৰি কামলৈ অহা নাই। তেওঁৰ খুলশালিয়েক জনৰ পুতেকৰ বিয়া খাবলৈ ঘৰৰ গোটেই পৰিয়ালটো গ'ল। পাছ দিনা পুৱাই হালোৱাজন ওলালহি আৰু পকা দেৱালৰ খোৰোংটোত ভৰাই থোৱা পিতলৰ বাটিটো উলিয়াই লৈ বহিলহি। জীতোৱে চাহ বাকি দিলে। মল্লণে তেওঁৰ খুলশালিয়েকৰ ঘৰৰ বা-বাতৰি সুধিলে। তেজুৱে চাহ এঢোক খাই বিয়াৰ কথা কয়। এইদৰে তেওঁ বৰ উৎকণ্ঠাৰে বিয়াৰ বৰ্ণনা দি গ'ল। চাহ খাই উঠি তেওঁ বাটিটো মাটিৰে মাজিলে, আৰু ধুই মেলি পুনৰ আগৰ ঠাইত থ'লে। পিছত সুধিলে, "আজি কি কাম কৰিব লাগিব?"

"চিচুগুৰিৰ মাটিত সুৰগা সাৰ ছটিওৱা হৈ গ'ল। কালিলৈ ঘেহুঁ সিঁচিব লাগিব। এতিয়া ঝগুৰ ঘৰলৈ যাওঁ ব'ল। মই কথা পাতি থৈছো। পুৱা বেলাতে কঠিয়াৰ ঘেহুঁ-খিনি জোখাই মেলি আনি থৈ দিওঁহি। পিছবেলা আকৌ তেওঁক লগ পাবলৈকে টান।" মল্লণে ক'লে আৰু পুৰণি বস্তা দুটা লৈ দুয়ো ঝগুৰ ঘৰলৈ ওলাই গ'ল।

ঝগু ঘৰতে আছিল। দগা-পাল্লা লৈ তেওঁ নিজে ঘেহুঁ জুখিবলৈ বহিল। এটা বস্তাত দোমোন ঘেহুঁ ভৰোৱাই মল্লণে বস্তাটোৰ মুখ বন্ধ কৰিলে আৰু তেজুৰ পিঠিত তুলি দিলে। আনটো বস্তাত আৰু দোমোন ভৰোৱালে, তাৰ মুখো বান্ধিলে। আৰু দোমোন জুখি ঝগুই মাটিত দ'মাই ৰাখিলে। ভঁৰালৰ আগৰ মজিয়াখন পকাকৰি লৈছে। ঘেহুঁৰ বীজত মাটি অকণো মিহলি হ'বলৈ নেপায়। হালোৱা তেজু ঘূৰি পালেহি আৰু সি অনা খালী বস্তাটোত মজিয়াত ৰখাখিনি ভৰোৱালে। ঝগুই সুধিলে, এই ধৰা ছমোন হ'ল—সৰহ হ'ব যেন পাইছো, কি কোৱা?"

"দহবিঘাৰ কাৰণে অৱশ্যে ছমোন নেলাগে। শেষ নহয়, বাচিব।"

"আৰু যদি লাগে কোৱা, জুখি পেলাওঁ—থাওকতে।"

"নেলাগে, হ'ব। বাৰু ঈশ্বৰৰ কৃপা হওক! যাওঁ।" বস্তা পিঠিত তুলি তেজু আৰু মল্লণ ঘৰলৈ খোজ লোৱাৰ লগে লগে ঝগুই ক'লে, "বাৰু, এতিয়া যোৱা, গধূলি দুয়ো মুকুন্দী মলৰ দোকানলৈ যাম, ওলাবা। তাতে লিখা-পঢ়া কৰালে ভাল হ'ব। তোমাৰ পৰা প্ৰতিমোনে দহসেৰকৈ ল'ম, আগলৈ। এগুণত ডেৰগুণকৈ আনৰপৰা লৈ আহিছো। তোমাৰ পৰা নলওঁ বাৰু, যোৱা এতিয়া।"

ধন্যবাদ ভাই! সুদৰ হাৰ উলিয়াই দিলায়। মই ঘৰতে থাকিম। যাওঁতে মাত দিলেই হ'ব। নহ'লে মোৰ ওচৰলৈ ল'ৰা এটাকে পঠাই দিবা। মুকুন্দী মলৰ তালৈ যাবতো লাগিবই।"

ছমোন ঘেহুঁ বাৰান্দাত পেলাই মল্লণে চন্দ্ৰ কৌৰক ক'লে যে দুমোনমান আজিয়ে চালি-জাৰি, বাচি-মেলি ৰাখক। ভগাবিলাক গুছাই পেলাব লাগিব।

গধূলি হোৱাৰ লগে লগে এটা ল'ৰা মল্লণক নিবলৈ আহিল। মুকুন্দী মলৰ তালৈ

যাব লাগে। মল্লণে বুজিলে যে ঋণুৰ খাতাত মুকুন্দীয়ে লিখিব আৰু মল্লণে টিপ-চহী দিব লাগিব। আহাৰ মাহত চাৰে সাত মোণ ঘেহুঁ ঘূৰাই দিব ল্যাগিব।

মল্লণে টিপচহীটো দি বুঢ়া আঙুলিটো মাটিত ঘঁহাই চিয়াঁহী গুছালে আৰু ঘৰলৈ খোজ ল'লে। তেওঁৰ মনতো আজি বেয়া। প্ৰথম বাৰলৈ তেওঁ কৰিব লগাত পৰিছে। সঁচৰ বীজ কিটাও তেওঁ বচাই ৰাখিব নোৱাৰিলে। নতুন ঘেহুঁও সাত মাহৰ পিছতহে ঘৰ পাবহি। সাত মাহৰ কাৰণে ব্যৱস্থা কৰাটোহে প্ৰথম আৱশ্যক কাম হৈ পৰিছে। তেওঁ মনে মনে ৰুটি খাই দেউতাক থকা কোঠাত সোমাল গৈ। ইটো সিটো কথাপাতি থাকি শেষত তেওঁ লেমটো জ্বলাই দিলে। জীতোৱে ককাকলৈ ৰুটি লৈ আহি দেউতাকৰ উদাস চেহেৰা দেখিও একো নেমাতিলে। মাককহে ক'লেগৈ, "মা দেউতা দেখোন ক্কাৰ কোঠাত মনমাৰি বহি আছেগৈ।"

চন্দ্ৰ কৌৰে একো উত্তৰ নিদিলে। মল্লণৰ ভিতৰৰ ৰোগটোৰ বিষয়ে তেওঁ ভালকৈয়ে জানে। মীতোও মাকৰ-নিৰ্বাক চেহেৰা দেখি ভাবুক হৈ পৰিল। ওঁঠত বিৰিঙি উঠা তাইৰ প্ৰথম হাঁহিটো হেৰাই যোৱাৰ দৰে হ'ল।

খোৱাৰ সময় পাৰহে যোৱাৰ পিছত ঘোপমৰা আন্ধাৰতে মল্লণ চুবুৰীটোলৈ ওলাই গ'ল। কেইবা ঘৰতো সুধিলে, কেউঘৰৰপৰা গম পালে বোলে তেওঁলোকেও কালিলৈ ঘেহুঁ সিঁচা কাম আৰম্ভ কৰিব। সোনকালে ঘেহুঁ সিঁচি অতোৱাৰ উদ্দেশ্যে মল্লণে ওচৰৰ কিঘৰত হাল বিচাৰিছিল। দহোবিঘা মাটিয়ে সলিয়ত কৰি ৰাখিছে। শেষত গৈ জানিবা তেওঁ প্ৰীতমৰ হালখন পালেগৈ। তেওঁ নিজেই হালবাই দিমগৈ বুলিও গাত ল'লে। দ্বিতীয় হালখন নাজৰে দিম বুলিলে। নাজৰৰো হালোৱা নাই; তাকৰীয়া মাটি, হালোৱা ৰাখি কৰিব কি। নিজৰ টুকুৰাৰ লগতে অলপ মাটি আধি খন্দুৱাকৈ লৈ কোনোমতে বছৰ জোৰাই চলি আছে। নাজৰে ইতিমধ্যে ঘেহুঁ সিঁচি শেষ কৰিলে। ফেহুঁজালি দিয়াৰ লগে লগে তিনিখন হাল চিচুগুৰিত উপস্থিত হ'লগৈ। তেজু হালবোৱাত ওস্তাদ। খুব পৰিশ্ৰম কৰিব পাৰে। সি প্ৰথম জুলী ভৰাই ল'লে, তাৰ পিছত প্ৰীতমে, তেওঁৰ পিছত নাজৰে। মল্লণে বস্তাৰপৰা ঘেহুঁ উলিয়াই দি থাকিল। হালোৱাক পানী দুনী, চাহ-জলপান দিবলৈ তেওঁ পথাৰত থকাই ভাল হ'ব বুলি ভাবিলে। দুপৰীয়া চন্দ্ৰ কৌৰ আৰু জীতোৱে ৰুটি লৈ আহিল। আন্ধাৰ হয় মানে আধা মাটিত ঘেহুঁ সিঁচি শেষ কৰিলে। মল্লণে পিছদিনাও হালবাই দিবলৈ প্ৰীতম আৰু নাজৰক খাটনি ধৰিলে। দুয়ো মান্তি হ'ল। দুয়ো ক'লে, "লাগি দিলোহি যেতিয়া কাম পূৰা কৰিহে এৰিম।"

ভাইৰূপাৰ খেতিৰ পৰা কপাহ ছিঙি তেওঁ কোঠাৰ এচুকত দ'ম কৰি থৈছিলহি। এতিয়া পথাৰখনত একাঁঠু ঘাঁহ গজি আছে। চপৰানি খেতিডৰাৰপৰা কপাহৰ গছবোৰ কাটি গাড়ীত ভৰাই আনি বেৰানিৰ ভিতৰত দমাই ৰাখিছে। পিছদিনা বলকাৰো পথাৰলৈ গ'ল। স্কুল বন্ধ আছিল। তেজুৰ পুতেক দুটাও আহিল। বলকাৰৰ লগৰ যদিও সিহঁতে স্কুলত পঢ়া নাছিল। সেই কালত চমাৰহঁতে ল'ৰাক স্কুলত পঢ়োৱাৰ প্ৰতি মন-কাণ

নিদিছিল। ল'ৰা অলপ বুজন হৈ উঠিলেই সিহঁতক ম'হ চৰাবলৈ লগায়, নহ'লে ছাগলী চৰাবলৈ দিয়ে। বলকাৰ দ্বিতীয় শ্ৰেণীত পঢ়ে। মাজে সময়ে তেজুৰ পুতেকহঁতো আহি বলকাৰৰ লগত ধেমালি কৰি থাকেহি। বলকাৰে যেতিয়া স্কুললৈ নিয়া বেগটো খুলি সিহঁতক দেখুৱাই, সিহঁতে কিতাপ, বহী, কলম, পেন্সিল, চিয়াঁহী, দোৱাত আৰু চিলেট আদি বস্তুবিলাক অপলক দৃষ্টিৰে চাই থাকে। স্কুলৰ বিষয়ে সৰু -সুৰা কথাবিলাক সোধে। এদিন বলকাৰে মতা কুকুৰা হৈ মাত দিয়াত সিহঁত অবাক হ'ল। ঘৰলৈ গৈ সিহঁতেও কাণ-পাকুৰি কুকুৰা খেল খেলিবলৈ ল'লে। মাকে ক'লে, "বাঘৰ আগতেল খোৱাহঁত! এইবোৰ কি শিকি আহিছ!"

আজি যেতিয়া খেতিডৰাত কপাহ গছ কাটি আছিল, সিহঁত তিনিওটা ঘাঁহনিৰ মাজত দৌৰি ফুৰিছিল। মল্লণে কেইবাবাৰো দবিয়ালে, "অঘাইটংহঁত! ঘাঁহনিডৰা তহিলং কৰি পেলালি! ওলাই নাহিলিনে?" তেজুৱে বৰ পুতেকৰ কাণৰ সোঁতাত এক থাপৰ দিলেও! কিন্তু দাবি-হুমকি একো কামত নাহিল।

তেওঁলোকেতো বলকাৰৰ জেপত এজেপ কড়ি আছিল বুলি গম নেপায়। তেজুৰ পুতেকহঁতে কড়ি খোজাত সি নিদিলে। সি সিহঁতৰ লগত কড়ি নেখেলে। তাৰ ভয়, জানোচা সি হাৰে! সেয়েহে সি কড়ি নিদি আগে আগে দৌৰিছে আৰু ইহঁত দুটাই তাৰ পিছে পিছে খেদি ফুৰিছে। বলকাৰে দৌৰি ফুৰোঁতে তাৰ জেপৰ কড়ি ওলাই ওলাই পৰি গৈছে আৰু সি নেদেখাকৈ ইহঁত দুটাই বুটলি তাক খেদি ফুৰিছে। সিহঁতে তাক আগভেঁটি মুকলিলৈ আনিব খুজিছে, যাতে জেপৰ কড়ি পৰোঁতে অনায়াসে বুটলিব পাৰে, কিন্তু সি ঘাঁহনিৰ মাজতে বাগি দি ঘূৰি ফুৰিছে। সি জেপত হাত দি দৌৰিছে যদিও কড়ি পৰিয়েই আছে। দৌৰি ভাগৰি সি এমূৰে বহি পৰিলগৈ, আৰু দেখিলে যে তাৰ জেপৰপৰা আধা পৰিল। কিন্তু ইহঁত দুটাই যে তাক ঠগিলে গম ধৰিব নোৱাৰিলে। তেজুৰ পুতেকহঁত হাঁহি হাঁহি গুছি গলগৈ।

"মল্লণ সিংহ, এই ডোখৰ মাটি কপাহৰ কাৰণে উপযুক্ত মাটি নহয়। প্ৰতি বছৰে বলেৰেহে খেতি কৰি থকা হৈছে। গছবোৰ তেনেই নীৰস।" তেজুৱে ক'লে।

"কপাহনো কি ভাল হৈছে বুলিছা। গছ ভালেহে গুটি ভাল।" মল্লণে ক'লে।

"সেয়েয়ে মই ক'ব খুজিছো—বোলো কপাহৰ লগত লাগি থাকিব নেলাগে! আন শইচহে লগাব লাগে।"

"বাৰু, তেনেহলে। এইবাৰৰপৰা কপাহগুটি নিসিঁচো। আন খেতিয়ে হওক। তোমাৰ কথাকে মানি লৈছো।"

ভাইৰূপাৰ মাটিডোখৰৰ দুবিঘাত মাকৈ ধানো আছিল। লহপহকৈ বাঢ়ি আহিছে। বাকী দুবিঘাৰ এবিঘাত কুঁহিয়াৰ আৰু ইবিঘাত বুতমাহৰ খেতি কৰা হৈছে। কাবুলি বুত। তাৰে এবিঘা ওখ চানেকীয়া; পানী দিয়াত কষ্ট হয়। সেই কাৰণে মল্লণে প্ৰতি বছৰে ইয়াত বুতমাহ সিঁচে। কোনো বছৰ সৰিয়হৰ খেতি কৰে। অলপ পৰিমাণে

হ'লেও বুতমাহ্ আৰু সৰিয়হ প্ৰতিঘৰ খেতিয়কৰ ঘৰত থকা আৱশ্যক। ডাইল আৰু তেলকণ নহ'লে গৃহস্থ চলে কেনেকৈ!

খেতি-বাতিৰ সকলো কাম লেঠা মাৰি মল্লণে বিয়াৰ চিন্তা কৰিবলৈ ল'লে। মীতোৰ বিয়াৰ একোৰে যোগাৰ হোৱা নাই। এপদ বস্তুও কিনা নাই, সকলো বাকী আছে। ইফালে দিনো চমু চাপি আহিছে। দেৱালী কেতিয়াবাই পাৰ হ'ল, লোহৰী পৰব পালেহি।

লোহৰী পৰবৰ দিনা কাউৰীয়ে নৌ কা কা কৰোঁতেই মল্লণ উঠি গৈ মুকুন্দী মলৰ দোকান পালেগৈ। মুকুন্দীয়ে সুধিলে, "পুৱাই ওলালাহিয়ে, সকাম কি মল্লণ? লোহৰীৰ দিনা চৰদাৰণীয়ে পকা মিঠৈ কৰি নুখুৱালে নেকি?"

"পকা মিঠৈ, ঘিউত ভজা তিল-পিঠা, বাজৰা আৰু জোৱাৰৰ হালোৱা, বহুত কিবা-কিবি ভজা-পোৰা কৰি থৈছে, কিন্তু অমুকা আপদীয়াৰহে খাবৰ মন নগ'ল।" মল্লণে কোমল সুৰত ক'লে।

"তেনেহ'লে কিবা ভিতৰে-ভিতৰে চলি আছে হব পায়। ন'হলেনো...।"

"ভিতৰুৱা বেমাৰটোৰ কথা নেজানে নেকি?"

"নেজানো, আই গোঁসানীৰ শপত, একো নেজানো! নেজানো বুলি ওপৰৰজনেও জানে।' হোকাত চিলিমটো ভৰাই মুকুন্দীয়ে নলিচাত মুখ দিলে আৰু অনুসন্ধিৎসু হৈ মল্লণলৈ চাই থাকিল।

"আগগুৰি কাটোঁতাই বিয়াৰ দিন-বাৰ লৈয়ে গ'ল নহয়। বিয়া পাতিবলৈ কৈ জাটৰ সঁচে ডিঙিত ফাঁচ লগাই থৈ গৈছে নহয়—ইমান যে খৰ-খেদা লগাইছে, কি কম!"

"তোমাৰ কি চিন্তা কৰিব লগা আছে? সম্পত্তিশালী লোক তুমি। যোল্ল বিঘাকৈ খেতিৰ মাটি কেইজন নামজ্বলা জাটৰ আছেহে, ইয়াত? আন কিবা অভাৱ হৈছে যদি ভাঙি কোৱা, বন্ধ দিম নহয়!"

"সেই কাৰণেইতো পুৱাই ওলাইছোহি। নহ'লেনো টিংখোপত উঠি থকা অমুকাই মিঠা মুখেৰে আপোনাৰ লগত কথা পাতেহিনে। মোৰ কথা শুনক। কয় নহয় ধনেই ধৰ্মৰ মূল। টকা লাগে—ছহেজাৰ।"

"ছহেজাৰ! ছহেজাৰকৈ টকা একেলগে ঠিকাদাৰৰ হাততো নেথাকে। ৰাম ৰামহে বুলিলো দেই। ইমান টকা দিয়া টান হ'ব। ভাই, কম হ'লে নচলিবনে?"

"নহ'ব মই হিচাপ কৰি আনিহে কৈছো। ছহেজাৰ টকা সোণতে লাগে। বাকীবোৰ খৰচতো আছেই। আপুনি সদ্যহতে ছহেজাৰৰ কম নকৰিব। বাকী টকাৰ ব্যৱস্থা আন ক'ৰবাত কৰিম। এইটো কৰিবই লাগিব।"

মুকুন্দী মলে মনে মনে হিচাপ কৰি চালে আৰু নিমাতে থাকিল। বগলীৰ দৰে চকু মুদিলে। হাতত লৈ থকা লাখুটিডাল দলিয়াই দি মল্লণে ক'লে, "তেনেহ'লে?"

মুকুন্দীয়ে চকুমেলি চাই সুধিলে, "টকা তোমাক কেতিয়া লাগিব?"

"কালিলৈ, পৰহিলৈ, যেতিয়াই পাৰে—কিন্তু লাগে অতি সোনকালে। সোণ বস্তু, চালা এনে বস্তু, নগদ ধন দিলেহে পোৱা যায়। এইটো ধাৰলৈ অনা বস্তু নহয়। ধাৰলৈ পোৱা হ'লে কথাই নাছিল।

"আগৰ দুহেজাৰ টকা বাকী আছেই নহয়।"

"আছে, ওলাই থকা কথা। হেৰি, সেইখিনি এইবাৰ সাধিবই পাৰিলোহেঁতেন। আপুনি চাব, এইবাৰ ঘেহুঁ উভৈনদীকৈ হ'ব। দহ বিঘাত সিঁচিছো। কিন্তু সিঁচিলে কি হ'ব, বিয়াখন যে আগত আহি পৰিল।"

"আগৰ বাৰৰ গহনাখিনি ক'ত গঢ়াইছিলা? ৰামপুৰাত নে ভাইৰূপাত?" মুকুন্দী মলে চকুমুদি সুধিলে।

"ভাইৰূপাৰ সোণাৰিকিটা ভাল। ইফালে প্ৰথমেই তেওঁলোকৰ লগত কথা পাতি আহিলোৱেই। সোণাৰিজন ভদ্ৰ।"

"ভদ্ৰতাৰ কথা বাদ দিয়া। সোণাৰিয়ে মাকৰ হাতৰ কাণৰ সোণ খায় বুলি কয়। বাৰু ঠিক আছে। তুমি তেওঁক বিশ্বাসত ল'লা যেতিয়া ভাইৰূপাতে কৰোৱা। তুমি এটা কাম কৰা...।"

মল্লণে খোপনি পুতি বহি লৈ ক'লে, "ভাল কওক।" তেওঁৰ চকু উজ্জ্বল হৈ উঠিল।

"কালিলৈ হ'ল মাঘী পূৰ্ণিমা। পৰবৰ দিনা আহিব নেলাগে। পৰহিলৈ পুৱাৰ ভাগত আহিবা। বহীত লেখা-পঢ়া কৰি ল'ব লাগিব। আগৰ দুহেজাৰো লগলগাই পেলাম। দুপৰীয়া ভাইৰূপালৈ যাম, তাতে টকা ছহেজাৰ তোমাক দিমগৈ। মোৰ টকা আকৌ তাতহে থাকে। এজন মহাজনৰ ওচৰত। সম্বন্ধীয় মানুহ তেওঁ"। তাৰ পিছত মল্লণৰ কাণৰ ওচৰলৈ মুখখন নি ফুচফুচাই ক'লে, "মই নিজৰ ঘৰত টকা নেৰাখোৱেই, দিন-কাল কি দেখিছাই।" তাৰ পিছত দাঁতদুপাৰী জপাই ক'লে—"দুজন সাক্ষীও লৈ আহিবা। ভাল হ'ব। সাক্ষী থাকিলে কামটো পকা হয়।"

"দিয়ক তেওঁ, আদখিনি চিন্তা কমিল।" ভাবি মল্লণে মুকুন্দীৰ দোকানৰপৰা উঠি আহিল। বাহিৰত লোহৰীৰ জুই জ্বলোৱা আছিল। জোতাযোৰ খুলি ভৰি দুটা সেকি ল'লে। ঘৰৰ দুৱাৰ মুখ পোৱা সময়ত তেওঁৰ মন গ'ল, তেওঁ যেন চিত্ৰৰ মাৰি মাতি চন্দ্ৰ কৌৰক মনৰ এই আনন্দৰ কাৰণটো কৈ পেলাব!

৫

ঝণ্ডাৰ দুয়োজনী জীয়েকৰ বিয়া হৈ গ'ল। পুতেক হৰদিত্তলৈও বোৱাৰী আনিলে। হৰদিত্তৰ ঘৈণীয়েকৰো এটি ছোৱালী জন্ম হ'ল। হৰদিত্তৰ বিয়াৰ সময়ত বয়স সোতৰ

ওঠৰ বছৰ মানহে হৈছিল। হৃষ্ট-পুষ্ট চেঙেলীয়া ডেকা। যৌতুক লওঁতে ঝগুই কইনাঘৰীয়াক দেউলীয়া কৰিহে এৰিলে। চন্নৱালালৈ যোৱা বৰযাত্ৰীৰ সংখ্যা কমেই আছিল। সকলোখিনি সম্বন্ধীয় লোক আছিল। চুবুৰীয়ালোক পাঁচ-ছজনমানহে আছিল। ঝগুই শুনানী জাৰি কৰি দিলে বোলে কন্যাঘৰীয়াই বৰযাত্ৰী কমকৈ নিবলৈ কৈছে। আচলতে ঝগুৰ মতলব আছিল—বৰযাত্ৰী যিমানে কম হয় সিমানে পাওনা অধিক হ'ব। ছোৱালীঘৰীয়া জাটহঁতে বুজনি দিলে যে চৰদাৰ চাহেব, বৰযাত্ৰী যিমানে কমাই আনে সিমানে সেৱা-শুশ্রূষা আটোম-টোকাৰি হ'ব। আমিতো দিয়াত আছোৱেই, বৰযাত্ৰীৰ সেৱাত ৰাহিহোৱা খিনিও দৰাৰ ঘৰলৈকে যাব। আমন্ত্ৰিত মিতিৰ কুটুম আহিবনো কিমান। আজি-কালি এবাৰ নোৱাৰাত পৰিলেহে বৰযাত্ৰী হৈ আহে।

হৰদিত্তকো কেনিও যাবলৈ দিয়া নহ'ল। বাপ-বেটা দুয়ো মদ মুখত দি পোৱা নাই।

ঝগুই হালোৱা এটা সদাই লগত ৰাখে এতিয়া হৰদিত্তওঁ যুৱক হ'ল, হালোৱাৰ কাম কৰিব পৰা হ'ল। কিন্তু, তথাপিও হালোৱাটো ৰাখিলে কাৰণ খেতি-খোলালৈ যাবলৈ ঝগুই সময় কমকৈহে পোৱা হ'ল। গাঁৱত তেওঁৰ অজস্ৰ কাম থাকে। গাত অৱশ্যে বল-শক্তি নোহোৱা নহয়। এইদৰে নিষ্কৰ্মা হৈ থকা কাৰণে হৰদিত্তয়ো খং নকৰে, ভালহে পায়। ঝগুই কাম-বনত হাত নিদিয়াকৈও উপাৰ্জন ভাল হোৱা কাৰণে আৰু দহ বিঘা মাটি বন্ধকতলৈ ঝগুই পুতেক হৰদিত্তক দিব পাৰিছে। তেওঁ মুকুন্দী মলৰ দোকানলৈ গৈ বহেগৈ। গোটেই গাঁৱৰ মানুহেই তালৈ আহে। গাঁৱৰ ক'ত কি ঘটিছে, সকলো খবৰ ঝগুই দোকানতে পায়। ঝগু-মুকুন্দী মলে যুটীয়াকৈ ব্যৱসায় চলাই আহিছে। মুকুন্দীয়ে অভাৱগ্ৰস্ত, দুখীয়া জাটহঁতক সুদলৈ টকা ধাৰ দিয়ে, তলজাতৰ লোককো দিয়ে, কিন্তু কমকৈ। তেওঁলোকক এশতকৈ অধিক নিদিয়ে। ঝগুই দুখীয়া জাটহঁতৰ মাটি বন্ধক লৈ টকা দিয়ে। নিজৰ টকা-পইছা তেওঁ মুকুন্দীৰ তাতে জমা থয়। হিচাপ-পত্ৰও তাতে কৰে আৰু লেখা-পঢ়াও তাতে কৰাইগৈ।

হৰদিত্তৰ খুড়াক অৰ্জ্জনক হত্যা কৰাৰ পিছৰপৰা কুৰি বিঘা মাটি এদনীয়া হৈ এটা পৰিয়ালৰ হৈ পৰিল। এতিয়া বন্ধকত লোৱা দহ বিঘা ধৰি ডেৰকুৰি বিঘা মাটিত খেতি হয়। গোটেই ত্ৰিশ বিঘাই উখোৱা ধান পচোৱা মাটি। হৰদিত্তই দুহাল গৰু আৰু এটা উট ৰাখিছে। দুহালেৰে হাল বায় আৰু উটৰ গাড়ী চলায়। কেতিয়াবা যাত্ৰীও অনানিয়া কৰে। ম'হো দুজনী, এজনীৰ পিয়ন চাৰিলে সিজনী জগে। ঝগু আৰু বস্তোৱে এইবিলাক চোৱা-চিতা কৰে।

তেওঁলোকৰ হালোৱা দেবু চমাৰ কেইবা বছৰ ধৰি তেওঁলোকৰ লগতে আছে। সি আনবিলাক হালোৱাৰ লগত বহি কথা পাতে। "খোৱা-বোৱাত হাত-ধৰি চলে যদিও, একোৰাৰ টান মাত শুনাই যদিও আন হালোৱাত কৈ মই সৰহ পাওঁ। প্ৰমাণ কৰি চাব পাৰা।" সেয়েহে সি ঝগুৰ ঘৰত হালোৱা হৈ আছেহি। কামত যথেষ্ট আমনি

পায়। ঝগুই দিন-ৰাতি বিচাৰ নকৰে। সদাই তাক কামেৰে হেঁচা দি ৰাখিবলৈ বিচাৰে। তেওঁ নিজে পশুৰ লগৰ মানুহ। হৰদিত্তকো তেনেকৈ গঢ় দি তুলিছে।

ঝগুাক এটা কথা কোনে জানো বুজাই দি গ'ল! দেশত প্ৰথমবাৰ সাধাৰণ নিৰ্বাচন হওঁতে তেওঁ কংগ্ৰেছৰ পক্ষ ল'লে। দেশ নতুনকৈ স্বাধীন হৈছে। এটা কথা সকলোৰে মুখে মুখে যে কংগ্ৰেছেহে ভাৰতৰপৰা ইংৰাজক খেদি স্বাধীনতা আনিলে। এতিয়া ইংৰাজৰ ঠাইত কংগ্ৰেছেহে ৰাজত্ব চলাব। আনবিলাক পাৰ্টিয়ে মিছাতে ঠেং ভৰি এচাৰি মৰিছে। ৰাজ কাৰ্য্যত ভাগ ল'বলৈ খোৱা-কামোৰা লগাইছে। আগতে প্ৰজা সমাজবাদী হৈ থকা বৰ্তমানৰ কংগ্ৰেছ প্ৰাৰ্থীজন এইবাৰ এম. এল. এ. হৈ মন্ত্ৰী হ'বগৈ। লিখা-পঢ়া জনা লোক, বহুত ত্যাগো কৰিছে। মঞ্চৰ এজন নামজ্বলা বক্তাও। আনঠাইৰ কংগ্ৰেছী লোকে যথেষ্ট সন্মানো কৰে। ইংৰাজৰ আৰু মহাৰাজাৰ জেলত কিমান বাৰ যে যাতনা ভোগ নকৰিলে! এতিয়া গোটেই সমষ্টিৰ লোকে এই বুঢ়া বাবাকে সহায় কৰিবলৈ সাজু হৈছে। ঝগুাৰ পুতেক হৰদিত্তয়ো বাবাৰ সমৰ্থনত জীপ গাড়ীত উঠে, ইখন গাঁৱৰপৰা সিখন গাঁৱলৈ গৈ প্ৰচাৰ চলাইছে। স্বয়ং ঝগুায়ো নিজৰ মিতিৰ-কুটুমৰ ঘৰলৈ একোপাক মাৰি আহিছেগৈ। ঝগুা আৰু হৰদিত্তই এতিয়া মূৰত বগা পাগুৰীহে পিন্ধে। ঝগুাই ঘৰতো খদ্দৰৰ বগা পাগুৰীয়ে পিন্ধি থাকে। নিৰ্বাচনী পুঁজিত কোনেও গম নোপোৱাকৈ অথচ বুঢ়া বাবাৰ জ্ঞাতে এশটকীয়া পাঁচখন নোটো দিলে। বাবাৰ বিৰুদ্ধে কমিউনিষ্ট আৰু আকালি দলেও নিজৰ নিজৰ প্ৰাৰ্থী ঠিয় কৰাইছে। কিন্তু তেওঁলোকৰ প্ৰচাৰ অতি কম। শেষত বাবাৰে জয় হ'ল। গোটেইটো সমষ্টিতে আনন্দ উৎসৱ পালন কৰা হ'ল। কিন্তু পেপচুৰ মন্ত্ৰীমণ্ডলত বাবাৰ নাম নুঠিল। তেওঁৰ ঠাইত এজন ডেকা কংগ্ৰেছীহে ধনৰ বলত মন্ত্ৰী হ'লগৈ। বাবাৰ ত্যাগৰ ফল সেয়ে হ'ল। ডেকা এম. এল. এ. জনে পাগুৰী খুলি বাবাৰ চৰণত থৈ পঞ্চায়ত মাতি, সন্মুখত মিনতি জনালে। বাবা এক কথাৰ মানুহ, ত্যাগো অপৰিসীম। শেষত বাবাই আশীৰ্বাদ দিলে। তেওঁক মন্ত্ৰী পাতিবৰ কাৰণে বাবা দিল্লী পৰ্য্যন্ত গ'ল।

নিৰ্বাচনৰ অনেক দিনৰ পিছতো ঝগুাৰ ঘৰৰ চাঁদৰ ৰেলিঙত আঁৰি থোৱা হ'ল ৰং বিৰঙৰ পতাকাসমূহ।

ডেকা এম. এল. এ. হৰদিল সিংহ মন্ত্ৰী হৈ গাঁৱৰ লোকসকলক ধন্যবাদ দিবলৈ গাঁৱলৈ আহিল। তেওঁৰ লগত বাবাও। বাবাই এখোপ চৰাকৈহে হৰদিলক প্ৰশংসা কৰিলে। হৰদিল সিংহয়ো বাবাৰ কৃপাত মন্ত্ৰী হোৱা কথা বাৰে বাৰে ক'লে। তেওঁ খড়ক সিঙৰ চুবুৰীটোলৈও আহিল। ঝগুাই খোৱা-বোৱাৰ সকলো ব্যৱস্থা নিজৰ ঘৰত কৰিলে। কমেও পঞ্চাশজনৰ কাৰণে ভোজনৰ ব্যৱস্থা কৰিলে। যেন ঝগুাৰ ঘৰত নিজৰ ল'ৰা-ছোৱালীৰ বিয়াহে পাতিছে! গাঁৱত প্ৰচাৰ হ'ল যে মন্ত্ৰীৰপৰা কোনো কাম আদায় কৰিবলৈ হ'লে ঝগুাৰ যোগেদি নকৰিলে নহ'ব, নহ'লে মন্ত্ৰীয়ে কাকো কুটা এডালো সহায় নকৰে। ঝগুাই ইমানখিনি খৰচ কৰাৰ কাৰণো আছে। মানুহে

কোৱা কথাই সঁচা হ'ল। ঝগুাই চৰকাৰী মহলত নিজক প্ৰবেশ কৰোৱাৰ যো-জা চলালে। এতিয়া এই মন্ত্ৰীসকলেই ৰজা-মহাৰজাৰ ঠাই ল'ব। তেওঁলোকৰ লগ ল'লেহে মানুহ ওপৰলৈ উঠিব পাৰিব। কাম লাগিলে একোকে নহওক, এই কথাই যথেষ্ট যে মন্ত্ৰী হৰদিল সিংহ ঝগুাৰ ঘৰলৈ আহি খাই বৈ গ'লহি। তেওঁৰ লগত কিমান যে বিষয়া আহিল! খাদীৰ বগা পাইজামা, কুৰতা আৰু বগা পাগুৰী মোচ পকাই ৰখা আৰু ডাড়ি- কোছা জালেৰে মেৰিয়াই থোৱা। দেখাত তেওঁলোককো একোজন মন্ত্ৰীযেনেই লাগে। বৰ প্ৰভাৱশালী লোকসকল। একমাত্ৰ বাবাহে তেওঁলোকৰ মাজত গহীন-গম্ভীৰ লোক আছিল। এনেহে লাগিল যেন কংগ্ৰেছী ল'ৰাহঁতৰ মাজত বাবা সোমাই ফান্দত পৰিল।

ইফালে ঝগুাই পাটিয়ালাতো এপাক মাৰি আহিলগৈ। হৰদিল সিংহক তেওঁ তাত লগ পালে। ৰাতিটো তেওঁৰ তাতে থাকিবলৈ হৰদিল সিংহই জোৰ দি ধৰাত ঝগুা থাকিল। তেওঁৰ তাত নগৰীয়া আদব-কায়দা নাই, গাঁৱৰ দৰে খোলা পৰিৱেশ। বৈঠক খানালৈ গাঁৱৰপৰা দহ-পোন্ধৰজন লোক আহি-গৈ থাকে। লঙ্গৰ খোলা থাকে। মদ খোৱাই মদ খাবলৈও পায়। কিন্তু ঝগুাই তেওঁলোকৰ মাজত মূৰ দুপিয়াইহে থাকিব লগা হ'ল—"নহ'ব মহাৰাজ, মদ বস্তুটো মই মুখত দি পোৱা নাই। অন্য ইচ্ছাও নাই। মাত্ৰ আপুনি ভালে-কুশলে থাকক। মাত্ৰ এটা কাম কৰাই দিয়ক। হৰদিত্তই মোক খাই মাৰিছে, মই তাক কৈছো—তই বন্দুকটো লৈ কি কৰিবি? আমাৰতো কাৰো লগত শত্ৰুতা নাই? সি কয় বোলে কাৰোবাক মাৰিবলৈ বিচৰা নাই নহয়, মাত্ৰ, থকাতো ভাল। এতিয়া কওকচোন, এইটো এটা কথা হ'লনে?"

হৰদিল সিংহই তেওঁক ক'লে, "ঝগুা সিংহ মই এসপ্তাহ-দহদিনমানৰ কাৰণে ৰামপুৰালৈ যাম। তুমি খবৰ ৰাখিবা। তালৈকে হৰদিত্তক পঠাই দিবা। ডি. এচ. পি.ক লগ কৰাই দিম। বন্দুক এটাৰ লাইচেন্স বৰ ডাঙৰ কথা নহয়। হৈ যাব।"

ঝগুা সিংহ পুৱাৰ গাড়ীত গৈ গধূলি ৰামপুৰাফুল পালেগৈ। সেইদিনা তেওঁ গাঁৱৰে দোকানী এজনৰ ঘৰত থাকিল। তেওঁৰ তালৈ যোৱাৰ আগতে ঢাবাত সোমাই ৰুটি খাই ল'লে। দোকানৰ খাটিয়াখন বাৰান্দালৈ উলিয়াই লৈ তাতে পৰি থাকিল। জেঠ-আহাৰৰ জহকালি। তলে-ওপৰে কাপোৰ লোৱাৰ আৱশ্যক নাই। পুৱাই পুৱাই তেওঁ লাহি গাৰে লেংলেংকৈ ওখ কংগ্ৰেছ কৰ্মীজনৰ ঘৰ ওলালগৈ। তেওঁক নিবেদন জনালে বোলে যেতিয়াই হৰদিল সিংহ ইয়ালৈ আহে, অৰ্থাৎ ৰামপুৰালৈ আহে, তাৰ এদিনৰ আগে আগে তেওঁলৈ খবৰটো যিকোনো এজনৰ হাতত চিঠি এখন দি জনাব লাগে। তেওঁৰ হৰদিল সিংহৰ লগত বিশেষ দৰ্কাৰ আছে।

ডেকা কৰ্মীজনে ঝগুা সিংহক চাহ খুৱালে আৰু তেওঁৰ নামটো ডায়েৰীত লিখি ৰাখিলে, লগতে গাঁৱৰ নামটোও। ক'লে, "ঝগুা সিংহজী, আপুনি চিন্তা নকৰিব। হৰদিল সিংহজী অহা আগদিনাই মই আপোনালোকৰ গাঁৱৰ দোকানীজনকে মতাই

আনি খবৰ দিম, বা মই নিজে গৈ দি আহিম গৈ। তেওঁৰ তালৈ আপোনাৰ গাঁৱৰ মানুহ যিকোনো দৰ্কাৰত আহি গৈ থাকেই।"

হৰদিল যিদিনা ৰামপুৰালৈ আহিল, ঝণ্ডাই বতৰা পায়েই ওলালহি। ডি.এচ.পিক লগ লগাই দিয়া হ'ল। ডি.এচ.পিয়ে হৰদিল সিংহক ক'লে, "চৰদাৰজী, ঝণ্ডা সিংহ নামৰ কাৰো নাম আমাৰ লিষ্টত নাই। এওঁক বন্দুক লাগে কিয়? কাৰ ভয়ত এওঁ বন্দুক ল'ব খোজে?"

হৰদিল সিংহৰ গম্ভীৰ চাৱনীটোলৈ লক্ষ্য কৰি তেওঁ চেল্যুট দিলে, "জী চাব।"

আৰু পিছত হৰদিল সিংহই হাঁহি ক'লে, "ইয়াত শত্ৰুতাৰ কথা নাই ডি. এচ. পি চাহাব। ঝণ্ডাৰ পুতেক হৰদিত্তৰ নামত টুৱেলভ্ বৌৰৰ এটা দুনলীয়া বন্দুক দিব লাগে বচ।" আকৌ ক'লে, "জাটৰ কাৰো লগত শত্ৰুতা নাই, অথচ জাটৰ সকলো শত্ৰু।"

খড়ক সিং চুবুৰীত হৰদিত্ত সিংহ প্ৰখ্যাত হৈ উঠিল। প্ৰত্যেকেই ক'লে, "মন্ত্ৰীৰ লগত ঝণ্ডা সিংহৰ সনা-পিঠা। তেওঁ যি বিচাৰে ল'ব পাৰে।"

হৰদিত্ত সিংহ যেতিয়া ৰামপুৰা মণ্ডিলৈ যায়, কান্ধত দুনলীয়া বন্দুকটো লৈ যাবই। কুৰতা চোলাৰ জেপত চাৰি পাঁচোতা কাৰতুজো। শহুৰেকৰ ঘৰলৈও বন্দুকটো লৈহে যায়। অৱশ্যে নিজৰ গাঁৱত বন্দুক লৈ নুফুৰে।

গাঁৱৰ লোকে কোৱা-কুই কৰে, "কোৱাচোন বাৰু! সি ঝণ্ডাৰ পোৱে পাঁচ সেৰীয়া বোজাটো নোলোমোৱাকৈ হাগিবও নোৱাৰা হ'লনে? কাৰো লগত ঠোটা-মোজা লগা নাই। কজিয়া-পেচাল নাই। নেদেখিছা, বন্দুক কান্ধত ওলোমাই ভোঁ-ভোঁৱাই ঘূৰি ফুৰিছে? ইফালে চৰাইটোৰ সাহসকণো নাই!"

## ৬

মুকুন্দীৰপৰা লোৱা ছয় হেজাৰ টকাৰ গহনা বনোৱা হৈ গ'ল। দৰাৰ কাৰণে মণিমালা আৰু বৰণৰ বাবে লগা সম্পূৰ্ণ সাজটোও। লেখা-পঢ়া কৰাৰ দিনাই মুকুন্দীৰ লগত মল্লণ ভাইৰূপালৈ গৈছিল। গহনাৰ ৰচিদ-পাতি সোণাৰিৰ মুকলি কোঠাতে লিখা হ'ল। মুকুন্দীয়েই লেখি লেখি চাৰিহেজাৰ টকা সোণাৰিক দিলে আৰু দুয়ো গাঁৱলৈ ঘূৰি আহিল। বাকী দুহেজাৰ টকা দহদিনৰ পিছত দিয়াটো ঠিক হ'ল। চাৰিহেজাৰতে গঢ়নিৰ দামো সোমাই থাকিল। তাৰ পিছত নিৰ্দিষ্ট দিনত দুয়ো ভাইৰূপালৈ গ'ল। প্ৰতিবিধ অলঙ্কাৰ জুখি চালে। মল্লণে ঘৰৰ বহীটোও লগত লৈ গৈছিল। তেওঁৰ বহীতো প্ৰতিপদ অলঙ্কাৰৰ ওজন আৰু গঢ়নিৰ দাম লিখা আছিল। সোণাৰিয়ে লিখি দিছে যে গহনাখিনি অপচন্দ হ'লে প্ৰতিতোলাত এক ৰতিকৈ বাদ দি ঘূৰাই লোৱা হ'ব,

যেতিয়াই ঘূৰাই দিয়ে। সোণৰ দাম, গঢ়নিৰ মূল্য সকলো লগাই ছহেজাৰ এশ ষাঠী টকা হ'লগৈ। মুকুন্দীয়ে বেপেৰুৱা তৰ্ক আৰম্ভ কৰাত সোণাৰিয়ে টকা তিনি কুৰি এৰি দিলে। এশ টকা মুকুন্দীয়ে জেপৰপৰা উলিয়াই সোণাৰিৰ হাতত দিলে। এই টকা-শৰ একো লেখা-পঢ়া কৰা নহ'ল। হাতে বাকী হিচাপে মল্লণে ধাৰ সুজিব লাগিব।

অলঙ্কাৰ প্ৰতি বিধকে জিলজিলীয়া সেউজ কাগজেৰে টোপোলা কৰি, গোটেই-খিনি এখিলা কাগজেৰে টোপোলা কৰি এটা কাগজৰ বাকচত ভৰালে আৰু তাক ফিটাৰে মেৰিয়াই সোণাৰিয়ে মল্লণৰ হাতত তুলি দিলে। মল্লণে গামোচাখনত বান্ধি আন এটা টোপোলা কৰি হাতত ওলোমাই ল'লে, ল'ৰাৰ দৰে। মুকুন্দীয়ে ক'লে, "এনেকৈ ঠিক নহব, দেখিবলৈ বেয়া হৈছে, টোপোলাটো কাষলতিৰ তলত ভৰাই লোৱা।"

গহনা লৈ গাঁও ওলালহি। দুৱাৰ জপাই চন্দ্ৰ কৌৰ আৰু দুয়ো জীয়েকে টোপোলাটো খুলি অলঙ্কাৰখিনি চাবলৈ ধৰিলে। কোঠাটো যেন জলমলাই উঠিল! চন্দ্ৰ কৌৰে মালখিনি নি চন্দুকত ভৰালেগৈ। চন্দুকত তলা লগাই মাৰিলে। তলাটো লাগিল নে নাই টানি চালে আৰু চাবিকোছা পিন্ধি থকা পাইজামাটোৰ কঁকালৰ ৰচিডালত বান্ধিলে।

এতিয়া বাকী থাকিল আনবিলাক বস্তু। ছোৱালীৰ সাজ, বাকী কাপোৰ-কানি আৰু ছোৱালীৰ লগত দিয়া কাঠৰ বৰ পেৰাটো। দৰা উঠি অহা ঘোঁৰাজনীৰ বাবদ দিব লগা পইছা।

খাবলৈ বুলি ঘৰত ৰখা ঘেঁহখিনি, সিঁচাৰ বতৰতে পৰাল পৰিল, লোহৰী পৰ্বলৈকে দুবস্তাৰে কোনোমতে চলিল; কপাহ বেচি মল্লণে সিদিনা নগদ টকাৰে কিনিছিল। বেচোঁতাই কচি কচি দাম ল'লে। কপাহ বেচি পোৱা বাকীখিনি পইছা হালোৱাৰ বহীত জমা ৰাখিলে। তেওঁ আনুমাণিক হিচাপ এটা কৰি দেখিলে যে দৰাঘৰীয়াক খুৱাওঁতে দুহেজাৰ, তাৰ মাজতে ঘৰৰ আলহীক খুওৱাৰ খৰচো ধৰিলে; বাকী আন বয়-বস্তু কিনোতে পাঁচ হেজাৰ, এই সেই পাঁছে দুয়ে সাত হেজাৰ, মুঠতে আঠ হেজাৰ টকা আৰু দৰ্কাৰ হ'ব। এতিয়া আঠহেজাৰ কৈ টকা কাৰপৰা লোৱা যায়! মল্লণে গৰল এঢোক খোৱাৰ দৰে সিদ্ধান্ত কৰি পেলালে যে দুবিঘা মাটি বন্ধকত থ'ব লাগিব। পিছত নিজৰ উপাৰ্জনেৰে মোকোলাই ল'ব লাগিব। আহাৰৰ ফচলখিনি আগত আছেই। এইবাৰ দুশমোনৰ কম নহ'ব। কিন্তু সেইখিনিৰে গোটেইখিনি ধাৰ মাৰিব পৰা নহ'ব। বাৰু, যিহয় হ'ব আৰু, মুকুন্দীৰে, যিমান পৰা যায় ধাৰ মাৰি দিব। ধাৰ মাৰিব নোৱাৰিলেও অন্ততঃ পৰিয়ালটো, বিয়াৰ পিছত নিয়াৰিকৈ চলি থাকিব পৰা হ'ব।

বুকুখন শিল যেন টান কৰি মল্লণ ঝণ্ডাৰ ঘৰ ওলালগৈ। চিকিমিকি গধূলি বেলা। মুকলি বহা কোঠাত মানুহে জুই পুৱাই বহি আছিল। পাঁচ-ছজনমান হ'ব, লগতে লৰা-ছোৱালী দুটামানে ভৰি হাত সেকি আছে। দুজনে অলপ আঁতৰি শনৰ পঘা বাটি আছে। দুয়ো কাৰোবাৰ বিষয়ে আলোচনা কৰিছে। মল্লণে সেইখিনি পাই সুক্কুকৈ

বৈঠক পাৰ হৈ গ'ল। তাত বহি থকাসকলে ততেই ধৰিব নোৱাৰিলে। জুই পুওৱাই জুইপুৱাই থাকিল, পঘা বাটোতাই পঘা বাটি থাকিল আপোনমনে। আঁতৰহৈ তেওঁ বৈঠকখানালৈ ঘূৰি চালে। দেখিলে, কোনেও তেওঁক লক্ষ্য কৰা নাই। গা বচাই লৈ আহিব পৰাত তেওঁ মনত শান্তি পালে।

ঝগুা ঘৰত নাছিল। হৰদিত্তই হালোৱা লগুৱাটোৰে লগ লাগি বন্দুকটো চাফা কৰি আছে। মল্লণ সেইখিনি পোৱাত তেওঁ বন্দুকৰ নলীটো এটা চকুৰে কেৰাহীকৈ চাই ক'লে, "আহক সিংহ খুড়া, ক'ৰপৰা ওলালহি! কি মন কৰি আহিল বা?"

"চলাওঁতে দেখোন কোনো দিন চলোৱা দেখা নাই। চাফ কৰিবলৈনো তাত কি লাগি আছে?" মল্লণে সাধাৰণভাবে সুধিলে।

"চলাওঁ বা নচলাওঁ, চফা কৰি ৰাখিবই লাগিব। লোৰ বস্তু। পেলাই ৰাখিলে মামৰ লাগে, নেলাগিব জানো?" হৰদিত্তই হাঁহিমাৰি উত্তৰ দিলে।

"দেউতাৰক দেখা নাই দেখোন। ঘৰতে আছেতো?" মল্লণে অভিপ্ৰায়টোৰ আগজাননী দি সুধিলে।

"দেউতা? ভিতৰৰ বহাকোঠাতে আছে। কিয়? কিবা দৰ্কাৰ আছে হ'বলা?" হৰদিত্তই অৰ্থপূৰ্ণ দৃষ্টিৰে মল্লণলৈ চালে।

"অলপ সকাম আছে।"

"তেনেহ'লে তালৈকে যাওক। দেউতা অকলেই আছে।"

মল্লন বহা কোঠা পালেগৈ। ঝগুা লেপেটা কাঢ়ি বহি আছিল। কিবা ভাবি আছিল। মল্লণক দেখি পাগুৰীটো ঠিক কৰি ল'লে আৰু বহিবলৈ কৈ তেওঁৰ বা-বাতৰি সুধিলে।

"বাৰু, কোৱাচোন এতিয়া কি মন কৰি আহিলা?" ঝগুাই সুধিলে।

"অহাৰ কথা নুসুধিবা আৰু ঝগুা সিংহ। বৰ দুখত পৰিছোহে। ছোৱালীজনীৰ বিয়া ওচৰ চাপিলহি। ইফালে একোৰে একোটো নাই। নাক ৰখাটোৱে টান হৈছে দেখিছো।"

"সেয়া, দেখিছানে বাৰু! তোমাৰ নাক নেবাচি বাচিব কাৰ নাক! সম্পতিশালী তুমি। কি কৰিব লাগে মই, কোৱা।" ঝগুাই গাৰুটো আঁতৰ কৰি পাগুৰীটো খুলিলে আৰু জাপটো খুলি পুনৰ জাপি লৈ মূৰত পকাই বান্ধিবলৈ ধৰিলে।

"সেই কাৰণেইতো এইখিনি পালোহি। টকা আঠ হেজাৰ লাগে। কোনো প্ৰকাৰে মোক উদ্ধাৰ কৰিব লাগে।"

"ইমানখিনি টকা! ইমান ধন আনো কৰপৰা মল্লণ সিংহ?"

"য'ৰে ত'ৰে পৰা আনা, লাগিলে ক'লাবেপাৰীৰ পৰাই আনা, আনি দিয়া। সুদো যিমান লাগে ভৰিম।"

"সুদ? সুদলৈতো মই পইছা নিদিওঁ মল্লণ সিংহ?"

"তেনেহ'লে নো কিহলৈ দিবা?"

"ভূমি-তোমাৰ অন্তৰখনে যদিহে মানি লয়।"

"তাৰ মানে বন্ধক?"

"অঁ।"

ঘৰৰপৰা ওলাই আহোঁতে যদিও বন্ধক দিয়া কথাকে মল্লণে ভাবি আহিছিল, কিন্তু সহায় কৰোঁতাজনৰ মুখৰপৰা বন্ধক শব্দটো শুনি মনত জোকাৰ খাই উঠিল। মাটি বন্ধকত থোৱা কথাটোলৈ মল্লণৰ শৰীৰেদি বিজুলী সোঁত পাৰ হৈ গ'ল। সমনীয়াৰ ওচৰত মাটি বন্ধক দিব। তেওঁৰ গাত কঁপনি উঠি গ'ল। তেওঁ ভাবিবলৈ ধৰিলে। তলমূৰ কৰি বেঁকা চাৱনীৰে চাবলৈ ধৰিলে। কিন্তু, আৰু যে আন একো উপাই নাই।

ঝণ্ডাই খাটিয়াখনৰপৰা উঠি, আকৌ বহি, ভৰি দুখন ওলোমাই ল'লে। ক'লে—"সুদ লৈ বেপাৰী মহাজনেহে টকা দিয়ে। সুদলৈ যদি টকা লাগে তেনেহ'লে মহাজনৰ কাষ চাপা। আমি জাটহঁতে সুদলৈ টকা দিয়াটো শোভা নেপায়। আৰু মইনো ইমানখিনি টকা আনি দিওঁ—কাৰ ঘৰৰপৰা? আৰ-তাৰ পৰা আনি যোগাৰ কৰি দিলেহে হ'ব। কিজানি অধিক সুদ ভৰি বেপাৰীৰ পৰাই আনিব লগা হয়।" তেওঁ পুনৰ সুধিলে "তোমাক মুঠতে লাগে কিমান টকা?"

"কৈছোৱে নহয়, আঠহেজাৰ।"

"তেনেহ'লে চিধা কথা, দুবিঘা, লিখি ল'ম। আঠ হেজাৰ লৈ ল'বা। ক'ৰ পৰা, কেনেকৈ যোগাৰ কৰো, মোৰ কথা। তুমি তোমাৰ কাম কৰা।"

ভাবি-চিন্তি মল্লণে ক'লে, "এটা কথা নহয় ঝণ্ডা সিংহ?"

"কোৱা, কি কথা।"

"বাৰু, সেয়ে হওক মাটিকে লোৱা। চলিবলৈকে টান হৈছে যেতিয়া কৰোঁ কি! আনৰ ওচৰত হাত পাতিবগৈতো নোৱাৰো। চিচুগুৰিৰ ডোখৰৰে দুবিঘা দিছো। কিন্তু মাটিডোখৰ মোকে খেতি কৰিবলৈ দিব লাগিব। ময়ে হাল-কোৰ বাই খেতি কৰিম। ফচলৰ ভাগটোহে ল'ব পাৰিবা, সংসাৰে যেনেকৈ লৈছে।"

"হ'ব দিয়া, তোমাৰ যি ইচ্ছা। এতিয়া আহাৰ মাহলৈকে তোমাৰে হৈ থাকক। দুবিঘাত যি পাব লাগে দিবা। অহা বছৰো তোমাকে দিম—খেতি কৰিবলৈ। ভাল ফচল পাই থাকিলে তুমিয়ে খেতি কৰি থাকিব পাৰিবা। কিন্তু মোৰ মন গ'লে সময়ত বদলিও কৰিব পাৰো। খাটাং নহয়। ভাই, তুমিতো দহবছৰ মানলৈকে বন্ধক খুলিব যে পাৰিবা, মনে ধৰা নাই! তোমাৰ দখলতে থাকক বাৰু।"

মল্লণৰ মূৰত ছোৱালীৰ বিয়াৰ কথাটোহে সোমাই আছিল। সকলো বাদ দি তেওঁ ক'লে, "বাৰু, সকলো ঠিক আছে। চাৰি পাঁচ দিনৰ ভিতৰতে টকা আঠ হেজাৰ যোগাৰ কৰি দিয়া। যেতিয়াই পাৰা মাটি ডোখৰ লেখা-পঢ়া কৰি ল'বা। দুবিঘা তোমাৰ হ'ল বুলি ধৰিলোৱা।"

"মাটিৰ লেখা পঢ়া হ'ব বাৰু, আঁতৰি যোৱা বস্তু নহয়, নহয়? সেইটো হ'বই। ঠিক আছে, মই কালিলৈ ঘেহুঁ এগাড়ী লৈ ৰামপুৰালৈ যাম। পৰহিলৈ আঠহেজাৰ টকা তোমাৰ মোনাত ভৰাই দিমহি। তুমি চিন্তা কৰিব নেলাগে।" ঝণ্ডাই মল্লণক আশ্বাস দিলে।

মল্লণৰ চেহেৰাত ডাৱৰৰ ফাকেদি ওলোৱা পোহৰৰ ৰেঙণিৰদৰে আনন্দ ফুটি উঠিল। তেওঁ সপোন যেন সাকাৰ হোৱা দেখিলে। তেওঁ খাটখনৰপৰা উঠি ঘৰলৈ যাবলৈ ওলাল। ঝণ্ডাই ক'লে, "তোমাকতো ক'লোৱেই নহয়, ভাই আঠ হেজাৰ টকা মোৰ হাতত নাই। ঘেহুঁ বিক্ৰী কৰি অলপ টকা ৰামপুৰাৰপৰা আনিবগৈ লাগিব। বাকীখিনি মই মহাজনৰপৰা সুদলৈ ধাৰ লব লাগিব। বাৰু, যেনেকৈ নহওক আঠ হেজাৰ পূৰাই দিম। কিন্তু গোটেইখিনি টকাৰ শতকৰা দহ টকাকৈ সুত ভৰিব লাগিব। দুনিয়াত সেইটোৱে চলিছে। এতিয়াই কৈ থ'লো, পিছত হ'লে না নকবা।"

মল্লণৰ চেহেৰাত উদাসী আৱৰণে ছাটি ধৰিলে। তেওঁৰ চকুহাল গৰম হোৱা যেন লাগিল। বিপদত পৰাৰ অজুহাত পাই এইটো জাটে কিমান যে ভাও-ভঙটি নেদেখুৱালে! তেওঁ মনতে ভাবিলে "দুবিঘা মাটিৰ ফচল তুমি নেপাবা বুলি কৈয়ে দিবনেকি?" কিন্তু মাতিব নোৱাৰিলে। জাটৰ কি ঠিকনা, লাগিলে টকা নিদিওঁ বুলিয়ে কৈ দিব। আৰু আঠ হেজাৰকৈ টকা পাম ক'ত? লাগিলে আঠ হেজাৰৰ ফান্দতে সোমাওঁ, তথাপি ছোৱালীজনী উলিয়াই দিব লাগিব আৰু চিন্তাটো দূৰ কৰিব লাগিব। তেওঁ দুৱাৰৰ চৌকাঠত হাতদি ক'লে, "সেইটো বাৰু ভালেই ক'লা ঝণ্ডা সিংহ। তাতোতকৈ বেছি ল'লেও ল'বা। মোৰ লগত কি ব্যৱহাৰ কৰিবা, জানো। যিহকে ভাল দেখা কৰিবা।" আৰু সকলো পাহৰি তেওঁ সুধিলে, "পৰহিলৈ আহিমনে তাৰ পিছৰ দিনা আহিম কোৱা?"

ঝণ্ডা খাটিয়াৰপৰা উঠিল, আৰু ক'লে, "পৰহিলৈ গধূলি পৰতে আহি খবৰ কৰি যাবাহিচোন। নহ'লে, ময়ে তোমাৰ ঘৰলৈ খবৰ পঠাম।"

আশা নিৰাশাৰ ধামখুমীয়াত পৰা মনটো লৈ মল্লণে দুৱাৰদলিত ভৰি দিছিলহে এনেতে হৰদিত্তৰ মাকে এহাতত গাখীৰৰ জগতো আৰু ইহাতত বাটি দুটা লৈ আগত থিয় হ'লহি। ক'লে, "মল্লণ বোপা, গাখীৰ এঢোক পিলৈহে যাব পাৰিবা।"

"হ'ব নেলাগে দিয়া বন্তো কৌৰ বৌ। গাখীৰ খোৱানো কি কথা? বহুত খাইছো দিয়া।"

"নহয়, আহিব লাগিব।" বন্তোৱে কেৰাহীত পগাই হালধীয়া কৰা গাখীৰ দুবাটি বাটিত বাকি দুয়োৰে হাতত তুলি দিলেই। গৰম গাখীৰ দুয়ো খাবলৈ ল'লে। বন্তো ভিতৰলৈ গ'ল। বাটি খালী কৰিও ইজনে সিজনলৈ নেচালে। ঘৰমুৱা মল্লণে অনুভৱ কৰিলে—যেন ঝণ্ডাৰ ঘৰৰ গাখীৰ বাটি দৈ মাৰি কলিজাত লাগি থাকিব। মুকলি বৈঠকত তেতিয়াও মানুহ বহিয়ে আছিল। ল'ৰা-ছোৱালী চাৰিটাই জুইৰ চাৰিওকাষে

বহি কথা পাতি আছে। বৰ কাপোৰেৰে ঘুম মাৰি বুঢ়াকিজন বহি আছে। এইবাৰো তেওঁ গা লুকুৱাই পাৰ হ'ল। ভাল এন্ধাৰেই হৈছিল। মল্লণক দেখাহেঁতেনো কোন ধৰিব নোৱাৰিলেহেঁতেন।

ঘৰলৈ আহি তেওঁ দেখিলে, চৌকাৰ চাৰিওকাষত গোটেইকেইটা প্ৰাণী বহি আছে। মীতোৱে ৰুটি তপতাইছে। জীতো আৰু বলকাৰে ডাঙৰ মাতেৰে কথা পাতি আছে। মল্লণৰ ভৰিৰ শব্দ শুনি চন্দ্ৰ কৌৰে বাচন মাজি থকাৰ পৰাই মাত লগালে, "তহঁত মনে মনে থাকহঁক। দেউতাৰ পালেহি হ'বলা।"

কেউজনে মল্লণৰ চেহেৰাৰ ফালে চাই ৰ'ল। তেওঁ এটা খুঁটাত আউজি বহিলগৈ। মুখেৰে একো নেমাতিলে। শেষত চন্দ্ৰ কৌৰেই সুধিলে, "ৰুটিকে দিমহি নেকি, গৰমে-গৰমে, হয়নে কি কয় ?"

"ইহঁতক আগতে দি লোৱা।" তেওঁ ক'লে।

"ইহঁতেতো খালেই।" কৈয়ে চন্দ্ৰ কৌৰে কেৰাহীৰপৰা ভাজি দুহেতা বাটিত ভৰালে। মীতোৱে দুখন মাকৈৰ ৰুটি চাৰিফাল কৰি থালত সজাই থ'লেহি। মল্লণে এখন হাতত থালখন লৈ ইখন হাতেৰে ৰুটি খাবলৈ ধৰিলে। মাত-বোল নাই। থালখন তপত পাই তেওঁ গামোচাখন থালৰ তলত দি ল'লে। ঘিউৰ টেমাটো পানীৰপৰা উলিয়াই চন্দ্ৰ কৌৰে শাকভাজিখিনিও অলপ উলিয়াই দিলে যদিও অন্যমনস্কভাবেই মল্লণে ভাজিত ঘিউ সানি থাকিল। পুতেক-জীয়েকহঁতে দেউতাকক বৰ গহীন যেন দেখি তাৰপৰা উঠিল আৰু কোঠাৰ ভিতৰলৈ সোমাই সৰু সৰুকৈ কথা পাতিলগৈ।

৭

তৃতীয় দিনা গধূলিপৰত ঝণ্ডা মল্লণৰ ঘৰ ওলালগৈ আৰু খবৰ দিলে যে টকাখিনি যোগাৰ কৰা হৈছে। মল্লণ পিছদিনা পুৱা মুকুন্দী মলৰ দোকানলৈ গৈ লেখা-পঢ়া কৰি আঠহেজাৰ নগদ ধন লৈ আহিবগৈ লাগে। আৰু বোলে দুজন সাক্ষী লগত লৈ যাব।

ৰাতি চন্দ্ৰ কৌৰ আৰু মল্লণে এইটো কথাকে চিন্তা কৰিলে যে মাটি বন্ধকত দিয়া কথাটো বৰ বদনামৰ কথা হ'ল। কথাটোতো লুকুৱাই ৰাখিব নোৱাৰি। এদিন সকলোৱে গম পাবই। মানুহে কত কি কথা যে নুলিয়াব! ক'ব "ৰিচালদাৰ (অশ্বাৰোহী সৈনিক চৰদাৰ) কৰম সিংহৰ পুতেকে ঘৰ ৰসাতললৈ নিলে। পুতেকে পাতিবৰ চাৰি ভাঙিবলৈহে ল'লে। চন্দ্ৰ কৌৰে সান্ত্বনা দি ক'লে, "ইমান দুখ কৰা কি দৰ্কাৰ? জীয়াৰীক জোঁৱাইক সঁপিব পৰাহে ডাঙৰ কথা। পইছা হাতৰ মলি। ৱাহগুৰুৱে চকুমেলি চাব নহয়! আমি কমাই কৰি মাটি দুবিঘা মোকোলাই পেলাম। সেইডোখৰ

মাটি আমি বিক্ৰী কৰাটো নাই, ঈশ্বৰে কৰাত আমাৰ আপত্তি নৰজাকৈ নেথাকে। ৰজা-মহাৰাজৰো বিপদ-আপদ হয়। মাটি জাটৰ কাৰণেযে সোণ, সঁচা কথা। তাক মন গ'লে ভঙাব পাৰি গঢ়িব পাৰি। মাটি সম্পত্তিনো লাগে কিহলৈ? সময়ত কামত আহিব লাগে। মাটি হ'ল জাটহঁতৰ মাক। পুতেকহঁতে যিমানে যি অত্যাচাৰ কৰক লাগে, মাকে শান্তি-পানী ছটিয়াই বৰদানহে দিয়ে। মাত্ৰ, বিক্ৰী নকৰে, অথচ যি মন যায় কৰিব পাৰে। মাটি হ'ল জাট হঁতৰ আশ্ৰয়, সিয়ে সহায়কো। মাটিৰ নামতেতো জাটৰ শ্ৰেণীটো, অৰ্থাৎ খেতিয়ক সমাজখন সকলো জাতিতকৈ এই কাৰণেই শ্ৰেষ্ঠ। সকলোৰে ওপৰত চাহেনশ্বাহ।"

মল্লণৰ অন্তৰখন কিছু সুস্থ হ'ল। ক'লে, "বৰ জী লক্ষোৰ বিয়াৰ সময়ত ইমান খৰচ কৰা হ'ল—এতিয়া মীতোৰ বিয়াত হাত ধৰি খৰচ কৰিলে বৰ বেয়া কথা হ'ব। সেইটো সন্মান বচাব লাগিব। মীতোৰ বিয়াতো সমানেই খৰচ কৰা হ'ব। নিমন্ত্ৰিত সকলেই ক'ব—দ্বিতীয় জনীত খৰচৰ সোঁত কমিল। মাগি খাম, তথাপি মিতিৰ-কুটুমৰ আগত মূৰ নোদোৱাঁও। মাত্ৰ মাটি দুবিঘাহে, কি বৰ ডাঙৰ কথাটো? তিনি চাৰি বছৰৰ ভিতৰতে কমাই কৰি মোকোলাই পেলাম। কোনেও গমকে নেপাব, মাটি যে বন্ধকত থৈছিলো। খেতি আমিয়েতো কৰি থাকিম। ঝগুাক শইচখিনি নিয়মীয়াকৈ দি থাকিলে, আমাৰ পৰা এৰুৱাই মাটি দুবিঘা আনক কিয় দিব?"

মল্লণে আৰু এটা কথা চন্দ্ৰ কৌৰক ক'লে—যদি জীয়েকহঁতৰ লগত ভালকৈ খৰচ পাতি নকৰে, তেনেহ'লে আগলৈ বলকাৰৰ বিয়া পাতিলে কোনোবা জাটে সৰহ খৰচ নকৰিবলৈ চেলুহে পাব। জীয়েকহঁতৰ বিয়াত দিয়াখিনি পুতেকৰ বিয়াত কচি কচি ল'ব।

পিছদিনা ঘৰে ঘৰে গৈ দুজন গাত লগা লোক বন্দবস্ত কৰিলে। মুকুন্দীয়ে ল'ৰা পঠিয়াই ঝগুাক মাতি অনালে। মল্লণো ইতিমধ্যে সাক্ষী-বাদী লৈ পালেহি। দোকানলৈ দুই এজন গ্ৰাহক আহি থকা কাৰণে মল্লণে ক'লে, "মহাজন, ভিতৰৰ এটা কোঠাত বহাহে ভাল হ'ব, কি কয়? আঁৰ হোৱা ভাল। ইয়ালৈ চৌষষ্ঠী জাতি আহি গৈ থাকে।"

মুকুন্দীয়ে মাত লগালে, কথাটো শুনি মই ভাল পালো। তোমালোক ওপৰৰ কোঠাটোলৈকে যোৱা। মই দোৱাত-কলম লৈ তোমালোকৰ পিছতে গৈছো।"

তেওঁলোক তিনিও খটখটিয়েদি উঠি ওপৰৰ মুকলি কোঠাটোলৈ গ'ল। মুকুন্দীয়ে তেওঁৰ ছোকোৰা ল'ৰাটোক ক'লে যে চিলিমত অঙঠা ভৰাই হোকাটো লৈ আহক। ঝগুা মুকুন্দীৰ ওচৰত থিয় দি আছিল। তেওঁ ক'লে, "মই তিনি আনিছো, আপুনি পাঁচৰ ব্যৱস্থা কৰিলেনে নাই?"

মুকুন্দীয়ে উত্তৰ দিলে, "হব দিয়া। আমিতো আনলৈ বিচাৰি যাব নেলাগে। তুমি ওপৰলৈ ব'লা। মই হোকাটো লৈ গৈছোৰেই আৰু টকাও লৈ গৈছো, যোৱা।"

ঝগুা খটখটিয়েদি উঠিল।

অলপ পৰৰ পিছত মুকুন্দী গৈ ঝগুাৰ বহীত মল্লণৰ চিচুগুৰিৰ মাটিডোখৰৰ দুবিঘা মাটি বন্ধকত লোৱা কথা লিখিলে। মল্লণ তলমূৰ হৈ খাটখনতে বহি ৰ'ল। দুয়োজন সাক্ষীয়ে কৰুণ দৃষ্টিৰে তেওঁলৈ চাই থাকিল। ঝগুা লেপেটা কাঢ়ি বহিল। তেওঁ খদ্দৰৰ কুৰ্‌তা চোলাৰ ভিতৰ জেপত থকা টকাখিনি বুটাম মাৰি দিয়াত জিলিকি উঠা কাৰণে ডিঙিৰ গামোচাখনেৰে ঢাকি আনিছিল। বাৰে বাৰে ডাঢ়িকোছা খজুৱাই কেৰাহিকৈ ইজনে সিজনলৈ চাই আছিল।

মুকুন্দীয়ে হোকাত হোপা একোটা মাৰি, পিতলৰ দোৱাতটোত কলমটো ভৰাই বহীত লিখা আৰম্ভ কৰিলে। আঠ হেজাৰ নগদ টকাৰ ওপৰত শতকৰা দহটকাকৈ আঠ হেজাৰত মুঠ আঠশ টকা ওপৰঞ্চিকৈ ধৰি মুঠ ধাৰ আঠহেজাৰ আঠশ লিখা হ'ল। ধন্নাবন্নাৰ কাষৰ চিচুগুৰিৰ মাটিডোখৰৰ মল্লণৰ খেতিৰ মাটিৰ দুবিঘা বন্ধকত দিয়া কথা লিখা হ'ল। মাটিডোখৰৰ এমূৰত দুবিঘা বুলি লিখা হ'ল। প্ৰথমে মল্লণে টিপচহী দিলে, পিছত দুয়োজন সাক্ষীয়ে আঙুলি ছাব মাৰিলে। মুকুন্দীয়ে লেখক হিচাপে আগতেই চহী মাৰি থৈছে। নিজৰ ফালৰ তিনিহেজাৰ উলিয়াই ঝগুাই মুকুন্দীৰ হাতত দিলে। তাৰ পিছত এশ টকীয়া মুঠ আশীখন নোট লেখি লেখি মুকুন্দীয়ে মল্লণৰ হাতত দিলে। সাক্ষীদুজনে বিস্ফোৰিত নেত্ৰেৰে নোটখিনি লেখা চাই থাকিল। ঝগুায়ো মুকুন্দীয়ে লেখি যোৱাৰ লগে লগে নিজেও নেওঁতা মাতি গ'ল। মল্লণে উদাস-ভাবে বহি সোঁখন হাতেৰে নোটখিনি লৈ থাকি বাওঁহাতেৰে জাপি গ'ল। নিজৰ ফালৰপৰা মল্লণে আকৌ এবাৰ লেখি চালে আৰু থাক কৰি মুকুন্দীয়ে দিয়া ৰচিডালেৰে বান্ধিলে। চাদৰৰ আগেৰে থাকটো মেৰিয়াই বান্ধিলে আৰু জেপত ভৰালে। ঝগুাই নিজৰ বহীখন গামোচাৰে মেৰিয়াই কাষলতিৰ তলত ভৰালে। কেউজন খটখটিয়েদি তললৈ নামিল। কাৰো চেহেৰাত প্ৰফুল্লতা দেখা নগ'ল। তেওঁলোক তিনিও আঁতৰ হ'লত মুকুন্দী আৰু ঝগুাই চকুৰে চকুৰে হাঁহি ভিতৰুৱা কথা পতাত লাগিল।

ঘৰলৈ আহি মল্লণে নোটৰ জাপটো চন্দ্ৰ কৌৰৰ হাতত দি ক'লে, "নোটখিনি চন্দুকত ভৰাই সাৱধানে থৈ দিয়াগৈ। দিনে খৰচ হৈ গৈ থাকিব। দুদিনতে অন্ত হৈ যাব।"

চন্দুকত টকা ভৰাই লৈ গিৰিয়েক-ঘৈণীয়েক দুয়ো আঁৰে আঁৰে অহঙ্কাৰ ভৰা কথা পাতিবলৈ ধৰিলে। চন্দ্ৰ কৌৰে ক'লে—"এতিয়া আৰু ভয় নাই। সকলো কাম সমাধা হৈ যাব।"

মল্লণে শুকান হাঁহি মাৰি ক'লে, "এইবাৰো বাহ বাহ কৰাইহে এৰিম। বিয়াখন জাকজমককৈ পাতিম। পিছত যি হয় হ'ব।"

সেইদিনা মল্লণ পথাৰলৈ নগ'ল। চিচুগুৰিৰ খেতি-ডৰাত পানী সিঁচি থোৱাই আছিল। হালোৱাটোৱে ৰাতিলৈকে পানী সিঁচিলে। খালেদি পূৰা পানী বৈ আছিল। সেই কাৰণে খেতিডৰাত পানী ভৰোৱা কাম অকলে এজনেই কৰিব পাৰিলে। মল্লণ

দুপৰীয়া ভাইৰুপাৰ ডোখৰ মাটিলৈ গ'ল আৰু ঘাঁহ এমুঠা কাটি মূৰত তুলি লৈ আহিলগৈ। চিকিমিকি বেলিকা বলকাৰৰ লগত তেজুৰ ল'ৰা দুটাই সৰু সৰু দুমুঠা আনিছিলো। ল'ৰাহঁতে ধেমালিৰ চলতে ঘাঁহখিনি মেচিনত চকলিয়াই পেলালে। কাম সমাধা কৰিয়ে দিলে।

চোতালতে ইফাল-সিফাল কৰি মল্লণ বহা কোঠাত থকা দেউতাকৰ ওচৰ পালেগৈ। দেউতাকে মীতোৰ বিয়াৰ কথা গম পায়। বুঢ়াই সুধিলে, "হয়নে, বোপাই মল্লণ, মীতোৰ বিয়ালৈনো কিমান দিন আছে?"

"এমাহতকৈও কম দিনহে আছে। পালেহি বুলিয়ে ধৰা!" মল্লণে বুঢ়াৰ কাষতে খাটিয়াত বহি ক'লে।

"ভাল কৈ পাত বোপাই, বিয়াখন। খোলা হাতেৰে। মানুহক মহিমাহে লাগে। সকলো আনন্দ পোন উদ্দেশ্যতহে পোৱা যায়।" ৰিচালদাৰে পুতেকক উদগনি দিলে।

"চিন্তা কৰিব নেলাগে দেউতা। একো দোষ-ত্রুটি হ'বলৈ দিয়া নহ'ব। বিয়া বঢ়িয়াকৈ পাতি পেলাম।"

"কেনেকৈ, কি কৰিছ?"

"সোণখিনি কিনিলোৱেই আৰু গহনাও গঢ়ালো। খোৱা-বস্তু, পাত-পত্র চাৰি-পাঁচ দিনৰ আগে আগে কিনি আনিমগৈ। দুই-এদিনতে কাপোৰ-কানি কিনিবলৈ যাব লাগিব। চব হৈ যাব। সকলো ভাবি-চিন্তি ঠিক-ঠাক কৰি ৰাখিছো।"

"বস্তু-বাৰীবিলাক পোনে পোনে ৰামপুৰাৰ পৰাই আনিবগৈ লাগিব নহয়?"

"অঁ, হয়। ভাল চাই সকলো তাৰপৰাই আনিমগৈ।"

"ভালেই কৰিছ দে, বোপাই। উচিতটোকে কৰিছ। অৱশ্যে অধিক খৰচ কৰাও উচিত নহয়। আৰ্জন চাইহে ভগন। মানুহৰ মুখত সোপা দিব নোৱাৰি, গোৱাই গাবই। যিমানে যি নকৰ লাগে, খুঁত উলিওৱাই খুঁত উলিয়াবই। ভাবি-চিন্তি কাম কৰি যা।"

"নহয় দেউতা, সকলো জুখি-মাখিহে কৰিছো। আঁটে মানেহে কৰিব পাৰো। বৰ কষ্টেৰেহে পা-পইছা কিটা যোগাৰ কৰিছো।"

"কি উপায়েৰে কৰিলিনো?"

"ধৰা, যি কোনো উপায়েৰে কৰিলো আৰু। সকলো সমাধা হৈ গৈছে।"

"ধৰ, সুদলৈ টকা আন বাৰু। মহাজনবোৰ হ'ল নাদৰ ভিতৰৰ ইটা। বাহিৰত কোনেও একো গমকে নেপায়। মাটি বন্ধকত নিদিবি হ'লে দেই! মাটি বন্ধকীত বহুত কথাই আহি পৰে।"

"কি কথা আহিবনো দেউতা! যাৰ মাটি আছে তেওঁহে বন্ধক দিব। মাটি নথকাই কাৰ লাওখোলাটো দিব!"

"সেইটো ঠিকেই কিন্তু...।"

"চোৱা দেউতা, তোমাক ভাঙি কওঁ বাৰু—ছহেজাৰ টকা মুকুন্দী মলৰপৰা সুদলৈ

আনিলো। মাটি দুবিঘা বন্ধক দি ঋণগুৰপৰা আঠ হেজাৰ আনিছো। এই চৌধ্য হেজাৰৰ ভিতৰতে সকলো সমাধা কৰিব লাগিব। তাৰ কমত একো নহ'ব।"

"তেন্তে মাটি বন্ধক দিলি?"

"কিনো বেয়া কথা হ'ল দেউতা। দুবছৰৰ ভিতৰতে বন্ধক খুলি পেলাম। পইছানো কি? হাতৰ মলিহে। ভবিষ্যতে পূৰা দমে হাতে-কামে লাগি উপাৰ্জন কৰিব লাগিব।"

"দিলি কোন ডোখৰ মাটি? ভাইৰূপাৰ ডোখৰৰ পৰানেকি?"

"নহয়, সিডোখৰৰপৰা দিলো। চিচুগুৰিৰপৰা।"

"আচ্ছা ঠিক আছে, বোপাই।"

তাৰ পিছত মল্লণে আন কথা উলিয়াই থাকিল। বুঢ়াই হুঁ-হাঁ একো নকৰিলে, মল্লণে কিবা কথা সুধিলেও বুঢ়াই উত্তৰ নিদিয়া হ'ল। কুচি-মুচি বহি পৰিল।

জীতোৱে ককাকলৈ ৰুটি লৈ আহিল। লোৰ চকীখনত থালখন থ'লে, কিন্তু আধা ডোখৰ ৰুটি খায়ে বুঢ়াৰ পেট ভৰি গ'ল। কবি-আলুৰ ভাজিখিনি বেচ সোৱাদ লগাই হৈছিল। আলু-কবি পালে বুঢ়াই বৰ হেঁপাহেৰে খায়। কেতিয়াবা নিজে দিহা-পোহা দি ভাজিবলৈ কয়। সেইদিনা দুখন ৰুটি বেছিকৈ খায়। কিন্তু কি হৈ গ'ল লোটাৰে থালখনতে পানীঢালি মুখ ধুলে, কুল-কুলি কৰিলে। গামোচাৰে মুখখন মুচি 'ৱাহ গুৰু ৱাহ গুৰু' বুলি ক'বলৈ ধৰিলে।

ৰিচালদাৰ কৰম সিংহই বিচনাত শুই মনত পেলালে, "পেঞ্চন লৈয়ে এই দহবিঘা মাটি কিনোতে কিমান কষ্ট কৰিব লগা হৈছিল। চাকৰিত থাকোতে গোটোৱা গোটেইখিনি ধন তেওঁ ইয়াতে খৰচ কৰিলে। ঘৰৰ বয়-বস্তুও ধাৰত বন্ধক সোমাল। মদাৰ, বৰগছৰ লগতে জোপোহানীখন। ঠাইতে ওখ, ঠাইতে চাপৰ গোটেইডোখৰ মাটি খলা-বমা। তেওঁ কোৰ-কুঠাৰ লৈ এখন যুদ্ধই আৰম্ভ কৰি দিলে। বিশ্বযুদ্ধৰ দৰে দুবছৰ যুঁজি গছ-গছনি উঘালি শেষ কৰিলে। ৰিচালদাৰৰ এনেহে লাগিছিল যেন তেওঁ চিচুগুৰিৰ মাটিডোখৰ নিজৰ দেহৰ পৰাহে জন্ম দিলে। এতিয়া তাৰ দুবিঘা পুতেকে বন্ধক দিয়া মানে হ'ল তেওঁৰ দেহৰ কোনো অংশ কাটি পেলোৱাৰ দৰে!

ৰিচালদাৰ জীৱনজুৰি অভিজ্ঞতা লাভ কৰা লোক। তেওঁ জানিছিল যে জাটৰ হাতৰপৰা মাটি এবাৰ ওলাই গ'লে পুনৰ ঘূৰাই অনা টান। জাটৰ আৱশ্যকতাৰ অন্ত পৰাৰ লগতে মাটিও হাতৰপৰা এৰাই যাব। বন্ধকৰ মাটিৰ সুদ বাঢ়ি গৈ থাকে। জাটৰ গৰজ বাঢ়ি যোৱাৰ লগে লগে বন্ধকৰ টকাও বাঢ়ি যায়। বন্ধকত থোৱা টুকুৰাৰ লগতে থকা টুকুৰাও বন্ধকত পৰে। চৰদাৰৰ সম্পূৰ্ণ বিশ্বাস হ'ল যে বন্ধক দি যাওঁতে যাওঁতে চিচুগুৰিৰ মাটি নেথাকিবগৈয়ে। এদিন সেই মাটি হেৰুৱাই মাত্ৰ ভাইৰূপাৰ মাটিডোখৰহে গৰাকীহৈ থাকিবগৈ। তেওঁৰ এনেহে লাগিল মল্লণে যেন মাটি বন্ধকত থোৱা নাই, তেওঁকহে কোনোবা যখিনীয়ে এফালৰপৰা খাই নিছে।

পুৱালৈ বুঢ়া উঠিবই নোৱাৰা হ'ল। জীতোৱে মাতিলেহি, তেওঁ বৰ কষ্টেৰেহে

চকুদুটা মেলি চালে। আনকালে পুৱাই সাৰ-পাই উঠে। বাহিৰ ফুৰি আহেগৈ। দাঁতোন লয়। মুখ-হাত ধোৱে আৰু 'সত্য বাণী' পঢ়ে। ইতিমধ্যে চাহ তৈয়াৰ হয়। কিন্তু আজি চাহলৈ আহিলতো তেওঁ যেনে আছে তেনেকৈয়ে পৰি থাকিল। নিষ্প্ৰাণ শৰীৰৰ দৰে। তেওঁৰ যেন শ্বাস-প্ৰশ্বাস বন্ধ হৈ পৰিছে।

৮

সেইকালত ৰামপুৰালৈ এখন লড়ী চলাচল কৰিছিল। লড়ীখন পুৱা ছয় বজাত দয়াল পুৰাৰপৰা এৰে। দয়ালপুৰাৰপৰা ভাইৰূপা, খড়ক সিং গাওঁ হৈ বুৰজ গিল্লাঁ, হাকম সিংৱালা, সধানিয়া দলং আৰু দলঙৰপৰা নামি ৰাজ আলিয়েদি ৰামপুৰাফুল পায়গৈ। তাৰপৰা পুনৰ চাৰি বজাত আহে আৰু এন্ধাৰ হোৱাত দয়ালপুৰা পায়হি। এই লড়ীখনৰ পৰা বৰ সুবিধা হৈছিল। গাঁৱৰ লোকসকলে যাৱতীয় বস্তু কিনিবলৈ ৰামপুৰালৈ যায়। পুৱাই গৈ গধূলি ঘূৰি পায়হি। মাইকী মানুহো অকলে যায়। লড়ীৰ ওপৰত মাল-বস্তুবোৰ জাপি দিয়া হয়। লড়ীখন ৰোৱা ঠাইত যাত্ৰীবিলাকে নিজৰ বয়-বস্তু নমাই ঘৰা-ঘৰি যায়গৈ। ড্ৰাইভাৰৰ পিঠিফালে এটা কেবিন আছে। তাত দুখন বেঞ্চো আছে। এই কেবিনতে মহিলা যাত্ৰীসকল বহে। পিছৰ চোৱাত দুখন দীঘল বেঞ্চ সমান্তৰালকৈ পৰা। তাত পুৰুষসকল বহে। তাত নজুৰিলে তলত হেঁচাটেপাকৈ মানুহ বহি যায়। দয়ালপুৰাৰপৰা লড়ীখন সময়মতে ওলাই আহে যদিও ৰামপুৰাৰপৰা ঘূৰি যাওঁতে সময়ৰ কথা নেখাটে। কওঁতে সময় চাৰিবজা বুলি ক'লেও সকলো যাত্ৰী ঘৰমুৱা হৈ গাড়ীত বহিলেহে গাড়ী চলিবলৈ লয়। জানৰ কাষৰ গুৰুদ্বাৰৰ সন্মুখত ৰবৰৰ হৰ্ণটোৱে পোঁ পোঁ মাত দিয়ে। সধানিয়াৰ দলঙৰপৰা দয়ালপুৰালৈকে বাটচোৱা কেঁচা। চকা বোকাময় হৈ পৰে। প্ৰতি দুখন গাঁৱৰ মাজত বনুৱাই কাম কৰি থাকে। লড়ীখন অহাৰ আগে আগে দুয়ো বেলা গাড়ীৰ লিকৰপৰা বোকাবোৰ গুছাই থয়। তথাপিও কোনো কোনো ঠাইত লড়ীখন লাগি ধৰে। যাত্ৰীসকল নামি ঠেলিঠেলি গাড়ীখন বোকাৰপৰা তোলে আৰু পিছত গাড়ীত বহেগৈ।

মল্লণ আৰু চন্দ্ৰ কৌৰে ভাবিলে কাপোৰ-কানি বিয়াৰ দুই চাৰিদিনৰ আগত কিনিলেও হ'ব, প্ৰথমে ঘিউ আৰু চেনীখিনি কিনিথোৱা হওক। কণ্ট্ৰলৰ কথা, কি ঠিকনা মুৰকত হয়তো নেপাবও পাৰো। লড়ীখন সাতমান বজাত খড়কসিং চুবুৰী পায়হি। তেওঁলোকে দুহেজাৰমান টকা লগত লৈ লড়ীত বহিলগৈ। সেইদিনাই প্ৰীতমৰ গাড়ীখনো দুই তিনি ঘৰমানৰ ঘেহুঁ বোজাই দি ৰামপুৰালৈ নিছিল। চাৰি বস্তা আছিল প্ৰীতমৰ নিজৰ। প্ৰীতমে বজাৰৰপৰা খলিহৈ আৰু কপাহগুটি অনাৰ কথা আছিল। মল্লণে প্ৰীতমৰ

লগত কথা পাতি থৈছিল যে উলটি আহোঁতে তেওঁ যাতে ঘিউ দুটিং আৰু চেনী দুবস্তা লৈ আহে।

ৰামপুৰা পায়ে দুয়ো গাঁৱৰ দোকানীজনৰ তালৈকে গ'ল। দোকানত বহুত ঘেহুঁৰ বস্তা দ'মাই থোৱা দেখিলে। ভালেমান বুতমাহৰ বস্তাও। ক'ৰবাত কেনেবাকৈ দুই এজনেহে এই সময়ত শস্য বিক্ৰী কৰিবলৈ আহে। বৰমানুহ জাটহঁতেহে এই বতৰত অভাৱগ্ৰস্ত জাটহঁতক এগুণৰ ঠাইত ডেৰগুণ দামলৈ বেচি বেপাৰ কৰে। অথবা সৰু জাতৰ জাটহঁতক বেছি দামত বেচে। হীন কুলীয়া জাটৰ পৰিয়ালৰ ঘৰত বছৰ জোৰাই খোৱাৰ অন্তত যি অলপ-অচৰপ বাচি ৰয়, সেইখিনি বেচি আন দৰ্কাৰী বস্তু কিনে। তেনে অৱস্থাত তেওঁলোকে বজাৰত ঘেহুঁ বেচিবলৈ নিয়ে। তেওঁলোকে দুগুন-ডেৰগুণ দামত ঘেহুঁ বেচিব নোৱাৰে। দহ, কুৰি সেৰ বা এমোন বেচাৰ জঞ্জাল নিজে নলৈ দোকানীকে দি দিয়েগৈ। গাঁৱৰ দোকানীক ঘেহুঁ বেচা মানে নিজক লুটিবলৈ দিয়া, একে কথা। গতিকে দোকানলৈ নি ঘেহুঁখিনি বেচি নগদ পইছাকিটা লোৱাকে ভাল বুলি ভাবে।

খোলা বজাৰত ঘিউ আৰু চেনী ক'তো পোৱা নেযায়। বেপাৰীহঁতেহে ক'ত কি বস্তু পোৱা যায় জানে। গাৱৰ বেপাৰীজনে প্ৰথমে পোৱা নহ'ব বুলিয়ে ক'লে, "তথাপি চেষ্টা কৰি চাওঁচোন, কিজানি কোনোবাই দয়া কৰি দিয়েবা। মস্কিলৰ কথা।" মল্লণ আৰু চন্দ্ৰ কৌৰে কাকুতি কৰাত দোকানীজনে তেনেকৈ ক'লে। এনে কৰিলে দুয়ো পক্ষৰে লাভ। দিওঁতাই ব্লেক কৰিব পাৰে আৰু লওঁতাৰ কামফেৰা সিজে অৰ্থাৎ গোৰমাৰি গঙ্গাত পেলোৱাৰ দৰে হয়। জীৱনলৈ গুণ-গান থাকি যায়। দোকানীয়ে ধূতি থুৰীয়াই পিন্ধি দোকানৰপৰা ওলাল আৰু ইফাল-সিফাল কৰি বজাৰৰ মাজত লুকাই পৰিল। ঘূৰি আহি মল্লণৰপৰা টকা ল'লে আৰু ক'লে, "ওলোৱা, গাড়ীৰ মালিককো মাতি আনা, ক'ত আছে। এতিয়া আৰু পলম নকৰিবা।"

মল্লণ আৰু চন্দ্ৰ কৌৰে ঠেং দাঙিয়ে আছিল। মল্লণে প্ৰীতমক বিচাৰি আনিলে। দোকানৰ শূন্য ঠাইডোখৰলৈ গাড়ী অনা হ'ল। চকুৰ পলকতে ছয়টিং ঘিউ তুলি দিলে। টিন কিটা দলিচা বা কাপোৰেৰে ঢাকি লোৱা, ইয়াত বৈ নেথাকিবা, যোৱা।"

আনজন দোকানীয়েও তাকে কৰিলে। চেনীৰ বস্তা দুটা ফটাফট্ গাড়ীত তোলালে। প্ৰীতমে নিজৰ বয়বস্তু আগতে কিনি আনিছিলেই। তেওঁ লড়ীখন বজাৰ পোৱাৰ আগতে পালেহি। আহিয়ে ঘেহুঁ জোখালে। গৰুহাল গাড়ীত জুটি প্ৰীতম লৰালৰিকৈ বজাৰৰ বাহিৰ ওলাল। জানৰ দলংখন আহি পোৱাতহে তেওঁ গাড়ীত অনা বস্তুখিনি নিৰীক্ষণ কৰি চাবলৈ সকাহ পালে। বস্তুখিনি ঠিকেই আহিছে। মল্লণ আৰু চন্দ্ৰ কৌৰো গাড়ীতে বহি আহিছিল। লড়ীত পইছা খৰচ কৰাৰ কি দৰ্কাৰ? গাড়ীত বহি অহা কাৰণে মালখিনিত চকুদি আহিব পাৰিলে। কেৰকেৰাই গৈ থকা গাড়ীখনত দুয়ো বহি বেপাৰীহঁতৰ কথা পাতি হাঁহি আহিছিল। চন্দ্ৰ কৌৰে গাঁৱৰ দোকানীজনৰ ভাও দি দুয়োকে হহুঁৱাই আহিছিল।

বেলি পৰাৰ সময়ত গৰুগাড়ীখন আহি গাওঁ পালেহি। ৰিচালদাৰ কৰম সিংহৰ অৱস্থা অতি বেয়া। পুৱা চাহ দুঢোক গিলিছিল, কিন্তু দুপৰীয়া ৰুটি খোৱা পৰত তেওঁ নুঠিলেই। জ্ঞান আছিল, কিন্তু ৰুটি খাবলৈ মান্তি নহ'ল। জীতোৱে ৰুটিৰ থালখন অনাভাগেই ওলোটাই লৈ গ'ল। আবেলি চাহ খোৱা পৰত মুখেৰে নেমাতিলেই, আৰু এতিয়া সাঁজ লাগিলহি। জীতো-মীতো আৰু বলকাৰ তিনিও হাত-ভৰি লৰাই মাত দিলে, কিন্তু বুঢ়াৰ মাত নোলাল। মাত মাতিলে চকু হাল মেলে, বচ। এতিয়া তেওঁ হুঁচ বুলিবলৈ একো নাই। মল্লণ আৰু চন্দ্ৰ কৌৰ ঘৰ পোৱাৰ লগে লগে, গাড়ীৰপৰা বস্তু নমাবলৈ পালেহে, তিনিটা ল'ৰা-ছোৱালীয়ে ককাকৰ অৱস্থাৰ কথা ক'লেহিয়েই। মল্লণ আৰু চন্দ্ৰ কৌৰ বুঢ়াৰ কোঠা পালেগৈ। বুঢ়াৰ উশাহ লোৱাত কষ্ট হৈছে। উশাহটো কোনোমতেহে টানিব পাৰিছে। পেটটো কমাৰৰ ভাটিটোৰ দৰে হৈ পৰিছে। চকুদুটা মেলা ভাগতে আছে যদিও দুফুটা নহৰুৰ দৰে নিষ্প্ৰাণ, অলৰ। মল্লণে মাত দিলে, কিন্তু বুঢ়া বাপেকৰ সংজ্ঞা থাকিলেহে...! মল্লণে দৌৰমাৰি গাঁৱৰ মুখিয়ালজনৰ কাষ পালেগৈ। মুখিয়ালজন তেওঁৰ লগতে আহিল। তেওঁ আহি চাই ক'লে, "অগৰু কাঠৰ ধোঁৱা নাকত দি চোৱা।" কেইটোপমান 'অমৃত ধাৰা' বাতাচাত দি মুখত দিয়া হ'ল, কিন্তু হুঁচ থাকিলেহে মুখ খুলিব। দুয়ো হাতভৰি লৰাই-চৰাই চালে আৰু ঘৰুৱা ঘিউও মালিচ কৰিলে। বুকুতো মালিচ কৰিলে, হাতৰ তলুৱাতো কৰিলে, ভৰিৰ তলুৱাতো কৰিলে। তল পেটত হেঁচা দি শৌচৰ দ্বাৰেদি বায়ুও উলিয়ালে। বুঢ়াৰ উশাহ মাজে মাজে বন্ধ হৈহে যাবলৈ ধৰিলে।

সেইদিনা ৰাতি আৰু চৌকা নজ্বলিল। গাঁৱৰ সকলো আহি বুঢ়াক পৰদি ৰ'লহি। বুঢ়া-বুঢ়ীসকলো আহি বুঢ়াৰ কোঠাত বহিলহি। ৰিচালদাৰৰ সৎগুণবিলাক বখানি থাকিল। খুব পুৱাই বুঢ়াৰ প্ৰাণপক্ষীয়ে উৰা মাৰিলে। মহিলাসকলে চিঞৰি চিঞৰি বিলাপৰ গীত গাবলৈ ধৰিলে। মল্লণে মাটিত বাগৰি চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে। জীতো-মীতোৱেও কান্দিবলৈ ধৰিলে। তাৰ পিছত কেউফালৰপৰা নিস্তব্ধতা আহি পৰিল। ৰিচালদাৰৰ মৃত শৰীৰ মাটিত নমোৱা হ'ল। প্ৰত্যেকেই বুঢ়াৰ গুণকে বখানি থাকিল। বেলি উঠি অহাৰ লগে লগে মল্লণে এজন মানুহ বাঢ়ৈৰ ওচৰলৈ পঠালে আৰু কৈ পঠালে যে তেওঁ কৰতখন লৈ সোনকালে আহিব লাগে। গছ কটা হ'ল আৰু দুৱাৰমুখতে দুজনে কাঠ ফালিবলৈ লাগিল। সম্বন্ধীয় সকলোৰে ঘৰলৈ খবৰ পঠোৱা হ'ল। দুপৰ হোৱাৰ লগে লগে সকলো মিতিৰ-কুটুম গোট খালেহি আৰু গঞা-জ্ঞাতি মিলি ৰিচালদাৰৰ অন্ত্যেষ্টিক্ৰিয়া সম্পন্ন কৰিলে।

খবৰ পাই মৰাঝ গাঁৱৰ গুৰদেউ সিংহ মাত লগাবলৈ আহিল। মল্লণে প্ৰথম কথা এইটোকে পাতিলে যে ছোৱালীজনীৰ বিয়াখন দুমাহলৈ পিছুৱাই দিয়া হওক। গুৰদেউ সিংহই নিজেই সেইষাৰ কথা উলিওৱাৰ কথা আছিল। সকলোৱে জনা কথা যে ইমান সোনকালে বিয়াপাতিব পৰা নহ'ব। কেইদিনমানৰ পিছত গুৰদেউ সিংহ ধূৰকোটলৈ

গ'ল আৰু বিয়াৰ দিন পিছুৱাই লোৱালে। তিনি ফাগুণৰ ঠাইত দহ আহাৰ কৰা হ'ল। মল্লণে নভবা-নিচিন্তাকৈয়ে দুমাহ পিছুওৱাৰ কথা কৈছিল। কিন্তু গুৰদেউ সিংহই গোটেই পৰিস্থিতিটো বুজি বাজি ল'লে। দুমাহৰ পিছত পাতিলে ব'হাগত পৰিব। কিন্তু বহাগ মাহটো হ'ল বৰ ব্যস্ত মাহ। আহাৰ মাহ হ'ল যেহুঁ ধান দাই চপোৱাৰ বতৰ। জেঠতো কাৰো আজৰি নাই। সৰহ সংখ্যক লোকে জেঠতে যেহুঁ চপাই বজাৰত উলিয়ায়গৈ। ইফালে জেঠমাহ কপাহগুটি সিঁচাৰ বতৰ। সাতে-পাঁচে সকলো ভাবিচিন্তি চাই ধূৰকোঁটীয়াহঁতৰ লগত আলোচনা-বিলোচনা কৰি গুৰদেউ সিংহই আহাৰত বিয়া পতাৰ সিদ্ধান্ত কৰাই আনিলে। ধূৰকোঁটীয়া ঘৰেও এক অনুমান কৰি থিৰ কৰিলে যে বুঢ়াৰ সকাম-নিকাম পাতি অতবোৰ পইছা খৰচ কৰি মল্লণে ইমান সোনকালে বিয়া পাতিবলৈ টকা-সিকা কেনেকৈ যোগাৰ কৰিব? মাজত সময় ৰাখি বিয়াৰ দিন লোৱা উচিত হ'ব। তেহে মল্লণে খোলা হাতেৰে খৰচ কৰিব পাৰিব। তেওঁলোকৰো লাভৰ অঙ্ক বাঢ়িব।

গুৰু গ্ৰন্থ চাহিবৰ সাধাৰণ পাঠ আৰম্ভ কৰোৱা হ'ল। বুঢ়াৰ কোঠাৰপৰা সকলো বস্তু আঁতৰাই প্ৰথমে বেৰত হালধীয়া ৰং সনোৱা হ'ল। মজিয়াত দলিচা পৰা হ'ল।

গাঁৱৰ লোকসকলো আহি শাৰীপাতি বহি, পাঠ শুনি থাকেহি। বাৰান্দাতো দীঘল পাতি পাৰি দিয়া হৈছে। অহা-যোৱাসকলৰ প্ৰত্যেককে একোগিলাচ চাহ খুউওৱাৰ ব্যৱস্থা কৰা হ'ল। সম্বন্ধীয় সকলোৱেই পাঠ শুনিবলৈ আহি-গৈ থাকিল।

ভোগ চৰোৱাৰ দিনটোত বিয়াৰ পৰিৱেশেই ফুটি উঠিছিল। দীন-দুখী-ভিক্ষাৰীক মলাত চাউল বিলোৱা হ'ল। মিঠাইৱালা মাতি মিঠাইৰ লাড়ু তৈয়াৰ কৰা হ'ল। গুৰু গ্ৰন্থ চাহেব সামৰাৰ আগে আগে ব্ৰাহ্মণসকলক মাতি ব্ৰহ্মভোজন কৰোৱা হ'ল। গাঁৱৰ প্ৰতিঘৰলৈকে আঠোটাকৈ লাড়ু, মগুডাইল, আলু আৰু বুতৰ তৰকাৰী, লগতে চাৰিখনকৈ লুচী ঘৰমূলীয়াকৈ দিওৱা হ'ল। গাঁৱত চল্লিশঘৰ ব্ৰাহ্মণ আছিল। প্ৰতি- ঘৰকে নিমন্ত্ৰণ কৰা হ'ল আৰু তেওঁলোকেও হাতত থাল লৈ উপস্থিত হ'লহি। বুঢ়া-বুঢ়ী, মতা-মাইকী, ল'ৰা-ছোৱালীসকলো উঠি আহিল। গাঁৱৰ সকলোলৈকে খোলা হাতেৰে বস্তু বিতৰণ কৰা হ'ল। প্ৰতিঘৰলৈ চাৰিটাকৈ লাড়ুও। খড়ক সিং চুবুৰীটোত মুঠ চাৰিশঘৰ মানুহ, হয়তো বেছিও হ'ব পাৰে। ভোগ চৰোৱালৈ গোটেই গাঁও উবুৰি খাই আহিল। ভোগ চৰোৱাৰ অন্তত বিদায় দিওঁতে প্ৰত্যেককে একোটা লাড়ুৰ ঠোঙা দিয়া হ'ল। সম্বন্ধীয়সকলক পাল্লাত জুখি লাড়ুৰ টোপোলা দিয়া হ'ল। খড়ক সিং চুবুৰীহে নেলাগে আশে-পাশে থকা গাঁৱৰ লোকেও ৰিচালদাৰ কৰম সিংহৰ কাজটোৰ প্ৰশংসা নকৰি নোৱাৰিলে। মানুহবিলাকে মল্লণক ধৰ্মাত্মা বুলি সন্মান যাচিলে। নিজ হাতেৰে দান দি পুণ্য অৰ্জা, কম কথা বুলিবানে? সিজন্মলৈ লগত সেইখিনিহে যাব। পো-জী লগত নেযায় নহয়, যাব পুণ্যফেৰাহে। বোলে—"ধনে ধনে কৰি ধনকে ঘটিলো, পৰম যতন কৰি। ধনো থাকিল পৰি, দেহা গ'লে চলি, লগত গ'ল দুছলি খৰি।"

কোনোজনে আকৌ ক'লে, "ধনেই ধৰ্মৰ মূল, বুজিছা? ভিতৰি পোতন থকা কাৰণেহে ইমানকৈ খৰচ কৰিব পাৰিছে। ভাতে-ভঁৰালে থকা জনেহে পাৰিব।"

"আকৌ এজনে খোঁচটো মাৰি জোলোঙাৰ মেকুৰীটো উলিয়াই দি ক'লে ভাতে ভঁৰালে থকাঘৰৰ কথা আমিহে জানো। ঝগুৰ বহীখন মেলি চালেই উৰহী গছৰ ওৰ ক'ত ওলাই পৰিব। সকাম খোৱা ভকতৰ আগত ডাক্ষোপ মাৰিলে কি হ'ব? দেখিলেহে লেখিবা ফুটনি ক'ত? চোৰৰ ল'ৰা সজ হোৱা দেখিছা ক'ৰবাত!"

পুনৰ কথাই মোৰ সলালে। "নিজৰ তলি উদং কৰি নাক বচোৱাৰপৰা লাভ হ'ল কি? এদিন দেখিবা সেই নাকতে পাক লাগিব! এতিয়া ছোৱালী বিয়া দিয়াৰ মহাভাৰ-খন মূৰত আছেই নহয়। সৰুজনীও বিয়া দিব লগা হৈ আছে। চাই থাকিম নহয়, এই পাটক; একেটা গোৰতে লুটিখাই পৰাটোক!"

ঝগুৰপৰা লোৱা আঠহেজাৰ টকা সকামত খৰচ কৰি শেষ কৰিলে। বিয়াখন পাতিবলৈ এতিয়াও বাকী। মল্লণ হালোৱাটোক লগত লৈ চিচুগুৰিৰ মাটি ডোখৰলৈ যায় আৰু দুয়ো মনে মনে নিৰাই থাকেগৈ। কেতিয়াবাহে কথা একোষাৰ পাতে। হালোৱাটোৱে ভাবে—"মাটিগিৰি লোকৰো সুখ আছে জানো? জাট জাট বুলি ফোপোলা বাহাদুৰী দেখুৱালে কি হ'ব, হোঁ! ৰিচালদাৰৰ মাটি, পোৱে দিলে কাটি। ফাটমেলিল খেতি। এৰা, আমাৰ নো ক'বলৈ কিটো আছে? অহা বছৰত আন এঘৰৰ হালোৱা হ'বলৈ নোপোৱাকৈ নেথাকো।" তাৰপিছত তেজুৱে অনুমান লগালে এইবাৰ আহাৰ মাহত বাৰু সি ভাগৰ ঘেহুঁ কিমান পাব?

"হয়ৰে তেজু, তোৰ হিচাপত বাৰু এইবাৰ কিমান ঘেঁহু পোৱা যাব?" সেই সময়ত মল্লাণেও সেইটো কথাকে ভাবি আছিল।

তেজুৱে খুৰপীখন ঠেলা মাৰি থৈ গোটেইডৰা ঘেহুঁলৈ এক বিহঙ্গম দৃষ্টিৰে চাই ক'লে, "কেনেকৈনো কওঁ? চোৱা..."

তেজুৱে গোটেই দহ বিঘাৰে অনুমান এটা কৰিলে। সিতো গোটেই দহ বিঘাৰ অংশ পাব। কিন্তু মল্লণে আঠ বিঘাৰ কথা ভাবি ভাবি বাকি দুবিঘাৰ কথা মনত পেলালে অন্তৰত আঘাত অনুভৱ কৰে। তেওঁ মনতে জ্বলি-পকি উঠে। যদি দেউতা নমৰিলহেঁতেন তেনেহ'লে এইবাৰ আহাৰ-মহীয়া ঘেহুঁ বিক্ৰী কৰি অনায়াসে মাটি দুবিঘা মোকোলাব পাৰিলোহেঁতেন। ম'হজনীও বেচি দিলোহেঁতেন। কিছু টকা মুকুন্দীৰ পৰা সুদলৈও আনিব পাৰিলোহেঁতেন। এই বছৰটো অলপ কষ্টত চলিব লগা হ'লহেঁতেন। সেইটো কি কথা? দেউতা নুঢুকুৱা হ'লে সেই আঠ হেজাৰ টকাৰে ছোৱালীৰ বিয়াখন হৈ গ'লহেঁতেন সুকলমে। এইখিনি টকা থাওকতে উৰি গ'ল। তেওঁ ভাবে—দুবিঘামাটি যদি বাদ নপৰিলহেঁতেন, তেনেহ'লে আহাৰত ফচল বেচি মুকুন্দীৰো ধাৰৰ আদখিনি মাৰিব পাৰিলহেঁতেন। এতিয়া মাজ সাগৰতে নাও বুৰিল।

অলপ পিছত যেতিয়া 'মল্ল সিংহ' বুলি তেজুৱে মাত লগালে, তেতিয়াহে

তেওঁৰ সংজ্ঞা ফিৰি আহিল। তেওঁৰ ভিতৰৰ 'জাট'টোৱে তেতিয়াহে সাৰ পালে।

তেওঁ সাহসেৰে কৈ উঠিল। কথাৰ মূৰত কথা ক'বলৈ হ'লে মল্লণে গদ্‌গদ্ হৈ কথা কয়। "পইছানো কি, আহে, যায়। খৰচ কৰিবলৈও মন এটা লাগে। ছোট দিলৰ মানুহে এটা পইছাও খৰচ কৰিবলৈ টান পায়। মাটি বন্ধকত থোৱা কোনো কথা নহয়। মাটি থকাইহে বন্ধকত দিব পাৰে? লাও লোৱাই কাৰ মূৰটো বন্ধক দিব? এতিয়া সকাম খোৱাসকলে 'হোঁ-চালা' বুলিব পাৰিব নেকি? দেখিলি নহয়, সকাম কেনেকৈ পাতিলো, অমুকাই!"

তাৰ পিছত তেওঁ আৰু এখাপ চৰি ক'লে, "এতিয়া ছোৱালীজনীৰ বিয়াতো চাবি, কেনেকৈ পাতো। সকাম খোৱাসকলেতো সন্তোষ পাইছেই; ভালেই হ'ল—বিয়াৰ আগতে বুঢ়া মৰিল। তেওঁলোকেও বুজিলে যে অমুকা মল্লণ সিংহ! বিয়া জাকজমক্‌কৈ পাতিমেই! তই চাই থাক বিয়া কিমান ডাঙৰকৈ পাতো। পইছা, চালা হাতৰ মলি! আচলজন মহাৰাজে আপুনি সহায় কৰিব!" তাৰপিছত তেওঁ নিজৰ মনতে ক'লে—"ওপৰৰ জনাই সকলো কৰোঁতা। তেৱেঁ কাম সুচাৰুৰূপে কৰিব।"

## ৯

চৰদাৰ কৰম সিংহ ঢুকুৱাৰ খবৰ পায়ে ঝণ্ডা ততাতৈয়াকৈ মল্লণৰ ঘৰ পালেহি। দাহ সংস্কাৰ কৰা পৰ্য্যন্ত তেওঁ মল্লণৰ ঘৰতে থাকিল। সৰু-সুৰা কামতো সহায় কৰি দিলে। সাধাৰণভাবে ইটো সিটো পৰামৰ্শও দি থাকিল। তেওঁলোকৰ ঘৰলৈ মাত দিবলৈ অহা সকলো লোককে মাত লগাই বহুৱালেও।

তাৰপিছত গ্ৰন্থ পাঠতো প্ৰতিদিন উপস্থিত থাকেহি। নিজে নিজে মল্লণক উপদেশ দি থাকে। ভোগৰ আগদিনা তেওঁ মল্লণক একাষৰীয়াকৈ মাতি নি ক'লে, "মল্লণ মন পেলাই নিদিবা, অন্তৰ খোলা ৰাখিবা। এইটো হ'ল বংশ-পৰিয়ালৰ সন্মানৰ কথা। পইছাৰ ক্ষেত্ৰত চক্‌খাব নেলাগে। আমি ভাই-বন্ধুবোৰ আছো কিহ'লৈ? যদি সময়ত সহায় কৰিব নোৱাৰো...যদি পা-পইছাৰ দৰ্কাৰ হয়, তেনেহ'লে খোলাখুলিকৈ কৈ দিবা। মই য'ৰেপৰা যোগাৰ নকৰো নেলাগে, তোমাৰ কাম নোহোৱাকৈ নেথাকে।"

মল্লণে ক'লে, "নেলাগে ঝণ্ডা সিংহ। এতিয়া ঘৰত যথেষ্ট পইছা আছে। সিমান খৰচ নহ'বগৈ কিজানি। বৰ্তমানলৈ হ'ব দিয়া।" পুনৰ ক'লে, "আগত ছোৱালীজনীৰ বিয়াৰ বোজাটো মূৰত আছে নহয়। তেতিয়াহে তোমাক আমনি কৰিম।"

"সেয়া দেখিলা, পাগলটোৰ কথা! এইটো ঘৰুৱা কথা। কিমান লাগে ক'বা, ঘৰতে দি যামহি।"

ফাগুণ পাৰ হোৱাৰ পিছৰপৰা মল্লণক বিয়াৰ চিন্তাই খুলি খাবলৈ ধৰিলে। চিচুগুৰিৰ ঘেহুঁডৰাও লহপহকৈ বাঢ়ি উঠিছে। তেওঁ খেতিডৰাত থিয় দিলেগৈয়ে মনটো জুৰ পৰি যায়। কিন্তু মনটো গোজগোজায়ো উঠে—চালা, বংশ-পৰিয়াল, মিতিৰ-কুটুম-মখাই মোক খুলি খালে। ইমান ঘেহুঁ কোন জাটে উপাৰ্জন কৰিব পাৰিছে? যদি খৰচ কৰিব লগা নহ'লহেঁতেন তেনেহ'লে বছৰজোৰাই খায়ো অন্যান্য খৰচ চলাবপৰা হ'লহেঁতেন। আকৌ ভাবি জ্বলি-পকি উঠে—"বুঢ়াটো মৰিয়ে সকলো পণ্ড কৰি পেলালে। নহ'লেনো মই কাৰ ধৰুৱা হ'লোহেঁতেন?"

মল্লণে হিচাপ কৰিলে, "বিয়া আহাৰত হ'ব যেতিয়া, সেই বতৰত ঘেহুঁ চাপিবই। বছৰটোৰ কাৰণে ঘৰত ৰাখি, বাকীখিনি বজাৰত বিক্ৰী কৰি পেলাম। ঘেহুঁৰ উপাৰ্জনেৰে বিয়াৰ খৰচ চলাব পৰা হ'ব। বিয়াৰ আগে আগে চাৰিহেজাৰমান টকা যোগাৰ কৰি লোৱা যাওক, ছোৱালীজনীৰ কাপোৰখিনি আগতে কিনি ৰখা ভাল হ'ব।"

চাৰি হেজাৰ টকা এতিয়া ল'ব কাৰ পৰা? আৰু এবিঘা দিব লাগিব নেকি? বা নহ'লে মুকুন্দীৰপৰাই সুদলৈ ধাৰ ল'ব নেকি? তেওঁ ভাবিলে সুদলৈতো টকা পোৱা যাবই। মহাজনবোৰে সুদলৈ টকা দিবই। সিহঁতে সকলো পইছা সুদতে খটাই থাকে। দিয়েও যাকে-তাকে। মাটিগিৰিক ঘৰলৈ গৈও টকা দিয়েগৈ। তেওঁ পুনৰ ভাবিলে আগৰ ধাৰ দেখোন আঠহেজাৰ আছেই। আৰু চাৰিহেজাৰ আনিলে সুদতে দেখোন আলুৰে—কলপুলিয়ে উঘাল খাবগৈ। মাটি এবিঘা বন্ধকত দিয়াই উচিত হ'ব। জীতোৰ বিয়াও কিমান দিনৰ মূৰত হয়গৈ ঠিক নাই। এতিয়া কোনো ল'ৰাৰ খা-খবৰ ওলোৱা নাই। তাইৰ বিয়াখন হয়গৈ মানে মাটি তিনিবিঘা মোকোলাব পৰা হ'ব। পোন বাটেৰে উপাৰ্জন কৰিম! নিজৰ আত্মাটোক এই পৰ্য্যন্ত বিক্ৰী কৰা নাইতো!

চ'তমাহৰ মুকলি বতৰ। নাই জাৰ, নাই জহ। ঘেহুঁ যৌৱন উতলা। সোণগুটিৰ থোক ওলাইছে। ঘৰৰ গৃহিণীসকলে বেৰবোৰ হালধীয়া বোল দি মুচিছে। কোঠাৰ ভিতৰত হাতৰ ছাব লগাইছে আৰু চাঁদৰ ওপৰখনো লিপিছে। পুৱাৰ শীতল বতাহ বলিছে। ঘেহুঁৰ লাচ লাগি হালি-জালি থকা দৃশ্য চাই খেতিয়কসকলৰ চকু জুৰ পৰি গৈছে। প্ৰত্যেকৰে আশা যে এইবাৰ তেওঁলোকৰ 'বুখাৰী' বিলাক (শস্যৰখা মেৰ বিলাক) শইচেৰে পূৰ হৈ উপচি পৰিব আৰু বছৰটোৰ কাৰণে পাপী পেটকিটাৰ চিন্তা নেথাকিব। পৰিৱেশটোত যি এটা সুগন্ধ আমোলমোলাই আছিল মল্লণৰ কাৰণে সেইটো সময় আছিল হিয়াখনে উজনি-ভাটি কৰাৰ সময়। মূৰটো গৰম আৰু কলিজাত তপতশেল সোমোৱাৰ দৰে লাগিছিল।

তেওঁ ঝণ্ডাৰ ঘৰ ওলালগৈ। বৈঠকখানাত ঝণ্ডাৰ লগত গণক বাপুৰে কথাপাতি আছিল। পুৱা বেলা। মল্লণে ভাবিলে—কিজানি কিবা সুধিবলৈ মাতি আনিছে। কিন্তু তেওঁৰ হাতত দেখোন পুথি-পাঁজি একো নাই। কান্ধত ৰঙা গামোচাখন কপালত ফোঁটটো আৰু কঁকালত দুইলেংটি মৰা ডালডলিয়া ধূতিখন। ঝণ্ডাৰ পথানত বহি

তেওঁ ঝণ্ডাক কাকুতি-মিনতি কৰি থকাহে দেখা গ'ল। মল্লণে বাপুক মহাৰাজ সম্বোধনেৰে মাতিলত বাপুৱে কাহু এটা মাৰি মনে মনে ৰ'ল। চকুঘোপা হ'ল। যেন মূৰত বোজা এটাহে পৰিল। সম্ভৱ মল্লণৰ উপস্থিত তেওঁ ভাল নেপালে। ঝণ্ডাই মাত দিলে, "আহাঁ ভাই মল্লণ, বঁহা।"

মল্লণে বাপুৰ আকৃতি দেখিয়ে প্ৰকৃতি ধৰিব পাৰিলে। তেওঁ দুৱাৰ দলিৰ ভিতৰলৈ ভৰি নিদিলে। ক'লে, "মই আকৌ এনেয়ে এপাক মাৰি যাঁও বুলি আহিলো, তোমালোকে কথা পাতা।" আৰু তেওঁ ভিতৰলৈ গৈ বন্তোৰ কাষত বহিলগৈ। বন্তোৱে হৰদিত্তৰ জীয়েক, কেঁচুৱা নাতিনীয়েকক নিচুকনী গীত গাই তাইৰে ধেমালি কৰি আছিল। হৰদিত্তৰ ঘৈনীয়েক পুৱাৰ জলপান তৈয়াৰ কৰাত ব্যস্ত আছিল। মল্লণে বন্তোৰ লগত বতৰৰ কথা পাতিবলৈ ধৰিলে। বন্তোৱে তেওঁৰ খেতি-খোলাৰ বা-বাতৰি ল'লে। শেষত তেওঁ অহাৰ কাৰণ সুধিলে "পিছে অহাৰ সকাম?"

"এৰা, ঝণ্ডা সিংহক এটা দৰ্কাৰৰ কাৰণে লগ পাবলৈ আহিলো, বন্তো বৌ। গণক বাপু আহি বহি আছেহি তাত। ভাবিলো, তেওঁৰ লগত কথা পাতি শেষ কৰি লওক।"

"অ'হয়, বাপুদেৱে কিবা অসুবিধাত পৰি পুৱাৰপৰা আহি বহি আছেহি। নেজানো কথাটো কি। সম্ভৱ যেঁহ বিচাৰি আহিছে। দিৱালীৰ সময়ত দুবস্তা নিছিলো, এতিয়া আৰু লাগে হ'বলা—নহ'লেনো আন কি দৰ্কাৰ থাকিব পাৰে?" বন্তোৰ সংকেতটো মল্লণে বুজিলে। তেওঁ ঝণ্ডাৰ ঘৰৰপৰা ওলাই আহিল। ভাবিলে—বাপু যাওক, মই দুপৰীয়াই আহিম। বাপু এতিয়া কিমান পৰত ওলাই যায় ঠিক নাই। ধৰ্ণা দি আছে, দেখিছো।

দুপৰীয়া পুনৰ মল্লণ ঝণ্ডাৰ ঘৰ ওলালগৈ। তেওঁ নিজৰ কোঠাতে কাতি হৈ পৰি আছিল। হৰদিত্ত ঘৰত নাছিল। মল্লণ আহিয়ে কথাৰ পাতনি মেলিলেহি। "ঝণ্ডা সিংহ এতিয়া কিবা এটা কৰা, বিয়া পালেহিয়ে নহয়।"

এঙামুৰি দি ঝণ্ডা উঠি বহিল। সুধিলে, "বিয়াৰ দিন কেতিয়ামানলৈ ল'লা?"

"আহাৰৰ দহ দিন যোৱাত।"

"তেতিয়া হ'লে বেছিদিন নাই বুলিয়ে ধৰা।"

"হয়তো আকৌ, সেয়েহে আহিছো। দিন চমু চাপিছে।" মল্লণে পুনৰ আঁচনি দাঙি ধৰি ক'লে, "বিয়াৰ ৰুটি-ভাজি, কাৰিকৰৰ খৰচ ঘৰৰ পৰাই কৰিব পৰা হ'ব। ঘেহুঁ প্ৰথম প্ৰথম ঘৰ সোমাবহি। এতিয়া কন্যাৰ সাজ-কাপোৰ কিনিব লগা হৈছে। পাঁচতকৈ কম নপৰিব। পাঁচ হেজাৰ লাগে। লেখা-পঢ়া তুমি যেনেকৈ ইচ্ছা কৰি লোৱা। লাগিলে আৰু এবিঘা লোৱাই। নহ'লে সুদলৈকে ধাৰলৈ দিয়া।"

"সুদলৈ পইছা ধাৰ নিদিওঁ বুলি তোমাক দেখোন মই আগতেই সকীয়াই দি থৈছিলো। ভাই, মোৰদ্বাৰা সেইটো নহ'ব। এইবিলাক দোকানী-মহাজনৰ কাৰণেহে শোভা পায়। জাটে সুদলৈ টকা ধাৰ দিয়া...হেৰা, মাটিৰ কথাকোৱা।"

"ঠিক আছে মাটিকে বন্ধকত লোৱা।"

"কিন্তু, তুমি নিজে জনাশুনা মানুহ মল্লণ, এবিঘা মাটিত পাঁচহেজাৰ দিব নোৱাৰিম।"

"কিয় ?"

"প্ৰথমে তোমাক দুবিঘাতহে আঁঠ দিছিলো; দিওঁতে বেছিকৈয়ে দিয়া হ'ল। তেতিয়া মই নেমাতিলোও, বাৰু সেইটো বাদ দিলো, যাব দিয়া। দুবিঘাত আঠ ছহেজাৰ বেছিকৈয়ে দিয়া হ'ল। সেইখিন ধৰা বন্ধকত ল'লো। তুমি নিজে ভাবি চোৱা।"

"আকৌনো কেনেকৈ ল'ব খুজিছা ?"

"তাৰ লগতে লগা আৰু দুবিঘা দিয়া। পাঁচ হেজাৰ লোৱা আৰু সেই দুবিঘাৰ লগতে বাকী দুবিঘা লগলগাই চাৰি বিঘা লেখা-পঢ়া কৰি দিয়া। প্ৰথমৰ লোকচানখিনিও পূৰ হৈ যাব।"

"তোমাৰ যি ইচ্ছা। পাঁচ-ছয় হেজাৰত দুবিঘা হ'লে বেছিকৈ লৈছা দেই।"

"আৰে ভাই, তুমি প্ৰথমে দুবিঘা মাটি বন্ধকত দি আঠ হেজাৰকৈ টকা নিলাই দেখোন। তেতিয়া দুবিঘাত আঠ হেজাৰ আছিল, এতিয়া দুবিঘাত পাঁচ হেজাৰ বুলি ধৰা। একো বিশেষ তাৰতম্য হোৱা নাই ?"

মল্লণৰ মূৰ অচন্দাই কৰিলে। কলিজাত ঢপঢপনি উঠিল। তেওঁ হিচাপ কৰি চালে—এতিয়া দেখোন চিচুগুৰিৰ মাটিৰ আধা গ'লেই। কিন্তু মগজত বল দি পুনৰ ভাবিলে ছোৱালী বিয়া দিবইতো লাগিব। পাঁচ হেজাৰ কৈ টকা আনে কোনে দিব ? ইয়াতকৈ কম হ'লেও কাম নচলিব। মন, তই সাহস কৰ। আকৌ এটা জাপ মাৰ। দেখা যাওক ক'ৰ পানী কলৈ যায়। তেওঁ কাতৰ ভাবেৰে ক'লে, "বাৰু, তুমি যি ভাল দেখা। দুবিঘাকে লেখাই লোৱা। আৰুতো আন ৰাস্তা নাই।"

"আৰু এটা কথা কওঁ শুনা। উচিত কথা যদিও তোমাৰ তিতা লাগিব পাৰে। বাটৰ কথা কওঁ। মোৰ হাতত পইছা জমা কৰি ৰখা নাই। মই কোনোবা বেপাৰীৰপৰা সুদভৰি ধাৰ কৰিব লাগিব। মুকুন্দীৰ পৰাই হওক বা আন কাৰোবাৰ পৰাই হওক। অথবা ৰামপুৰাৰ গাঁৱৰ দোকানীজনৰ পৰাও হয়তো ধাৰ কৰিবগৈ পাৰো। তাতো নেপালে চোৰ-ডকাইতৰপৰা, য'ৰে পৰা নানো নেলাগে, তোমাক পাঁচ পূৰাই দিবতো লাগিবই। শুনা, শত দহটকাকৈ সুদো ভৰিব লাগিব তুমি। দ্বিতীয় কথা, ঘেহুঁসিঁচাৰ সময়ত তুমি ছমোন ঘেহুঁ মোনে দহসেৰকৈ যিমান ঘেহুঁ পোৱা তাৰ পৰা দিয়াৰ কথা আছিল। সেইখিনিও এই আহাৰত দিবযে পাৰিবা, আশা দেখা নাই। তাৰ পইছাখিনিও লগ লগাই ল'ম।"

"তোমাৰ সকলো চৰ্ত মঞ্জুৰ ঋণ্ডা সিংহ। মাত্ৰ তুমি টকা কেতিয়া দিবা কোৱা। কথা খতম!"

"পৰহিলৈ হাজিৰ কৰি দিম। বেছি পলম নকৰো। কালিলৈ ৰামপুৰালৈ এপাক মাৰি আহি যোগাৰ কৰি পেলাম।"

তৃতীয় দিনাই মুকুন্দীৰ দোকানত লেখা-পঢ়া হৈ গ'ল—মল্লণ সিংহই নিজৰ চিচুগুৰিৰ মাটিডোখৰৰ চাৰি বিঘা মাটি বন্ধকত থৈছে। আঠ হেজাৰ আঠশ আগৰ এতিয়াৰ পাঁচহেজাৰ দুশৰ লগত ছমোন ঘেহুঁৰ ওপৰঞ্চি দিব লগা এমোন কুৰি সেৰ ধৰি মুঠ ধাৰ চৌধ্য হেজাৰ পাঁচশ কৰি লেখা হ'ল। আগৰ দুবিঘা মাটি বন্ধক দিয়া কাগজখন ৰদ কৰি মুঠ চাৰি বিঘা মাটি বন্ধক দিয়া কথা লিপিবদ্ধ কৰা হ'ল। পাঁচ হেজাৰৰ পঞ্চাশখন নীল বৰণীয়া খমখমীয়া নোট গামোচাত বান্ধি মল্লণ ঘৰ পালেহি। তেওঁ নোটৰ জাপটো চন্দ্ৰকৌৰৰ হাতত দি কাপোৰ-কানি কিনাৰ বিষয়ে তেওঁৰে সৈতে আলোচনা কৰিবলৈ ল'লে।

গাঁৱৰ বন্ধকী মাটিৰ সিমান দাম নাছিল। চাৰি বিঘাত চৌধ্য হেজাৰ চৰা-দাম বুলিব পাৰি। কিন্তু ঝণ্ডা পাগল নহয়, তেওঁ বুজি বাজিয়ে অধিক দাম দিলে। তেওঁৰ পূৰা বিশ্বাস আছিল যে মল্লণে থাওকতে চৌধ্য হেজাৰ পাঁচশ টকা দিবযে পাৰিব আশা নাই। সচৰাচৰ খেতিয়কৰ মাটি যদি এবাৰ বন্ধকত যোৱা হয়, তেনেহ'লে তাক আজীৱন মোকোলাব নোৱাৰে। যদি বন্ধকৰ চৰ্ত কঠোৰ হয় তেনেহ'লেতো খোলাৰ প্ৰশ্নই নুঠে। মল্লণৰ চিচুগুৰিৰ ডোখৰ মাটি বৰ সাৰুৱা। খালৰ পানী পায়। মাটি নহয় জানিবা ৰহঘৰাহে, সোণ গুটি গজা।

কোনো বেপাৰী মহাজনৰপৰা টকা ধাৰ লোৱাটো ঝণ্ডাৰ ছলাহী কথাহে আছিল। ঝণ্ডাৰ হাতত যথেষ্ট টকা থাকে। মুকুন্দীৰ দোকানতে টকা জমা ৰাখে, নিজৰ ঘৰত নেৰাখে। দোকানীয়েও লালচ কৰে যে টকা পালে বেপাৰত খটাব পাৰে। ঝণ্ডাই টকা বিচৰা মাত্ৰে লগে লগে দিয়েও।

ওচৰ-চুবুৰীয়াই আলচ কৰে—"ঝণ্ডাৰ ঘৰত কিজানি ক'ৰবাৰ গুপুত ঠাইত টাকশাল আছে। মাটি বন্ধকত লব লগা হ'লেই তৎক্ষণাৎ খমখমীয়া নোট উলিয়াই দিবলৈ ক'ৰ পৰা ইমানবোৰ টকা পায়? ক'ব নোৱাৰো দেই, কুবেৰৰ সঁচে অতবোৰ টকা ক'ৰপৰা উলিয়াই দিয়ে।"

কোনোৱে আকৌ কয়, "বুজিছা টকাত টকা বাঢ়ে, খৰিকাত বাঢ়ে কাণ; মাকৰ ঘৰত জীয়াৰী বাঢ়ে, পথাৰত বাঢ়ে ধান। প্ৰথমে পালে ভায়েকৰ অংশটো, দহৰ ঠাইত কুৰি বিঘা হ'ল। এতিয়া বন্ধকত কিমান ল'লে চোৱা। গোটেই পথাৰখনৰ শইচ তেওঁৰ ঘৰলৈকে আহে। ইফালে ল'ৰালৈ আনিবলৈ বা ছোৱালী দিবলৈ বুলি খৰচ কৰাৰ বাটো নাই।"

তাৰ মাজতে কোনো জনে ভয়ে ভয়ে কয়—"এ কথা কি জানা? ফত্তো কুমাৰৰ সোণখিনি যে তেওঁৰ ঘৰত থৈছিল, কাৰো মনত নাইনে? ফত্তোৰ পৰিয়ালো ডাঙৰ পৰিয়াল। চাৰিজনীকৈ বোৱাৰী। গাধৰ বেপাৰ কৰা নাই জানো? দুজনী ছোৱালী পঢ়ুৱাইছিলো। এজন খাজানা তোলা পাটোৱাৰী আৰু এজন সৰু দাৰোগাও হৈছিল। সংঘৰ্ষৰ সময়ত তেওঁৰ তিনিওজনী জীয়েক আৰু জোঁৱায়েকহঁতো আহি তেওঁৰ ঘৰতে

আছিলহি। জোঁৱায়েকহঁত হ'ল পাঠানৰ সঁচ। কম লোক নাছিল একা! চাৰিওজনী বোৱাৰীয়েক, তিনিও জীয়েক আৰু ফত্তোৰ নিজৰ ঘৈণীয়েকৰ সমস্ত অলঙ্কাৰ-সোপাকে সোলোকোৱাই ঝণ্ডাৰ ঘৰত জমা থৈছিল। নিজৰ ভায়েকৰ দৰে ফত্তোৱে ঝণ্ডাক বিশ্বাসত ল'লে। ক'লে, "ভাই ঝণ্ডা, জীয়াই থাকো যদি ঘূৰাই ল'মহি। নহ'লে অল্লাৰ মৰ্জীত যি হয় হ'ব!" তাৰ পিছত উহলোৱাজনে পুনৰ ক'লে, "জানানে, ঝণ্ডাই কি কৰিলে? ক'লে বোলে ফতেহুদ্দিন, তোমাৰ আমানত মোৰ ওচৰত থাকিল। অহা বাৰ দৰবাৰ বহাৰ সময়ত আহি লৈ যাবাহি। তাৰ পিছত কি হ'ল জানা? মাজ ৰাতিয়ে গোটেই মুছলমান কুমাৰখিনি ঘৰ-বাৰী, গাওঁ এৰি গুছি গ'ল। ঝণ্ডাই এজাক গুণ্ডা সাজু কৰি ৰাখিছিল। তৎক্ষণাৎ সিহঁতক কামত লগাই দিলে। পিছত কুমাৰহঁতক ভাইৰূপাৰ এই পাৰলৈ আহিবলৈ দিয়া নহ'ল নহয়! সিহঁতক সিপাৰলৈ খেদাই সৰ্বস্ব হাত কৰি পেলালে এই ঝণ্ডা সিংহই।"

## ১০

গণক দেউৱে দুবস্তা ঘেহুঁ বস্তাত ভৰোৱাইহে বহাৰপৰা উঠিল। আগৰ পাঁচ মোনত ডেৰগুণ দিয়াৰ বন্দোৱস্ত আছিল। এতিয়াও পাঁচ মোন সেই বন্দোৱস্ততে ল'লে। নতুন ঘেহুঁ ঘৰ সোমাবলৈ দুমাহ বাকী আছে। কৰিব কি, বেচেৰা বাপুদেৱে আন কাৰোবাৰ ওচৰততো হাত পাতিবগৈ নোৱাৰে। যিকোনো প্ৰকাৰে পেটৰ ভোক গুছাব লাগিব। ঝণ্ডাৰ আপত্তি যে বাপুৱে আগতে দুবিঘা মাটি ফৌজী মিলখা সিংহক বন্ধক দিলে আৰু এতিয়া ঘেহুঁ মাগিবলৈ আহিছে তেওঁৰ ঘৰলৈ। মাটি যাক বন্ধক দিলা, তেওঁৰ ওচৰলৈ নোযোৱা কিয়? ইফালে মিল্‌খা সিংহও পোতন থকা জাট নাছিল। তেওঁ ইমান সাৱধানতাৰে পইছা জমা কৰি পুতেক কৰ্ণেল সিংহক চাৰি হেজাৰ টকাত দুবিঘা মাটি বন্ধকত লৈ দিয়া কথাটো ভাবিলে আচৰিত যেন লাগে। মোনত ডেৰমোনলৈ বা এমোন দহসেৰকৈ লৈ ঘেহুঁ দিয়াৰ সামৰ্থ্য তেওঁলোকৰ নাছিল। মিল্‌খা সিংহৰ তাকৰীয়া মাটি। কৰণেল সিংহই কথমপিহে হালখন জুৰিব পৰা হৈছে। সৈনিকৰ ঘৰ। প্ৰতিটো কাম স্কীম মতেহে কৰে। দুই-এবিঘা মাটি আধিখন্দুৱাকৈ লৈও খেতি কৰে। ঘৰৰ পৰিয়ালটোৰ ভৰণ-পোষণ ভালদৰেই হৈছে। বৰ্তমান তেওঁলোকে সলনিলৈ শস্য আনিব নেলাগে। মিল্‌খাই এইক্ষেত্ৰত সঙ্কোচ কৰে। বাহিৰে ৰং চং ভিতৰ কোৱাভাতুৰি তেওঁৰ নাপচন্দ। তেওঁৰ পৰিবাৰেও তেওঁলৈ ভয় কৰি চলে! কৰ্ণেলৰ স্বভাৱো পিতাকৰ দৰেই।

দৈৱজ্ঞদেউৰ মাটি বাৰ বিঘামান আছিল। তেওঁৰ পিতাকে খেতিৰ কামকে কৰিছিল

আৰু পৰিয়ালটোও নিয়াৰিকৈ চলি আছিল। তেওঁ ব্ৰাহ্মন কম, জাট অধিক আছিল। বামুণীয়া ভণ্ডামীত তেওঁ নোসোমালে। জাটৰ ঘৰে ঘৰে মাঁগি-খুজি খোৱাটো অপমানৰ কথা বুলি ধৰি ল'লে। সেয়েহে খেতি-খোলাৰ প্ৰতি মন ঢাপলি মেলিলে। এহাল গৰু আৰু এজনী ম'হ। শৰীৰ হৃষ্ট-পুষ্ট। খেতিৰ মাটি তেওঁ বতানি কৰি নেৰাখিলে। চহাই সলিয়ট কৰি পেলায়। ফচল ভাল হয়। সেইচোৱা সময় ভালেৰেই গ'ল। দেউৰ দেউতাক আছিল জাট ব্ৰাহ্মণ। তেওঁ কোনো কালেই লগুণ নিপিন্ধিলে আৰু কপালত ফোঁটো নল'লে। দগধা পোছাক। গাত খদ্দৰৰ কুৰতা চোলা। মূৰত দাল-দলিয়া মখমল কাপোৰৰ পাগুৰী। ভৰিত কেঁচা ডাঠ চামৰাৰ জোতা। আগে গুৰিয়ে সমান বহল পাইজামা। গাটোও কেতিয়াবাহে ধোৱে। ৰাতি ৰুটি খোৱাৰ পিছত গাখীৰ উতলাই তাতে গুৰ এচপৰা দি, অমৃত খোৱাৰ দৰে সদাই খায়। ঘিউ খুব খায়। গৰু হালৰ দানাতো ঘিউ মিহলাই দিয়ে। তেওঁৰ দুবাহু লৌহ-দণ্ড সম কঠিন, শক্তিশালী। কিন্তু বৰ্তমান এইজন বাপুদেউ হ'ল তুলসীপতীয়া ব্ৰাহ্মণ। ধূতি পিন্ধে চিমলাই, গাৰ বগা চাদৰে বতাহ কোবায়, পপলিনৰ কুৰতা পিন্ধি গাঁৱত বেহায়। পাগুৰীৰ এটা মূৰ পিঠিত ওলমা, হালধীয়া ৰঙেৰে বোলোৱা। ফিটালগা খৰমেৰে দুভৰিৰ শোভা, চন্দনৰ তিলকেৰে কপাল বোলোৱা। বহিলে বিড়ি হোপে, জেপত এমুঠা সদাই থাকে। কান্ধত গামোচা, কাষলতিত গোবিন্দ বল্লভ পঞ্জিকা, বাপুদেউক কোনে ঢাকে?

দেউক দেউতাকেই পঠাইছিল বাৰনালাৰ ঋষি-কুল পাঠশালাত সংস্কৃত পঢ়িবলৈ, দেউতাক ভাবিছিল পুতেকে পঢ়ি-শুনি পণ্ডিত হৈ সুখেৰে দিন কটাব পাৰিব। দেউতাকে হয়তো খেতি কৰি কষ্ট পাইছিল। সেয়েহে পুতেকক সংস্কৃত শিক্ষাৰে শিক্ষিত কৰিবলৈ বাৰনালালৈ পঠাইছিল। তেওঁ বংশধৰ যে ইটো নষ্ট—ততো ভ্ৰষ্ট হৈ উলটিব তাক ভবা নাছিল। পুত্ৰ গোবিন্দ ৰামে তাকে কৰিলে। খেতিয়কো নহ'ল পণ্ডিতো নহ'ল। পণ্ডিত হোৱাৰ অৰ্থ কি ভাবি পাইছিল নেজানো। বোধকৰো ৰামায়ণ-মহাভাৰত মাতিব পাৰিলেই পণ্ডিত বুলি ধৰা হৈছিল। পাঠ শুনায়ো যথেষ্ট উপাৰ্জন কৰিব পৰা যায়। কিন্তু এইজন বাপু খড়কসিং চুবুৰীত খুজি খোৱা বাপু হৈয়ে ৰ'ল। এমুঠি ঘেহুঁৰ কাৰণে কাষত পাঁজি-পুথিলৈ জাটহঁতৰ পদূলিমূৰত জোপা-জুপি কৰি ফুৰেগৈ। বাপুদেউক সোধে কোনে? কোনেও নোপোছে। "যোৱা, যোৱা মাটি থাকি ঘৰে ঘৰে মাগিবলৈ আহিছে।"

দেউৰ ছোৱালী চাৰিজনী, ল'ৰা মাত্ৰ এটি। ডাঙৰজনী ছোৱালীৰ পিছতে ল'ৰাটোৰ জন্ম। কিন্তু কি উদ্দেশ্য লৈ পিছৰ তিনিজনী ছোৱালী জন্ম দিয়ালে তেওঁহে জানে। এটা ল'ৰা আৰু এজনী ছোৱালীয়ে যথেষ্ট আছিল। তাৰ পিছতে যদি ৰৈ গ'লহেঁতেন। সম্ভৱ আৰু এটা ল'ৰা তেওঁ বিচাৰিছিল। সেই সময়ত তেওঁক সোধোতা যদি কোনোবা ওলালহেঁতেন যে দ্বিতীয়টো ল'ৰালৈ কোন ডোখৰ মাটি থৈছা! দেউ হ'ল ভগৱানৰ ওপৰতে সকলো দায়িত্ব অৰ্পণ কৰা লোক। পো-জী ভগৱানৰ দান। কোনেও নিজ

খুচীৰে ল'ৰা-ছোৱালী জন্ম দিব নোৱাৰে। পৰমাত্মাই এই সৃষ্টিলৈ পঠাই দিয়াতহে আহিছে।

চাৰিওজনী ছোৱালী কোনোমতে গহনা-গাঁঠৰি গোটাই উলিয়াই দিলে। কেউখন বিয়া দৰিদ্ৰৰ ঘৰৰ ল'ৰাৰ লগত হ'ল। তেওঁ ভাবি চিন্তিয়ে তেনে কৰিলে, যাতে পিছত আমনি দিবলৈ আহিবলৈ সাহে নকুলায়। কিন্তু এতিয়া এনে পৰিস্থিতি হৈছে যে—যি কোনো এজনী আহি ঘৰত খোপনি পুতি ৰয়হি আৰু মাকৰপৰা কিবা নহয় কিবা সৰকাই নিহে এৰে। প্ৰতি বছৰে প্ৰতিজনীৰে ল'ৰা-ছোৱালী জন্ম হয়—প্ৰায় মাকৰ ঘৰতে। মাকেও কিবা এটা দি পঠোৱাৰ চেষ্টাত থাকে। শাহুৱেকহঁত যাতে সন্তুষ্ট হৈ থাকে।

বাপুৰ অন্তৰখনে হাঁহাকাৰ কৰি উঠে—খেতিত লাগিও একো ফল নেপালে, পণ্ডিতালিও কামত অহা নাই। ল'ৰাটোকেনো কিয় নপঢ়াও! সি যদি দশম শ্ৰেণীৰ দেওনাখন পাৰ হ'ব পাৰে তেনেহ'লে কেৰাণী এটা হ'ব পাৰিব। আনৰ পৰা লুটিব পাৰিব—উপৰুৱা আমদানী কৰি। সেই মনে-চিতে পুতেক বদৰীনাৰায়ণে শিক্ষা গাঁৱৰ স্কুলৰ চতুৰ্থ শ্ৰেণীলৈকে হোৱাৰ অন্তত, অষ্টম শ্ৰেণী পৰ্য্যন্ত ভাইৰূপাত, তাৰ পিছত ৰামপুৰাফুলৰ স্কুলত দশম শ্ৰেণীলৈকে শেষ কৰালে। দেৱে পুতেকক এখন চাইকেলো কিনি দিলে। পুতেকে চাইকেলেৰে স্কুললৈ যায়। সাধনিয়াৰ দলং পৰ্য্যন্ত কেঁচা ৰাস্তা, চাইকেল কোনো এডোখৰত চলাব পাৰে, কোনো ডোখৰত নোৱাৰে। কিন্তু দলঙৰ পৰা ৰাস্তা পকা হোৱা কাৰণে বদৰীয়ে চাইকেলখন বস্বে কাৰ্ট কৰি তোলে। বদৰীৰ ইচ্ছা আছিল যে তেওঁ দশম শ্ৰেণীৰ ওপৰতো পঢ়িব। ভাটিগুৱা বা মোগাৰ কলেজত নাম লগাই ল'ব। কিন্তু বাপুদেৱে সিমানতে পুতেক অফিচাৰ হোৱাটো বিচাৰিলে। তেওঁ ক'লে, "কলেজত পঢ়োৱাৰ সামৰ্থ্য মোৰ নাই, বোপাই! পাৰিলে তোক চাকৰি এটাকে দিয়াওঁ। সুখেৰে চলি থাকিব পাৰিবি।"

ভৰিত খৰমযোৰ পিন্ধি, কান্ধত ৰঙা গামোচাখন, কপালত ফোঁটটো লৈ বাপুৱে বহুত ঠাইত ঘূৰি ফুৰিলে। জেপত ইলাচীৰ টোপোলা এটা থাকেই। যিজন অফিচাৰৰ ওচৰলৈ যায়, কৰ-যোৰ কৰি থিয় হয়গৈ। বিষয়াজনে তেওঁৰ চেহেৰা দেখি মিচিকিয়াই হাঁহি একোটা মাৰে। বাপুক কেউফালৰপৰাই বামুণীয়া যেন লাগে। বিষয়াজনে সোধে, "দেউ, আহিল কি মন কৰি?" দেৱে ভাবে এইবাৰ নিশ্চয় কাম সিজিব। তেওঁ জেপৰপৰা ইলাচীৰ টোপোলাটো উলিয়াই কেইটামান দিয়ে। অফিচাৰে এটা ইলাচী মুখত ভৰাই পুনৰ হাঁহি এটা মাৰে। বাপুৱে মিনতি জনায়, "মোৰ ল'ৰা এই বদৰী নাৰায়ণক কিবা এটা কামত নিযুক্তি দিয়ক।"

অফিচাৰে বদৰীক প্ৰশ্ন কৰে, "বাৰু ভাইটি, তুমি কিমানলৈকে পঢ়িলা কোৱাচোন?"

"মেট্ৰিক পাছ কৰিলোঁ।" সি উত্তৰ দিয়ে।

"তাৰ পিছত অফিচাৰজনে সমুচিত উত্তৰ নিদি নিজৰ কামত ব্যস্ত হৈ পৰে।

বাপুৰ আন কথা শুনিবলৈ ইচ্ছা নকৰে। বাপেক-পুতেক নিৰাশহৈ অফিচৰপৰা বাহিৰলৈ ওলাই আহে। বাপুৱে বিড়ি এটা জ্বলাই হুপিবলৈ ধৰে। বদৰীৰ খং উঠি যায়। অফিচাৰৰ ওপৰত কম, কিন্তু দেউতাকৰ ওপৰত অধিক খং উঠে। তেওঁ অনাহকতে পুতেকক ঘূৰাই লৈ ফুৰিছে।

কেনিও ক'তো চাকৰিৰ সুবিধা কৰিব নোৱাৰি ল'ৰাই ফৰীদকোটৰপৰা শিক্ষকৰ প্ৰশিক্ষণ লৈ আহিলগৈ। ছমাহ কাল ভাটিণ্ডালৈ অহাযোৱা কৰি থাকি বহুত তেল-টেঙা ঘঁহাৰ অন্তত চাকৰি এটা পালে। প্ৰাথমিক স্কুলৰ শিক্ষকৰ চাকৰি। স্কুলখন নিজৰ গাঁৱৰ পৰা বহুত দূৰত ঝুনীৰ ওচৰৰ যুৰ্দু গাঁৱত। তেওঁ প্ৰতি শনিবাৰে ঘৰলৈ আহে আৰু সোমবাৰে পুৱাই স্কুল পোৱাকৈ যায়গৈ। যুৰ্দু গাঁৱতে থকাৰ ব্যৱস্থা কৰিও ল'লে। স্কুলখন গাঁৱৰ ধৰমশালাটোত বহে। ধৰমশালাৰ দুটা কোঠা তলা লগাই বন্ধ কৰি ৰাখিব পাৰি। খোলা চোতালখনৰ আগত লোহাৰ গেটখন। গাঁৱৰ ল'ৰা-ছোৱালীহঁত আহি চোতালতে পঢ়েহি। জহকালি ধৰমশালাৰ বাৰান্দাত পঢ়ে। এটা কোঠাত স্কুলৰ সা-সৰঞ্জাম ৰাখে। এযোৰ চকী-টেবুল, এখন ব্লেকবৰ্ড আৰু চাৰি-পাঁচখনমান শন ৰছীৰে বোৱা দলিচা। চকী আৰু এখন আছে। এটা আলমাৰিত স্কুলৰ হাজিৰা বহী। বদৰীৰ নিজৰ বিচনাপাতি সেই কোঠাতে থয়। চেনীৰ টেমা, চাহৰ টোপোলা, জুইশলা, কেৰাচিন তেলৰ ষ্টোভ, তেলৰ বটল তাতে ৰাখে। মাষ্টৰ বাবুৱে ৰুটি কৰি খাব লগা হোৱা নাই। তলৰ শ্ৰেণীৰ ল'ৰাক বাদদি দ্বিতীয়ৰপৰা চতুৰ্থ শ্ৰেণীৰ প্ৰতি বিদ্যাৰ্থীয়েই পালপাতি পুৱা গধূলিৰ ৰুটি দি থৈ যোৱাৰ আইন বলবৎ কৰি থোৱা আছে। সোমবাৰে পুৱাই বদৰী সাধনীয়াৰ দলং পাইহি আৰু তাৰ পৰা টাঙ্গালৈ ৰামপুৰাৰ গাড়ী ধৰে। ভাটিণ্ডাৰপৰা মানসালৈ যোৱা গাড়ী লগে লগে পায়। তেওঁৰ চাইকেলখন মানসাতে থাকে। মানসাৰপৰা ঝুনীহৈ চাৰ্দুল গড় পৰ্য্যন্ত কেঁচা ৰাস্তাটো নতুনকৈ বন্ধা হৈছিল। ঝুনীৰপৰা তেওঁ যুৰ্দুত উপস্থিত হয়গৈ। যাওঁতে পলম হয়। ল'ৰা-ছোৱালীহঁতে নিজে নিজে লেখা-পঢ়া কৰি থাকে। মাষ্টৰতো আহি পাবহিয়েই; মণিটৰে উদ্ভগুলি কৰি থকাকেইটাৰ নাম লিখি ৰাখে। মাষ্টৰ আহি সিহঁতক ওলোটাকৈ কাণ-পাকোৰা দি শাস্তি দিয়ে। সোমবাৰৰ পানীখোৱা ছুটীত বাহিৰলৈ যোৱাৰ হেঁপাহত ল'ৰা-ছোৱালীজাকে বাহিৰ ওলাই ওলাই মাষ্টৰ পাইছেহিনে নাই চাই থাকে। সোমাবাৰে পাওঁতেও তেওঁৰ পলম হয় আৰু শনিবাৰে দুঘণ্টা মাত্ৰ পঢ়ুৱাই গুছি যায়। কিন্তু তেওঁ পিছত পাঁচ-ছমাহমানৰ মূৰত, কেতিয়াবা পোন্ধৰ দিনৰ মূৰত কেতিয়াবা এমাহৰ পিছত ঘৰলৈ যোৱাটো কৰিলে। কিন্তু প্ৰত্যেকমাহত ঘৰলৈ যোৱাটো হ'লে খাটাং। দৰ্মহাৰ অলপ পইছ ঘৰত দি আহেগৈ। যুৰ্দু গাঁৱত বদৰীৰ আজৰিৰ সময় বহুত। চাৰি-পাঁচ ঘণ্টা ল'ৰা পঢ়াই তেওঁ বাকী সময়চোৱা ধৰমশালাতে শুই-বহি কটায়। গাঁও-হাটলৈ বৰকৈ ফুৰিবলৈ নেযায়। গাঁৱৰ মানুহহে তেঁওৰ কাষলৈ আহি গৈ থাকে—বুঢ়া, ডেকা অশিক্ষিত লোকসকল আৰু ল'ৰা-ছোৱালীহঁত। তেওঁলোকৰ লগতো তেওঁ দিনটো

কথা পাতি থাকিব নোৱাৰে। তেওঁ জ্ঞানীৰ নৰ্মালৰ তৃতীয় বাৰ্ষিকৰ পৰীক্ষাটোকে দিয়াতো থিক কৰিলে। সেইটো পাছ্ কৰি থব পাৰিলে অকল ইংৰাজী প্ৰশ্ন কিখনৰ পৰীক্ষা দিলেই এফ.এ. আৰু বি.এ. পৰীক্ষাত উত্তীৰ্ণ হৈ ডিগ্ৰীটো ল'ব পৰা যায়। বি.এ. পৰীক্ষা দিবলৈ হ'লে ইকনমিক্‌চ চাবজেক্টটো ল'ব লাগিব। ইকনমিক্‌চৰ কিতাপ পঢ়ি তেওঁ বৰ সোৱাদ পালে। ইয়াত দেশৰ ধনী-দুখীয়াৰ কথা আছে। তেওঁ ইকনমিক্‌চৰ আন কিতাপো পঢ়িবলৈ ধৰিলে। এদিন মনসাৰপৰা এজন কমৰেড আহি তেওঁৰ বাহৰত আলহী হ'লহি। কমৰেডৰ লগত কথা-বতৰা পাতি ভাল পোৱা যেন অনুভৱ কৰি কমৰেডজনে তেওঁক কেইটামান কথাৰ বুজনি দিলে আৰু যাবৰ সময়ত দুখন কিতাপো দি গ'ল। কিতাপ দুখন ৰুচ ভাষাৰপৰা পাঞ্জাবীলৈ অনুবাদ কৰা কিতাপ। কিতাপ দুখন পঢ়ি বদৰীৰ চকু মুকলি হ'ল। তেওঁ সাধাৰণ ৰাইজৰ অজ্ঞানতাৰ কাৰণসমূহ বুজি উঠিল। তাৰ পিছত তেওঁ আৰু কেইখনমান ৰুচ কিতাপৰ পাঞ্জাবী অনুৱাদ মঙাই আনি পঢ়িলে। কমৰেডহঁতক লগ পাবলৈ তেওঁ মাজে মাজে মনসালৈও যাবলৈ ল'লে।

দুবছৰ ধৰি তেওঁ বহুত সমাজবাদী সাহিত্য অধ্যয়ন কৰিলে। ইকনমিক্‌চ্ লৈ বি.এ. পাছ কৰা কথাটো মাজতে ৰৈ গ'ল। তেওঁৰ এনেহে লাগিল কাৰ্লমাক্স যেন গোটেই সংসাৰৰে গুৰুৰো গুৰু! গৰ্কী, চেখভ, তুৰ্গনেভ, টলষ্টয়, দস্তোভয়েক্সী আৰু চোলোকোভ আদি লেখকসকলে যেন আমাৰ এইখন দেশৰ কথাকে কৈ গৈছে। পিছত তেওঁ সেই এলেকাৰ পাৰ্টি ওৱৰকাৰ্চসকলৰ লগত ৰাতি কটাবলৈও ল'লে। মাজৰাতিলৈকে তেওঁ কমৰেডসকলৰ লগত ৰাজনীতিৰ তৰ্কবাদ কৰি কটায়। যুৰ্দু গাঁৱৰ লোকসকলে তেওঁৰ ঘৰলৈ কোন আহে তেওঁ কলৈ যায় পূৰা খবৰ ৰাখে। মাষ্টৰৰ বিষয়ে সমালোচনা কৰিবলৈও ল'লে। এইবোৰ তেওঁৰ অজ্ঞাতেহে চলে, সন্মুখত কোনেও ক'বলৈ সাহ কৰিব নোৱাৰে। ল'ৰাক পঢ়াওঁতে তেওঁ যত্নৰ ত্ৰুটি নকৰে। আনহাতে তেওঁৰ গাত তেওঁলোকে আন চৰিত্ৰ দোষো দেখা পোৱা নাই, যিটোক লৈ গন্দগোল লগাব পাৰিব।

## ১১

বাপুদেৱে নিজৰ মাটিখিনি আধিলৈ দিয়ে। বুৰগিল্লাঁত থকাডোখৰ বাৰ বিঘাৰ। নিজৰ মাক-দেউতাক ঢুকুৱাৰ পিছত ঘৰত গাই এজনীহে ৰাখিছে। মাক-দেউতাকৰ দিনত এজনী ম'হো আছিল। দেউতাক বুঢ়া হোৱা কাৰণে ঘৰ-সংসাৰ চোৱা-চিতাৰ ভাৰ যেতিয়া বাপুৰ ওপৰত পৰিল, তেতিয়াৰ পৰাই তেওঁৰ ঘৰখন জ্যোতিষি ব্ৰাহ্মণৰ ঘৰলৈ পৰিৱৰ্তিত হৈ পৰিল। প্ৰথমে গৰুহাল বিক্ৰী হৈ গ'ল। বাপুৰ দেউতাকৰ

দিনতে সেইফেৰা কাম আৰম্ভ হ'ল। প্ৰথমে গৰুৰ গাড়ীখন বিক্ৰী হল, তাৰ পিছত নাঙল-যুৱলি, মৈ আদি খেতিৰ সঁজুলিখিনি। বুঢ়াৰ চকুৰেদি জুই বৰষিছিল, তালুখন তপত খোলাৰ দৰে হৈছিল, কলিজাটো কঁপি উঠিছিল, কিন্তু তেওঁ চুপ হৈ চাই থাকিল। মুখ খুলিব নোৱাৰিলে। যেন তেওঁৰ গাৰ মঙহ চোৱা-চোৱাকৈ কাটিহে নিলে!

বাপুদেৱে তিনিবছৰতকৈ অধিক কাল মাটি আধি ৰখাবলৈ নিদিয়ে। তেওঁক কোনোবাই আইনৰ কথাটো অৱগত কৰাই থৈছিল যে তিনিবছৰতকৈ অধিককাল মাটি দখল কৰি থাকিলে পিছত দখল এৰুৱাব নোৱাৰে, হয়তো মাটি আধিয়াৰৰ হাতলৈ যাব পাৰে। আইনত কি আছে নেজানিলেও ভয় হ'লে আছিল। জাটৰ বিশ্বাস আছে, পিছত কোনে তেওঁৰ হকে মাতিব? জাটৰ হকেহে জাটে মাত দিব, শিমলু চন্দন কোনো কালে হ'ব নোৱাৰে।

তেওঁৰ মাটি আধিকৈ ল'বলৈ একোজন জাটে এবছৰ ডেৰবছৰ ধৰি তাঁত-বাটি কৰি থাকে। যিয়ে দেউক অধিক তেল দিব পাৰে, তেওঁ হ'লে চতুৰ্থবাৰ পৰ্য্যন্ত মাটি আধিলৈ পায়।

আন একোজনে আকৌ শিকনি দিয়ে—"পণ্ডিত, খেতিৰ ফালে পাক একোটা মাৰি থাকিব। আধিৰ ভাগটোও এন্দুৰৰ গাঁতত সোমোৱাৰ দৰে কাৰোবাৰ গাঁতত সোমাবগৈ পাৰে।" শিকনি দিওঁতাজন নিজে পথাৰলৈ যায় আৰু নিজৰ কাম পিছ পেলাই দেউৰ ওচৰত সেৱা জনাইহি। কৰবাত বহুৱাই দেউৰ গুনানুকীৰ্তন কৰে। তেওঁ নিজৰ বহল পথাৰখনলৈ মূৰ তুলিয়ে নেচায়।

আহাৰ মহীয়া ঘেহুঁ চপোৱাৰ বতৰত বদৰীৰ মাকে দেউক পথাৰলৈ পঠাই দিয়ে। ধমকী দিয়েই কয় ক'ত কিমান ফচল হৈছে, চাই আহিবগৈ নোৱাৰে নেকি আপুনি? তেওঁ পথাৰলৈ নোযোৱাও নহয়। দাৱনীৰ লগত কথাৰ মহলা মাৰি ঘূৰি ফুৰেগৈ। ঘেহুঁ কিমান উৎপাদন হ'ব পাৰে একো আন্দাজ কৰিব নোৱাৰে। ঘেহুঁৰ বস্তা আহি যেতিয়া পিৰালিত দ'ম হয়হি, দেউৱে তেতিয়াহে গম পায় যে ঘেহুঁ ভাগ কৰা হ'ল। নিজৰ তিৰোতা গৰাকীয়ে বা আনে বুজালে তেওঁ ওলোটাই উত্তৰ দিয়ে বোলে "তুমি মোক ভাণ্ডা, মই ভাণ্ডো তোমাক, চৌধ্যয় সাক্ষীক ভাণ্ডিবা কোন প্ৰকাৰে। নেদেখা জনে দেখি আছে নহয়। বিশ্বাসী মানুহ, মোক নঠগে। সজ লোক এই কিজন।"

ব'মভোলা বাপুৱে গমেই নেপায় যে ঘেহুঁৰ বস্তা বোজাই দিয়া গাড়ী আন কাৰোবাৰ পিৰালিৰ কাষো পায়গৈ। ঘেহুঁ মৰা চোতাললৈ তেওঁ নেযায়েই' জাটে গাড়ীৰে যি দি যায় তাতে সন্তুষ্ট। দেউৰ ভাগৰখিনিৰ কিছু চোতালতে সৰুৱাই থৈ বাকীখিনি বেলেগে কোবাই সৰুৱাই, আধি দিবলৈ আহে। ঘেহুঁৰ দ'মটো দেখি ধৰিব নোৱাৰে-বাপুৱে যে হয়তো দুই এবস্তা আৰু অধিক হ'লহেঁতেন।

আধিয়াৰে যি দিয়ে দেউ তাতে সন্তুষ্ট। সেইখিনিকে তুলিলৈ আহে। জাটে গৰুৰ গাড়ীৰে ঘৰতে দি যায়হি। আচৰিত কথা যে আহাৰ মাহৰ ঘেহুঁৰ বতৰত জাটে

এমোন-ডেৰমোন ঘেহুঁ দেউক দান হিচাপেও দিয়ে। দেউৱে নিজৰ মাটিৰপৰা উৎপাদিত ঘেহুঁতকৈ দান হিচাপে পোৱা ঘেহুঁখিনিৰ প্ৰতি অধিক উৎসাহ দেখুৱায়, অভিমানো কৰে। তেওঁ ভাবে জাটহঁতে তেওঁক কিমান সন্মান কৰে!

বাপুৰ মাটি আধিলৈ লোৱাসকলৰ ভিতৰত প্ৰীতম, মিল্‌খা সিংহৰ পুতেক কৰ্ণেল আৰু নাজৰো আছে। প্ৰীতমৰ মাকে মাজে সময়ে দেউৰ ঘৰত একোপাক মাৰি আহেগৈ, দেউৰ পৰিবাৰ কৌশল্যায়ো তেওঁৰ লগত কথা পাতি চাহখুৱাই পঠিয়ায়। প্ৰীতমৰ মাকে প্ৰথমে চাহৰ বাটিটো হাতত তুলিব নোখোজেই, কয় "নহয় আই মই পণ্ডিতৰ ঘৰৰ নেখাওঁ, মিছাতে কিয় পাপ আৰ্জি লওঁ। পণ্ডিতকহে খুৱাব লাগে, পণ্ডিতৰ খাব নেপায়।" কিন্তু কৌশল্যাই বলেৰে খুৱাই পঠিয়ায়। কয় "একো পাপ নহয় দিয়া, চাহ বাকিলো যেতিয়া খোৱা। তোমালৈ বুলিহে চাহ কৰিলো। এতিয়া খোৱাৰ পিছত যিকৰা কৰিবা।" তেওঁ চাহ খাই যায়গৈ আৰু পিছ পাকতে কেৰাহীত গৰম কৰি থোৱা গাখীৰ এঘটি দি থৈ যায়হি। ব্ৰাহ্মণৰপৰা খোৱাৰ পাপ খণ্ডন কৰে। কিন্তু সেইবোৰ হ'ল আচলতে ভণ্ডামী। যোৱা বছৰ দেউৰ মাটিখিনি আধিলৈ লৈ চাৰি বিঘাত গোমধানৰ খেতি কৰিলে। গুটি নধৰা মতা গোমধানৰ গছবোৰ মাজে মাজে কাটি আনি কুটিমেলি নিজৰ ম'হক খুৱালে। বাপুৰ ঘৰতো গাই গৰু আছে, অথচ বাপুৰ ঘৰলৈ এডালো নাহিল। পকা গোমধানৰ থোক অলপ দেউৰ ঘৰত দি থৈ গ'লহি; এবাৰ দহথোক মান, এবাৰ পোন্ধৰ-যোল্ল থোকমান বুঢ়ীয়ে নিজে আনি দিলেহি। ইফালে ঘাঁহেৰে ঢাকি দি প্ৰীতমৰ ঘৰলৈ দ'মে দ'মে আনি থাকিল। পুৱা-গধূলি প্ৰীতমৰ ল'ৰা-ছোৱালীয়ে পোৰা গোমধান খাই থকা সকলোৱে দেখে। গুটি সৰুওৱা থোকবোৰো ঘাঁহৰ তলত লুকুৱাই ৰাখে। তাৰ পিছতে মাকৈৰ দ'মটোৰপৰা গোমধানৰ থোক হেৰাই যায়। প্ৰীতমৰ পুতেকহঁতে মাকৈৰ দানা সিজাই খায়। ইকাণ-সিকাণকৈ কথাবোৰ ওলাইপৰা যেন দেখা পালে আধাৰ ঠাইত চাৰি ভাগৰ এভাগমান মাকৈ দেউৰ ঘৰ পায়গৈ। প্ৰীতমৰ মাকে জানো এইবোৰ কথা নেজানে? বামুণ বাপুদেউৰ মাটিত মাকৈ ধানৰ খেতি কৰি আধি নিদিয়া, চুৰ কৰা দোষটো জানো পাপ নহয়? কিন্তু দেউৰ বিশ্বাস যে তেওঁৰ বস্তু কোনেও চুৰ নকৰে, কোনেও নেখায়। মানুহে তেওঁক সন্মান কৰে। আগ শাৰীত বহুৱায়।

আহাৰ মাহত দেউৰ ঘৰলৈ অহা ফচলখিনি তেওঁ বেচি পেলায়। পৰিয়ালটোৰ আন ভৰণ-পোষণৰ অৰ্থে খৰচ কৰিব লগা হয়। যিকোনো এজনী জীয়েক ঘৰত আহি থাকেহিয়েই। ঘৰত ৰখা ঘেহুঁও সোনকালে শেষ হয়। সেয়ে এগুনত ডেৰগুণ বা মোনে প্ৰতি দহসেৰকৈ দিয়াৰ বন্দবস্তত সলনিলৈ ঘেহুঁ আনি খাই থাকেহি। লোকৰ জন্ম পত্ৰিকা চাই বা দান দক্ষিণাৰপৰা পোৱা পইচাৰেও খৰচৰ জোৰা নমৰে। দেউৱে নিজে উপাৰ্জন কৰে বুলি ক'বলৈহে হয়। শাওনৰ ফচলো তাকৰীয়াকৈহে দেউৰ ঘৰলৈ আহে। আনে তেওঁক পৰামৰ্শ দিয়ে—"পণ্ডিতজী, খেতিৰপৰা অহা ফচল যদি

বেচিয়ে দিব লগা হয় তেন্তে মাটিখিনি খন্দুৱাকৈ দি দিয়াই ভাল হ'ব। আধিলৈ দি আপুনি পাইছে কি?"

"খেতিৰ পথাৰলৈ আপুনি প্ৰায়ে যায় নহয়?"

"নেযাম কিয়? কেতিয়াবা কেতিয়াবা যাওঁ।"

"যদি যায়েই, পূৰা ফচল ল'বলৈ লওক, আগলৈ। কাষলতিত পুথি-পাঁজি লৈ ঘৰে ঘৰে ফুৰিবলৈ এৰক!" কওঁতাই পৰিষ্কাৰ কৈ দিয়ে।

দেউৰে "হৰিওঁম" বুলি কৈ নিজৰ বাট লয়।

তেওঁ পিঠি দি যোৱাৰ পিছ পাকতে মুকলি বৈঠকখানাত বহি মানুহমখাই কথা পাতে, "ইমানখিনি মাটি আছে। নিজে খেতি কৰা হ'লে সুন্দৰকৈ চলিব পাৰিলেহেঁতেন!" কোনোবাজনে মন্তব্য দিয়ে।

"হেৰা, তেওঁ জানো খেতিকৰা মানুহ? মাগি খাই সোৱাদ পোৱাজনে খেতি কৰি কষ্ট কৰিবনে! জীৱনটো ধোদ হৈয়ে কটালে, এতিয়া কাম কৰি খাবলৈ দেহাই নুকুলোৱাত পৰিল।" আনজনে প্ৰত্যুত্তৰত কয়।

"এইটো কৰ্মৰ ফল হে, শুনা দেউৰ দেউতাক জানো বামুণ নাছিল? তেওঁ আছিল পূৰা খেতিয়ক। তেওঁৰ লগত মাটিয়ে কথা পাতিছিল। তেওঁৰ দৰে জনা-বুজা খেতিয়ক মই দেখাই নাই। সদাই উপাৰ্জন কৰাতহে ধাউতি দেখি আহিলো। ধোঁৱা-খুলীয়াও নাছিল। তেওঁ কৈছিল কৃষকৰ অৰ্থই হ'ল কৃপণ। ভাই, তেওঁ ঠিক কথাই কৈছিল। দেউৰ দেউতাকক চিনিপোৱাজনে এতিয়াও তেওঁক প্ৰশংসা নকৰি নোৱাৰে।"

তাৰ মাজতে একোজন তেজ মিজাজৰ লোকে মাত দিয়ে, "ভাই, এইটো নোকোৱা কিয় যে মাটি মাত্ৰেই জাটৰ। এই নাপিত, বামুণ, তাঁতী, মাছমৰীয়াহঁতে মাটিৰ কি মোল বুজি পায়! যাৰ মাটিৰ প্ৰতি আদৰ নাই তেওঁ মাটিৰপৰা কি ফুটুকাৰ ফেনটো উলিয়াব পাৰিব?"

চতুৰ্থজনী জীয়েকৰ বিয়াৰ সময়ত নিজৰ দুবিঘা মাটি চাৰি হেজাৰ টকাত ফৌজী মিল্‌খা সিংহক বন্ধকত দিলে। বদৰীয়ে এইটো কথাৰ ভুকে নেপালে। বিয়াৰ পিছতহে গম পালে। বেচেৰা খঙত জ্বলি-পকি উঠিল। তেওঁ নিজকে হীন যেন অনুভৱ কৰিলে। পিতাকক সুধিলে "প্ৰথম তিনিজনী দিওঁতে দেখোন মাটি বন্ধক দিব লগা হোৱা নাছিল, সৰুজনীৰ বিয়াত মাটি কিয় বন্ধক দিব লগা হ'ল? বাৰ বিঘা মাটিৰ ফচল যায় ক'লৈ? মাহে মাহে মই দৰ্মহাৰপৰা পইছাও দি থাকো; কেতিয়াবা দুশ, কেতিয়াবা তিনিশ। পইছাবোৰ গৈছে ক'লৈ? পইছা দিছিলো কিয়?"

দেউৰে কোমল সুৰত ক'লে, "মইনো ক'ত লাৰু-কলবোৰ কিনি খাইছো! মদ নেখাওঁ, কাণি নেখাওঁ। মোৰ দোষ কি কৈ দে। মই বোপাই খুজি মেলি আনিও দিছো। যিকণ বিদ্যা শিকিছিলো তাৰ বলতে ঘটিও আছো দেখোন!" "কি ভাল বিদ্যা শিকিলা তুমি! নপঢ়া মগনীয়াও তোমাতকৈ উত্তম। খুজি-মাগি খাই সুখেৰে আছে।

চিন্তা-ভাবনা নাই। ভিক্ষাৰীৰ তুলনাত তুমি কি? এইটো গতিৰেই যদি চলিব খুজিছিলা, তেন্তে বিয়া-বাৰু কৰাই ল'ৰা-ছোৱালী জন্ম দিব নেলাগিছিল নহয়! বৰলা হৈ থাকি যোৱাই ভাল আছিল। বিয়া কৰালা কিয়?" বদৰীৰ হুচ হেৰাই যোৱা যেন লাগিল। ওঁঠ দুটা কঁপি উঠিল।

"হেৰ', মই তোক জন্ম দিলোনে, তই মোক জন্ম দিলি? তই এইবোৰ কি বলকিছ্? বৰ জ্ঞানীটো ওলালিহি নহয়? ক'ব পাৰ তই দহটা শ্ৰেণীলৈকে পঢ়া বুলি। কিন্তু তোৰ গোটেই শিক্ষা পশু হ'ল। ঘৰ-গৃহস্থী চলোৱা কথা তই জান কি? কথা শুনাব লাগে শুনাইছ। আকল-জ্ঞান অকনো নাই!" দেউৱে এতিয়াও সংযত হৈয়ে কথা কৈ থাকিল।

খন্তেক পৰ দুয়ো নিমাতে থাকিল। বদৰীৰ মাকে চিঞৰ-বাখৰ শুনি লৰালৰিকৈ আহি দুয়োৰে মাজত সোমালহি। ক'লে, "তোমালোকৰ হ'ল কি? বাপেক-পুতেক দুয়ো দেখোন যুঁজিবলৈ ল'লা?"

মাকৰ কথা শুনি বদৰীয়ে সহজভাৱে ক'লে, "বাৰু দেউতা, আপুনি নিজকে উত্তম জাতৰ বুলি ভাবে নহয়। যেতিয়া কোনোবা জাতৰ ঘৰত বিয়া হয়, দিয়াই হওক বা অনাই হওক—লগ্নৰ মূহুৰ্তত আন সম্বন্ধীয়সকলৰ লগতে মাক গৰাকীও আহি থিয় হয়হি—মূৰৰ দুপট্টাখনৰ আগদুটা মেলি লৈ! নাপিত, বাঢ়ৈ, কৈৱৰ্ত, নট, চমাৰ আৰু মেওৰ সম্প্ৰদায়ৰ মাজতো সেই একে নীতি-নিয়ম নচলে জানো? তেনেহ'লে আপোনাৰ জাতটো উচ্চ হ'ল কেনেকৈ?

কৌশল্যাই ক'লে, "বদৰী তই মিছাতে জুই নজলাবি। এইবোৰ হ'ল নিজৰ নিজৰ কৰ্ম। শাস্ত্ৰত লিখা আছে। নাই লেখা বুলি ক'ব পাৰিবিনে?"

বদৰীৰ হাঁহি উঠিল। ক'লে, "আই মাতৃ তুমি কোন শাস্ত্ৰ পঢ়ি কৈছা? নাই ক'ব লাগে কাৰণে কৈছা?"

বাপুদেউৱে নিজৰ সোঁহাতৰ কনিষ্ঠ আঙুলিটোৰ মূৰত বুঢ়া আঙুলিটো দি ক'বলৈ ধৰিলে—"কিয় লিখা নাই? ব্ৰাহ্মণৰ ছটা কৰ্তব্য। শিক্ষালোৱা আৰু দিয়া, যজ্ঞ কৰা আৰু কৰোওৱা, আৰু দান লোৱা আৰু দিয়া।"

"আজি-কালি তোমাৰ সেই পণ্ডিতালি নচলে। এইটো হ'ল নিজহাতে কাম কৰাৰ যুগ। পণ্ডিত-চণ্ডিতৰ মূল্য নাই। কাম কৰা আৰু খোৱা। আপোনাৰ পিছত সহায় কৰিবলৈ কোনো নাহে। মানুহে আজি জানি-বুজি শিকি উঠিছে।" বদ্ৰীনাৰায়ণে পণ্ডিতালিৰ মূল প্ৰথাতে প্ৰহাৰ কৰিলে।

"যি মানে তেওঁ আজিও মানি আহিছে। যি নেমানে নেমানক। তই নেমান, তই কাৰো ঘৰলৈ নেযাবি।"

"এই কুকুৰ ধুলিসম নিয়মবোৰ মই মোৰ জোতাযোৰৰ সমানো মূল্য নিদিওঁ।"

"তোক পঢ়ালো কাৰণেই আজি অতবোৰ কথা শুনিব লগা হৈছে। কি যে সময়

আহি উপস্থিত হ'লহি! যজমানহঁতৰ ঘৰলৈ মই এতিয়া নগৈ পাৰোনে, কচোন? আজিৰ এই সময়ত ওচৰ-চুবুৰীয়া সকলোখিনি মানুহ সমৰ্থসকলৰ কবলত।" বদৰীৰ মাকে পুনৰ তৰ্ক আৰম্ভ কৰিলে।

"আমাৰ ধন-সম্পত্তি সকলো যজমানীৰপৰা হোৱা। গতিকে সিয়ে আচল সম্পত্তি।" দেউৰে অলপ উৎসাহেৰে কথাটো ক'লে।

"যজমানী কৰি পোৱা লাওখোলা সম্পত্তিটোৰ কাৰণেহে হ'বলা মাটিকিডৰা হেৰুৱাব লগাত পৰিল। বাহ, পিতৃ দেৱতা বাহ!" বদৰীয়ে ব্যঙ্গ কৰি ক'লে।

"যজমান আৰু পুৰোহিতৰ সম্পৰ্ক এনেকুৱাই। পুৰোহিতসকলে যুগ-যুগান্তৰ ধৰি যজমান সকলৰ ওপৰতে নিৰ্ভৰ কৰি চলি আহিছে। এই সম্বন্ধৰ জৰি ছিগা নাই আৰু অন্তও হোৱা নাই, বিক্ৰীও হোৱা নাই। সংসাৰ থাকেমানে চলিবই। এইটো হ'ল এটা অমৰ সম্বন্ধ।" বাপুদেৱে কথাখিনি কৈ নিজৰ বুকুত থাপৰ মাৰিলে।

"ঠিক কথা। শ্ৰীকৃষ্ণই অৰ্জুনকো উপদেশ দিছিল যে আত্মা অমৰ।" বদৰীয়ে হাঁহি মাৰি উঠি থিয় হ'ল।

দুপৰীয়া সময়। বদৰী ঘূৰ্টোলৈ যাব লাগে। মাকে চাহ কৰিলে আৰু তিনিও বহি খালে। বদৰীৰ গামোচাৰ ঠাইত চাদৰ লোৱাৰ অভ্যাসটো সৰুৰেপৰা আছিল। তেওঁ চাদৰ দুখন ৰাখে। আগত দহি বটা। চাবোনেৰে খচি খচি ধুই নীল দিয়ে। বগলীৰ পাখী যেন বগাকৈ ৰাখে চাদৰ দুখন। এখনত মলি লাগিলে আনখন লয়। যাবৰ সময়ত মাকক খদ্দৰ চাৰিগজ বিচাৰিলে। মাকে দুগজ দুগজ দীঘল দুটা টুকুৰা উলিয়াই দিলেহি। মোনাত ভৰাব খুজি বদৰীয়ে সুধিলে, "এই দুটুকুৰা কাপোৰ ক'ত পালা মা?"

মাতে তৎক্ষণাৎ উত্তৰ দিলে—"বুঢ়া ঈচৰ সিং ঢুকাল নহয়, তেওঁৰ ভোগ চৰোৱাৰ দিনা দেউতাৰক দান দিছিল।"

"তেনেহ'লে থৈ দিয়াগৈ। ঘৰত কটা সূতাৰ আছে যদি মোক কাপোৰ চাৰিগজ দিয়া। মিতিৰৰ ঘৰৰপৰা পোৱা হ'লেও হ'ব। যজমানৰ ঘৰৰপৰা পোৱা বস্তু ব্যৱহাৰ কৰিবলৈ মোৰ ঘিণ লাগে।"

"আগতে দেখোন যজমানৰ ঘৰৰ বস্তুকে ব্যৱহাৰ কৰিছিলি, মৰা! এতিয়া তোৰ গাত কি শনি লম্ভিলে?"

"বচ্, এতিয়া শনি লম্ভিল বুলিয়ে ধৰা। মই এইচব বস্তু নলওঁ। এই দুডোখৰ সামৰি-সুতৰি পেৰাত ভৰাই থোৱাগৈ।"

কৌশল্যাই গালি-শপনি পাৰি থকা দেখি বদৰী বাহিৰ ওলাই গ'ল। বাপুদেউৱে ভাবিলে, "ল'ৰাটোৰ পিছত শতুৰু লগা নাইতো!"

খৰখেদাকৈয়ে পৰিস্থিতিৰ পৰিৱৰ্তন ঘটিবলৈ ধৰিলে। মাটি-বাৰীৰ নতুন জৰীপৰ কাম আৰম্ভ হৈছিল। গাঁৱলৈ মণ্ডল কাননগোসকল জাক শগুণৰ দৰে আহিবলৈ ধৰিলে। প্ৰতি গাঁৱে গাঁৱে মণ্ডলসকলৰ পূৰা বৈঠক বহিবলৈ ধৰিলে। তলৰ মহলত মণ্ডলসকলে ডেক্স-বেঞ্চলৈ বহে। মাটিৰ মেপ আঁকে আৰু ৰেজিষ্টাৰ বহীত কি ভৰায় কোনেও নেজানে। মাটিৰ গুণ অনুসৰি দাম অৰ্থাৎ খাজনাও নিৰ্দ্ধাৰণ কৰি দিয়া হৈছিল। জাটইঁতে ঘটিত একোঘটিকৈ গাখীৰ লৈ আহে আৰু লাটৰ মণ্ডলক কাণৰ কাষত ফুচফুচাই কিবা কয়হি, নগৰীয়া সিংহ মণ্ডল-কাননগোসকলে উচ্চস্বৰেৰে হোঁ-হা কৰে আৰু তেওঁলোকৰ কথা শুনে। কথা খাপখোৱা যেন দেখিলে এফলীয়া হৈ আঁতৰি জাটৰ কথা মনদি শুনেগৈ। ৰাতি মুৰ্গীমাংসৰ লগত মদৰ আড্ডা চলে। জাটইঁতে এই পাটোৱাৰীসকলক ৰাজী-খুচী কৰাব পৰিলেই মনত আনন্দ পায়, সেয়েহে কথা বতৰা চ'লে। আনন্দখিনি কিন্তু প্ৰদৰ্শন নকৰে। কোনো কোনো আকৌ পাটোৱাৰীৰ কাষ নেচাপি ভগৱানৰ ওচৰত ভৰসা কৰি ঘৰতে থাকে। মণ্ডলসকলে এই সকলক হোল-গোজ, অবুজন ভকতৰ আখ্যা দিয়ে। খড়ক সিং চুবুৰীৰ লোকে গাঁৱৰ ধৰমশালাটোকে জৰীপকাৰীৰ কাৰ্য্যালয় পাতিবলৈ দিলে। তালৈ আন যাওক নেযাওক ঝণ্ডা হ'লে নিয়মীয়াকৈ অহাযোৱা কৰে। যাওঁতে গধূলি বেলিকা এসেৰ এৰাঁ গাখীৰ লৈ যায়। সেই ছলতে মণ্ডল-কাননগোৰ লগত কথা বতৰাও হয়গৈ। মণ্ডলসকলৰপৰা কাৰ কিমান মাটি আছে বুজ লয়। পুৱাবেলা হৰদিত্তৰ হাতত এমলা দৈও দি পঠায়।

দৈবজ্ঞদেৱেও ধৰমশালাতে একোপাক মাৰি আহেগৈ। তেওঁ মণ্ডল-কাননগোহঁতক কুশল কৰক, কল্যাণ কৰক বুলি এজোলোকা আশীৰ্বাদ দিয়েগৈ। কাষলতিত চিৰকলীয়া পুথি-পাঁজিতো থাকেই। কান্ধত গামোচাখন ৰঙা হৈ জিলিকি থাকে। তেওঁ কিন্তু জৰীপকৰ্তাসকলক একো নুসুধে। ইফালে জৰীপকাৰীয়েও তেওঁৰ মাটি-বাৰীৰ একো বুজ নলয়। দেউ ধৰমশালালৈ গ'লেই তেওঁলোকে হাঁহে। কোনোজনে পণ্ডিতজী বুলি কৈ সন্মান যাচে। দেউৱে পৰম সন্তোষ লাভ কৰে। দেউক লাগে মাত্ৰ সন্মান। তাৰ বিনিময়ত তেওঁৰ মাটিখিনি টুকুৰা-টকুৰ কৰি লাগিলে ভাগ কৰিয়ে পেলাওক। মণ্ডল-কাননগোৱে তেওঁক আদৰ কৰাটো এটা ভুল ধাৰণা আছিল।

প্ৰায়খিনি মাটিগিৰিয়ে নিজৰ নিজৰ মাটিত থকা গছবিলাক কটাই পেলালে। গছবিলাক আছিল কোটকোৰা বগৰী আদি কাঁইটীয়া গছ। কোনো কোনো ঠাইত আঁহত, বৰ আদি গছো আছিল। সেইবিলাকৰ দুই-চাৰিজোপা নকটাকৈও থ'লে। মানুহে ভয়ো কৰিছে—কাৰ মাটি কাৰ ভাগলৈ যায়।

গাঁৱত খণ্ড উন্নয়নৰ আঁচনিও আৰম্ভ হৈছিল। ইউকেলিপটাচ নামৰ এজোপা গছ গাঁৱৰ মানুহে প্ৰথম দেখিলে। এইজোপা গছ খণ্ড উন্নয়ন কৰ্মীয়ে আনি দিলেহি।

তেওঁলোকে মাটিত ইউকেলিপটাচ গছৰ পুলি ৰুবলৈ উপদেশ দিলে। ৰাইজে প্ৰথমে এই গছ ৰোৱাৰ আগ্ৰহ নেদেখুৱাইছিল। তথাপিও স্কুল চৌহদত ইউকেলিপটাচ আৰু আম গছৰ পুলি ৰোৱা হ'ল। খালৰ পাৰ আৰু পুখুৰীৰ পাৰবিলাকতো ৰোৱা হ'ল।

গাঁৱৰ লোকবিলাকে উপলুঙা কৰি কয়, "এই জোপাও এজোপা গছনে! ফলো নধৰে ছাঁও নাই। পোলোঙা হৈ বাঢ়িগৈ থাকে, যেন আকাশ ফুটুৱাব!"

সবাতোকৈ অধিক আচৰিত যেন লাগিল বাট-পদুলিক লৈ। যিবোৰ বাটেদি আগতে শিয়ালে হোৱাদি গৈছিল, এজন-দুজনলোক গাঁঠিত জীৱ বান্ধি যি বাটেদি গৈছিল, সেই হাফলুময়, হাবিয়নীবোৰ ভাঙি, পৰিষ্কাৰ কৰি ৰাস্তা তুলিবলৈ ল'লে। বাৰনালাৰপৰা এটা দীঘল আলি মনসা হৈ শাৰ্দুল গড়ত ওলাল গৈ। হাণ্ডিয়ায়েৰপৰা এটা আলি ভাটিগুালৈ হ'ল। মনসা আৰু ভাটিগুাৰ আলি দুটা হাণ্ডিয়ায়েৰ যিঠাইত লগ লাগিছে, সেই টুকুৰা ঠাইক মানুহে "তিনিচুকীয়া হাণ্ডিয়ায়ে" নাম দিলে। বাৰনালাৰপৰা এটা আলি ৰাইকোটলৈ আৰু আন এটা বিলাসপুৰ বন্ধনীহৈ মোগা পৰ্য্যন্ত পালেগৈ। বাৰনালাৰপৰা ভাদৌ আৰু তাৰ আগত "ভগ্‌তে দে জালালেদি" হৈ "বাজেখানা" পৰ্য্যন্তও এটা ৰাস্তা তোলা হ'ল। মোগা আৰু বাজেখানাৰ আলি দুটা পক্‌থোৰ গাঁৱত গৈ লগ লাগিছেগৈ। তাক তিনিচুকীয়া পক্‌থোৰ বোলা হ'ল। ভালেমান বছৰৰ পিছত তিনিচুকীয়া হাণ্ডিয়ায়েৰপৰা সঙ্গৰোৰৰ পথচোৱা লগ লগাই এডোখৰ বাইপাচ পথ নিৰ্মাণ কৰা হ'ল। তাৰ কোণটোক তিনিচুকীয়া কেঁচিয়াকোণা নাম দিলে। এইদৰে তিনিচুকীয়া পক্‌থোৰৰপৰা এটা ৰাস্তা ত'পৈলৈ উলিওৱা হ'ল আৰু লগলগা ঠাইক পক্‌থোৰ কেঁচিয়া নাম দিলে। ভাদৌৰপৰা আগলৈ চলাৱৎপুৰাৰপৰা এটা পথ সাধানিয়া দলঙত লাগিছেহি। এইদৰে চলাৱৎপুৰা, ৰামপুৰা বজাৰৰ লগত সংলগ্ন হৈ পৰিল। এই আলিয়েদি ভাইৰূপা, বুৰজগিল্লাঁ আৰু আগলৈ হৰনাম সিং গাঁৱলৈ আহিব পৰা হৈ উঠিল। ভাইৰূপাৰপৰা এডোখৰ পথ চেলবৰাহ হৈ আগলৈ গৈছে—কৌলোক হৈ হৰনাম সিঙত গৈ লাগিছেগৈ। কিছুদিনৰ পিছৰপৰা যেতিয়া বাছ চলিবলৈ ধৰিলে তেতিয়া খড়ক সিং চুবুৰীৰ মানুহে ভাইৰূপাৰ বাছ আস্থানলৈ গৈ বাছ ধৰিবগৈ পৰা হল। বুৰজগিল্লাঁ আৰু চেলবৰাহৰ বাছ আস্থানো তেওঁলোকৰ কাৰণে সমানেই দূৰ। কিন্তু সৰহ সংখ্যক লোক ভাইৰূপালৈকে যায়।

সেই কালত গাঁৱৰ বাসিন্দাসকলৰ কাৰণে বাছ বোলা বস্তুটো নোহোৱা-নোপোজা কথা আছিল। তেওঁলোকে লড়ীহে দেখিছিল। এইযে বাছ, ইও এক নতুন বস্তু। প্ৰথমতে বহুত যাত্ৰীয়ে ধৰিব পৰা নাছিল যে বাছৰ ইঞ্জিনটো আগফালে আছেনে পিছফালে আছে, বাছৰ সন্মুখখন কেনি আছে। ড্ৰাইভাৰৰ ওচৰলৈ গৈ মাইকী মানুহবিলাকে সোধেগৈ, "ভাই আলমাৰীটো খুলি দিয়া, আমি উঠিব লাগে।" আৰু বাছৰ ভিতৰখন দেখোন বৰ আহল-বহল। ভিতৰত বহিলৈ জাটহঁতে কয় "গছত গৰু উঠা কথা দেই, এইহেন একোঠলীয়া ঘৰটোকে বাঘে খোৱাহঁতে চকা লগাই চলাবলৈ ল'লে।"

নাদৰপৰা চকৰি ঘূৰাই পানীতোলা প্ৰথা লোপ পাই আহিল। ইঞ্জিন লগাই পাইপেৰে পানীতোলা হ'ল নাদৰপৰা লোৰ খানি পানীবোওৱাৰ ঠাইত। পোনে পোনে মাটিৰ তলৰ পৰা পানী উলিয়াই পথাৰৰ জলসিঞ্চনৰ ব্যৱস্থা কৰা হ'ল। এক পাম্পিং চেটৰ লগত এটা মটৰ বহুৱাই পানী উলিওৱাৰ ব্যৱস্থা হ'ল। তাৰ নাম টিউবৱেল ৰখা হ'ল। আচলতে গাঁৱৰ লোকে পাম্পচেট বা টিউবৱেল একো নকয়, বম্বা বুলি কয়। মটৰ-পানী বা ইঞ্জিন-পানী অথবা বম্বা-পানী বুলি কয়।

নতুন নাঙল, নতুন বীজ, কৃত্ৰিম সাৰ আৰু ট্ৰেক্টৰ-ট্ৰলী গাঁৱলৈ আগমন হোৱাৰ পৰা ৰাইজৰ মাজত উৎসাহ বাঢ়িল। বয়সীয়ালসকলে কপালত হাত দি এই আচৰিত সংসাৰখন চাই অবাক হয়। গাঁৱে গাঁৱে স্কুল স্থাপন হ'বলৈ ধৰিছে। প্ৰাইমেৰীৰ পিছত মিড্‌ল্, মিড্‌লৰপৰা হাইস্কুলত পৰিণত হ'বলৈ ধৰিলে। নগৰৰ ছোৱালীবিলাক অধ্যাপিকা হৈ গাঁৱত সোমালেহি। বুঢ়াসকলে ত্ৰাহি মধুসুদন চিন্তিবলৈ ধৰিলে। ক'বলৈ ধৰিলে, "কালৰো কাল, বিপৰীত কাল আহিল, মোৰ বোপাইহঁত; দেশ ৰসাতললৈ গ'ল। এইজাক ছোৱালী ভাল মানুহৰ ঘৰৰ ছোৱালী নহয় একা! নেদেখিছা, কেনেকৈ উদং মূৰেৰে ৰংচঙীয়া সাজ পিন্ধি উনৈশত বা-বলাই ফুৰিছে! আপোনাৰ নাক কাটি সতিনীৰ যাত্ৰা ভঙ্গ কৰা এইজাক গাভৰু! এডাল বেণী দুডলীয়া কৰি গুঁঠিবলৈ ল'লে। দেশ তললৈ গ'ল, দেই!"

ৰাস্তা-পদুলিবোৰ হোৱাৰ লগে লগে নগৰ আহি গাঁও পাওঁ পাওঁ হ'লহি আৰু গাঁওবিলাকো নগৰমুখী হৈ উঠিল। খড়ক সিং চুবুৰীলৈ দোকানী বেপাৰীহঁতে এতিয়া চৌদা-ঝাটাৰ বটলৰ বাকচ আৰু বৰফৰ টুকুৰা বস্তাত ভৰাই আনিবলৈ ধৰিলে। গাঁৱত কোৱা মেলা চলিল, বোলে এইখন দেখোন পাটিয়ালা চহৰেই হ'লহি!"

মাটি জৰীপ কৰি নতুন নতুন বাট-পথ উলিয়াই দিলে। গাঁৱৰ আশে-পাশে পদুলিটোহঁত এৰি একোডোখৰ প্লট কৰি দিলে। ঘৰ সাজিবলৈ বেলেগে আৰু গোবৰ-সাৰ-জাবৰ ৰাখিবলৈ বেলেগে প্লট কৰি দিলে। ঝণ্ডা সিংহই নিজৰ নতুন ঘৰটো বাটৰ কাষতে সাজিলে। যেন এটা দুৰ্গহে! আহল-বহল চোতাল, পদুলি মূৰত লোহাৰ গেট, সোঁৱে-বাৱেঁ দুটা ডাঙৰ পৰ্টিকত ড্ৰইং ৰূম। মূল ঘৰটোত চাৰিটা ডাঙৰ খোটালি। বহল বাৰাণ্ডাটো, সোঁফালে থকা কোঠাৰ কাষতে ৰান্ধনী শালাটো আৰু গাধোৱা কোঠাটো। বাওঁহাতে বেৰৰ কাষতে এটা পকা কুঁৱা খন্দাই তাৰ ওপৰত চাঁদ দিয়ালে। বাৰান্দাৰ ফালৰ দৰ্জাখন আধামেলা হৈ থাকে। জাৰৰ দিনত বন্ধ দৰ্জাৰ ভিতৰত পোহনীয়া জন্তুকিটা থিয়দি থাকে। জহকালি বাহিৰফালে থাকে। চোতালৰ আগত নিম আৰু চিচু গছ কিজোপা।

ঝণ্ডা সিংহৰ বৰ্তমান মাটি পঞ্চাশ বিঘা। ইয়াৰে কুৰি বিঘা বন্ধকত লোৱা, ডেৰকুৰি বিঘা নিজৰ ছাবেক মাটি। তাৰে দহ বিঘা আকৌ নতুনকৈ কিনি লোৱা। হৰদিত্তৰ পৰিবাৰৰ প্ৰথম জনী ছোৱালীৰ পিছত এতিয়া ল'ৰা এটি জন্ম হৈছে। ছোৱালীটি

স্কুললৈ যাব পৰা হৈছে, ল'ৰাটি কেঁচুৱা। হৰদিত্তই গাঁৱলৈ প্ৰথম প্ৰথম টেক্টৰ কিনি আনিছে। গাঁৱৰ সকলোৱেই ট্ৰেক্টৰ চাবলৈ আহিছে। মানুহমখাই টেক্টৰখনত হাত ফুৰাই চাই আচৰিত হয়। "কি নোহোৱা নোপোজা কথা হোঁ! গৰুহালৰ ঠাইত এইখন আকৌ কি উলিয়ালে! কম মগজুৰ মানুহনে তেওঁলোক!" টেক্টৰখন থ'বৰ কাৰণে হৰদিত্তই গৰু বন্ধা বাৰান্দাৰ কাষতে আৰু এটা কোঠা সাজিলে। তেওঁ নিজেই টেক্টৰ চলায়। সম্পূৰ্ণ ভেমত ওফন্দি তেওঁ টেক্টৰখনৰ ড্ৰাইভাৰৰ চিটত উঠি বহেগৈ।

এই বছৰ নাজৰে খেতি নকৰে। ভাইৰূপাৰ ব্যৱসায়ীৰে যুটীয়াকৈ মদৰ মহল চলাবলৈ লৈছে। মহলত তেৱেঁ বহিব লাগিব। মুনিবৰ কাম চলাবলৈ ব্যৱসায়ীয়ে বেলেগ মানুহ দিছে। নাজৰ ৰাতিও ভাইৰূপাতে থাকে। পুৱা গাঁৱলৈ আহে। গা-পা ধুই, খাই-বৈ, পিছবেলা দুপৰ ভাটি দিয়াত ভাইৰূপালৈ যায়। হৰনামীক কাহৰ বেমাৰে পালে। তেওঁ প্ৰতিদিনে একপেগ মদ পেটত ভৰাই ৰুটি খাই শোৱেগৈ। তাকে নকৰে যদি ৰাতি কাহোতে কাহোতে শুবই নোৱাৰে। বেচেৰীৰ বয়সো ভাটি দিছে। এতিয়া তেওঁ গাঁৱৰ বুঢ়ীসকলৰ মেলত বহি শাস্ত্ৰ-ভাগৱতৰ কথা পাতি দিনটো কটাবলৈ লৈছে।

গিন্দৰে দিনৰ সৰহ ভাগ সময় পৰাগ দাসৰ বাহৰতে কটায়। গুৰুমুখী আখৰ কিটা শিকি পাঞ্জাবী বালবোধখন পঢ়িবপৰা হৈছে। পাঞ্জাবী কিতাপ পঢ়িবপৰা হ'লত তেওঁ গুৰুগ্ৰন্থ চাহেবৰ পাঠক হৈ পৰিল। এতিয়া সকলোৱে তেওঁক 'গিয়ানী জী' সম্বোধনেৰে মাতিবলৈ ধৰিলে। তেওঁ নিজেও 'গিয়ানী জোগিন্দৰ সিংহ, বুলি পৰিচয় দি সন্তোষ পায়। পৰাগ দাসে আজিকালি মানুহৰ ঘৰলৈ গৈয়ো অখণ্ড পাঠ কৰেগৈ, অৱশ্যে নিজৰ নীতি-নিয়মেৰে। অখণ্ড পাঠ কৰোঁতাৰ ঘৰত সন্ধিয়া আৰতি হয় আৰু নৰসিংহ শিঙা বজোৱা হয়। ভোগ চৰোৱাৰ দিনটোত উচৰ্গাৰ লগত আৰু এক স্তুতি লগ লগাই দিলে, য'ত হিন্দু দেবী-দেৱতাক কাকুতি কৰা হয়। তাৰ পিছত কেৰাহীৰ পৰা পায়স বিতৰণ কৰা হয়। জটাধাৰী সাধুসকলে খীৰ-হালোৱাৰ জুতি ল'বলৈ পায়। জোগিন্দৰে মাজে মাজে হৰনামীৰ ওচৰলৈ আহি ঘৰত একোটা পাক মাৰি যায়হি। নাজৰ সিংহ থাকিলেও একো লাজ-সঙ্কোচ নকৰে। কেতিয়াবা নাজৰ আৰু জ্ঞানীজী একেলগে বহি কথাও পাতে।

বুঢ়া প্ৰতাপ আৰু তেওঁৰ পৰিবাৰ ঢুকুৱা ভালেমান দিন হ'ল। শ্যামোৰ গিৰিয়েকো পেন্সন লৈ ঘৰ সোমালেহি। তেওঁৰ দুয়োজন পুতেক এতিয়া ডেকা। নিজৰ মাকক পিটন দি চিধা কৰিলে। মাকে এতিয়া মদ নেখায় আৰু ঘৰ এৰি ঘূৰি ফুৰিবলৈও এৰিলে। ল'ৰাই পিটে বুলি বেঙেমুতা গৰুৰ দৰে কঁপি থাকে। ল'ৰাহঁত খেতি-বাতিৰ কামতে ব্যস্ত থাকে, পিতাকো পেন্সন লৈ পুতেক হঁতৰ লগত লাগি থাকে।

জঙ্গিৰা নাপিত জেলৰপৰা ওলাই আহিল। দুই-এদিনতে সিও ঘৰত নথকা হ'ল। ঘৰত আছে কোন? যিবা মাকজনী আছিল তেওঁৰো হাড়ত বন গজিল। সৰহখিনি সময় মিতিৰ কুটুমৰ ঘৰে ঘৰে ফুৰি, থাকি কটোৱাত লাগিল। বয়স ভাটি দিছিল যদিও

এদিন সি বাটলু তিৰোতা এজনী আনি ঘৰ সুমুৱালেহি। মাকৰ ঘৰত ছয় সাত মাহমান বাঁৰী ভাত খাই আছিলহি। ল'ৰা-ছোৱালী হোৱা নাছিল। সংঘেৰালৈ জঙ্গিৰাৰ ভনীয়েকক বিয়া দিছিল। ভনীয়েকৰ ঘৰৰ যোগেদিয়ে জঙ্গিৰাৰ ঘৰপতা কামফেৰা সমাধা হ'ল। এতিয়া জঙ্গিৰা আৰু ঘৈণীয়েক সীতোৱে গাঁৱৰ বিয়া-বাৰু, সকাম-নিকামত ধোৱা-পখলা আদি কাম কৰি ফুৰে। বা-বাতৰি দিয়া অনা কামতো জঙ্গিৰা ব্যস্ত থাকে। ৰন্ধা বঢ়াত জঙ্গিৰা পাকৈত। সীতোৱেও আৰু তাৰ ঘৰত ৰুটি কৰি দিয়েগৈ। বিয়াত ছোৱালী থ'বলৈও যায়। মতা-মাইকীহালৰ জীৱন সুখেৰে চলিছে বুলিব পাৰি।

মল্লণে চিচুগুৰিৰ গোটেই ডোখৰ মাটিকে ঝগুাক বন্ধকত দিলে। ধাৰ ত্ৰিশ হেজাৰলৈ উঠিল। তৃতীয়জনী ছোৱালী জিতোক বৰজীয়েকৰ দেওৰেকলৈকে বিয়া দিলে। বলকাৰে প্ৰবেশিকা পাছ কৰি কলেজত নাম লগাইছেগৈ। সি ভাইৰূপাৰ হাইস্কুলৰপৰা পৰীক্ষা দিছিল আৰু এতিয়া ভাটিগুাৰ চৰকাৰী কলেজৰ ছাত্ৰ। তাতে এটা কোঠা ভাৰা লৈ থাকে। মল্লণৰ মাত্ৰ ভাইৰূপাৰ ডোখৰ মাটিহে আছেগৈ। নতুন জৰীপতো দুয়ো টুকুৰা মাটি বেলেগ হৈয়ে থাকিল। পশুৰ নামত দুটি প্ৰাণীহে আছেগৈ। বাকী সকলো বেচিব লগা হ'লগৈ। এতিয়া চেঁউৰীজনীৰে আছেগৈ গাইজনী। দুই-চাৰি বিঘা মাটি আনৰপৰা আধিলৈ লৈ নিজৰ ছবিঘাৰ খেতি কৰি কোনোমতে টানি-মুনি চলি আছে।

বলকাৰে প্ৰতিমাহে আহি ঘৰৰপৰা খৰচ লৈ যায়হি। নিজে হাত ধৰি চলি মল্লণে পুতেকৰ পঢ়াৰ খৰচ যোগাই আছে। তেওঁ একমাত্ৰ ইচ্ছা-পুতেকে চতুৰ্দশ শ্ৰেণী পাছ কৰি, অৰ্থাৎ ডিগ্ৰীটো লৈ বিষয়া হাকিম হওক আৰু টকা পইছা ঘটি চিচুগুৰিৰ মাটিডোখৰ মোকোলাওক। ত্ৰিশ হেজাৰকৈ ধাৰ, কম কথা হোৱা নাই।

পৰাগ দাসৰ চেলা, মুক্তিয়াৰ চৰণ দাস সিপুৰি পালেগৈ। এতিয়া তাৰ পুত্ৰ তীৰথ সিংহই দৈৱজ্ঞ বাপুদেউৰ ওপৰত মোকৰ্দমা তৰিছে। মোকৰ্দমা আছিল মাটি দুবিঘা লৈ। চৰণ দাস ওৰফে গুৰু চৰণৰ ঘৰত কোনো সন্তান-সন্ততি নাছিল। তেওঁ বহুত দান-পুণ্য কৰিলে। শেষত যেতিয়া তীৰথৰ জন্ম হ'ল তেতিয়া দেউৰ দেউতাকক পুণ্যৰ নামত মাটি দুবিঘা দান দিছিল। তেতিয়াৰপৰা মাটিডোখৰ দেউৰ দখলতে আছে। কোনোবাই বুদ্ধি-সন্ধি দিয়াত গুৰচৰণ ঢুকুৱাৰ পিছত তীৰথে দেউৰ ওপৰত মেল চপালে। প্ৰথমে বাপুক মিনতি জনোৱা হ'ল, কিন্তু দেউ মান্তি নোহোৱাত মাটিখিনি এৰি দিবলৈ মেল চপালে। ৰাইজক জনালে যে দেউতাকে পাগল হৈহে পুন্যৰ নামত দুবিঘাকৈ মাটি দান দিছিল। বাপুদেউৱেও খোপনি নেৰিলে। তেওঁ সেই ডোখৰ মাটিৰ এতিয়া হকদাৰ। দাননো ঘূৰাই লয়নে? আচৰিত কথা! বাপুৱেও ব্ৰহ্মতেজ দেখুৱালে। "জান দিম, দান ঘূৰাই নিদিম।" তাৰ পিছত তীৰথ ফুললৈ গ'ল আৰু বাপুৰ ওপৰত মোকৰ্দমা দিলে গৈ। বাপুৰ বিশ্বাসত আঘাত হানিলে। বিপৰীত কাল আহিল! ঘোৰ কলিযুগ!

বদৰী নাৰায়ণ ঘৰলৈ আহিলেই দেউতাকৰ লগত কাজিয়া এখন লাগিবই। অহাও সেৰেঙা, বহুত দিনৰ মূৰতহে আহে। প্ৰতিমাহে অহাটো বাদ দিলে। ঘৰলৈ পইছা দিয়াও বন্ধ কৰিলে। বদৰীৰ যুক্তি যে ঘৰলৈ পইছা পঠাই থকাতো যেতিয়া পিতাক একেটা গততে থাকিল, পইছাকিটা পানীত পেলোৱাতকৈ নিদিয়াই ভাল। ঘৰখনৰ একো শুধৰণি নহ'ল। তেওঁৰ মাক কৌশল্যাই মৰমৰ মাতেৰে কয় "দিনক দিনে বয়স বাঢ়ি গৈছে, বিয়াখন নেপাতনেকি?"

বদৰীয়ে তাৰ উত্তৰ হাঁহি মাৰি দিয়ে, "এতিয়া বুঢ়াই হ'লো! আনহাতেদি মই এতিয়াও ডেকা হোৱাই নাই। ছাব্বিশ-সাতাইশ বছৰ কিনো বয়স? বিয়া পাতিবলৈ আৰু বহুত বছৰ আছে, মা!"

"ত্ৰিশ বছৰ পাৰ হোৱাৰ লগে লগে কোনেও ছোৱালী নেযাচিব, অধৰমী! তই নুবুজ কিয় হোঁ!"

"ভালেই হ'ব, মা! সেইখন জঞ্জালৰপৰা ৰেহাই পাম। বিয়াপাতি আনি কইনাজনী সুমুৱাবলৈ কোনটো কোঠা খালী হৈ আছে? বিয়াই নেপাতিলো জানিবা, কি হ'বনো!"

"জনম দিছিলো কিয়? তোৰ এই ওলোটা কথাবোৰ শুনিবলৈকে নেকি?" মাকে তেওঁৰ কান্ধত থাপৰ এটা মাৰি ক'লে।

"ইয়াৰ বিয়া দেখিছো কিতাপৰ লগতহে হ'ল। ই বিয়া পাতি কি কৰিব? ইহঁত কমৰেডমখাই সংসাৰখনকে গাঁত খান্দি পুতিব খুজিছে। ঘৰ-বাৰীৰ কথা বাদেই।" বাপুদেউৱে খঙৰ ভমকত ক'লে।

মাক-দেউতাকে হাজাৰ বঢ়াই-বুজায়ো বদৰীক বিয়া পাতিবলৈ মান্তি কৰিব পৰা নাই। হাৰ মানিলৈ এদিন মাকে বদৰীক ক'লে, "ঘৰলৈ দেখোন নাহিলেও হয়; আহ, জুই জ্বলাবলৈ। যদি তই আচল মাকৰ পুত্ৰ হব, তেন্তে আজিৰপৰা কোনোদিন এই ঘৰত ভৰি নিদিবিহি। যদি আহ তেতিয়া বুজিম যে তই কুকুৰৰ পেটৰপৰা জন্ম হোৱা পোৱালী, বা কোনোবা বেশ্যাই জন্ম দিয়া জাৰজ সন্তান!"

পুতেকে হো-হো কৈ হাঁহি দিলে। ক'লে, "তেনেহ'লে মা, তুমি দেখোন নিজকে নিজে গালি পাৰিলা। বৰ চালাক দেই!"

"বংশৰ নাম নুমুৱাব খোজা নাইতো! কুলাঙ্গাৰ! দগাবাজ! জ্ঞান-আকল নাই তোৰ-মৰিবলৈ যোৱা!

কৌশল্যা খঙে-বেজাৰে মৃতপ্ৰায় হৈ বিচনাত পৰিলগৈ। ল'ৰাৰ মতলব কি তেওঁ একো বুজিব নোৱাৰিলে।

বদৰীয়ে নিজৰ গুপ্ত অভিপ্ৰায়টোৰ বিষয়ে মাক-বাপেকক একো ক'বও নোৱাৰে। মাক-বাপেকেও ল'ৰা কোন বাটেদি আগুৱাইছে একো নেজানে। তেওঁ অৱশ্যে মাক-

বাপেকৰ মোহ-পাশৰপৰা এৰ খাব নোৱাৰি গাঁৱলৈ আহি গৈ আছে আৰু ল'ৰালিৰ লগৰীয়াহঁতক লগ কৰি গৈছে।

এইবাৰ তেওঁ গাঁৱলৈ আহি মানুহৰ মুখৰপৰা গম পালে যে গুৰচৰণৰ পুতেক তীৰথ সিংহই তেওঁৰ দেউতাকৰ ওপৰত মোকৰ্দমা তৰিছে—বাপেকে দান দিয়া মাটি দুবিঘা ঘূৰাই পোৱাৰ দাবীত। কথাটো শুনি বদৰীৰ প্ৰথমে খঙেই উঠিছিল, কিন্তু পিছ মুহূৰ্ততে তেওঁৰ মনত আনন্দ লাগিল। খংটো অৱশ্যে তেওঁ পিতৃ পুৰুষৰ বৃত্তিটোৰ ওপৰত তেনেকৈয়ে ৰ'ল। "জাটে এইটো কি কাম কৰিলে? থু মাৰি আকৌ দেখোন জিভাৰে চেলেকিব খুজিলে।" আনন্দ পালে এই কাৰণেই যে পিতাকৰ ভিক্ষাৰী বৃত্তিটোত আঘাত পৰিছে, ভালেই হৈছে। তেওঁ পিতাকৰ ধাৰণাবিলাকৰ পৰিসমাপ্তি হোৱাটো বিচাৰিছে। কিন্তু যেতিয়া তেওঁ দেউতাকৰ লগত কথা পাতিলে, তেতিয়াহে বুজিলে যে দেউতাক আগতকৈও বিশ্বস্ত হৈহে উঠিছে আৰু কৈছে বোলে এইটো চৰাচৰ ঘোৰ অন্যায় হৈছে—ঘোৰ কলিযুগ আৰম্ভ হৈছে। কৰি থৈ যোৱা পুণ্য কেতিয়াও ঘূৰাই পাব নোৱাৰে। তেওঁ প্ৰাণপণে যুঁজ দিব, দুবিঘা মাটি এৰি দিয়া কম কথা নহয়।

বদৰীয়ে ক'লে, "মই মাটিৰ কথা ক'ব খোজা নাই। কিন্তু দেউতা চোৱা, মানুহে কথাটো কি ধৰণে ভাবি লৈছে। মই বহুত দিনৰ আগতে তোমাক এই বামুণীয়া বৃত্তি এৰি পেলাবলৈ কৈছিলো। এতিয়া মানুহৰ মাজত পুৰণি বিশ্বাসবিলাক নোহোৱা হৈ আহিছে। বিশ্বাসৰ মুদা মৰাৰ লগে লগে তুমিও দান-দক্ষিণা লোৱাৰ বিশ্বাসটোৰ অন্ত পেলাব লাগে। এই লেন-দেনবোৰ বন্ধ কৰা। জাটে তোমাৰ জাতটো উচ্চ বুলি ধৰি তোমাৰ পৰা দান-দক্ষিণা নলয়। তোমাক পূজনীয় বুলি ভাবি কাপোৰ-কানিও নলয়। তোমাক দুখীয়া আৰু নাপিত—মুচিৰ দৰে জ্ঞান কৰি, তলখাপৰ বুলি ভাবি, তোমাৰ প্ৰতি কৰুণাহে দেখুৱায় আৰু বেমাৰ-আজাৰবোৰ তোমাৰ জোলোঙাত ভৰাইদি মানসিক শান্তি লাভ কৰে। বচ, মোৰ আৰু ক'বলৈ নাই। পিঠি দিয়াৰ লগে লগে "কটা বামুণ", আধা কেচেলুৱাৰ জাত আৰু 'হাৰ চোবোৱা' পৰ্য্যন্ত গালিৰে সন্মান জনায়।"

দেউ অৱশ হৈ বহি পৰিল। মূৰে কপালে হাত দি ভাবিবলৈ ধৰিলে। ক'লে, "জাটক সুদাই নেৰিছো। মই জাটক কেতিয়াও মাটি এৰি নিদিওঁ।"

"মাটিৰ কথা পাছত, প্ৰথমে জাটহঁতৰ ঘৰে ঘৰে গৈ মাগি-খুজি আনি খোৱাটো বন্ধ কৰিব লাগে। তোমাৰ পুথি-পাঁজিবোৰ ফালি চিৰি পুৰি পেলাব লাগে।"

"সকলো জাট একে নহয়, বুজিছ! সকলোৱে মোক মান কৰে। হয়তো কোনোবা এটা কুলাঙ্গাৰে বেয়া কথা ক'ব পাৰে। ময়ে যদি যজমানী নকৰো, এৰি দিওঁ যজমানী কৰিবলৈ, কলমত হাত নিদিওঁ, ইহঁতৰ ঘৰলৈ যাবলৈ এৰোঁ, জাননে কি হ'ব?"

"হ'ব কিডাল?"

"গাঁৱত দুকুৰি ঘৰ বামুণ আছে। তৎক্ষণাৎ ওলাই যাব। আন বামুণে ইহঁতৰ

যজমানী কৰিবলৈ ঠেং ডাঙি আছে। তই এইবোৰ কি বলকিছ। মই সকলো কথাই জানো, বুজো। চৰণৰ পুতেকৰ লগত তীৰথৰ এতিয়া মাতবোলেই নাই, চাই থাকিবি। সেই চাৰি নম্বৰ মহলাৰপৰা প্ৰসিন্নী ব্ৰাহ্মণী ইহঁতৰ ইয়ালৈ আহ-যাহ কৰিবলৈ লৈছে। কুকুৰ জাত! প্ৰথমে প্ৰসিন্নীৰ ঠেং দুটা ভাঙি লওঁ, ৰহ! সাক্ষী নহ'লে একো নকৰো। যজমান মোৰেই মানুহ।" দেউক চাৰিওফালৰপৰা খঙৰ জুয়ে আৱৰি ধৰিলে।

"দেউতা, যেতিয়ালৈকে তোমাৰ মগজুৰপৰা যজমানী পুৰোহিতালিৰ কথাবোৰ বাজ হৈ নেযায়, তুমি শান্তও হ'ব নোৱাৰা। তুমি তীৰথক মাটি দুবিঘা এৰি দিয়াই ভাল হ'ব। জটিৰ ঘৰৰপৰা পোৱা খীৰখিনি খাই, এৰেহাখিনি কুকুৰক খাবলৈ নিদিয়ে জানো? সেয়েহে কৈছো মাটি এৰি দিয়া; নহ'লে চাবা, পিছত কি হয়! মোকৰ্দমা বৰ বেয়া বস্তু দেই! সেই দুবিঘা বচাবলৈ যাওঁতে নিজৰ কিবিঘা নগলেই ৰক্ষা!"

দেউৱে উত্তৰত ক'লে, "নহ'ব যজমানীও এৰা নহ'ব, মাটিও। চাওঁচোন ক'ৰ পানী কলৈ যায়!"

বদৰীয়ে আৰু এটা কথা ক'লে, "বাৰু এটা চৰ্ত্তত মই বিয়া কৰাবলৈ ৰাজী হ'ব পাৰো। ইয়ালৈ, বোৱাৰী লৈ তোমাৰ কাষলৈ আহিব পাৰো। যদিহে তুমি মাটি দুবিঘাৰ লগতে যজমানী বৃত্তিটো এৰি পেলোৱা। গাঁৱৰ আনসকলৰ দৰে যদি মান সন্মান বজাই থাকা।"

বিয়াৰ কথা শুনি বাপুৰ চকুলৈ এচেৰেঙা চাকিৰ পোহৰ যেন পোহৰ আহিল। তেওঁৰ আগত বহুত সপোনে ভুমুকি মাৰিলে। কিন্তু, পিছ মুহূৰ্ততে কৈ পেলালে "তই মনৰ আনন্দেৰে বিয়াখন পাত। বোৱাৰী লৈ ঘৰ সোমাহি। মোৰ যজমানীয়ে তোক মৰিয়াই নেমাৰে। বাকী ৰ'ল মাটি দুবিঘা; এই তীৰথহঁতৰ লগত এতিয়া মোৰ 'তইথাক মই যাঁও' অৱস্থা পাইছেগৈ। এই বিষয়ত তই নেমাতিবি, মই এই বিষয়ে কি কৰিব লাগিব জানো আৰু সিহঁতেও জানে।"

"ঠিক আছে, তোমাৰ এই চুৰনীপাতখনত মই আৰু ভৰি নিদিওঁহি, মই আহিলো।" কাকত-আলোচনী-কিতাপ মোনাত ভৰাই, কান্ধত ওলোমাই, চোতাললৈ আহি মাকক মাতি ক'লে, "মা, মই হ'লে আহিলো। এইবাৰৰপৰা তোমালোকৰ কাষলৈ মই আৰু কেতিয়াও নাহো।"

চৌকাৰ কাষত বাচন মাজি থকাৰপৰা উঠি থিয় হৈ মাকে মাত দিলে, "কিয়, হেৰ'?" পুনৰ "হেৰ, তই, তই" বুলি দুৱাৰ মুখ পালেহি। বদৰী ইতিমধ্যে খৰ খোজেৰে গলিৰ কেঁকুৰিয়েদি ঘূৰি আৰ হৈ গ'ল।

পাখৰ গাঁওবুঢ়া এতিয়াও জীৱিত। ভাল বুঢ়াই হ'ল। আটিল শকত মানুহ কাৰণে ফুৰা চকা কৰিব পাৰে। মদো খায়। গাঁৱৰ মোকৰ্দমাবিলাকৰ সংক্ৰান্তত তেওঁ এতিয়াও ফুললৈ অহাযোৱা কৰি থাকে। দেউৰ লগতো তেওঁ ৰামপুৰা ফুললৈ যায়। বাপুদেউৰ লগত ফুললৈ যোৱা আনজন হল প্ৰীতম। প্ৰীতমো হ'ল মদাহী। দুয়ো যেতিয়া দেউৰ

লগাত ফুলালে যায়, দেউৱে দুয়োকে বটলৰ খৰচ দিয়ে। কয় "লোৱা, লোৱা যজমান, কাম সিজক হে ভগৱান! পীয়াও, লগাত কি লাগে খোৱাও।"

প্ৰীতমে আগতেই কৈ থৈছে "আমাক পইছা দিলেই হ'ব দেউ, আমিয়ে কিনি-কুটি লম। আপুনিতো বটল হাতেৰে নোচোৱে। আপোনাক কিনাৰ ভাৰদি আপোনাৰ ধৰ্মভ্ৰষ্ট নকৰো প্ৰভু!"

পাখৰে ওপৰে ওপৰে কথা কয় "দেউ, আপোনাৰ এই বিধ অখাদ্য যদিও আপুনি যে মনৰ খুচীমতে পইছা দিছে, সিও আপোনাৰ মৰ্জী। ইও হ'ল আপোনাৰ ভাবনা। আমি আপোনাৰ পৰা জানো খুজিছো।"

দেৱানী মোকৰ্দমা। কিমান দিনলৈ চলে ঠিক নাই। কি ফয়চলা দিয়ে তাকো ক'ব পৰা নেযায়। মেজিষ্ট্ৰেটে প্ৰতিবাৰতে দুমাহলৈ দিন দি থাকে। কেছাৰীৰ সকলো উকীল-মহৰী, চাপৰাচী, আমোলাক দেউৱে সন্তুষ্ট কৰি ৰাখিছে। দেউৰ টকা খৰচ হৈছে, প্ৰতি বাৰতে নোটৰ বাণ্ডেল দেউৰ হাতত দেখা পোৱা যায়। এদিন পাখৰে তেওঁক বুদ্ধি দিলে "বাপুদেউ, এইদৰে পইছা ঢালি থাকিলে কাম নিসিজিব। আপুনি হাকিমক ঘোচ দিয়ক। তেওঁৰ মুখ ভৰালেহে কাম সফল হ'ব।"

"কিমান ল'ব বাৰু? তোমাৰ বোধেৰে একমান ল'ব কিজানি, নহয়?" বাপুৱে দাড়ি খজুৱাই, দাঁতত দাঁত লগাই সুধিলে।

"দুহেজাৰৰ কমত নহ'ব। শুনিছো, তাতকৈ কম তেওঁ কাৰো পৰা নলয়। বাঘে মানুহৰ মঙহৰ সোৱাদ পালেতো।"

ঝণ্ডা সিংহই আজি-কালি সুদলৈও ধন দিয়ে। মাটি যথেষ্ট গোটালে। বন্ধকত ল'বলৈতো মাটি সুঙি ফুৰেই, আনকি খাতিৰো নিবিচাৰে। যেতিয়া কোনোবা জাটে বন্ধকীমাটি খোলে, তেতিয়া তাৰ ঠাইত নতুন এটুকুৰা বন্ধকত লয়। খেতিৰ কাৰণে পঞ্চাশ বিঘাই যথেষ্ট আছিল। বাপুদেউৱে ইতিমধ্যে দুহেজাৰ সুদলৈ বুলি আনিলেই। তাৰ পিছতো তেওঁ ঝণ্ডাৰ কাষ পালেগৈ। গৈ ক'লে, বোলে হাকিমক ঘোচ দিবলৈ আৰু দুহেজাৰ লাগে। মুঠতে তিনি হেজাৰ নহ'লে কাম নচলিব। প্ৰথমে ফচলৰ বাবদ তাৰ পিছত দুহেজাৰ নগদ—কেতিয়াবা চাৰিশ, কেতিয়াবা দুশ, ঝণ্ডাৰ বহীত আগতেই তিনি হেজাৰ ধাৰ লেখা আছে। দেউৱে আৰু তিনি হেজাৰ বিচাৰি আহিছে। ঝণ্ডাই মাটি তিনি বিঘা বিচাৰিলে। ইয়াকো সঁকীয়াই দিলে যে মিল্‌খা ফৌজীক বন্ধকত দিয়া দুবিঘা খুলি তেওঁক দিব লাগিব। এই দুবিঘা চাৰি হেজাৰত বন্ধকত থোৱা আছিল।

কথাৰ গুৰি হ'ল এইটো—ঝণ্ডাক বন্ধক দিয়া চাৰি বিঘা মাটি মুকুন্দ টুণ্টেৰ পুতেক পৰমজিতে দহহেজাৰ টকা পৰিশোধ কৰি খুলি পেলালে। পৰমজিতে প্ৰৱেশিকা পাছ কৰি মণ্ডল প্ৰশিক্ষণ লৈ, দূৰৰ এখন গাঁৱত লাটমণ্ডল হৈ আছেগৈ। বিয়া পাতি তাতে থাকে। মণ্ডলৰ মানত দহহেজাৰ একো টকা নহয়। তেওঁৰ তাত গাখীৰতে ম'হৰ খুটি সান্দহতে হাত!

এতিয়া দহহেজাৰকৈ টকা ঘৰত ৰখাটো ঝণ্ডাৰ কাৰণে ভয়ৰ কথাই। বাপুদেউক যদি তাৰ সাত হেজাৰ দি দিয়ে তেনেহ'লে মাটি পাঁচ বিঘাও পোৱা হয়, ভয়ো আঁতৰিব। তেওঁ দেউৰ প্ৰস্তাৱত সন্মতি জনালে।

গতিকে, এতিয়া ঝণ্ডাৰ দখললৈ মুকুন্দ টুণ্টেৰ চাৰি বিঘাৰ ঠাইত বামুণৰ পাঁচ বিঘা আহিল। বাপুদেউৰেও তিনি হেজাৰৰ টোপোলাটো ঘৰত থৈ হাকিমক লগ ধৰাৰ আঁচনি তৈয়াৰ কৰাত লাগি পৰিল।

## ১৪

নতুন জৰীপতো বুৰজগিল্লাঁৰ ফালে থকা দেউৰ মাটিডোখৰ একেদৰে থাকিল। কিন্তু আকৃতিটো হেৰ-ফেৰ হ'ল। আগতে আছিল চাৰি কোণীয়া, এতিয়া হলগৈ ছয় কোণীয়া। আৰম্ভনীত বহলটো কম আছিল, মাজত বহল আছিল, বহলডোখৰ দীঘে-পথালিয়ে সমান আছিল। আনটো মূৰ তিনি কোণীয়া আছিল। যেন জৰীপ কৰি মাটিখিনি চুক-কোণ মাৰি জুখিহে পেলালে। আন কিডোখৰ দেউৰ মাটি বঁটানি হৈ পৰি থাকে। যেন কোনো হিচাপত নপৰা মাটিহে। মানুহে কয় "ইয়াকে কয় মাটি হেন বস্তু অনাদৰ কৰা! বাপুৰ মৰ্জীমতে কামতো নহয়!" "দেখিলা পাটোৱাৰীৰ কাণ্ড—যাক যি কৰিব লাগে এনেকৈয়ে কৰে।"

বাৰবিঘাৰ ঠাইত এতিয়া ৰ'লগে আঠ বিঘা মাত্ৰ। খাজানা-পাতিৰ হিচাপ কি কৰিলে পাটোৱাৰীয়ে জানে—বাপুদেউৰে ফুটকে নেপায়। মাটি খন্দুৱাকৈ দিয়াৰ পৰত বা দোৱা-চপোৱাৰ সময়ত দেউ কেনো দিনে গৈ উপস্থিত নহয়গৈ।

যি সময়ত তীৰথৰ দেউতাক গুৰুচৰণ সিংহই নিজৰ দুবিঘা মাটি দান দি পুণ্য আৰ্জিছিল, সেই দুবিঘা মাটি গুৰুচৰণৰ খেতিৰ হিচাপত পৰা মাটি নাছিল। তেওঁৰ খেতি কৰা পথাৰৰপৰা আঁতৰত ওখ ঠাইত আছিল। তালৈ পানী যোগাব নোৱাৰি আৰু নিয়মীয়াকৈ চহাবপৰা অৱস্থাতো নাছিল। গুৰুচৰণে মাটিডোখৰৰ প্ৰতি বৰ মন কাণ দিয়া নাছিল। হাবি-বননিৰে ভৰা, মদাৰ গছকে আদি কৰি অসংখ্য জোপোহানীৰে ভৰা। এইডোখৰ মাটিৰ মাজেদি মানুহে বাট উলিয়াই অহা-যোৱা কৰিবলৈ লোৱাত গুৰুচৰণৰ লগত মানুহৰ বাৰুকৈয়ে গালাগালি হ'ল, চিঞৰ-বাখৰ লাগি মাটি ডোখৰ কাজিয়াৰ থলিহে হৈ পৰিলগৈ। খুঁটি পুতিও ৰাইজক বাধাদি ৰাখিব নোৱাৰিলে। ৰাস্তা কৰিহে এৰিলে, ৰাইজে। মাটিডোখৰ দেউৰ মাটিৰ গাতে লগা। গতিকে গুৰুচৰণে মাটি দুবিঘা দেউক দান দি পুণ্য আৰ্জিলে। তাৰ পিছত দেউৱে এজন এনে মানুহক চমজাই দিলে যিজন জাটে তিনি বছৰলৈ আধি-খন্দুৱা একো দিব নলগা হোৱাৰ কাৰণে

মাটিখিনিৰ গছ্-গছনি কাটি, চহাই সমান কৰি খেতিৰ কাৰণে উপযোগী কৰি তুলিলে। তাৰ পিছতে দেউৱে নিজৰ চাবেক মাটিডোখৰৰ সীমাত লগলগাই পেলালে, যেন তেওঁৰ নিজৰ ডোখৰৰ এটা অংশহে! মাটি পিয়লৰ পিছত এই দুবিঘা মাটি দেউৰ মাটিৰ এটা কোণ হৈ পৰিলগৈ।

গুৰুচৰণৰ পুতেক তীৰথৰো মাটি যথেষ্ট আছিল। তেওঁৰ যোল্ল বিঘাৰ এডোখৰ ভাল মাটি আছে। তাৰে এটা মূৰ দেউৰ মাটিৰ সীমাত লাগি আছে। তীৰথে নিজৰ মাটিডোখৰ উটৰ মৈৰে মৈয়াই সমান কৰি ৰাখিছে। খালৰ পানীৰো সুবিধা আছে।

তীৰথ ঝণ্ডাৰ পুতেক হৰদিত্তৰ বন্ধু। দুয়ো সমবয়সীয়া, একে লগে ধেমালি কৰি ডাঙৰ হোৱা। বৰ্তমান বিয়া-বাৰু কৰাই ল'ৰা-ছোৱালী জন্মদি সম্পূৰ্ণ গৃহস্থী জীৱন কটাইছে। উপাৰ্জনৰ প্ৰতি যথেষ্ট আগ্ৰহী। দুয়ো লগালগি হোৱা সেৰেঙা। লগখালে অতীতৰ কথা পতি ঘণ্টাৰ পিছত ঘণ্টা পাৰ কৰি দিয়ে। মাজে মাজে মদৰ জুতিও নোলোৱা নহয়, কিন্তু নাম মাত্ৰহে। মানুহে কয়, "চোৱা, যিটো বস্তু ঝণ্ডাই আজিকোপতি মুখত নিদিলে, য'ত ভৰি দি নেপালে—ল'ৰাই হ'লে তাৰ জুতি ল'বলৈ ধৰিছে। পৰহিৰ আগদিনা দুয়োকে মদৰ বটল আগত লৈ বহি, কথা পতা মই দেখি আহিছো।"

ঝণ্ডাৰ ভিতৰ চ'ৰা খালী হৈ নেথাকেই। দুয়োটা কোঠাতে চাপৰ দ'ম কৰি ৰখা হৈছে। আগ চোতালবেৰাখন এৰাপৰলীয়া যেন লাগে। দেৱালৰ ফাকে ফাকে ঘাঁহবন গজি উঠিছে। অৰ্জ্জনৰ পুৰণি কোঠাটোকে এতিয়া বৈঠকখানা কৰি লৈছে। মাজে-সময়ে বন্তোৱে কোঠাটো সাৰি-মুছি থৈ যায়হি। তাত দুফালে দুখন খাট পাৰি থোৱা আছে। এখন আধা ভগা চকীৰে সৰু মেজ এখনো আছে। বিচনা দুখনতো ফটা-ছিটা কাপোৰ পৰা। ঝণ্ডাই আবেলি প্ৰায়ে তাতে আহি বহেহি। তাতে গৰজত পৰা লোক আহি কথা পাতেহি। ঝণ্ডাই কথাই প্ৰতি হৰদিল সিংহক শলাগে আৰু তেওঁৰ লগত থকা সম্বন্ধৰ বৰ্ণনা দিয়ে। বাটেদি আহ-যাহ কৰা লোকে তেওঁৰ তাত সোমাই কথা পাতোতে ঝণ্ডাই নেতাজনৰ কথা উলিয়ায়। হৰদিল সিংহই এইবাৰো নিৰ্বাচনত জিকি বিধায়ক হৈ মন্ত্ৰীৰ বাব পাইছে।

হৰদিত্ত আৰু তীৰথে যেতিয়া লগ খাই মদ খাবলৈ লয়, ঝণ্ডাই মনেজানি তাৰপৰা ফালৰি কাটি আঁতৰি যায়। ঝণ্ডাই জানে যে বংশধৰে মদ খায় হয়, সেইবুলি নিচাৰ কোবত তেওঁক গালি নেপাৰে।

এদিন দুয়ো বহি দুইপেগ গিলাৰ পিছত দুয়ো নিজ নিজ খেতি-বাতিৰ কথা পাতি থকা সময়তে ছেগ বুজি ঝণ্ডা সোমাই আহিল। আলমাৰি খুলি কিবা বস্তু বিচৰাৰ ছলেৰে খুচুং মুচুং কৈ থকা দেখি দুয়োৰে কথা বন্ধ হ'ল। হৰদিত্তই পূৰা এগিলাচ পিলৈ বহাৰপৰা উঠি চোতাল পালেহি। তেওঁ ভাবিলে বুঢ়া ওলাই আহিলে, তেওঁ সোমাই তীৰথৰ লগত কথা পাতিবগৈ। সিমানখিনিকে চকুৰ লাজ বাপেকৰ সন্মুখত প্ৰদৰ্শন কৰি দেখুৱালে। বাপেকৰ আগত মদ খাবলৈ তেওঁ ভাল নেপাইছিল। হৰদিত্ত বাজলৈ

ওলাই অহাত ঝগুাই তীৰথক খা-খবৰ সুধিবলৈ লৈ আলমাৰীত মূৰ ভৰাই থোৱা অৱস্থাতে সুধিলে, "কি খবৰ তীৰথ সিংহ! সকলো ঠিকে থাকে চলিছেতো?"

"চলোতে ঠিকেই চলিছে খুৰা। কওঁক চোন আপোনাৰ খা-খবৰ?"

"আৰু খেতি-খোলা একা? এইবাৰ কি খেতিত ধৰিলা? কেনে হৈছে খেতি?"

"দহবিঘাত ঘেহুঁ, বাকীখিনিত ঘাঁহ—আপুনি জানেই দেখোন।" তীৰথে ক'লে।

"মাটিখিনি ভালকৈ চহালা, বোপাই তুমি। একে বাৰতে গোটেই ডোখৰ উলিয়াই পেলালা-মুকলি কৰি। মই এদিন বুৰজগিল্লালৈ গৈছিলো, তোমাৰ খেতি চালো। বেচ ভাল হৈছে দেই। দেউতাৰ হ'বলা আজি কালি বাবাৰ বাহৰতে থাকে। তেওঁৰ আকৌ সৰহীয়া খেতি কৰাৰ আগ্ৰহো নাছিল।"

"এৰা দেউতা হ'ল সাধুপ্ৰকৃতিৰ লোক। ঈশ্বৰে যি দিছে তাতে সন্তুষ্ট থকা বিধৰ। খোলা হাত, আপোন ভোলা। যাওক দিয়ক, তেওঁৰ যি ইচ্ছা চলি থাকক। কিন্তু তেওঁ আনৰ দৰে মাটি-বাৰী যাবলৈ নিদিলে। যিমানখিনি চম্ভালিব পাৰিলে সিমানখিনিকে ৰাখি দি থৈছে।"

"অৱশ্যে ঠিকেই, ভাল মানুহৰ কামকে কৰিলে। ভকতীয়া লোক, কাৰো অহিত চিন্তা কৰা নাই। কিন্তু এটা কথা হ'লে ভাল নহ'ল...।"

তীৰথৰ কাণ থিৰ হ'ল। কলে, "কি কথা?"

"সেইযে বামুণক মাটি দুবিঘা দিলে। নিজৰ পূৰ্বপুৰুষৰ বাপতি-সাহোন মাটি দান দি পুণ্য অৰ্জন কৰা, আমি হ'লে দেখা নাই বোপাই। দিব খুজিছিলে অন্ন দান দিব পাৰিলেহেঁতেন, বস্ত্ৰ বা নগদ ধন দান দিব পাৰিলেহেঁতেন, লাগিলে সোণকে দিয়ক। কিন্তু মাটি ওপৰৰ জনে দিয়া বস্তু, তাকনো দান দিয়েনে?"

"যাওক দিয়ক, মাত্ৰ মাটি দুবিঘাহে। দিলে, দিলে আৰু। তেওঁৰ মৰ্জী। এতিয়া আমি কৰিম কি?"

"কি কৰিব নোৱাৰা? দাবী কৰিবতো পাৰা। দুদিনেই নেলাগে, তোমাৰ মাটি তুমি পাই যাবা। মাত্ৰ এইখিনি লিখি দিলেই হ'ব যে মোৰ দেউতাই মাটিৰ মোল নুবুজিলে। সাধু-সন্ন্যাসীৰ স্বভাৱৰ লোক আছিল বুঢ়া। তেওঁতো মাটিডোখৰ লেখা-পঢ়া কৰি দিয়া নাই। মাত্ৰ তেওঁৰ দখলত আছে। মোকৰ্দমা দি মাটিত হাল বাই দখল কৰা। পিয়লতো সেই ডোখৰ মাটি তেওঁৰ নামত উঠা নাই।"

হৰদিত্ত আনখন দুৱাৰেদি ওলাই গৈ বাৰন্দাত বহি আছিলগৈ। বহুত সময়ৰ মূৰতহে আহিল। তীৰথক একেখন খাটিয়াতে বাপেকৰ সতে বহি থকা দেখিলে। তেওঁ ভাবিলে দুয়োৰে ছাঁগৈ কিবা গহীন কথা পাতি আছে। গলহেকাৰি এটা মাৰি পুনৰ চোতালতে ইফাল-সিফাল কৰি খোজদি ৰ'ল। তেওঁ ভাবি ল'লে যেন তেওঁৰ গলহেকাৰি ইঙ্গিত পাই দেউতাক উঠি আহিব। কিন্তু ভবামতে দেউতাক লৰচৰ নহ'ল। শেষত তেওঁ আকৌ কোঠাত সোমালগৈ আৰু পানী তোলাৰ ভাওজুৰি

ৰছীডাল হাতত ল'লে। তেওঁ বাপেকক কোৱা শুনিলে। "তুমি সাহ কৰিলেই হ'ল, হৈ যাব বুলি ধৰি লোৱা। যদি কথা বাঢ়ে তেনেহ'লে মই হৰদিল সিংহক কৈ দিম, মোৰ কথা তেওঁ নেপেলায়।"

পানী লৈ আহি হৰদিওই দেখিলেহি, দেউতাক কোঠাত নাই। তেওঁ তীৰথক সুধিলে, "কথা কি হে?"

তেওঁ ক'লে, "খুড়াই কথাটো ঠিকেই কৈছে। বামুণে দুবিঘা মাটি ফাও লৈ দখল কৰি আছে।"

"কোন দুবিঘা, কোন বামুণে দখল কৰি আছে?"

"তুমি নেজানা নেকি? দেউতাই আমাৰ দৈবজ্ঞ দেউকযে মাটি দুবিঘা দান দি পুণ্য কৰিছিল!"

"অ' হয় নেকি, মই এইটো কথা হ'লে জনাই নাছিলো।"

"মোৰ জন্ম হোৱা সময়ৰ কথা। বহুত বছৰ হ'ল।"

"তেনেহ'লে এতিয়া?"

"খুড়াই কেচ কৰিবলৈ কৈছে। বোলে ঘূৰাই পামেই।"

"কথাটো ঠিকেই যদিও তাতো কথা আছে। প্ৰথমে মেল এখন চপোৱা উচিত হ'ব। কিজানি বামুণে এনেয়ে এৰি দিয়ে?"

"তেনে কৰাই ভাল হ'ব।"

আৰু পিছত তীৰথে এটা সিদ্ধান্ত কৰি ঝগুৰ ঘৰবপৰা উঠি আহিল, যে মাটি বামুণৰ দখলত থাকিবলৈ দিয়া নহ'ব।

আৰু এতিয়া সেই মোকৰ্দমাটোৱে ফুলৰ কেছাৰীত চলি আছে।

ফুলৰ কেছাৰীত এজন তৰণি আছে, নাম দৌলত ৰাম। পুৰণা কংগ্ৰেছী লোক। ইংৰাজৰ দিনত তেওঁ জেল খটাতো নাছিলেই, কোনো সমদলত যোগদি পুলিচৰ মাৰো খোৱা নাছিল। তেওঁ উনৈশশ সাতচল্লিচশৰ পিছৰ কংগ্ৰেছী। পুৰণি স্কুলৰ চতুৰ্থ শ্ৰেণীলৈ পঢ়া। উৰ্দূৰ ভাল জ্ঞান আছে। এতিয়া গুৰুমুখী ভাষাতো অলপ শিকি লৈ তৰণিগিৰি কৰি আছে। এইটো অৱশ্যে তেওঁৰ সামান্য ব্যৱসায়হে। তেওঁ অন্য এটা কাৰ্য্যতহে সম্পূৰ্ণ পাৰ্গত। তেওঁ প্ৰতিজন ডাঙৰ বিষয়াৰ লগত যিকোনো প্ৰকাৰে সম্পৰ্ক স্থাপন কৰি লয়। কৰযোৰ কৰি কথা পাতে। যিকোনো উপায়েৰে সম্পৰ্কৰ কথা জনাজাত কৰিও দিছিল আৰু তাৰ ফলত তেওঁৰ আন এটা ভাল ব্যৱসায় চলিছিল। বিষয়াজনৰ পৰিবাৰৰ ওচৰলৈ গৈ তেওঁ যেতিয়াই তেতিয়াই কথা পাতিবগৈ পাৰিছিল আৰু গুৰগুৰীয়া মেল কৰি কাৰ্য্য সিদ্ধি কৰিছিল।

পাখৰ সিংহই দৌলত ৰামক জানে। দৌলত ৰামে তেওঁৰ কেইবাটাও কাম হাচিল কৰি দিছে। এদিন পুৱাই চোৰৰদৰে পাখৰ আৰু বাপুদেউ দৌলতৰামৰ ঘৰ ওলালগৈ। বেলেগ কোঠাত বহি পাখৰে দৌলত ৰামৰ লগত কথা পাতিলে আৰু পুনৰ

তেওঁ বাপুদেউৰ ওচৰলৈ আহি বহিলহি। পাখৰে ইঙ্গিত দিয়াৰ লগে লগে দেউৱে ধুতিৰ মেৰতলিৰপৰা নোটৰ নুৰাটো উলিয়ালে আৰু দুহেজাৰ টকা লেখি পাখৰৰ হাতত দিলে। পাখৰে লেখি নোচোৱাকৈয়ে টকাখিনি দৌলত ৰামৰ হাতত দিলে। ক'লে, "লেখি ললে ভাল হ'ব লালাজী।"

দৌলত ৰামে মিনিটতে নোট কুৰিখন লেখিলৈ কুৰতা চোলাটোৰ ভিতৰৰ মলমল কাপোৰৰ জেপটোত ভৰালে। তাৰ পিছত কোমল সুৰত, বুজালে যে মই এতিয়া মেজিষ্ট্ৰেট চাহাবৰ ওচৰলৈ যাওঁ। হস্কিল মস্কিল হ'লেহে কেচটোৰ আৰু এটা দিন পৰিব পাৰে। আপোনালোক নিঃসঙ্কোচ হৈ থাকক। যদি মোকৰ্দমাৰ বেয়া ফল হয়, তেনেহলে আমাৰ এওঁ পাখৰ আগত সাক্ষী আছেই, সমুদায় টকা পণ্ডিতজী, আপোনাক ঘূৰাই দিম। পুনৰ দৌলত ৰামে ক'লে, "বাৰু এতিয়া আপোনালোক যাওকগৈ।"

দেউৱে গমকে নেপালে যে সেই দুহেজাৰৰ দুশ গাওবুঢ়া পাখৰে পালে। তিনিশ টকা দৌলত ৰামৰ ভাগত পৰিল। হাকিমনীৰ হাতত পোন্ধৰশহে পৰিলগৈ। হাকিমনীকো ভাল মানুহ বুলিব নোৱাৰি, কাৰণ জজক এহেজাৰৰ কথাহে ক'লে।

## ১৫

পিছৰ তাৰিখত যেতিয়া দেউ কেছাৰীত হাজিৰ হলগৈ, জজক তেওঁ তেওঁৰ ফালে চাই হাঁহি মৰা দেখিলে। দুয়ো হাঁহি মুখেৰে-উকীল আৰু জজে কথা পাতি আছে। প্ৰথম তাৰিখত জজে দেউক খঙেৰে কথা সুধিছিল। কথা আধা শুনে আধা নুশুনেই। যি ধৰণেৰেহে কথা সুধিছিল যেন হাকিম নহয় কোনো পুলিচৰ বিষয়াহে। সেইদিনা উকীলৰ লগত অলপ তৰ্কও হৈছিল। দেউৰ বয়সীয়াল উকীলজনে নিজৰ পুৰণি চছমাযোৰ বাৰে বাৰে পোনাই লৈ জোৰ দি কথা কৈ আছিল। হাঁহি হাঁহি জজে পোন্ধৰ দিনৰ পিছত দিন দিলে। ভগা চছমা পিন্ধা কটীয়া উকীলজন সন্তুষ্ট হোৱা যেন লাগিল। আনজনো সন্তুষ্ট হ'ল যদিও তেওঁক অলপ উদাস যেন দেখা গ'ল। দেউৰ লগত গাওঁবুঢ়া আৰু প্ৰীতমে কথা পতাত লাগিল। তেওঁলোক এই কাৰণেই আচৰিত হ'ল যে আগতে মোকৰ্দমাৰ তাৰিখ পৰিছিল দুমাহ, তিনিমাহ, ছমাহৰ অন্তত, এতিয়া দেখোন মাত্ৰ পোন্ধৰ দিনৰ অন্ততে তাৰিখ দিলে, কিয়? ৰায়দান দিয়াৰ তাৰিখ নেকি বাৰু? দেউৱে ভাবিলে কিজানি দুহেজাৰ কম হ'ল। কিন্তু উকীল থানালৈ অহাত দেউৰ উকীলে বুজাই দিলে যে আগৰটো তাৰিখতে মোকৰ্দমাৰ ৰায় দিব। উকীলৰপৰা বিদায় লৈ তেওঁ দৌলত ৰামৰ ওচৰ পালেহি। দৌলত ৰামে অহাৰ লগে লগে সুধিলে, "কি তাৰিখ দিলে।"

পাখৰে ক'লে, "অহা বুধবাৰটোৰ পিছৰ বুধবাৰত্ত আহিব লাগিব।"

"বচ, গাওবুঢ়া ঠিকেই হৈছে দিয়ক।"

"কি ঠিক হৈছে?" দেউৱে অলপ গৰম হৈয়ে ক'লে।

দৌলত ৰাম নিজৰ গাদীৰপৰা উঠিল। গাওঁবুঢ়া আৰু বাপুদেউক নিলগলৈ মাতি নি কলেগৈ, মই কথা-বতৰা পাতি থৈছো। আগৰ তাৰিখতে ৰায় দিয়াতো খাটাং। আপোলোক নিশ্চিন্ত হৈ থাকক। যদি আপোৰ সপক্ষে নহয় তেন্তে মোৰ মুখত থুৱাই দিব।

দুয়োৰে মন শান্ত হ'ল। তাৰ পিছত ইটোসিটো কথা পাতি তিনিও আহি বাছষ্টেণ্ড পাই বাছলৈ বাটচাই ৰ'লহি। চাহো খালে। দুঘণ্টাৰ অন্তৰে অন্তৰে বাছ পোৱা যায়েই। চাৰিবজাত বাছৰ সময় আছিল।

কথা সেইটোৱে হ'লগৈ। পোন্ধৰ দিনৰ অন্তত তাৰিখমতে যেতিয়া তেওঁলোক গৈ পালেগৈ, তেতিয়া জজে ৰায় শুনালে—বাপুদেউৰ সপক্ষে। তীৰথ সিংহ আৰু তেওঁৰ ফলীয়াসকলে ঠোট-মুখ চেলেকি তাৰপৰা আঁতৰিল। তীৰথৰ উকীলজনে হাত এচাৰি নিজৰ বৈঠকত বহিলহি। তেওঁ পিছৰ কেচ এটাৰ কাৰণে ফাইল সাজু কৰাত লাগিল। পুৰণি চছমা পিন্ধা কঁটীয়া উকীলজনে আঙুলী টোৱাই টোৱাই কথা পাতিবলৈ ধৰিলে। তেওঁ কৈ গ'ল "ৰাতি বাৰ বজালৈকে বহি এই কেচটো ষ্টাডি কৰি আছিলো, কালি। মইতো আগতেই জানিছিলো জিকিম বুলি। কেনে লাগিছে দৈবজ্ঞদেৱ, ভাল লাগিছে, নহয়?"

দেউৱে কান্ধৰ ৰঙা গামোচাখন বাৰে বাৰে জাপি কান্ধতলৈ উকীলক আশীৰ্বাদ দিবলৈ ধৰিলে। গাওঁবুঢ়াও উকীলৰ প্ৰশংসাতে পঞ্চমুখ হৈ উঠিল আৰু নিজৰ নিগনিমুৱা চৈতানী চকুহালত হাঁহি ফুটি উঠিল। দেউৱে উকীলৰ বাকেয়াখিনিৰ লেঠা মাৰিলে আৰু জাজমেণ্টৰ নকলটো পিছৰটো মঙ্গলবাৰে নিবহি বুলি কৈ বিদায় ল'লে। তেওঁ দৌলত ৰামৰ ওচৰো পালেগৈ, লালাজীয়ে চছমাৰ ওপৰেদি চাই ক'লে, "কি কয় এতিয়া পণ্ডিতজী, অন্ততঃ বৰ্ফী এটুকুৰা আমাৰ মুখত ভৰাই নিদিব নেকি?"

গাওঁবুঢ়া আৰু প্ৰীতম দৌলত ৰামৰ ওচৰতে বহি ৰ'ল। বাপুদেউৱে দোপমৰাৰ দৰেই খোজ দি এসেৰীয়া দুঠোঙা বৰ্ফী লৈ আহিলগৈ। তাৰে এটা দৌলত ৰামক দিলে আৰু আনটোৰ বৰ্ফীখিনি উকীল, মহৰি, পাখৰ, প্ৰীতম সকলোকে বিলাই দিলে।

দৌলত ৰামে বহাৰপৰা উঠি আহি পাখৰ সিংহৰ হাতত হেঁচা মাৰিদি ক'লে, "গাওঁবুঢ়া আপুনি কামৰ দিহা দি থাকিবলৈ নেপাহৰিব। মই আপোনাসবৰ দাস বুলি ধৰি ল'ব।"

তেওঁ নিজৰ ঠাইত বহিলত প্ৰীতমে হাঁহি মাৰি ক'লে, "আজি হ'লে দুবটলৰ অধিকাৰী হ'লো পণ্ডিতজী!"

পণ্ডিতজীৰ আজি অপাৰ আনন্দ! ক'লে, "দুবটল কিয়, চাৰি বটল লোৱা। বটল

কি ডাঙৰ বস্তু। আজি যুঁজত জিকিলো। সি চালা জাটে এতিয়া কি কৰে চাম নহয়। নেগুৰ দাঙি চেকুৰিছিল। ক'ৰবাত দেখিছা জানো, পুণ্যৰ দান ঘূৰাই লোৱা, পৃথিবীত নাই দেই?"

নিজৰ গাড়ী ভাৰাৰ পইছাকিটা হাতত ৰাখি, বাকী গোটেইখিনি নোট দেউৱে পাখৰ সিংহৰ হাতত দি ক'লে, "লোৱা, খাই বৈ স্ফূৰ্ত্তি কৰা। কিন্তু মই হ'লে ঘৰলৈ ওলালো, ইয়াত থাকি কৰিম কি? যেতিয়া মন যায় তোমালোক যাবা।"

গাওঁবুঢ়াই ক'লে, "প্ৰভু! বহুত দিলে, দেখিছো। ইমান নেলাগে নহয়। আমাক পঞ্চাশ দিলেই হ'ব। বাকীখিনি থৈ দিয়ক।" তেওঁ ত্ৰিশ-চল্লিশ টকামান দেউক ঘূৰাই দিলে আৰু ক'লে, "ঘৰলৈও অলপ কিবা কিবি কিনি লৈ যাওক। লাৰু-পেৰা যি পায়। বুঢ়ী আইৰ মনটোও সন্তুষ্ট কৰকগৈ। বাটচাই আছে ছাগৈ, দেহি!"

গাঁৱত দেউ কেচত জিকাৰ চৰ্চ্চা চলিল। "দেখিলানে, বামুণে নিজৰ জিদ কেনেকৈ পূৰ কৰিলে? এবাৰ আমাৰ জাটহঁতক আঁঠু কঢ়াইহে এৰিলে। আনফালে নিজৰ যিমান লোকচান হ'ল, কাণ নিদিলে!"

ভিতৰি কোনোৱে এনে মন্তব্যও দিলে, "দুবিঘাৰ কাৰণে নিজৰ তিনি বিঘা ফুতে উৰুৱাই দিলে। লাভলৈ চাওঁতে মূলো হেৰাল। এওঁৰ বা কি লাভ হ'ল তীৰথৰ বা লাভ কি হ'ল? দুই অগিয়ানে যুঁজখন কৰিলে, দেখিলা?"

আন এজনে ক'লে, "চুৰিয়া নিতিওৱাকৈয়ে যি মাজৰ ভাগ খাব লাগে খালে। ঝগুাই ফাউতে পাঁচ বিঘা মাৰি দিলে।"

"তীৰথেও কম পইছা খৰচ নকৰিলে হ'লে! পোতন থকা লোক কাৰণেহে। যিখিনি কৰিলে ঘৰৰ পৰাই কৰিলে। লোকচান হ'ল মাত্ৰ দেউৰ!" কোনোৱে বাপুৰ প্ৰতি দয়া দেখুৱাই ক'লে।

কোনোৱে আকৌ জোলোঙাৰ মেকুৰীকে উলিয়ালে—"শুনিছো, যতকুটৰ ঘাই হ'ল ঝগুা। তীৰথকো উচতালে আৰু ইফালে বাপুদেউকো উচতাই নিজে জোল খালে। ইফালে দেউৰ খৰচতে পাখৰ সিংহ আৰু প্ৰীতমৰ চাহ মদৰ খৰচ তিনি বছৰ কাল চলিল।"

বাপুদেউক এতিয়া কোনে পায়, বুকু ফিন্দাই ঘূৰি ফুৰে। ফুটনি মাৰে। লগৰ জ্ঞাতি বামুণ পালে টিংখোপত উঠি কথা পাতে। তেওঁৰ পিঠিৰ পিছতে মানুহে কয়, "বামুণহে লাও-লোৱা হ'ব। আনৰ একো নহয়। এতিয়া মাটিত ভৰি নিদিয়া হৈছে। মাটি দুবিঘা নিজৰ কৰি ল'লে ঠিক কথা, ইফালে পাঁচ বিঘা গ'ল। পাঁচ বিঘা দি দুবিঘা পোৱাটো জানো লাভ হ'ল? নিজৰখিনিকে যদি চম্ভালি ৰাখিলহেঁতেন সেয়ে বহুত লাভ আছিল।"

সেই সময়তে, প্ৰায় দুবছৰৰ অন্তত বদৰী ঘৰলৈ আহিল। বাপেকৰ মুৰ্খামীৰ হেতু তেওঁ গাঁৱত মুখ উলিয়াব নোৱাৰা হ'ল। তেওঁৰ ঘৰৰ গাতে লাগি থকা অতৰী বুঢ়ীয়ে

বদৰীক কৈয়ে পেলালে, "হেৰ' বদৰী তই লেখা-পঢ়া জনা ল'ৰা। বাপেৰৰ আকল বুলিবলৈ একো নাই। পৈতৃক সম্পত্তিটোও ফুতে উৰুৱালে। এতিয়া বাপেৰে পোতা অঘৈয়াহুল তইহে উঘালিব লাগিব।"

বদৰীৰ মনটো বৰ বেয়া লাগিল। খংটো দমাই ক'লে, "বামুণক মাটিৰ দৰ্কাৰ নাই, জেঠাইটি! আহিছিল যেনেকৈ যাবও তেনেকৈ। আমাৰ আজুককা বা আজুৰো আজু ককাক কোনোবা জাটে এইখিনি মাটি হয়তো দান দি পুণ্য আৰ্জিছিল। গতিকে এই মাটি ঘূৰি জাটৰ হাতলৈ নগৈ যাব ক'লৈ? মাগি খোৱাহঁতক মাটিৰ দৰ্কাৰ নাই নহয়!"

বুঢ়ীয়ে একো নেমাতিলে।

বদৰীয়েও মাক-বাপেক কাৰো লগত এই বিষয়ে কথা নেপাতিলে। বাপেকক তেওঁ মাতেই নলগালে। মাকৰ লগতে ইষাৰ-সিষাৰ কথাপাতি দুপৰীয়া ৰুটি খাই, পিছবেলা মোনাটো কান্ধত তুলি চাহটোপাও থিয়ৈ থিয়ৈ গিলি ওলাই গুছি গ'ল। আহিল কণা, গ'ল কণা...। অৱশ্যে আগতকৈ দুৰ্বল আৰু চিন্তান্বিত দেখা গ'ল।

তীৰথ হাতাশাত ভুগি থাকিল। নিজ কৰ্মত অনুতাপ হ'ল। তেওঁৰ সম্পূৰ্ণ বিশ্বাস হ'ল যে ঝণ্ডাই দেউৰ মাটি হাত কৰাৰ উদ্দেশ্যেৰে এই কাজিয়াখন লগালে। তেওঁক খোলাখুলিকৈ বামুণৰ বিপক্ষে উচতালে। মাটি দুবিঘা আগৰেপৰা তেওঁৰ দখলততো নাছিলেই। আৰু এই দুবিঘা মাটি পোৱাহেঁতেনো তেওঁ কি জমিদাৰটো হ'লহেঁতেন। ইফালে তেওঁৰ দেউৰ ওপৰতো খং। দেউক ছাল-ছিগা ভিকহু বুলি গালি পাৰে। "কিন্তু ভিকহু হৈও নিজৰ জিদ নেৰিলে। নিজৰ মাটি ফু মাৰি উৰুৱাই দি এই দুবিঘাতে মৰ কামোৰ মাৰি ৰ'ল।"

মিল্‌খা মিলিটেৰীয়ে তীৰথক পৰামৰ্শ দিলে, "চৰকাৰৰ ওচৰত তুমিতো হাৰিলাই, এতিয়া এপাত বেলেগ হাথিয়াৰ ব্যৱহাৰ কৰি চোৱাচোন। বামুণৰ মান-সন্মানৰ খকটো তুমি দেখিয়ে আছা। গাঁৱৰ মানুহখিনি মাতা। তেওঁৰ ভৰিত পাগুৰী খুলি পেলাই দিবা। তোমাৰ একো মান-হানি নহয় দিয়া। বামুণে মাটি এৰি নিদিয়ে যদি মোৰ নাম সলাই মাতিবা। মই এই বামুণক তলিৰপৰা তলুৱালৈকে জানো।"

তীৰথ পাখৰ সিংহৰ ওচৰলৈ গ'ল। তেওঁ প্ৰীতম সিংহৰ লগতো কথা পাতিলে। ঝণ্ডাৰ পুতেক হৰদিত্তকো সুধি-পুছি ল'লে। সকলোৱে কৰি চোৱাৰ পৰামৰ্শকে দিলে। সকলোৱে ক'লে, "এইটো চেষ্টাও কৰি চোৱাচোন। মাটি এৰি নিদিলেও তোমাৰ একো হানি নহয়, কি কোৱা?" পাখৰে দেউৰপৰা ছল পাই ফালৰি কাটিলেই। তীৰথক ক'লে, "বামুণে যদি মানি নলয়, তেনেহ'লে গোটেই গাঁও একগোট হৈ তেওঁৰ লগত হোকা-পানী বন্ধ কৰি দিম, এঘৰীয়া কৰি দিম। আমাৰ আন বামুণৰ অভাৱ হোৱা নাই নহয়! গাঁৱৰ মানুহ এক মুঠ হোৱা দেখিলে বামুণে ভয়তে পানী চুই যাব, চাবা! তেওঁ যজমানী নেৰে, জানি থোৱা, লাগিলে মাটিকে এৰি দিব।"

বহলো চুবুৰীত চল্লিশ ঘৰ মানুহ। তাৰে পঁচিশ ঘৰ জাট আৰু বাকী পোন্ধৰ ঘৰ বাঢ়ৈ, তাঁতী, বনিয়া, খত্ৰী, ধীৱৰ আৰু নাপিত লোক আছে। এঘৰ মাত্ৰ দৈবজ্ঞ ব্ৰাহ্মণ। তীৰথে প্ৰত্যেকৰ ঘৰলৈ গৈ নিমন্ত্ৰণ কৰি আহিলগৈ। ক'লে, "কালিলৈ পুৱা মুকলি বৈঠক খানাত গোট খাবগৈ লাগে। ঘৰে প্ৰতি অন্ততঃ এজন যাবই লাগিব।"

দ্বিতীয় দিনা পুৱাই আকৌ মাতি লগতে লৈ আহিলগৈ। জাটৰ কুৰি জন আহিলেই। বাকীসকলৰ সাত-আঠজন মানহে আহিল। বাপুদেউকো মাতি অনা হ'ল। ভৰিত কাঠৰ খৰম, ধুতি কুৰ্তাচোলা আৰু কান্ধত ৰঙা গামোচা, কপালত তিলক। "হৰিওঁম হৰিওঁম" বুলি দেউ বৈঠকত উপস্থিত হ'লহি। অনেকে নমস্কাৰ জনালে। দেউৱেও প্ৰত্যেককে নমস্কাৰৰ প্ৰতি নমস্কাৰ দিলে। লগতে কুশল-মঙ্গলৰ এজোলোকাকৈ আশীৰ্বাদো দি গ'ল।

যেতিয়া সকলো ৰাইজ সমবেত হ'ল, তেতিয়া প্ৰথমে হৰদিত্তই কথাৰ পাতনি মেলি ক'লে, "চাওক দেউ গোণ্ডীৰাম, গাঁওখনৰ লগত আপোনালোকৰ সাতামপুৰুষীয়া সম্বন্ধ। আপুনিয়ে গোটেই গাঁৱৰ কুল পুৰোহিতো। হয়নে নহয়?"

"হয় বোপাই, এইটো কিবা মিছা কথা জানো?" দেউৱে ৰঙা গামোচাখন দুই হাতত পেলাই থিয় দিয়ে থাকিল।

"এই তীৰথ সিংহই সকলোকে মাতি আনিছে। আপোনাৰ যজমানী সকলো আহিছে, মই মাত্ৰ ইয়াকে ক'ব খুজিছো, যাতে আপুনি কথা নেপেলায়।" হাতত থকা খৰি টুকুৰা দুডোখৰকৈ ভাঙি হৰদিত্তই সঁকিয়ালে।

"মোৰ মানত আপোনালোক যজমান সকলো সমান। তীৰথ যেনেকুৱা আপোনাসবো তেনেকুৱা। কি নিৰ্দেশ দিব খুজিছে কওক। মইনো ক'লৈ পলাম।" বাপুদেৱে ক'লে।

তাৰ পিছত তীৰথে মূৰৰ পাগুৰী সোলোকাই দেউৰ চৰণত থ'ব খোজা দেখি দেউৱে উচপ খাই চিঞৰি ক'লে, কি কৰা, কি কৰা? এইটো কি কৰিব খুজিছা? তীৰথ তুমি সিয়ান মানুহ, কি কৰিবলৈ লৈছা, পাগল হ'লা নেকি?" তীৰথৰ হাতৰ পাগুৰীটো থাপ মাৰি লৈ দেউৱে পুনৰ তীৰথৰ মূৰত পিন্ধাই দিলে।

তীৰথে কাকুতি কৰি ক'লে, "দেউ আমি কেছাৰীতহে কাজিয়া কৰিলো। কৰোঁতে সকলো নকৰা কাম কৰিলো। আপুনি জিকিল। মই ৰাইজৰ সন্মুখতে আপোনাক কৰযোৰে মিনতি জনাই ক'ব খুজিছো—মোৰ দেউতাই আপোনাৰ দেউতাকক দান দিয়া, আপোনাৰ মতে, পুন্যকৰা মাটিডোখৰ মোক ঘূৰাই দিয়ক।"

একেবাৰে নিমাত হৈ বহি থকা পাখৰ সিংহই থিয় হৈ ক'লে, "দেউ গোণ্ডীৰাম, এইখন হ'ল পঞ্চায়ত। পঞ্চায়ত চৰকাৰতকৈও ওপৰত। আপোনাৰ ভৰিত পাগুৰী থৈ তীৰথে ভৰসা কৰিছে। ইয়াতকৈ আৰু কিবা ডাঙৰ সন্মান আছেনে?"

প্ৰীতমেও মাত দিলে, "বাপু গোণ্ডীৰাম! আপোনাৰ দয়ালু হিয়াখন উবুৰিয়াই দেখুৱাই দিয়ক। আপুনি বাদচাহৰ দৰে লোক। মাটি দুবিঘা আপোনাৰ মানত কি বস্তু!

গোটেই গাঁওখনেই যেতিয়া একমুখে কৈছে, গোটেই জীৱন জুৰি সকলোৱে আপোনাকে সেৱা জনাই আহিছে আৰু আগলৈও সেৱা জনোৱাৰ বাট মুকলি কৰি ৰাখক। মান-সন্মানতকৈ এই সংসাৰত আৰু কি ডাঙৰ বস্তু আছে?"

আৰু আন কোনোৱে নমতা দেখি মিল্‌খা মিলিটেৰীয়ে ক'লে, "গোবিন্দ ৰাম আছিল পুৰুষ ব্ৰাহ্মণ। সাহসী। তেখেতৰ কাৰণে এইটো একো ডাঙৰ কথা নহয়।"

নাজৰে একো নেমাতি তীৰথ আৰু দেউৰ ফালে পিৰিকা-পিৰিককৈ চাই থাকিল। তেওঁৰ লৰালৰি হৈছে, গা-পা ধুই ভাইৰূপালৈ যাব লাগে। তেওঁ উঠিল আৰু ইয়াকে কৈ গ'ল যে "গোণ্ডী বাপু, আগতে ইমান লোক গোটখোৱা নাছিল, এতিয়া কথাকলৈহে গোট খাইছেহি। বাতৰি ছপোৱাৰ কথাহে!"

মল্লণেও বহি থাকি এজনক ভয়ে ভয়ে ক'লে, "দেখিলা, এওঁলোকৰ তামাছা! প্ৰথমে বামুণৰ মাটি বন্ধকত নিয়ালে, দুয়োকে কুকুৰাৰ দৰে যুঁজালে। এতিয়া আকৌ চোৱা—কি খেল খেলিছে। প্ৰথমেই পাগুৰীটো যদি দেউৰ চৰণত থ'লেহেঁতেন ইমান হানি নহ'লহেঁতেন। প্ৰথমে দম দিলে বোলে মাটি এৰি দিব লাগিবই, নহ'লে কথা বেয়ালৈ যাব। এই পাখৰ আৰু প্ৰীতমে আগতে বাপুৰ ফলীয়া হৈ থাকি এতিয়া চোৱা—তীৰথৰ ফলীয়াহে মাত দিছে। বামুণৰ নিমখ খাই তীৰথৰ গুণ গাবলৈ লৈছে।"

তীৰথে আকৌ এবাৰ পাগুৰী হাতত ল'লে। গোবিন্দ ৰাম বাপু একেবাৰে পানী হৈ পৰিল। মাটিত বহি লাখুটিডালেৰে মাটিত আঁচ টানিবলৈ ধৰিলে। তাৰ পিছত সাউৎ কৰে থিয় হৈ "হৰিওঁম, হৰিওঁম" মাতিবলৈ ধৰিলে। "যোৱা ভাই তীৰথ সিংহ যতে মন যায়, মাটি দুবিঘা জুখি-মাখি লোৱাগৈ।"

ভিৰৰ মাজত হৈ চৈ লাগিল। প্ৰত্যেকেই গোণ্ডী বাপুৰ ভৰি চুই সেৱা জনালে। কোনো-কোনোৱে বাপুৰ মুখলৈ এনেদৰে চালে, যেন তেওঁলোকৰ ক'বৰ মন গৈছিল "যজমানী ব্ৰাহ্মণ, বাহ তোমাৰ মগজু! তোমাৰ মূৰৰ খোলাটো ধিক্কাৰৰহে যোগ্য!"

## ১৬

পঞ্চায়তৰ সামৰণি পৰাৰ পিছতেই তীৰথ গৈ নাজৰৰ ঘৰ ওলালগৈ। নাজৰক টকা দি ক'লে "তুমি ভাইৰূপা পায়ে চাৰি বটল নিভাজ মাল পঠাই দিব লাগিব।"

নাজৰে ক'লে, "বটল পঠোৱা কোনো কথা নহয়, পইছাৰো চিন্তা কৰা নাই, পিছত দিয়াহেঁতেনো হ'লহেঁতেন। কিন্তু বটল পঠিয়াম কাৰ হাতত? তুমি এক বা দুই বজাত পোৱাকৈ মানুহ পঠিয়াই দিবা আৰু কাক পঠাবা কৈ থৈ যোৱা।"

"ঠিক আছে। হৰদিত্তৰ ঘৰৰ লগুৱা দিবু চমাৰকে পঠাই দিম। তাৰ হাততে দিবা। কিন্তু তাত্‌কা মাল লাগিব হ'লে, ক'লো। গাত লাগি দিবা। হৰদিত্তৰ বৈঠকতে বহিমগৈ, তুমিও আহিবা।"

"মই এন্ধাৰ হোৱাৰ পিছতহে আহি পামহি—তাকো আকৌ আজি যদি ঘূৰি আহোঁ, তেতিয়াহে। মোক তোমালোকৰ লগতে খাই আছো বুলিয়ে ধৰি ল'বা। তুমি যেতিয়া মাতিলা, মই ভাগ ল'লো বুলি ধৰি লোৱা।"

"নহয় নাজৰ, তুমি নোহোৱা হ'লে আৰু তোমাৰ লগতে আন কিজনেও মাত নিদিয়া হ'লে বামুণ মান্তি নহ'লহেঁতেন। তোমালোকে মোৰ পিছ ল'লা বুলিহে তেওঁ সৈমান হ'ল। যেনেতেনে তুমি আহিব লাগিব। অলপ পলম হ'লেও হ'ব, আমি খাই থকা অৱস্থাত পালেহিয়ো হ'ব।"

"বাৰু দেখা যাওক। কিন্তু তুমি নেজানা-ৰাতি মই তাতে থাকো আৰু ৰাতি নৌ পুঁৱাওতেই ঘৰলৈ আহোঁ।"

"চক্ খুৱালা দেই, তুমি? হৰনামী তেনেহলে ইয়াত অকলে থাকে?"

"থাকে, পিছে হল কি? ৰুটি খাইছে, পৰি আছে।"

"তথাপি দোস্ত, তিৰোতাৰ জাতহে।"

"এতিয়া ভয় কৰিব লগা একো নাই। তীৰথ। এতিয়াতো...'

পুহ-মাঘ মহীয়া জাৰৰ দিন। হৰদিত্তৰ বৈঠক খানাৰ আলমাৰীত জুইসদৃশ চাৰিটা বটল আহি সোমালহি। হৰদিত্ত আৰু তীৰথ তাত আছিলেই। তীৰথে পাখৰ সিংহ আৰু প্ৰীতমকো মাতি থৈ আহিছিল। মিলিটেৰী মিল্‌খা সিংহও পালেহি। পাঁচোজন খোৱাত বহিল। সৰু মেজ এখনত হৰদিত্তই গিলাচ পাঁচটা সজাই থৈছিলেই। পাইপৰ পৰা এবাল্টি পানীও অনাই ৰাখিছিল। তীৰথে নিজৰ ঘৰৰপৰা আমৰ আচাৰ এবাটিও লৈ আহিছিল; লগতে কেইটামান পিয়াঁজো। হৰদিত্তই বটল খুলি পাঁচোটা গিলাচত একোপেগকৈ বাকিলে। পাখৰ আৰু প্ৰীতমে গিলাচ মুখত লগাই উঁটে পানীত সোহা মৰাৰ দৰে পীলেই। মিল্‌খাই এঢোক মুখত দি গিলাচটো টেবুলত থ'লে। তীৰথ আৰু হৰদিত্তই আধা আধা খালে। কেউজনে কথা পাতিবলৈ ল'লে। মিল্‌খাই ক'লে "বামুণৰ আকলটো দেখিলানে' যদি প্ৰথমেই মাটি দুবিঘা এৰি দিলেহেঁতেন, হানি নহ'লহেঁতেন, নহয়। এই দুবিঘাৰ লগত নিজৰ তিনি বিঘাও হেৰুৱালে। চাবলৈ গ'লে দেউৰে ভাল দয়াই কৰিলে।"

তীৰথে ক'লে, "এই মাটি দুবিঘাৰ কাৰণে যে তোমালোকে মোৰ হৈ ওকালতি কৰিলা তাৰ গুণ মই ওৰে জীৱন গাই থাকিম। জানি থোৱা। কিন্তু বামুণে প্ৰথমে এই কথা মানি ল'লেহেঁতেন বুলি মোৰ বিশ্বাস নহল। সেয়েহে চৰকাৰৰ ওচৰ চাপিব লগা হ'ল আৰু তিনি বছৰ যুঁজিলো।"

"তোমাৰতো বিশেষ একো লোকচান নহ'ল। তাৰিখ পৰিলে যোৱা আৰু ঘূৰি

আহাঁ। উকীলকে যি দিব লাগে দিলা। লোকচান হ'ল বামুণৰ!" প্ৰীতমে দেউৰ সমালোচনা কৰিলে।

"বামুণক উচটাই জোল খোৱা এইজন বহি আছে, গাওঁবুঢ়া। এইজনে দেউক নাকত লৈ চাকত ঘূৰালে নহয়!...তাৰ পৰিণামত..." হৰদিত্তই পিয়াঁজ এচকল চোবাই চোবাই পাখৰক আক্ৰমণ কৰিব খুজিলে।

"মই কি বেয়া কাম কৰিলোহে? মই তোমাৰহে উপকাৰ সাধিলো। তিনি বিঘা মাটি তোমাৰ হাতলৈ নাই অহা বুলি মাৰৰ শপত খাই ক'ব পাৰিবানে?" আমৰ আচাৰ চুপি চুপি পাখৰে ক'লে আৰু ডাঢ়িকোছাত মোহাৰ এটা মাৰিলে।

"তিনি বিঘা ক'ত পাঁচ বিঘাই ধৰাচোন। দুবিঘা মোৰ পৰা এৰুৱাই এওঁকে দিয়াহি নাই জানো।" কথাষাৰ কৈ মিল্‌খাই এঢোক মুখত ল'লে।

প্ৰীতমে কথাৰ সামৰণি মাৰি ক'লে, "ঠিকেই হ'ল, বাদ দিয়া এইবিলাক। তীৰথৰো ঠিক হ'ল, হৰদিত্তৰো।" আকৌ ক'লে, "হেৰা ভালে ভালে গিলাচ ভৰোৱা হ'লে। এইখিনি শেষ কৰিহে উঠিম একা। তোমালোকেও টাউনীয়া মানুহৰ দৰে খালে নহ'ব। চৰাইৰ দৰে ঠোঁট জুবুৰিওৱাৰ দৰে লাগিছে।"

তীৰথ আৰু হৰদিত্তই মদ বেছি নেখায়। হৰদিত্তই দেখিলে প্ৰীতমৰ জিভা লক্‌লকাই আছে। দুয়ো নিজৰ নিজৰ গিলাচ খালী কৰিলে। মিল্‌খাক হাতত গিলাচটো লৈ থকা দেখি ক'লে—"তুমি হ'বলা ইংৰাজৰ আদব-কায়দা এৰাই নাই হেৰা ফৌজী চাহাব।"

দ্বিতীয় পেগ দিওঁতে হৰদিত্তই প্ৰীতমৰ গিলাচটো পূৰাই দিলে। প্ৰীতমে জানিবুজিয়ে মুখখন ঘূৰাই ৰাখিলে। গাঁওবুঢ়াকো সৰহকৈ দিলে। মিল্‌খাই কমাই দিবলৈ ক'লে। বচ্ বচ্ বুলি বাকি দিওঁতে কৈ থাকিল। হৰদিত্ত আৰু তীৰথৰ গিলাচত কেইটোপ মানকৈহে বাকি ল'লে। মিল্‌খাই লাহে লাহে পি থাকিল। তেওঁ বেছি সময় তাত বহি নেথাকিল। বিদায় লৈ বাজলৈ ওলাই আহিল। তৃতীয় গিলাচতে তীৰথেও মূৰ দোঁৱালে। কিন্তু প্ৰীতমে বটল নিজে লৈ গিলাচত মদ বাকি খাবলৈ ধৰিলে। ক'লে, "চালাহঁত! ঠোঁটটো জুবুৰিয়ালেই মদ খোৱা হয়নেকি? আমাক ইয়ালৈ মাতিছিলা কিয়!" দুবটল খালী হৈ গ'ল। তৃতীয়টো বটল লৈ প্ৰীতমে নিজৰ গিলাচ ভৰালে। হৰদিত্তই চোৰ-চকুৰে প্ৰীতমৰ দুৰ্বলতা ধৰা পেলালে। ভাবিলে, "ই চালাই মদ নিপিয়ে, গিলেহে!"

হৰদিত্তই তীৰথক আঁতৰাই নি কাণৰ কাষত ফুচফুচাই ক'লে, "চাৰি নম্বৰটো নোখোলো। থাকক দিয়া। বুঢ়া দেহা, গাঁও বুঢ়াক ধৰি-মেলি গাঁৱত থৈ আহিবগৈ লাগিব। প্ৰীতমো একেবাৰে মত্ত হৈ পৰিছে।"

চতুৰ্থ বটল আলমাৰীত থোৱা ভাগতে থাকিল আৰু কেউজন নিজে নিজেই ঘৰলৈ গ'লগৈ।

দ্বিতীয় দিনাখন হৰদিত্তই প্ৰীতমক পুখুৰীৰ পাৰত লগ পালে। লগ পোৱা মাত্ৰকতে প্ৰীতমে ক'লে, "কালি ৰাতি বাৰুকৈয়ে খোৱা হ'ল দেই। মইতো পুৱা বহুত দেৰিলৈকে সাৰেই পোৱা নাছিলো। এই মাত্ৰহে উঠি আহিছো। পথাৰলৈ যোৱাই নহ'ল। হাড় কিডাল এতিয়াও কণকণাই আছে। বিষোৱা বিষোৱা যেন লাগিছে। বৰ চোকা বিধৰ মাল দেই! একেবাৰতে জখম কৰা বিধৰ। বৰ তীখা!"

"অনাওঁতে তীৰথে চাৰি বটলেই অনাইছিল ভাইৰূপাৰ পৰা। একেবাৰে স্পিচিয়েল বস্তু!" হৰদিত্তই ক'লে।

"তেনেহ'লে আমি চাৰি বটল শেষ কৰি দিলো! বাপৰে বাপ। মানুহ চাৰিটা বুলিয়ে ধৰাচোন। মিল্‌খা আগতে ওলাই গ'লেই।" প্ৰীতমে মদখোৱা লোকৰ আন্দাজ কৰি যথেষ্ট আমনি পোৱা যেন লাগিল।

"ক'ত চাৰিটা শেষ কৰিব পাৰিলা? তিনি বটলহে শেষ হ'ল। এটা এতিয়াও আছে।" হৰদিত্তই প্ৰীতমক লোভ লগাই দিলে।

এবটল বাকী থকা কথা শুনিয়ে প্ৰীতমে অপলক দৃষ্টিৰে চাই ৰ'ল। "তীৰথে লৈ নগ'ল নেকি?"

"নাই নিয়া। তাতে আছে। খাবানেকি কোৱা। সেইটো বটল তীৰথ আৰু মই খাবলৈ থৈছিলো। আজি তুমি আৰু ময়ে বহি খাই পেলাওঁগে তেনেহ'লে। যোৱা নেকি?"

প্ৰীতমৰ মুখৰপৰা পানী ওলালেই। টপৰাই ক'লে, "সুধিব লাগিছেনে? পাবা চৰাই ভাঙিবা পাখী, বঢ়া ভাত নথবা ৰাখি। ব'লা, দোঢোকমান পেটত ভৰাই ডাল ডাল হোৱা হাড় কিডালত জোৰা লগাওঁগৈ, ব'লা!"

"তুমি সৌ সি ফালেদি যোৱা। মই বাজ ঘৰটোত কোনোবা আছে নেকি চাই আহোঁগৈ। হালোৱাটো ঘূৰি আহি পাবৰ সময় হৈছে। তাক কালিলৈ কৰিব লগা কামৰ দিহা দি আহোঁগৈ। সি গ'লৈগে পিছত লগেই নেপাম। আমিতো ইয়াত মজি থাকিব লাগিব।"

প্ৰীতমে ক'লে, "ময়ো তোমাৰ লগতে যাওঁ। হালোৱাৰ লগত তুমি কথা পাতিবা। একেলগে ভিতৰ সোমাম, কি কোৱা?"

তেওঁ হৰিদিত্তৰ বাজঘৰটোলৈ আহিল। ঝণ্ডাই তাত বহি এজন বাঢ়ৈৰ হতুৱাই খাটিয়া এখনত ৰছী লগোৱাই আছিল। প্ৰীতমক দেখি ভালেই পালে। ক'লে, "আহ প্ৰীতম, হাৰামজাদা! তোক দেখোন আজি-কালি লগ নোপোৱাই হ'লো। বৰ বেছিকৈ কামত লাগিছ্ হ'বলা?"

"নহয় ককাইদেউ, কামত ক'ত বৰকৈ লাগিছোনো, এৰা এনেয়েহে তোমাৰ ওচৰলৈ আহিব পৰা নাই।" কথাৰ লাচতে প্ৰীতমক এক আঁচোৰ মাৰিলত প্ৰীতমে ভাবিলে, "এৰা পাকতে ফান্দত পৰিলোহি। ঝণ্ডাই এতিয়া পইছাৰ কথা উলিয়াই হে লাগে।

গিন্দৰৰ মাটিডোখৰ নিজৰ নামলৈ নামজাৰি কৰি লোৱা সময়ত ঝগুাৰপৰা প্ৰীতমে দুহেজাৰ টকা সুদলৈ ধাৰ লৈছিল। কেইবা বছৰো হৈ গ'ল। সুদ বাঢ়ি বাঢ়ি দুহেজাৰৰ ঠাইত ছয়-সাত হেজাৰমান হ'লগৈ। কিছু টকা সোধ কৰিছিলো। আহাৰ-শাওনৰ দোমাহীৰপৰা প্ৰতি ছমাহৰ অন্তৰে অন্তৰে টকা সোধ কৰি আহিছে। অন্ততঃ কিছু টকা হাতেদি সৰকি গৈছিল। কিন্তু সুদ বস্তুটো হ'ল কেঞাবনৰ গুটিৰ দৰে দিনক দিনে বাঢ়ি যোৱা বস্তু। যিমানেই গুটি খান্দি গুছাবলৈ চেষ্টা কৰা হয় সিমানেই বিস্তাৰিত হৈ গজে। ঝগুাই ছমাহৰ অন্তৰে অন্তৰে প্ৰীতমক মাতি আনে। আৰু সুতক মূল কৰি লেখা পঢ়া কৰি টিপচহী লৈ থয়। প্ৰীতমক ঝগুাই মাটি বিচাৰে কিন্তু সি মাটি দিবলৈ সন্মত নহয়। এই প্ৰীতম আহি এতিয়া ঝগুাৰ ওচৰত বহিলহি। হৰদিত্তৰ হালোৱা দিবুও আহি পালেহি। চোতালতলৈ গৈ হৰদিত্তই দিবুক দিহা-বুদ্ধি দিবলৈ ল'লে।

কথা ফলিয়ালে। ঝগুাই ক'লে, "এইবাৰ হ'লে ভাই মোক আহাৰতে লেঠামাৰি দিব লাগিব।"

"এইবাৰ ককাইদেউ অহাৰতে চয়-নিছয় এটা কৰি পেলাম। এদনীয়া হৈ লম। হয় সুদে-মূলে সোধাম, নহয় মাটি দুবিঘাকে বন্ধকত থ'ম।"

"তোৰ মৰ্জীমতে যি ইচ্ছা কৰ কৰি পেলাবি। নহ'লে মই যি ভল দেখো কৰিম। মোৰ সঁকিওৱাৰ অৰ্থ হল, বহুত বছৰ হ'ল—এতিয়া আদায় হ'ব লাগে।" তাৰ পিছত ঝগুাই নাতিনীয়েকক নাম কাঢ়ি মাতিলে। ভিতৰৰপৰা হৰদিত্তৰ জীয়েক ওলাই আহিল। সুধিলে, "কিয় মাতিছিল বাবা?"

"যা আই, মাৰক ক'গৈ—গাখীৰ গৰম কৰা আছে যদি গাখীৰ এগিলাচ আনি তোৰ এইজন বাবাক দেহি।" কথাষাৰ কৈ ঝগুাই প্ৰীতমলৈ চালে।

"এঃ নেলাগে ককাইদেউ, গাখীৰ খোৱানো কি কথা। সদায় হেঁপাহ পলাই খায়ে আছো।"

"হেৰ' পাগল, তোক গাখীৰ খাবলৈ নাই পোৱা বুলি দিয়া নাই। তই মই গ'লে দিব নেলাগে বাৰু।" ঝগুাই হাঁহি ক'লে। প্ৰীতমে তথাপিও নেলাগে নেলাগে বুলি কৈ থাকিল।

অলপ সময়ৰ পিছতে হৰদিত্তৰ ল'ৰা হৰিন্দৰ পালে এটা জগত ম'হৰ গাখীৰ লৈ থুপুক-থাপাককৈ খোজদি ওলালহি, ইহাতত দুটা গিলাচো। ক'লে, "বাবা, লোৱা।"

দুয়োটা গিলাচত গাখীৰ বাকি ককাক ঝগুাই এগিলাচ প্ৰীতমক আৰু এগিলাচ খাটিয়াত ৰছী বান্ধি থকা গোলো বনুৱাৰ হাতত তুলি দিলে।

প্ৰীতমে গিলাচ খালী কৰি খাটিয়াখনতে থ'লে। এনেতে হৰদিত্তও বাহিৰৰপৰা আহি সোমালহি। প্ৰীতম থিয় হ'ল। দুয়ো ভিতৰৰ বহা কোঠত সোমালগৈ। আহোঁতে হৰদিত্তই পিতাকৰপৰা কোঠাৰ চাবিকোছা লৈ আহিছিল। কোঠাত সোমায়ে মদ খোৱাত লাগি গ'ল। হৰদিত্তই প্ৰীতমক বৰ মৰম দেখুৱালে। প্ৰতিবাৰতে প্ৰীতমৰ গিলাচত

সৰহকৈ বাকি দিয়ে। প্ৰীতমে একে সোহাই গিলি থৈ দ্বিতীয় পেগলৈ বাট চাই থাকে। হৰদিত্তই নিজৰ কাৰণে অলপমান বাকি পানীৰে গিলাচ পূৰাই পি খায়। যেন প্ৰীতমৰ সমানে খাইছে!

হৰদিত্তৰ সম্পূৰ্ণ বিশ্বাস হ'ল যে মদে প্ৰীতমৰ হাড় কঁপাই পেলাইছে। মদৰ নামত প্ৰীতম যাব নলগা ঠাইলৈও যায়। প্ৰীতমৰ পৰিবাৰ নন্দ কৌৰ আৰু দুজনী জীয়েকক লৈ পৰিয়ালটো। দুয়োজনী জীয়েক গাভৰু। ল'ৰা নাই। এতিয়াও জীয়েকহঁতৰ বিয়াৰ একো বন্দোৱস্ত হোৱা নাই। নিজৰ মাটি বুলিবলৈ চাৰি পাঁচ বিঘামান আছেগৈ। গিন্দৰৰ ভাগৰ ছয় সাত বিঘা, বচ। তথাপিও কাণে কাণ মাৰিহে জোৰে। মূৰৰ চুলিলৈকে ধাৰত পোত খাই আছে। মদখোৱাৰ অভ্যাসটোৱে প্ৰীতমক নাকত লৈ চুকত ঘূৰাই ফুৰাইছে। হৰদিত্তৰ দদায়েক অৰ্জ্জনৰ লগত পৰি মদৰ জুতি ল'বলৈ শিকিলে।

প্ৰীতমৰ এতিয়া মদ খাবলৈ মন গ'লেই পোনচাটেই হৰদিত্তৰ ওচৰ পায়গৈ। দুয়ো ট্ৰেক্টৰখনত উঠি ভাইৰূপালৈ আহে আৰু নাজৰৰপৰা বটললৈ ঘূৰি ঘৰমুৱা হয়। পইচা কেতিয়াবা হৰদিত্তই দিয়ে, কেতিয়াবা প্ৰীতমৰ নামত বাকী লিখি ৰাখে। এমাহৰ মূৰত যিমান বাকী হয়গৈ হৰদিত্তই বাকী মাৰি নিজৰ ডায়েৰীত প্ৰীতমে ধাৰ লোৱা বুলি লিখি ৰাখে। কেই মাহমানৰ অন্তত এদিন হৰদিত্তই নাজৰক ক'লে, যে প্ৰীতমক যিমান নিয়ে মদ দি থাকিবা আৰু বাকী মোৰ নামত লিখি থ'বা। প্ৰীতমক মাতি আনি নাজৰে মাজে মাজে বাকী হিচাপ দেখুৱায় আৰু নাজৰৰ সন্মুখতে হৰদিত্তই ধাৰ পৰিশোধ কৰে। প্ৰীতমেও পৰৰ পাই জ্বৰৰ গাৰে খোৱাত লাগিল। দিনে এবটল খোৰাক হৈ পৰিল। চাৰি বটল মান এদিন গৈ লৈ আহেগৈ। নাজৰৰ দিয়াত কি লোকচান হ'ব, দিয়া মাল দি থাকে। পইচা হৰদিত্তৰপৰা পাবই। ছমাহমানৰ মূৰত হৰদিত্তই ডায়েৰীখন খুলি প্ৰীতমক হিচাপ দেখুৱায়। প্ৰীতমৰ নামত এহেজাৰলৈ উঠাৰ লগে লগে প্ৰীতমক মুকুন্দীৰ দোকানলৈ লৈ গৈ এহেজাৰ সুদলৈ ধাৰ লোৱা বুলি লেখা-পঢ়া কৰেগৈ। প্ৰীতমেও হাতৰ বুঢ়া আঙুলিৰ টিপটো লগাই দিয়ে।

## ১৭

গাঁৱৰ ক'অপাৰেটিভ্ চ'চাইটিখন গঠন কৰা কেইবাবছৰো হ'ল। কিমান যে লোক তাৰ সদস্য হ'ল! গাঁৱৰ সীমনাত ৰাজ আলিৰ কাষত এটা বেঙ্কো স্থাপন হ'ল। অভাৱগ্ৰস্ত কৃষকে ক'অপাৰেটিভ্ বেঙ্কৰপৰা ধন ধাৰ লয় আৰু পিছত আহাৰ শাওনৰপৰা কিস্তিৰ নিৰিখমতে ধাৰ পৰিশোধ কৰি গৈ থাকে। অধিক সংখ্যক লোকৰ কিস্তি মাজডোখৰতে

বন্ধ হৈ যায়। বেঙ্কৰ মেনেজাৰে তেনেলোকৰ ঘৰলৈ তাঁত-বাতি কৰি হাইৰাণ হৈ পৰে। চ'চাইটিৰ বিষয়-ববীয়াসকলে তেনে লোকক বেঙ্কলৈ মাতি আনি দাবী-ধম্‌কি দিয়েহি। কিন্তু তেওঁলোকৰ ওপৰত তাৰ একো প্ৰভাৱ নপৰে। গাঁৱত আলোচনা চলে, "ইয়াতকৈ দোকানী, মহাজনৰপৰা ধাৰ কৰাই ভাল। কোনেও কাৰো কথা গমকে নেপায়। চ'চাইটিৰ এই মানুহমখাই ঢোল-পিটি কাৰ কিমান ধাৰ হ'লহি জাৰি কৰি পেলায়। মান-ইজ্জত নাইকিয়া কৰি পেলায়-দুখীয়ামখাৰ! বেচেৰাহঁতক নঙঠা কৰি পেলাইছে।

চ'চাইটিৰ বিষয়-ববীয়াসকলে আগৰ বছৰৰ বকেয়া আদায় নহ'লে যে পিছৰ বছৰ পুঁজিৰ যোগান ধৰা নহয় এই কথাৰ কাৰণেই হুৰা-দুৰা লগায়। ইফালে চ'চাইটিয়ে গাঁৱত নতুন নতুন মেম্বৰো কৰে। জিলা চ'চাইটিৰ কাৰ্য্যালয়ৰ সন্মুখত ধৰ্ণাদি ধাৰৰ সীমা বঢ়াই লয় আৰু গাঁৱলৈ অধিক পুঁজি আহি যায়। প্ৰথমে ধৰুৱাসকলৰ আগৰ সকলো কিস্তি কাগজে-কলমে আদায় হোৱা দেখুৱাই নতুনকৈ ধাৰ দিয়াৰ ব্যৱস্থা কৰে। এইবিলাক কাম কৰি চ'চাইটিৰ মেনেজাৰে, প্ৰধানজনে বা আন সদস্যই চ'চাইটিখনৰ সৰহ ভাগ টকা আত্মসাৎ কৰে।

গাঁৱৰ দোকানী-বেপাৰীহঁতে চ'চাইটিৰ নাম শুনিলেই দাঁত কৰচি উঠে। তেওঁলোকৰ তলতীয়া ৰায়তমখা চ'চাইটিয়ে শেষ কৰি পেলাইছে। তেওঁলোকে কয় "চৰকাৰে জাটহঁতক ডুবাই মাৰিবলৈ লৈছে। বকেয়া নথকা লোকৰপৰাও টকা তুলি আনি নিজৰ কামত খটাইহি। ঘূৰায়ো নিদিয়ে। তেওঁলোকৰ ওপৰৱালা কোনো নাই। কিন্তু কোনোবা জনৰ মূৰত ধাৰৰ বোজা পেলাই দিব, সিজনে এদিন নহয় এদিন ধাৰ পৰিশোধ কৰিবই লাগিব।"

বিশৃঙ্খলতা ক্ৰমে বৃদ্ধি পাবলৈ ধৰে। চ'চাইটিৰ মেম্বৰে মেনেজাৰেৰে লগ লাগি কোনো কোনো জাটৰ নামত দহ-দহ, কুৰি হেজাৰ পৰ্য্যন্ত ঋণ লিখে। জাল টিপচহী লগায় আৰু টকা উলিয়াই নিজে আত্মসাৎ কৰে। জাটহঁতে কথা কি গমকে ধৰিব নোৱাৰে। মেনেজাৰ পলায় সাৰে। মোকৰ্দমা চলে। হেঁচা পৰে। অলপ অচৰপ কিবাদি কথাটো ঢাকি পেলোৱা হয়। নতুন একোজন আহিও ৰাইজক তেনে জঞ্জালত পেলায়হি।

চ'চাইটিৰ কৰ্মচাৰীসকলেও ৰসায়নিক সাৰৰ বস্তাবোৰ নিজৰ নিজৰ ঘৰলৈ লৈ লৈ যায়। নতুন বীজো আৰু কীটনাশক দৰবেবোৰো নিয়ে। সৰহভাগ সদস্যসকলৰ ঘৰলৈকে যায়, নাইবা তেওঁলোকৰ অঙহী-বঙহীৰ ঘৰ পায়গৈ। ক'অপাৰেটিভ চ'চাইটি নহয় জানিবা একোজনী গাখীৰতী ম'হ। জব্বৰজংহঁতেহে গাখীৰ খাবলৈ পায়। সাধাৰণ শ্ৰেণীৰ লোকে ছালি-কটা গাখীৰৰহে জুতি পায়। কিন্তু এই ক'অপাৰেটিভ চ'চাইটিসমূহ গাঁৱত বিলাসী সাজ-পোছাকৰ দৰে হৈ পৰিছে। খেতিয়কবিলাকক ভিতৰি খোলা উলিয়াইছে। মহাজনে ধাৰ দিয়া পৰত হেজাৰ কথা শুনায়, সন্মুখত লৈ সামৰ্থ্য কিমান

জুখি চায়, শ শ বাৰ কাকুতি কৰোৱায়, তাৰ পিছতহে ডাঠ মোনাটোত পইছা সোমাই গৈ। হেজাৰ বাৰ সঙ্কোচ কৰিও মহাজনৰ দুৱাৰ মুখত হাজিৰ হ'বগৈ লগাত পৰে, কিন্তু এই চ'চাইটিলৈ সকলো যাব পাৰে। যোৱাত বাধা নাই। কোনো কোনোৰ কাৰণে দুখন থলি ওলাল। এখন হ'ল মহাজনৰ আনখন চ'চাইটিৰ থলি। মহাজনৰপৰা সুদলৈ টকা ধাৰ কৰি চ'চাইটিৰ কিস্তি পৰিশোধ কৰা লোকো ওলাল। ফান্দতপৰা জাটহঁতে আৰুনো কি উপাই কৰিব? কিস্তিৰ টকা আদায় কৰিবলৈ চ'চাইটিৰ বিষয়ববীয়াই পুলিচৰ আশ্ৰয়ো লয়। পুলিচেও এনেবিলাক কাম ভগৱানৰ কৃপা বুলি ভাৱে। গৰীবহঁতক এওঁলোকে মাৰ-পীটো কৰে। মদ-পানী খাই বৈ লয়। পইছা তুলি লৈ যায়। মান-সন্মান থকা জাটে এনে পৰিস্থিতিত মহাজনৰ কাষ চাপে। ঝণ্ডা আৰু ঝণ্ডাৰ পুতেক হৰদিত্তই চ'চাইটিৰ কাম-কাজ ভাল নেপায়। কিন্তু পৰোক্ষ-ভাবে তেনে লোকৰ লগত অৱশ্যে সম্বন্ধ থাকে। চ'চাইটিৰ কিস্তি পৰিশোধ কৰাৰ বাবে পুলিচে জুলুম কৰা মাটি গিৰিক তেওঁলোকে সুদলৈ টকা দিয়ে।

পঞ্চায়তৰ প্ৰতিও হৰদিত্তৰ একো আকৰ্ষণ নাই। প্ৰথমে পঞ্চায়ত নিৰ্ব্বাচনটো হাঁহি ধেমালি বুলি ধৰি লৈছিল, কাৰণ পঞ্চায়ত হ'ল দানী-মানী লোকৰ সভা। পঢ়া-শুনা জনাসকলৰ মেল। চৰকাৰে এতিয়া পাঁজি, লুচ্ছা, চোৰহঁতক সন্মান কৰি পঞ্চায়তৰ মেম্বৰ কৰিছে। পঞ্চায়তে চৰকাৰ চলাব, আচৰিত কথা! পঞ্চমানেই পৰমেশ্বৰ। চৰকাৰে তেন্তে পৰমেশ্বৰ ফুকাবলৈ লৈছে।"

পেটুৱা পাটোৱাৰীয়ে জয়ঢোল কোবাই গোটেই গাঁৱৰ মানুহ গোটালে। কম লোকহে আহিল। সৰপঞ্চ (সভাপতি)ৰ কাৰণে তিনিজন লোক উঠিল। পাখৰ গাওঁবুঢ়া, মুকুন্দী মল মহাজনৰ পুতেক ৰমেশ আৰু মহঙ্গা চমাৰ। স্কুলৰ আগৰ গছজোপাৰ তলত সকলো বহিল। সৰ্বপ্ৰথম পাটোৱাৰীয়ে পাখৰ সিংহৰ নাম ল'লে। মানুহে হাত দাঙিলে। পাটোৱাৰীয়ে লেখ কৰি চল্লিশ পালে। তাৰ পিছত ল'লে ৰমেশৰ নাম; হাত উঠিল ষাঠিখন। মহঙ্গা চমাৰৰ নামত ত্ৰিশ খনহে উঠিল। ৰমেশ সৰপঞ্চ হৈ গ'ল। জনা-বুজা কিজনে হিচাপ কৰিলে। গোট খোৱা লোক আশী-নব্বৈ জনমানহে হ'ব। ইমানবোৰ হাত দাং খালে কেনেকৈ? কথাৰ ওৰ পালে, ভালেমান কিজনে দুবাৰকৈ আৰু কেইজনমানে তিনিওবাৰ দাঙিলে। আকৌ কেইজনমান দুষ্ট লোকে দুয়োখন হাত দাঙিলে। পাটোৱাৰীয়ে মাত্ৰ হাতহে লেখিছে, তেওঁতো মন কৰা নাই কোনে কেনেকৈ হাত দাঙি আছে। তথাপিও তেনেকৈয়ে দুজন মেম্বৰো বচা হ'ল। মেম্বৰ হবলৈ পাঁচজন ৰণক্ষেত্ৰত নামিছিল। বেছিহাত পোৱা দুজনক নিৰ্ব্বাচিত কৰা হ'ল।

গোপন ভোটেৰে পতা পঞ্চায়ত নিৰ্ব্বাচন পাঁচ-ছ বছৰমানৰ পিছতহে হৈছিলগৈ। ইয়াত যিখন পঞ্চায়ত গঠন হ'ল তাত মিলিটেৰী মিলখা সিংহ হ'ল সভাপতি অৰ্থাৎ সৰপঞ্চ আৰু পাঁচজন মেম্বৰ নিৰ্ব্বাচিত কৰা হ'ল। পিছত এজন মেম্বৰ হৰিজনৰ

ফালৰপৰা, এগৰাকী মহিলাৰ ফালৰপৰা লোৱা হ'ল। নিৰ্ব্বাচিত পাঁচজনৰ ভিতৰত প্ৰীতমৰ নামো সোমাল। মল্লণো অন্তৰ্ভূক্ত হ'ল। ব্ৰাহ্মণ, বণিয়া আৰু আন সম্প্ৰদায়ৰ লোকে বাপুদেউক ভোট দিলে, তেৱোঁ মেম্বৰ হ'ল। বাকী দুজন মুকুন্দ টোঁটা আৰু গাওঁবুঢ়া পাখৰ সিংহ। হৰিজনৰ ফালৰপৰা মহঙ্গাক লোৱা হ'ল, মহিলাৰ ফালৰ পৰা হৰনামীক লোৱা হ'ল।

হৰদিত্তই মেম্বৰ বা সভাপতি হোৱাৰ প্ৰতি আগ্ৰহ নেদেখুৱালে। কিন্তু যেতিয়া তেওঁ দেখিলে যে "জমানা বদল গয়া", শাসন কৰাৰ সময় আহি পৰিছে, তেতিয়া তেওঁ ভিতৰি মিল্‌খা সিংহক সহায় কৰিবলৈ ল'লে। প্ৰীতম-পাখৰকো সহায় নকৰাকৈ নেথাকিল। আশে-পাশে থকা তলতীয়া ৰায়তক, অৰ্থাৎ যিসকলৰ মাটি তেওঁৰ ওচৰত বন্ধক দি থৈছে, তেওঁলোকক কৈ দিলে যে ভোট মিল্‌খা সিংহক দিব লাগিব। আনটো ভোট পাখৰ বা প্ৰীতমক দিব লাগিব। হৰিজন আৰু ৰামদাসীহঁতৰ বাহী-চোতাল গচকি তাকে কৈ ফুৰিলে। গাঁৱৰ মুখীয়ালসকলৰ মাজলৈ ওপৰৰপৰা হুকুম আহিল বোলে পঞ্চায়তৰ নিৰ্বাচনত নিজৰ মানুহ কিজনক জিকাব লাগিব। এতিয়া হৰদিত্তই হৰদিল সিংহক ক'ব পৰা হ'ল যে খড়ক সিং গাঁৱৰ সৰপঞ্চজন সম্পূৰ্ণ তেওঁলোকৰ মানুহ। আন দুজন মেম্বৰো পূৰা কংগ্ৰেছী লোক। আন কিজনো বাহিৰৰ লোক নহয়।

কেই বছৰমানৰ পিছতে প্ৰীতমে নিজৰ ছয়-সাত বিঘা মাটি, যিখিনি তেওঁ গিন্দৰৰ পৰা পাইছিল, বন্ধক দিলে। সৰহভাগ টকা মদখাই উৰালে। দুয়োজনী গাভৰু ছোৱালী, তাহাঁতক যে বিয়া দিব লাগে খবৰ নাই। সিহঁতে বোন্দামুখেৰে, ঢোৰোহা দেহাৰে, খোজ কাঢ়ি যাওঁতে ধৰণী কঁপে। সিয়ান বুঢ়ী কিগৰাকীয়ে সিহঁতৰ চাল-চলন নিৰীক্ষণ কৰি থাকি অনেক মন্তব্য দিয়ে। কথা-গৰকা লোকে প্ৰীতমক লেতেৰা গালি পাৰি কয়, "চালা লুচ্চা, ঘৰে ঘৰে মুতনি বিচাৰি ফুৰিছ! উনৈশত বা বলোৱা জীয়েৰহঁতক যে এঘৰত গতাব লাগে খবৰ নাই!"

শেষত ছোৱালীৰ মোমায়েকে একে ঘৰৰে দুটা ল'ৰা বিচাৰি উলিয়ালে আৰু ছোৱালী দুজনীৰ লেঠা মাৰিলে। নন্দ কৌৰে নিজে ককায়েকৰ ওচৰলৈ গৈ কাকুতি-মিনতি কৰি দৰাৰ খবৰ কৰোৱালে, কথাও শুনিলে। মোমায়েকে দৰাহে যোগাৰ কৰি দিলে। বিয়াৰ সকলো খৰচ কৰিব লগা হ'ল প্ৰীতমে। ছোৱালীৰ বিয়াৰ আগে আগে প্ৰীতমৰ মাকো ঢুকাল। মল্লণৰ দৰে প্ৰীতমৰ সাহ-পীতো নাই; তথাপি ওচৰ চুবুৰীয়া, মিতিৰ-কুটুমৰ আগত নাক বচাই বিয়া দিব লাগিব। মৰা কাজত ভালেখিনি পইছা খৰচো হ'ল। ভোগৰ দিনটোত কিমান নীতি-নিয়ম মানি চলিব লগা হয় আৰু কিমান খৰচ যে কৰিব লগা নহয়! সেয়েহে গিন্দৰৰপৰা পোৱা গোটেইখিনি মাটি হৰদিত্তক বন্ধকত দিব লগাত পৰিল। পৈতৃক চাৰিবিঘা মাটিৰপৰা উপাৰ্জন হ'বনো কিমান? গতিকে প্ৰীতমে খেতি বাদেই দিলে। এতিয়া ঘৰত মাত্ৰ দুটি প্ৰাণী, নন্দ কৌৰ আৰু প্ৰীতম। নন্দ কৌৰে দুখনকৈ ৰুটি তপতালেই হয়। দুয়ো দুবেলা খায়, বচ। প্ৰীতমক

পঞ্চায়তে আৰু আবদ্ধ কৰিলে। এতিয়া বপুৰাই সঁচা-মিছা সাক্ষীহোৱা কামটোও বঢ়াই ল'লে। তেওঁৰ সাক্ষী হোৱাৰ মূল্য মাত্ৰ এবটল মদ। বটলৰ নাম শুনিলেই তেওঁ দিনক ৰাতি, ৰাতিক দিন কৰি পেলাই সাক্ষী দিব। মদ খাই গলিত পৰি থাকে। হুঁচ আহিলে বহি বহি মূৰৰ চুলি-কোছা বান্ধি বলকিবলৈ ধৰে, "মই শত্ৰু! চালাহঁত-তহঁতে মোক কি বুলি ভাবিছ! জুপুৰি-চুপুৰি চ'ব উঠাই পেলাম-গোটেই গাঁৱখনৰে!"

গোটেই গাঁৱৰ ল'ৰা-ছোৱালীয়ে তেওঁক 'দোচমন' বুলি জোকায়। তেওঁ গৈ থাকোঁতে ল'ৰাহঁতে দোচমন বুলি চিঞৰে। তেওঁৰ খং নুঠে, মিচিকৈকৈ হাঁহিহে মাৰে।

ঝণ্ডাৰ বয়স ষাঠীৰ ওপৰ উঠিল। তিনিকুৰি অৱশ্যে বেছি বয়সো নহয়। কিন্তু হঠাৎ কি হৈ গ'ল! তেওঁৰ বাওঁফালটো জঠৰ হৈ পৰিল। দুমাহ খাটিয়াতে পৰি থাকিল। হৰদিত্তই সকলো প্ৰকাৰৰ চিকিৎসা কৰালে। এসপ্তাহৰ পিছত ৰামপুৰাৰপৰা ডাক্তৰো অনালে। খাটিয়াৰপৰা উঠি অলপ ফুৰাচকা কৰিবপৰা হ'লত হৰদিত্তই তেওঁক বাহুত তুলি মণ্ডীলৈ নিবলৈ ধৰিলে। বাহুৰ চিটত তেওঁ নিজে দেউতাকৰ কাষতে বহে আৰু কান্ধত ধৰি লয়। বাওঁহাতখন প্ৰায় অকামিলাই হৈ পৰিছে। বাওঁ চকুটোও মুদ খাই নিজে খোল খাই যায়। চকুটোৰ ওপৰত নিয়ন্ত্ৰণ হেৰাই গৈছে। বাওঁভৰিটো বৰ কষ্টেৰেহে নমাব পাৰে। বাওঁহাতত লাখুটিডাল ধৰি কথমপি এখোজ দুখোজ চলাব পাৰে। এতিয়া মাত্ৰ নিজক শুধৰোৱাৰ উপযুক্ত সময় উপস্থিত হৈছেহি। আহাৰ খোৱাও কম হৈ আহিছে। কথাও সেহাই সেহাই হে ক'ব পাৰে। ওচৰ চুবুৰীয়াই ঝণ্ডাৰ মুখৰ আগত কয়, "বৰ ধৰ্মপৰায়ণ লোক, কাৰো কুটা এগছো হানি কৰা নাই। হেজাৰজনক সহায় কৰিলে। ঈশ্বৰেনো এনে লোকক কষ্ট দিব লাগেনে!"

মুকলি বৈঠক খানাত বহি গঞাইঁতে ঝণ্ডাক সোধে, "ঝণ্ডা সিংহ, আৰ্জিলা হয়, ভোগ কৰিবলৈ সময় পালা কিমান?" উপাৰ্জন আৰু ভোগৰ কথা শুনি ঝণ্ডাৰ এনে লাগে যেন মৃত্যু তেওঁৰ দুৱাৰ দলিত উপস্থিত হৈছেহি। তেওঁ বহুপৰৰ অন্তত গম্ভীৰ হৈ কয় "বয়সতো এতিয়াও বেছি হোৱা নাই। বাসষ্ঠিতহে সোমাইছে।"

তেওঁ লাহে লাহে ঘৰলৈ বুলি খোজ লয়। তেওঁ যোৱাৰ পিছত সকলোৱে কোৱামেলা কৰে, "ঘূৰাই দিয়াৰ ক্ষেত্ৰত তেওঁ জোঁক আছিল জোঁক! হিচাপ কৰি চোৱাচোন কিমান ঘৰৰ মাটি এওঁৰ দখলত আছে। গোটেই এলেকাটোকে সাঙুৰি পেলালে। এওঁৰ এনে অৱস্থা নহৈ হ'ব কাৰ? ফুৰিছে নহয়—এতিয়া তপিনা ভগা কুকুৰৰ দৰে লেকেছিয়াই লেকেছিয়াই! এতিয়া একো হোৱা নাই বুলিয়ে ধৰা। ধৰ্মৰাজৰ ওচৰত মোৰ বোপায়ে হিচাপ দাখিল কৰিবলৈ আছেই নহয়, বাকী! তাত কি হ'ব জানা! এওঁক শুকান গু পুৰি খুৱাই সকলো বেইমানী সৈ কঢ়াব, বুজিছা! পোৰা গুৰ ধোৱা দি তেওঁৰ মুখেদি সকলো পাপ সৈ কাঢ়িবলৈ বাধ্য কৰিব।

পাঞ্জাবখন তিনি ভাগ কৰা হ'ল। দিল্লীৰ ফালৰ ডোখৰ হ'ল হাৰিয়ানা, পাহাৰী ক্ষেত্ৰ খিনিক লৈ হিমাচল প্ৰদেশ পতা হ'ল আৰু তাৰ বাদ-বাকীখিনি হ'ল পাঞ্জাব। পাঞ্জাব বিভাজনৰ আধাৰ ভাষা বুলি কোৱা হয়। কোৱা হ'ল—পাঞ্জাবী ভাষা কোৱা এলেকাটো পাঞ্জাবী চুবা হৈ পৰিল। কিন্তু কিমান যে পাঞ্জাবী গাঁও হাৰিয়ানাত সোমালগৈ! পাঞ্জাবী সংস্কৃতি হাৰিয়ানাৰ এক অন্য বন্দীশালত আৱদ্ধ হৈ পৰিল। বুদ্ধিজীৱিসকলে অনুভৱ কৰিলে যে পাঞ্জাবী চুবা গঠন হোৱাৰপৰা পাঞ্জাবী ভাষা-সংস্কৃতিত আঘাত হনা হ'ল, তেওঁলোকে দুখো অনুভৱ কৰিলে। এইকথা হয়তো কেইবছৰ মানৰ পিছতহে পাঞ্জাবী ভাইহঁতে বুজিব পাৰিব। পাঞ্জাবৰ সীমাতে লাগি থকা হিমাচল প্ৰদেশৰ ভালেমান এলেকাত যি ভাষা কোৱা হয়, কওঁতে পাহাৰী দোৱান বুলি কোৱা হয় যদিও সি আচলতে পাঞ্জাবীৰে এক উপভাষা। জনালোকে কয়, "পাঞ্জাবৰ নামত থাকিল গৈ কি? চৰাই ঠোঁটটোৰ দৰে এচমকা ঠাই। মানুহে চাইকেলত উঠি এমূৰৰপৰা সিমূৰ মাৰি ঘূৰি আহিবগৈ পাৰে।" কিন্তু সিও নহয়, জনাজনৰ কথা জনাজনৰ মুখতে থাকে, তেওঁলোকক কোনেও নোপোছে।

বিধান সভাৰ নিৰ্বাচনত আকালী জিকিল। তেওঁলোকে চৰকাৰ গঠন কৰিলে। চৰকাৰত জনসংঘৰ লোককো সুমুৱাই ল'লে। আগতেও এবাৰ আকালী চৰকাৰ হৈছিল। তেতিয়াও জনসংঘ আৰু কমিউনিষ্ট পাৰ্টিক অংশীদাৰ কৰি লৈছিল। তেতিয়াও দল বাগৰাৰ ঢৌ উঠিছিল। এজন নতুন মুখ্যমন্ত্ৰী হ'ল, যিজন কোনো পাৰ্টিৰ লোক নাছিল। তেওঁ নিজেই এক পাৰ্টি আছিল। মাত্ৰ এটা গ্ৰুপ আছিল, সিয়ে চৰকাৰ হৈ বহি ল'লে। অৱশ্যে মুখ্যমন্ত্ৰীজনে ভাল কামেই কৰি দেখুৱালে। গাঁৱক ৰাস্তাৰ লগত, ৰাষ্ট্ৰীয় ঘাই পথৰ লগত লিংক লগাই দিওৱাৰ নিৰ্দেশ দিলে। গাঁৱে গাঁৱে স্কুল খোলালে। গাঁৱলৈ বিজুলী আহিল। মুখ্যমন্ত্ৰী যলৈকে যায় তাতে বিধান সভা বহুৱায়। ৰাইজৰ ওজৰ-আপত্তি ঠাইতে নিষ্পত্তি কৰি থৈ আহে। গোটেই মহকুমাটোহঁতৰ মুখ্য লোকসকলে, বিষয়াসকলে, আমোলাসকলে তেওঁৰ আগত আঁঠু লয়। কি কথাৰ কাৰণে? যেন মহাৰাজা ৰণজিৎ সিংহইহে দ্বিতীয় বাৰ জন্ম ল'লেহি! পিছলৈ কেইবা বছৰ পৰ্য্যন্ত এইজন মুখ্যমন্ত্ৰীৰ গুণ-গান ৰাইজে গাই থাকিল। মুখ্যমন্ত্ৰীজনৰ কিন্তু কোনো ৰাজনৈতিক দল নাছিল। তেওঁ প্ৰজাতন্ত্ৰৰো প্ৰতিনিধি নাছিল। সৰ্বসাধাৰণ ৰাইজৰ পাৰ্টিৰ লগত কি লেন-দেন থাকেনো বাৰু? যিজনে ৰাইজৰ মাজত কাম কৰে, ৰাইজক সুবিধা দিয়ে, যাৰ দিনত বস্তুৰ দাম নেবাঢ়ে, যাৰ দিনত আৱশ্যকীয় বস্তুৰ চোৰাং কাৰবাৰ নচলে, লাগবুলিলে বস্তু পোৱা যায়, সেইজনৰ চৰকাৰটোহে ভাল, তেওঁৰ চৰকাৰটোৰ পাৰ্টিয়ে ৰাইজৰ পাৰ্টি।

নতুন পাঞ্জাব প্ৰদেশ গঠন হোৱাৰ লগে লগে আকালী চৰকাৰ হ'ল আৰু লোকসকলে

কংগ্ৰেছ্ এৰি আকালীত যোগ দিলে, সেইটোৱে পাৰ্টিত পৰিণত হ'ল। ভাল ভাল কংগ্ৰেছী শিখসকল বদলি হৈ পৰিল। ক'লে, "খদ্দৰ পিন্ধি গাটো ফপৰীয়া কৰা কি দৰ্কাৰ? পপলিন, টেৰিলিন কাৰ কাৰণে? হৰদিল সিংহ, যি দুবাৰকৈ কংগ্ৰেছৰ টিকত লৈ মন্ত্ৰী হৈছিল, তৃতীয় বাৰ কংগ্ৰেছৰ টিকতত জিকি আকালীত যোগ দিলে। এতিয়া নতুন ৰাজ্যৰ বিধান সভাত তেওঁ আকালী এম.এল.এ। তেওঁৰ সমষ্টিৰ সকলো চেলা-চামচাই মূৰত নীলা পাগুৰী পিন্ধিলে। হৰদিত্তই কয়, "প্ৰথমে আমি নামত শিখ আছিলো, এতিয়াহে পূৰা শিখ হৈ পৰিছো।"

হৰদিল সিংহ আকালী এম.এল.এ. হ'ল যদিও মন্ত্ৰী হ'ব নোৱাৰিলে। কিন্তু মুখ্যমন্ত্ৰী পৰ্য্যন্ত আনসকল মন্ত্ৰীয়ে তেওঁৰ পৰামৰ্শ লয়। মহকুমাৰ ডাইৰেক্টৰজনেও তেওঁৰ কথা মানি চ'লে, বহিবলৈ চকী এৰি দিয়ে। নিজৰ বিশেষ লোকসকলক লৈ তেওঁ চণ্ডীগড়লৈ যায়। তাত এম.এল. এ.ৰ হোষ্টেলত থাকেগৈ। সকলো খৰচ খাতিদাৰী লোকসকলে কৰে। হুইস্কীৰ বটল পৰ্য্যন্ত। হৰদিল সিংহৰ তাত অংশ থাকে। জালত পৰি খাতিৰ কৰিব লগা হোৱা সকলৰ ওপৰত এই মাধমাৰ পৰে। তেওঁলোক আগদিনাই গৈ থাকিবগৈ লগা হয়। পিছৰ দিনা হৰদিল সিংহ গৈ সম্বন্ধিত কাৰ্য্যালয়ত খাতিৰ-বাতিৰ কৰে গৈ। কাৰোবাৰ কাম সিজে, কাৰোবাৰ নিসিজে। কিন্তু হৰদিল সিংহৰ পিছত খাতিৰদাৰীৰ হ'লে লানি নিছিগে।

এনে অৱস্থাত তেওঁ মন্ত্ৰী হ'ব লাগিছে কিয়? অন্যহাতে তেওঁৰ মন্ত্ৰীৰ সমানে প্ৰভাৱ। দুবাৰ মন্ত্ৰী হৈ তেওঁ ধনৰ মোনা দাঙিব নোৱাৰা কৰি ৰাখিছেই। নিজৰ গাঁৱতে আশী বিঘা পৰ্য্যন্ত মাটি গোটালে। পিতাকৰপৰা পৈতৃক সম্পত্তি বুলি পোন্ধৰ বিঘাহে পাইছিল। এতিয়া তেওঁৰ গাঁৱত অট্টালিকা সদৃশ পকা ঘৰটোতো আছেই, তাৰোপৰি ৰামপুৰাতো এটা ভব্য বঙলা ঘৰ আছে। পুতেকে কলেজত পঢ়ি এম. বি. বি. এচ. পাছ কৰি ডাক্তৰ হ'ল। এতিয়া কোনোবা এখন গাঁৱৰ 'ৰুৰেল ডিস্পেন্সৰী'ত কাম কৰি আছে। তেওঁ বৰ্তমানলৈকে বিয়া পতা নাই। কেনে ধৰণৰ ছোৱালী বিচাৰিছে ক'ব পৰা নেযায়। হৰদিল সিংহৰ ছোৱালী দুয়োজনী বি.এ., বি.এড. পাঢ়ি শিক্ষয়িত্ৰী হৈ আছে। ভালৰ ঘৰলৈকে বিয়া দিলে। জোঁৱায়েক দুয়ো অফিচাৰ। হৰদিল সিংহ চৰকাৰী জাক্‌জমকতাৰ মাজতে আছে। গাঁৱৰলোকে তেওঁক 'চৰদাৰ' সম্বোধন ধৰি মাতে। তেওঁৰ পিতাক এজন সৰু জমিদাৰ আছিল। গোটেই জীৱন তেওঁ মহাজনৰ ধৰুৱা হৈয়ে কটালে। খেতিৰ নামত বোকাত নামি নেপালে।

মল্লণ এদিন চিকিমিকি বেলাত হৰদিত্তৰ ৰাজঘৰলৈ আহিল। বৰ সবিনয়েৰে ক'লে, "হৰদিত্ত সিংহ, হৰদিলৰ লগত তোমাৰ সম্বন্ধ ভাল। তোমাৰ কথা নেপেলায়। আমাৰ বলাকাৰৰ কাৰণে কিবা এটা কৰাই দিয়া। সি নিবনুৱা হৈ ঘৰতে আছে।"

হৰদিত্তই ক'লে, "কি কথাটোনো, ব'লা ওলোৱা এদিন। যাবলৈ সাজু আছো। ল'ৰাটোকো লগত ল'বা। তোমাৰ হৈ এষাৰ নকৈ কাৰহে ক'মগৈনো!"

হৰদিত্তৰ হুঙ্কাৰ শুনি মল্লণৰ ভাল লাগিল। তেওঁ ক'লে "মই ভাবিছো সি কিবা চাকৰি এটাত সোমাই লওক। আন নহলেও নিজৰ খৰচটোকে উলিয়াই চলকচোন! আমাৰ দিন কাল এনেদৰে গ'ল।"

বলকাৰে ভাটিগুৰপৰা বি. এছ. চি. পাছ্ কৰিলে। প্ৰথমে সি কিল্লাটোৰ কাষতে এটা কোঠা ভাড়ালৈ লৈ পঢ়ি আছিল। আৰু এটা ল'ৰা তাৰ লগত আছিল। প্ৰতি মাহে ঘৰলৈ আহি খৰচ লৈ যায়হি। আৰম্ভণীৰ পৰাই পঢ়াত ভাল ল'ৰা। কোনো শ্ৰেণীত ৰৈ যোৱা নাই। বি. এছ. চি. তো প্ৰথম শ্ৰেণী পালে। কিন্তু বি. এছ. চি. পাছ্ কৰাৰ পিছৰ পৰা তেওঁ কিল্লাৰ কাষৰ কোঠা এৰিলে। কেতিয়াবা গাঁৱলৈ আহে; দুই চাৰি দিন থাকি গুছি যায়। গাঁৱৰ ঘৰত থাকিলে সি ককাক থকা কোঠাত মনে মনে খাটিয়াত পৰি থাকে। দিনে-ৰাতিয়ে মাত্ৰ কিতাপকে পঢ়ি থাকে। কোনেও নেজানে কি কিতাপ পঢ়ে। প্ৰায়ে সি গাঁৱৰ বাহিৰতহে কটায়। কওঁতে কিন্তু ভাটিগুালৈ যাওঁ বুলিয়ে কৈ যায়। কিবা চাকৰিৰ খা-খবৰ লওঁগৈ বুলিয়ে কৈ যায়। ঘৰলৈ আহি আগৰ দৰেই খৰচ পাতি নি থাকে। মাকে কয়, "চৌধ্য শ্ৰেণীলৈকে পঢ়িলি, এতিয়া ঘৰত থাকিয়ে চাকৰিৰ খা-খবৰ কৰি থাকিব পাৰ দেখোন। ভাটিগুাতনো কি কৰিবলৈ আছগৈ?"

বলাকাৰে অনেক চলাহী কথা কয়। শেষত এদিন মল্লণে গালি শোধালে। "চৌধ্য শ্ৰেণীলৈ পঢ়ালো। এতিয়া গা ঘেলাই ফুৰিবলৈ ল'লি। কেতিয়া অ'লৈ কেতিয়া ত'লৈ টাকুৰি-ঘূৰাদি ঘূৰি ফুৰিছ। এনেকৈ নিষ্কৰ্মা হৈ থাকিলে কেনেকৈ খৰচ যোগাব পাৰো!"

তাৰ পিছৰ পৰাই বলাকাৰ ঘৰলৈ নহা হ'ল। মাক-বাপেকৰ চিন্তা বাঢ়িল। হেজাৰ হওক পেটৰ পোৱালি! মল্লণ সেয়েহে হৰদিত্তৰ কাষলৈ গ'ল। পুতেকে যাতে ক'ৰবাত মূৰটো গুজিব পাৰে আৰু এঠাইত থিৰ লৈ ৰ'বও পাৰিব। আৰু যাতে ৰুটি দুটুকুৰা মুখত ভৰাব পাৰে, চাকৰি যিয়ে নহওক কিয়। পিছত লাহে-ধীৰে ভাল চাকৰি এটাত সোমাব পাৰিলে, ভাল ঘৰৰ বোৱাৰী এজনী ঘৰ সুমুৱাবহি পৰা হ'ব। ঘৰ পাতি দিয়াৰ পিছত সি বন্ধকৰ মাটিখিনি মোকোলাই পেলাব। মল্লণেও অতীতৰ দুখ-কষ্টখিনি পাহৰি যাব।

কেইদিনমানৰ অন্তত এদিন প্ৰথমখন বাছত উঠি হৰদিত্তক লগতলৈ মল্লণ ৰামপুৰা পালেগৈ। হৰদিল সিংহ বঙলাত নাছিল। গম পালে বোলে তেওঁ নিজৰ গাঁৱলৈ গৈছে ঘেহুঁ খেতিডৰা চাবৰ কাৰণে। হৰদিত্ত আৰু মল্লণ তালৈকে যাবলৈ ওলাল। তেওঁ নিজ গাঁৱতে থকা বুলি জানিলে আৰু পথাৰলৈ ওলাই গৈছে বুলি জানিব পাৰিলে। ঘৰতে বহি দুয়ো বাট চাই ৰ'ল। হৰদিল সিংহ দুপৰীয়া ঘৰলৈ ঘূৰিল। হাঁহি হাঁহি দুয়ো কৰমৰ্দণ কৰিলে। হৰদিল সিংহই সুধিলে, "কোৱাচোন বন্ধু কি মন কৰি আহিলা?" হৰদিত্তই বিবৰি ক'লে যে মল্লণ হ'ল তেওঁৰ গাত-লগা মানুহ। একে গাঁৱৰে। ল'ৰাই

চৌধ্য শ্ৰেণী পাছ কৰি ঘৰতে বহি আছে। তাক চাকৰি-বাকৰি এটাত সুমুওৱাৰ উদ্দেশ্যেৰে আপোনাৰ ওচৰলৈ আহিলো।”

হৰদিল সিংহই ক'লে—“ঠিক আছে। ল'ৰাটো মোৰ ওচৰলৈ পঠাই দিবা। চণ্ডীগড়ৰ পৰা তাক ফুৰাইলৈ আহিমগৈ। মুখ্যমন্ত্ৰীৰে সাক্ষাৎ কৰাই দিয়াম। কিবা এটাত ভৰাই দিম, চিন্তা নাই।”

মল্লণৰ বৰ আনন্দ লাগিল। হৰদিলক কৰজোৰে প্ৰণাম জনালে। হৰদিত্তৰ প্ৰতিও কৃতজ্ঞ হ'ল। ক'লে, “সকলো এই বন্ধুৰ কৃপা! আপোনাৰ জহতে ল'ৰাই দুবেলা-দুমুঠিৰ যোগাৰ কৰিব পাৰিলে ৰক্ষা পাওঁ।”

হৰদিত্ত গলধন ঠৰঙা কৰি বহি ৰ'ল। তেওঁৰ গৰ্ব যে হৰদিল সিংহই তেওঁৰ খাতিৰটো মানি ল'লে।

তাৰ পিছত দুয়োকে মুখ-হাত ধুবলৈ দিয়াই হৰদিল সিংহই ৰুটিও খুৱালে। তেওঁলোকে নেখাওঁ বুলিলতো নেমানিলে। দুয়োকে মাকৈ ধানৰ ৰুটি দুখন দুখনকৈ দিয়ালে। মাখন ছটিওৱা, পুলি সৰিয়হৰ শাক-ভাজি। দুগিলাচ টেঙা লাচিও। মেজত খাবলৈ দিলে। আদাৰ আচাৰৰ জুতি ল'বলৈও দিলে। ঘূৰি আহোঁতে হৰদিত্ত আৰু মল্লণ অতি আনন্দ মনেৰে আহিল। হাঁহি-ধেমালি কৰি কথা পাতি, হৰদিল সিংহৰ মহানতাক শলাগি বেলি পৰিবৰ সময়ত ঘৰ পালেহি। মল্লণে ঘৰ পায়ে নন্দ কৌৰক সকলো ভাঙি-পাতি ক'লে। নন্দ কৌৰৰ মনো আনন্দত অধীৰ হৈ উঠিল। ক'লে, “মোৰ বোপাইৰ পঢ়াৰ ফল ধৰিল তেওঁ, মাজ ৰাতিলৈকে টোপনি খতি কৰি কৰি কমখন পঢ়িলেনে? ভাল হ'ল, তেখেতক ধন্যবাদ দিব লাগিবই।”

মল্লণ ভাটিগুালৈ গৈ দুবাৰ বলাকাৰৰ কোঠাত সোমাই আহিছে। তাৰ লগত থকা ৰামদাসকো তেওঁ চিনি পায়। বলাকাৰৰ লগত একে লগে থাকে। তেওঁ হ'ল ভূঁগুৰ গাঁৱৰ, জাতিত ব্ৰাহ্মণ। পঢ়াত ভাল, ভদ্ৰও। ৰামপুৰাৰপৰা আহি পিছৰ দিনটো কামত ব্যস্ত থাকি মল্লণ তৃতীয়দিনা পুৱাই প্ৰথমখন বাছধৰি ভাটিগুালৈ যাত্ৰা কৰিলে। তেঁও বলাকাৰক লগতে লৈ অহাৰ কথাও ভাবিলে। বাজে বাজে ৰামপুৰালৈ লৈ গৈ হৰদিল সিংহৰ আগত হাজিৰ কৰাই দিয়াৰ উদ্দেশ্যেৰে তেওঁ পুতেকৰ ওচৰলৈ গ'ল।

## ১৯

মল্লণ গৈ ভাটিগুা পালেগৈ। বাছষ্টেগুৰপৰা তেওঁ খোজ কাঢ়িয়ে গ'ল। দুৰ্গটোৰ কাঠৰ তক্তালগোৱা বিৰাট দৰ্জাখনৰ কাষত থিয়দি তেওঁ চকু ফুৰালে। ল'ৰাৰ কোঠাটো সোঁফালে আছিল। গলিটোৰ ফালে চাই তেওঁ সোঁফালে গ'ল। অলপ আগত থকা

চৰকাৰী হাইস্কুলখন পালেগৈ। একেলগে কেইটামান, আকৌ দুটা এনেদৰে ল'ৰাবোৰ ওলাই কেনিবা কেনিবি গৈছে। এটা ল'ৰাক তেওঁ সুধিলে, "হেৰা মইনা, এইটো স্কুল হ'বলা?"

ল'ৰটোৱে হাঁহি ক'লে, "হয় দেউতা।"

"তেনেহ'লে।" তেওঁ মুখৰ ভিতৰতে ক'লে। স্কুলৰ কাষতে দেখোন পুতেক থকা কোঠাটো আছিল! তেওঁ বিপাঙত পৰিল। কোঠাৰ সন্মুখতে তেওঁ থিয়হৈ আছে। অৱশ্যে কোঠাত বহি থকা ৰামদাসে তেওঁক চিনি পাইছে। সন্দেহো হৈছে কিজানি অন্য মানুহেই।

"অ' তুমি।" কৈয়ে মল্লণ কোঠাত সোমাল। ৰামদাস খাটিয়াৰপৰা উঠি থিয় হ'ল। "দেউতা আপুনি" বুলি কৈ প্ৰণাম কৰিলে। "জুপি চাই আছা হ'বলা, মাত মাতিতো দিব পাৰা।" মল্লণে ক'লে।

"মই অৱশ্যে চিনি নোপোৱাকৈও থকা নাছিলো।...ভাবিলো..."

"বৰ ভালকৈ চিনি নেপালা হ'বলা।" মল্লণৰ মনটো ভাল লাগিল। পিছত তেওঁ সুধিলে, "বিল্লু নাইনে কি? গ'ল ক'লৈ?"

"বলাকাৰ আজিকালি ইয়াত নেথাকে দেউতা!" ল'ৰাজনে উত্তৰ দিলে।

মল্লণ আচৰিত হ'ল। ক'লে, "তেনেহ'লে সি থাকে ক'ত?"

"কেতিয়াবা আহে। মোক কওঁতে দেখোন তেওঁ গাঁৱৰ ঘৰত থাকো বুলিহে ক'লে।"

"কেতিয়া, আহিছিল-কিমান দিনৰ আগত?"

"কেইবাদিনো হ'ল। পোন্ধৰ কি কুৰিদিন মানৰ আগত আহি গৈছে।"

ৰামদাসে ষ্টোভ জ্বলালে। সৰু কেটলিটোত পানী ভৰাই তুলি দিলে।

"কি কৰিব খুজিছা?"

"চাহ এগিলাচ খাওক।"

"নেলাগে কৰিব দিয়া। চাহ খোৱাটোনো কি কথা? থাকক দিয়া।" তেওঁ আকৌ ক'লে, "বলাকাৰ আহিলে কবা যে সি ঘৰলৈ সোনকালে যাব লাগে। ক'বা, দেউতাৰ আহিছিল, লৈ যাবলৈ। ঘৰত বোলে বিশেষ দৰ্কাৰ হৈছে।"

ৰামদাসো আচৰিত হ'ল। "তেনেহ'লে বলাকাৰ যায় ক'লৈ, থাকে ক'ত?"

চাহ খাই থাকি মল্লণে ভাবিবলৈ ধৰিলে। তেওঁৰ সন্দেহ সঁচা হ'ব নেকি! ৰামদাসক নিমাতে থকা দেখি সুধিলে—"বোপা ৰামদাস, এতিয়া কোন শ্ৰেণীত পঢ়িছা?"

"চতুৰ্দ্দশ শ্ৰেণীৰ শেষ বছৰ দেউতা।"

"তেনেহ'লে তুমি তাৰে একে শ্ৰেণীতে পঢ়া নাছিলা? বিল্লোৱে দেখোন পাছেই কৰিলে?"

"মই এবছৰ ফেল কৰিলো দেউতা। কিন্তু এইবাৰ পাছ কৰিম যেন লাগিছে।"

"মন পুতি পঢ়া-শুনা কৰা, বোপাই। বাৰু এতিয়া মই যাওঁ, তাক লগ পাওঁ বুলিহে আহি ওলালোহি।"

বাছ ষ্টেশুৰ ফালে ঘূৰি আহি থাকোঁতে মল্লণ ব্যগ্ৰ হৈ পৰিল। "বলাকাৰ ঘৰতো নেথাকে, তেনেহ'লে ক'ত থাকে সি!"

সিফালে কোঠাত বহি বহি ৰামদাসেও আচৰিত হৈ ভাবিছে যে বলাকাৰ ঘৰলৈ নগৈ যায় কলৈ?

এসপ্তাহৰ পিছত লাঠিধাৰী দুজন চিপাহী মল্লণৰ ঘৰৰ ঠিকনা সুধি সুধি তেওঁৰ ঘৰ ওলালহি। চন্দ্ৰ কৌৰে দুয়োকে পানী খাবলৈ দিলে। মল্লণ ঘৰত নাছিল, ভাইৰূপাৰ মাটিডোখৰ চাবলৈ গৈছিল। ল'ৰা এটা পঠিয়াই চন্দ্ৰ কৌৰে মতাই অনালে। মল্লণ আহি চিপাহীদুজন দেখি তালুৰেদি জীৱ যোৱা যেন লাগিল। চিপাহীদুজনে বলাকাৰৰ গেপ্তাৰৰ ৱাৰেণ্টলৈ আহিছিল। মল্লণৰ বুঢ়া আঙুলিৰ টিপটোলৈ চিপাহীয়ে ক'লে, যে শঙ্গৰা সিংহক হত্যাকৰাত বলাকাৰ জড়িত হৈ পৰিছে। তাক দুদিনৰ ভিতৰত হাজিৰ কৰাই দিবগৈ লাগিব, তাকে নহ'লে পুলিচে গোটেই চুবুৰীটোৰ লোককে সাঙুৰি লৈ যাব। সন্দেহত তেওঁলোককো অপমানিত কৰিব।

চিপাহী গুছি গ'ল। মল্লণ আৰু চন্দ্ৰ কৌৰে পিৰালিত বহি হিয়ালি-জিয়ালিকৈ কান্দিবলৈ ধৰিলে। "মৰিবলৈ যোৱাই এইটো কি কাণ্ড কৰি পেলালে।" মল্লণে ক'লে—সেইদিনা ভাটিণ্ডাত তাক নেপায়ে মোৰ সন্দেহ হৈছিল। ৱাহগুৰু! মোৰ বংশধৰে কি পথ ল'লে এইটো!"

"কোনোবাই তাৰ নাম কিজানি এনেয়ে দিছে। সি তেনেকুৱা ল'ৰা নহয়। কথা এটাকে ভালকৈ পতিব নেজানে, বেচেৰাই। তুমি মিতিৰ-কুটুমৰ ঘৰত খবৰ দিয়াগৈ। তেওঁলোকেও সি ক'ত আছে বিচাৰক।"

মল্লণে কাকো কলৈকো নপঠালে। চাৰি দিন ঘূৰি পকি সকলো সম্বন্ধীয়ৰ ঘৰে ঘৰে গৈ খবৰ কৰি আহিলগৈ। অধিক বা-ঘাতৰি হয়তো ধূৰকোট বা ভৈন্নীবাঘেৰ মিতিৰৰ ঘৰৰ পৰাই পোৱা যাব পাৰে। কিন্তু মিছা হ'ল। তেওঁলোকেও শুনি অবাকহে হ'ল। বলাকাৰৰ মামাকৰ ঘৰৰ মানুহেও একো গম নেপায়। এতিয়া তেনেহ'লে মল্লণ যাব ক'লৈ? মাহী-পেহী বুলিবলৈতো কোনো নাই।

দুদিন মানৰ পিছতে পুলিচৰ জীপ এখন আহি মল্লণৰ ঘৰৰ আগত ৰ'লহি। লগে লগে এখন ট্ৰাকত এক ট্ৰাক মিলিটেৰীও। আহিয়ে তেওঁলোকে মল্লণৰ ঘৰটো বেঢ়ি পেলালে। পুলিচে দুৱাৰৰ তক্তাত মাৰ সোধালে। মল্লণ আৰু চন্দ্ৰ কৌৰক ঘৰৰপৰা বাজলৈ উলিয়ালে। ঘৰৰ তালাচী ল'লে। ঘৰতনো পাব কি! বলাকাৰতো ঘৰলৈ অহাই নাই। পুলিচে, বলাকাৰ ঘৰলৈ অহাৰ প্ৰমাণ কিবা পাইনেকি, তাৰ বাবেহে খানা তালাচ কৰি চালে। কিতাপ-পত্ৰ বা কিবা আপত্তিজনক কাগজ পত্ৰ হয়তো ঘৰত ওলাব পাৰে। ধোঁৱা বৰণীয়া ডাঢ়িৰে থানাৰ দাৰোগাজনে মাক-বাপেকক অকটা গালি

পাৰিবলৈ ধৰিলে। "ঐ চোৰৰ জাত! পুতেৰ ক'ত আছে ক!" দাৰোগাই এজন চিপাহীৰপৰা লাঠিডাল লৈ কোবাবলৈ ধৰিলে। মল্লণৰ তপিনাত মাৰ পৰিল। চন্দ্ৰ কৌৰক টান মাৰি মাটিত পেলাই দিলে। এজন চিপাহীয়ে ভৰিত ধৰি ছয়-সাত গজ মান চোচোঁৰালে। কুকুৰে হাড় টানি নিয়াৰ দৰে টনা-আজোৰাও কৰিলে। চন্দ্ৰ কৌৰ দুখত নহয়, ভয়ত থৰথৰকৈ কঁপিবলৈ ধৰিলে। হাতযোৰ কৰি বাৰে বাৰে ক'লে "মই একো নেজানো, হজুৰ মাই বাপ! মোৰ ল'ৰা বলাকাৰ বহুত দিন ঘৰলৈকে অহা নাই। কেইবামাহৰ আগতহে এদিন আহিছিল।"

পঞ্চায়ত গোট খাই লগে লগে দাৰোগাৰ সন্মুখত কান্ধত গামোচালৈ কৰযোৰে জনালে যে "বুঢ়া-বুঢ়ী হালক কিয় মাৰিছে? বেচেৰাহঁতৰ দোষ কি? যদি ল'ৰা ঘৰলৈ আহে তেন্তে আমি চম্‌জাই দিয়াৰ দায়িত্ব লৈছো।"

পঞ্চায়তৰ আগত পুলিচে আৰু মাৰপিট নকৰিলে যদিও বুঢ়া-বুঢ়ী দুয়োকে লগত লৈ গ'ল। ফুলত তিনিদিন পুলিচৰ হাজোতত ৰাখিলে। মল্লণক নঙঠা কৰি তপিনাত গোৰ সোধায়, মহিলা পুলিচে চন্দ্ৰ কৌৰৰ মুখত ঘুচিয়ায়। কিন্তু তেওঁলোকে ক'ব কি? তেওঁলোকেতো বলাকাৰৰ বিষয়ে একোকে নেজানে!

এই কেইদিনতে মল্লণৰ পোহনীয়া জন্তুকিটাৰ অৱস্থা শোচনীয় হৈ পৰিল। এৰাতিৰ ভোকতে সিহঁতে গোহালিৰ পঘা ছিঙো যেন কৰিলে। ঘৰৰ চাৰিও দুৱাৰ খোলা ভাগতে থাকিল। দ্বিতীয় দিনা সিহঁতৰ অৱস্থা দেখি ওচৰৰ কেইজনমানে জন্তু কিটা খুলি নিজৰ ঘৰলৈ নিলে। নিজৰ ঘৰৰপৰা তলা নি মল্লণৰ ঘৰৰ দুৱাৰ কিখনত লগাই বন্ধ কৰিলে। চতুৰ্থ দিনা মল্লণ আৰু চন্দ্ৰ কৌৰ মুকলি হৈ আহি ঘৰ সোমাই দেখিলে গোটেই ঘৰ-বাৰী এৰাপৰলীয়া হৈ পৰিছে। চোতালতে গাঁত এটা খান্দি যেন দুয়ো তাতে পোত খাই মৰিব, এনে লাগিল। এনে পো জন্ম দিছিল কিয়?

শঙ্গৰা সিংহৰ বয়স সত্তৰৰ ওচৰ চাপিছিল। তেওঁ জিলা পৰিষদৰ চেয়াৰমেন হৈ আছিল। মানুহে এতিয়াও তেওঁক চেয়াৰমেন বুলিয়ে মাতে। ডেকা বয়সত তেওঁ ভগত সিংহৰ বিৰুদ্ধে সাক্ষী দিছিল। বৰ্তমান পাঞ্জাবত উথলি উঠা বিপ্লৱৰ কাৰ্য্যসূচীৰ এক নম্বৰত তেওঁক অৰ্থাৎ চেয়াৰমেন শঙ্গৰা সিংহক প্ৰথম শত্ৰু হিচাপে ধৰি থোৱা আছে। তেওঁ বেলি পৰিবৰ সময়ত ট্ৰেক্টৰখনত উঠি নিজৰ গাঁৱলৈ আহি আছিল। ট্ৰেক্টৰখন তেওঁৰ ড্ৰাইভাৰজনে চলাই আনিছিল। চেয়াৰমেনৰ ডিঙিত ৰিভলভাৰ এটাও ওলমি আছিল। ল'ৰাহঁত আলিৰ দাঁতিৰ এডৰা কুঁহিয়াৰণিত সোমাই লুকাই আছিল। ট্ৰেক্টৰখন ওচৰ পোৱাৰ লগে লগে ল'ৰাহঁতৰ এজনে শক্তিশালী ৰাইফলেৰে আকাশলৈ ব্লেঙ্ক ফায়াৰ কৰি দিলে। চক্ খাই ড্ৰাইভাৰে ষ্টীয়েৰিঙৰপৰা হাত এৰি দিয়াত ট্ৰেক্টৰখন আলিৰ দাঁতিত একটীয়া হৈ ৰ'লগৈ। চেয়াৰমেনৰ হাত ভৰিত আঘাত লাগি জঠৰ হৈ পৰিল। ভয়ত ৰিভলভাৰটো হাতত তুলি লওঁতেই আনফালৰ পৰা "থ্ৰী নট থ্ৰীৰ" গুলী তেওঁৰ কাষলতিৰ তলেদি বুকুত সোমাই ওলাই গ'ল, লগে

লগে আৰু এটা গুলীয়ে তেওঁৰ বুকুভেদ কৰিলে। ড্ৰাইভাৰ ট্ৰেক্টৰ এৰি দৌৰি পলাল। ল'ৰাহঁতে তেওঁৰ পিছ নল'লে। চেয়াৰমেনে ধৰফৰাই থাকি ফোঁপাই ফোঁপাই ক'লে—"মোক এৰি দিয়াহঁক, মই এতিয়াও বাচিম। যিমান টকা লাগে তোমালোকলৈ পঠাম।" তেওঁক ট্ৰেক্টৰৰ তললৈ চোঁচোৰাইনি, তেওঁৰ মুখত জোতাৰে গুৰিয়াই, চকুত বালি ছটিয়াই বলাকাৰে ক'লে, "কুকুৰ, তই ভাবিছিলি, মানুহে তোৰ কুকৰ্মবোৰ পাহৰিলে। চা, চল্লিশ বছৰৰ পিছতো তই তাৰ ফল পালি।" কথাষাৰ কৈয়ে সি কাণৰ লতিৰ তলেদি আৰু এক গুলী মাৰি দিলে। শঙ্কৰাৰ প্ৰাণপক্ষী উৰি গ'ল।

তেওঁলোক তিনিজন আছিল। চৰকাৰে এই তিনিওজনৰ মূৰ কিটাৰ কাৰণে পাঁচ পাঁচ হেজাৰ পুৰস্কাৰ ঘোষণা কৰিলে। জীয়াই জীয়াই বা মাৰি, মূৰকিটা দেখুৱাব পাৰিলেই হ'ব। তেওঁলোকক ধৰাই দিওতাক জীৱন আৰু সা-সম্পত্তিৰ ৰক্ষণাবেক্ষণ দিয়াৰো প্ৰতিশ্ৰুতি দিলে।

খড়ক সিং চুবুৰীত বাতৰি বিয়পি পৰিল। এদিন আশ্চৰ্য্যজনক খবৰ এটাও ওলাল। ৰামমণ্ডিৰ ওচৰৰ এঘৰত পুলিচে অতৰ্কিতে আক্ৰমণ চলালে। চাৰিওফালে পুলিচে আগুৰি ল'লে। চাঁদৰ ওপৰলৈও পুলিচ উঠিল। ওচৰৰ কেইবা ঘৰৰ দুৱাৰে দুৱাৰে পুলিচে পহৰা দি ৰ'ল। সকলোৰে হাতে হাতে শক্তিশালী ৰাইফল। তেওঁলোকৰ এটা ল'ৰা বলাকাৰৰ সহপাঠী আছিল। বলাকাৰ কেতিয়াবা আহি তেওঁলোকৰ ঘৰত ৰাতি থাকেহি। খবৰ কৰা লোকতো লগত লাগি আছেই। সেই ৰাতি কিন্তু বন্ধুজন ঘৰত নাছিল। ল'ৰাৰ পৰিবাৰো নাছিল। বুঢ়ী অকলে আছিল—ঘৰ ৰখি। কথা বিষম যেন দেখি বুঢ়ীয়ে বোৱাৰীয়েকৰ সাজ-পাৰ পিন্ধাই এখন ডাঠ আলোৱান গাত দি, নিজৰ জোতাযোৰ পিন্ধাই বলাকাৰৰ চুলিকোছা ফণিয়াই বেণী গুঁঠি দি দুৱাৰ মুখলৈ আহি দাৰোগাক ক'লেহি, "ভাই চাহাব, যাক বিচাৰি আহিছা সিও ঘৰত নাই। মই আৰু মোৰ বোৱাৰীজনীহে ঘৰত আছো। আমি বাহিৰ ফুৰি আহি গা পা ধুব লাগে। তোমালোকে ঘৰৰ তালাচী লোৱা, পোৱা যদি চোৱা।" তাৰ পিছত দুয়ো হাতত পানীৰ ঘটিলৈ ল'ৰাক ইঙ্গিত দি ক'লে—"বল বোৱাৰী, ব'ল।"

খেতিৰ পথাৰ পায়ে ল'ৰাটোক ক'লে, "যা এতিয়া, কি কৰ কৰগৈ। এবাৰ তোক বাঘৰ মুখৰপৰা বচাই দিলো। এতিয়া আঁতৰ হ।"

আৰু এটা অন্য খবৰ। আন এদিন মানুহে কুঁহিয়াৰবাৰীত কুঁহিয়াৰ কাটি আছিল। ঠাই ডোখৰৰ নাম দুন্নেদেকোট। বেলি উঠি আহিছে। চাহো নামৰ গাওঁখনত বলাকাৰ থকাৰ উমান পাই পুলিচৰ এখন ট্ৰাক প্ৰথমে চাহো গাঁও পালেগৈ। তাত গম পালে বোলে অলপ আগতে বলাকাৰ ওলাই গৈছে। ট্ৰাকখনে তৎক্ষণাৎ তেওঁৰ পিছ ল'লে। কুঁহিয়াৰ কটা কিজনৰ ওচৰ পাই বলাকাৰ কঁপিবলৈ ধৰিলে। পুলিচে এতিয়া তেওঁক সুদাই নেৰিব। ট্ৰাকখন ওখ বাটেদি আহি থকা অৱস্থাতে তেওঁ কুঁহিয়াৰবাৰীত সোমাই পৰিল। লৰালৰিকৈ মই বলাকাৰ বুলি পৰিচয় দিয়াত আৰু পুলিচে খেদি অহা কথা

ক'লত কোনোবা এজনে পাগুৰীটো খুলি তেওঁৰ মূৰত পিন্ধাই দি, এজনে নিজৰ কুৰতা চোলাটো পিন্ধাই গাত চাদৰ এখন দি কুঁহিয়াৰ এমুঠা পাতে-ছাটে মূৰত তুলি দি পুলিচ অহা ফালেই বলাকাৰক পঠাই দিলে। মূৰত কুঁহিয়াৰকোঁছাৰে তেওঁ পুলিচৰ কাষে দিয়েই পাৰ হৈ গ'ল। মুখখন কুঁহিয়াৰৰ পাতে আধা ঢাকি ৰাখিছিল, চেহেৰাটো কোনেও চিনিব নোৱাৰিলে। পুলিচে কুঁহিয়াৰ কটা কিজনক বাৰুকৈয়ে একো একো পিতন দিলে। পুলিছে কয়, "আমি নিজ চকুৰে ইয়াত সোমোৱা দেখিছো। তহঁতে ক'ত লুকুৱাই ৰাখিছ ক?"

প্ৰত্যেকেই ক'লে, "হুজুৰ, ক'ত আছে চাই লওক। আমি খাই পেলোৱা নাই নহয়। ইয়াত কোনো অচিনাকী লোক নাই।"

## ২০

তুমি কৈছা যে এতিয়া আমি স্বতন্ত্ৰ। দেশখনে ইমানখিনি উন্নতি কৰিছে, সিমানখিনি উন্নতি কৰিছে, গাইছা। কিন্তু তুমি এইফালেও মন কৰি চোৱা—ইমানবোৰ ৰাস্তা, বিজুলী, ৰেল, মটৰগাড়ী আদি যিমানবিলাক সুবিধা দিছে, এইবোৰৰপৰা লাভ হৈছে কাৰ? পুঁজিপতিৰ হয়নে নহয়? বাহ্যিক দৃষ্টিত এইখন দেশৰ যি উন্নতি দেখা গৈছে আচলতে সেইখিনি পুঁজিপতিসকলৰ কাৰণেহে হৈছে। কোনো এজন দুখীয়া খেতিয়কে পঞ্চাশ পইছাৰ টিকত এটা কিনি বাছত উঠিছে বা তেনে একোজনে কেঁচাঘৰৰ কোঠা এটাত ওচৰৰ কোনো এঘৰৰপৰা ফ্লেক্সিবোল তাঁৰ লগাই। চল্লিশ ৱাটৰ বাল্ব এটা জ্বলাইছে, তেনেহ'লে তাক দেখা পায়ে দেশে বহুত উন্নতি কৰিছে বুলি ভাবিছা নেকি? দুখীয়া আগৰ অৱস্থাতে দুখীয়া হৈয়ে আছে। এই স্বতন্ত্ৰতা ভুৱা, পণ্ডিতজী! এক আড়ম্বৰ, এক ছলনা মাত্ৰ, পণ্ডিতজী! ভগৎ সিংহই কৈছিল, "হিন্দুস্তানৰ এই যুদ্ধখন বৰ্তমান সৰহভাগ মধ্যম বৰ্গৰ লোকে চলাইছে। এই মধ্যম বৰ্গৰ শক্তি অতি সীমিত। কংগ্ৰেছ্ কৰ্মীয়ে পুঁজিপতিৰ যোগেদি ইংলেণ্ডৰ ওপৰত আৰ্থিক হেঁচাদি কিছু পৰিমাণে অধিকাৰ পাবলৈ ইচ্ছা কৰিছে। কিন্তু যিমান দূৰসন্তৱ দেশখনৰ কোটি কোটি কৃষক বনুৱাৰ সম্বন্ধ, তেওঁলোকৰ মুক্তি এই ব্যৱস্থাৰে নহ'ব।" কম্বল মেৰিয়াই, কাঠৰ বেঞ্চখনত বহি বলাকাৰে বদৰীনাৰায়ণৰ প্ৰশ্নৰ উত্তৰ দিলে।

ফেব্ৰুৱাৰী মাহৰ শেহৰটো দিন। বলাকাৰে নিজৰ মূৰৰ চুলি কটাই পেলালে। পাগুৰী এৰিলে। কেতিয়াবা গা ধুবলৈ আজৰি পালে মূৰত হাত ফুৰাই 'হৰিওঁম' বুলি কয়। পাটিৱালালৈ যোৱা গাড়ী ফুল হৈ ৰামপুৰা ষ্টেচন বেলি ওলোৱাৰ আগে আগে পায়হি। গাড়ীলৈ বাটচাই বলাকাৰ ষ্টেচনৰ বেঞ্চত বহি আছিল। ইফালে প্লেটফৰ্মত

বদৰীনাৰায়ণ ইফাল-সিফালকৈ ঘূৰি ফুৰিছিল। তেৱোঁ পাটিৱালাৰ কোনোবা এঠাইলে যাব। বদৰীয়ে বলাকাৰক চিনি পাব কেনেকৈ? বলাকাৰেহে বদৰীৰ খোজ-কাটল দেখি চিনি পালে। কি যে চেহেৰা! ৰাতি পুৱাইছিল হে। "পণ্ডিতজী কোনফালে ওলালে?"

বদৰী বেঞ্চখনৰ ওচৰত থৰ হৈ ৰ'লহি। "মই হ'লে চিনি পোৱা নাই।" "আহাঁ বহাঁহি বাৰু, চিনি পাবা।"

বলাকাৰৰ কাষত বহিলহি যদিও বদৰীয়ে চিনিব নোৱাৰিলে। বলাকাৰে তেওঁৰ কাণৰ কাষলৈ মুখখন নি ফুচফুচাই ক'লে, "মই মল্লণ সিংহৰ পুতেক, আপোনাৰ গাঁৱৰে, বলাকাৰ।"

বদৰীৰ কাণৰ পৰ্দাখন যেন হঠাৎ মেল খাই গ'ল! বিজুলীৰ কাৰেণ্ট গাত লগাৰ দৰে চক্ খাই কাষৰপৰা আঁতৰি বহিলগৈ। বলাকাৰে হাঁহিলে, "বাহ্, ভাই বাহ! কমৰেডেই যদি কমৰেডলৈ ভয় কৰে তেন্তে আনলৈ থাকিল কি? ওচৰচাপি বহাঁহি। অলপ কথাকে পাতো দিয়া।"

"এ, নাই—ভয় খাম কিয়? মই মানে এনেয়ে..." বদৰীয়ে যেন কি উত্তৰ দিব ভাবি নেপালে।

"কোনফালে যাবলৈ আহিলা?" বলাকাৰে সুধিলে।

"এইফালে মানে—বাৰনালালৈ যাওঁ বুলি আহিলো।" কিন্তু বলাকাৰ কলৈ যাব নুসুধিলে।

অলপ পৰ দুয়ো মৌন হৈ ৰ'ল। প্লেটফৰ্মখনত যাত্ৰীৰ সংখ্যা বৰ পাতল আছিল। ইফালে সিফালে চাই বদৰী ওচৰ চাপি বহিল আৰু সুধিলে, "তুমি ঘৰৰ ল'ৰা তোমাক এটা কথা সোধো, কোৱাচোন বাৰু তোমালোকে এইটো পথ বাচি ল'লা কিয়?"

"মাত্ৰ আমাৰ কাৰণে ৰাস্তা এটাহে আছিলগৈ। তাকে নলৈ কৰিম কি? তোমালোকৰ বাওঁ-দক্ষিণ পাৰ্টিয়ে পাৰ্লিয়ামেণ্টক বিশ্বাসঘাতকতা কৰিলা। ভোটৰ যোগেদি জানো ইন্‌কিলাব আনিব পাৰি!"

"তেনেহ'লে তোমালোকে ইন্‌কিলাব্ আনিব খুজিছা। তোমালোকে চেয়াৰমেনক মাৰি পেলালা। তেওঁ দেখোন আজি যাওঁ কালি যাওঁ হৈ আছিলেই। এতিয়া তেনেহ'লে ইন্‌কিলাব আহি যাব নহয়?"

"নহয়, কথা সেইটো নহয়। চেয়াৰমেনৰ তেজডোঙা লেতেৰা আছিল। তেওঁ ভগৎ সিংহৰ বিৰুদ্ধে সাক্ষী দিছিল। এনে লেতেৰা তেজ থাকিবলৈ দিয়াত আমি নাই। এতিয়া বেচেৰা পুলিচমখাৰ তেজবোৰো লেতেৰা হৈ পৰিছে। ইহঁতো এতিয়া আমাৰ পথৰ বাধা। ইন্‌কিলাবীহঁতক মাৰিছে।"

"এনেকৈ ইন্‌কিলাব্ নাহে বন্ধু। তোমালোকে জনসাধাৰণৰ মাজত সন্ত্ৰাসৰ সৃষ্টি কৰিছা। প্ৰথমে তেওঁলোকক এজুকেটেড্ কৰি নোলোৱা কিয়?"

"তোমালোকৰ পাৰ্টি গঠন হোৱা বিশ-পঁচিশ বছৰ হ'ল নহয়। তোমালোকেই বা কিমানক এজুকেট কৰিব পাৰিলা? তোমালোকৰ বিপ্লৱটো ক'ত থিয় হৈ আছে হে! তাৰ বিপৰীতে তোমালোকে পুঁজিপতিৰ পাৰ্লিয়েমেণ্টৰী ষড়যন্ত্ৰৰ বলীহৈ পৰিলা! আমি এতিয়া তাকে ক'ম। ভগৎ সিংহই কৈছিল "এই যুদ্ধ চলিব তেতিয়ালৈকে, যেতিয়ালৈকে শক্তিশালী ব্যক্তিয়ে মেহনতী জনতাৰ মেহনতৰ আহিলাসমূহৰ ওপৰত নিজৰ একাধিকাৰ বজাই ৰাখিব।" তেওঁ আকৌ কৈছে, "এই যুদ্ধই কেতিয়াবা বেলেগ ৰূপ ল'ব পাৰে, গুপ্তৰূপো ধাৰণ কৰিব পাৰে। কেতিয়াবা ভয়ানক হৈও উঠিবগৈ পাৰে। কেতিয়াবা জীৱন-মৰণৰ জিদত পৰিণত হৈ অতি ভয়াবহ হৈ উঠিবগৈও পাৰে।" এতিয়া আমি অন্তিম শিবিৰ পাওঁ পাওঁ হৈছোহি, কমৰেড!"

গাড়ী অহাৰ সময় হ'লহি, প্লেটফৰ্মত মানুহৰ ভিৰ বাঢ়ি আহিল। দুজনমান আহি তেওঁলোকৰ বেঞ্চতে বহিলহি। বলাকাৰ আৰু বদৰী নিমাত হ'ল আৰু গাড়ী, যেই পালেহি, দুয়ো একে ডবাতে উঠিলগৈ। চিটত নবহি দুয়ো খিৰিকীৰ কাষত থিয়দি কথা পাতিবলৈ ল'লে। তেওঁলোকৰ ওচৰত আন কোনো নাছিল। বদৰীয়ে ক'লে, হওঁতে তোমাৰ কথাই সঁচা, বলাকাৰ। এই চালা, ইনকিলাব্‌ডাল আহি পায়হি মানে আমাৰ ঘৰবোৰ বৰবাদ হৈ যাব। এইটো ভুল আমাৰ পূৰ্বজ বৃদ্ধসকলৰ নহয়, সময়ৰ পৰিৱৰ্তিত অৱস্থাৰ বশৱৰ্ত্তী হৈ তেওঁলোকে তেনে কৰিছিল। বুঢ়াসকলে মাটি বন্ধক দি নিজে ভোকত মৰিল। কথমপিহে দুবেলা দুসাজৰ জোৰা মাৰিব পাৰে। মইতো কোনো গাঁৱলৈ যোৱা নাছিলো। গাঁৱৰ কাৰোবাক লগপালে মাত্ৰ কওঁ—যেতিয়া বিপ্লৱ হ'ব, তেতিয়া কোনো উচ্চ-নীচ নেথাকিব। কাৰো নিজাববীয়া মাটি সম্পত্তি নেথাকিব। গতিকে বুঢ়াৰ কথা মানি চলিলে নহ'ব। এফালে চোৰা ঝণ্ডা সিংহক, গোটেই গাঁৱৰ মাটি সামৰি ল'লে। অন্যায়ভাবে, অনুচিত উপায়েৰে। জোৰ যাৰ মুলুক তাৰ।"

"ঝণ্ডা সিংহ! হুঃ!" বলাকাৰে নতুনকৈ থুতিওৱা মোচত হাত বুলালে আৰু একো নক'লে। অলপ পিছত বদৰীক ক'লে, "মই হ'লে কওঁ, ভাই তুমি এই পাৰ্টিৱালা ৰাস্তা এৰি দিয়া। ভোটেৰে ইন্‌কিলাব্ নাহে। আমাৰ লগত ওলোৱা। চাবা, কি হয়।"

"নহয় কমৰেড্ তোমাৰ পথো ঠিক নহয়। এই যে তোমালোকে মানুহ মাৰিছা, সেইটো উচিত হোৱা নাই। সত্তৰ পয়সত্তৰ জনমান ডাঙৰ পুঁজিপতি আছে, তেওঁলোকৰ জাল ইমান বিস্তৃতভাবে পেলাই ৰখা হৈছে যে তোমালোকে গোটেই পাঞ্জাবৰ মানুহ মাৰি শেষ কৰি পেলালেও বিপ্লৱ আনিব নোৱাৰিবা। পাৰ্লিয়েমেণ্টৰ লেকামডাল দেশৰ বিৰাট পুঁজিপতি কিজনৰ হাতৰ মুঠিত। এইডাল লেকাম কথা-বতৰাৰ জৰিয়তেহে গৰীব কৃষক-মজদুৰৰ হাতলৈ আনিব পৰা যাব। দেশখনৰ প্ৰতিজন মানুহ নামধাৰী প্ৰাণীক বুজাই পতিয়ন নিয়াব পাৰিব লাগিব। শত্ৰুৰ হাত বৰ শক্তিশালী কমৰেড, বৰ শক্তিশালী!" বদৰী পুনৰ নিজৰ লাইনলৈ আহিল।

"পৰিস্থিতি নিজে সৃষ্টি নহয়, জন্ম দিয়াব লাগে। আমি ইন্‌কিলাবৰ আবহাৱা সৃষ্টি কৰাত লাগিছো। নিজৰ মূৰটোৰ বাজী মাৰিছো. বন্দুকৰ নলীয়েদি আমি ইন্‌কিলাব-ৰাজ আনিব খুজিছো।"

বদৰীয়ে ক'লে, "ভাল তেনেহ'লে, বন্ধু। এনেকৈয়ে যদি বিপ্লৱ আনিব পাৰা আনা। কিন্তু আমাৰ মনে হ'লে নকয়।"

হণ্ডিয়ায়া ষ্টেচন আহি পালেহি। তেওঁলোক চিটত বহিল। তাৰ পিছত কোনো কথা নেপাতিলে। বাৰনালা পাই বদৰী নামিল। বলাকাৰ আগলৈ গৈ ক'ত নামেগৈ কোনে জানে।

গধূলি পৰত চন্দ্ৰ কৌৰে ৰুটি কৰি চৌকাৰ কাষতে বাচন মাজি আছিল। মল্লণ ঘৰত নাছিল, ধুৰকোটৰ বিয়েয়েকৰ ঘৰলৈ গৈছিল। জীয়েক মীতোৰ মিতিৰঘৰ বেচ পোতন থকা লোকৰ ঘৰ। মৰাঝৰ জোঁৱায়েকৰ ঘৰো অৰ্থাৎ গুৰদেউ সিংহৰ ঘৰো কমৰত জোৰ থকা লোকৰ ঘৰ। মল্লণে ভাবিছিল আটাইখিনি মিতিৰ-কুটুম গোটখাই এখন আঁচনি কৰি বলাকাৰক বচাই আনিবপৰা যাব। যাতে তাৰ ফাঁচি দিয়াৰ অৱস্থা নেপাইগৈ, কিমান বছৰ দিয়ে ফাটেককে লাগিলে দিয়ক। তাৰ কাৰণে তেওঁ ভাইৰূপাৰ মাটিখিনিও ফুমাৰি উৰুৱাই দিবলৈও সাজু আছে। তেওঁৰ বিশ্বাস আছিল যে সম্পূৰ্ণ ব্যৱস্থা এটা কৰি বলাকাৰক পুলিচক গতাই দিবগৈ।

ছাঁটোৰ দৰে এজন মানুহ চোতালত উপস্থিত হ'লগৈ। কাহ এটা মাৰিলে। চন্দ্ৰ কৌৰে ৰান্ধনীশালৰপৰা মাত দিলে, "কোন?"

"মই মাতাজী। আপুনি কত আছে?" মাত দিওঁতাজনৰ মাতত চন্দ্ৰ কৌৰে কোন ধৰিব নোৱাৰিলে। তেওঁ আহি চোতাল পালেহি। ওচৰ চাপি সুধিলে, "তুমি কোননো?"

তেওঁ লাহেকৈ ক'লে "মা, মই বলাকাৰৰ লগৰীয়া। আপুনি কথা পাতিব নেলাগে, এতিয়াই মোৰ লগত ওলাওক। বলাকাৰে আপোনাক লগ পাবলৈ বৈ আছে। পৰাগ দাসৰ বাহৰৰ কাষতে থকা কলনিবাৰীত আছে। আপুনি তালৈকে যাব লাগিব। মই আহিলো।"

চন্দ্ৰ কৌৰে ভৰিত জোতাযোৰ ভৰালে। হাতত বেতৰ লাখুটিডাল ল'লে। বাচন-বৰ্তনখিনি সামৰি কোঠাটো খোলা ভাগতে ৰাখি ঘৰৰ বাজ ওলাল।

পৰাগ দাসৰ বাহৰৰ কাষত থকা কলনিবাৰীখনৰ কলগছৰ তলত তিনিটা চেহেৰা দেখিলে। জোনাক ৰাতি যদিও কলপাতৰ ছাঁত আৰু চিনিব নোৱাৰিলে। ফোঁপাই-জোপাই তেওঁ তেওঁলোকৰ কাষ পালেগৈ আৰু বলাকাৰৰ চেহেৰাটো ৰ লাগি চাই ৰ'ল। চিনিব পৰা নাই। বলাকাৰে হাঁহি দিলে। হাঁহিটোতহে বলাকাৰ যে হয়, ধৰিব পাৰিলে। তেওঁ পুতেকক বুকুত সাবটি ল'লে। বাৰে-বাৰে মূৰে-কপালে চুমা খাবলৈ ধৰিলে। আন দুজন লৰাই তেওঁক আঁতৰাই আনিলে আৰু তাৰে এজনে ক'লে—"বলাকাৰ বেছি পলম নকৰিবা, যি পাতিব লগা আছে কথা পাতি লোৱা।"

বলাকাৰে কথা পতাৰ আগতেই মাকে হুক্‌হুককৈ কান্দি দিলে আৰু উচুপি উচুপি ক'লে, "বোপাই তোক চৌধ্য শ্ৰেণীলৈকে পঢ়ালো, কিহৰ কাৰণে? তোৰ দেউতাৰে গোটেই জীৱন ধূলিত লুতুৰি-পুতুৰি হৈ পাৰ কৰিলে। তই যদি চাকৰিত সোমালিহেঁতেন তেনেহ'লে ঘৰখনলৈ শান্তি ঘূৰি আহিলহেঁতেন। আমি ভাবিছিলো চিচুগুৰিৰ মাটিডোখৰ এৰুৱাব পাৰিম। দেউতাৰে হৰদিল সিংহকো লগধৰি আহিছিলগৈ। তেৱোঁ কৈ পঠাইছিল, "মোৰ লগত ল'ৰাটো চণ্ডীগড়লৈ পঠাই দিবা, মই তাক চাকৰি এটাৰ ব্যৱস্থা কৰাই দিয়াম।" তইনো এইবোৰ কি কাম কৰিবলৈ ল'লি? বোপাই অ'! তোৰ বাহিৰে আমাৰ আছে কোন কচোন!"

বলাকাৰে মাকক ডিঙিত সাবটি ধৰি মাটিত বহুৱালে। আন দুজনো কাষতে বহিল। কলতলৰপৰা বাহৰত সোমোৱা বাটটো যথেষ্ট আতৰত আছিল। দেৱালখনো যথেষ্ট ওখ। সেই কাৰণে তেওঁলোকৰ কথা বতৰা দূৰলৈ নগ'ল। বলাকাৰে নিজৰ হাতত মাকৰ হাত দুখন তুলিলৈ ক'লে, "মা আমি গুৰু গোবিন্দ সিংহৰ পথেদি আগ বাঢ়িছো। গুৰুজীয়ে নিজৰ দেউতাককে দিল্লীত শ্বহীদ কৰালে। দুয়োজন ডাঙৰ পুতেকক হাতত তৰোৱাল দি চমকৌৰৰ যুঁজলৈ পঠাইছিল। মাক গুজৰীয়ে নিজৰ দুয়ো নাতিক নিজ হাতেৰে সঁজাই, হক আৰু সত্যৰ পথত চলিবলৈ আগবঢ়াই দিছিল। মা তুমিও মাতা গুজৰীৰ দৰে সাহস দেখুওৱা। মই সত্য পথেদিয়েই আগ বাঢ়িছো। একো বেয়া কাম কৰা নাই।"

"মোৰ বেপাই! তই নিজগুৰু গোবিন্দ সিংহৰ জোৰৰ কেনেকৈ হ'বি? আমি হলো গৰীব জাট—দুহাতেৰে কাম কৰি উপাৰ্জন কৰি খোৱা লোক।"

"নহয় মা আমি গুৰুৰ পথত চলিম ঠিকেই কিন্তু জুলুমৰ বিৰুদ্ধে যুঁজো দিম। এই ভাৰতৰ কংগ্ৰেছ চৰকাৰ আৰু আকালীহঁতৰ পাঞ্জাব চৰকাৰ হ'ল জমিদাৰৰ আৰু ই ঔৰংগজেবৰ শাসনতকৈও একোব চৰাহে। বৰ বৰ পুঁজিপতিহঁতৰ ৰাজত্ব চলিছে। যি পৰ্যন্ত ইহঁতৰ তেজ পী শেষ কৰিব নোৱাৰো—আমাৰ শান্তি ক'ত! পাঞ্জাবৰ শিখে এই উচ্চ-নীচক সমাকাৰ কৰিহে সুখী হ'ব। মা, তুমি অকনো ভয় নেখাবা। পাঞ্জাবৰ সকলো নতুন পুৰুষেই তোমাৰ পুত্ৰ। তুমি মাতা, ধৰণীৰ মাতা! তোমাৰ ওপৰত আমি পাপী তেজৰ ভাৰ জাপি নিদিওঁ।"

বুঢ়ীয়ে চকুলো মুচি পেলালে। ক'লে, "বাৰু তেনেহ'লে বোপাই, তই যদি বলাকাৰ হৱ তেন্তে ময়ো তোৰ মাৰ হওঁ। জীয়াই থকা অৱস্থাত পুলিচহঁতক ধৰা নিদিবি।"

"ঠিক কৈছা, এতিয়া কথা পকা হৈ গ'ল নহয়—মোৰ মা!" বলাকাৰে মাকৰ হাত দুখন নিজৰ হাতত তুলি ল'লে। আকৌ ক'লে, "এটা কথা কওঁ শুনিবানে?"

"ক, কি ক'ব খুজিছ, সাউৎকৈ কৈ পেলা।"

"মোৰ যে অন্ত ওচৰ চাপিছে, মই জানো মা! কিবা হ'লে নেকান্দিবা হ'লে!"

"হেৰ বোপাই...!" বুঢ়ীয়ে ওঁঠ কামুৰিলে।

সময়ো হৈ আহিল। তিনিও মাকৰ চৰণ স্পৰ্শ কৰিলে। তাৰ পিছত ভুতৰ ছাঁ একোটাৰ দৰে তিনিও থিতাতে লুকাই পৰিল।

## ২১

এদিন ৰাতি বাতৰি দি দেবু চমাৰক জানৰ দলঙলৈ মাতি আনিলে। সি ভয়তে আহিল। বলাকাৰে তাৰ লগত কথা নেপাতিলে। মাত্ৰ ক'লে মোক জান নহয় মই বলাকাৰ। তই হৰদিত্তৰ হালোৱা নহৱ জানো?

দেবু বৰফ যেন চেঁচা হৈ পৰিল। মুখৰ মাত নাই, তলমূৰ হৈয়ে ৰ'ল।

"হৰদিত্তক ক'বিগৈ—বলাকাৰে কৈ পঠাইছে, আমি কালিলৈ এই দলঙলৈকে পুনৰ আহিম। এই সময়তে বুজিছ। টকা পাঁচ হেজাৰ দি পঠাব, তই লৈ আহিবি। যদি টকা নিদিয়ে আৰু যদি পুলিচক খবৰ দিয়ে তেনেহ'লে পৰহিলৈ তেওঁ জীয়াই নেথাকিব। যা তেওঁক কৈ দেগৈ।"

"মাৰত চেপেটা হোৱা কুকুৰটোৰ দৰে পাছ ঠেঙত নেগুৰ ভৰোৱা যেন অৱস্থাত দেবু তাৰপৰা পলাল। যাওঁতে ঘূৰি চাবলৈ সাহেই নুকুলালে।

দ্বিতীয় দিনা পাঁচ হেজাৰ টকাৰ নোট মোনাত ভৰাই দিবু দলঙত উঠিলহি। কালি লগপোৱা তিনিজনেই তাত আছে। তেওঁলোকে টকা ল'লে আৰু আঁতৰিল।

কেইদিন মানৰ অন্তত হৰদিত্তই খবৰ পালে যে বলাকাৰ আৰু তেওঁৰ লগৰীয়াহঁত প্ৰায়ে চুবুৰীটোলৈ আহে। চমাৰৰ চুকৰ গাঁৱৰপৰা। কিছু আঁতৰৰ নৰঙ্গ চমাৰৰ জুপুৰী ঘৰটোত শোৱেহি। নৰঙ্গই তাত চামৰা সিজাই শুকুওৱা কাম কৰে। বতাহ-বৰষুণ, ৰ'দৰপৰা বাচিবৰ কাৰণে তেওঁ জুপুৰীটো সাজি লৈছিল। তিনিফালে মাটিৰে জপা দেৱাল, সন্মুখত দুৱাৰ আৰু চালখন ইকৰা পাতেৰে চোৱা। যেতিয়া তেওঁলোক আহে তেতিয়া পাখৰৰ পুতেক মেহৰ সিংহই ৰুটি নি খুৱাইগৈ। তেওঁলোক আহিলে নৰঙ্গ আৰু মেহৰলৈ খবৰ দিয়ে।

খবৰ পায়ে মেহৰ দৌৰাদৌৰিকৈ পায়হি। ৰুটি খাই তেওঁলোকে খাটিয়াত দীঘল দি পৰেগৈ। এজনে সাৰ পাই থাকি পহৰাদি থাকে। ৰাতি নৌ পুঁৱাওতেই তেওঁলোক উঠি গুছি যায়। তেওঁলোক আহে ক'ৰ পৰা যায়গৈ কলৈ, কোনেও নেজানে। মাজে মাজে পাখৰ গাওঁবুঢ়াও যায় তেওঁলোকক লগ ধৰিবলৈ। সদায় একেটা উপদেশকে দিয়ে তেওঁলোকক "ল'ৰাহ'ত গা বচাই ফুৰিবিহঁক। তোমালোক গাঁৱলৈ নহাই ভাল। সময় বেয়া। কোনে জানে কোনে ক'ত লগাই দিয়েগৈ।"

যিদিনা হৰদিত্তই নিজৰ বনকৰা ল'ৰাটোৰ হাতত পাঁচহেজাৰ টকা পঠাই দিব লগা হ'ল সেই দিন ধৰি তেওঁ ভয়ত দিন কটাবলৈ ধৰিলে। ৰাতি দুৱাৰত তলা লগাইহে ভিতৰত শোৱে। ঘৰৰ আন সকলোকে সাৱধানে থাকিবলৈ ক'লে। তেওঁৰ সন্দেহ হ'ল যে বলাকাৰে এবাৰ টকা নি সুবিধা লৈছে যেতিয়া আকৌ বিচাৰি নাহিলেই ৰক্ষা! তেওঁ পুলিচক খবৰ দিয়া কথাও কেতিয়াবা ভাবে। সেইটো কৰিবলৈ হ'লে প্ৰাণ বচোৱাই টান হ'ব। বলাকাৰে ক'ত সুদাই এৰিব! কিন্তু তেওঁৰ মনৰ খুদুৱনী মাৰ নগ'ল! যদি বলাকাৰক কেনেবাকৈ দেখুৱাই দিব পৰা হয়! দাঁত কামুৰি নিজৰ মনতে কয়—"লোহাৰ অস্ত্ৰ তুলি দপ্‌দপাই ফুৰিছ—কালিৰ চোকোৰাই! এইদৰে কিমান অতপালি কৰিবি?" হৰদিত্তই মনতে জ্বলি-পকি আঁচনি তৈয়াৰ কৰাত লাগিল। তেওঁ স্থিৰ কৰি ল'লে যে তেওঁৰ আঁচনি ফেইল হৈ যদি যায় তেনেহ'লে তেৰোঁ আৰু এই সংসাৰত জীয়াই নেথাকিব।

এদিন পুৱা বেলি ওলোৱাৰ আগে আগে দেখা পালে যে পুলিচ আৰু মিলিটেৰীহঁতে গোটেই গাঁও ঘেৰি পেলাইছে। গাঁৱৰ চাৰিওফালে দহখোজ আঁতৰে আঁতৰে একোজন বন্দুকধাৰী চিপাহী। মজপুত ৰাইফল। প্ৰাইমেৰী স্কুলখনৰ আগত এখন ট্ৰাক আৰু এখন জীপ গাড়ী। স্কুলৰ চকী-মেজ, বেঞ্চ বাহিৰলৈ উলিয়াই বাহিৰত পাৰি তাত ডি.এচ.পি. আৰু দুজন দাৰোগা বহিছে। অলপ পিছতে মল্লণ আৰু চন্দ্ৰ কৌৰক পুলিচে মৰিয়াই মৰিয়াই লৈ আহিছে। মল্লণ সিংহক ডি. এচ. পি.য়ে নিজে লাঠিৰে মাৰ শোধাই বেহুঁচ কৰি পেলাই দিলে। মল্লণৰ তেনে অৱস্থা দেখি চন্দ্ৰ কৌৰৰো মূৰ ঘূৰালত তেওঁ পৰি গ'ল। এজন চিপাহীয়ে দুয়োৰে মুখত পানী দিলে। মল্লণৰ হুঁচ আহিলত ডি.এচ.পি.য়ে ডাঢ়িত খামুচি ধৰি টানিবলৈ ধৰিলে। ক'লে, "চোঁৰৰ কা বাচ্চা, ক পুতেৰ ক'ত আছে!"

মল্লণে হাতযোৰ কৰি ক'লে, "হুজুৰ, মাই-বাপ, মই একো নেজানো।"

"ই এনেকৈ নক'ব! ইহঁতক তাহাঁতৰ ঘৰলৈ লৈ ব'ল!" ডি.এচ.পি.য়ে গৰজি ক'লে।

চাৰিটা চিপাহীয়ে দুয়োকে বাউসিত ধৰি তেওঁলোকৰ ঘৰলৈ লৈ গ'ল। চিপাহীকিটাই দুয়োকে চোঁচোৰাই নিয়াদি নিলে। দুয়োৰে ভৰি থৰক্‌বৰক্, কোনো ঠাইত খোজ পৰে কোনো ঠাইত নপৰে। বুঢ়া-বুঢ়ীহালৰ অৱস্থা শোচনীয় হৈ পৰিছে। তেওঁলোকে গমেই নেপায় যে বলাকাৰ মাজে মাজে খড়ক সিং চুবুৰীলৈ আহি গৈ থাকে। নৰঙ্গৰ জুপুৰীত ৰাতি কটাইহি। গাঁৱৰ গাওঁবুঢ়া পাখৰ সিংহৰ বাহিৰে কোনেও একো গম নেপায়।

পিছে পিছে ডি.এচ.পি. দুয়ো দাৰোগা আৰু পাঁচ সাতজনমান চিপাহী। ডি.এচ.পি.য়ে চিপাহীহঁতক মল্লণৰ ঘৰটো ভাঙি পেলাবলৈ হুকুম দিলে। হাতত চাবোক লৈ চিপাহীহঁত কামত লাগিল। কেইজনমানে ঘৰৰ বয়-বস্তুবোৰ বাজলৈ উলিয়ালে। এখন ট্ৰাকত

বোজাই কৰা হ'ল। জন্তুকিটাৰ পঘা কাটি দিলে। সিহঁতে ভয়খাই দৌৰ মাৰিলে। দুয়োটা কোঠা, বাৰান্দা, বহাকোঠাৰ চাল, পাকশাল পৰ্য্যন্ত—দুঘণ্টাৰ ভিতৰত চিপাহীহঁতে বীমকিডাল পৰ্য্যন্ত উভালি ভাঙিলে। ত্ৰিশজন চিপাহী আছিল। ঘৰৰ এই দুৰ্দশা চাই মল্লণে, চন্দ্ৰ কৌৰে চোতালতে বেহুঁচ হৈ পৰি থাকিল। গাঁৱৰ পঞ্চায়তৰ লোকে, সকলো সহানুভূতিশীল ব্যক্তিয়ে, বুঢ়া-বুঢ়ী, ল'ৰা-ছোৱালী সকলোৱে মুখত আঙুলি দি সকলো অত্যাচাৰ নীৰৱে চাই থাকিল।

আচল কথা হ'ল—আগৰাতি পুলিচে খবৰ পালে বোলে বলাকাৰ গাঁৱতে আছে। পুলিচে প্ৰতি ঘৰৰে তালাচী ল'লে। সন্দেহ কৰাজনক লাঠিৰে কোবালে। কোনোবাজনৰ ডাঢ়িকে উঘালিলে। কিন্তু বলাকাৰক বিচাৰি নেপালে। শেষত উৰহৰ খং ভগাচাৰিত জাৰি মল্লণৰ ঘৰটোকে উচন কৰি থৈ গ'ল। ঘৰৰ সকলো বয়-বস্তু ট্ৰাকত তুলি লৈ গুছি গ'ল। মল্লণ, চন্দ্ৰ কৌৰ আৰু আন কেইজন লোককো লগতে তুলিলৈ গুছি গ'ল। মল্লণৰ ভঙাঘৰটো দেখি গোটেই গাঁৱৰ লোক স্তম্ভিত হৈ পৰিল। এক আতঙ্কই গোটেই গাওঁ ছাটি ধৰিলে। ধৰ্মপৰায়ণসকলে ঈশ্বৰৰ শাওপাত বুলি ধৰি ভয়ভীত হৈ উঠিল।

হৰদিত্তই ভাবিবলৈ ধৰিলে, কিবা এক উপাই পোৱা হ'লে, কোনেও গম নোপোৱাকৈ বলাকাৰক ধৰাই দিব। বলাকাৰৰ উপৰিও তেওঁ তাৰ লগৰ কিজনলৈও ভয় কৰিছিল। সিহঁতে জানো সুদাই এৰিব? এদিন পাখৰ সিংহ তেওঁৰ মুকলি বৈঠকত বহি থকা দেখিলে। আঁঠু কাঢ়ি তপিনাত ভৰদি বহি বন্দুকটো থিয় কৰি ৰাখি, তেওঁ নিজৰ পাগুৰীটো খুলি নতুনকৈ বান্ধি আছিল। পাগুৰীৰ আগটো উলিয়াই ভাজে ভাজে জাপি মূৰত মেৰিয়াই আছে। যেন ফালতু সময়চোৱা কটাবলৈ ওৱা-বন-দোৱা কৰি আছে। তেওঁৰ ওচৰ চাপি পাখৰে হৰদিত্তৰ বা-বাতৰি ল'লে। দুয়ো বহুপৰ কথা পাতিলে। বেলি পৰো পৰো হ'লহি। হৰদিত্তই তেওঁক ঘৰৰ ভিতৰলৈ মাতি নিলে। ড্ৰইং ৰুমত বহিবলৈ দিলে। ঘৰুৱা চুলাই মদৰ বটল এটা আনি তেওঁ আগতেই আলমাৰীত ভৰাই ৰাখিছিলহি। কোনোবা এজনে দি গৈছিলহি। হৰদিত্তই আগতে সৰু গিলাচতলৈ দুদিন দুপেগ খাইছিলো। সেই দুপেগত তেওঁক বেচ নিচাই ধৰিছিল। মদখিনি নিভাঁজ আছিল। বলকাৰৰ বিষয়ে আলোচনা কৰি দুয়ো মদখাই আছিল। তিনি পেগমান গিলি মুখখন মুচি হৰদিত্তই কথা উলিয়ালে, “গাওঁবুঢ়া, বলাকাৰৰ বিষয়ে কিবা এটা ব্যৱস্থা ল'ব লাগে নহয়। তুমি জনা-শুনা লোক, দহ ঠাই ফুৰি দহ কথা শিকা মানুহ!”

কথাৰ লাচতে গাওঁবুঢ়া পাখৰ সিংহই বুকু ফিন্দাই কৈয়ে পেলালে, ব্যৱস্থা কৰাটো কি ডাঙৰ কথা, পুৱাই পুৱাই ধৰাই দিয়াব পাৰো, যদি কোৱা আজিয়েই। আবেলিতে আহি নৰঙ্গৰ জুপুৰি ঘৰটোত সিহঁত তিনিটাই মদ খাই আছেহি।”

“তেনেহ'লে সাহসেৰে কাম কৰা গাওঁবুঢ়া। এইটো কাম তোমাৰ বাহিৰে আনে

কৰিব নোৱাৰিব। ধৰাই দিয়াব পাৰিলে চৰকাৰৰ ঘৰৰপৰা পাঁচ হেজাৰকৈ টকাও পাবা। তিনিওটা কিজানি সেই তিনিওটাই হ'ব লাগিব, যিকিটাই লগ লাগি চেয়াৰমেনক মাৰিছিল। পাঁচ কিয়, পোন্ধৰ হেজাৰেই পাবা।" হৰদিত্তই গাওঁবুঢ়াৰ চকুলৈ তিৰবিৰণি আনি দিলে।

গাওঁবুঢ়াই ওৰেটো জীৱন লোভ কৰিয়েই কটালে। তেওঁ কথাটো মানি ল'লে। গাওঁবুঢ়াক আৰু এক পেগ ঢালি দি হৰদিত্তই ক'লে, "গাওঁবুঢ়া তুমি খন্তেক বহাঁচোন, মই এতিয়াই আহিছো। এক মিনিটতে আহিম।"

"হেৰা আৰু আনিব নেলাগে দিয়ে। এইখিনিয়েই পালেগৈ। মদ নহয় জুই! কোনোবা মোৰ সোণে বাৰুকৈ টানি উলিয়াইছে।" গাওঁবুঢ়াই খাটিয়াখনতে দীঘল দি পৰিল।

হৰদিত্ত গুলীটো যোৱাদি গৈ বাজ ঘৰৰ কোঠাত সোমালগৈ। আকৌ গুলীটো অহাদি আহি তেওঁৰ হাতত এশটকীয়া কুৰিখন খমখমীয়া নোট দিলেহি আৰু লগতে আধা বটল মদো। আহিয়ে তেওঁ গাওঁবুঢ়াক তুলি বহুৱালে। চকুৰ আগত নোট জাপ লেখি দেখুৱালে, একেবাৰে নতুন নোট। গাওঁবুঢ়াৰ চকু বিস্ফোৰিত হৈ উঠিল। হৰদিত্তই তেওঁক শুনাই, নোটখিনি আকৌ লেখি লেখি জেপত ভৰাই দিলে। ক'লে, "এইখিনি আগধনহে, আৰু পাবা। পোন্ধৰ হেজাৰ চৰকাৰেতো দিবই, মান-সন্মানো বাঢ়িব। স্বয়ং মুখ্যমন্ত্ৰী আহি তোমাক ঘৰত লগ পাবহি। এই আধা বটলো লোৱা। তোমাৰ ঘৰটো সম্পূৰ্ণ হোৱা নাই নহয়, ভালকৈ সাজি পেলোৱা। ৰ'বা মই ট্ৰেক্টৰখন ষ্টাৰ্ট কৰি আনো। দয়ালপুৰালৈ বাট দুখোজহে। কিমান পৰ লাগিছে? বচ, ততাতৈয়াকৈ কোনেও গম নোপোৱাকৈ গৈ আহোঁগৈ।" হৰদিত্তই গাওঁবুঢ়াৰ লগত পকা বন্দবস্ত কৰি পেলালে।

হৰদিত্তই গাওঁবুঢ়াক ট্ৰেক্টৰত বহুৱাই ল'লে আৰু দয়ালপুৰা পালেগৈ। থানাৰ পৰা ভালেমান আঁতৰত তেওঁক নমাই দিলে। ক'লে, "তুমি যোৱা, কথাটো কৈ ৰাতিটো থানাতে থাকিবা। মোৰ নাম নক'বা হ'লে। পুলিচ বা আন কাকো মোৰ কথা নকবা।"

ৰাতি পুৱাল নুপুৱালতে খড়ক সিং চুবুৰীত পুলিচ উপস্থিত হ'লহি। নৰঙ্গ চুবুৰীৰ জুপুৰি আগুৰি পেলালে। প্ৰহৰীহৈ থকা ল'ৰাজনে জপক জপক টোপানিয়াই আছিল। চকুৰ পচাৰতে বলাকাৰ আৰু দুয়োজন লগৰীয়াক হেঁচা মাৰি ধৰি বান্ধি পেলালে। বলাকাৰৰ হাতত আছিল এটা ৰিভলভাৰ আৰু আন দুজনৰ হাতত দুটা শক্তিশালী ৰাইফল আছিল। তাৰোপৰি খটিৰ তলত দুটা হাত বোমা আৰু এমোনা গুলীও পুলিচে পালে।

গাঁৱত কোনেও গমেই নেপালে। কেতিয়া পুলিচ আহি তিনিওকে ধৰি লৈ গ'ল ক'বই নোৱাৰিলে।

গাওঁবুঢ়া পুৰাই পুলিচৰ লগত গাওঁ পালেহি। নৰঙ্গৰ জুপুৰীটোৰফালে পুলিচক যাবলৈ ইঙ্গিত দি তেওঁ ঘৰলৈ আহিল আৰু শুই থাকিলহি।

পুলিচে সিহঁত তিনিওকে গুপুত ঠাইলৈ নি মাৰপিট কৰিলে। অসহ্য যাতনা দিলে। পিছত এদিন বাতৰিত খবৰ ওলাল যে নক্সালবাদী বলাকাৰ আৰু তেওঁৰ লগৰীয়া দুজন পুলিচৰ জিম্মাৰপৰা পলাল। তাৰ পিছৰ চতুৰ্থ দিনা তিনিওজনৰে লাচ সধানিয়া দলঙৰ ওপৰত পৰিথকা পালে। বাতৰিত প্ৰকাশ হ'ল যে পুলিচৰ লগত হোৱা গুলীয়া গুলীত তেওঁলোক মৰা পৰিল। বলাকাৰৰ ওচৰত ৰিভলভাৰ সেইটোৱে আছিল আৰু আন দুজনৰ হাততো সেই দুটা ৰাইফলেই আছিল। মানুহবিলাক এই কাৰণেই আচৰিত হ'ল যে এই অস্ত্ৰ-শস্ত্ৰসমূহ তেওঁলোকে পালে ক'ৰ পৰা!

ফুললৈ নি শ কেইটাৰ পোষ্টমৰ্টম কৰোৱাগৈ হ'ল আৰু বেলি পৰাৰ পিছত আনি কথমপি গিৰিহঁতক শোধাই দিয়াহি হ'ল। বলাকাৰৰ লাচটো মাজ ৰাতিহে ঘৰ পোৱালেহি। পুৰা গোটেই গাঁৱত হাহাকাৰ লাগিল। সৰু সৰু ল'ৰা-ছোৱালী পৰ্য্যন্ত তেওঁৰ শটো চাবলৈ আহিল। মল্লণ আৰু চন্দ্ৰ কৌৰ আধামৰা অৱস্থাত পৰি থাকিল। মাকে সাজে সাজে পুতেকৰ মৃত্যুৰ দোষ নিজে গাত পাতিলৈ বলাকাৰৰ মুখত মুখ লগাই থাকিল। মল্লণে পুতেকৰ বুকুত মূৰটো থৈ হিয়া ঢাকুৰি কান্দি থাকিল।

গাঁৱৰ মানুহে দেখিলে, বলাকাৰৰ দুয়োটা বাউসিতে ইপাৰ-সিপাৰ হোৱা গজাল ভৰোৱাৰ চিন আছে। দাঁতবোৰ ভগা। যেন লোৰে খুন্দিয়াই মুখখন ভাঙি পেলোৱা হৈছিল। চেহেৰা চিনিবই নোৱাৰি। দুয়োটা কৰঙনতে অনেক ফুটা থকা ঘা। কৰঙনৰপৰা সৰুগাঁঠি পৰ্য্যন্ত দুয়োটা ভৰিৰ ৰং হালধীয়া। যেন আগতেই তাৰপৰা তেজখিনি উলিয়াই পেলোৱা হৈছে। ভৰি দুটা ভাঙি, মোটোকাই পেলোৱা যেন লাগে। কুঁহিয়াৰ শালত চেঁপাৰদৰে। বুকুত গুলীৰ দুটা ফুটা দেখা গ'ল। গুলী বুকুৰেদি সোমাই পিঠিটো চিৰাল ফটাদি ফালি পেলালে।

## ২২

মেহৰ সিংহই গম পোৱা নাছিল যে এই কুকৰ্মটো বাপেকেই কৰিলে। যেতিয়া দুজন চিপাহীয়ে এদিন গাওঁবুঢ়া পাখৰ সিংহক বিচাৰি আহি থানালৈ যাবলৈ কৈ থৈ গ'ল তেতিয়াহে কথাটো ওলাই পৰিল। তেওঁলোকে গাঁৱৰ লোককো কথাটো সদৰি কৰি থৈ গ'ল। গাঁৱৰ লোকে ত্ৰাহি ত্ৰাহি স্মৰণ কৰিলে। পাখৰ সিংহ পুলিচৰ গাড়ীত উঠি থানালৈ গ'ল হয় ইফালে তেওঁৰ বিৰুদ্ধে গাঁৱত ধুমুহাৰ সৃষ্টি হ'ল। সকলোৱে দাঁত কৰচিবলৈ ধৰিলে। "এই হতশ্ৰী হোৱাই এইটো কি কাম কৰি পেলালে। গাঁৱৰ

ল'ৰাটোকে মৰাই পেলালে।" কোনোৱে কথাৰ মাজতে মেহৰকো বদনাম দিলে, কোনোৱে নৰঙ্গ চমাৰকো লেটিয়ালে। কিন্তু আচল কথাটো পুলিচেহে বুজালে। পুলিচৰ মতে গাওঁবুঢ়া পাখৰ সিংহই মাজৰাতি মদৰ জালত থৰক-বৰককৈ গৈ দয়ালপুৰা থানাত উপস্থিত হৈছিলগৈ। বলাকাৰহঁত গাঁৱত থকাহি কথা তেওঁ নিজ মুখে কৈছিল। খুব পুৱাই যেতিয়া পুলিচে আক্ৰমণ চলাবলৈ আৰম্ভ কৰিছিল, তেতিয়া পাখৰ সিংহ পুলিচৰ লগতে আছিল, চিপাহীয়ে এইটোও ইংগিত দি গ'ল যে গাওঁবুঢ়াই পোন্ধৰ হেজাৰ টকা পোৱাটো খাটাং। কথাখিনি মেহৰৰ কাণত পৰাৰ লগে লগে চকুদুটা পকা অওঠাৰ দৰে হ'ল। বাপেকৰ ওপৰত উঠা খঙত একোনাই হৈ দাঁত কৰচিবলৈ ধৰিলে।

সাঁজ লাগি ভগাত পাখৰ সিংহ গাঁও পালেহি। তেওঁ মদৰ নিচাতে আহিছিল। মুকলি বৈঠকখানা পাইছিলহে মানুহখিনিয়ে তেওঁক কুকুৰ খেদা দিলে। তেওঁৰ মনতো সন্দেহ হৈছিল, সেয়েহে তেওঁ খৰখেদাকৈ ঘৰ সোমাবগৈ খুজিছিল। দুৱাৰ মুখ পাইছিলগৈহে মেহৰে ওলাই আহি 'খালি, খালি, তয়ে তেজখালি' বুলি বাপেকক গালি পাৰিবলৈ ধৰিলে, "ঘৰলৈ আহিছ বিশ্বাসঘাতক! তাহাঁতৰ হাড়কিডাল তয়ে চোবালি! গোটেই জীৱন তই লোকৰ চুৱা চেলেকি কটালি, পাপী! ওলাই যা মোৰ ঘৰৰপৰা।" মেহৰে তেওঁৰ পৰা বন্দুকটো কাঢ়ি লৈ ঘৰৰপৰা বাজ কৰি দিলে। গতা মাৰি দিওঁতে দুৱাৰ মুখতে পিঠি দি পৰিল। মেহৰে দুৱাৰ জপাই ভিতৰৰ হুকটো মাৰি দিলে। অলপ পিছতে গাঁৱৰ যুৱ দলটো আহি তেওঁৰ মূৰৰ ফালে ৰ'লহি। কোনেও তেওঁক একো নুসুধিলে। কোনোৱে জোতাৰে, কোনোৱে ঘোচাৰে, কোনোৱে গোৰেৰে তেওঁৰ ওপৰত প্ৰতিশোধ লোৱাত লাগিল। পিছত অহা কেইজনমানে ইটা শিলেৰেও খুন্দা দিবলৈ ধৰিলে। প্ৰথম অৱস্থাত গাঁওবুঢ়াই কাকুতি-মিনতি কৰিছিল, উঠিবলৈও চেষ্টা চলাইছিল, কিন্তু নিলজ্জভাবে পৰি ৰ'ল। শেষত এচপৰা ইটা বৰ জোৰত আহি মূৰত পৰাত তেওঁ বেহুঁচ হৈ পৰিল। তেওঁৰ গালৈ কোনে কিমান ইটা-পাথৰ দলিয়ালে ঠিকনা নাই। গাঁৱৰ বয়সীয়াল লোকসকল আহি পোৱাৰ লগে লগে সিহঁত এজন দুজনৈহে দিহা-দিহি আঁতৰি গুছি গ'ল। বয়সীয়ালসকলে প্ৰথমে আহি তেওঁলোকক দাবি-ধমকি দি, গালি-শপনিও পাৰিলেহি। গাঁওবুঢ়াৰ অৱস্থা দেখি তেওঁলোক থৰহৈ পৰিল। এজনে আগবাঢ়ি আহি তেওঁৰ গলধনৰ তলেদি হাত ভৰাই বহুৱাব খুজি দেখে যে ভগা কাঠডালৰদৰে ঠৰঙা দেখোন। নাড়ী পৰীক্ষা কৰিলে, উশাহ লৈছেনে নাই চালে, একো সাৰ-সিকতি নাই। কলিজাৰ কঁপনিও বন্ধ। "হেৰ' হতশ্ৰী! যা, যাগৈ নাৰকী! আওমৰণে মৰিবলৈ আহিছিলি নহয়। পাপ আৰ্জিলি, পাপেই মাৰিলে।" নাড়ী পৰীক্ষা কৰাজনে ঘোষণা কৰিলে।

এতিয়া বয়সস্থসকল বিপাঙত পৰিল। এওঁক এতিয়া কি কৰা যায়? কেউজনে গোটখাই মেহৰক দুৱাৰ খুলি দিবলৈ চিঞৰিলে। মেহৰ দুৱাৰ খুলি ওলাই আহিলত এজনে তেওঁৰ কান্ধত হাতদি বুজালে—"সিহঁত এটা দুটা নহয় এজাক! কোন কোন

আছিল ক'ব নোৱাৰিলো। হওঁতে গাঁৱৰ ল'ৰায়ে। এতিয়া দোষ দিয় কাক? আমি পিছতহে আহি খবৰ পাইছোহি। আগতে পোৱাহি হ'লে এনে অঘটন নঘটিলেহেঁতেন।"

মেহৰ বুঢ়াসকলৰ ভৰিত দীঘল দি পৰিল। ক'লে, "মোৰ বোপাই যদিও কওঁ-এওঁ নিজৰ কুকৰ্মৰ ফল হাতেহাতে পালে। এতিয়া আপোনালোকেই এওঁৰ শ সৎকাৰ কৰক-সকলো লগ লাগি। মোৰ মগজুৱে একো ঢুকি নোপোৱা অৱস্থা হৈছে।"

মেহৰে আকৌ ভিতৰফালে দুৱাৰত হুক লগাই সোমাই পৰিল। ভিতৰৰ কোঠা এটাত গাত কম্বল লৈ শুই পৰিলগৈ। মূৰে-গায়ে এনেকৈ ঢাকি ল'লে যেন তেওঁ সকলো পাহৰি যাব খুজিছে।

বয়সস্থ সকলেই খৰি-খেৰ যোগাৰ কৰিলে। চাঙি সজাই চাঙি সাজিবলৈ ললে। গাওঁবুঢ়াৰ শটো খাটিয়াখনতে তুলি গাঁৱৰ বাহিৰলৈ নি জ্বলাই পেলালেগৈ। বেলি যে পৰিল কাৰো খবৰ নাই, কিন্তু ইজনে-সিজনৰ চেহেৰা চিনিবপৰা হোৱা অৱস্থাতে কাম সমাধা হ'ল।

গাঁৱৰ ডেকাহঁতে লোৱা সিদ্ধান্তৰ কথা পুৱাই সকলোৰে কাণত পৰিলগৈ যে যিয়ে পুলিচ বা আন কাৰোবাৰ আগত এই কথা লগাইগৈ তেওঁৰো পাখৰ সিংহৰ দশাই হ'ব।

গাওঁবুঢ়া পাখৰ সিংহই এই ৰহস্য নিজৰ লগতে সিপুৰিলৈ লৈ গ'লগৈ—হৰদিত্তই যে স্কীম তৈয়াৰ কৰি তেওঁক দিছিল। এইটোও কোনেও নেজানিলে যে হৰদিত্তই নগদ দুহেজাৰ টকা দি গাওঁবুঢ়াক উচতাই দিছিল। গাওঁবুঢ়া ঢুকুৱাৰ দহদিন মানলৈকে হৰদিত্ত চুপে-চাপে থাকিল। মুকলি মেলত বহি গঁএগ্ৰালোকসকলে বলাকাৰৰ কথাকে পাতে। আকৌ, গাওঁবুঢ়া পাখৰ সিংহৰ কথা উলিয়াই তেওঁৰ কুকৰ্মৰ বাবে গালি পাৰে। হৰদিত্তই জানি শুনিয়েই তেওঁলোকৰ মাজত বহেগৈ। তেৰোঁ পাখৰ সিংহক সমালোচনা কৰে। কোনোজনে বলাকাৰৰ বিষয়ে কয়, "আচল মাকৰ সন্তান, জানিছে। একে বাৰতে গোঁটেই পাঞ্জাব কঁপাই দিলে। কম সাহসী নাছিল, একা! বাঘৰ পোৱালি দেই! সংসাৰ থাকে মানে নাম ৰাখি থৈ গ'ল। এইহে ডেকালৰা! চেয়াৰমেন দুৰাচাৰটোক মাৰি চল্লিশ বছৰৰ অন্তত সিহে প্ৰতিশোধ ল'লে!" হৰদিত্তয়ো লগতে উজান দিয়ে, "এনে ল'ৰা ঘৰে ঘৰে জন্ম হৈছে জানো?"

জুন কি জুলাই মাহ। প্ৰথম জাক বৰষুণ পৰিছিল। ঘৰে ঘৰে মিঠা পুৰী ভজা হয়। ক্ষীৰ ৰন্ধা হয়। বুঢ়া ঝণ্ডা সিংহই দুখনমান 'গুল-গুলী' মিঠাই খায়ে সিপুৰীলৈ গতি কৰিলে। তেওঁ হাইজাত গ'ল।

ঝণ্ডাৰ ভোগ চৰোৱা দিনটোত তেওঁৰ চ'ৰাঘৰত মেলাৰ সৃষ্টি হ'ল। দুখীয়া-মগনীয়ালোকৰ কাৰণে মিঠা ভাত ৰন্ধা হৈছিল। পকা মিঠৈও। হালোৱাও। ৰুটিৰ লগত বুত আৰু মগুডাইল। জঙ্গিৰা নাপিত, তেওঁৰ মাইকী সীতো বাচন বৰ্তন ধোৱা কামত ব্যস্ত হৈ আছিল। সেইদিনা জঙ্গিৰাই তেওঁলোকৰ সম্বন্ধীয়া ঘৰৰপৰা দুজনী গাভৰুক কামত সহায় কৰি দিবলৈ লৈ আহিছিল। নাজৰ আৰু হৰনামীও আহিল।

হৰনামীয়ে গাঁৱৰ বয়সীয়াল বুঢ়ীসকলৰ লগত বহি জ্ঞানৰ কথা পাতি আছিল। তীৰথে বেলেগে বেলেগে দলপাতি বহিথকাসকলৰ মাজলৈ গৈ চাহ-তাহ খোৱা হ'লনে নাই সুধি ফুৰিছিল। বাপুদেৱে চন্দ্ৰতাপৰ তলত বহি আগুৰি থকা মানুহখিনিক গৰুড় পুৰাণৰ উপদেশ পঢ়ি শুনাই আছিল। আৰু মাজে মাজে ৰঙা গামোচাখনেৰে নিজক বিচি আছিল।

সেই বৈঠকত কেতিয়াবা হৰদিত্তও আহি বহেহি। মিলখা সিংহও কাষতে বহি বিচনি মাৰি আছিল। সেই দিনা বিজুলী লাইন বন্ধ থকা কাৰণে, ফেন নচলাত মানুহবিলাকে গৰমত ছাটি-ফুটি কৰি আছিল।

লাওড্ স্পীকাৰত কেইবাবাৰো ঘোষণা কৰি ঘোষক কিজন ঘূৰি আহিল।

সন্ত পৰাগ দাসৰ দেহা পৰি আহিছিল। তেওঁ অখণ্ড পাঠৰ শেষত ভোগ চৰোৱাৰ দিনটোত নিজে উপস্থিত থাকে। কিন্তু পাঠকেই সকলো সমাধা কৰে। তেওঁ পাঠ আৰম্ভ কৰোঁতে এঘণ্টামান বহি থাকেহি, অথবা ভোগ চৰোৱাৰ দিনটোতহে আহে। তেওঁ আহি পালেহে বিলনীয়া উঠে।

মল্লণেও এপাক মাৰি টকা এটা দি মূৰটো দোঁৱাই গুছি গ'ল। চন্দ্ৰ কৌৰে মাতবোল নকৰাকৈ মহিলা সকলৰ মাজত বহি থাকিল। মেহৰ সিংহ নাহিলেই। বেচেৰা ঘৰৰ বাজ ওলাবলৈকে টান পোৱা হ'ল।

প্ৰাৰ্থনাৰ অন্তত সৰ্বপ্ৰথমে পৰাগ দাসেই বহি বহি মাইকটো মুখৰ আগলৈ আনি উপদেশ দিলে, "ভাইহঁত এই মনুষ্য সকলোৱেই এদিন যাব লাগিব। মাটিৰ ভাণ্ড হ'লে এদিন ফুটিবই বা ভাগি বই...কৈছে নহয় "যাৰ মৰণত জগতে ডৰে, যদি কৰে মনে আনন্দ। মৰণৰদ্বাৰা তেওঁহে পায়গৈ পূৰ্ণ পৰমানন্দ!" ভাইসকল ঝণ্ডা সিংহৰ ন্যায় পৰায়ণতা কোনে নেজানে? আজিৰ দৰবাৰত তেওঁৰ নামৰ, তেওঁৰ ন্যায়ৰ কাহিনীবিলাকৰ ডঙ্কা বাজিব লাগিছে।

প্ৰীতম কায়ৰোঁৱে আজিও ফটিকা খাই ঘূৰি ফুৰিছে। কিন্তু সি হৰদিত্তৰ কাষলৈ এবাৰো অহা নাই। ড্ৰইংৰুমৰ হৰদিল সিংহৰ কাষলৈ গ'ল। কৰযোৰ কৰি সৎশ্ৰী আকাল জনালে। হৰদিল সিংহৰ আশে পাশে থকা লোকে হাঁহি দিলে। হৰদিল সিংহয়ো নেহাঁহি নোৱাৰিলে। কাঁয়ৰো চাহাব নবহিল। মূৰৰ পাগুৰীটো চম্ভালি লোৱাৰ ছলেৰে পিঠি দিলে। ভোগ চৰোৱাৰ সময়ত সি ঘৰৰপৰা বাহিৰ ওলাই গ'ল। মুখৰপৰা আচৰিত ধৰণৰ মাত ওলাল। মানুহখিনিয়ে আকৌ এবাৰ হাঁহিলে। সি বাজলৈ ওলাই গেটখনত ভেজাদি বহি কলমটিয়াই থাকিলগৈ। কেতিয়াবা মুখেদি কিবা একোষাৰ মাত উলিয়ায়, আকৌ চুপ হয়। তাৰ পিছত গান গুণগুণাবলৈ ধৰে। কোনোবাই জোকালে ৰঙা চকু দেখুৱায়, কিন্তু মনে মনে থাকে। সন্ত পৰাগ দাসে যেতিয়া দৰবাৰত ডঙ্কা বজোৱা কথা ক'লে, তেতিয়া কাঁয়ৰোৰ মুখৰ মাত ওলাল, "সাধু, তোৰ নামতো ডঙ্কা বাজিব চাই থাক!" তাৰ কাষত থকা এজনে তাৰ কাণৰ সোঁতাত থাপৰ মাৰি

দিলে। পাগুৰী সুলকি পৰিল। তথাপি সি মুখ নুখুলিলে। হৰদিল সিংহই থিয়হৈ বক্তৃতা আৰম্ভ কৰিলে। তেওঁ মানুহৰ জন্ম-মৰণৰ বিষয়ে দু-আষাৰ কৈ ঝণ্ডা সিংহৰ মৃত্যুত দুখ প্ৰকাশ কৰিলে। তাৰ পিছতে ঝণ্ডাক প্ৰশংসা কৰাত লাগিল। শেষত আহিল ৰাজনীতিলৈ। মুখ্যমন্ত্ৰীৰ গুণগান কৰিলে। নিজৰ সেৱা কাৰ্য্যৰ ব্যাখ্যা দিলে। নক্সালবাদী ল'ৰাহঁতৰ বিষয়ে বিশদ বিৱৰণি দিলে। সৰ্বশেষত হৰদিত্তক প্ৰশংসা কৰি বক্তৃতাৰ সামৰণি মাৰিলে।

প্ৰীতম কাইৰোঁৰে কাণ থিয়কৰি সকলো শুনি আছিল। হৰদিত্তই যেতিয়া 'ৱাহ গুৰুজীকা খালচা', 'ৱাহ গুৰুজীকা ফহেহ' ক'লে তেতিয়া প্ৰীতমে আৱাজ দিলে। গাওঁবুঢ়াৰ লগতে এওঁ চৰদাৰকো চৰকাৰে ধন দিছিল। চৰদাৰ হৰদিত্ত সিংহ! চালা জোক! এইজোকৰো পাপী তেজ বাজ কৰা দৰ্কাৰ! চালা, তোৰ বেটীক আনো মই, চৰদাৰ হৰদিত্ত সিংহ...।" আকৌ দাঁত কৰছিলে। গুছি গ'ল। আশে-পাশে বহি থকা লোকে ক'লে, "কাইৰোঁ প্ৰসাদ লৈ যোৱা।"

"কি মই দুষ্টৰ প্ৰসাদ ল'ম!" মুখৰপৰা তাৰ ওভত্ মাতটো ওলাল। এবাৰ হাঁহি এবাৰ চিঞৰ মাৰি তাৰপৰা আঁতৰি গুছি গ'ল।

# তৃতীয় খণ্ড

সৰু কথাৰ বৃত্তও সৰু। বৃত্তবোৰো কি ঠিকনা যে কোন বিন্দুৰপৰা আৰম্ভ হৈ ক'ত অন্ত হয়গৈ। এজন ব্যক্তিয়ে এষাৰ কথা ক'লে দ্বিতীয়জনে আকৌ নতুন প্ৰশ্নৰহে অৱতাৰণা কৰে। ইফালে কথা আৰম্ভ কৰোঁতাজনে ভাবিকে নেপায় যে তেওঁ প্ৰশ্ন কৰিবনে নাই উত্তৰ দিব। এইদৰেই একোষাৰহঁত নতুন কথাৰ অৱতাৰণা হয়। কথাখিনি হয়গৈ অন্ত নপৰা—আৰু তেওঁলোকৰ এনে লাগে যে কথা-বতৰা যেন একোৱে হোৱা নাই।

ৰামপুৰাৰপৰা তেওঁলোকৰ গাঁৱৰ ফালে যোৱা প্ৰায় কেউখন বাছেই কলেজৰ গেটৰ সন্মুখত ৰয়গৈ। নোৰোৱাখনো কলেজৰ বিদ্যাৰ্থীসকলে ৰখাইহে এৰে। সকলো বাছৰে ড্ৰাইভাৰকিজনে জানে যে ল'ৰাহঁত জিদ্দী। তেওঁলোকৰ লগত কাজিয়া কৰা বা তেওঁলোকক বুজুৱা অসাৰ। কলেজৰ সন্মুখত এনেধৰণৰ পৰিস্থিতি কেইবাবাৰো হৈ গৈছে। ল'ৰাহঁত ৰামপুৰালৈ যাব লাগে বা ফুললৈ, আৰু কোনো বাছ নেৰাখে, তেনে অৱস্থাত ল'ৰাহঁতে ইজনে-সিজনৰ হাতত ধৰাধৰিকৈ ৰাস্তাৰ মাজত থিয় হৈ দিয়ে। অৰ্থাৎ "বাছ নেৰাখ যদি বাছৰ তলত পৰি প্ৰাণ দি দিম।" সাহ নাইকিয়া ড্ৰাইভাৰে বাধ্য হৈ বাছ ৰাখিব লগা হয়। ইফালে তেওঁলোকৰ প্ৰত্যেকৰ হাতত একোটুকুৰা পাথৰো থাকে। নৰখা বাছ পাৰ হোৱাৰ লগে লগে বাছৰ পাছ ফালৰ গ্লাচ ভাগি টুকুৰা-টুকুৰ হয়। যাত্ৰীসকলে ত্ৰাহি মধুসূদন স্মৰণ কৰে। বাছখন আগবাঢ়ি আহি ৰয়হি। ড্ৰাইভাৰ আৰু কণ্ডাক্টৰে খঙত নাক ফুলাই ল'ৰাহঁতক খেদি যায়। ল'ৰাহঁত পহুজাকৰ দৰে দৌৰি ইফালে-সিফালে পলায়। দুবাৰমান ড্ৰাইভাৰ-কণ্ডাক্টৰৰ লগত ল'ৰাহঁতৰ খণ্ডযুদ্ধও হৈ গৈছে। ড্ৰাইভাৰৰ হাতত গাড়ীৰ টায়াৰত মৰিয়াই হাৱা পৰীক্ষা কৰা লাঠিডাল আৰু কণ্ডাক্টৰৰ হাতত লোৰ ৰদ। ল'ৰাহঁতৰ হাতে হাতে ইটা-শিলগুটি। কিন্তু যাত্ৰীসকলে মাজত সোমাই পৰিস্থিতিটো বেয়ালৈ যোৱাত বাধা দিয়ে। এবাৰ ল'ৰাবিলাকে ড্ৰাইভাৰ-কণ্ডাক্টৰক শিলগুটি দলিয়াই নগুৰ-নাগতি কৰিছিল, আৰু ঘূৰি আহোঁতে সেই ড্ৰাইভাৰ-কণ্ডাক্টৰে নিজৰ মানুহ লৈ আহিল। ৰাস্তাৰ ওপৰত ভাল যুদ্ধই হ'ল। দুয়োদলৰ লোক আঘাতপ্ৰাপ্ত হ'ল। যেন ৰাস্তাৰ ওপৰত শিল বৰষুণহে বৰষিছিল।

এতিয়া আকৌ এনে কোনো এখন বাছ নাই যিখন কলেজৰ আগত নৰখাব আৰু কলেজৰ ল'ৰা-ছোৱালীক তুলি নিনিব। সেইদিনা কলেজৰ পিৰিয়ড্ শেষ হোৱাত তেওঁলোক দুজনে কলেজ কেণ্টিনৰ ওচৰতে সাজি থোৱা আহল-বহল বাৰান্দাৰ তলত দুখন চকী পাৰি বহিলহি। বাৰন্দাখন পাথৰৰ ঢালাই কৰা। প্ৰথমে চাহ খালে, তাৰ পাছত কথা-পতাত লাগিল। তাত বহি থকা অন্য ল'ৰা-ছোৱালীখিনিয়ে মন দি চালে। ল'ৰা-ছোৱালীহালৰ উষ্মা ভৰা, ভদ্ৰ আৰু শান্ত স্বভাৱৰ কথা সকলোৱে জানে। পুষ্পিন্দৰে কলেজৰ অন্য ল'ৰা-ছোৱালীৰ লগত বেচ হলিগলিকৈ থাকিব জানে। ল'ৰাক লগ

পালে বীৰা বীৰা (দাদা-ভাই) বুলি সম্বোধন ধৰে। একেবাৰে সোৱাদ লাগি যোৱাকৈ কথা কয়। নচীবো ল'ৰাৰ মাজত অতি বিনম্র ল'ৰা। কোনোৱে তেওঁক মাত দিলে উৎফুল্লিত হৈ উঠে। ল'ৰাহঁতে দাঙি লয়, মুখত চুমাও খায়। ডিচেম্বৰ-জানুৱাৰী মাহ। সেইদিনা আকাশ ফৰকাল আছিল আৰু বতাহো ৰিব্‌ৰিব্‌কৈ ধীৰেৰে বলি আছিল। মিঠা লগা, মৰমী বতাহছাটি যেন সংসাৰৰ ফুলবিলাকৰ মাজেদি বৈ আহিছিল। কোমল ৰ'দজাকতো যেন কোনোবাই মৌ সানি দিলেহি। পুষ্পিন্দৰৰ অঙ্গে অঙ্গে মাদকতা ভৰি উঠিছে। কান্ধলৈকে হাত দুখন তুলি তাই এঙামুৰি দিলে। ক'লে, "মই যদি মৰো তেন্তে তুমি কিমান কান্দিবা বাৰু?"

নচীবে হাঁহিলে। ক'লে, "এনেকৈ কেনেকৈ মৰিবা তুমি? সুন্দৰ বস্তু কেতিয়াও নমৰে। তাক বিচৰাজনহে মৰে।"

"মই আকৌ কেনেকৈ সুন্দৰ হ'লো?"

"তোমাৰ চকুহাল বৰ ধুনীয়া। বচ যেনেকৈ..."

"মোৰ চকু?" তাই হো হোকৈ হাঁহি দিলে। আকৌ ক'লে, "মোৰ মাই কৈ থাকে..."

"কি কয় মাৰাই?"

"নকওঁ—মই নকওঁ, যোৱা।"

"কিয় নোকোৱা?"

"ধৰা, মোৰ খুচী!"

"তোমাক মোৰে শপত!" নচীবে তাইৰ চকুলৈ চাই থাকিল।

"হায়! এতিয়া শপতেই দি দিলা! এইটো কি কথা হ'ল।"

"এতিয়া কোৱা, কি কয় তোমাৰ মাৰাই?"

"মাই কয়..." আকৌ হাঁহিলে।

"তোমাকো সন্ন্যাসীৰপৰা ঔষধলৈ খুৱাব লাগিব যেন দেখিছো। মগজৰ ব্যতিক্রম ঘটাযেন লাগিছে। নহয় জানো?"

"লৈ বলা তেন্তে সন্ন্যাসীৰ কাষলৈ।"

"বাৰু এতিয়া কোৱাচোন মাৰাই কি কয়? তুমিতো হাঁহিয়ে তত্‌পোৱা নাই!"

"ডহাঁ-চকুৱা!" তাই খোলাকৈ হাঁহি দিলে। তাত এতিয়া কোনো ল'ৰা-ছোৱালী নাছিল। সকলোৰে পিৰিয়ড শেষ হৈছিল। সকলো বিদ্যাৰ্থীয়ে নিজ নিজ ঘৰলৈ গ'ল। প্রফেচাৰ সকলো।

সিহঁত উঠিল। পুষ্পিন্দৰে কেণ্টিনৰ মালিকক চাহৰ পইছা দিলে আৰু কলেজৰ গেটখন পাৰহে আহি চিমেণ্টৰ বেঞ্চখনৰ ওচৰত থিয় হৈ বাছলৈ বাটচাই ৰ'ল। দহমিনিট মানলৈকে কোনো বাছ অহা নাছিল। পুষ্পিন্দৰে ক'লে, "বলা খোজ কাঢ়িয়ে যাওঁ। ফুলৰ পৰাই বাছত যামগৈ।"

নচীৱ ওলাল।

সিহঁতে আগতেও কেইবাবাৰো এইদৰে খোজকাঢ়ি গৈ ফুল পাইছিলগৈ। এনে কৰিলে কথা পতাৰ এক মুকলি সুবিধা পায়। কলেজত এক প্ৰকাৰ ভয় ভয় ভাব লাগি থাকে। কিজানি দুয়োৰে কথা আন কাৰোবাৰ কাণত পৰেগৈ। যদিও ল'ৰা-ছোৱালীবিলাকে আনকি প্ৰফেচাৰেও সিহঁতৰ বিষয়ে জানে। কোনেও একো নকয় যদিও দুয়োৰে মনত শঙ্কা থাকেই। সিহঁতে পৰাপক্ষত আনৰ চকুৰপৰা বাচি ফুৰিব খোজে।

আদবাটত, ফুলপোৱা যেন লাগিলত, পুষ্পিন্দৰে পীপল জোপাত পিঠি দি থিয় হৈ ৰ'ল। মুখখন কিতাপেৰে ঢাকি ক'লে, "তোমাক কথা এটা কওঁনে?"

'কোৱা', সি চক্ খাই থিয় দি ৰ'ল। পুষ্পিন্দৰে কিজানি কি ক'ব খুজিছে।

তাই ক'লে, "এইদৰে কিমান দিন তুমি কথা পাগুলি থাকিবা। কিবা এটা সিদ্ধান্ত কৰি নেপেলোৱা কিয়?"

"কি সিদ্ধান্ত?"

"তুমি মোৰ হাতত ধৰি শপত খোৱা যে মোৰ কথা নেপেলাওঁ বুলি।"

"মই আগতে জানো তোমাৰ কথা পেলাইছো? তোমাৰ যি মন যায় কোৱা। মইতো তোমাৰ 'হীৰ' (প্ৰেমিক), তোমাৰ গোলাম—নিকিনা গোলাম!" নচীৱে তৎক্ষণাৎ পুষ্পিন্দৰৰ হাত নিজৰ হাতত ল'লে। ছাটি-ফুটিকৈ থকা, কঁপি থকা, কপৌজনীৰ দৰে হাতখনে নচীৱক কোনো সৌন্দৰ্য্যপুৰীলৈ লৈ গ'ল। তাৰ দেহাৰ প্ৰতিটো কোণ উৎফুল্লিত হৈ উঠিল।

পুষ্পিন্দৰে ক'লে, "চোৱা এতিয়া আমাৰ বি.এ.ৰ অন্তিম বছৰ। অহা বছৰ আমি এইদৰে লগখাব নোৱাৰো। এমাহ কুৰি দিন হয়তো আমি ফ্ৰীহৈ থাকিম পাৰিম। তুমি কি পৰামৰ্শ দিব খোজা, কোৱাচোন?"

"আৰে তুমি আচল কথা কি তাক কৈ লোৱা!" ল'ৰাই ছোৱালীৰ হাত মূৰত লগাই সুধিলে।

"মোক তোমাৰ ভাল লাগে নহয়?"

"বাহ ভাই! সেইটো আকৌ সুধিব লগা কথানেকি?"

"তেনেহ'লে বি.এ. পৰীক্ষা দিয়ে আমি বিয়া পাতি পেলাওঁ, কি কোৱা?"

নচীৱৰ হাত ঢিলা হৈ গ'ল। সি পুষ্পিন্দৰৰপৰা আঁতৰি থিয় হ'ল। আচৰিত হৈ সি পুষ্পিন্দৰক চাবলৈ ধৰিলে। নিৰ্বাক-নিস্পন্দ হৈ সি থিয় দি ৰ'ল। যেন সি কি উত্তৰ দিব, ভাবি পোৱা নাই।

"নিবিচাৰা তুমি?" পুষ্পিন্দৰে সুধিলে।

শুকান ডিঙিৰে সেপ ঢুকি নচীৱে ক'লে, "নহয় মই বিচৰা নিবিচৰাৰ প্ৰশ্ন নুঠে, পুষ্পিন্দৰ। এইটো হ'লে নহ'ব।"

"কিয় হ'ব নোৱাৰে। সকলো হ'ব পাৰে। যি কথা তুমি ভাবি পাইছা, সেইটো মই আগতে বুজি লৈছো। এতিয়া জাত-পাতৰ কথা কোনে চিন্তা কৰে? আৰু দেউতা, তেওঁতো পকা কংগ্ৰেছী লোক। আকালী হ'ল কি হ'ল। প্ৰকৃত আকালীয়েও জাত-পাতৰ বিচাৰ নকৰে। তুমি প্ৰথমে মাত্ৰ সাহস দেখুওৱা!" পুষ্পিন্দৰে নচীবৰ বাহুত ধৰি থিৰ হৈ থাকিল।

নিজৰ কথাত সিহঁত ইমান ব্যস্ত হৈ আছিল যে অহা-যোৱা মানুহ, চাইকেল আদিলৈ ভ্ৰূক্ষেপেই কৰা নাছিল। মানুহে চাগৈ সিহঁতক দেখি কি ভাবি গৈছে। এফালৰ পৰা এখন আৰু আন ফালৰ এখন, দুখন বাছো পাৰহৈ গ'ল। এখন কাৰো পাৰ হ'ল। কিন্তু সিহঁতৰ সেইফালে মন-চকু নগ'ল, ভয়ো নেখালে।

নচীবেই ক'লে, "ব'লা এতিয়া। যাওঁতেই কথা পাতি যাওঁ। এনেকৈ থিয়হৈ থকাতো ঠিক হোৱা নাই। কোনে কি ভাবি গৈছে কি ঠিকনা।"

পুষ্পিন্দৰৰ চকু চল-চলীয়া হৈ পৰিল। দুপট্টাখনৰ আগটোৰে নাক মুচিলে। দুয়ো ৰাস্তাৰ এদাঁতিয়েদি, কেঁচামাটিয়েদি লাহে লাহে গৈ থাকিল। এজোপা শিৰিষ গছৰ ওচৰ পালত পুষ্পিন্দৰ আকৌ ৰৈ পৰিল। গভীৰ স্বৰেৰে কৈ উঠিল, "মই নেজানো হ'লে। আজিয়ে কৈ যাব লাগিব হ'লে। নহ'লে তুমি মোক কোনো দিনে নেমাতিবা।" তাইৰ মাতটো লোতকেৰে সেমেকি উঠিছিল।

"আচ্ছা বাবা, মই না বুলি জানো কৈছো? যদি তোমাৰ দেউতাৰে বাধা দিয়ে তেতিয়া কি কৰা তুমিয়ে বুজি-বাজি কৰিবা। ইফালেও বেয়া কথা হৈছে। এই কাহিনী ইমানতে এৰি দিয়াই ঠিক হ'ব।" নচীবে আধা হঁা আধা নাৰ মাজেদি কথাকিষাৰ ক'লে।

"কাহিনী মই নিজে চাই থাকিম। তুমি মাত্ৰ পলাই নেযাবা।"

দুয়ো আকৌ যাবলৈ ধৰিলে। নচীবে ক'লে, "মই নপলাওঁ। কিন্তু, খেদাওঁতাই নেখেদালেহে হৈছে। ছোট-তলজাতৰ জাটে তিষ্ঠিব পাৰিলেহে পৰা?"

"মই তোমাৰ লগত আছো যেতিয়া জাটৰ জাত অভিমান ক'ত টিকিব?"

ফুলৰ ওচৰ পালত নচীবে ক'লে, "আমাৰ মাটি সম্পত্তি বুলিবলৈও একো নাই দেউতাও কোনো বিজনেচ্‌মেন নহয়। আমি হ'লো জাটৰ ঘৰৰ চুৱা-মকৰা ধুই পেট-প্ৰৱৰ্তোৱা লোক। পুৰুষানুক্ৰমে আমাৰ এই কৰ্ম চলি আহিছে। আমাৰ ঘৰলৈ গৈ তোমাৰ লাজ নেলাগিবনে? তোমাৰ তাত মন কেনেকৈ বহিব?"

"আমি তাত নেথাকো নহয়। তুমি চাৰ্ভিচ কৰিবা, ময়ো চাৰ্ভিচ কৰিম। দুয়ো উপাৰ্জন কৰিম, খাম। মাটি-সম্পত্তিৰ লগত আমাৰ একো লেনা-দেনা নেথাকে।"

"চাৰ্ভিচৰনো কি ঠিকনা আছে, পাওকি নেপাওঁ! হেজাৰ হেজাৰ ল'ৰা-ছোৱালী বি.এ.-এম.এ. পাছ কৰি বেকাৰ হৈ খুন্দা-খুন্দলি খাই ফুৰিছে। চাৰ্ভিচত সোমাব নোৱাৰিলে খাম কেনেকৈ?"

পুষ্পিন্দৰ চিন্তাত পৰিল। বাছ আস্থানৰ ওচৰ পালেহি। কাছাৰীৰ আগত ৰৈ থকা

মানুহমখা চকুত পৰিল। তাই সিমানতে কথা সামৰিলে—"তুমি যিমান দিন পৰ্য্যন্ত কাম নোপোৱা মই সিমান দিন বাট চাই থাকিম। এই মাটি-সম্পত্তি বিষয়ক কথাবোৰ মনৰপৰা গুছাই পেলোৱা। মোৰ নিজৰ দেউতাৰ মাটি-বাৰী, সা-সম্পত্তিৰ সহায়ো মোক নেলাগে। মই সেইবোৰ পামনো ক'ত! আৰু তোমাৰ এই জাট-নাপিত বিষয়ৰ কথাবোৰৰো কোনো মূল্য নাই। ভগৱানে মানুহ জাতটোক এটা কৰিহে স্বজিছে। এই জাত-পাত মই নেমানো। তুমি এবাৰ বিৰাট অন্তৰখনেৰে বচ কৈ দিয়া। সংসাৰ ওলট-পালট হৈ গ'লেও, মোৰ শপত খাই কৈ দিয়া যে মই পলাই নেযাওঁ। মই দহ বছৰ বাট চাব লগা হ'লেও বাট চাম।"

"বাৰু ঠিক আছে।" এইবাৰ নচীৱে দৃঢ় অন্তৰেৰে হুঙ্কাৰ মাৰি ক'লে।

তাই ক'লে, "ঠিক আছে, বাছ ষ্টেগুলৈ গৈ আমি বেলেগ বেলেগ বাছত যামগৈ। মই প্ৰথমে যোৱাখনত উঠি যাম, তুমি পাছৰখনত উঠি যাবা।"

"বাৰু তোমাৰ সকলো কথা মানি ল'লো—এতিয়া হাঁহি দিয়া।"

তাই নেহাঁহিলে। আস্থান ওচৰ চপাৰ লগে লগে অধিক গহীন হৈ পৰিল। মানুহবিলাকৰ ফালে মন দি চালে। তাই চাবলৈ চেষ্টা কৰিলে যে নিজৰ চুবুৰীৰ কোনোলোক তাত থিয় হৈ থকা নাইতো। কোনো চিনা-জনা লোকে সিহঁতক দেখিছেনেকি। পুনৰ নচীবক তাই আৰু এটা কথা ক'লে,—"কালিলৈৰপৰা কলেজত আমি বেলেগে বেলেগে থাকিম। ল'ৰা-ছোৱালীসোপাই আমাৰ বিষয়ে কি ভাবিছে কোনে জানে। মুখৰ আগততো একো নকয়। বচ, পুৰা সোনকালে আহি এবাৰ দুয়ো দুয়োকে চাই লম। কথা নেপাতো।"

"ঠিক আছে। এতিয়া আমি পৰীক্ষাৰ কাৰণে কষ্ট কৰিব লাগিব। ফাৰ্ষ্ট ডিভিজন লোৱাত মজা আছে। কেনেবাকৈ কিজানি ফেলেই হৈ যাওঁ। তেতিয়া পীৰিতি নৈ শুকাই ফাট মেলিব।"

সিহঁত আস্থানত সোমাইছিলহে, ৰামপুৰাৰ ফালৰপৰা বাছ এখন আহি ৰ'লহিয়ে। পুষ্পিন্দৰে নচীবৰ ফালে এবাৰ চাই বাছৰ পিছৰখন দুৱাৰৰ চিটত থিয় হৈ নামি যোৱা মানুহবিলাক চাবলৈ ধৰিলে। যিমান যাত্ৰী নামিল সিমান আকৌ উঠিল। কণ্ডাক্টৰে হুইচেল বজোৱাৰ লগে লগে বাছ চলিল।

ভাইৰূপাত নামি তাই গাওঁ পালেগৈ। মাকে বহু পৰৰপৰা তাইলৈ বাটচাই আছিল। বুঢ়ীমাকে সুধিলে, "পুষ্পিন্দৰ, বাঢ়েৰ জীয়েক কেতিয়াবাই আহিল তই ক'ত আছিলি?"

"আইতা, দুইতিনিখনমান বাছত উঠিবই নোৱাৰিলো।" তাই ক'লে, "অজি বাছত বৰ ভিৰ। ফুললৈকে মই ছোৱালীবিলাকৰ লগত খোজ কাঢ়িয়ে আহিলো। তাৰ্লৈ আহিহে বাছ পাইছোহি। সেই কাৰণেই দেৰী হ'ল।...তাই কিজানি আগতে গুছি আহিল।"

২

নচীব হ'ল জঙ্গিৰা নাপিতৰ ভাগিনিয়েক। জঙ্গিৰাৰ সধানিয়ালৈ দিয়াজনী বায়েকৰ ল'ৰা চাৰিটা, ছোৱালী দুজনী। ছোৱালী দুজনী বিয়া দিয়া দিনো হ'ল। নচীবেই হ'ল পেট মোচা। নচীবে উচ্চ মাধ্যমিক পৰীক্ষা গাৱঁৰ স্কুলতে পাছ কৰিলে। পঢ়াত ভাল। ডাঙৰটো ককায়েকে নপঢ়িলেই। ককায়েকহঁতে ভাবিলে সৰু ভাইটোৱেই পঢ়াত আগ বাঢ়ক। কিন্তু বৌৱেকহঁতে নচীবৰ পঢ়াত আগবঢ়াটোত ভাল পোৱা নাছিল। তেওঁলোকৰ নিজৰ ল'ৰা-ছোৱালীও ডাঙৰ হৈ আহিছে। তেওঁলোকে নিজৰকিটাক পঢ়াবনে নাই নচীবক পঢ়ুৱাব। পঢ়ুৱালেই জানিবা, লাভ কি? তাৰ উপাৰ্জনেৰে জানো সিহঁত চলিব পাৰিব? নচীবৰ বাপেক ঢুকাল। থকাহেঁতেন পঢ়াত আগ বঢ়ালেহেঁতেন। তাৰ সকলো আশা পূৰ কৰিলহেঁতেন। নচীবে বহুত চেষ্টা কৰিও বাৰনালা কলেজত নাম লগাব নোৱাৰিলে। বৌৱেকহঁতে সকলো চেষ্টা বিফল কৰি দিলে। শেষত মাকে তাক পৰামৰ্শ দিলে যে খড়ক সিংহ চুবুৰীলৈ গৈ মোমায়েকৰ লগত কথা পাতকগৈ। কি ঠিকনা, কিজানি তেৱেঁ পঢ়াৰ সকলো ব্যৱস্থা কৰি দিয়ে। আৰু শেষত নচীবে মাকৰ লগত খড়ক সিংহ চুবুৰী ওলালহি। বায়েকে প্ৰাৰ্থনা কৰাৰ দৰে ভায়েকৰ সন্মুখত প্ৰশ্নটোৰ সমিধান বিচাৰিলে। জঙ্গিৰাই ক'লে, "আমিতো এতিয়া নচীবৰ ওপৰতে ভাৰসা কৰিব লাগিব। আমাৰ নিজৰতো কোনো নাই। আমি পো এটা পালো বুলিয়ে ধৰি ল'লো। বাইৰ ল'ৰা মানে মোৰ ল'ৰা। হৰকৌৰ বাইদেউ তুমি ইয়াক মোৰ ইয়াত থৈ যোৱা। মই কালিলৈকে লৈ গৈ ইয়াক ৰামপুৰা কলেজত নাম লগাই দিয়ামগৈ। তাৰ প্ৰফেচাৰ এজনৰ লগত মোৰ চিনা পৰিচয়ো আছে। ফুলৰ, এতিয়া ৰামপুৰাতে থাকে।"

নচীবৰ মাকে পৰমাত্মাকে শত কোটি ধন্যবাদ দিলে। নচীবৰো চেহেৰা ফুলি উঠিল। মোমায়েকে তাক বচালে। বায়েকে ক'লে "আচ্ছা ভাই তই ধন্য। তোৰ আশ্ৰয়তে ই তেও পঢ়িব। এডোখৰ কাপোৰ, এটুকুৰা ৰুটিৰ উপযুক্ত হৈ উঠিব। ডাঙৰ তিনিটাই পঢ়িব নোৱাৰিলেই—লোকৰ ঘৰত চুৱা ধুই খাব লাগিবই। ই তেও এই লেতেৰা কামৰপৰা বাচিব। তেনেহ'লে ল'ৰাতোক চমজালো আৰু।"

সীতুৱে ল'ৰাৰ কপালত চুমা খালে। বুকুত সাবটি ধৰিলে। ক'লে, "মই তোমাৰ উপকাৰ কেতিয়াও নেপাহৰো বাইদেউ! তুমিয়েতো আমাৰ ঘৰ পাতিলা। এইবিলাক ঈশ্বৰৰে ইচ্ছা। মোৰ ভাগ্যত পো-জীৰ মুখ নেদেখিলো কি হ'ল, আজিৰপৰা ইয়ে মোৰ ল'ৰা হ'ল।"

আৰু পিছদিনাই জঙ্গিৰাই তাক ৰামপুৰালৈ নি মাৰৱা কলেজ পোৱালেগৈ। নাম ভৰ্তিৰ তাৰিখ এতিয়াও বাকী আছিল। গাৱঁৰ ল'ৰা-ছোৱালীবিলাকে এডমিশ্যন লৈয়ে আছে। জঙ্গিৰাই প্ৰফেচৰ সজ্জন সিংহৰ ওচৰলৈ গৈ সৎশ্ৰী আকাল যাচিলে। নিবেদন

কৰিলে, "মহাৰাজ, প্ৰফেচাৰ চাহাব, আপোনাৰ ওচৰলৈ ল'ৰাটো লৈ আহিলো। মোৰ ভাগিন। আমিয়ে ইয়াক পঢ়ুৱাব লাগিব। কিবা এটা গঢ় দিব লাগে, বচ। কিমান পইছা লাগিব কওক মই লৈয়ে আহিছো। যদি কিবা ৰেহাইৰ সুবিধা আছে তাকো অনুগ্ৰহ কৰি কওক। আপুনিতো আমাৰ নমস্য। ঈশ্বৰে মঙ্গল কৰক!" সজ্জন সিংহই নিজৰ ডাঠ গ্লাচৰ চছমাযোৰেৰে ল'ৰাটোলৈ চাই ৰ'ল আৰু জঙ্গিৰাক সুধিলে, "কোন গাঁৱৰ?"

"মহাৰাজে পাহৰিলে যেন পাইছো। খড়ক সিংহ চুবুৰীৰপৰা আহিছো। হৰদিল সিংহৰ ঘৰত আপোনাক কিমানবাৰ লগ পাইছো। মই জঙ্গিৰা নহওঁজানো, জঙ্গিৰা হাজাম—চুবুৰীৰ জঙ্গিৰা সিংহ। হৰদিত্তৰ ঘৰলৈ আহ-যাহ কৰি থাকো।"

সজ্জন সিংহই হাঁহিলে। ল'ৰাটোক সুধিলে, "ফৰ্ম পূৰালানে নাই?"

নচীব মনে মনে থিয়দি থাকিল।

সজ্জন সিংহ নিজে উঠিগৈ তাক ফৰ্ম দিয়ালে আৰু পূৰায়ো দিলে। পুনৰ প্ৰিন্সিপেলৰ ওচৰলৈ নি মঞ্জুৰ কৰাই ফৰ্মখন ল'ৰাজনৰ হাতত দিলেহি। ক'লে ফিজ মাফ দিয়া ফৰ্মখনো পূৰাই গাওঁ পঞ্চায়তৰ সভাপতিৰ চহী কৰাই আনিব লাগিব। মোহৰ মৰাই আনিবা। তলশ্ৰেণী লোকৰ ফিজ মাফ দিয়া হয়। আজি যদি কৰাই আনিব পাৰা তেন্তে আজিৰ পৰাই মাফ হ'ব। নহ'লে কালিলৈ আনিবা। ফিজ দিব নেলাগে আৰু।"

জঙ্গিৰাই উৎফুল্ল মনেৰে থিয়দি আছিল। সজ্জন সিংহক সৎশ্ৰী আকাল যাচি মোমায়েক ভাগিনীয়েক গাঁৱলৈ ঘূৰি আহিল। ফিজ মাফ দিয়া ফৰ্মত পঞ্চায়ত সভাপতিয়ে মোহৰ মাৰি চহী কৰি দিলে। পাছ দিনা নচীবে কলেজত প্ৰবেশ কৰিলে। সেই দিনাই হৰদিত্তই নিজৰ জীয়েকক লৈ কলেজলৈ নাম লগাবলৈ গ'ল। কাটনীৰ এজনী ছোৱালীয়েও নাম লগাই গৈছে অকলে এজনীৰ ঠাইত দুজনী তেও একেলগে অহা-যোৱা কৰিব পাৰিব। খড়ক সিংহ চুবুৰীৰ আৰু চাৰি পাঁচজনমান ল'ৰাও কলেজলৈ আহ-যাহ কৰে। আশে-পাশে থকা গাঁৱবিলাকৰ ল'ৰা-ছোৱালীয়ে আহি পঢ়িছে, কিন্তু বেছি নহয়। কোনোখন গাৱঁৰ হয়তো দুজনহে কোনোখনৰ অতি বেছি পাঁচ-ছজনহে কলেজলৈ আহে। ছোৱালী কোনোবা গাঁৱৰ দুই এজনীমাত্ৰ। সৰহ সংখ্যক ছোৱালী ফুলৰপৰাই আহে। ৰামপুৰামণ্ডিৰ ছোৱালী আকৌ ইয়ালৈ নাহে। মণ্ডিতে কোনোবাই এখন একাডেমী খুলিছে—মাত্ৰ ছোৱালীৰ কাৰণে। মণ্ডিৰ ছোৱালীহঁত তাতে পঢ়ে। নিজৰ ঘৰ যেন লাগে আৰু তাৰ প্ৰিনচিপেল জনো ঘৰুৱা, ৰিজাল্টো ভাল। বজাৰৰ ল'ৰাবিলাক কিন্তু এতিয়াও ভাটিণ্ডাতহে পঢ়িবলৈ যায়—মহাজন—জমিদাৰৰ লৰাহঁত। ৰেলগাড়ী বা বাছ সাধাৰণতে পোৱা হয়। মাহেকীয়া ছাত্ৰৰ বাবে দিয়া পাচখনত বহুত কম পইছা খৰচ হয়। ল'ৰাহঁত ডাঙৰ নগৰত ফুৰি আহিবও পাৰে। মাৰবা কলেজৰ প্ৰিনচিপেলজন বৰ কাৰা হোৱা কাৰণে তাত ল'ৰাই নাম লগাব নোখোজে। প্ৰিন্‌চিপেলজন এজন পুৰণি কমৰেড। গোটেইটো জীৱন ৰাজহুৱা কাম কৰিয়ে কটালে। জেল-জীৱনৰো সোৱাদ ল'লে। ভাল লিখা-পঢ়া জনা লোক। ডিচিপ্লিন ৰখাত পকা।

গুৰুশিক্ষাতো সম্পূৰ্ণ। কলেজৰ অধ্যাপক-অধ্যাপিকাসকলকো কাম কৰোৱায় যশস্যা লোৱা লোক। কোনো উদণ্ড বা টটাটিঙা ল'ৰা এই কলেজত নাম লগাবলৈ নাহে। প্ৰিনচিপেল বাবাৰ প্ৰভাৱ ইমানলৈকে। বাষষ্ঠি-তেষষ্ঠি বছৰ বয়সতো বুকু ফিন্দাই ফুৰে, গলধন পোনাই খোজ কাঢ়ে। ডেকাল'ৰাৰ দৰে কাম কৰে। তেওঁক কোনেও আজি পৰ্য্যন্ত ভাগৰিপৰা দেখা নাই।

মাটি জৰীপ কৰা সময়ত বয়সীয়াল লোকসকলে ফুল আৰু মহাৰাজৰ গাঁৱৰ পঞ্চাশ বিঘা মাটি কলেজ পাতিবৰ কাৰণে সুৰক্ষিত কৰি থৈছিল। আৰু এই এলেকাৰে এজন সাধু মহাত্মাই, যিজন তেতিয়া বম্বাইত আছিল, নিজৰ গুৰুৰ নামেৰে নিৰ্মাণ কাৰ্য্য আৰম্ভ কৰাই দিলে। কেইবা হাজাৰো টকা খৰচ কৰিলে। কলেজ পতাৰ কথা এলেকাটোৰ ৰাইজৰ মাজত হ'বলৈ ধৰিলে। পাছত কি হ'ল জানো, বম্বাইৱালা সাধু মহাত্মা ঘূৰি গুছি গ'ল। বাকী থকা কাম ৰাইজে নিজৰ কাম ভাবি হাতে পাতে লাগি গ'ল। গাঁৱৰ পঞ্চায়ত, ধনীপৰিয়াল আৰু ধনৱন্তসকলে মন খুলি পইছা দিলে। কেইবা লাখটকাও এই কলেজৰ ভৱনত আৰু আন কামত খৰচ হ'ল। এবাৰলৈ এখন ছবি ফুটি উঠিল ফুল—মহাৰাজ এলেকাত। বাবা প্ৰিনচিপেলকো ক'ৰবাৰপৰা বিচাৰি অনা হ'ল। প্ৰফেচাৰ সজ্জন সিংহ আৰু অন্য উৎসাহী প্ৰবক্তাসকলকো নিযুক্তি দিয়া হ'ল।

প্ৰফেচাৰ সজ্জন সিংহ ফুলতে জন্ম হৈ ডাঙৰ-দীঘল হ'ল আৰু ৰামপুৰামণ্ডিত থাকিবলৈ ল'লে। ৰামপুৰামণ্ডিত কেইবাবছৰৰ আগতে জ্ঞানী কলেজখন খোলা হৈছিল। প্ৰতি বছৰে চল্লিশ জনমানকৈ ল'ৰা-ছোৱালী জ্ঞানী কলেজৰপৰা পাছ কৰি ওলাইছিল। এনেকৈ গোটেই এলেকাটোৱেই জ্ঞানী হৈ উঠিছিল বুলিব পাৰি। এলেকাৰ যিকোনো যুবক-যুৱতী, অধ্যাপক-অধ্যাপিকা, ক্লাৰ্ক, প্ৰবেশিকা পাছ, প্ৰৱেশিকা ফেল, চতুৰ্থ শ্ৰেণীৰ কৰ্মচাৰী, বিদ্যুৎ কৰ্মচাৰী সকলোৱেই সজ্জন সিংহৰ জ্ঞানী কলেজৰপৰা পাছ কৰা লোক। বি.এ. পাছ কৰাৰ পাছত বা কিবা ট্ৰেনিং পাছ কৰাৰ পাছত চাকৰিলৈ বাট চাই থকা সকলো এনেয়ে বহি থকাতকৈ সজ্জন সিংহৰ কলেজৰ জ্ঞানীত নাম লগাই লয়হি। বিয়াৰ প্ৰতীক্ষাত বহি থকা গাভৰুৱেও আন নকৰিলেও জ্ঞানী উপাধি প্ৰাপ্ত কৰি লয়। এই পথেদি আগবাঢ়ি হেজাৰ হেজাৰ অধ্যাপক-অধ্যাপিকাই প্ৰৱেশিকাৰ পাছত বি.এ.-এম.এ. পৰ্য্যন্ত শিক্ষা লাভ কৰিছেগৈ। দশম শ্ৰেণীৰপৰা জ্ঞানী পাছ কৰি এফ.এ.ৰ কাৰণে ইংৰাজী কাকতৰ পৰীক্ষা দিলেই হয়। তাৰ পাছত বি.এ.ৰ ইংৰাজী বিষয়কিটাৰ পৰীক্ষা দি বি.এ. উপাধি ল'ব পাৰিল। এইদৰে জ্ঞানী পাছ কৰি বি.এ. উপাধিলোৱাটোক "ভায়া বঠিণ্ডা" বোলা হয়। সেই সময়ত জ্ঞানী, এফ.এ. আৰু বি.এ.ৰ চেণ্টাৰ ভাটিণ্ডাতে আছিল। এই এলেকাৰ পৰীক্ষাৰ্থীয়ে ভাটিণ্ডালৈ গৈ পৰীক্ষা দিছিলগৈ।

ৰামপুৰামণ্ডি অনায়াসে এক শিক্ষাকেন্দ্ৰ হৈ উঠিছিল। প্ৰতি ঘৰৰে ল'ৰা-ছোৱালীয়ে

পঢ়াত ধৰিছিল। কোনোৱে জ্ঞানী পাছ্ কৰিছিল কোনোৱে এফ. এ. পাছ্ কৰি বি. এ. পঢ়িছিল, কোনোৱে এম. এ. উপাধি লৈছিলগৈ। পাঞ্জাৱী ভাষা আৰু সাহিত্যৰ ক্ষেত্রত যিখিনি কাম সজ্জন সিংহই মনে মনে কৰি গৈছিল, আন এলেকাত তাতকৈ কমহে হৈছিল। তাকে নকৰা হ'লে হাজাৰ হাজাৰ বিদ্যার্থীয়ে নানক সিংহক পঢ়ি নেপালেহেঁতেন। প্রফেচাৰ মোহন সিংহৰ কবিতা প্রতি ঘৰত নোসোমালেহেঁতন। অমৃতা প্রীতমৰ গীত প্রতিজনৰ মুখে মুখে উচ্চাৰিত হৈ নুঠিলহেঁতেন। নতুন পুৰুষে বুল্লেচাহ্ আৰু বাৰিচ চাহৰ অমূল্য কাব্যৰ ভঁৰালত হাত দিবলৈ নেপালেহেঁতেন। গুৰুবক্স সিংহৰ ৰচনা সমূহে নতুন চাম ল'ৰা-ছোৱালীক শিষ্টাচাৰৰ কথা শিকালে। গুৰুকক্স সিংহক নপঢ়াকৈ কোনো যুৱক-যুৱতীয়ে ভাল প্রেম-পত্র লিখিবলৈও শিকিলে। গুৰুবক্স সিংহৰ নতুন শব্দৰাজিত আৰু বাক্যাংশবিলাকত কিবা যাদু আছে। কথা ঘূৰি পকি কলেজ পর্য্যন্ত পালেগৈ।

প্রফেচাৰ সজ্জন সিংহ যেতিয়া মালৱা কলেজত সোমাইছিলহি, তেতিয়া ৰামপুৰাৰ নগৰীয়াসকলে ভাবিলে যে জ্ঞানী কলেজখন আৰু নচলিব। সজ্জনে স্থায়ী চাকৰি পালে, যেতিয়া জ্ঞানীৰ বিদ্যার্থীহঁতৰ কাৰণে মূৰ-ঘুমোৱাৰ কি দৰ্কাৰ? কিন্তু সেইটো নহ'ল। কলেজৰ চাকৰি লোৱাৰ আগতে তেওঁ চাৰিটা চর্ত্ত স্বীকাৰ কৰাই ল'লে। কলেজৰ চাকৰিৰ কাৰণে তেওঁ দর্খাস্ত নিদিয়ে। দ্বিতীয়, নতুনকৈ সোমোৱা প্রবক্তাসকলতকৈ তেওঁ দুগুণ দৰ্মহা ল'ব। তেওঁ যিকোনো ৰাজনৈতিক দলত অংশ গ্রহণ কৰিলেও মেনেজিং কমিটি বা অধ্যক্ষই বাধা দিব নোৱাৰিব আৰু চতুর্থ তেওঁ নিজৰ জ্ঞানী কলেজখনো চলাই থাকিব। তেওঁৰ জ্ঞানী কলেজখন আছিল সাহিত্যৰ মানস সৰোবৰ, য'ৰপৰা বুদ্ধিৰ নির্মল জল ওলাই থাকে আৰু পাঞ্জাবৰ ভূমি পুত্র-পুত্রীহতক তৃপ্ত কৰে আৰু উপচি বৈ থাকে। তেওঁৰ জ্ঞানী কলেজৰপৰা উর্বৰ বৌদ্ধিকতাৰ নিজৰা বয়। ভিকহুৰ ঘৰৰ ইমান সামর্থ্য ক'ত যে দূৰৰ কলেজলৈ ল'ৰা পঠিয়াই পঢ়ুৱাব পাৰিব। সজ্জন সিংহৰ জ্ঞানী কলেজ ইউনিভাৰচিটি বিদ্যা লাভ কৰাৰ এক 'বাই-পাছ্ ৰোড'। এই পথেদি গৈ ল'ৰা-ছোৱালীয়ে টলকিবই নোৱাৰে যে কেতিয়া নিজৰ গন্তব্য স্থান পালেহি আৰু তেওঁলোকৰ যে মূল্য বাঢ়িল তাকো তত ধৰিব নোৱাৰে।

সজ্জন সিংহ নিজে এজন চোকা বুদ্ধিৰ লোক। যি কোনো মৌ-মাখিৰ দৰে তেওঁ প্রতি ফুলৰ জ্ঞান-ৰস চুহি ৰহঘৰা সাজে। তেওঁ পঢ়ে আৰু পঢ়িয়ে থাকে। ৰাতি বাৰ বজালৈকে কেতিয়াও নোশোৱে—পুৱা পাঁচ বজাতে উঠে গৰম কালিয়ে হওক বা জাৰকালি। যেতিয়া তেওঁ জ্ঞানী কলেজখন আৰম্ভ কৰিছিল, তেতিয়া তেওঁ নিজে এফ. এ. জ্ঞানীয়ে আছিল। এতিয়া তেওঁ ছটা বিষয়ত এম. এ. উপাধি ল'লে—পাঞ্জাৱী, ইংৰাজী, বুৰঞ্জী, ৰাজনীতিশাস্ত্র, দর্শন আৰু প্রবন্ধৰ বিষয়ত।

মাৰ্চ মাহ আৰম্ভ হৈছে। এপ্ৰিলত পৰীক্ষা আৰম্ভ হ'ব। বিদ্যাৰ্থীহঁতে যে কিমান দিনৰপৰা ৰছীডাল ছিঙিবলৈ চেষ্টা চলাই আছে, তেওঁলোকক ফ্ৰী কৰি দিব লাগে। ছাত্ৰ নেতাই কেইবাবাৰো প্ৰিনচিপেলক লগ ধৰিছে। শেষত বাবাই সিদ্ধান্ত কৰিলে যে এই শনিবাৰৰ দিনটো পূৰা ক্লাচ কৰাৰ পাছত ক্লাচ বন্ধ কৰা হ'ব।

সেইদিনা আছিল শনিবাৰ। প্ৰতিজন প্ৰবক্তাই সেইদিনা নিজৰ বিষয়ৰ ওপৰত কথা কমাই কৈ, পৰীক্ষাৰ কাৰণে সাজু হোৱাৰ সম্বন্ধীয় কথাৰে নিজৰ পিৰিয়ড শেষ কৰিলে। প্ৰফেচাৰ সজ্জন সিংহই বি.এ. ফাইনেলৰ ক্লাচ লৈ আছিল। ক্লাচটোত চল্লিশ জন ল'ৰা-ছোৱালী বহি আছিল। পঞ্চলিশ-ছয়চল্লিশ বছৰীয়া সজ্জন সিংহই লেক্‌চাৰৰ ডেস্কত তলমূৰ কৰি নিজৰ বিদ্যাৰ্থীসকলৰ লগত শেষ দিনটোৰ কথা পাতি আছিল। বগা বুচশাৰ্ট বুম্বাৰ্ডৰ স্লেটি পেন্টৰ তলত ভৰাই, আকাশী ৰঙৰ চুয়েটাৰ পিন্ধি আৰু চুৱেটাৰৰ লগত মিলাই পাগুৰী মাৰি আছিল। টাই ডালৰ ৰং বগা আৰু ৰঙা। বগা মজিয়াত ৰঙা দলিছা পৰা। ডাঠ কাঁচৰ চছমা। ডেস্কৰ ওপৰত ক'লা চামৰাৰ ব্ৰীফকেচটো। তেওঁ কৈ আছিল, "ছাত্ৰ বন্ধুসকল এই কিদিনত ৰুটি কমাই খাবা। বেছিকৈ ভোজন কৰিলে টোপনিয়ে হেঁচি ধৰে। এই কেইটা হ'ল পঢ়াৰ দিন। শৰীৰক কষ্ট দিয়া। মনপুতি পঢ়া। দিন-ৰাত সমকাৰ কৰি দিয়া। পঢ়াৰ ক্ষেত্ৰত এতিয়া মহাৰণ। সকলো পাহৰি পঢ়া, চাবা নম্বৰ উঠেনে নুঠে। সকলো বৃত্তি এতিয়া কিতাপতে লগোৱা। লেখি-জুখি পৰীক্ষা দিয়া। তাৰ পাছত মুক্ত খেল-ধেমালি কৰিব পাৰিবা।'

ছাত্ৰসকলে হাঁহি আছিল। ছোৱালীবিলাক তলমূৰকৈ বহি আছিল। আকৌ সজ্জনে ক'লে, "দিন আৰু ৰাতি ভাগ কৰি লোৱা। কিমান ঘণ্টা শুব লাগিব, কিমান ঘণ্টা ফুৰা-চকা কৰিব লাগে, কিমান ঘণ্টা পঢ়িব লাগে। পঢ়াৰ ঘণ্টা কিটাও বেলেগ বেলেগ বিষয় পঢ়াৰ বাবে ভাগ কৰি লোৱা। পুৱা কি পঢ়িবা, দুপৰীয়া কি পঢ়িবা, আবেলি কি পঢ়িবা আৰু ৰাতি কি পঢ়িবা। একেবাৰে কিতাপতে চকু লগাই দিয়া। পৰীক্ষাত যি প্ৰশ্ন আহে, তাক গমি-পিটি, উচিত আৰু শুদ্ধভাবে টু ডা পইণ্ট গভীৰ জ্ঞানেৰে উত্তৰ লিখিবা। যাতে উত্তৰ পুস্তিকা চাওঁতা আচৰিত হৈ পৰে।"

পিৰিয়ডটো আৰম্ভ হোৱা দহ-বাৰ মিনিট হৈছিল হে। পুষ্পিন্দৰ নিজৰ বহা ঠাইৰ পৰা উঠিল। প্ৰফেচাৰ মৌন হৈ ৰ'ল। গোটেইবিলাক ল'ৰা-ছোৱালীয়ে পুষ্পিন্দৰৰ ফালে চাবলৈ ধৰিলে। সকলোৰে কৌতুহল—কি ক'ব খুজিছে বা তেওঁ? তাই হাতৰ মুঠিত লৈ থকা ভাজ দি জাপি ৰখা ৰুমালখনেৰে ওঁঠ দুটা মোহাৰি ক'লে, চাৰ, যেতিয়া আমি 'প্ৰেপ' ক্লাচত প্ৰথম প্ৰৱেশ কৰিছিলো, আপুনিয়ে আমাৰ প্ৰথমটো পিৰিয়ড লৈছিল আৰু আপুনি নিজৰ জীৱনৰ বিষয়ে কিমান যে কথা কৈছিল। আজি আমাৰ

শেষৰ দিনটোত আপোনাৰ শেষ পিৰিয়ড। আকৌতো আপুনি আমাৰ ক্লাচ লববৈ নেপায়। আমাৰ এটা কথা মানি লওক।”

“কি? কোৱা—কি কথা?” সজ্জন সিংহই ছোৱালীজনী থিয় হোৱা দেখিয়ে আচৰিত হৈছিল।

ল'ৰা-ছোৱালীবিলাক ব্যগ্র হৈ পৰিল আৰু টেপা মাৰি মাৰি হাঁহি ৰ'ল।—কি কথা বা কয় পুষ্পিন্দৰে?

“আপোনাৰ জীৱনৰ কথা আকৌ এবাৰ শুনাওক।” পুষ্পিন্দৰে ক'লে।

নচীব থিয় হ'ল। সোঁহাতৰ প্ৰথম আঙুলিটো থিয় কৰি ক'লে, “হয়, এইটো নিশ্চয় শুনাব লাগে—প্লীজ!”

বি.এ. ফাইনেলৰ এই ক্লাচটোত এই বিদ্যাৰ্থীসকলৰ চাৰি বছৰৰ আগৰ ‘প্ৰেপ’ ক্লাচৰ আধা ল'ৰা-ছোৱালীহে আছিলগৈ। সজ্জন সিংহই প্ৰেপ ক্লাচৰ প্ৰথম পিৰিয়ডটোলৈ আহিছে আৰু প্ৰথম দিনটোত নিজৰ বিষয়ে কৈ আহিছে। তেওঁৰ জীৱনটোৰ প্ৰতি বিদ্যাৰ্থীবিলাক বৰ প্ৰভাৱিত হৈ পৰাও দেখা যায়। হয়তো কোনো বিদ্যাৰ্থীয়ে সজ্জনক নিজৰ প্ৰকাশস্তম্ভ বুলিয়ে মানি লৈছে। এনে ছাত্ৰৰ লগত তেওঁ ঘৰুৱা সম্বন্ধও স্থাপিত কৰি লৈছে। তেনে বিদ্যাৰ্থীৰ সুখ-দুখত বিভিন্ন পৰামৰ্শও দি আহিছে। তেওঁলোকক যথাসম্ভৱ সহায়ো কৰি আহিছে। নিজৰ জীৱন কথা শুনাই তেওঁৰ আনন্দও লাগে। তেওঁ ক্ষুদ্ৰ কণাৰপৰা ওপৰলৈ উঠি নক্ষত্ৰ হৈ পৰিলগৈ।

আৰু আজি বি.এ. ফাইনেলৰ ক্লাচত গোটেই চল্লিশজন বিদ্যাৰ্থীয়ে সজ্জন সিংহৰ ফালে আশাৰে উদগ্ৰীৱ হৈ চাব লাগিছে।

সজ্জন সিংহই নিজৰ টাইডাল ঢিলা কৰি ল'লে আৰু এটা গলহেকাৰি মাৰি ক'বলৈ আৰম্ভ কৰিলে। এনে মুহূৰ্তত এক গৌৰৱ আৰু উদাসীনতাৰ সানমিহলি ভাবৰ প্ৰভাৱ তেওঁৰ চেহেৰাত ফুটি উঠিল। তেওঁ গুৰুগম্ভীৰ মাতেৰে কথা আৰম্ভ কৰিলে “আমি ফুলৰ নিবাসী। মাটি, সম্পত্তি বুলিবলৈ একো নাছিল। এটা মাত্ৰ কেঁচা মাটিৰ কোঠা। কিবা প্ৰকাৰে মোৰ দেউতা সেনাৰ চিপাহী কামত সোমাল। সৈনিকৰ কাম এৰি অহাৰ পাছত গাঁৱৰ ধৰ্মশালাতে গ্ৰন্থী হৈ সোমাল। গুৰুগ্ৰন্থ চাহাব পাঠ কৰিবলৈ তেওঁ সৈনিকহৈ থাকোঁতেই শিকিছিল। তেওঁ বৰ ভাল পাঠকো নাছিল। ধৰ্মশালাৰ বিষয়-ববীয়াসকলে তেওঁক তাৰপৰা আঁতৰাই দিলে। আন কামো তেওঁ নেজানিছিল। মাকক কোনোবাই বুদ্ধি দিলে বোলে তুমি বৰ পুতেৰক গ্ৰন্থী হ'বলৈ গঢ় দিয়া। আমাৰ ভাই-ককাই তিনিজন। ময়ে ডাঙৰ। মাই মোক গুৰুদ্বাৰত থৈ আহিলগৈ। সেইটো এক চৰকাৰী গুৰুদ্বাৰ আছিল। গুৰুদ্বাৰৰ মহন্তই মোক গুৰুমুখী পঢ়ালে আৰু পাছত পাঠৰ শিক্ষা দিলে। তেওঁ মোৰদ্বাৰা বাচন-বৰ্তনো ধোৱাইছিল। মই গাৱৰপৰা ৰুটিও খুজি, আনি যোগাব লগা হৈছিল। সন্ধ্যা ৰুটি সেকিব লগাতো পৰিছিল। কেতিয়াবা আমনি লাগিলে গুৰুদ্বাৰৰপৰা পলাই আহি ঘৰ পাওঁহি। মাই মোক মাৰকিল কৰি আকৌ

গুৰুদ্বাৰত থৈ আহেগৈ। শেষত মই পাঠক হৈ পৰিলো। অকালগড়ৰ গুৰুদ্বাৰত মই এবছৰ পাঠক হৈ কটালো। অখণ্ড পাঠ কৰাই মোক আধা পইছাহে দিয়ে।

“দশম গ্ৰন্থৰ পাঠ কোনো কোনোৱেহে কৰে। নিহঙ্গ সিংহই এই পাঠ কৰোৱায়। মোক কোনোবা এজনে ক'লে বোলে মই দৰাজ গাঁৱলৈ গুছি যাব লাগে। তাত গুৰুদিত্বাৰ গুৰুদ্বাৰ আছে, দশম গ্ৰন্থৰ পকা পাঠক বনাই দিব। সেই কাৰণে ভাইহঁত, মই তালৈকে গ'লো। দৰাজৰ গ্ৰন্থীজন ফুলৰ। তেওঁ মোক মৰমৰ চকুৰে চালে। মই তাত দুবছৰ কটালো। ভাল পাঠকেই হৈ পৰিলো। কিন্তু হঠাৎ মই ফুলৰপৰা খবৰ পালো যে দেউতা ঢুকাল। মই ফুললৈ যাব লাগে। সন্তৰ ঘৰতে কাম কৰিব লাগিব। মা অকলশৰীয়া হৈ পৰিল। ভাই দুটাও তেনেই সৰু, সিহঁতে একো কাম কৰি দিব নোৱাৰে। মাৰ ঘৰখন যিকোনো প্ৰকাৰে চলাই নিব লাগে। এনে সময়তে এজন সাধু পুৰুষে মোক সহায় কৰিলে। তেওঁ সেই সময়ত ডি.চি. আৰু চুপাৰিণটেনডেণ্টক চিনি পাইছিল। ডি.চি.ৰ কাৰ্য্যালয় সেই সময়ত ফুলতে আছিল। সেই ভদ্ৰলোকৰ পৰামৰ্শ আছিল যে মই ডি.চি. কাৰ্য্যালয়ত চাপৰাচী সোমাই যাওঁ। মোৰ জীৱন পথ বদলি হৈ পৰিব। সেই সময়ত মোৰ বয়স আছিল তেৰ বছৰ। ওঠৰ বছৰ লিখাই মই ডি. চি. কাৰ্য্যালয়ত চাপৰাচী হৈ সোমালো। মোৰ জীৱনত ই'ও এক ইনকিলাব্।

সেই সময়ৰ ডি. চি. জন দেৱতুল্য লোক আছিল। কিন্তু স্ত্ৰী গৰাকী আছিল জমাদাৰণি। তেওঁ মোৰদ্বাৰা ঘৰৰ সকলো কাম কৰাই লয়। ঘনাই ঘনাই খাবলৈ লাগে। মই পুৱা ছয় বজাতে ঘৰৰপৰা ওলাওঁ আৰু ৰাতি ন বজাতহে ঘৰ সোমাওহি। পুৱাই গৈ ডি.চি.ৰ ঘৰত বাচন মাঁজোগৈ; কোঠা চফা কৰো, চকী-মেজ মোহাৰো আৰু কাপোৰো ধোওঁ। দহ বজাত কাছাৰীলৈ গৈ দিনৰ দিনটো তাৰিখ মতে মোকৰ্দমা থকা আচামী ফৰিয়াদী লোকক চিঞৰি মাতি থাকোঁ, আমোলাসকলক ইটো সিটো কাম কৰি দিওঁ আৰু আবেলি পুনৰ ডি.চি.ৰ বঙলালৈ গৈ বাচন চাফ কৰোঁগৈ। আৰু যে কিমান কাম কৰিব লাগে। ডি.চি.ৰ ডাইনী ঘৈণীয়েকে কথাই কথাই কিমান যে গালি পাৰে। তেওঁৰ জিভাই পটপটায়ে থাকে। তেওঁ মোৰ উপকাৰ সাধি পুৱা-গধূলি ৰুটি খাবলৈ দিয়ে। মই অকণো কাম কৰিব নজনা হেতু নিজৰে ধিক্কাৰ লাগে। ৰুটিও মোক দলিয়াই দিয়াদি দিয়ে, কুকুৰক দিয়াৰ দৰে। এই বিলাক কাৰণত কোনো কথাতে মোৰ খং নুঠে। মই সদাই উৎফুলিত হৈয়ে থাকো যে মই চাপৰাচী কামটো পাইছো, দৰ্মহা পাওঁ। মাহৰ গোটেই দৰ্মহাটো নি মাৰ হাতত দিওঁগৈ। মাৰ যে কিমান আনন্দ লাগে।”

তাৰ পাছত দেশ স্বাধীন হ'ল। ফুল জিলা হৈ নেথাকিল। দেশীয় ৰাজ্যবিলাক ভাগি গ'ল, জিলা বাৰনালা হ'ল। ডি.চি. চাহাব মলেৰকোটলালৈ গুছি গ'ল। তেওঁৰ প্ৰভাবো কমিল। ফুললৈ এজন মেজিষ্ট্ৰেট আহিল। তেতিয়া দিনত জুডিচিয়াৰী আৰু আৰু-এক্জিকিউটিভ একে আছিল। এতিয়া মই সেই মেজিষ্ট্ৰেটৰ কাৰ্য্যালয়তে কাম

কৰি ৰ'লো। তেওঁৰ ঘৰৰ কামো মই কৰিব লগা হৈছিল। সেই সময়ত মোৰ আচল বয়স পোন্ধৰ বছৰহে হৈছিল। মেজিষ্ট্ৰেটৰ পত্নী বৰ ভাল মানুহ আছিল। তেওঁ মোক নিজৰ ল'ৰাৰ দৰে মৰম কৰিছিল। তেৱেঁ মোক পৰামৰ্শ দিলে যে মই 'বুদ্ধিমানী' কৰি লওঁ। ফুলৰ খাজাঞ্চীজনেও বুদ্ধিমানী পৰীক্ষাৰ কাৰণে সাজু হৈছিল। মোৰ আগৰেপৰা পাঞ্জাবী ভালেই আছিল। মেজিষ্ট্ৰেটৰ পত্নীয়ে নিজেই মোক বুদ্ধিমানীৰ কাৰণে পঢ়ুৱালে। বাৰনালালৈ গৈ পৰীক্ষাটো দি আহিলোগৈ আৰু পাছো কৰিলো।

এবাৰ মেজিষ্ট্ৰেটৰ পত্নীৰ টান নৰিয়া হ'ল। বয়সীয়াল লোকৰ হোৱা কিবা গম্ভীৰ বেমাৰ। বাচিবনে নেবাচে ঠিক নাই। মেজিষ্ট্ৰেটে মোক যলৈকে পঠালে, মই গ'লো আৰু দুই এদিনৰ ভিতৰতে তেখেতৰ সকলো সম্বন্ধীয় লোক আহি গোট খালেহি। লুধিয়ানা, পাতিয়ালা পৰ্য্যন্ত যাব লগা হ'ল। তেখেতৰ বয়স হৈছিল যদিও বাচিল। মোৰ প্ৰতি কৃতজ্ঞও হ'ল। ক'লে, "এতিয়া তোমাক চাপৰাচী হৈ থাকিবলৈ নিদিওঁ। তুমি এতিয়া বাচন-বৰ্তন চাফ কৰিবও নেলাগে।" সেয়েহে নেকি গাঁৱলৈ পঠাই চমন দিয়াৰ কামত লগাই দিলে।

"অমৃতসৰত নিহাল সিংহ ৰসৰ পাঞ্জাব জ্ঞানী কলেজখন আছিল। মই ৰস চাহাবলৈ চিঠি লিখিলো যে মই বুদ্ধিমানী পাছ কৰি আছো, মই তেখেতৰ কলেজখনত জ্ঞানীৰ ক্লাচ কৰিব পাৰিমনে বাৰু? তেখেতৰপৰা বৰ উৎসাহজনক উত্তৰ পালো। লিখিলে যে আহি যোৱা। মই মেজিষ্ট্ৰেট চাহাবক প্ৰাৰ্থনা জনালো যে মই জ্ঞানী পঢ়াৰ মনস্থ কৰিছো, মোক অমৃতসৰলৈ পঠাই দিব লাগে। তেখেত সন্মত হ'ল। লগতে ক'লে যে যদি পাৰা লগত এজন সহপাঠীও লৈ যোৱা। সেই সময়ত মিউনিচিপেলটিৰ এজন কৰ্মচাৰী আছিল জোগীন্দৰ সিংহ। মই তেওঁকে সন্মত কৰাই, যাবলৈ সাজু কৰালো। মেজিষ্ট্ৰেটে কোৱাত এডমিনিষ্ট্ৰেটৰে জোগীন্দৰক বেতনসহ ছুটী দি দিলে। অমৃতসৰত জালিয়াঁনাৱালাবাগৰ ওচৰতে এটা ছাত্ৰাবাস আছিল, তাতে আমি থাকিবলৈ ল'লো আৰু ৰস চাহেবৰ জ্ঞানী কলেজত নাম লগালো। আমি এটা ষ্টোভ কিনি নিজে চাহ কৰি খাওঁ। ৰুটি ছাত্ৰাবাসৰপৰা পোৱা যায়। ৰাতি ন বজাত শোঁও আৰু ৰাতি দুই বজাতে উঠি পঢ়িবলৈ লওঁ। ৰসজীয়ে পুৱা-গধূলি টেষ্ট লৈয়ে থাকে। জোগীন্দৰ সিংহতকৈ মই নম্বৰ বেছি পাওঁ। তেওঁৰ ঈৰ্ষা ওপজে। খিয়াল। "তুমি দুই বজাতে উঠি পঢ়া আৰু মোক পাঁচ বজাতহে জগাই দিয়া। তথাপি তোমাতকৈ চোন মই নম্বৰ বেছি পাওঁ।" মই কওঁ। মোৰ নাম প্ৰথম বাৰজন বিদ্যাৰ্থীৰ ভিতৰত পৰিল। আমি উত্তৰ পুস্তিকা দি আহিলো। জোগীন্দৰে কামত জইন কৰিলেহি মৱো মোৰ ডিউটিত লাগিলোহি। জ্ঞানীত মই প্ৰথম বিভাগ পালো আৰু তেওঁ জোগীন্দৰ ফেল হ'ল।"

পিৰিয়ড শেষ হ'ল। বি.এ. ফাইনেলৰ শেষ পিৰিয়ড আছিল সেইটো। সজ্জন সিংহৰো আন ক্লাচত সেইদিনা কোনো পিৰিয়ড্ নাছিল। তেওঁ ক্লাচ এৰি নিজৰ ব্ৰীফকেচটো হাতত তুলি ল'লে। ল'ৰা-ছোৱালীবিলাকো থিয় হ'ল। কিন্তু সজ্জন সিংহৰ কাহিনী আধাখিনিতে বৈ গ'ল। কাহিনীটো হয়তো শেষ কৰিবলৈকে বিচাৰিছিল আৰু বিদ্যাৰ্থীহঁতৰো ইচ্ছা সেইটোৱে আছিল। দুইতিনিজনীমান ছোৱালী আৰু চাৰি-পাঁচোটামান ল'ৰা ওলাই গ'লেই। তেওঁলোকে কিজানি সোনকালে ঘৰপোৱাটোকে চিন্তা কৰি আছিল। হয়তো তেওঁলোকৰ সজ্জন সিংহৰ জীৱনীৰ প্ৰতি সিমান আগ্ৰহো নাছিল। বাকী ল'ৰা-ছোৱালীখিনি থিয়হৈ থকা ভাগতে ৰ'ল, যেন তেওঁলোক কোঠাৰ বাহিৰ হ'ব খোজা নাই। প্ৰফেচাৰে তেওঁলোকৰ মন বুজি নিজেই ক'লে—"তোমালোকে যদি আৰু দহ পোন্ধৰ মিনিট অপেক্ষা কৰি ৰ'ব পাৰা তেন্তে মই কথাখিনি শেষ কৰিব পাৰো।" বিদ্যাৰ্থীসকল বহিল।

সজ্জন সিংহই বাকীচোৱা কাহিনী চমুকৈ কোৱাটোকে ভাল বুলি ভাবিলে।

মোৰ প্ৰতি অনুগ্ৰহশীল মেজিষ্ট্ৰেটজন বদলি হ'ল। আৰু এজন নতুন মেজিষ্ট্ৰেট আহিল। তেওঁৰ পত্নীয়ে গম পালে যে মই জ্ঞানী পাছ, তেওঁ মোৰ ওচৰত বুদ্ধিমানী পঢ়িবলৈ ল'লে। ঘৰলৈ আহি মই দুই তিনিজনমান জ্ঞানী পঢ়া ল'ৰাকো পঢ়ুৱাবলৈ ল'লো। ৰামপুৰামণ্ডিৰ এখন প্ৰাইভেট স্কুলে মোক মাতিলে যে তুমি আমাৰ স্কুলত পাঞ্জাবী পঢ়ুৱাবহি লাগে। আমি তোমাক মাহে ছাপন্ন টকাকৈ দিম। ফুলত চাপৰাচী কৰি থাকোঁতে মই তিৰাল্লিশ টকা দৰ্মহা পাইছিলো। মই ফুল এৰিলো। মণ্ডিৰ স্কুলখনৰ মাষ্টৰ হ'লোগৈ। চাপৰাচীৰপৰা মাষ্টৰ হোৱাটোও মোৰ বাবে ইনকিলাবেই আছিল। তাৰ পাছত ৰামপুৰামণ্ডিৰ এখন একাডেমীয়ে মোক ল'লে। তাত মই মাহে ষাঠি টকাকৈ পালো। একাডেমীত জ্ঞানী পঢ়োৱাৰ লগত মিড়ল্ আৰু মেট্ৰিক পঢ়োৱাৰ সুবিধা আছিল। মই জ্ঞানীৰ ক্লাচ লোৱাৰ লগতে নৱম শ্ৰেণীত পাঞ্জাবী পঢ়াওঁ। তাৰে অহাৰ সময়ত মই মেট্ৰিক পৰীক্ষা দিয়াৰ চৰ্ত লগাই দিছিল। মই দেখিলো যে সেই একাডেমীখনত জ্ঞানী ক্লাচৰ আমদানী অধিক, মিড়ল্—মেট্ৰিকৰ কম। ইংৰাজী প্ৰশ্ন কিখন দি মই মেট্ৰিকো পাছ কৰিলো। সেই কাৰণে তাৰ পাছৰ বছৰ একাডেমীৰ চাকৰি এৰি মই নিজে জ্ঞানী কলেজ খুলিলো। পাঞ্জাবৰ যিকোনো জ্ঞানী কলেজৰ তুলনাত মোৰ কাষলৈ অধিক সংখ্যক ল'ৰা-ছোৱালী আহিবলৈ ধৰিলে। মোৰ ভাল আমদানী হবলৈ ধৰিলে। পাছত মোলৈ ছোৱালী যাচিবলৈ ধৰিলে। নপঢ়া ছোৱালী যচাত লাগিল। মই লিখা-পঢ়াজনা, চাকৰি কৰা ছোৱালী বিচাৰিছিলো। সেই পৰ্য্যন্ত মই এফ.এ.জে.বি.টি. পাছ। সেই কেইদিনতে মই বাটালাৰ ওচৰৰ ধাৰোৱাল গাঁৱলৈ যাব লগাও আছিল, বিশেষ কামত। মই প্ৰথমে বাটালালৈ গ'লো। তেওঁলোকৰ ঘৰলৈ

গৈহে ৰুটি খালোগৈ। ৰুটিকিখন খাই বেচ সোৱাদ পালো। সেই ছোৱালী গৰাকীয়ে ৰুটি তৈয়াৰ কৰিছিল। গোটেই পৰিয়ালটোৰ ব্যৱহাৰ পাতি ভাল লাগিল। কথা-বতৰা, চলন-ফুৰণ, মোহ ভৰা মাত-কথাত গুপুত আকৰ্ষণ দেখা পালো। মই ছোৱালী পছন্দ কৰিলো। ছোৱালীৰ দেউতাকে চৰ্ত্ত কি মোক সুধিলে। মই একো চৰ্ত্ত নাই বুলি ক'লো। "বিয়াৰ শুভদিন ঠিক কৰি শুভ লগনৰ নামত মোক টকা এটা দিয়ক আৰু ছোৱালী মোৰ লগত পঠাই দিয়ক। বচ।" তেওঁলোকৰ ঘৰত গুৰু গ্ৰন্থচাহেব প্ৰকাশ কৰা হৈ আছিল। গোটেখিনি কথা বাবাৰ সপক্ষে হ'ল। সেই সময়ত মোৰ বয়স পচিশ আৰু ছোৱালীৰ উনৈশ বছৰ হৈছিল। ফুললৈ আহি মই মাক সকলো কথা কলোহি। মা সন্মত হ'ল আৰু আমাৰ বিয়া হৈ গ'ল। আমাৰখন বিয়া অৰ্ন্তজাতীয় বিয়া আছিল। আমি আছিলো সন্যাসী সাধুবংশৰ আৰু ছোৱালী হ'ল অৰোড় বংশৰ। অৱশ্যে এইবিলাক নতুন কথা নহয়। আজি-কালি এইবিলাক বিয়া সাধাৰণ কথা হৈ পৰিছে।

"শেষত দুটা কথা কৈ মই মোখনি মাৰিম। মোৰ কাৰণে এই দুটা কথা দুটা মহান ঘটনা আছিল। এবাৰ মই পাটিয়ালালৈ গৈছিলো। তাতে ফুলৰ দেৱতা পুৰুষ ডি.চি. চাহাব সেই সময়ত পাটিয়ালাৰ কমিচনাৰ আছিল। মনতে ভাবিলো, তেখেতক লগ ধৰোঁ আৰু কওঁগৈ-মই বি.এ. পাছ আৰু জ্ঞানীও পাছ। ডিগ্ৰী কলেজৰ প্ৰিন্সিপেলো। সেই সময়ত জ্ঞানীৰ লগতে আমি এফ.এ.—বি.এ.ৰ ক্লাচো লৈছিলো। মই তেখেতক সগৌৰৱে কম যে মই যথেষ্ট পইছা উপাৰ্জন কৰিছো। মোৰ পত্নীও বি.এ. পাছ কৰি বি.এড. হৈ চৰকাৰী চাকৰি কৰে। কমিচনাৰ চাহাবে শুনি ৰং পাব। মই তেখেতৰ কাৰ্য্যালয়লৈ গ'লো। তেখেতে মোক সাবটি ধৰিলে। মই সকলো কথা ক'লো। তেখেতে সন্তোষ পালে। পাছত ক'লে—"তুমি মোৰ লগত আমাৰ ঘৰলৈ ব'লা।" মই ক'লো—"হক দিয়ক, দেখা কৰিলো হ'ল আৰু। এতিয়া ঘৰলৈ গৈনো কি কৰিম গৈ! আপোনাক লগ পাব লাগে, পালো।" তেখেতে ক'লে—"নহয়, তুমি যাবই লাগিব। জাৰৰ দিন। বৰ বেছি জাৰ পৰা নাছিল। তেখেতে নিজৰ বঙলাৰ ল'নত চকী পৰাই দিয়ালে। মেজ এখনো অনালে। চাকৰক মাতি ক'লে যে দুকাপ কফিকে তিনি কাপ কৰি লৈ আহ লগতে খোৱা বস্তুও অলপ লৈ আহ। মোক চকিত বহুৱাই তেখেতে চৰদাৰণীকো মাতি আনিলে। মই গৰম চুট পিন্ধি আছিলো। চিক্‌চিকীয়া ক'লা বুট জোতা, টায়ো লগাই আছিলো। চৰদাৰণীয়ে প্ৰথমে মোক চিনিবই নোৱাৰিলে, মই কৰযোৰে 'সৎশ্ৰী আকাল' ক'লো, থিয়ও হ'লো। কিন্তু মই তেতিয়াও ভিতৰি কঁপি উঠিছিলো কিজানি আজিও তেওঁ মোক ভেকাহি শোধায়। চৰদাৰণীয়ে চকীত বহি, মোলৈ পিৰিকা-পিৰিককৈ চাই ৰ'ল। চৰদাৰ চাহেবে তেওঁক সুধিলে—"এওঁক আগতে ক'ৰবাত দেখিছিলানে বাৰু?" তেওঁ একেৰাহে মোৰ ফালে চাই থাকিল। মোক এতিয়া তেওঁ চিনি পাব কেনেকৈ?

তেখেতে হাঁহি হাঁহি ক'লে—এওঁ সেই জনেই ল'ৰা—সজ্জন—যিজন ফুলত

আমাৰ চাপৰাচী আছিল আৰু আমাৰ বাচন-বৰ্তন ধোৱা কামো কৰিছিল। তুমিতো প্ৰায়ে ফেপেৰি পাতি পাতি কোৱা, ইএকো কাম নেজানে। এতিয়া চোৱা, এওঁ এতিয়া বি.এ.। ডিগ্ৰী কলেজ চলাইছে। বিয়াও পাতিলে—বি.এ., বি.এড. ছোৱালীৰ লগত। এতিয়া ল'ৰাক মানিছানে বাৰু?

চৰদাৰণী তলমূৰে বহিয়ে থাকিল। তেওঁ একো ভাবি পোৱা নাই কি ক'ব। তাত চকীখনত থমথমকৈ মই যেন বহি থকা নাই কোনোবা আলেকজেণ্ডাৰ হে যেন বহি আছে, যিজনে সমগ্ৰ সংসাৰখনকে জয় কৰি আহিছে।"

"দ্বিতীয়টো ঘটনা বৰ চমু—কিন্তু অনুপম। যিজন মেজিষ্ট্ৰেটে মোক জ্ঞানী পঢ়িবলৈ অমৃতসৰলৈ পঠাইছিল, তেখেতৰ বৰপুতেকৰ বিয়া পাতিছিল। ল'ৰাজন এতিয়া কোনোবা ঠাইত পি.চি.এচ. বিষয়া হৈ আছেগৈ। বিয়ালৈ ময়ো গ'লো। তেখেতে বহুত কম সংখ্যক লোককহে নিমন্ত্ৰণ দিছিল। মোক বিশেষভাৱে নিমন্ত্ৰণ কৰিছিল। তেখেতৰ পৰিবাৰৰ মনত বৰ আনন্দ যে মই বিয়ালৈ গ'লো। বৰ-যাত্ৰী হৈ, গৈ, ঘূৰি আহোঁতে তেখেতে ক'লে—"ব'লা ভিতৰলৈ, সজ্জন। তোমাক বোৱাৰী দেখুৱাওঁ।" মোৰ লাজ লাগিছিল সেই সময়ত। মই ক'লো—মই হ'লো আপোনালোকৰ কাঁহি-বাতি ধোৱা চাকৰ—আৰু ক'ত এই বোৱাৰী—কোনো ধনাঢ্য লোকৰ জীয়াৰী। হাকিমৰ পৰিবাৰে কি ক'লে জানা? "চোৱা বোৱাৰী, এওঁ হ'ল তোমাৰ দেওৰ, সজ্জন সিংহ।" মই তেনেই জঁয় পৰি গ'লো। "হাকিমনীয়ে মোক কিমান ওপৰলৈ তুলি দিলে!"

ল'ৰা-ছোৱালীহঁতে গম ধৰিবই নোৱাৰিলে যে পিৰিয়ডৰ অন্ততো আৰু প্ৰায় এঘণ্টা পাৰ হ'ল। সজ্জন সিংহই নিজৰ কথাৰ সোঁতত উটি গৈ থাকিল। তেওঁৰ কোঠাৰ বাজ ওলাই জিৰণি চ'ৰাত সোমালগৈ। প্ৰায় সকলো প্ৰফেচাৰেই ঘৰলৈ গ'ল। বাবা প্ৰিন্‌চিপেলে এজন কেৰাণীৰে কিবা তৰ্ক কৰি আছিল। সজ্জন সিংহক দেখি মিচিকিয়া হাঁহি মাৰি, বহিবলৈ ক'লে। কেৰাণীজন উঠি গ'লত বাবাই ক'লে, "সজ্জন সিংহ, আজি দেখোন ডবল্ পিৰিয়ড্ লৈ আহিলা।"

"এৰা, ডবলকি? ট্ৰিপোল বুলিয়ে ধৰক। কেতিয়াবা কেতিয়াবা ৰাম-কাহিনীও ক'ব লগাত পৰে।"

"বাৰু, বাৰু। নোযোৱা জানো? প্ৰিন্‌চিপেল যাবলৈ উঠিল। বাহিৰফালে মন দি কাৰোবাক ইঙ্গিত দি মাতিলে। এহাল ল'ৰা-ছোৱালী থিয় হৈ আছিল। তেওঁলোকে সজ্জন সিংহক লগ পাব খুজিছে। সজ্জন সিংহই প্ৰিনচিপেলক সৎশ্ৰী আকাল বুলি বাহিৰ ওলাল আৰু ল'ৰা-ছোৱালী হালৰ ফালে কাণ দিলে। ল'ৰাজনে ক'লে, "প্ৰফেচাৰ মহোদয় মণ্ডিৰ ফালে যাব নহয়?"

"অঁ, কোৱাচোন কি কথা?" সজ্জন সিংহই উদ্‌গ্ৰীৱ হৈ সুধিলে।

ছোৱালীজনীয়ে ক'লে,—"আমিও আপোনাৰ লগতে যাওঁ—আপোনাৰ ঘৰলৈ। অলপ কথা পাতিব লগা আছে।"

সজ্জন সিংহ পোন হৈ থিয় হ'ল আৰু ছোৱালীজনীৰ চেহেৰা নিৰীক্ষণ কৰিলে। লাহে লাহে ক'লে—"তেন্তে ব'লা যাওঁ।"

নাকত চছমাযোৰ খাপখুৱাই লগাই ব্ৰিফকেচটো বাওঁহাতত কিতাপ লোৱাদি লৈ সজ্জন সিংহই গুৰু-গম্ভীৰ খোজেৰে কলেজৰ গেটৰ ফালে যাবলৈ ধৰিলে। নচীব তেখেকৰ সোঁফালে আৰু পুষ্পিন্দৰ বাওঁহাতেদি গৈ থাকিল। তেওঁলোকে মাত বোল নকৰাকৈয়ে যাবলৈ ধৰিলে। গেটৰ বাহিৰ ওলাই পকা বেঞ্চখনত গৈ বহিলগৈ। সজ্জন সিংহই সাধাৰণভাবে ক'লে—"এৰা আজি আকৌ মই চাইকেলখন আনিবলৈ নহ'ল। বাছতে একেলগে যাওঁ ব'লা। মই হ'লে চাইকেলেৰে অহাটোহে পছন্দ কৰো। নানিলে তিনিমাইল বাট খোজ কাঢ়িয়ে যাওঁ। খোজ কঢ়া পেটৰ কাৰণে ভাল।"

ল'ৰা-ছোৱালী হালে মিচিকিয়াই হাঁহিলে। ছোৱালীজনীয়ে উচপিচাই ক'লে, চাৰ আপোনাৰ মিচেচে ক'ত কাম কৰে?"'

"ইয়াতে—ৰামপুৰাত। হাইস্কুলৰ মিচট্ৰেচ।"

"ল'ৰা-ছোৱালী কেইটা?"

"ল'ৰা তিনিটা।"

"ছোৱালী?"

"ছোৱালী এজনীও নাই।"

"ল'ৰা কিমান ডাঙৰ হৈছে?"

"এটা কলেজ পাইছেগৈ। ভাটিণ্ডাত থাকে। সৰু দুটা স্কুলতে আছে।"

"চাৰ আপোনাৰ বিয়াৰ সময়ত মানুহবিলাকে বিৰোধ কৰা নাছিলনে?"

"মানুহেনো কি বুলি বিৰোধ কৰিব? মিয়াঁ-বিবি ৰাজি হ'লে কাজিয়ে কি কৰিব পাৰে! তেওঁৰ মাক-দেউতাকে নিজেই মোক পছন্দ কৰিছিল। মই মোৰ মাকো সন্মত কৰালো। সমাজে কৰিব কি? সমাজেতো মানিবই লাগিব। মানুহে যিকোনো সামাজিক স্তৰৰ প্ৰগ্ৰেচিভ ষ্টেপটোৰ চৰ্চা কৰে। আৰম্ভণীতে ধুমুহাৰ সৃষ্টি কৰি দিব, তাৰ পাছত এক-ডেৰ বছৰ নিন্দা কৰি কটাব আৰু সময় পাৰ হৈ যোৱাৰ পাছত সেই ব্যক্তিকে নিজৰ সমাজৰ অংশীদাৰ কৰি ল'ব। সমাজৰ অন্তৰ বৰ বিশাল। আমিয়েতো সমাজ। আমাৰ যোগেদিয়ে সমাজ পৰিৱৰ্তিত হৈ থাকে।"

"কিন্তু আমাৰ কথাও বেলেগ ধৰণৰ, প্ৰফেচাৰ চাহাব। আমিতো শিকলিত বান্ধ খাই থাকিব লাগিব।" নচীবে ক'লে।

"কিয়? তুমি কি ক'ব খোজা?" সজ্জন সিংহই প্ৰশ্নসূচক দৃষ্টিৰে নচীবলৈ চালে, তাৰ পাছত পুষ্পিন্দৰলৈ দৃষ্টি দিলে।

"ঘৰলৈ গৈয়ে কথা পাতিমগৈ। এই কাৰণে আপোনাৰ লগত ওলাইছো।" নচীবে উত্তৰ দিলে।

ফুলৰ ফালৰপৰা বাছ আহিল। তিনিও বাছত উঠিল।

জানৰ দলংখনৰ ওচৰতে নামি তিনিও বোকাভৰা গলিটোৰেদি গৈ সজ্জন সিংহৰ ঘৰ ওলালগৈ। পৰিবাৰ স্কুলৰপৰা আহি পাইছিলহি। শনিবাৰ কাৰণে স্কুলৰপৰা সোনকালে পালেহি। আজি বি.এ. শেষ পিৰিয়ড বৰ দীঘলীয়া হোৱা কাৰণে আৰু নচীব-পুষ্পিন্দৰ লগত অহা কাৰণে সজ্জন সিংহ অহাত পলম হ'ল। গলিৰ কাষতে লগা ড্ৰইংৰুমত বহি প্ৰথমে তিনিও ৰুটি খালে। তাৰ পাছত চাহ খাই তিনিও সেই কথাকে পাতিবলৈ ল'লে। পৰিবাৰে ৰুটি-চাহৰ ব্যৱস্থা কৰিলে। খুৰাই-বুৰাই তেওঁ নিজৰ কোঠালৈ গৈ ভাগৰ মৰাৰ উদ্দেশ্যে কাতি হ'লগৈ। ঘৰত ল'ৰাকিটাও নাছিল। ডাঙৰটো ল'ৰা এতিয়াও ভাটিগুৱৰপৰা ঘূৰি পোৱাহি নাই। সৰু দুটাই খাই বৈ খেলিবলৈ ওলাই লগৰ লগৰীয়াৰ ঘৰ পালেগৈ।

মোচকোছা পোনাই পাগুৰীটো খুলি তাৰ ভাজত সুমুৱাই ৰখা ফণিখন উলিয়াই চুলিকোছা ফণিয়ালে। পাগুৰীটো ওচৰতে থকা ফ্ৰীজটোৰ ওপৰত থৈ চছমাযোৰ খুলিলে। চোফাৰ ওপৰত পেলাই থোৱা ব্ৰিফকেচটো কাৰ্ণিচ থকা দেৱালত তুলি থ'লে। পাছত সুধিলে, "অঁ, এতিয়া কোৱাচোন নচীব তোমালোকৰ সমস্যা কি?"

"সমস্যা চিধা-চিধি, প্ৰফেচাৰ চাহাব। মই নাপিতৰ ল'ৰা বুলি আপুনি জানেই, এওঁ হ'ল জাটৰ জীয়াৰী। আমি সিদ্ধান্ত কৰিলে বা হ'ব কি? জাটতো জাটেই। নাপিতৰ কি সাহ আছে!"

সজ্জন সিংহই কেৰাহিকৈ ছোৱালীজনীৰ ফালে চাই মিচিককৈ হাঁহিলে। ক'লে, "নাপিতৰো সাহ আছে, যিহেতু জাটৰ ছোৱালীৰ পিছ ল'ব পাৰিছে। এইটোতো কম সাহস নহয়?" পুনৰ গম্ভীৰ হৈ ক'লে, "চোৱা বন্ধু, প্ৰশ্ন নাপিত জাটৰ নহয়। ডাঙৰ প্ৰশ্ন হৈছে আৰ্থিক অৱস্থা। যদি তোমালোক আৰ্থিকভাৱে শক্তিশালী হ'ব পাৰা, তেতিয়া এই সমস্যাৰ লগত যুঁজ দিব পাৰিবা আৰু তোমালোক জিকিবাও। বাকী থাকিল কথা বিশ্বাসৰ, সেইটো সবাতোকৈ লাগতিয়াল কথা। যদি তোমালোক দুয়োৰে মাজত পৰস্পৰৰ বিশ্বাস আছে তেন্তে ইস্পাটৰ বেৰাৰ দৰে দৃঢ় হৈ থাকা। তোমালোকক কোনে লৰাব পাৰে চাওঁ?"

"আৰ্থিক দিশত টনকিয়াল হোৱা মানে কি বুজাব খুজিছে, প্ৰফেচাৰ চাহাব?" নচীবে সুধিলে।

"চোৱা, এতিয়া ততাতৈয়াকৈ একো নকৰিবা। প্ৰথমে ইজনে-সিজনৰ বিশ্বাসক গাঁঠিত বান্ধি লৈ পৰীক্ষাৰ কাৰণে সাজু হোৱাগৈ। ভাল নম্বৰ পাবলৈ চেষ্টা কৰা। আগলৈ আৰু পঢ়িব খোজা যদি পঢ়ি যোৱা। নচীব তুমি কোনো চাৰ্ভিচত পাৰিলে সোমাই লোৱা। নিজৰ ভৰিত থিয় হোৱা। বচ, কি ক'বলৈ আছে? বিয়া পাতি

পেলোৱা। মাৰ দেউতাৰহঁতে যদি নেমানে যদি সমাজে নেমানে তেন্তে ক'ৰ্ট মেৰেজ কৰি পেলোৱা।"

নচীবে ক'লে, "এইখিনি কথা আমি আগতেই চিন্তা কৰি লৈছো, প্ৰফেচাৰ চাহাব। মই যদি চাৰ্ভিচ পাওঁ তেনেহ'লে তাৰ পাছতহে আন সকলো কৰা হ'ব।"

"তেনেহ'লে কি কথাত কান্দিব লগা হ'ল?"

"পাপালৈ ভয় কৰি কান্দিছে চাৰ। এওঁ কৈছে যে তোমালোক হ'লা জাট আৰু আমি হ'লো নাপিত। মাৰি নেপেলালেহে আছে।" কথাষাৰ কৈ পুষ্পিন্দৰে চুমকী লগোৱা দুপট্টাৰ আগটো মুখত ভৰালে। যেন নচীবৰ ভীৰুতাক ব্যঙ্গহে কৰিলে।

"মৰা-কটা একো কৰিব নোৱাৰে দিয়া। তোমালোকক কৈ থ'লো যে সমাজে নোহোৱা-নোপোজা কথাও পাছত মানি লয়গৈ। মাক-বাপেকে শেষত বুজা-পৰালৈ আহে। তোমালোকে এইবিলাক কথালৈ একেবাৰে ভয় নকৰিবা। নিজৰ ভিতৰত মনোবল সৃষ্টি কৰি লোৱা। বচ, কোনো ফালৰপৰা তুফান নাহে। আহিলেও পাৰ হৈ যাব।"

ল'ৰা-ছোৱালীহালে সজ্জন সিংহৰ কথাখিনিৰপৰা যথেষ্ট বল পালে। তেওঁলোকে উপলব্ধি কৰিলে যে তেওঁলোকে একো বেয়া কাম কৰা নাই। ইয়াত মাক-বাপেকক অৱজ্ঞা কৰাও হোৱা নাই। তিনি কি চাৰে তিনি বাজিল। সজ্জন সিংহয়ো অলপ আৰাম কৰাটো বিচাৰিলে। ভাটিগুৰপৰা ল'ৰাটোও পালেহি। স্কুলত পঢ়া হাল ঘূৰি অহা নাই। পৰিবাৰো বিচনাৰপৰা উঠি চোতাললৈ ওলাল, তেনেতে প্ৰফেচাৰে ক'লে,—"চাহ একো কাপকে কৰি আনি দিয়াহি, হেৰা?" নচীবে মাত দিলে, "নেলাগে প্ৰফেচাৰ চাহাব। এতিয়া চাহ নেলাগে। আমি যাওঁহে এতিয়া।" প্ৰফেচাৰ পত্নীয়ে পাকঘৰত বাচন ধোৱাত লাগি আছিল। বাহিৰৰপৰা মাত শুনি পুষ্পিন্দৰ উঠি পাকঘৰ পালেগৈ। প্ৰফেচাৰ পৰিবাৰৰ লগত তেৱোঁ চাহ কৰাত লাগিল। পৰিবাৰে তাইৰ চেহেৰাটো মনোযোগেৰে চালে আৰু কিবা অনুসন্ধান কৰাৰ চেষ্টা কৰিলে। ছোৱালীৰ চেহেৰাতো তেনেই সহজ-সৰল। পূৰঠ দেহাৰে সৌম্য।

ইফালে ড্ৰইংৰুমত প্ৰফেচাৰ সজ্জন সিংহই ল'ৰাক জুখি চোৱাত লাগিল, "কিহে নচীব ছোৱালীজনী তোমাৰ কেনে লাগিছে? তোমাক কেনেবাকৈ এৰি নিদিয়েতো? ধনাঢ্য জাটৰ ছোৱালী, এনেয়ে ইমোচনেল হৈ উঠা নাইতো? পাছত যদি বাপেকে মনে পতা পুখুৰীত পানী খাবলৈ নিদিয়ে তেন্তে তায়ো নিবোকা চামোন হৈ ঘৰতে বহি থাকিব।"

"এইটো নকৰিব যেন লাগে প্ৰফেচাৰ চাহাব। আৰু মোৰ ফালৰপৰা আগ নবঢ়াকৈয়ে তেওঁহে জোৰ দি আগবাঢ়িছে। তেওঁহে প্ৰথমে প্ৰস্তাৱ দিলে। ছোৱালীজনী বৰ সাহিয়াল যেন লাগে।"

"যদি কথা আৰম্ভই হ'ল তেন্তে এতিয়া গাত বল বান্ধি আগ বাঢ়া। নপলাবা।

একেবাৰে সিমূৰ পোৱাই দিয়াগৈ। ক'তো একো অসুবিধা নহয়, জানিবা। কিন্তু ভাই ধৈৰ্য্য নেৰিবা। বছৰ পাৰ হ'ব, হ'বলৈ দিয়া। সত্যতা নেৰিবা। বি.এ. পাছ কৰি কোনো কাম এটাত সোমোৱাৰ দিহা কৰা প্ৰথমে। তাৰ পাছত ছোৱালী লৈ আহাঁ। অৱশ্যে তুফান বহুত আহিব। জাটৰ জীয়াৰীতো। নাপিতকতো জাটে দুৰ্বল বুলিয়ে ভাবে। গাঁঠিত জীৱ বান্ধি ওলোৱা কথা, বন্ধু, সাহস নেহেৰুৱাবা।"

"ঠিক কথা প্ৰফেচাৰ চাহাব। এতিয়া লৰচৰ নহও। এতিয়া আমি জাপি থোৱা ইটাৰ দৰে অলৰ-অচৰ হৈ ৰ'ম। পুষ্পিন্দৰক, এনেহে লাগিছে তেওঁৰ অন্তৰ যথেষ্ট শক্তিশালী।"

এনেতে পুষ্পিন্দৰে ট্ৰেত চাৰিকাপ চাহলৈ ড্ৰইংৰুমত সোমালহি। তেওঁৰ পিছে পিছে প্ৰফেচাৰণীও। প্ৰফেচাৰণীয়ে পাকঘৰতে সকলো কথাৰ উহ ল'লে। ড্ৰইংৰুমলৈ আহি হাঁহিলে। অৱশ্যে হাঁহিত গম্ভীৰতাও আছিল। বহিয়ে ক'লে, "এটা কথা নহয়, এই বয়সত ল'ৰা-ছোৱালীৰ সিদ্ধান্তই বৰ কষ্টেৰে উচ্ছ্বাসত উঠিবগৈ পাৰে। অলপ মেচিঅ'ৰ হোৱাৰ আৱশ্যক।"

সজ্জন সিংহই ক'লে, "কি মেচিঅ'ৰ হ'বলৈ আছে হে? এওঁলোক এতিয়া ল'ৰাহে আছে নেকি? চাৰি মাহৰ পিছত গ্ৰেজুৱেট হ'বগৈয়ে দেখোন। মেচিঅ'ৰেতো।"

"তথাপিও গোটেইখিনি কথা জাৰি-জোকাৰি চোৱা দৰ্কাৰ। যাতে মূৰকত পিছ হুহঁকিব লগা নহয়গৈ। তেতিয়াতো মানুহৰ মান-সন্মান নেথাকিব। নহ'লে ইমানৰ কথা ইমানতে এৰি পেলোৱাই ভাল হ'ব। নহ'লে কৰি-মেলি এৰিব লগা হ'লে বৰ বদনাম হ'বগৈ। হয়, যদি সিদ্ধান্ত কৰাই হ'ল তেন্তে অলৰ-অচৰহে, নিৰ্ভয়েৰে এই সিদ্ধান্ত শেষলৈকে পালিব পাৰিব লাগিব। কথা হ'ল এইটোৱে।" পৰিবাৰে বাধাও দিলে আৰু আগবাঢ়িবলৈও জোৰ দিলে। আচলতে তেওঁ কথাখিনি পক্কা কৰাৰ উদ্দেশ্যলৈয়ে ক'লে।

চাহ খাই দুয়ো সজ্জন সিংহ আৰু তেখেতৰ পৰিবাৰক সৎশ্ৰী আকাল বুলি বিদায় ল'লে আৰু দুয়ো উৎসাহ তথা নতুন বিশ্বাস লৈ ঘৰলৈ ওলাল। বাছত উঠিবলৈ জানৰ দলংখনৰ ওচৰলৈ গৈ থাকোতে দুয়ো পঢ়াৰ কথাকে পাতি গ'ল। পুষ্পিন্দৰে কৈ গৈছিল "বচ এতিয়া একাণপতীয়াকৈ কিতাপ পঢ়াত লাগি যাওঁহক। পৰীক্ষা দি লৈহে আন কথা ভাবিম।"

নচীবে ফয়চলা শুনালে—"ঠিক আছে, এতিয়াৰপৰা দেখা-দেখি নহওঁ আৰু। মই তোমাৰ ঘৰলৈ আৰু নেযাওঁ। তুমিও নাহিবা। পৰীক্ষাৰ পাছতহে লগ হ'ম। সেই পৰ্য্যন্ত বিদায় ল'লো দেই। এতিয়া মই আঁতৰিলো, তোমাৰপৰা। তুমি অকলেই যোৱা, বাছত। মই অলপ ৰৈ মেলি যাম।" ফুলৰ গেটৰ কাষলৈ আহি ভৰিত ব্ৰেক লগালে, নচীবে।

"হায় এতিয়াই আঁতৰিব খুজিছা?" পুষ্পিন্দৰৰ যেন কিবা আঘাত লাগিল।

"ইমান জল্‌দী গাত গুলী লাগিলগৈনে? এতিয়াই ঠেহ পাতিলাই! পৰীক্ষালৈকে তেনেহ'লে কেনেকৈ কটাবা?"

"অঁ, মোক গুলীয়াই দিয়া। গুৰি কাটি পেলোৱা।" পুষ্পিন্দৰৰ চকুত গভীৰতা ফুটি উঠিল।

"পাগলী নহ'বা। এতিয়া যোৱা। মই অলপ পাছত যাম।"

"মই নেযাওঁ। ইয়াতে থিয়হৈ থাকিয়ে মৰিলেও মৰিম। তুমি দলঙৰ ওচৰলৈকে মোৰ লগত যাব লাগিব।"

"লাভ কি হ'বগৈ? তাত গাঁৱৰ কুৰি-পচিশজনলোক কিজানি থিয় হৈ আছেই। তুমি পোনে পোনে গুছি যোৱা, বচ!"

"নেযাওঁ। তুমিয়ে যোৱা, য'লৈ যাব খুজিছা। য'ত মৰিব খুজিছা মৰাগৈ যোৱা।" তাইৰ চকুত লোতক ভৰি উঠিল।

নচীবে সৰুকৈ এটি গালি শোধাই পুষ্পিন্দৰৰ আগে আগে যাবলৈ ধৰিলে। পুষ্পিন্দৰৰ ওঁঠত হাঁহি বিৰিঙিল। দুপট্টাখনৰ আঁচলেৰে তাই চকুদুটা মোহাৰিলে।

দলঙত বাছ ৰৈয়ে আছিল। তাই খিড়িকীৰ কাষৰ এটা চিটত গৈ বহি ল'লে। নচীবে বাহিৰত দূৰত থিয় হৈ তাইক চাই থাকিল। তাই ৰৈ-ৰৈ তাৰফালে জুপি চাই অচিনাকীৰ ভাও ধৰি হাঁহি ৰ'ল।

বাছ চলাৰ লগে লগে পুষ্পিন্দৰে এটা আঙুলি লৰাই নচীবক "বাই-বাই" দিলে। এক কিলোমিটাৰমান যোৱাৰ পাছতে তাই ভাবিবলৈ ধৰিলে। তাইৰ সন্মুখত এতিয়া দীঘলীয়া সংঘৰ্ষৰ যাত্ৰা পথ। এই দীঘল পথটো অতিক্ৰম কৰিব পাৰিম বুলি তাইৰ বিশ্বাসো আছে। তাই এই বৰশিল জপিয়াই পাৰ হৈ যাব। নচীবৰ দৰে নলে-গলে লগা লগৰীয়াৰ হাতত ধৰি তাই হিমালয় পৰ্বত পৰ্য্যন্ত পাৰ হ'ব পাৰিব।

তাইৰ মনলৈ আহিল যে তাইৰ দেউতাক কিমান ধনাঢ্য জমিদাৰ! তেওঁ কিমান মাটি-সম্পত্তিৰ মালিক! ঘৰত কিমান পইছাৰ লীলা-খেলা! একো বস্তুৰে অভাৱ নাই। তাইৰ দেউতাকে হয়তো তাইৰ কাৰণে এক ধনী জাটৰ ল'ৰা এটাকে বিচাৰি উলিয়াব। কিন্তু বাপেকৰ মাটি-সম্পত্তি আৰু ধনী জাটৰ ল'ৰাৰ লগত তাইৰ কি সম্বন্ধ থাকিব পাৰে? কি ঠিকনা তাই অন্তৰৰ সঙ্গীজন পাবনে নেপায়? কাৰোবাৰ ধনাঢ্য গিৰিৰ জুতি লোৱাৰ দৰ্কাৰ কি তাইৰ? আৰু বৰ্তমান সময়ত ধনাঢ্যতা কোনো এক জাতৰ মাজত, ভাই-বন্ধুৰ মাজত আবদ্ধ হৈ থকা নাই। যিকোনো জাতৰ লোকো ধনী হ'ব পাৰে।

এই জুৱা-চুৰিৰ যুগত যি কোনোৱেই চহকী হ'বগৈ পাৰে। সাধাৰণ শ্ৰেণীৰ জাটসকলে এতিয়া ক্ষুধাত, নগ্ন অৱস্থাত কাল কটাই আছে। প্ৰত্যেকজন লোক তাইৰ বাপেক হৰদিত্ত সিংহ হ'বগৈ নোৱাৰে।

তাইৰ মনৰ মানুহ নচীবহে। তাই ভাবিলে নচীব তাইৰ কাৰণে এক এনে উপলব্ধি

হৈ গৈছে যে যেন তাৰ দেহৰ শিৰাত তাইৰ নিজা তেজ মিলি গৈছে। সামাজিক দৃষ্টিৰে এক হৈ যোৱা পৰ্য্যন্ত এই উপলব্ধিয়ে তাইৰ দেহত এক প্ৰকাৰ উত্তাপ হৈ থাকি যাব।

পুষ্পিন্দৰৰ সেই দিনটো বাৰে বাৰে মনলৈ আহিবলৈ ধৰিলে, যিদিনা নচীব প্ৰথমবাৰ তাহাঁতৰ ঘৰলৈ আহিছিল। পুষ্পিন্দৰৰ ককাকৰ বছেৰেকীয়া সকাম আছিল। এইবাৰ বাৰ্ষিক সকামটোৰ এক বেলেগ মহত্ত্ব আছিল। লোকসভাৰ সাধাৰণ নিৰ্বাচন সমাগত। ইমাৰ্জেন্সিৰ ক'লা দিনবোৰ শেষ হ'বলৈ ধৰিছে। দেশত কংগ্ৰেছ পাৰ্টি আৰু বিৰোধী বহুদলীয় পাৰ্টি একগোট হৈ জনতা পাৰ্টিৰ মাজত মুখ্য প্ৰতিদ্বন্দ্বিতা হ'ব। হৰদিল সিংহৰ এইবাৰো মূৰ গৰম। তেওঁ নিজে প্ৰতিদ্বন্দ্বিতা কৰা নাই যদিও আকালী প্ৰাৰ্থীৰ হকে দেহে কেহে লাগিছে। ঝণ্ডা সিংহৰ বাৰ্ষিক সকামত তেওঁ হৰদিত্তক কৈ সমূহ ৰাইজক নিমন্ত্ৰণ কৰাইছে। জাননী ছপাই গাঁৱত বিলোৱা হ'ল। আন কেইবাজনো আকালী লিডাৰক নিমন্ত্ৰণ কৰিও আনিছে। বছেৰেকীয়াত ঝণ্ডা সিংহৰ কথা কোনেও নুলিয়ালে। ভোট দিয়াৰহে ঢোল পিটা হল। জহ্ কালি। পুষ্পিন্দৰ আৰু নচীবে নেমু চেপি চেপি চিচাৰ গিলাচত জমা কৰিছে। প্লাষ্টিকৰ টাবত পানী ঢালি চেনী, নিমখ দি ঘুটিছে। তাৰপৰা জগত ভৰাই শোষক বিলনীয়া চেলা-চামচাইঁতে খালি জগটো আনি দি ভৰা জগ নি বিলাব লাগিছে। সিহঁতে দুৱাৰ মুখৰ পৰাই দিছে আৰু নি আছে। নচীব আৰু পুষ্পিন্দৰে অতি খৰ-খেদাকৈ কাম কৰি গৈছে। পুষ্পিন্দৰৰ মনত পৰিল সেইদিনা তাক তাইৰ কিমান ভাল লাগি গৈছিল। কাম কৰি কৰি খন্তেক ৰৈ যেতিয়া সি তাইক আগৰপৰা গুৰিলৈকে চাই পঠিয়াই তেতিয়া তাইৰ হাত-ভৰি জঠৰ হৈ পৰাৰ দৰে হৈছিল। সেইদিনা হোৱা কঁপনিখিনি তাইৰ কিমান ভাল লাগিছিল। যেন কিবা অলৌকিক বস্তু আকাশৰপৰা নামি আহিল তেনেহে লাগিছিল। আৰু সেই বস্তুটো তাইৰ নিজৰ হওক। যদিও বস্তুটো তাইৰ আয়ত্বলৈ অহা নাছিল। এক সোৱাদ, এক স্পন্দন মাত্ৰ পাইছিল।

## ৬

ঘৰ পাই পুষ্পিন্দৰে মাকৰ আগত ফাকি দিলে বোলে ফুলৰ ছোৱালীবিলাকে তাইক লগত লৈ গ'ল। মান-পক্‌খোত ক্ষত্ৰিয় ছোৱালী এজনীৰ ভতিজাকৰ ছদিনীয়া শুদ্ধি সকাম পাতিছিল। তালৈ গৈ ছোৱালীইঁতে নাচ-গান কৰিলেগৈ। গান-বাজানা কৰি পেট ভৰাই বৰফী-চিংৰা খালে। ছোৱালীজনীৰ ন-বৌৱেকজনী বৰ ভাল মানুহ দেই। তেওঁ যে কিমান পৰ আহিবলৈ নিদিয়াকৈ ৰাখি থ'লে। ক'লে, "আৰু কিবা খোৱা। কিনো খালা তুমি! আকৌ ক'লে—এতিয়া চাহ খায়হে যাব পাৰিবা, ৰ'বা। কেউজনীয়ে

একেলগে চাহ কৰিলো সকলোৰেলৈকে। আমি চাহ খাই আহিবলৈ বাটচাই থাকোঁতে পলম হৈ গ'ল।

মাকে জীয়েকৰ চেহেৰা বৈ বৈ নিৰীক্ষণ কৰি থাকিও একো অনুমান কৰিব নোৱাৰিলে। তেওঁ মনে মনে গোৰগোৰাই থাকে যে পুষ্পিন্দৰ সদাই পলম কৈ অহাৰ কাৰণ কি? সূতাৰৰ (সূতা কাতি জীৱিকা চলোৱা) জীয়েকৰ লগত থকা বন্ধুত্ব হঠাৎ এৰিল কিয়? প্ৰথমেতো তাইৰ লগত একেডাল নলীৰে পানী গৈছিল। সূতাৰৰ জীয়েকেও এই বিষয়ে একো ক'ব নোখোজে। পুষ্পিন্দৰৰ মাকে সুধিলেও নিবোকা চামোন হৈ একো উত্তৰ নিদিয়ে। তাইতো কিবা উত্তৰ দিব পাৰে। নেমাতে কিয়? তাইৰ এই মৌনতা দেখি অনেক বেয়া ভাবে জুমুৰি দি ধৰিছে—পুষ্পিন্দৰৰ মাকৰ মনত। কিন্তু তেওঁ পুষ্পিন্দৰক একো কোৱা নাই, একো সোধাও নাই। জীয়েক হ'ল গাভৰু। কিজানি হিতে বিপৰীত হৈ পৰে।

পুষ্পিন্দৰে মাকৰ লগত সদাই হাঁহিমুখে কথা পাতে। গাজা-খোৰী কথা কয়। আইতাকেহে তাইৰ কথাত হুঙ্কাৰ মাৰি উঠে। বুঢ়ীমাকে আনন্দও পায় যে তেওঁৰ নাতিয়েকে কেনেদৰে নাভূত-নাশ্ৰুত কথাবোৰ অনৰ্গলভাবে শুনাই থাকিব পাৰে। মাকে জীয়েকৰ খুহুতীয়া কথাবোৰ শুনি ভাবে যে তাই বৰ ফূৰ্ত্তি কৰি থাকে। কিমান যে হাঁহি তামচা কৰে তাই! যেন তাইৰ মনত অকণো মলি নাই। কিন্তু মাকে যেতিয়া তাইক উদাস হৈ থকা দেখে তেতিয়া ভাবে যে ছোৱালীজনীৰ নিশ্চয় কিবা চিন্তা হৈছে। নিশ্চয় কিবা কথা আছে, হয়তো তাই মনত লুকুৱাই পুহি ৰাখিছে, নকয়। মাকে ভাবে এই কেনে ধৰণৰ ছোৱালী মুখত হাঁহি অথচ চকুত উদাসীনতা। গালৰ ৰঙ ৰঙচুৱা অথচ কপালত চিন্তাৰ ৰেখা বিদ্যমান। কথা পাতি পাতি এই কিয় ভুল কৰি পেলায়? গিলাচটো আনিবলৈ ক'লে বাটিটো আনি দিয়েহি! গাধুই কামিজ-চেলোৱাৰ সলায় হয় মূৰৰ চুলিকোছা ফণিয়াবলৈ পাহৰে, সোঁৱৰাই দিলেহে ফণিখন হাতত লয়। পঢ়ি পঢ়ি কিতাপ এৰি দুৱাৰ মুখৰ ফালে ৰ-লাগি কি জুপি থাকে। ছাদৰফালে চাই যেন কথাহে পাতিছে! মাকে মাত দিলেই তাই হাঁহি দিয়ে। মাকে একো তত্ ধৰিব নোৱাৰে। আচৰিত ছোৱালী, এইজনী।

পৰীক্ষাৰ দিন চমু চাপিল। ৰামপুৰা কলেজত পঢ়া ল'ৰা-ছোৱালীহঁত মাজে-সময়ে কোনো কোনো পুষ্পিন্দৰৰ ওচৰলৈ আহে আৰু পঢ়াৰ কথা পাতি গুছি যায়। পুষ্পিন্দৰ কোনো দিন কাৰো ঘৰলৈ যোৱা নাই। দিনৰ দিনটো ফাপৰে ধৰা কুকুৰৰ দৰে কোঠাটোতে কোচ-মোচ খাই শুই-বহি থাকে। কেতিয়াবা আকৌ চকী মেজ পাৰি বহি পুৱাকৈ পঢ়ে। কিন্তু কোনোবা দিন এটা শব্দ নপঢ়াকৈয়ে দিনটো কটাই দিয়ে। খাটিয়াতে পৰি থাকে। নোশোৱেও, নাজাগেও। চকুদুটা মুদি নেজানো, কি ভাবি থাকে। নচীব কোনো দিন অহা নাই। মনে মনে তাই গালিও পাৰে। তাইৰ কেতিয়াবা নচীবৰ চোতালত হাঁহ হৈ পৰিবৰ মন যায়। সি পঢ়ি থকা কিতাপখন টান মাৰি অনি যেন

চৌকাৰ জুইত ভৰাই দিবগৈ। আৰু নচীবৰ কান্ধত মূৰ গুজি হুৰাওৰাৱে কান্দিব। কান্দিয়ে থাকিব, কথা নেপাতে। তাই ভাবিছে নচীব বৰ কাঠচিতীয়া। অত ল'ৰা-ছোৱালী মোৰ ওচৰলৈ আহিল, তেওঁ এবাৰ আহিব নোৱাৰিলনে? পাচতে পৰস্পৰে কৰা প্ৰতিজ্ঞাৰ কথা সোঁৱৰে, পৰীক্ষাৰ আগত কোনেও কাকো লগ নেপাব। অন্তৰৰ কোনোবা কোণত অকণমান আনন্দও অনুভৱ কৰে যে নচীবে কথা ৰখাত কিমান পাকৈত। তায়ো তাৰ দৰে পাকৈত হ'ব লাগিব। সেই প্ৰতিজ্ঞাত পাকৈত হৈ ৰ'ব যেতিয়া সিহঁতে কোনো সময়ত জীৱনৰ সামাজিক নিয়মানুসাৰে এক হৈ পৰিব, জীৱনৰ লগৰী পাব আৰু শেষ পৰ্য্যন্ত লগৰীয়া হৈ জীৱন অতিবাহিত কৰিব।

ৰ'দৰ তাপ বাঢ়িল। ঘেহুঁৰ থোকবোৰৰ দানাবোৰ পকিবলৈ আৰম্ভ কৰিলে। সেউজ বোলৰ ঠাইত সোণালী ৰহনে দেখা দিলে। ঘেহুঁৰ পথাৰখনত বহুদূৰ পৰ্য্যন্ত থোকৰ সমুদ্ৰ এখনে যেন ঢৌখেলি থকা দেখা গ'ল। তাৰ কেঁচা গোন্ধে পৰিৱেশটো আমেজসনা কৰি তুলিলে। প্ৰতি জোপাতে ভৰ যৌৱন। পুৱাবেলা শীতল বতাহজাক বলি থাকিলে মন নাচি উঠে। পুষ্পিন্দৰে কোঠাৰ ওপৰৰ ছাদত উঠি প্ৰকৃতিৰ এই দৃশ্য চালে তাইৰ জীৱনৰ প্ৰতি আৰু মোহ ওপজে। কিন্তু পুৱাই-পুৱাই তাই শস্য পথাৰত বহুদূৰ বিয়পি পৰা শস্যৰ ৰহস্যৰ মাজৰপৰা নেজানো কি অৰ্থ বিচাৰি ফুৰে। নচীবৰ মৰমসনা চেহেৰাটো তাইৰ চকুৰ আগত ভাঁহি উঠিলে তাইৰ এনেহে লাগে যেন সঁচাকৈ জীৱন জী থাকিবলৈহে দিছে। এই সমগ্ৰ প্ৰকৃতি, শস্যবিলাক, গছ-গছনি, ফুল, আকাশত উৰা পক্ষী, পৃথিৱীত ফুৰা পশু, গৰু-ম'হ, খেতিপথাৰত নচা মৌৰা, আৰু তাৰ চাৰিওফালে ঘূৰা মাইকী মৌৰাজনী, এই সকলোবিলাকেই জীৱনৰ মহত্ত্বকে প্ৰদৰ্শন কৰি আহিছে। কিন্তু যেতিয়াই তাইৰ নিজৰ ধনী পিতাকৰ কথা মনত পৰে আৰু কল্পিত বংশ গৌৰৱৰ বিৰোধভাবে তাইৰ মূৰত খুন্দামাৰে, তেতিয়া তাইৰ দেহা ভাগি যোৱা যেন লাগে। এই মূল্যবিলাকে তাইক হুলে বিন্ধাদি বিন্ধে। শস্যৰ আগবোৰে জোঙা বেজিৰ দৰে তাই কলিজা বিন্ধি পেলোৱা যেন অনুভৱ কৰে।

পৰীক্ষালৈ আৰু সাদিনহে বাকী। গাঁৱৰ ল'ৰা-ছোৱালীহঁতে তাইক 'এডমিট' কাৰ্ড অহাৰ খবৰ দি গ'ল। দুটা ল'ৰাইতো এড্‌মিট কাৰ্ড আনিলেগৈয়ে। পুষ্পিন্দৰে সূতাৰৰ জীয়েকক তাইৰ কাৰ্ডটোও লৈ আহিবলৈ ক'লে, যেতিয়াই যায়। কিন্তু তাই তেনেকৈ নিদিয়ে বুলি ক'লে, কাৰণ নিজে চহী কৰিহে আনিব পাৰিব। "তুমি দেখোন মোৰ লগতে ওলাব পাৰা, ব'লা। তোমাৰ আকৌ হ'ল কি?"

তাই যাম বুলি কৈ ঘৰলৈ আহি ভাবিবলৈ ধৰিলে—সূতাৰৰ জীয়েকৰ লগত গৈ তাই কিয় ল'বগৈ! নচীব কিয় নেযাব তাইৰ লগত? সূতাৰৰ ঘৰলৈ তাই যাব লাগে দেখি গ'ল। কোঠাৰ খাটিয়াখনত এটা ভৰি তুলি তাই ভাবিলে, আজি যদি নচীবৰ লগত তাই যায় কিমান ভাল লাগিব! কিন্তু তেওঁক এতিয়া কয়গৈ কোনে? আকৌ মনত পৰিল পৰীক্ষাৰ আগত দুয়োৰে দেখা-দেখি নহ'ব বুলিতো কথা দি থোৱা আছে।

শপত খোৱা আছে। শেষত তাই যাবলৈ ওলাল আৰু হাতত বেগ লৈ, ৰুমালখনত অলপ পইছা বান্ধি সূতাৰৰ ঘৰলৈ খোজ ল'লে। সূতাৰৰ জীয়েক আগতেই ওলাই মেলি ৰৈ আছিল। দুয়োজনী ভাইৰূপাৰ পৰিবহন আস্থান পাই বাছত উঠিলগৈ। পুষ্পিন্দৰে ধাৰণা কৰি ল'লে যেন নচীবো বাছত একে লগে উঠি আহিছে। তাই পাছফালে থকা বাছ যাত্ৰীবিলাকক ঘূৰি ঘূৰি চাই যাবলৈ ধৰিলে। কিন্তু সেইটো তাইৰ ভ্ৰমহে আছিল। নচীব তাত ক'তো নাই। জয়লোৱে তাইক কিবা সুধিলেও তাই অনমনা হৈ উত্তৰ দিয়ে। তাইৰ মনটো নচীবত আবদ্ধ হৈ আছে। জয়লো যেন তাইৰ কাষত বহি থকাই নাই।

কলেজৰ গেটৰ সন্মুখত তাহাঁত বাছৰপৰা নামিল। জয়লোৱে জাপমাৰি যোৱাৰদৰে গেটৰ মুখলৈ আগ বাঢ়িল। পুষ্পিন্দৰৰ ভৰিদুখন অৱশ হোৱা যেন হ'ল। তাই বৰ কষ্টৰেহে খোজ দিলে। কলেজৰ অ'ত ত'ত ল'ৰাহঁত ৰৈ আছিল। পুষ্পিন্দৰৰ দৃষ্টি চাৰিফালে ঘূৰিবলৈ ধৰিলে। তাইৰ চেহেৰা অদৃশ্য নচীবত কোনোবাখিনিত ৰৈ পৰিলগৈ। যেন গছজোপাকে সুধিছে, ইয়াত ক'ৰবাত নচীবক থিয়হৈ থকা দেখিছানে? তাই বুঢ়ী চকীদাৰণীজনীক বৰ মনোযোগ দি চালে। কি জানি তায়ে কিবা সংবাদ দিয়েবা। জয়লোৱে তাইক ঠেলি-হেচি ক্লাৰ্কৰ সন্মুখলৈ লৈ গ'ল। দুয়োজনীয়ে ৰেজিষ্টাৰ বুকত চহী কৰি এড্‌মিট কাৰ্ডদুখন ল'লে। জয়লোৱে মৰমেৰে তাইক সুধিলে "পিন্দৰ তোমাৰ নম্বৰ কি?" তাই নেমাতিলে। কাৰ্ডখনকে তাইৰ আগত দাঙি ধৰিলে। জয়লোৱে বৰ উলাহেৰে ক'লে—"বাহ! তোমাৰে মোৰে একেলগে পৰিছে!"

ৰোল নম্বৰৰ কাৰ্ড নিজৰ ৰুমালেৰে মেৰিয়াই দুয়ো গেটৰ সন্মুখৰ চিমেণ্টৰ বেঞ্চত বহিলহি আৰু বাছলৈ বাট চাই ৰ'ল। পুষ্পিন্দৰ গোমোঠা লাগি বহি ৰ'ল। জয়লোৱে অনবৰত ইটো নহয় সিটো কথা কৈ যাবলৈ ধৰিলে। পুষ্পিন্দৰে সেইবোৰ কথালৈ কাণেই দিয়া নাই। ক'বই নোৱাৰে তাই যে জয়লোৱে কিবা সুধিছে। জয়লোৱে কিবা এটা সুধি অলপ টলকা মাৰি ৰৈ নিজেই তাৰ উত্তৰ দি দিয়ে। পুষ্পিন্দৰে ভাবিলে—তাই পুনৰ কেৰাণীৰ ওচৰলৈ গৈ ৰেজিষ্টাৰ খুজি চাব—যে নচীবে এড্‌মিট্ কাৰ্ড নিলেনে নাই। তেওঁৰ ৰোল নম্বৰ কি তাকো চাই ল'ব। তাইৰ মনত ফূৰ্ত্তি লাগিল। জয়লোক তাতে বহুৱাই তাই লৰালৰিকৈ উঠিল। ক'লে, "ৰ'বা, মই এইমাত্ৰ আহিছো।" জয়লো বহিয়ে ৰ'ল। যেন কোনোবাই মন্ত্ৰমুগ্ধ কৰি য'তে-ত'তে লৰচৰ কৰিব নোৱাৰা কৰি পেলালে। মাটিৰ পুতলাটোৰ দৰে তাই পকা কৰা বেঞ্চখনতে বহি থাকিল।

পুষ্পিন্দৰে কণামানুহৰ দৰে কেৰাণীৰ কোঠাত খপ্‌জপকৈ সোমাই কেৰাণীজনৰ হাতৰপৰা ৰেজিষ্টাৰ বহীখন হাতত লৈ ফটাফৎ পাত লুটিয়াবলৈ ধৰিলে। দেখা পালে নচীবে চহী কৰি এড়মিট কাৰ্ড লৈ গৈছে। তাই চহীটোহে চালে ৰোল নম্বৰ চাবলৈ পাহৰিলেই। কোঠাটোৰপৰা ওলাই আহি মনতে ক'লে, ইমান শত্ৰু হ'লোনে যে

খবৰটোও দি নগ'লা। পুনৰ তাইৰ অন্তৰখনে উচপিচাবলৈ ধৰিলে—আজি যদি আহিলাহেঁতেন, মই তোমাৰ কি হানি কৰিলোহেঁতেন!

পুষ্পিন্দৰৰ এনে লাগিল কলেজ চৌহদৰ গছ-গছনি-লতা-ফুল, কলেজৰ দেৱাল, কলেজত ঘূৰি ফুৰা লোক সকলোৱে যেন তাইক জুপি জুপি চাইছে। তাইক যেন কিবা সুধিব খুজিছে। যেন কিবা বুজাব খোজে। কিন্তু ক'তা দেখোন কোনেও একো কোৱা নাই। সকলোৰে মাত বন্ধ কৰি দিয়া হৈছে।

তাই ঘূৰি গেটৰ কাষ পালেহি, ইতিমধ্যে বাছো আহিল আৰু দুয়ো বাছত উঠিল। বাছত উঠিয়ে জয়লোৱে ক'লে,—"হেৰা ফুলৰ ফালৰ কাকো নেদেখিলো দেখোন।" নিলে হ'বলা। নহয়নে বাৰু?"

পুষ্পিন্দৰ হতাশ ভাবত বুৰগৈ আছিল। অলপ উদাস ভাবেৰে ক'লে "অনাহকত বলকি নেথাকিবি, মৰতী। মোৰ অসহনীয় হৈছে। মোৰ মূৰটো ফাটি যাওঁ ফুটি যাওঁ কৰিছে।" তাই মূৰটো আগচিটত লগাই দিলে।

জয়লোৱে ক'লে, "শুন, বৰকৈ পঢ়িবলৈ এৰ।" তাই পুষ্পিন্দৰৰ কাষলতি তলত ভাকুটকুটাই দিলে।

"আঁতৰি নেযাবি নেকি! কি কুকুৰ ধেমালিখন কৰ!" পুষ্পিন্দৰৰ মাতত অকণো প্ৰাণ বোলা বস্তু নাছিল।

জয়লোৱে আকৌ ক'লে, "ভাল তেনেহলে শুই থাক। খাটিয়া পাৰি দিওঁনেকি বাৰু?"

"বচ, আৰু নেমাতিবি, মোৰ ভনীজনী ওলাব নেলাগে।" আগচিটৰ বাৰত মূৰটো থৈ চকুমুদি পুষ্পিন্দৰে যেন গাৰুত মূৰ দি শোৱাদি শুই ৰ'ল।"

তথাপিও জয়লোৱে নেমাতি নেথাকিল। ভাইৰূপা পাই দুয়ো বাছৰপৰা নামি ঘৰমুৱা হ'ল।

## ৭

যিসকলৰ সৰিয়হ আৰু বুতমাহ হৈছিল, তুলি চপালে। ঘেহুঁ দাবলৈও যা-যোগাৰ কৰিছে। গাঁৱৰ গলিয়ে গলিয়ে পাচি খৰাহী বেচা বাঢ়ৈয়ে চিঞৰি মাতি ঘূৰি ফুৰিছিল। পাচি-খৰাহী সজাকাম ক'ৰবাত কোনোবা ঘৰেহে কৰে। তাৰ ঠাই লৈছে ড্ৰামবোৰে। ঠায়ে ঠায়ে মৰণা মাৰিবলৈ থ্ৰেচাৰ যন্ত্ৰও লগোৱা হৈছে। বৰলোকেতো নিজেই কিনি লৈছে। নিজৰখিনি ঘেহুঁ উলিয়াই লোৱাৰ পাছত আনৰো উলিয়াই দিয়ে। নিজৰ ইচ্ছামতে উলিয়াই লয়।

ৰ'দজাকত অলপ গৰমো আছে। গছৰ তললৈ যাবৰ মন যায়। বতাহত কেতিয়া পকনীয়া উঠে। য'তে উঠে ত'ৰপৰা বন-পাত উৰুৱাই-পকাই লৈ যায়। তেনে এক পকনীয়া পুষ্পিন্দৰৰ মস্তিষ্কতো উঠিছে। পঢ়া কথা বিষাক্ত হৈ পৰিছে। তাই ভাবিছে, কিতাপতনো আছে কি ডাল, যিনেকি মনটোকে স্থিৰ কৰিব নোৱাৰে। বি.এ. পাছ্ কৰিলে বা হ'ব কি? তাই কিবা চাকৰি কৰিবনে? তাইৰ দেউতাকৰ যথেষ্ট মাটি-সম্পত্তি আছে। কিন্তু আন এক মুহূৰ্তত তাইৰ চিন্তাই মোট সলাই পেলায়। বাপেকৰ মাটি-সম্পত্তিৰ লগত তাইৰ আকৌ কিহৰ সম্বন্ধ? তাইৰ আচল সম্পত্তি হৈছে অন্তৰৰ বন্ধু নচীব। তাইৰ নচীবত (ভাগ্যত) নচীবকে লিখা আছে। যদি তাই নচীবক পাই যায় তেন্তে বাপেকৰ তেনে লাখ মাটি-সম্পত্তি ত্যাগ কৰি দিব পাৰে। নচীবকতো পাব ঠিক, কিন্তু তেওঁক চম্ভালি ৰাখিবলৈ হ'লে নিজৰ আৰ্থিক স্তৰটো শক্তিশালী কৰি তুলিব লাগিব। প্ৰফেচাৰ সজ্জন সিংহৰ সাৱধানবাণী পুষ্পিন্দৰৰ বাৰে বাৰে মনত পৰিবলৈ ধৰিলে। নচীবক তেখেতে কৈছিল—"বি.এ. পাছ্ কৰি কিবা চাকৰি এটাত সোমাই লোৱা প্ৰথমে। তাৰ পাছত ছোৱালী লৈ যোৱা।" আৰু ইয়াকো—"সম্পূৰ্ণ সত্যত থাকিবা, বচ।"

তাই নিজেও বি.এ. পাছ কৰিলে লাভ নচীবৰে হ'ব। তাই নিজেও চাকৰি কৰিব। তাই নিজৰ কাৰণে নহয় নচীবৰ কাৰণেহে চাকৰি কৰিব। তাই এতিয়া নিজৰ কাৰণে নহয়, নচীবৰ কাৰণেহে পঢ়িব। এনে ভাব মনলৈ আহিলে তাই পুনৰ কিতাপ মেলি লৈ পঢ়ে। পঢ়ে, পঢ়িয়ে থাকে। ইকনমিক্চৰ নোটবিলাক দহবাৰমান ৰটি ৰয়। পাঞ্জাবী কিতাপকিখন খাওঁতে-বওঁতে, উঠোঁতে-বহোঁতে, মাকৰ লগত কথা পাতি থকা অৱস্থাতো পঢ়ি থাকে। পাঞ্জাবী কিতাপকিখনৰ কেইষাৰমান কথাই তাইক যথেষ্ট সহায় কৰিছে। এক মানসিক আশ্ৰয় দিছে। ডাঙৰ কথা হৈছে ইংৰাজীৰ। তাই ইংৰাজীৰ গ্ৰামাৰ আৰু ট্ৰেনশ্লেশ্যনত অধিক মন দিয়ে। এই দুয়োটাতে তাইৰ ভাল জ্ঞান আছে। দশম শ্ৰেণীত পঢ়া গ্ৰামাৰ আৰু টেন্স কিটা বি.এ. পৰ্য্যন্ত তাইৰ কামত আহিছে। দশম শ্ৰেণীৰ গ্ৰামাৰৰ মাষ্টৰে তাইক কৈছিল, "ল'ৰাহঁত, এতিয়াই এইখিনি বস্তু ভালকৈ বুজি লোৱা। ভৱিষ্যতে ক'লেজত কোনো "ভাৰ্বে" মূৰ নুঘূমুৱায়। হেৰ মুৰ্খহঁত, মনত পেলাবি তেতিয়া কোনোবাই তহঁতক পঢ়ুৱাইছিল।" ঠিকেই, সেইজন শিক্ষকলৈ তাইৰ মনত পৰিছে, যিজনে তাইক 'টেন্স' শিকাইছিল। শিক্ষকজনৰ দূৰৰ দৃষ্টি ঠিকেই আছিল কিন্তু ওচৰৰ দৃষ্টি বৰ দুৰ্বল আছিল। সেই কাৰণে কিতাপ পঢ়োঁতে চছমা পিন্ধি লৈছিল। পঢ়াওঁতেও লগাই লৈছিল। চছমাৰ ফ্ৰেমটো নাকটোৰ সোঁমাজত ৰাখি পঢ়ি যায়। তেনে কৰি ল'লে পঢ়াই থাকি বাজলৈ একোবাৰ চছমাৰ ওপৰেদি চাই পঠিয়ায়, বিদ্যাৰ্থীহঁতে ভেঙুচালি কৰিছেনেকি তাকো চায়। এনেকৈ চালেও কোনো কোনো ল'ৰা-ছোৱালীয়ে হাঁহি থকা দেখে। পুষ্পিন্দৰৰ মনত পৰিছে এবাৰ তাই মাষ্টৰজীক টপৰাই মাতদি কৈছিল "মাষ্টৰজী, এনেকৈ চাই নপঠিয়াব। এনেকৈ দেখাত আপোনাক গুৰগুৰিত ধপাত হুপি থকা বেপাৰী মহাজন যেন লাগে!"

মাষ্টৰে হাঁহিহে দিলে আৰু পুষ্পিন্দৰৰ বেণীকোছাত থাপৰ এটা মাৰি দিলে মাত্ৰ। কিমান বঢ়িয়া মাষ্টৰজী! দেউতাৰদৰে মৰম কৰে, আৰু দাবীও দিয়ে। মনপুতি পঢ়ায়। হাঁহি-ধেমালিও কৰে। কেতিয়াবা পিতাৰদৰে, কেতিয়াবা ককাই এজনৰদৰে কেতিয়াবা বন্ধুৰদৰে আমাক ব্যৱহাৰ কৰে।

পৰীক্ষালৈ দুদিন থাকোঁতে তাইৰ মনত আকৌ জোৱাৰ উঠিল। পঢ়ি পঢ়ি তাই কিতাপটো ওলোটাই থেকেচা মাৰি দিলে। ঘৰৰপৰা ওলাই আহিল। দুপৰীয়া। দেউতাক ট্ৰেক্টৰ লৈ ৰামপুৰালৈ গৈছিল। হৰিন্দৰ পাল নৱম শ্ৰেণীৰপৰা দশম শ্ৰেণীলৈ প্ৰমোচন পাই ভাইৰূপাতে পঢ়িছেগৈ। সিও আজি স্কুললৈ গৈছে। মাকো কিবা কামত চন্ননৱাললৈ গৈছে। ঘৰত অকলে মাত্ৰ বুঢ়ীহে আছিল। আইতাকক পুষ্পিন্দৰে ক'লৈ যাব, কেতিয়া উলটিব, একো নক'লে।

গলিয়েদি সাওসাওকৈ ওলাই গৈ তাই জঙ্গিৰা নাপিতৰ ঘৰৰ সন্মুখত থিয় হ'লগৈ আৰু পিছ মুহূৰ্ততে দুৱাৰ ঠেলি ভিতৰ সোমাল। তাই মন নকৰিলেই যে বাটত কোন তিৰোতাই তাইক দেখিলে আৰু কোন ছোৱালীয়ে তাইক মাত দিছিল। অথচ তাই কাকো নেমাতিলে। মুকলি বৈঠকত বহি থকা বয়সীয়ালসকল কোন কোন আছিল। জঙ্গিৰাৰ ঘৰৰ আগত অৱশ্যে কোনো নাছিল। কোঠাটোত তলা লগোৱা আছিল। সীতো কেনিবাদি গৈছিল কিজানি। কোঠাটোৰ গাতে লাগি থকা বহাকোঠাৰ খিৰিকীখনৰ ফাকেদি তাই জুপি চাই দেখিলে, নচীৱ চিত হৈ পৰি শুই আছে। চকুদুটা মুদা অৱস্থাত। বুকুৰ ওপৰত কেইখনমান কিতাপ, খোলা ভাগতে লুটিয়াই থোৱা আছে। পুষ্পিন্দৰে মুহূৰ্ততে ধৰিব পাৰিলে যে তেওঁৰ টোপনি গ'ল। পঢ়ি থাকোঁতেই কিজানি টোপনি ধৰিলে। পিছ মুহূৰ্ততে ভাবিলে, হয়তো সাৰ পায়ো থাকিব পাৰে। কিবা প্ৰশ্নৰ উত্তৰ মুখস্থ কৰিবৰ কাৰণে, কিতাপ থৈ প্ৰশ্নটোৰ উত্তৰ চকুমুদি আওৰাই আছে। তাৰ পিছ পাকতে নচীৱৰ প্ৰতি এক আমেজসনা খঙো উঠিল—পাপীয়ে নিজে হ'লে পঢ়িছে, যেন আন একো চিন্তা নাই, মই ইফালে পানীৰপৰা তোলা মাছৰদৰে ছটফটাই থাকিব লগা হৈছে! কিতাপত মন নবহে যদিও নপঢ়িলেও নহয়। মোৰ একোৰে একোটো নহ'ল। এই এক নচীৱৰ চিন্তাই লগ নেৰা হ'ল, নচীৱৰ বুকুৰ কিতাপ কিখন তাই নিজেই—নচীৱ গভীৰ নিদ্ৰাত, সম্পূৰ্ণ আনন্দত মুগ্ধ। তাইৰ মন গ'ল, তেওঁক তাই এইদৰেই খিৰিকীয়েদি চাই থাকিব। কিন্তু সেইটো নহ'ল, তাই খোলা দুৱাৰেদি কোঠাত সোমাল। ভৰিত শব্দ হ'বলৈ নিদিলে। তাই দেখা পালে গলিৰ ফালৰ দুৱাৰখনো একেবাৰে খোলা হৈ আছে। তাই লাহেকৈ সেইখন বন্ধ কৰিলে। বাহিৰৰপৰা তাইক কোনেও নেদেখিলে। নচীৱৰ চকু এতিয়াও মেল খোৱা নাই। শুইছেহে হ'বলা। নহ'লে দুৱাৰ মাৰোতে কোঠাটো আন্ধাৰ হোৱাৰ উমান পাই চকুমেলি চালেহেঁতেন। ভিতৰৰ হুকটো লগাই দি তাই লাহে লাহে নচীৱৰ বিচনাৰ কাষ পালেহি। বুকুৰপৰা কিতাপ কিখন গুছালে। খাটিয়াৰ বাতামটোত বহি নচীৱৰ পেটৰ ওপৰত পথালিকৈ

শুই দিলে। নচীব ছটফটাই উঠিল। চকুমেলি চালে, যেন কিবা সপোন এটাহে তাৰ হিয়াত মূৰ দি আছে। দুই বাহুৰে সপোনটো সাবটি ল'লে। ক্ষণিকতে এক আচৰিত বাতবৰণৰ সৃষ্টি হ'ল। সিহঁতে একো কথা পাতিব নোৱাৰিলে। দুয়োৰে মাতিব নোৱাৰা অৱস্থা। হিয়াৰ কঁপনিহে মাথো শুনা গ'ল।

আগফালৰ দুৱাৰখনত চিঞৰ মাৰিলে কোনোবাই। কাৰোবাৰ খোজৰ শব্দও শুনা গ'ল। পুষ্পিন্দৰ নচীবৰ বুকুৰপৰা পকা বহীৰ ধাৰ ছিগাৰ দৰে নিমিষতে উঠি থিয় হ'ল। খন্তেকতে নচীবৰ মামীয়েকো কোঠাত সোমালহি। পুষ্পিন্দৰে হাঁহিলে। অলপ সেহাই মতাৰ দৰে ক'লে—"জেঠাইটি সৎশ্ৰী আকাল।"

"সৎশ্ৰী আকাল আই জনী, চকী এখন আনো বহাঁ।"

নচীব উঠি বহিল। সুধিল, "মামী ইমান পৰ হ'ল, গৈছিল ক'লৈ?"

"হেৰ বোপাই কওঁ কি। ধালীহঁতৰ বোৱাৰীজনীৰ ভায়েক ঢুকাল।

তেনেই ডেকা মানুহ হেৰ'! বোৱাৰীজনীয়ে কান্দি-কাতি বেহুচ হৈ দাঁত কামুৰি ধৰিলে। তেওঁৰ আকৌ ভাই বোৱাৰীয়েকৰ চিন্তা। বোৱাৰীজনীৰ কি অৱস্থা হ'ব! মই তাতে বহি আছিলো। গোটেই চুবুৰীটোৰ তিৰোতা তাত গোটখাই বহি আছে।"

"বোৱাৰীয়েকৰ ভায়েকৰ হৈছিল কি জেঠাইটি?" পুষ্পিন্দৰে অলপ সংযত হৈ ক'লে।

"শুনোতে বোলে কিবা পোকে কামুৰিছিল। খবৰ দিওঁতাই তাকে কৈ থৈ গ'ল। ক'ত জানো কট্টবালি! কট্টলৈ যাব লাগে। বোৱাৰী যাব, তেতিয়াহে বোলে দাহ সংস্কাৰ হ'ব তেওঁৰ। কিন্তু তেওঁৰ ইয়াতে এই অৱস্থা। কেতিয়া পায়গৈ ঠিকনা নাই!" নচীবৰ মামীয়েকে চিন্তিতভাবে ক'লে।

পুষ্পিন্দৰ চকীত বহিল।

নচীবে ক'লে, "মামী চাহ কৰাগৈ।"

"অ' মই নিজেই ভাবিছিলো। ছোৱালীজনী কিমান কষ্ট কৰি আহিছে।" পুনৰ সুধিলে, "হয়নে পিন্দৰ পঢ়া-শুনা কেনেকুৱা কৰিছা? নচীবেতো দিনে-ৰাতিয়ে পঢ়িছে। কোঠাৰপৰা নোলায়ে, ন-বোৱাৰীৰ দৰে—"

মামীয়েকৰ কথাত দুয়ো খিলখিলকৈ হাঁহিলে।

"আৰু!" মামীয়েকৰো হাঁহি উঠিল।

মামীয়েক চালি তললৈ গৈ চৌকাত জুই ধৰিলেগৈ আৰু পাইপৰপৰা কেটলিত পানী ভৰাই চৌকাৰ কাষত বহিলহি। চৌকাত ছলিখৰি ভৰাই থাকিল।

পুষ্পিন্দৰ পুনৰ চকীৰপৰা উঠি নচীবৰ হাত দুখনৰ ওপৰতে আহি বহিলহি আৰু নচীবৰ কিলাকুটিৰ তলেদি হাতৰ তলুৱা দুখন ভৰাই সুধিলে, "মাত্ৰ এতিয়া এই কিতাপখিনিয়ে তোমাৰ সংসাৰ নেকি?"

"তোমাৰ সংসাৰ?" নচীবে হামি এটা মাৰি আকৌ শুই পৰিল।

"মোৰ সংসাৰ? মোৰ সংসাৰ শূন্য। মন যায় যেন কিতাপবোৰ পুৰি পেলাম। পঢ়ি লাভ কি! সঁচাকৈ, বাৰুকৈয়ে পঢ়িছিলো মই। নেজানো তুমি মোক কি কৰি পেলালা!"

"কিয়, মই তোমাক, কি কৰিলো আকৌ?"

"আৰু! নিজে আনন্দত মজি পঢ়ি আছা! মোৰ খবৰ লৈছানে?"

"তোমাৰ আকৌ কি খবৰ লম? তোমাৰ শপত গ'ল ক'লৈ? মনত পৰিছেনে, কৈছিলা নহয়—পৰীক্ষাৰ আগতে লগ নধৰো, কেতিয়াও?"

"গুলী মাৰা শপত! মই হ'লে বাট চাব নোৱাৰিলো। ভাবিলো, এবাৰ তোমাক লগ ধৰি আহোঁগৈ। বচ, আহি গ'লো।"

নচীবে একতীয়া হৈ খাটিয়াখনৰ তলৰপৰা নিজৰ চেণ্ডেল এপাট তুলি আনিলে। ক'লে, "এই জোতা দেখিছা! পৰীক্ষা দিবানে নিদিয়া?"

পুষ্পিন্দৰৰ চকু চলচলীয়া হৈ উঠিল। পুনৰ তাই সোঁহাতৰ আঙুলিৰে আৰু তলুৱাৰে চকুলো মুছিলে। ক'লে "কি কৰিম! ক'তো মন নবহা হৈছে। মনটো ক্ষণে ক্ষণে অশান্ত হৈ উঠে।"

"মনটো গুলী মাৰা। প্ৰথমে বি.এ. হৈ লোৱা। এতিয়া গছত কঠাল ওঁঠত তেল হৈ আছে। প্ৰথমে লাগিব চাকৰি। তাৰ পাছত হে ঘৰ পতা হ'ব।"

"ঠিক আছে।" পুষ্পিন্দৰে চকুলো মুচিলে। আঁতৰি চকীত বহিলগৈ। মামীয়েকে দুটা গিলাচত চাহ বাকি আনি দিলেহি। পুষ্পিন্দৰে ক'লে, "জেঠাইটি চাহ মোৰ বেছি হৈছে। আপুনিও লওক। ইয়াৰপৰা অলপ বাকি লওক।"

"নহয় খোৱা, পাৰিবা। কেট্‌লিত আৰু ভালেখিনি চাহ আছে।"

"তেনেহ'লে আমাৰ ওচৰলৈকে লৈ আহঁকগৈ।" পুষ্পিন্দৰে ক'লে। কোঠাৰ মজিয়াত বহি চাহ খাই খাই সীতোৱে চকু তুলি হালকে চাই থাকিল খন্তেক পৰ। যেন তাইৰ চকুহালে কিবা কৈছে। বোধহয় ইয়াকে ক'ব খুজিছে—পৰমাত্মাই কিমান সুন্দৰ মূৰুতি গঢ়িলে, এই দুটা!

## ৮

পুষ্পিন্দৰে নচীবক লগপাই যোৱাৰপৰা নতুন উৎসাহ পালে। জীৱন-পথলৈ যেন তাইক কোনোবাই সজীৱতা আনি দিলে। তাই দৃঢ়, নিশ্চয় কৰিলে যে এতিয়াৰপৰা তাই মাত্ৰ নিজৰ কাৰণে নহয়, এক কল্পিত পাৰিবাৰিক জীৱনৰ কাৰণে বি.এ. পাছ কৰি ল'ব। প্ৰাপ্ত কৰা ডিগ্ৰীটো কেতিয়াবা নহয় কেতিয়াবা কামত আহিব। তাই নিজে

চাকৰি কৰিব আৰু নচীবৰ কাৰণে সহায়ক সিদ্ধ হ'ব। যেতিয়া সিহঁত আৰ্থিক স্তৰত মজবুত হ'ব, তেতিয়া আন কাৰো ওপৰত আশ্ৰিত হৈ নেথাকে আৰু নিজৰ পথৰপৰা ফালৰি কাটিও নেযায়। হৃদয়েৰে ভালপোৱা; ইয়াক পূৰ্ণ কৰিবলৈ তাই পিতাকৰ লাখ লাখ সম্পত্তিৰ সন্মুখত দৃঢ় হৈ যুঁজ দিব। পুষ্পিন্দৰে এক প্ৰকাৰ বিদ্ৰোহ কৰিয়ে উঠিল—মই কোনো গৰু-ছাগলী নহয় যে গিৰিহঁতে কাণ পাকুৰি নিজ ইচ্ছামতে য'তে-মন যায় ত'তে ৰখাব আৰু বেচেৰাহঁতে হেম্বেলিয়াই, বেবাই ৰৈ যাব!

মই শিক্ষিত, জাগ্ৰত গাভৰু। নতুন পুৰুষৰ প্ৰতিনিধি। মোৰ জীৱনৰ লগৰীয়া জন মই নিজে বাচি লোৱাৰ অধিকাৰ আছে। এইটো এটা সিদ্ধান্ত কৰা কথা নহয় যে মোৰ ভাবী পতিজন জাট সম্প্ৰদায়ৰ হ'ব লাগিব। "তোমাৰ মনে গ'লে, মোৰ মনে গ'লে, কি কৰিব পাৰে অজাতি কুলে।" সকলো প্ৰকাৰে মোক আদৰি লওঁতাজনহে লাগে। যাৰে-তাৰে লগত বান্ধ খোৱা কি দৰ্কাৰ। এই জাত-পাতবোৰ মানুহেহে সৃষ্টি কৰা। ঈশ্বৰে সকলো মানুহকে একে কৰি স্ৰজন কৰিছে। ৰঙে-ৰূপে, জ্ঞানে-আকৃতিয়ে সকলো একে। নচীব মোৰ হৃদয়ৰ সম্ৰাট। মই তেওঁৰ পাটৰাণী। আমি এখন বঢ়িয়া সংসাৰ পাতিম। নিজৰ সংসাৰ!

দুদিন-দুৰাতি তাই খুব পঢ়িলে। মুখস্থ কৰি, লিখি পঢ়ি চায়। পৰীক্ষা দিবলৈ গ'ল, ল'ৰা-ছোৱালীবিলাক সম্পূৰ্ণ সাজু হৈ আহিছে। নচীব বৰ গম্ভীৰ। ইঁহাও নাই কথাও পতা নাই। পেপাৰ শেষ কৰি, জমাদি, কলেজৰ গেটৰ বাহিৰে থকা শিৰিষ জোপাৰ তলত বহি নিজৰ নিজৰ কৰাখিনি আলোচনা কৰিছে। উত্তৰ দিয়া প্ৰশ্নখিনিত নিজে নম্বৰ দি কিমান পাব লাগে হিচাপ কৰি চাইছে। দুয়োৰে প্ৰায় সমান নম্বৰ হিচাপমতে ওলাইছে। দুয়ো আনন্দ মনেৰে বাছত উঠি বহিলগৈ। ঘৰলৈ আহি দ্বিতীয়খন পেপাৰৰ কাৰণে প্ৰস্তুতি চলাবলৈ ল'লে।

পৰীক্ষা দিয়া কেইদিন সদায় কলেজলৈ আহি, অলপ সময়ৰ কাৰণে লগ হয়। মাত্ৰ সৰু একোটি হাঁহিৰ বিনিময় হয়। পৰীক্ষা দি সদায় গেটৰ বাহিৰে গছ তলত বহি নিজৰ নিজৰ প্ৰশ্নোত্তৰত নম্বৰ দি কোনে কিমান পাব হিচাপ কৰে। বাছত উঠে, গাঁৱলৈ আহে।

যিমান দিন পৰীক্ষা দি থাকিল, দুয়ো কোনেও কাকো নিজৰ কথা নক'লে। কোনো ভাবুক প্ৰবাহত উটি নগ'ল। মাত্ৰ প্ৰশ্ন পত্ৰৰ আলোচনাতে ব্যস্ত ৰ'ল।

শেষৰখন প্ৰশ্ন পত্ৰৰ উত্তৰ লিখি আহি দুয়োৰে এনে ভাব হ'ল যেন লাখমোনীয়া বোজাটোহে মূৰৰপৰা নমালে,.যেন কিছুমান ধূলি-মাকতি মগজুৰপৰা উলিয়াই সিহঁতৰ মস্তিষ্ক দুটা দুপাহ ফুলৰদৰে পাতল কৰি পেলালে। সিহঁতৰ গাটোহঁত পাতল হোৱা যেন লাগিল, যেন বিনা পাখীৰে উৰিব পৰা হ'ল।

পুষ্পিন্দৰে নচীবক ক'লে যে কালিলৈ তাই নিজৰ মোমায়েকহঁতৰ ঘৰ চন্নণৱাললৈ যাব আৰু বাৰনালালৈকে বাছত তেওঁ তাইৰ লগত যাব লাগিব। বাটত যাওঁতে কথা

পাতিবপৰা হ'ব। এতিয়ালৈকে পতা কথাৰে তাইৰ হেঁপাহ পলোৱা নাই, দুয়ো হিয়া উবুৰিয়াই কথা পাতিব।

"হিয়া উবুৰিয়াই আৰু কি কথা পাতিবলৈ থাকিল? এই বিষয়ৰ কথা যিমান পাতা শেষ নহয়হে নহয়।" নচীবে হাঁহিলে।

"নহয়, মই কৈছো নহয়। তুমি নিশ্চয় যাব লাগিব। খুব পুৱাই আঠমান বজাতে তুমি ভাইৰূপাৰ বাছ ষ্টেণ্ডলৈ আহিবাই। মই বাট চাই থাকিম। মই আগতে আহিলে মই বাট চাম তুমি আগতে পালেহি তুমি বাট চাবা। একেলগে যাম।" পুষ্পিন্দৰে আদেশ দিয়াৰদৰে ক'লে।

দ্বিতীয়দিনা সিহঁত ভাইৰূপাৰপৰা একেখন বাছতে উঠিল। বেলেগে বেলেগে। পুষ্পিন্দৰ আগচিটত গৈ বহিলগৈ আৰু নচীব পিছৰ চিটত। সলাৱৎপুৰ পাই বাছৰপৰা এনেদৰে দুয়ো নামিল যেন কোনেও কাকো চিনি নেপায়। পুষ্পিন্দৰ স্কুলৰফালে থকা এজোপা গছৰ ছাঁত এডোখৰ ইটালৈ বহিল। নচীব সন্মুখৰ এখন দোকানত বহিলগৈ। পাঞ্জাবী বাতৰি এখন লৈ বিজ্ঞাপন চোৱাত লাগিল। দুয়োৰে দৃষ্টি ভগতা-জলালৰফালে যোৱা বাছৰফালে আছিল।

ফৰিদকোট-বাৰনালালৈ যোৱা বাছ এখন আহিল। পুষ্পিন্দৰ উঠিল আৰু দুজন যাব পৰা চিট এটা আবদ্ধ কৰি পেলালে। ইটো চিটত তাই বেগটো থ'লে। বাছ দহ মিনিটমান ৰ'ল। কণ্ডাক্টৰ ড্ৰাইভাৰ চাহ খাবলৈ নামি গৈছিল। নচীবে বাহিৰত থিয়দি ইফালে-সিফালে চালে। চাহ খাই থকা ড্ৰাইভাৰলৈ চকুদি ৰ'ল। ড্ৰাইভাৰ আহি বাছ ষ্টাৰ্ট দিলেহি। নচীবে সাউৎকৰে বাছত উঠি পুষ্পিন্দৰৰ ওচৰত বহিলগৈ।

"মই কেইবা বছৰৰ মূৰত আজি আহিছো। সলাৱৎপুৰৰ আড্ডা দেখোন এতিয়া নগৰেই হ'লহি! চাহৰে বহুত দোকান! ঠেলাত ফলবেচা বেপাৰীও পালেহি।!" বাছ চলাৰ পাছত পুষ্পিন্দৰে কথা আৰম্ভ কৰি দিলে।

"আৰু নহ'ব কিয়। সকলো ফালৰপৰা বাছবোৰ আহি ইয়াত ৰয়হি। যাত্ৰী উঠা-নমা কৰে। মানুহৰ ভিৰ হয়। য'তেই মানুহ ত'তেই দোকান পোহাৰ।" নচীবে জ্ঞানগৰ্ভ উত্তৰ দিলে।

"বৰ আকল দেখুৱালা চোন!" পুষ্পিন্দৰে নচীবলৈ চাই ক'লে।

"মোৰ আকৌ আকল ক'ত! তোমাৰ কাষত বহি কথা গৰকিব পাৰিছো বুলিহে কৈছো।" নচীবে বেকা চাৱনীৰে চাই ক'লে।

"পুষ্পিন্দৰে তেওঁৰ কান্ধত জোকাৰ মাৰি দি হাঁহিলে। ক'লে, এনেয়ে ফালতু হাৱা দি নেথাকিবা।"

"হাৱা দিবলৈ মই ফোঁপ চুঙা নেকি?"

"ফোঁপ চুঙা, নাইবা ভাতি হে?"

"ভুক-ভুকনি যে নুবুলিলা!"

তাই জোৰেৰে হাঁহি দিলে।

নচীবে বাছখনৰ কেউফালে চাই পঠিয়ালে। তেওঁৰ ভাব হ'ল কিজানি যাত্ৰীসকলে তেওঁলোকৰ ফালে চাইছে আৰু হয়তো কিবা বুজি পাইছে। তেওঁ পুষ্পিন্দৰৰ ভৰিত গচক দি কাণে কাণে ক'লে, "ভাল কৈ বহি লোৱা। নবলকিবা। মানুহে হয়তো কিবাটোহে ভাবি ল'ব।

"মানুহে ঠিকেই ভাবিব।" পুষ্পিন্দৰে ৰস ভঙ্গ নকৰিলে।

"নুভুকিবাচোন! পোন হৈ বহি লোৱা।"

নচীবক গহীন হোৱা যেন দেখি তায়ো চুপ হৈ ৰ'ল।

বাছখন পূৰা গতিবেগেৰে গৈ থাকিল।

ভাদৌৰৰ বাহিৰ আস্থানত গৈ বাছ ৰ'ল। কেইজন মান যাত্ৰী নামিল। পুষ্পিন্দৰে বাহিৰলৈ চকু ফুৰালে। এইখন দেখোন ভাদৌৰ যেন লগা নাই। আলিৰ দুয়ো কাষে কিমান যে নতুন নতুন ঘৰ নিৰ্মাণ হৈ উঠিছে। দোকানো বহুত। বাছখন ভিতৰত সোমালগৈ। ভিতৰৰ আস্থানো আগৰখন নহয়। এতিয়া নতুন আস্থানৰ চোতাল পকা, ইটা পৰা। এফালে প্ৰস্ৰাব-ঘিৰো সজা হৈছে। সৰু এটা জিৰণি কোঠাও। চাহৰ দুইতিনিখনমান দোকানৰ উপৰিও মদৰ দোকানো খোলা হৈছে। ঠেলাত বতৰৰ ফল-মূল। বেচ গৰমা-গৰম পৰিৱেশ। আচৰিত কথা যে ৰিক্সাও কেইখনমান ৰাখি থোৱা আছে! প্ৰথমে জানো এনেবোৰ বস্তু আছিল? পক্‌থোৰ ফালে যোৱা বাছ আড্ডালৈ গৈ দেখিলে কেৰেচিয়াকৈ থকা পাত কিছুটাত আগতে জনপ্ৰাণী এটিও দেখা নগৈছিল, এতিয়া তাৰ পূৰা শোভা দেখাগৈছে। হাতত ৰছী লগা মোনা চম্ভালিলৈ গাঁৱলীয়া যাত্ৰীসকল বহি আছ। মোগাৰ ফালে যোৱা, ভগ্‌তা-জালালৰ ফালে যোৱা, সিফালে ভোগাৰ ফালৰপৰা অহা যাত্ৰী উঠা-নমা কৰি পানীত উঠা টৌৰ খুন্দাৰদৰে ইজনে সিজনে হেঁচা-ঠেলা কৰিব লাগিছে! তিৰোতাৰ চিঞৰ-বাখৰ—"হেৰ' উতনুৱা! ঐ ল'ৰা! মৰিবলৈ যোৱা, ঘূৰি নাহিলিনে!" ল'ৰাৰ চিঞৰ-বাখৰ, বয়স্কসকলৰ গহীন মাত সিহঁতৰ অঙ্গি-ভঙ্গিৰে পতা কথা, ড্ৰাইভাৰৰ চোকা গালি আৰু কণ্ডাক্টৰৰ হুইচেল আদিয়ে পৰিৱেশ গৰম কৰি থৈছে। চাহৰ দোকানত চাকৰ-নাকৰৰ চিঞৰ-বাখৰ। এক স্ফূৰ্ত গতিৰ নাটকৰদৰে পক্‌থোৰ বাছ আড্ডাৰ পাত কিচটাই মঞ্চৰ ৰূপ লৈছে। গধূলি বেলা, বেলি পৰাৰ পাছত আৰু পুৱা বেলি উঠাৰ আগত যি এই আড্ডা দেখিছে তেওঁহে বুজিব। সেই আগৰ উজাৰ-জনশূন্য ঠাইডোখৰ। ওখ ঠাইডোখৰত কোনো নথকা দহোটামান কেঁচা-পকা কোঠাহে তাত আছে।

বাৰনালা পাই বাছখন বাছ ষ্টেশুত ৰ'লগৈ, যাত্ৰীসকল ল'ৰালৰিকৈ নমাত লাগিল। ইজনে-সিজনে হেঁচা-ঠেলা কৰাত লাগিল। প্ৰত্যেকেই আগতে নামি যাব খোজে। পুষ্পিন্দৰ বহিয়ে থাকিল। ভাবিলে হ'বলা, এইসকল নামি যাওক, মিছাতে ভৰিহাত ভঙাৰ দৰ্কাৰ নাই। দুৱাৰ মুখত মাত্ৰ চাৰি পাঁচজনমান যাত্ৰী থকা অৱস্থাত তাই উঠিল।

দেখিলে নচীব শুয়ে আছে। তাই তেওঁৰ কান্ধ জোকাৰি দিলে। নচীবে চকুমেলি সুধিলে—“বাৰনালা পালোহি নেকি?” আৰু সুস্থভাবে থিয় হ'ল। তললৈ নামি আহি ক'লে, “প্ৰথমে চাহ খাই লোৱা হওক। কিবা ভাগৰ লগাদি লাগিছে!”

পুষ্পিন্দৰে ইফালে-সিফালে চাই দেখিলে গোটেইখন দোকানেই দোকান। ফলমূলৰ দোকান আৰু ঢাবা। চাৰিওফালে গ্ৰাহকৰ লানি। আস্থান যাত্ৰীবিলাকৰ পৰুৱাৰ লানিৰে বিৰদি বাট নোপাৱা হৈছে। যেন এখন নতুন বাৰনালাই জন্ম লৈছে।

বাটৰ কাষত এখন চাহৰ পুৰণি দোকান আছে। দোকানখনৰ নাম ‘ভাগ টি ষ্টল।’ দুয়ো তাতে গৈ বহিলগৈ। দুকাপ চাহ অনালে। চাৰি-ছয়টামান বিস্কুটো। চাকৰ ল'ৰাটোৱে প্ৰথমে দুটা চিচাৰ খালী গিলাচ দি গ'ল আৰু পানীৰে ভৰা প্লাষ্টিকৰ এটা মলিয়ন জাৰো আছিল।

চাহৰ গিলাচত বিস্কুট জুবুৰিয়াই চাহ খাই থাকি দুয়োৱে ইজনে-সিজনক পিৰিকা-পিৰিককৈ চাই ৰ'ল। দুয়োৰে চকুত অকণ অকণ মিচিকি হাঁহিৰ ৰেখা ফুটি উঠিছে। নচীবে সুধিলে, “এতিয়া তুমি ইয়াৰপৰা কোনখন বাছত যাবা?”

“যিখনেই পাওঁ।”

“চন্নণৱাললৈ বাছ ইয়াৰপৰাই যায়নেকি?”

“এই সুধি ল'ব লাগিব। কি জানি ক'ৰপৰা যায়।”

“খাই লোৱা তেনেহ'লে। গিলাচ খালী কৰা। খবৰ লওঁ।” নচীবে নিজৰ চাহ শেষ কৰি ক'লে।

“যাওঁ ৰ'বাহে। ইমান লৰালৰি কৰিব নেলাগে, কিবা তুফান আহিব লগা আছে নেকি?” পুষ্পিন্দৰে নিজ খুচীমতে চাহ খাই আছিল। লাহে লাহে, এঢোক-এঢোককৈ, ফুৰাই ফুৰাই।

নচীবে পইছা দিলে আৰু চন্নণৱালৰ বাছৰ বিষয়ে দেকানৰ মালিককে সুধিলে।

তেওঁ ক'লে, “বাছ হওঁতে ইয়াৰ পৰাই যায়। ‘টাইম'টো সুধি লওক।”

“টাইমৰ কথা কাৰপৰা জানিব পাৰিম?”

“তাত আস্থানৰ ইন্‌চাৰ্জজন বহি আছে নহয়। তেৱেঁ সকলো জানে। গৈ তেওঁক সুধিলেই হ'ব।”

হোটেলৰপৰা উঠি তেওঁ মুটিয়া কিটাৰ ওচৰ পালেগৈ। বাছৰ সময় সুধিলে। মুটিয়া ল'ৰাটোৱে ক'লে, “সেই বৰ্ডখন যে দেখিছে তাতে সময় লিখা আছে। ভাই চাহাব, তাত চব বাছৰ সময় লিখা আছে। পঢ়ি চাওকগৈ, গম পাই যাব।”

ব'ৰ্ডখনৰ আগলৈ গৈ দুয়ো বাছৰ সময় পঢ়িবলৈ ধৰিলে। পাঁচ মিনিটমান দুয়ো একো বুজিকে পোৱা নাছিল যে নিজে যাব লগা খনৰ সময় কেনেকৈ চোৱা যায়। পাছত লাহে লহে গম পালে যে চন্নণৱাললৈ যোৱা পিছৰখন বাছ দুই বজাত যাব। শেষৰখন বাছ ছয় বজাত যাব। সেই সময়ত বাৰ বাজিছিল। পুষ্পিন্দৰে নচীবক

আঁতৰলৈ একাষৰীয়াকৈ মাতিনি পৰামৰ্শ দিলে, "চন্নণৱাললৈ এতিয়াও কেইবাখনো বাছ্ যাবলৈ বাকী। ইমান সোনকালে গৈ কি কৰিম গৈ? ব'লা ক'ৰবাত বহি লওঁগৈ। মোৰ কি, খুচীমতে কোনো এখনত উঠি গুছি যাম।"

"তুমি জানানে নেজানা, ইয়াত যে চিনেমা হল আছে। কোনো এখন ফিল্ম চাই লোৱাই ভাল হ'ব!" নচীবে মনত খেলোৱা কথাটো ক'লে।

"হয়, ঠিক হ'ব। সোধা তেন্তে কাৰোবাক। এই ৰিক্সাৱালা ভাইচাহাবেই জানিব কিজানি।"

নচীবে ওপৰে ওপৰে চকুদি এজন ৰিক্সাৱালাক সুধিলে।

ভাই চাহাবে ক'লে, বউজী বাৰনালাত দুটা চিনেমা ঘৰ আছে। এটা পোনে পোনে গ'লেই পায়, আনটোলৈ এই ফালেদি যাব লাগিব। আঢ়ে বজাৰপৰা 'চৌ' হয়। এতিয়া বহুত টাইম আছে।"

ভাই চাহাবৰ কথা শুনি নচীবে হাঁহিলে।

পুষ্পিন্দৰে মাত দিলে, "কি হ'ল হাঁহি দিলা যে?"

"হেৰা মই যেন ইংলেণ্ডৰ পৰাহে আহিছো? যেন একো নেজানোৱেই! সন্ধেৰেত জন্ম লৈ বাৰনালালৈ আহি ঠক্কৰ খাব লগা হৈছে।"

বাছ ষ্টেণ্ডৰ পিছ ফালেদি ওলাই দুয়ো ৰেল লাইনত উঠিলগৈ। লাহে লাহে গৈ ষ্টেচন পালেগৈ। জিৰণি কক্ষৰ এখন বেঞ্চত বহি দুয়ো কথা পাতিবলৈ ল'লে।

দুপৰৰ দুয়োখন গাড়ী পাৰহে গ'ল আৰু আঢ়ে বজাৰ গাড়ীলৈ যাত্ৰী আহিবলৈ ধৰিলে। তাত দুয়ো তেনেকৈয়ে বহি থাকিল। শেষত দুই বাজিল, দুয়ো প্ৰভাত চিনেমা হলৰ ফালে আগ বাঢ়িল।

## ৯

চিনেমা চাই সিহঁত চাৰে পাঁচ বজাত চিনেমা হলৰপৰা ওলালে। খোজ কাঢ়িয়ে বাছ ষ্টেণ্ডৰ ফালে আহি থাকিল। নচীবে কৈ আছিল, "বাছত যোৱা যদি ৰিক্সা লোৱা। ছয় বাজিবলৈ সময় কিমাননো আছে। বাছৰ সময় হ'লেই!"

কিন্তু জনা মস্কিল যে পুষ্পিন্দৰে কিয় ধীৰ খোজেৰে গৈ আছে। যেন বাছত উঠাৰ আগ্ৰহ তেওঁৰ মুঠেই নাই। শেষত কথা সেইটোৱে হ'লগৈ। ৰেলৱেৰ মাল গুদাম পৰ্য্যন্ত গৈ তাই ৰাস্তাৰ মাজতে ৰৈ দিলে, "যিটো মই ভাবো, সেইটো তুমি ভাবি নোচোৱা কিয়?"

"কি ভাবিছা তুমি?"

"মই বাছত নেযাওঁ।"

"তেনেহ'লে কি কৰা এতিয়া?"

"মইতো..."

"মতলব কি?"

"বলা সংঘেড়ালৈ যাওঁগে।" পুষ্পিন্দৰে তলমূৰ কৰি ক'লে।

"সংঘেড়া?" নচীবে জিভা উলিয়ালে।

"কিয়, সংঘেড়াত মাৰাক দেখা নকৰাগৈ নেকি?"

"কিন্তু..."

"কিহৰ কিন্তু? ভয় খাইছা?"

"নহয়, ভয় কিহৰ কাৰণে!..."

"তেনেহ'লে ব'লা। গধূলি হ'লেই দেখোন। সংঘেড়ালৈ ইয়াৰপৰা কিমান দূৰ?" তালৈ কিবা বাছ-চাছ যায়নে নেযায়?"

"সংঘেড়ালৈ ইয়াৰপৰা মাত্ৰ এমাইল বাট। বাছত উঠাৰ দৰ্কাৰ নাই। কোৱা, ৰিক্সা এখনকে লওঁনেকি?"

"এমাইল কি বাটনো। ব'লা খোজ কাঢ়ি গৈ থাকো।"

দুয়ো তাৰপৰা উলটিল। প্ৰভাত চিনেমা হলৰ ফালে নগ'ল। নেহৰুৰ প্ৰতিমূৰ্তিৰ পৰা পোনে পোনে সদৰ বজাৰ হৈ যাবলৈ ধৰিলে। বজাৰত ভিৰ আছিল। কাৰ, স্কুটাৰ, চাইকেল, অসংখ্য হাত ঠেলা আৰু খচ্চৰ গাড়ীৰে ভৰা। মানুহৰ বিৰ দি বাট নোপোৱা ভিৰ। পাৰ হৈ যাবই নোৱাৰি। সিহঁতৰ কোনো হাবিৰ মাজেদি পাৰ হোৱা যেন লাগিল। ইয়াত সিহঁতক কোনেও চিনি নেপায়। য'লৈকে ইচ্ছা যাব পাৰে, যি চাওঁ বোলে চাব পাৰে, থিয়ৈ থিয়ৈ কথা পাতি থাকিব পাৰে। কোনেও সিহঁতক মন নকৰে। ছত্তেখুহ চাৰিআলিটোৰ ওচৰ পাই পুষ্পিন্দৰে ক'লে, "ইয়ালৈ বাৰনালালৈ আহি যেন মুকলিকৈ উশাহ-নিশাহ ল'ব পাৰিছো। চোৱা ইয়াত আমাক কোনেও মন কৰা নাই। তাত নিজৰ প্ৰতিটো ক্ষণ ভয়তে কটাব লগা হয়। মন যায়, এনে লোকৰ মাজতে যেন থাকোঁ।"

নচীবে হাঁহি ক'লে, "যেতিয়া এইসকল লোকো পৰিচিত হৈ পৰিব তেতিয়া এইসকলো শত্ৰু হৈ পৰিব।"

ছত্তেখুহ চাৰিআলিৰ ইফালে সিফালে অসংখ্য পোহাৰী থিয় হৈ আছিল। আলু, পিয়াঁজ, ফলমূল, শাক-পাছলি বেচা পোহাৰী। চিঞৰি চিঞৰি মাতি আছিল। এজনীৰ চিঞৰ আনজনীৰ চিঞৰত থেকা খাই কো-কোৱনী ধৰণীফুটি উঠিছিল। এজনী পোহাৰীৰ পৰা নচীবে পাছলি কিনিলে। ভাবিলে, ক'ৰৈ ল'ৰি-ঢাপৰি যাব। ইয়াতে পাছলি লোৱা যাওক। পাছলিখিনি পুষ্পিন্দৰৰ বেগতে ভৰাই দিলে। পুষ্পিন্দৰে এঠোঙা ফলো কিনি ল'লে। পাছলি আৰু ফলৰ পইছা পুষ্পিন্দৰেই দিলে। ছত্তেখুহৰপৰা সিহঁত ফৰৱাহী

বজাৰৰ ফালে গ'ল। গলি পাৰ হৈ সিহঁত সন্ধুপত্তীলৈ যোৱা ৰাস্তাত উঠিল গৈ আৰু ঠীকৰীৰ আড্ডাৰপৰা গৈ সংঘেড়াৰ বাছত উঠি যাবলৈ ধৰিলে।

বেলি পৰিবৰ সময় হ'লহি। বাটত পুষ্পিন্দৰে ক'লে, "মোৰ এনে লাগিছে যেন মই নিজৰ ঘৰলৈ আহিছো।"

"আৰু কি! নিজৰ ঘৰলৈকেতো আহি আছো। এইটো কিবা লোকৰ ঘৰনে? নিজৰ ঘৰ নহয় জানো!"

"নহয় অ' পাগল, গৰুটো কতা! শহুৰৰ ঘৰলৈ অহা যেন লাগিছে, মোৰ।"

কথা শুনি নচীবৰ নিজক চেপি পেলোৱা নেমু যেন লাগিল। যেন তাৰ প্ৰাণটো ওলাই গ'ল। যেন সংজ্ঞা হেৰাই গ'ল। তেওঁ হাঁহিবও নোৱাৰিলে। পুষ্পিন্দৰে পুনৰ ক'লে—"কিয়, তোমাৰ তেনে যেন লগা নাইনে?"

"লাগিছে," নচীবে নীৰসভাবে উত্তৰ দিলে।

"নচীব, তুমি হ'লে তেনেই ভোদা দেই!" পুষ্পিন্দৰে চিধা কৈ দিলে।

নচীবৰ কলিজা শালি পেলোৱা যেন লাগিল। তেওঁৰ নিজকে বৰ তল খাপৰ যেন লাগিল। তেওঁৰ জাতিগত মানসিকতাই যেন তেওঁক কোনো গাঁতত পেলাই উঠিব নোৱাৰা কৰিলে। তথাপিও তেওঁ নিজে বুকুত সাহ বান্ধি ল'লে। তথাপিতো মুখেৰে একো নেমাতিলে।

পুষ্পিন্দৰ পূৰা দুষ্টালি মুদত আছিল। ক'লে, "তোমাক দেখিছো চামোন দেৱতাইহে লম্ভিলে, নহয় জানো?"

নচীবে কথা ওলোটালে, "চামোন দেৱতা লম্ভিবলৈ আহে কেনেকৈ, কঁদোৰ বাঁহ এটাৰ দৰে এজনী ছোৱালী লগত থাকোঁতে?"

"লগত নহয় ওচৰত বুলি কোৱা।"

নচীবৰ মাজত এতিয়া একো কথাই বাকী নৰ'ল।

সিহঁত ইটাৰ ভোটাটোলৈকে আহি পালেহি। নল খুলি তেওঁ পানী খালে। পুষ্পিন্দৰেও পানী খালে।

গাঁৱৰ ওচৰ পোৱাৰ লগে লগে পুষ্পিন্দৰ আকৌ চঞ্চল হৈ উঠিল—"বাৰু এতিয়া কোৱাচোন, মাৰাক সংশ্ৰী আকাল বুলিমনে, নাই ভৰিত হাত লগাম?"

"আজিৰ কাৰণে সংশ্ৰী আকালেই ঠিক হ'ব।"

"কিয়, মই হ'লে ভৰি চুমেই।"

"নহয়, আজি নেলাগে।"

স্কুলখনৰ আগলৈ গৈ সিহঁত ৰাস্তাৰপৰা নামিল। আগত জানটোৰ দলংখন। দলঙৰ আগত সুজাপত্তীৰ পকা দৰ্জাখনৰ আগেদি পাৰ হৈ যোৱাটো মস্কিলৰ কথা। দুৱাৰৰ বাহিৰ ফালৰ চাৰিকোণীয়া ডোখৰত বহুত মানুহ বহি আছিল। অহা যোৱা প্ৰতিজন লোককে আঁতৰৰ পৰাই মনদি চায়। আৰু কাষেদি পাৰ হৈ যোৱাৰ লগে লগে

তেওঁক সুধিবই নহয় "কোন? ক'ৰপৰা আহিলা ভাই? কাৰ ঘৰলৈ যাবা?" ইত্যাদি প্ৰশ্ন কৰে। মুখ মনিব নোৱাৰা এন্ধাৰ হৈছে। নচীবে পুষ্পিন্দৰক ক'লে যে তলমূৰ কৰি তাই খুব বেগাই পাৰহে যাওক। নচীবো বৰ খৰ খোজেৰে দৰ্জাৰ ওচৰৰপৰা ওলাই গ'ল। বহি থকা মানুহখিনিয়ে তেওঁলৈ শেন চকুৰে চালে। নচীবে পিঠিৰ পিছত তেওঁলোকৰ ফুচ-ফুচ-ফাচ-ফাচ শুনিলে সঁচা, কিন্তু কিনো ক'লে ধৰিব নোৱাৰিলে।

দীঘলীয়া গলিটোৱেদি গৈ থাকি পুষ্পিন্দৰে সুধিলে, "ইয়াত ইমানবিলাক মানুহ বহি থাকে কিয়?"

নচীবে ক'লে এইখন হ'ল পকাদৰ্জা। গাঁৱৰ মুকলি বৈঠক খানা। বৈঠকততো মানুহ বহিবই। এইখন বৰ পুৰণি দৰ্জা। প্ৰথমে ইয়াত গাঁৱৰ প্ৰাইমেৰী স্কুলখন আছিল। ইয়াত গুৰুদ্বাৰো আছিল। এই দুৱাৰতে এখন পুৰণি, বহুত পুৰণি তক্তাপোচো আছে। কোৱা শুনিছো বোলে এশ বছৰ পুৰণি।"

দীঘল গলিটোৱেদি কেইবাঘৰো পাৰহৈ সিহঁত সোঁফালে আৰু এটা গলিত সোমাল গৈ। নচীবৰ ঘৰটো আছিল এডোখৰ ওখ ঠাইত। আহল-বহল ঘৰ। মুকলি আগচোতাল। তাৰ পিছফালে বিৰাট বিৰাট দুটা খোটালিৰ ঘৰটো। এফালে এটা পকা বৈঠকখানা আৰু তাৰ লগতে লগা পকাঘৰ। এনেকৈ অন্যফালে আৰু এটা পকা বৈঠক খানা। এইটো খোটালি সৰু। এই কোঠাটোতে নচীবৰ বুঢ়ী আইতাক শুই-বহি থাকে। বহা কোঠাৰ বাহিৰত দুয়োফালে চাপৰ বেৰা দিয়া ওখ চালিৰ তলত চৌকা। চালিখন ইকৰা-বিৰিণা মেলি চোৱা। বৰষুণৰ পানী নপৰা ব্যৱস্থা। চালিৰ দুয়ো দাঁতিত খুটাৰ ঠাইত দুডাল কাঠ পুতি থোৱা আছে। বুঢ়ীয়ে কাষলৈ সময়ত লৈ যাবপৰা এটা চৌকাও। বৰ বেছি বৰষুণ হ'লে বুঢ়ীয়ে কোঠাৰ ভিতৰতে চৌকা জ্বলাই ৰন্ধা-বঢ়া কৰে। বুঢ়ীয়ে নিজে ৰান্ধি-বাঢ়ি খায়। পুতেকহঁতৰ লগত তেওঁৰ একো সম্পৰ্ক নাই। বোৱাৰীয়েকহঁতে বুঢ়ীক দেখিলেই নাক কোঁচায়। বুঢ়ীৰো হাড়-ছালৰ মাজত মাত্ৰ জীৱটো সোমাই আছে। বোৱাৰীয়েকহঁতৰ লাহবিলাহৰ মাজত থকাৰপৰা লাভ কি? তেওঁ গাওঁ ফুৰে। ভালেমানৰ লগত তেওঁৰ পুৰণা সম্বন্ধও আছে। তেওঁ খাওঁ বোলা বস্তুৰ অভাৱো নাই, আৰ-তাৰপৰা পাই থাকে।

তিনিওটা পুতেকে বেলেগে খায়। তিনিওৰে নিজৰ উপাৰ্জন আছে। ডাঙৰটো আৰু মাজুটো দুকোঠলীয়া ঘৰটোৰ দুটা কোঠাত থাকে। নচীবৰ ওপৰৰ সৰু মাজুটোৱে এই পকা বৈঠকখানাটো সাজিছে। মাকৰ কাৰণে সৰু কোঠা এটা তিনিওটা পুতেকে লগলাগি সাজি দিছে। শাহু-বোৱাৰীহঁতৰ কষ্ট দূৰ কৰাৰ ই'ও এক নতুন পন্থা। এতিয়া বুঢ়ীও বেলেগ। পূৰা সুখে-শান্তিৰে চলি আছে। এতিয়া মাজে সময়ে বোৱাৰীয়েকহঁতে শাহুৱেকৰ খা-খবৰো লৈ থাকে। তিনিটা ল'ৰাৰ মাক, ডাঙৰ বোৱাৰীয়েকে হ'লে শাহুৱেকৰ লগত অধিক মিলা-মিচা কৰে।

নচীবৰ বৰ ককায়েকে গৰু-ম'হ বিক্ৰী কৰা হাটখনত দালালীৰ ব্যৱসায় কৰে।

তাৰ পাছৰজনে গাঁৱতে থাকি উপৰিপুৰুষৰ ব্যৱসায়তে লাগি আছে। সৰু মাজুজনে ভদ্দল বদ্ধৰ চেৰাপ মহলৰ গোমস্তা কাম কৰে। কেইদিনমান এখনত কেইদিনমান আনখনত—তেওঁৰ সেইটোৱে ব্যৱসায়। তিনিও বিবাহিত, ল'ৰা-ছোৱালী থকা। নচীবৰ দেউতাক গাঁৱৰ এজন অত্যুৎসাহী হাজাম আছিল। ঘোঁৰা এজনীও পুহিছিল। কান্ধত ওলমি থকা খোপা বন্ধা চুলিকোছা। বৰ জনাবুজা লোক আছিল। পুৰণিকলীয়া লোকে তেওঁক মান-সৎকাৰ কৰিছিল। তেওঁ কাকো তয়া-হুঁয়াকৈ নেমাতিছিল। গাঁৱৰ সকলোৰে ঘৰত সুখ-দুঃখৰ সময়ত হাজিৰ হৈছিল গৈ। এই আহল-বহল ঘৰটো তেৱেঁ সজাইছিল। আৰু দুটুকুৰা মাটি খোলা-দামত কিনি নিজৰ ডোখৰেৰে লগ লগাই পেলাইছিল। পাছত নিজৰ ঘৰটো ভাঙি নতুন দুকোঠলীয়া ঘৰটো সজালে। আগচোতালৰ দুৱাৰ মুখৰ কুঁৱাটোও তেৱেঁ খনোৱা আৰু কুঁৱাৰ কাষৰ বৰগছ জোপাও তেৱেঁ ৰুই থৈ যোৱা। এই সময়ত বৰগছৰ ছাঁই চোতালত বৰদুৱাৰৰ সদৃশ কাম কৰিছে।

ঘৰ পায়ে নচীবে মাকক সেৱা কৰিলে। মাতত উমান ধৰিয়ে মাকে বাৰান্দাৰ চৌকাত ৰুটি সেকি থকাৰপৰা উঠি থিয় হ'ল। নচীবৰ কান্ধত থপথপালে। লগত অহা ছোৱালীজনী দেখি আচৰিত হোৱাৰ দৰে হ'ল। "এওঁ কোন বোপাই?"

"এওঁ তাৰ পৰাই আহিছে, মা। জমিদাৰৰ ছোৱালী। মোৰ লগতে আহিছিল। আগলৈ চন্নণৱালালৈ যোৱাৰ কথা আছিল। বাছ ধৰিব নোৱাৰিলে। মই গাঁৱৰ ঘৰলৈ আহিছো যেতিয়া আমাৰ ঘৰলৈকে লৈ আহিলো। ভাবিলো, যাব ক'লৈ বেচেৰী!"

"ভাল কৰিলি বোপাই, ভাল কৰিলি। আহাঁ আইজনী, এই খাটখনতে বহাঁ।" বুঢ়ীয়ে ছোৱালীজনীৰ মূৰত হাত ফুৰালে আৰু বুকুত সাবটি ল'লে।

নচীব ভয়ে ভয়ে থিয়দি ৰ'ল। ভয় খাইছে, জানোচা পুষ্পিন্দৰে মাকৰ ভৰি চুই সেৱা কৰে। যাতে কন্দা-কটা, চিঞৰ-বাখৰ আৰম্ভ হৈ নেযায়, ঘৰখনত।

কিন্তু পুষ্পিন্দৰে মুখেৰেই একো নেমাতিলে। বুঢ়ীৰ বুকুত সোমাই লাজতে পমি গ'ল। ঘৰৰ আনবিলাক লোকৰ আহ যাহ জুপি চাবলৈ ধৰিলে তাৰ পাছত বহা কোঠাত পাৰি থোৱা খাটখনত গৈ বহিল গৈ। ল'ৰ-ছোৱালী মখাই হুলস্থুল কৰি আছিল। নচীবক অহা দেখি গোটেইজাকে খুৰা, খুৰা বলি চিঞৰি দুয়োটা ঠেঙতে সাবটি ধৰিলেগৈ। খাটখনত কাৰোবাক বহিথকা দেখি সিহঁত স্তব্ধ হৈ ৰ'ল। অলপ পাছতে ঘৰৰ তিৰোতা কিগৰাকী ওলাই আহি নচীবক লগ ধৰিলে। তেওঁৰ খা-খবৰ ল'লে। পুষ্পিন্দৰৰ বিষয়ে শুনি মনে মনে আচৰিত হৈ পৰিল। উপৰুৱাভাৱে তেওঁক আদৰ সৎকাৰ কৰিলে। বৰ বোৱাৰীয়ে শাহুৱেকক কলে, "দাইল মোৰ তাত ভালেখিনি আছে। ৰুটি কিখনো ময়ে সেকি দিওঁ। আটা আৰু অলপ মাৰি ল'লেই হ'ব। সোনকালেই হ'ব। আপুনি একো কৰিব নেলাগে।"

ভিতৰত শোৱাৰ ব্যৱস্থা নাছিল। গোটেই পৰিয়ালৰ লোক চোতালত শোৱে। সকলোৱে নিজৰ নিজৰ কোঠাৰ আগত, বহা কোঠাৰ আগত চালপীৰা পাৰি থয়।

ৰুটিখোৱা শেষ কৰি সকলোৱে খাটিয়া বাহিৰলৈ উলিয়াই বিচনা পাৰে। নচীবে প্ৰথমে বৰ ককায়েকক লগ কৰিলে, তাৰ পাছত সৰু ককায়েকক। দুয়ো তেওঁৰ খা-খবৰ ল'লে। মোমায়েক-মামীয়েকৰো বা-বতৰা ল'লে। পুষ্পিন্দৰৰ বিষয়ে কোনেও একো নুসুধিলে—দুয়োজনে। চেৰাপ ভাটিত কাম কৰা ককায়েকজন এতিয়া আহি পোৱাহি নাই। তেওঁ আকৌ প্ৰায় মাজ ৰাতিহে ঘৰ পায়হি। কেতিয়াবা কেতিয়াবা চেৰাপ ভাটিতে শুই থাকে। মাকৰ কোঠাতে দুয়ো তিনিখন খাটিয়া পাৰি শুবলৈ ল'লে। মাজত মাক, এফালে নচীব, আনফালে পুষ্পিন্দৰ। ল'ৰাহঁতে নিজৰ নিজৰ বিচনাত কোৰ্হাল কৰি আছে। জোনাক ৰাতি। অলপ পাছতে ডাঙৰ মাজু-বোৱাৰীজনী খাটৰ পৰা উঠিল আৰু ডাঙৰ জাকক লৈ কোঠাত প্ৰবেশ কৰিলেহি। অলপ পাছতে বৰ বোৱাৰীও কোঠাত সোমালহি। তাৰ পাছত বৰ-মাজু বোৱাৰী ভিতৰত তেওঁলোকৰ ওচৰ চাপিল। বৰ বোৱৰীকো ওচৰলৈ মাতি আনিলে। নচীবে সকলো চাই থাকিল। নচীবৰ মাকে পুষ্পিন্দৰৰ লগত দুই-এষাৰ কথা পাতে আকৌ মৌন হয়। পুষ্পিন্দৰে চমু উত্তৰ দি যায়। ক'ব নোৱাৰি পুষ্পিন্দৰে কি ভাবিছে।

ভিতৰ কোঠাত জিৰ' পাৱাৰৰ বাল্বৰ পোহৰত গৰমাগৰম বিতৰ্ক চলিছে। তিৰোতা কিগৰাকীয়ে কথা পাতি পাতি দাঁতেৰে আঙুলিত কামোৰ দি ভাবিছে। কিমান উমান ধৰি, মূৰ খজুৱাই , কাণত আঙুলি ভৰাই কি পাতিছে, কি ভাঙিছে, বুজিবলৈ টান। আধা-এঘণ্টাৰ ভিতৰত সকলো বাহিৰ ওলাই নিজ নিজ বিচনাত উঠিলগৈ। তাৰ পাছত কোনেও কাৰো লগত কথা নেপাতিলে। জোনাক লাহে লাহে আঁতৰিল। জোনাকী কিৰণে বৰ গছৰ পাতৰ তলেদি ভুমুকিয়ালে আৰু মোলান পৰিল। হয়তো সিহঁতেও কাণ-পাতি কিবা শুনিব খুজিছিল। কথাৰ আঁত কোনেও ধৰিব নোৱাৰিলে। সময় ধীৰ গতিৰে অতিবাহিত হ'বলৈ ধৰিলে। খোজে খোজে, যেন ক্ষণবিলাকৰো ভৰি আছে।

নচীব আৰু পুষ্পিন্দৰৰ বিচনা দুখন দূৰত আছিল যদিও দুয়োৰে মনে কথা পাতি আছিল।

## ১০

পুৱা বেলি ওলোৱাৰ আগতে তিনিও গৰাকী বোৱাৰী উঠিল আৰু নিজৰ নিজৰ চৌকা জ্বলালে। চৌকা জ্বলাৰ লগে লগে খৰি ভঙাৰ শব্দ শুনা গ'ল। চাহৰ কেট্‌লিত চাহ উতলিবলৈ ধৰিলে। নচীবৰো টোপনি ভাগিল। দেখিলে মাক এতিয়াও শুই আছে। পুষ্পিন্দৰে সাৰ পালে ঠিক, কিন্তু তেওঁ এনেয়ে পৰি থাকিল। নচীবক উঠাদেখি তায়ে

উঠি বহিল। নচীবে লাহেকৈ সুধিলে, "মা কেতিয়া উঠে ঠিক নাই।—চাহ কৰোঁগৈ, কি কোৱা?"

"কৰাগৈ। পিয়াহো লাগিছে।" পুষ্পিন্দৰে পানী বিচাৰিলে।

নচীবে তাইক পানী এগিলাচ দি চৌকাত জুই ধৰিবলৈ গ'ল। কেট্‌লিত পানী ভৰাই তেওঁ কোঠাত সোমালহি। চেনীৰ টেমাটো পালে হয় কিন্তু চাহৰ টেমা বিচাৰি পোৱা নাই। তেওঁ এটা এটাকৈ চব টেমা চালে। ভাবিলে মাকক জগাই দি সুধি ল'ব। কিন্তু নজগালে, একে কোবে বৰজনী বৌৱেকৰ ওচৰ পাই তেওঁলোকৰ টেমাৰপৰা চাহ এখামোচ বাটি এটাত লৈ আহিলগৈ। কেট্‌লিত চাহ-চেনী দি জুইকুৰা টানকৈ জ্বলাই দিলে। গাখীৰ ক'তোৱে নাছিল। ক'তো তাঁৰত গিলাচ ওলোমাই থোৱা নাছিল, ক'তো গামলাৰ পানীত কোনো পাত্ৰ নাছিল। কেট্‌লিত পানী উতলি আছে। উতলা চাহৰ গোন্ধে মলমলাব লাগিছে। নচীবে মাকক জগাব খুজিলে। কিন্তু দেখিলে, বৰ ককায়েকৰ সৰুজীয়েক বলবীৰোৱে গাখীৰৰ গিলাচ লৈ আহি তেওঁৰ পিঠিফালে থিয় হৈ আছেহি। মাত্ৰ থিয় হৈহে আছে, মুখত মাত নাই। নচীবে গিলাচটো হাততলৈ তাইৰ মূৰত থপৰিয়াই দিলে—"নিবোকা চামোন, মাতিব নোৱাৰ নেকি?" ছোৱালীজনীয়ে হাঁহি দিলে। উলটিব খোজোতেই পুষ্পিন্দৰে বাউসিত ধৰি ৰখালে। সুধিলে, "বাথৰূমটো কেনি আছে?"

"কেনেকুৱা 'বাতলুম'?" ছোৱালীজনীয়ে ফুটাব নোৱাৰাকৈ ক'লে।

পুষ্পিন্দৰে নেহাঁহিলে। "ব'লা, নিজৰ..."

বলবীৰোৱে বুজিলে। পুষ্পিন্দৰৰ লগত গ'ল।

তেওঁলোকক অহা দেখি নচীবৰ বৰজনী বৌৱেকে পুষ্পিন্দৰক মাতি আনিলে। বাউসিত ধৰি নিজৰ কোঠালৈ লৈ গ'ল। চাহৰ গিলাচ হাতত দিলে। পুষ্পিন্দৰে চাহ খাবলৈ ল'লে আৰু বৌৱেকে সন্মুখত বহি মনোযোগেৰে নিৰীক্ষণ কৰি ৰ'ল। মাজে মাজে দুই-এষাৰ কথাও সুধিলে—"ভনীটি তুমি চাগৈ পঢ়ি আছা?...তোমাৰ ভাই-ককাই-বাই-ভনী কিমান?...চন্নণৱালত কোন আছে সম্বন্ধীয় লোক?..."

পুষ্পিন্দৰে প্ৰতি প্ৰশ্নৰ উত্তৰ বৰ ধীৰে ধীৰে দি গ'ল, হাঁহি হাঁহিয়ে। তাৰ পাছত চাহৰ ঢোকো দিলে।

দুটা গিলাচত চাহ বাকি নচীবে মাকৰ কাৰণে বাটিত চাহ ঢালিলে। মাকক জগাই দি সিটো কোঠাত বহি থকা পুষ্পিন্দৰলৈ জুপি চালে। দুয়োজনী কথা পতাত লাগি আছে।

নচীবৰ ওপৰৰ ককায়েকে চাহ খাই বাহিৰ ফুৰিবলৈ পথাৰলৈ গ'ল, ঘূৰি অহা নাই। বৰ ককায়েকে চাহ খাই খাটৰ ওপৰতে তেনেকৈয়ে বহি আছে আৰু নিজৰ পাগটোকে মোহাৰি-সামৰি বান্ধি আছে। বৰমাজুজন পুৱাই চাহ খাই খেতিৰ পথাৰলৈ

গ'ল। ঘাঁহ এমুঠাও লগত ল'লে। বাপেকৰ দৰে তেৱোঁ ঘোৰা এজনী ৰাখিছে। ঘেহুঁ দোৱাৰ দিন। তেওঁ ঘোৰাঁত উঠিয়ে যায়, আৰু আহোঁতে কিবা নহয় কিবা বস্তু পিঠিত বোজাই দি লৈ আহে। কেতিয়াবা ঘেহুঁৰ চোকোৰা, কেতিয়াবা ঘেহুঁ দানা, কেতিয়াবা ঘেহুঁৰ খেৰ। কেতিয়াবা বস্তাত ঘেহুঁদানা দুফালে দুবস্তা বোজাই দি ওপৰত নাঙলটো বা ভূচিৰ ভাৰখনো তোলে। ডাঙৰ ককায়েকৰ মহ এজনী আছে। ই দুজন ভায়েকে গাখীৰ উঠনা লগাই লৈছে, তেওঁৰ পৰা। বৰ বোৱাৰীয়েকে পুৱা-গধূলি গাখীৰ দুগিলাচ বিনামূলীয়াকৈ দি থাকে। সেইটোতো লোকচানৰ কথা নহয়? বুঢ়ীৰো সন্তোষ।

পুষ্পিন্দৰে নচীবৰ তিনিওজন ককায়েকক দেখিলে। আচৰিত ৰীতি-নীতিত চলা মানুহ। বৰ ককায়েকে ডাঢ়ি-চুলি ৰাখিছে। পাগুৰী মাৰে। পূৰা গুৰু-শিখ। খোপা-ধাৰী জনৰ চুলিতো আছেই, কিন্তু পাগুৰী গুছাই চুলিকোছা পঘা বটাৰ দৰে পকাই লয়। ডাঢ়ি খুৰায়; মোছ ৰাখিছে। মোছকোছা ম'হশিঙিয়া। বিড়ি হোপে। নচীবৰ ওপৰৰ জনে পাগুৰীও নেমাৰে, চুলি-ডাঢ়িও ৰখা নাই। ডাঢ়ি-মোছ ঠুটিয়াবলৈকে নিদিয়ে; মূৰ চুলিও কটাই থাকে। বিড়ি-চুৰট নেখায়। বৰ ককায়েকৰ নাম সুৰজন সিংহ, তাৰ পাছৰজনৰ নাম মিলখী ৰাম, সৰু মাজুজনৰ নাম সুখদেৱ সিংহ। বুঢ়ীৰ নাম হৰকৌৰ।

মাকে চাহ খালে। ক'লে, "হেৰ' মোক জগাই দিব পাৰিলিহেঁতেন। নিজে কষ্ট কৰাৰ দৰ্কাৰ নাছিল নহয়!" আকৌ ক'লে, "ছোৱালীজনীয়ে চাহ খালেনে নাই?"

"তেওঁ আকৌ তাত বহি আছেগৈ। সুখদেৱৰ বৌৰ তাত।"

"মাত বোপাই, চাহ খাবলৈ দে তেওঁক। আৰু পুৱা বেলাতে তাত থৈ আহগৈ। চাইকেলখনতে তুলি লৈ যা। আগবেলাতে নিজৰ ঘৰ পাওক গৈ। পৰৰ ছোৱালী। অনেকে অনেক উলিয়াব!" বুঢ়ীয়ে চিন্তা কৰি ক'লে।

মাক পুতেকক জুপি চোৱা দেখি সুখদেৱৰ ঘৈণীয়েকে পুষ্পিন্দৰক কৈ দিলে "যোৱা আইদেউ, কিজানি তোমালৈকে বাট চাই আছে।"

"কোনো কথা নাই, যাওঁ বাৰু!" পুষ্পিন্দৰ উঠিল।

এনেতে নচীবেই তেওঁক মাতিনিবলৈ দুৱাৰ মুখ পালেহি। ক'লে, পিন্দৰ চাহ খোৱাহি আহাঁ। ব'লা মাই মাতিছে।"

পুষ্পিন্দৰ উঠি মাকৰ ফালে আহিল। বহা কোঠাতে সুখদেৱৰ ঘৈণীয়েকে নচীবৰ বাউসিত ধৰি ৰখালে। সুধিলে, "তুমি কোৱা নাই নহয়—কোৱাচোন এওঁ তোমাৰ কি হয়! কিয় আহিছে তোমাৰ লগত?"

"তুমি নিজেই বুজি লোৱা!" নচীব দৃঢ় ভাৱে থিয় দি ৰ'ল।

"কিন্তু এওঁতো জাটৰ ছোৱালী। এইটো অবৈধ প্ৰেমহে, নহয় যদি তুমি তাইক দোলাত তুলি আনিব পাৰিবা জানো?"

"হয় দোলাত ভৰায়ে আনিম। এওঁতো তোমাৰ আগতে আছেই!"

"কিন্তু এওঁ হ'ল জাটৰ..."

"জাটৰ ছোৱালী হ'ল, কি হ'ল? তেজ সকলোৰে ৰঙা—আমাৰ নাপিতৰো তেজ ৰঙা।"

"তুমি কি কথাবোৰ কৈছাহে! মোৰ বোধেৰে তোমাৰ মূৰে কাম কৰা নাই যেন লাগে!" বৌৱেকে নচীবক খাটত বহুৱালে।

"নহয় নবৌ, এই সকলোবিলাক হৈ উঠিব। মইতো এওঁক দেখুৱাবলৈকে লৈ আহিছো, তোমালোকৰ ওচৰলৈ।"

"দেখাত ছোৱালীজনী পুতলাৰ দৰে, ককায়েৰৰ শপত। স্বভাৱে-চেহেৰাই মেম জনীহে যেন। এই পৰীযেন ছোৱালীজনী আমাৰ ইয়াত খাপ খাই থাকিব পাৰিব জানো? আমি হ'লো নখ-চুলি কটা জাতৰ। এওঁ দেউতাক চাগে চৰদাৰ!"

"মোৰ দেউতা আছিল নখ-চুলি কটা জাতৰ—মই কিন্তু নহয়। চৰদাৰ তেওঁৰ বাপেক হ'ব পাৰে, এওঁ নহয়। আমি জাত-পাতৰ ওপৰত উঠি এই সিদ্ধান্ত লৈছো। এই সিদ্ধান্তত কোনো ভগৱানেও বাধা দিব নোৱাৰে।"

"ভাল কথা বোপা। কিন্তু বুজি-বাজি চলিবা ভাই। আমাৰ খাৰ খোৱা মগজুত এইবোৰ কথা নোসোমায়; তোমালোক লিখা-পঢ়া জনালোক, জ্ঞানী, তোমালোকে সকলো জানা। তুমিতো সকলো কৰি পেলাবা।"

"হয়, এইটো কৰিমেই। কিন্তু নবৌ, এতিয়া সুখদেৱক একো নক'বা। সুৰজন আৰু মিলখায়ো যাতে কথাটো গম নেপায়। মাকো নক'বা। তুমি সুধিলতহে মই সৈ কাঢ়িলো। প্ৰথমে গোটেই কাহিনীটো মূৰত উঠিবলৈ দিয়া, তেতিয়াহে কৈ সোৱাদ পাবা। আমি এতিয়া সিদ্ধান্ত কৰিহে থৈছো। কথাটো পকি উঠিলে, সকলোৱে গম পাব। তুমি জানিব খোজা কাৰণেহে তোমাক মই কৈ দিলো।"

"নহয় ভাই, মইতো পাতৰ তলৰ লাওহে। আনৰ কাণত পৰিলে মোক যি মন যায় শাস্তি বিহিবা। কিন্তু ভাই বুজি-বাজি চলিবা। তোমাৰ সোণৰ পুতলা যেন দেহাটো মাটি কৰি নেপেলাবা।"

"আমি ভাবি চিন্তিয়ে চলিম বৌ।" নচীব উঠি মাকৰ বহা কোঠালৈ গ'ল। পুষ্পিন্দৰে অলপহে চাহ খালে। মাকে বাৰে বাৰে আৰু চাহ বাকি ল'বলৈ কয় আৰু তাই বাৰে বাৰে তাত খাই আহিছো, মাজী বুলি কয়!

আৰু, নচীবে খৰধৰ কৰিবলৈ ধৰিলে। "ব'লা পিন্দৰ, থৈ আহোঁগৈ।"

তাই নুঠে, জানি-বুজিয়ে বেলি উঠালৈ বাট চাইছে। মাকৰ আগতনো কয় কেনেকৈ যে পলম কৰি যোৱাহে ভাল হ'ব। চন্নণৱালৰ মানুহঘৰে যাতে সঁচা বুলি ভাবে যে তাই আজি নিজৰ ঘৰৰপৰা চিধাই ইয়ালৈ আহিছে। পুৱাই যদি পায়গৈ তেন্তে তেওঁলোকে কি ভাবিব। এইটোতো কাকো কোৱা কথা নহয় যে ৰাতিটো এঠাইত কটাই আহিছে। তাই বাৰে বাৰে নচীবৰ ফালে চাই আছে, যেন ক'ব খুজিছে—"হেৰ মুৰ্খ, কিবা কথাৰ খবৰ আছেনে!" হৰকৌৰ বুঢ়ী শিয়ান। পুষ্পিন্দৰক উঠা নেদেখি ক'লে, "আই অ',

গা-পা ধুই লোৱা, মই ৰুটি মাৰো, খাই যোৱা। চাহৰ লগত খাব খোজা যদি চাহৰ লগতে খোৱা, নহ'লে সুৰজনৰ বোৱাৰীয়ে লাচী বনাব পায়, তাৰে খাব পাৰিবা।"

ঘৰতে কুঁৱা আছেই। কিন্তু কুঁৱাৰ ওচৰত সৰু গা-ধোৱা ঘৰ সাজি তাত এটা সৰু পানী টেঙকী সাজি ৱাটাৰ ৱৰ্কচৰপৰা নলী লগাই থোৱাও আছিল। বাহিৰ ফালৰ পৰাও লগোৱা আছে। মতা মানুহখিনিয়ে বাহিৰতে গা-পা ধোৱে। এই সৰু গা-ধোৱা ঘৰটো আচলতে ঘৰৰ মাইকী মানুহখিনিয়ে গাধুবলৈ বুলি সুৰজনে সজাইছিল। এটাই কিঘৰৰে ৰাজহুৱা। গাঁৱৰ স্কুলটোৰ সোঁফালে 'ৱাটাৰ ৱৰ্কচৰ টেঙ্কী পাতি থোৱা আছিল। গাঁৱৰ সকলোৰে ঘৰলৈ নলৰ পানী যোগোৱা হৈছিল। নিৰ্দিষ্ট কৰি দিয়া কৰৰ বিল আহে। গাঁৱত ৰাজহুৱা পানীৰ টেপো দিয়া হৈছিল। বিনামূলীয়াকৈ দিয়া হৈছিল। তাৰ বিল নাহে। পাইপ বহুওৱাৰ পাছৰপৰা কুঁৱাৰ পানী কম পৰিমাণেহে ব্যৱহৃত হৈছিল।

নলত পানী আহি আছিল। পুষ্পিন্দৰে গা-ধোৱা ঘৰত সোমাই গা-ধুবলৈ ল'লে। চাবোন-তেল, গামোচা আৰু মগ-বাল্টী নচীবে আগতে নি থৈছিলগৈ।

নিমখীয়া বেচনৰ পৰাঠা সুৰজনৰ ঘৈনীয়েকে বনাই দিলেহি। পাঁচ-ছখনমান পৰাঠা কাপোৰেৰে মেৰিয়াই বুঢ়ীৰ কোঠাত থৈ গ'ল। লাচীৰ জগ আৰু বাটিত মাখনো।

পুষ্পিন্দৰৰ পাছতে নচীবেও গা ধুলে। মূৰ আঁচুৰি পুষ্পিন্দৰ যাবলৈ সাজু হ'ল। নচীবেও চুলিকোছা বান্ধি পাগুৰী মাৰিলে। আৰু দুয়ো জলপান খাবলৈ বহিল। মাকৰ পৰা আমৰ আচাৰো ল'লে।

দুয়ো একেলগে বহি ৰুটি খোৱা চাই মাকে বৰ তৃপ্তি পালে আৰু লগতে চিন্তান্বিতো হ'ল। তেওঁৰ মনত এনেহে লাগিল যেন এটা সপোনে জোৱাৰ তুলি তেওঁৰ ঘৰ সোমাইছেহি। ঘৰৰ ল'ৰাহঁতে দুয়োকে খাই থকা চাই চাই গৈ কোঠাৰ একোণত হি হি কৈ হাঁহি দৌৰ মাৰিলে। মিলখাৰ পুতেকে আকৌ চাপৰি বজাই দিলে। ল'ৰাহঁতৰ কাণ্ড-কাৰখানা দেখি দুয়ো টিপা মাৰি মাৰি হাঁহিলে। ইফালে মাকৰ কপালৰ ৰেখা কিডালো মন কৰিলে।

ন বাজি গ'ল। নচীবে ওচৰৰ এঘৰৰপৰা চাইকেল এখন খুজি আনিলে আৰু পুষ্পিন্দৰক লৈ ওলাল। যাবৰ পৰত পুষ্পিন্দৰে নচীবৰ তিনিও গ়ৰাকী বৌৱেকক লগ কৰি গ'ল। হাতযোৰ কৰি সৎশ্ৰী আকাল দিলে। মাকক মূৰ দোঁৱাই সৎশ্ৰী আকাল দিলে। ৰাস্তালৈ আহি নচীবে পুষ্পিন্দৰৰ পাছফালে বহি মাত-বোল নকৰাকৈ গৈ থাকিল। নতুনকৈ স্থাপিত কৰা চেলাৰৰ ওচৰ পাই পুষ্পিন্দৰে ক'লে, "নামি যোৱাই ভালহে, কিযে চাইকেল চলাইছা আৰু! ভৰিত জোৰ নাইনেকি?"

"অ' ময়ো তাকে কওঁ বুলিছিলোহে। খোজ কাঢ়িয়ে যাওঁ। কথা পাতি যাব পৰা হ'ব। এতিয়া গৈনো তুমি কি পাঁজি কাটিবাগৈ। গৈ থাকিবাগৈহে। এঘণ্টা আগ-পিছ হ'লেই জানিবা!"

"হায়, মোৰ হ'লে কলিজাই হাফৌহাফৌ কৰিছে। যদি আমাৰ ঘৰত দেউতাই গম পাইছে, মই বাচিম যে, আশা নাই। তোমাৰ কথা মই নেজানো।"

"একো নহয়, তুমি মিছাতে ভয় খাইছা। ইমান দূৰ, কোনে কোনেকৈ গম পাব!"

"গম নেপাব কেনেকৈ? ঘূৰি ফুৰাই সাক্ষী দিব।" কিন্তু পুনৰ সাহ বান্ধি ক'লে, "ব'লা, বাদ দিয়া। দেখা যাওক। ভয় খাই সময় নষ্ট নকৰো! এদিনতো জুই জ্বলিবই।"

"তেতিয়া কৰিবা কি?" নচীবে চিন্তাতুৰ হৈ সুধিলে।

"তেতিয়াৰ কথা তেতিয়া ভাবিম। চাওঁ কি হয়। এতিয়া খোজ দিলোৱেই,— উভটিবতো নোৱাৰি।" পুষ্পিন্দৰে প্ৰথমবাৰৰ দৰে সাহস দেখুৱালে।

সিহঁত বাৰনালা বাছ-ষ্টেগুৰৰ ফালে নগ'ল। তাৰপৰা চন্নণৱাললৈ যোৱা বাছ সন্ধুপত্তি হৈ ঠীক্ৰীৱালাৰ আড্ডাত গৈ ৰয়গৈ। নচীবে ঠীকৰীৱালা আড্ডাৰপৰা পুষ্পিন্দৰক বাছত তুলি পঠিয়ালে।

## ১১

চন্নণৱালালৈ যাওঁতে পুষ্পিন্দৰে কৈ গ'ল যে তাই এসপ্তাহতকৈ বেছি দিন তাত নেথাকে। যিদিনা তাই ঘৰলৈ যাব, তাৰিখ দি তাই চিঠি দিব আৰু সময়ো লিখিব। বাৰনালা বাছ ষ্টেগুলৈ নচীব আগবাঢ়ি আহিব আৰু একে লগে বহি কথা পাতি সলাৱৎপুৰলৈকে যাব। পুষ্পিন্দৰে ইয়াকো ক'লে যে তাইক লগ পাবলৈ চন্নণৱাললৈ আহিব নেলাগে। তাৰ মোমায়েকহঁতৰ পুতেকহঁতৰ স্বভাৱ ভাল নহয়। যদি কথাৰ কোনো প্ৰকাৰ উমান ধৰিব পাৰে, তেনেহ'লে বিপৰীত কথা হ'ব। মোমায়েকৰ পুতেকহঁতে ঘূৰাই কাজিয়াহে কৰিব।

নচীবে যেতিয়াৰপৰা ৰামপুৰাফুলৰ কলেজত পঢ়িবলৈ আৰম্ভ কৰিলে আৰু খড়ক সিং চুবুৰীৰ মোমায়েকৰ ঘৰত থাকিবলৈ ল'লে, তেতিয়াৰপৰা দুদিনতকৈ বেছি দিন সংঘেড়ত আহি নেথাকে। আহিলেও চাৰি পাঁচ মাহৰ মূৰতহে আহে। তালৈ গৈয়ে বা তেওঁ কি কৰিব!" তেওঁৰ খোৱা-বোৱা, কাপোৰ-কানি, পঢ়াৰ খৰচ মোমায়েকে বহন কৰে। মোমায়েকে একপ্ৰকাৰ তেওঁক পুতেক বুলিয়ে ধৰি লৈছে। মামীয়েক সীতোৱেও অপাৰ মৰম কৰে। তেওঁৰ কোনো ল'ৰা-ছোৱালী নহ'ল। এতিয়া নচীবেই তেওঁলোকৰ সৰ্বস্ব। পঢ়াৰ পাছতো নচীব মোমায়েকৰ ঘৰতে থাকিব লাগিব।

দহদিন পাৰ হল, পুষ্পিন্দৰৰ কোনো চিঠি নাহিল। তেওঁ নিতৌ ডাক চাবলৈ যায়; কিন্তু নিজৰ চিঠি নেপায়। নিজৰ চিঠি নোপোৱাত তেওঁৰ যেন ভোক, পিয়াহেই

নাইকিয়া হৈ গ'ল। এইদৰে তেওঁ দুপৰীয়াৰ ৰুটি নোখোৱাই হ'ল। চিঠিলৈ বাট-চোৱাটো তেওঁৰ কাৰণে পুষ্পিন্দৰলৈ বাট-চোৱাতকৈ অধিক হৈ পৰিল। প্ৰতিদিন পুৱাৰ পৰাই বাট চাই থাকে। ৰাতিটো কষ্টেৰেহে কটায়। ডাক অনা ডাকোৱালজনো তেওঁৰ প্ৰিয় হৈ পৰিল। তেওঁৰ দৃষ্টি এতিয়া বাৰনালাৰপৰা অহা প্ৰতিজন চাইকেল চালকৰ ওপৰত পৰিবলৈ ধৰিলে। মানুহবিলাক দেখি তেওঁৰ ভ্ৰম হয়—সেইজন ডাকোৱাল বুলি। বামলৈ তোলা মাছৰদৰে ছটফটাই থাকে, যেন ডাকৰ থৈলাটো নাহিলে তেওঁৰ প্ৰাণটোৱেই ওলাই যাব।

ডাকৰ থৈলাটো অহাৰ লগে লগে তেওঁৰ হাড়ৰ মাজত শক্তি সঞ্চাৰ হয়। তেওঁ ডাকোৱালজনৰ লগত একেলগ হয়। গাঁৱৰ ব্ৰাঞ্চ ডাক ঘৰলৈ গৈ থৈলা খোলে আৰু তীক্ষ্ণ দৃষ্টিৰে শেন চৰাইৰ দৰে চিঠিবোৰ চায়। ডেলিভাৰী এজেণ্টে প্ৰতিখন চিঠিৰে এড্ৰেচ পঢ়ি যায়; নচীব চাপৰি থিয় হৈ থাকে আৰু বিস্ফোৰিত নেত্ৰেৰে এড্ৰেচবোৰ চাই যায়। তেওঁৰ চিঠি নেপায়। এটা হুমুনিয়াহ কাঢ়ে। এই হুমুনিয়াহৰ লগত অহা বেদনাই যেন তেওঁৰ কলিজাৰ ভিতৰখন বখলিয়াই পেলায়। তেওঁৰ একোতে ভাল নেলাগে। এক আবদ্ধ চিঞৰে তেওঁৰ মূৰৰ সিৰাবিলাক উত্তেজিত কৰি তোলে। কাণৰ লতিত টক্ টক্ শব্দ উঠে। অৱশ ভৰি দুখনে ঘৰলৈ খোজ নিদিয়ে। তেওঁ বাবা ঠেকে দাসৰ বাহৰৰ ফালে গুছি যায়। ওখ বাৰান্দাত উঠি নিমগছ জোপাৰ ছাঁত পাঞ্জাবী বাতৰি কাকত পঢ়েগৈ। বুঢ়া নিমজোপাৰ গুৰিত ইফালে-সিফালে বেতনভোগী কৰ্মীদল, শিলৰ খুন্দনা, খেতিপথাৰৰপৰা অনা বনৌষধি আৰু এফালে খৰি আৰু কয়লাৰ দ'মটোৰ কাষত ধাতু ভস্মৰ কাৰণে জ্বলোৱা ধুনি, য'ত ৰঙা অঙঠাবোৰ তাম বৰণেৰে জিকমিকাই আছে। এই নিম জোপাৰ তলতে চাৰি-পাঁচখনমান খাটিয়াও পৰা আছে। গাঁৱৰ নাইবা বাহিৰৰপৰা অহা লোক আহি বহেহি—বাতৰি পঢ়ে অথবা সংসাৰৰ কথা পাতে। লঙ্গৰৰপৰা টেঙা লাচী, চাহ আৰু ভঁৰালৰপৰা ৰুটিও যোগোৱা হয়। নচীবৰ হাতত বাতৰিখন থাকে, পঢ়িব নজনা লোকে সংসাৰৰ খা-খবৰ সোধে। এটা প্ৰশ্নটো ধৰা বন্ধা তেওঁ শুনিবলৈ পায়—"হয় ভাই, কি কৈছে খবৰ কাগজে?"

কোনো কোনোক নচীবে পাছ-ছয়টা শীৰ্ষক পঢ়ি শুনায়। কাৰোবাক এটা বা দুটা। কেতিয়াবা কেতিয়াবা নেমাতেই। ইমানকে কয়, "আজি বিশেষ খবৰ নাই!"

আনফালে পকা বাৰান্দাত অনেকলোক পকা বেঞ্চত বহি থাকেহি। কোনো কোনো বাৰান্দাৰ আগৰ নিমতলত থকা পুৰণা তক্তাপোচত বহে। বাহৰত থকা মহন্তজনে বাৰান্দাত বহি ঔষধ দিয়ে। ঔষধ দিয়াৰ লগতে ৰাজনীতি, ধৰ্ম, সভ্যতা আৰু সাহিত্য বিষয়ক ভাষণো দি থাকে। বেমাৰীবিলাকৰ মাজৰপৰা কোনোবাই একোটা সামান্য প্ৰশ্ন সোধামাত্ৰে বাবাই তাকে লৈ আধাঘণ্টা মানলৈ বক্তৃতাই দি দিয়ে। সন্মুখত এখন ডাঙৰ মেজ, মেজৰ ওপৰত অনেক প্ৰকাৰৰ বটল, বাওঁহাতে ঔষধৰ আলমাৰী, চকীত বহি বাবাজী ক'লা কিস্তীখনত কিবা নহয় কিবা ঘুটি থকাই দেখিবা। এই কিস্তীখনেই

একপ্ৰকাৰ ৰসায়নৰ খনি। এই কিস্তীত ঘোটা মাটিও সঞ্জীৱনী হৈ পৰে। বাবাৰ হাতৰ যশস্যা আছে, নহ'লেনো ঔষধ সেই একেবিলাকেই যিবিলাক গোটেই সংসাৰৰ বেজে দিয়ে। দূৰ-দূৰণিৰ গাঁৱৰপৰা লোক ইয়ালৈ আহে। দোল-তাবিজ আৰু হাত চোৱাৰ সংসাৰখনৰপৰা দূৰত থাকি বেমাৰীৰ লগত শৰীৰ বিজ্ঞানৰ দৃষ্টিৰে কথা পাতে।

বাবাজীৰ পূৰা দেহা বাদামী ৰঙৰ দৰ্শনীয় চেহেৰা আৰু খোলা মুগাবৰণীয়া ডাঢ়ি কোছা। তেওঁ বঙালী কামিজ পিন্ধে আৰু গাত চাদৰ লয়। মূৰত পাঁজীসেৰীয়াকৈ পিন্ধা অভিজাত পাগুৰীটো। তিনিওখন বস্ত্ৰৰ ৰঙেই হ'ল বাদামী ৰঙৰ। তেওঁৰ হিন্দী আৰু পাঞ্জাবী সাহিত্যৰ যথেষ্ট জ্ঞান আছে। কথাই প্ৰতি নিত্য ব্যৱহৃত ইংৰাজী শব্দও ব্যৱহাৰ কৰে। বেমাৰীৰ বাহিৰে আন লোকো তেওঁৰ ওচৰলৈ আহে। কংগ্ৰেছী, আকালী, কমিওনিষ্ট বিচাৰধাৰাৰ লোক। বৈদ্য, অধ্যাপক, সাহিত্য সভা পতালোক, ঘূৰি ফুৰা ফকীৰ, মানসিক দুখত দুখীলোক আৰু ৰুটি-চাহৰ কাৰণে ঘূৰিফুৰালোকো। বাবাই পুৱা বেলি উঠাৰ লগে লগে আৰম্ভ কৰি দুপৰীয়া পৰ্য্যন্ত আৰু পিছবেলা গধূলি পৰলৈকে ঔষধ দি থাকে। তাতে বহি বহিয়ে সকলোকে লগ কৰে। সুখ-দুখৰ কথা সোধে, আগন্তুকৰ মনৰ বুজ লয় আৰ তেওঁৰ কষ্ট নিবাৰণ কৰে। চান্দা নিওঁতাই চান্দা লৈ যায়। শাসক পাৰ্টি, ধাৰ্মিক সংগঠন, শিক্ষা সংস্থা, আৰু এলেকাটোৰ সাহিত্য সভাই যেতিয়াই-তেতিয়াই বাবাক দুৱাৰ মুখতে আৱৰি ধৰে। অন্তৰ খুলি তেওঁলোকৰ ইচ্ছা পূৰ্ণ কৰে। বাবাৰ বাহৰৰ নামত প্ৰায় তিনিশ বিঘা মাটি আছে। দৰব-জাতি দিও যথেষ্ট পইছা পায়। সকলো পইছা পুণ্যৰ খাতাত সোমাইগৈ। বাবা নিষ্কাম বৃত্তিৰ লোক। সংসাৰক বুজি-বাজি সংসাৰৰ মাজতে আছে। গাঁৱৰ কোনো স্থানত ক'ৰবাত কাৰোবাৰ ঘৰত গুৰু গ্ৰন্থচাহেবৰ পাঠৰ ভোগ চৰোৱা হ'লে, সপ্তাহ পালন কৰিলে, তেওঁক নিমন্ত্ৰণ দিবই, তেতিয়া তেওঁ দহো বন-কাতি কৰি নিজৰ স্কুটাৰখন লৈ পাবগৈয়ে। ধাৰ্মিক অনুস্থানৰ সমাগমত যোগ দিয়ে। সাহিত্যিক বৈঠকলৈ যায়—কেতিয়াবা কেতিয়াবা কবিতাও পাঠ কৰে।

নিমতলৰ খাটিয়াত বহি নচীবে বাতৰি কাকত পঢ়ি থাকে, নহ'লে এনেয়ে তলমূৰ কৰি, ভাবত বুৰগৈ থাকে, যেতিয়াই বাবাক দেখে থিয় হৈ 'মহাৰাজ' বুলি সম্বোধন কৰে। বাবাক তেওঁৰ ভাল লাগে। বাবাই তেওঁৰ বা-বতৰা সোধে আৰু এটা প্ৰশ্ন সদাই কৰে—"কেতিয়া আহিলা, ৰিজাল্ট দিলেনেকি তোমাৰ, হয়নে ডেকা লৰা?"

"চাওক মহাৰাজ..." তেওঁ কৈ পাছত চুপচাপ খাটিয়াত বহি পৰে।

"কিমান চিধা লৰাটো!" কেতিয়াবা বাবাও খাটিয়াখনত বহি নচীবৰ পিঠিত থপ্‌থপাই দিয়ে। তেওঁক কথা সুধিবলৈ ধৰে। নচীবৰপৰা তেওঁ মাৰ্ক্সবাদ শুনে। নচীবে ধীৰভাবে কৈ যায় আৰু খুব কম শব্দেৰে উত্তৰ দিয়ে। বাবাই তেওঁ কোৱা কথাখিনি বুজি পায়।

"ভাই তুমিতো, ডেকা মানুহ, নিপুণ লোক! মুকলি মনেৰে খোলা কথা পাতা।

কেইজনমান মাৰ্ক্সবাদীক দেখিছো তেওঁলোকে কোৱা কথাবিলাক বুজিপাবলৈ টান। শব্দৰ আঁত ধৰাই টান।" বাবাই তেওঁক প্ৰশংসা কৰে।

যোৱা বছৰ মে' জুন মাহত বদৰীনাৰায়ণ খড়ক সিংহ চবুৰীলৈ আহিছিল। দুই-তিনি দিনমান আছিল। নচীবৰ বুদ্ধি দেখি তেওঁৰ লগত কেইবাঘণ্টা জুৰি কথা পাতিলে আৰু যাওঁতে দুখন ফটা-ছিঁটা কিতাপ দি গ'ল। সেই তেতিয়াও নচীব সংঘেড়ালৈ আহিছিল। কেইদিনমান তেওঁ তাত আছিল। মাকৰ কোঠাতে বহি-শুই থাকে নহ'লে বাবা ঠেকে দাসৰ বাহৰত কটায়। এই কিতাপ দুখন তেওঁ বৰ সূক্ষ্মভাবে অধ্যয়ন কৰিলে। তেওঁৰ বৰ ভালো লাগিল। এখন আছিল ব্ৰিটেইনৰ কমিউনিষ্ট পাৰ্টিৰ আগশাৰীৰ নেতা কমৰেড্ এমিল ব্ৰান্সৰ কিতাপ 'মাৰ্ক্সবাদ'খনৰ জলন্ধৰত ছপা কৰা পাঞ্জাবী অনুবাদ। দ্বিতীয়খন আছিল ফ্ৰেডাৰিক এঙ্গেল্‌চৰ প্ৰসিদ্ধ পুস্তক "পৰিয়াল, নিজা সম্পত্তি আৰু ৰাজ্যৰ উৎপত্তি" যাৰ প্ৰকাশন মস্কোৰ প্ৰগতি প্ৰকাশনে কৰিছিল। প্ৰথম দুখিলাপাত ফটা আৰু শেষৰো তিনি-চাৰি পৃষ্ঠা নাই। নচীব উলটি অহাত মাকে কিতাপ দুখন সযতনে কাঠৰ বাকচত ভৰাই থৈছিল, নিগনিয়ে বা উঁয়ে খোৱাৰপৰা বচাই। এইবাৰ তেওঁ যেতিয়া সংঘেড়ালৈ আহিল, তেতিয়া আজৰি পাই সেই কিতাপ দুখন পুনৰ পঢ়াত লাগিল। তেওঁৰ এতিয়াও কিতাপ দুখন মনোগ্ৰাহী হৈ থাকিল। ঠেকে দাসৰ বাহৰলৈ অহা সময়তো কিতাপ হাতত লৈ আহে।

নচীবে কাৰোবাৰ মুখত শুনিলে বোলে কালিলৈ দেওবাৰে এক বজাত বাৰনালাত লেখক সংঘৰ সাহিত্যিক বৈঠক হ'ব। এলেকাৰ লেখকসকলৰ উপৰিও বাহিৰৰ পৰাও নামজ্বলা লেখক আহিব। উপন্যাসৰ ওপৰত কেইবাটাও প্ৰবন্ধ পাঠ কৰা হ'ব। দেওবাৰে বাৰ বজাতে তেওঁ বাৰনালা পালেগৈ। ছতাখূহ চৌকত "ৰাহীৰ দোকান"ৰ মুখত মানুহ গোট খাইছিল। তাত তেওঁ এনেয়ে আহি বহি ৰ'লহি, বৈঠক বাস্তৱতে হণ্ডিয়ায়া বজাৰৰ আগ্ৰৱালা ধৰ্মশালাত বহাৰ কথা আছিল। এক বজাৰ লগে লগে মানুহখিনি সেইফালে যাবলৈ ধৰিলে। এটা বৰ আহল-বহল কোঠাত দলিচা পাৰি ৰখা হৈছিল। দলিচাৰ ওপৰত বগা কাপোৰ আৰু তিনি চাৰিটামান আউজা-গাৰুও। বেলেগ বেলেগ গ্ৰুপত বহি লেখকসকলে কথা পাতি আছিল। ট্ৰেত চিচাৰ গিলাচ আনি মানুহখিনিক পানী খুৱাই থকা হৈছিল। কপাহৰ জোলাহেন বগা দীঘল মোচকোছাৰে, চাৰি আঙুলিয়া ডাঢ়িকোছাৰে এজন অভিজ্ঞ কবিয়ে হাস্য-কবিতাৰে নিজৰ গ্ৰুপটোৰ মনোৰঞ্জন কৰি আছিল। প্ৰবন্ধ পঢ়া আলোচক এতিয়াও আহি পোৱাহি নাই। নতুনসকলে জোৰ দি আছিল যে এতিয়া কবিতা পাঠকে কৰি থকা হওক।

শিথিল শৰীৰৰ চেক্ৰেটৰীজনে দুয়োটা আঁঠু একে বাউসিৰে সাবটি ধৰি বহি ৰ'ল, বহি বহি দুলি থাকি আনখন হাতেৰে চছমাজোৰ নাকত ৰাখি ধৰি কৈ আছিল, "বন্ধুসকল কবিতা আৰম্ভ কৰিলে প্ৰবন্ধ কোনে শুনিব? কবি সন্মিলন পাছতেই হওক। দহ মিনিট আৰু বাট চাওঁ। কি অসুবিধা হ'বনো?"

কথা-বতৰা চলি আছে, নবযুবক বাবা আহিল এনেতে। হাতত হেঁচি হেঁচি ভৰাই অনা এটা চামৰাৰ বেগ। বেঙুনীয়া কুৰতা পায়জামা-পৰিষ্কাৰ ইস্ত্রী কৰা, খহতা ডাড়ি কোছাৰে পাতল মুগা ৰঙৰ পাগুৰী পিন্ধা। চছ্মাৰ তলেদি চোৰা দৃষ্টি। আহিয়ে পলম হোৱাৰ কাৰণটো ক'লেহি। পানী এগিলাচ বিচাৰিলে। পানী খুৱাই চেক্রেটৰীয়ে ক'লে, "চাহ পাছত দিয়া হ'ব, প্রথমে কোৱা, লিখি আনিছানে নাই বক্তৃতা দিয়ে ক'বা?"

"লিখিয়ে আনিছো, হেৰি ডাঙৰীয়া। বাহ! তুমিও বাৰু কৈছাহে বুলিছো! তেতিয়াই মই কৈ দিছিলো দেখোন।" বন্ধু আলোচকজনে অভিমানৰ সুৰত ক'লে।

চেক্রেটাৰী থিয় হ'ল। এখন হাতেৰে এৰাই পৰিব খোজা চছ্মাৰ ফ্রেমটো ঠিক কৰি থিয়হৈ, বহি থকা লোকসকলৰ মনোযোগ আকৰ্ষণ কৰিলে। বৈঠকৰ অধ্যক্ষৰ নাম ঘোষণা কৰিলে। চাপৰি বাজিল। অধ্যক্ষই গাৰুৰ কাষত আশ্রয় ল'লে। ততাতৈয়াকৈ পেপাৰ পঢ়িবলৈ কোৱা হ'ল। লগৰীয়া আলোচকজনে নিজৰ কেইবা যুগৰ পুৰণি বেগটোৰপৰা এটা লেফাফা উলিয়ালে আৰু কাগজৰ জাপটো তাৰপৰা উলিয়াই পেপাৰৰ শীৰ্ষকটো চছ্মাৰ ওপৰেদি চাই দূৰৰপৰা পঢ়িবলৈ ধৰিলে। পাছত থিয়হৈ থকা শ্রোতাসকলক নিৰীক্ষণ কৰিলে। তাৰ পাছত জোৰ দি পঢ়ি গ'ল। প্রথম ভাগত সামাজিক যথাৰ্থতাৰ কথা বৰ্ণোৱা হ'ল। সমাজৰ বৰ্গীয় বিভাজনৰ ব্যাখ্যা দিয়া হ'ল। বৰ্গীয় দুৰ্বলতাৰ বৰ্ণনা দিয়া হ'ল। জমিদাৰী, অৰ্দ্ধজমিদাৰী আৰু পুঁজিপতি আৰু বুৰ্জুৱা মানসিকতাৰ বৰ্ণনা দিলে। আধুনিক মধ্যম বৰ্গৰ ওপৰত প্ৰহাৰ কৰি ধিক্কাৰ দিলে। দ্বিতীয় ভাগত পাঞ্জাবী কেইজনমান ঔপন্যাসিকৰ ওপৰত মন্তব্য দাঙি ধৰিলে। তৃতীয় ভাগত নতুন ঔপন্যাসিকৰ উপলব্ধিবিলাকৰ ব্যাখ্যা দিয়া হ'ল। এই ঔপন্যাসিকসকলৰ ভিতৰত স্থানীয় লেখক সভাৰ লেখকসকলৰো নাম দিয়া হ'ল। শেষ ভাগত আলোচকে পৰামৰ্শ দাঙি ধৰিলে। এই ভাগত কেইজনমান বিদেশী ঔপন্যাসিকৰ আৰু আলোচকৰ উদ্ধৰণো দিয়া হ'ল। ৰুচ ঔপন্যাসিকৰ উদ্ধৃতিও আছিল।

পেপাৰখনকলৈ বিতৰ্ক কমেই হ'ল। যি দুই চাৰিজনে ক'লে, তেওঁলোকে স্থানীয় ঔপন্যাসিককিজনৰ কিতাপৰ বিৰুদ্ধেহে মত প্রকাশ কৰিলে। যেন ক'বলগা কথাখিনি তেওঁলোকে বুজি বাজিহে কৈছে। এনে কৰাৰপৰা তেওঁলোকৰ নিজৰ 'কেথাৰ্ছিস' হোৱা যেন লাগিল। পেপাৰ পঢ়া বন্ধু আলোচকজন উদাস হৈ বহি ৰ'ল। তেওঁ সমগ্র পাঞ্জাবী উপন্যাসৰ ওপৰত যি সমীক্ষা দাঙি ধৰিলে আৰু সামাজিক যথাৰ্থতাৰ সম্বন্ধে যিখিনি তথ্য দিলে, সেইবিলাকক লৈ কোনেও এযাৰ কথা নক'লে। যেন তেওঁৰ কথাখিনি 'নটিচ'লৈ অহা কথা নহয়েই। শেষত বন্ধু আলোচকজনে নিজৰ মনত নিজে উত্তৰ দি চুপ হৈ গ'ল—"কোনোবাই ষ্টাডি থাকিলেহে উত্তৰ দিব বা এযাৰ ক'ব!"

বন্ধু আলোচকে চছ্মা খুলি জেপত ভৰালে। উপস্থিত কবিসকলে কবিতা পঢ়া আৰম্ভ কৰি দিলে। কোনোজনে ক'লে "গজল পেশ হোয়", শ্রোতাৰ মাজৰপৰা আৱাজ আহিল 'তৰন্নুমকে সাথ' অৰ্থাৎ ৰাগ ধৰি গাব লাগে। কোনোৱে গীত গাবলৈ

লওঁতে আহ্বান আহে গীত গোৱাদি গাওক। শ্ৰোতাই কবিতা পাঠ কৰা সকলৰ মুখখন জুপি চাই থাকে। কোনোৱে ছন্দৰ কবিতা পাঠ কৰিলে শ্ৰোতাই গোট বান্ধি বান্ধি ফুচফুচীয়া মেল পাতে, কাৰণ বুজি নেপায়। মুক্তক কবিতা পাঠ ফুচফুচীয়া মেলতে শেষ হয়। প্ৰতিজন কবিকে সময় দিয়া হয়। প্ৰতিজনেই নিজৰ 'নোটবুক, উলিয়াই শুনাব খোজা কবিতা বাছনি কৰি বহি আছে। মাজে মাজে 'টি পাৰ্টি'ও চলি আছে। কবি দৰবাৰ চলি থাকিল। গোষ্ঠী পাঁচ বজাত সমাপ্ত হ'ল। হাত চাপৰি নিজম পৰিল। যাওঁতাসকল গ'লগৈ, কিন্তু কিছু এনেলোকো আছিল যিসকলে বাৰনালা এৰি নেযাবই যেন! ঠায়ে ঠায়ে বহি ভৰি-তলুৱা মোহাৰি অৰ-ত'ৰ অসাৰ কথা পাতি থাকিল। দিনৰ পৰালি পৰিল। তাৰ পাছত যাৰে-তাৰে ওচৰলৈ গৈ বহাৰ কাৰ্য্যসূচী তৈয়াৰ কৰি থাকিল। কোনো দোকানত, কোনো ঢাবাত, কোনো বৈঠকত বা কাৰোবাৰ ঘৰতে হওক, গৈ বহিলগৈ। মাত্ৰ চাৰি পাঁচজনমান লোক বাকী থাকিলগৈ। তেওঁলোকে স্থানীয় লেখকৰ ঘৰলৈ গৈ মদ খাবলৈ ল'লৈগৈ।

## ১২

বন্ধু আলোচকজনে মদ নেখায়। স্থানীয় লেখকসকলে অনুৰোধ কৰাতো তেওঁ সেইদিনা বাৰনালাত নেথাকিল। আহোঁতে দূৰৰ পৰাই আহিছিল। গাওঁখন হ'ল তৃতীয়খন জিলাত। কিন্তু সেইদিনা তেওঁ বাৰনালাৰপৰা পাঁচ-ছমাইলমান আঁতৰৰ এডোখৰ ঠাইত ৰাতিটো কটোৱাৰ কথা আছিল। গোষ্ঠী শেষ হোৱাৰ লগে লগে তেওঁ চিধা বাছ ষ্টেণ্ড পালেগৈ। বাছৰ অহা-যোৱা ভাৰাটো ল'লে, "বাহ গুৰুজীৰ খালচা", "বাহ গুৰুজী ফতহ!" বচ বাছত উঠি গুছি গ'ল।

নচীবৰ বন্ধু আলোচকজনৰ কথাখিনি ভাল লাগিল। প্ৰবন্ধটোত তেওঁ ৰসুল ৰমজাতোভৰ পুস্তক 'মেৰা দাগিস্তান' নামৰ কিতাপখনৰ কথা কেইবাবাৰো উল্লেখ কৰিছিল। ৰুচ উপন্যাসৰ উদাহৰণ দিয়াৰ সময়ত তেওঁ বৰ ভাল শব্দেৰে 'প্ৰকৃত মানুহৰ কাহিনী'ৰ নাম ল'লে। এই উপন্যাসখনৰ নাম তেওঁ আগতে শুনিছে। ইয়াকো শুনিছে যে যিজনে এই উপন্যাসখন এবাৰ পঢ়ি পেলাই তেওঁ আত্মহত্যা কৰা কথা ভাবিবই নোৱাৰে।

আগ্ৰৱালা ধৰ্মশালাৰ কোঠাৰপৰা বাহিৰ ওলাই আগফালে লোকসকলে কথা পাতি আছে—

"তুমি কত আছাহি?"

"আজি ইয়ালৈ কেতিয়া আহিলা?"

"এতিয়া তোমাৰ প্ৰোগ্ৰাম কি?"

"লগেই নোপোৱা হ'লো দোস্ত, থাকা ক'ত?"

"বেচ নাম কৰিছা ভাই! তুমিতো বহুত ছপাইছা। যিখন আলোচনীৰে পাত লুটিয়াওঁ আগত তোমাক পাঁৱেই।"

"কি হ'ল ভাই মনে মনে ৰ'লাযে! এতিয়া তোমাৰ্ একো পঢ়িব লগা নহ'লযে!"

এনে ধৰণৰ কথাকে এজনে আনজনক সুধিছিল।

বন্ধু আলোচকজনে সকলোৰে লগত হাত মিলালে। তেওঁ যাবলৈ ওলোৱা যেন বোধ হ'ল। নচীবেও হাত মিলালে আৰু সুধিলে, "যিখন নভেল 'প্ৰকৃত মানুহৰ কাহিনী' বুলিযে উল্লেখ কৰিলে, সেইখন ক'ত পোৱা যাব?"

বন্ধু আলোচকে ক'লে, "ভাই বাহ! সেইখন সাধাৰণতে সকলো ঠাইতে পোৱা কিতাপ, ইচ্ছামতে কিনি ল'ব পাৰি। মস্কোত ছপা কৰা। মাত্ৰ চাৰি-পাঁচ টকামান দাম। ইয়াৰ বাছ ষ্টেগুৰ বুক ষ্টলতো খবৰ কৰি চাব পাৰা।"

নচীব বন্ধু আলোচকজনৰ লগতে ওলাল, হগুিয়াৰে বজাৰেদি তেওঁলোকে গলি হৈ বাছ ষ্টেগুৰ ফালে যাবলৈ ধৰিলে। বন্ধু আলোচকে প্ৰথমে নচীবৰ পৰিচয় ল'লে, তেওঁনো আগতে কি কি পঢ়িছিল। এই বিষয়ত তেওঁৰ জ্ঞান কিমান। দুই এটা প্ৰশ্ন সুধিলে আৰু পাছত তেওঁ 'প্ৰকৃত মানুহৰ কাহিনী'ৰ বিষয়ে বুজাবলৈ ধৰিলে।

"আচলতে এইখন নভেল নহয়, সঁচা কাহিনীহে, যিখনক লেখকে এই নভেলৰে সঁচা-সচি পাত্ৰ এলেক্‌চেই মাৰেচেয়েভৰ মুখে দি নিজে শুনিছিল।"

"লেখকৰ নাম কি?"

"বোৰিচ পোলেবোই।" বন্ধু আলোচকে কৈ গ'ল—"আচৰিত কথা এটা কওঁনে? এই নভেলখনৰ মুখ্য চৰিত্ৰ অলেক্‌চেইয়েই এই নভেলৰ ভূমিকা লিখিছে। শেষত তেওঁ লেখকক ইমান মহৎ 'ট্ৰিবিউট' দিছে যে কোনো বৰতকৈও বৰ আলোচকেও একো লিখিব নোৱাৰা কৰিছে! অলেকচেইয়ে লিখিছে—দুখৰ কথা যে মই সাহিত্যিক নহওঁ। যদি মই শব্দৰ শিল্পী হ'লোহেঁতেন, তেন্তে ময়ো সঁচাকৈয়ে 'প্ৰকৃত মানুহৰ কাহিনী' লিখিলোহেঁতেন। এই কাহিনী হ'লহেঁতেন মহান দেশ ভক্ত, যুদ্ধ-বীৰ-চিপাহী আৰু আবেগময় পত্ৰপ্ৰেৰকৰ কাহিনী; এই কাহিনী হ'লহেঁতেন প্ৰতিষ্ঠিত চোভিয়েট লেখক, ৰাজকীয় পুৰস্কাৰ বিজেতা আৰু আত্মীয় বন্ধুবৰ বোৰিচ পোলে বোইৰ কাহিনী।"

"আৰু ইখন কিতাপ 'মোৰ দাগিস্তান' খন পোৱা নহ'বনে? সেইখনৰ কিমান দাম হ'ব বাৰু?" নচীবে সুধিলে।

"দামী নহয় দিয়া! সেইখনো মস্কোৰে প্ৰকাশন। চাৰি-পাঁচ টকামানহে হ'ব সম্ভৱ। সেইখনো ল'ব পাৰা। সেইখনো পঢ়িব লগা বস্তু।"

"সেইখনো উপন্যাস নেকি?"

বন্ধু আলোচকে হাঁহিলে। ক'লে, "এইটো ভাল কথাকে সুধিলা তুমি। 'মোৰ

দাগিস্তান' খন হ'ল এনে এখন কিতাপ, যাক তুমি উপন্যাসো বুলিব পাৰা, সিও ঠিক; গল্প সংগ্ৰহ বুলি ক'লেও সি ঠিকেই হ'ব; সি এখন কবিতা সংগ্ৰহো। এনে কিতাপ সংসাৰত প্ৰথমে কোনেও লেখা নাই, বোধহয় লিখিব নোৱাৰিবও। বিশেষকৈ লেখকৰ কাৰণে সেইখন হ'ল এখন বাইবেল। ধৰ্মপুথিৰ দৰে এখন সাহিত্যিক ৰচনা। য'তে মন যায় খুলি পঢ়া। যেন তাৰ পৰাই কিতাপখন আৰম্ভ হৈছে। য'ৰ পৰাই পঢ়া আৰম্ভ কৰা ভাল লাগি যাব। জীৱনৰ সকলো তত্ত্ব চূণৰ ভুৰুকাত হাতী ভৰোৱাৰ দৰে সোমাই আছে। ৰসুল ৰমজাতোভে এইখন কিতাপত সকলো তত্ত্ব ভৰাই থৈছে।

"তেন্তে এইখনতো আচৰিত ধৰণৰ কিতাপ হ'ব বন্ধু!"

"হয়, যিকোনো লেখক সন্মিলনলৈ তুমি যল'কে নোযোৱা লাগে, মানুহে কোৱা ৰসুল ৰমজাতোভৰ কথা শুনিবলৈ পাবাই।"

বাছ ষ্টেণ্ড পালেহি। বন্ধু আলোচকে তেওঁক বাছ ষ্টেণ্ডৰ বুকষ্টললৈ লৈ গ'ল। দুয়োখন কিতাপৰ কথা সুধিলে। আছে, দুয়োখনৰ দাম মুঠ এঘাৰ টকা। কিন্তু নচীবৰ জেপত মাত্ৰ আঠটকাহে আছিল। তিনি টকা বন্ধু আলোচকে নিজৰ জেপৰপৰা দিলে। নচীবে সঙ্কোচ কৰিছিল। বন্ধুৱে ক'লে, "ভাই তুমি কিতাপ দুখন পঢ়িবলৈ ইচ্ছা কৰিছা, তেন্তে পঢ়াগৈ নিয়া। পইছানো কি কথা? পাছত কিতাপ দুয়োখন পোৱা বা নোপোৱা কোনে জানে!"

নচীবে বন্ধুক চাহ খুৱাব খুজিছিল। কিন্তু তেওঁৰ মাত্ৰ টকা আঠোটাহে আছিল। বন্ধুৱে নচীবৰ লগত বৰ আত্মীয়তাৰে হাত মিলালে আৰু সংগুৰিড়ৰ ফালে যোৱা বাছত উঠিল গৈ।

নচীবে চাইকেল লৈ আহিছিল। সংঘেড়া পাওঁতে সাঁজ লাগিল। পৰিৱেশটো ঘেহুঁৰ ঘুগুলাৰে ধূসৰিত হৈ উঠিছিল। ইফালে-সিফালে জোখমাখ চলিছে। মৰণা মৰা মানুহৰ কাণ তালমৰা চিঞৰ শুনি থকাটো কষ্টসাধ্য হৈ পৰিছিল। ঘৰ পায়ে নচীবে পানীৰ পাইপৰ টেপটো খুলি কাপোৰ সোলোকাই গা ধুবলৈ বহিল। দুয়োটা কিতাপৰ আকৰ্ষণে তেওঁ নোমে নোমে স্ফূৰ্তিৰ সঞ্চাৰ কৰিবলৈ ধৰিলে। তেওঁ পুষ্পিন্দৰক ধ্যান কৰা পাহৰি পেলালে। বহা কোঠাৰ সন্মুখৰ চোতালত খাটিয়া পাৰি বিচনাখন শিতান কৰি ল'লে। মাকে চাহ কৰিলে; তেওঁ খালে। তাৰ পাছত 'প্ৰকৃত মানুহৰ কাহিনীখন' হাতত লৈ, খুলি ফ্লেপত লিখা আগকথাখিনি পঢ়িলে। আৰু তাৰ পাছত 'আলেকচেই মাৰেচেয়েভৰ ভূমিকা—'এই কিতাপৰ লেখকৰ বিষয়ে' তৎক্ষণাৎ কিতাপৰ প্ৰথম ভাগ আৰম্ভ কৰি দিলে। 'তৰাবিলাক এতিয়াও জিল মিলাই আছে—তেজা আৰু শীতল, কিন্তু পূবত শিখা জ্বলিবলৈ ধৰিছে...।" তেওঁ পঢ়ি গ'ল, পঢ়ি গ'ল, শ্বাসৰুদ্ধ হৈ, যে একে ঢোকে গোটেইখন কিতাপ পি পেলাব। ষষ্ঠ অধ্যায় সমাপ্ত কৰিলত আখৰ মণিব নোৱাৰা হ'ল। কিতাপখন চকুৰ ওচৰলৈ নিয়াতো মাতিব নোৱাৰা হ'ল। শেষত মাকেই ক'লে—"হেৰ বোপাই, জুপি জুপি পঢ়িব নেলাগে, চাকি এট জ্বলাই নলৱ কিয়।"

"বুটামটো টিপি দিয়াচোন মা!" তেওঁ উত্ৰাৱল হৈ ক'লে। মাকে বহা কোঠালৈ গৈ চুইচ টিপি দিলেগৈ। আগফালে থকা বাল্বটোৰ পোহৰে বগা চাদৰখনৰ দৰে ধৰণী ধৱলিত কৰি তুলিলে। নচীবে পুনৰ কিতাপত চকু দিলে। মাকে থালত ৰুটি ডাইল লৈ অহাত তেওঁ কিতাপখন বিচনাৰ ওপৰত মেলা ভাগতে ওলোটাকৈ থ'লে। কেইবা সাজো ভোকত থকাৰদৰে ৰুটিকিখন মোকোৰা-মোকোৰে চোবাই গিলিবলৈ ধৰিলে। চপচপাবলৈ ধৰিলে। পানী খালে, উগাৰিলে। বৰ কষ্টেৰেহে কাহটো অলপ কৈ মাৰিব পাৰিলে। "হেৰ' লাহে লাহে নেখাৱনো কিয়, কোনেও পিছফালে আজুৰি থকা নাই নহয়। পুৱাৰপৰা আকৌ দিনটো নেপাবি জানো! বাকীখিনি কালিলৈ পঢ়িবি—নিজৰ মাৰজনীক! পৰ্বত-প্ৰমাণ দিনটো আছেই দেখোন!"

সি হাঁহিবলৈ ধৰিলে। ভালকৈ কাহি পানী দোঢোকমানো খালে। পাছত লাহে লাহে আকৌ ৰুটি খোৱাত লাগিল। ৰুটি খাই থাল-গিলাচ মাকৰ কাষত থ'লে। নললৈ আহি মুখ ধুলেহি আৰু চকুত পানী দুছাটিমানো মাৰিলে। কিতাপ যেনে অছিল তেনেকৈ শিতানতে থৈ দিলে। বিচনা পাৰিলে, শিতানত থোৱা কিতাপখন তুলি মাকক ক'লে, "বাচন ধোৱাৰ পাছত শোৱাৰ আগে আগে চাহ এগিলাচ বনাই দিবাচোন, মা! আজি বহুৰাতিলৈকে মই পঢ়িব লাগিব!"

"ঠিক আছে, দিম বাৰু।"

বাল্বটোৰ ফালেই তেওঁৰ শিতান। বিজুলীৰ পোহৰ সিমান বেছি নাছিল। কিতাপৰ ছপা আখৰ অলপ মোটা আছিল কাৰণে পঢ়িব পাৰি। খৰকৈয়ে। নচীবে সপ্তম অধ্যায় পঢ়া আৰম্ভ কৰিলে। প্ৰায় নমান বজাত মাকে চাহৰ গিলাচ হাতত দিলেহি। তেওঁ যথেষ্ট পথ অতিক্ৰম কৰিছে। তেওঁৰ খবৰ নাই যে কোনজন ককায়েক কেতিয়া আহি ঘৰ সোমালহি। তেওঁৰ খাটিয়াৰ কাষলৈ কোনকিটা ল'ৰা আহিছিল আৰু কি কৈ দৌৰ মাৰিলে; বৌৱেকহঁতে ল'ৰা-ছোৱালীহঁতক কি কি গালি দিলে; তাৰ পাছত সমগ্ৰ পৰিয়ালটো কেতিয়া নিজম পৰিল, একো ক'ব নোৱাৰে। চাহ খাই তেওঁ পুনৰ পঢ়াত ধৰিলে। ইমান মনোগ্ৰাহী ৰচনা তেওঁ আগতে পঢ়া নাছিল। বীৰত্ব, সাহস, দেশ-ভক্তি আৰু যৌৱনৰ ফেনে-ফোটোকাৰে বঢ়া নিজৰা, কিযে এনে শৈলী যে পাঠকৰ ৰচনাৰ লগতে নহয় আগে আগে গৈ থকা যেনহে লাগে। অভূতপূৰ্ব চিত্তাকৰ্ষক দৃশ্যৰ বৰ্ণনা, কবিতা কবিতা লগা বাক্য, বাক্যত জীৱন্ত অনুভৱৰ বাঢ়ি যোৱা গতি।

পিছৰ দিনা সোমবাৰে তেওঁ ডাকৰ মোনা চাবলৈ নগ'ল। মনত দূৰৰ কোনোবা পুষ্পিন্দৰৰ চিঠিৰ কাৰণে উচপিচনি আছিল, কিন্তু তেওঁ মৌন হৈ থকাৰ সঙ্কল্প ল'লে—চিঠি লিখি পঠিয়াই যদি আহিবই। প্ৰতিদিনে ডাকৰ মোনাটো কুকুৰে জোপলৈ চোৱাৰ দৰে চাই থকাৰ দৰ্কাৰ নাই। তেওঁ পুৱাই উঠিল; শৌচাচাৰ কৰাৰ আগতে উপন্যাসখন হাতত ল'লে। মাকে চাহ দিলেহি যদিও অমনোযোগিতাৰেহে চাহ ল'লে আৰু খালেও। উপন্যাসখন হাততলৈ খেতিকৰা পথাৰলৈ ওলাই গ'ল। ৰায়কোটলৈ

যোৱা ৰাস্তাইদি যাবলৈ ধৰিলে। বাটে বাটে উপন্যাস পঢ়ি গ'ল। বাজিকৰৰ জুপুৰিবোৰৰ ফালে গৈ শৌচ কৰিলেগৈ; পুখুৰীত হাত-ভৰি ধুলে। ঘূৰি আহোঁতেও উপন্যাস পঢ়ি আহিল। ৰুটি খোৱা পৰতহে গা ধুলে। ৰাতিলৈকে দুখণ্ড সমাপ্ত কৰি তৃতীয় খণ্ড আৰম্ভ কৰিলে। তৃতীয় খণ্ডৰ চতুৰ্থ অধ্যায় পঢ়ি তেওঁ কিতাপখন মেলা ভাগতে লুটিয়াই ৰাখি ভাবিবলৈ ধৰিলে—কোনোজনৰ কাৰণে কাৰোবাৰ চিঠিলৈ বাটচাই ৰোৱাতো কিমান কষ্টকৰ!

কৃত্ৰিম ভৰি লগোৱা আলেকচেইয়েই ৰঙচুৰা চুলিৰে জীনোস্কাৰ সহায়ত নাচিবলৈ শিকিলে। নাচৰ এই ব্যায়ামৰ পৰিণামস্বৰূপে তেওঁ এনে অনুভৱ কৰিবলৈ ল'লে যেন তেওঁৰ কৃত্ৰিম ভৰিটো কৰঙনৰ লগত লগ লাগি আছে। আলেকচেই সম্পূৰ্ণ সুখী। তেওঁৰ মাত্ৰ এটাই চিন্তা যে উলিয়াৰ চিঠি কিয় অহা নাই। এমাহ পাৰ হ'ল, চিঠি নাহিল। তাৰ পাছত এদিন চিঠি আহিল। নৃত্যৰ পাঠ চলি থাকিল। জীনোস্কাক কোঠাৰ মাজতে খণ্ডত একোনাই হোৱা অৱস্থাত এৰি খিৰিকীৰপৰা লাখুটিডাল আনি তাৰ ভৰত ক'লা মূৰৰ বুৰণাজয়ানৰ হাতৰপৰা চিঠিখন কাঢ়ি আনি আলেকচেই তাৰপৰা দৌৰি যোৱাদি গ'ল। বিলখনৰ পাৰলৈ গৈ চৰচৰাই যোৱাকৈ ইকৰাণি ফালি বাট উলিয়াই শেলুৱৈয়েধৰা শিলটোত বহি তেওঁ লেফাফাটো খুলিলে। তেওঁৰ দৃষ্টি পোনচাটেই চিঠিৰ শেষ শাৰীটোলৈ গ'ল—"চিৰদিনীয়া তোমাৰ উলিয়া।" তেওঁ কিমান সন্তোষিত! লিখিছে; "মোৰ প্ৰিয়তম, এইটোনো কেনেকুৱা প্ৰেম হ'ব পাৰে যি আত্মোৎসৰ্গা কৰিবলৈ ভয় কৰে।...আচৰিত মানুহ হ'লে তুমি! আচৰিত মানুহ! তোমাৰ লগত লাগিলে যিয়ে নঘটক কিয় তথাপি তুমি আহাঁ আৰু আহি চোৱাহি মই তোমালৈ প্ৰতিক্ষণ, প্ৰতি অৱস্থাতে বাট চাই আছো।...তোমাৰ বিষয়ে মই কিমান ভাবি থাকো...আৰু তুমি জানি লোৱা, যেতিয়ালৈকে মই জীয়াই থাকো, তেতিয়ালৈকে সংসাৰত কোনো এনে এখন ঠাই থাকিবই য'ত তোমালৈ বাটচাই থকা হ'ব। যেনে অৱস্থাত আছা, তেনেকৈয়ে আহাঁ, তোমালৈ বাটচাই থকা হৈছে..."

ৰাতি বহুত হ'লগৈ। আগলৈ উপন্যাসখন পঢ়ি যোৱাটো টান যেন লাগিল। পৃষ্ঠাৰ পাতটো মোটোকাই কিতাপখন জপালে আৰু শিতানৰ তলত ভৰালে। কোঠালৈ আহি বাল্বটো নুমুৱালে। এটা যেন চেতনালৈ খাটিয়াত শুই পৰিল। পশ্চিমফালে কাঁচি জোনৰ পাতল পোহৰ। টোপনি নাহিব যেন লাগিল। ক'লা হাবিখনত যুঁজাৰু বিমানখন পৰি যোৱাত আলেক্চেইৰ ভৰি নষ্ট হ'ল আৰু হস্পিটেললৈ নি ভৰিটো কাটি পেলোৱাগৈ হ'ল। নচীবৰ নিজৰ ভৰিও নথকা যেন লাগিল। তেওঁ সমাজৰ ক'লা হাবিখনহে যেন! পুষ্পিন্দৰৰ জাট ভৰিৰ লগত তেওঁৰ নাপিত ভৰিয়ে সমানে খোজ মিলাই যাব নোৱাৰে। জাট ভৰিৰ তুলনাত তেওঁৰ নাপিত ভৰিখন কৃত্ৰিম ভৰি। কোনে জানে তেওঁৰ এটা কৃত্ৰিম ভৰি হোৱা কাৰণে কিজানি পুষ্পিন্দৰে অস্বীকাৰেই কৰি পেলায়। কিন্তু নহয় উলিয়াই কৃত্ৰিম ভৰিৰ আলেক্চেইক স্বীকাৰ কৰিছে। পুষ্পিন্দৰ

এনে নহয়। তেওঁ নাপিত বুলি পুষ্পিন্দৰে আগতে জানে। তেওঁক তেনে নকৰিব। কিন্তু চিঠিয়ে নাহিল! যোল্ল সোতৰদিন পাৰ হ'ল। চিঠিতো আহিব লাগিছিল। তেওঁ চন্নণৱালত কি এনে ব্যস্ত হৈ আছে যে চিঠি লেখাৰ সময় নাই।

## ১৩

'প্ৰকৃত মানুহৰ কাহিনী'ৰ তৃতীয় খণ্ড আৰু চতুৰ্থ খণ্ড মঙ্গলবাৰৰ মাজৰাতিলৈকে পঢ়ি নচীবে উপন্যাসখন সমাপ্ত কৰিলে। মঙ্গলবাৰৰ দিনটো তেওঁ ডাকৰ মোনা চাবলৈ নগ'ল। বাবা ঠেকে দাসৰ বাহৰত বহিবলৈও নগ'ল। গোটেই দিনটো উপন্যাস পঢ়িয়ে কটাই দিলে। মাজৰাতি উপন্যাসখন পঢ়ি শেষ কৰাৰ পাছত তেওঁ এক মানসিক শান্তি লাভ কৰিলে। আলেকচেই পিত্ৰোবিচে যুদ্ধৰ অন্তত সেইজনী ছোৱালী উলিয়াৰ লগত বিবাহ পাশত আৱদ্ধ হ'ল। আৰু এতিয়া তেওঁৰ এটা ল'ৰা আছে—ভিক্টোৰ। নচীবে এইটো সিদ্ধান্ত কৰিলে যে খড়ক সিংহ চুবুৰীলৈ গৈ তেওঁ পুষ্পিন্দৰক এই উপন্যাসখন পঢ়িবলৈ দিবগৈ।

পিছদিনা পুৱা তেওঁ বৰ সুস্থভাবে বহুত দেৰিকৈ দুপৰীয়াহে শুই উঠিল। চাহ খাই পথাৰলৈ গৈ বাহিৰ ফুৰি আহিলগৈ। গাধোৱা ঘৰত সোমাই বহুত-পৰ নলৰ পানীৰে গাধুলে। পুষ্পিন্দৰ এতিয়া তেওঁৰ উলিয়া। তেওঁ তাইৰ কথা ভাবি ভাবিয়ে গাধুই আছিল। কাপোৰ পিন্ধি বাট চালে। আজি চিঠি পাবহি লাগিব। আজি ডাকৰ মোনা চাব লাগিব নিশ্চয়। তাত যদি চিঠি নেপাওঁ তেনেহ'লে ডাকঘৰ উৰুৱাই দিম, ডাকবাবুৰে সৈতে, বাপ্পেকে! চালা চিঠি বিচাৰি আনি কিয় দিয়াহি নাই!

ডাকৰ মোনা দহ-এঘাৰ বজাতহে পাবহি। তেওঁ 'মেৰা দাগিস্তান' কিতাপখন তুলি ল'লে। একেৰাহে বহি থকাতে পঁচিশ-ত্ৰিশ পৃষ্ঠা পঢ়িয়ে পেলালে। ফুলকোমল শৈলীত লেখা এই কিতাপখনে বৰ গভীৰ অৰ্থ বুজাই দিছে। লোকগীত সদৃশ লয়যুক্ত বৰ্ণনা। জিৰ্‌জিৰকৈ বোৱা কবিতাৰ নিজৰা। বেলেগ ধৰণৰ বৰ্ণনাত্মক গুণ। কোৱা হৈছে :

"উকাব, তুমি জন্ম ল'লা ক'ত?"

"ঠেক গুহাত।"

"উকাব তুমি, যাবলৈ ওলালা কলৈ উৰি?"

"বিশাল আকাশলৈ।"

দহবজালৈকে খাটিয়াত বহি পঢ়িয়ে থাকিল। ৰ'দ পৰিলত বিচনাখন শিতানৰ ফালে সামৰি থ'লে। খাটিয়াখন চোচোৰাই বৰগছজোপাৰ তললৈ লৈ গ'ল। মাকক

কৈ আকৌ এবাৰ চাহ খাই ল'লে। সেইদৰে পঢ়ি পঢ়িয়ে তেওঁ ডাকঘৰলৈ ওলাই গ'ল। ডাকৰ মোনা এতিয়াও আহি পোৱাহি নাই। তেওঁ ডাকঘৰত বহি থাকিও পঢ়ি থাকিল। এখন তুল লৈ বহি পঢ়ি ৰ'ল। ডাকবাবুৱে কি কৰি আছে তাকো মন কৰা নাই। কেতিয়া ৰেজিষ্টাৰৰ হিচাপ-পত্ৰ সম্পূৰ্ণ কৰিলে, কেতিয়া ফৰ্ম পূৰালে আৰু কেতিয়া মোহৰৰ তাৰিখ বদলি কৰিলে খবৰ নাই।

পূৰা এঘাৰ বজাত ডাকৰ মোনা পালেহি। নচীবৰ চিঠি আজিও নাই। তেওঁ ডাকবাবুৰ ফালে ঘোপাকৈ চালে। সুধিলে, "মহাশয়, সংঘেড়া ভায়া বাৰনালা, জিলা মঙ্গৰুৰ লিখিলেই যথেষ্ট নহ'ব জানো ইয়াৰ এড্ৰেছৰ লগত, আৰু কিবা লিখিব লাগে নেকি?"

"বচ ইমানেই হ'ব। সংঘেড়া, জিলা মঙ্গৰুৰ লিখিলেই চিঠি পায়হি—ভায়া বাৰনালা লিখা-নিলিখা একে কথা!"

"নচীবে মুখৰ ভিতৰতে ভোৰভোৰালে—"চিঠি চালা যায় কলৈ?" আকৌ সুধিলে—"হেৰি নচীব সিংহ নামৰ লোক গাঁৱত আৰু আছেনেকি বাৰু?"

"নাই, কোনো নাই, মাত্ৰ তুমিহে আছা।" ডাকবাবুৱে নিজৰ কামত ধৰিয়ে তেওঁৰ কথাৰ উত্তৰদি থাকিল। চিঠি বচা, মোহৰ মৰা আৰু ৰেজিষ্টাৰত কোনো চিঠিৰ নম্বৰ ভৰোৱা কাম কৰি থাকিল। তেওঁৰতো নিজৰ কামতহে মন। নচীব বৰ অশান্তভাৱে থিয়দি থাকিল। শেষত তাৰপৰা উঠিল আৰু বৰ উদাস মনেৰে গৈ বাবা ঠেকে দাসৰ বাহৰ পালেগৈ। কিতাপখনৰ কেই পৃষ্ঠামান আৰু পঢ়িলে। তাৰ পাছত বাৰান্দাৰ নিম জোপাৰ তলত থকা খাটিয়াখনত কিলাকুটীৰ ভৰত কাতিহৈ পৰিলগৈ। তাত আন কোনো নাছিল। নিস্তব্ধতাও এক নিচা। তেওঁক টোপনিয়ে জোকাবলৈ ধৰিলে। ছাঁ এটাৰ দৰে যেন কোনোবাই তেওঁৰ হাতত এখন চিঠি দি গ'ল। নতুনকৈ মোটোকোৱা এখন অন্তৰ্দেশীয় পত্ৰ। তেওঁ হুৰমূৰকৈ উঠি থিয় হ'ল। চকুমোহাৰিলে। তাততো কোনো নাই। এটা অকণমান সপোনে তেওঁক জোকাৰি পেলালে। লেতেৰা ডাঠ কাপোৰৰ এফাল ফলা চাদৰ এখন মেৰিয়াই এজন ডেকাই পাম্পত এটা খালী বটল ব্ৰাচ মাৰি পৰিষ্কাৰ কৰি আছিল। নচীবে তেওঁক পানী খুজিলে। দুবটলহে আছিল। ডেকাই পিতলৰ গিলাচত ভৰাই পানী দি গ'ল।

বাবাই বেমাৰীসকলৰ চোৱা-চিতা কৰা কামখিনি সমাধা কৰিলে। ভৰিত কাঠৰ খৰম, খোলা ডাঢ়ি আৰু মিচিকিয়া হাঁহিৰে চিৰ-সেউজ চেহেৰা। নিজৰ কোঠাত সোমাই এতিয়া ৰুটিখোৱাৰ সময়। তাৰ পাছত সূতাৰ ৰছী বোৱা চেৰপাইখনৰ ওপৰত সাটিনৰ গিলিপ লগোৱা গাৰুত শোৱাৰ কথা। চাৰি বজাত উঠি এগিলাচ চাহ খায়। তাৰ পাছত আহি নিমজোপাৰ তলত বহিবহি। আহি বহি থকাসকলৰ লগত কথা-বতৰা হ'ব। তাৰ পাছত বেমাৰীসকল অহা আৰম্ভ হ'ব। গাৰ নোম নেদেখা পৰ্য্যন্ত এই কাৰ্য্যসূচী চলি থাকিব। নিজৰ কোঠালৈ সোমাই যাওঁতে বাবাই দেখিলে যে নচীব

অকলে বহি আছে। আৰু উদাসভাৱে। যাওঁতে তেওঁ সহজভাৱে সুধিলে, "কোৱা ডেকাল'ৰা, তোমাৰ গা-মূৰ কেনে?"

"ঠিকেই আছে মহাৰাজ।"

"সেহাই কোৱা যেন লাগিল চোন? সেইখন কি কিতাপ ষ্টাডি কৰি আছা?" তেওঁৰ হাতত কিতাপখন দেখি বাবাই সুধিলে।

"এইখন হ'ল 'মেৰা দাগিস্তান' মহাৰাজ। বাৰনালাৰপৰা আনিলো। এতিয়া পঢ়ি আছো।"

"'মেৰা দাগিস্তান'? চাওঁ। এই কিতাপখনৰ চৰ্চা ময়ো বহুতবাৰ শুনিছো লেখকসকলে বহুত কথাই কয়, বাৰনালালৈ যেতিয়াই যোৱা...।"

"হয় মহাশয়, ময়ো তাতে শুনি লৈ আহিলো।"

নচীবে কিতাপখন বাবাৰ হাতত দিলে।

তেখেতে ক'লে, "প্ৰথমে তুমি পঢ়ি শেষ কৰি লোৱা, তাৰ পাছত মোক দিবা। ময়ো ইয়াৰপৰা কিবা উলিয়াই ল'ম।"

কিতাপখন ঘূৰাই দিওঁতে বাবাৰ দৃষ্টি নচীবৰ ওপৰত পৰিল। চকু দুটা সোমাই পৰিছে। সুধিলে, "ভাই তোমাৰ চকুযোৰত দেখোন কিবা দেখিছো। ঠিক আছাতো তুমি?"

"হয় ঠিকেই আছো।"

"নহয়, ঠিকে থকা যেন লগা নাই। বৰ বেছি ধৰণে পঢ়া নাইতো?"

"নাই, এনেকৈ চাবলৈ গ'লে কিমান পঢ়িছোনো!"

"তেনেহ'লে তোমাৰ চেহেৰা শেঁতাপৰা যেন দেখিছো কিয়? ইচ্ছা হ'লে ক'ব পাৰা বা নকব'ও পাৰা, কিন্তু কিবা কথা ঘটিছে নিশ্চয়।"

ডেকা ল'ৰাই মূৰ দোঁৱাই দিলে।

বাবা তেওঁৰ শিতানৰ ফালে বহিল। তেওঁৰ কান্ধত বাহুৰে সাবটি জোকাৰ এটা মাৰিলে। সুধিলে, "এইবাৰতো তুমি ইয়াত বহুত দিন থাকিলাহি। প্ৰথমে ইমান দিন থকা নাছিলা। হয়নে?"

"বচ মহাৰাজ, এতিয়াতো যাম গৈয়ে দিয়ক। মামায়ো চাগে চিন্তাহে কৰিছে। মই দুই এদিনৰ কাৰণেহে আহিছিলো।" নচীবে কন্দনামুৱা হৈ ক'লে।

বাবাই কিতাপখন তেওঁৰ হাতৰপৰা ল'লে। খুলি, পাত লুটিয়াই ওপৰে ওপৰে চাই যাবলৈ ধৰিলে। লঙ্গৰত কাম কৰি থকা ল'ৰাটোক মাতিলে—"মোদন দাস, ভাই থালখন মোৰ তালৈ লৈ যা। দুগৰাহ মান খাই লওঁ।"

"সতনামজী।" খোলা চুলিৰে, শুদাগাত চাদৰ মেৰিয়াই...ল'ৰাজনে লঙ্গৰৰ পৰাই চিঞৰ মাৰি ক'লে।

"চোৱা, কিমান সুন্দৰ কথা কৈছে ৰমজাতোভে..." বাবাই কিতাপৰপৰা পঢ়ি

শুনালে—যদি কুৰি বছৰ বয়সতো তোমাৰ গালৈ শক্তি নাহে, তেন্তে কেতিয়াবাযে আহিব আশাই নকৰিবা, কিয়নো নাহেই। যদি ত্ৰিশ বছৰ বয়স পৰ্য্যন্ত আপোনাৰ জ্ঞান নাহে, তেন্তে কেতিয়াবাযে আহিব আশাই নকৰিবা, কিয়নো নাহেই। যদি চল্লিশ বছৰ হৈ যোৱাটো আপোনাৰ হাতলৈ পাপৰ পইছা নাহে, তেন্তে আশা নকৰিবা কেতিয়াবা যে আহিব, কিয়নো সি নাহেই।"

কিতাপ বন্ধ কৰি তেখেতে নচীবৰ হাতত দিলে আৰু পুনৰ ক'লে, "তুমি প্ৰথমে পঢ়িলোৱা, পাছত মোক দিবা। আহা এতিয়া ভোজন কৰি লওঁ।"

"হ'ব দিয়ক, ৰুটিতো..."

"কিয় বাহ! লঙ্গৰত বহি খাই লোৱা। চাহো কৰাই দিছো।" বাবাই ল'ৰাটোক আকৌ মাত দিলে, "মোদন দাস, ভাই নচীবকো ভোজনৰ জুতি ল'বলৈ দে। তোৰ ওচৰতে খাবলৈ দে। তাৰ পাছত চাহ কৰিবি। বিদ্যাৰ্থীসকলৰতো মহাযজ্ঞ হয়!"

"নচীবে ভাবিছিল ভিতৰত বাবাৰ লগত বহি তেওঁ মনৰ কথাবোৰ ক'ব। বাবা সাধুপুৰুষ আৰু বিদ্বান ব্যক্তি; কি জানি কিবা শিক্ষামূলক উপদেশ এটাকে পাই যায়। চোকা তাপ সদৃশ তেওঁৰ হাড়ত সোমাইপৰা পুষ্পিন্দৰৰ চিন্তাই হয়তো তেওঁক কোনোবা গাঁতত পেলাবগৈ পাৰে। মনতে তৰ্ক-বিতৰ্ক কৰি তেওঁ তাতে ৰৈ থাকিল। বাবাৰ ওচৰলৈ ভিতৰলৈ যোৱাৰ সাহস গোটাব নোৱাৰিলে।

কোঠাৰপৰা থালখন লৈ মোদন লঙ্গৰলৈ উভটি আহিল আৰু আন এখন থাল সজাই লৈ সি নচীবক মাত দিলে—"আহক মহাশয়, আহক।" লগতে সি চৌকাত চাহৰ কেটলিও তুলি দিলে।

লঙ্গৰলৈ গৈ নচীবে ৰুটি খাবলৈ ল'লে। ডাঠ ডাঠ ৰুটি দুখন, মগুডাইল, এবাটি মাখন, এটা বাটিত দৈ। টেঙা লাচিৰে ভৰা এটা গিলাচ। নচীবে আৰু একো নিবিচাৰিলে। ৰুটি খাই ক'লে, "চাহৰ দৰ্কাৰ কি?"

"বাবাজীৰ হুকুম, মহাশয়।"

"টেঙা লাচী পিলৈ আকৌ চাহো পি লওঁ, তেনেহ'লে পেটত দুয়োৰে যুঁজ লাগি যাব।" নিজৰ মুডটো ঠিক কৰিবলৈ নচীবে হাঁহি হাঁহি ক'লে।

"যুঁজ লাগিলেও বাবা আছেই দেখোন! সন্ধি কৰাই দিব।"

"বাহৰে বন্ধু! ধন্যবাদ তোমাক!" মোদনৰ জবাব শুনি নচীবে হাঁহিলে। আকৌ সুধিলে—"ডেকা, তোমাৰ ঘৰ ক'ত?"

"গাওঁখন আমাৰ চন্নণৱাল। এতিয়া ধৰি লওক বাবাৰ বাহৰেই, এয়ে ঘৰ বাৰী। গাঁৱলৈ আৰু ঘূৰি যাব নেলাগে।"

"চন্নণৱালৰ কাৰ ঘৰৰ ল'ৰা তুমি?" নচীবে এনেয়ে সুধি পেলালে।

"আমি জমিদাৰৰ ঘৰৰে। মই অমৃত সিঙৰ ল'ৰা আৰু ধূল্লা সিঙৰ নাতিয়েক।"

নচীবৰ মূৰত যেন এক চিৎকাৰ উঠিল। পুষ্পিন্দৰৰ মোমায়েকৰ নামো দেখোন

অমৃত সিঙ। তেওঁ তিতাদাহে সুধিলে "সেই অমৃত সিঙ নহয় জানো, যাৰ ভনীয়েকক খড়ক সিং চুবুৰীলৈ দিছে?"

"হয়, মোৰ পেহী।...আপুনি কেনেকৈ জানিলে?"

"মোৰ মামাৰ ঘৰো খড়ক সিং চুবুৰীতে..." কৈয়ে নচীব মনে মনে ৰ'ল। বহুত পৰ মোদনৰ চেহেৰাটো একে থৰে চাই থাকিল।

মোদনে লঙ্গৰত ধোৱা-পখলা কৰি আছিল। এবাৰ মাজতে গৈ বাবাৰ ওচৰৰপৰা আহিলগৈ। দুনাই গৈ খোৱা বাচনযোৰ তুলি আনিলেগৈ।

নচীবে কাঠৰ চকীখনত বহি চাহ খাই আছিল—এঢোক দুঢোক কৈ। কিমান পৰ যে মোদনৰ বিষয়ে নেভাবিলে! মোদনৰ চেহেৰাত তেওঁ পুষ্পিন্দৰৰ চেহেৰাৰ মিল দেখা পালে। সেই হাল চকু, সেইটো নাক, সেইটো বহল মূৰ। চাহৰ সৰু গিলাচটো শেষ কৰোঁতে যথেষ্ট সময় লাগিল। বৈ বৈ চাহৰ ঢোক মাৰি যেন কথা পাতি থাকিল।

চাহ শেষ কৰি নচীবে ক'লে, "চন্নণৱাললৈ যোৱা তোমাৰ কিমান দিন হ'ল?"

"দুবছৰ হ'ল। তাৰপৰা যি এবাৰ আহিলো আৰু ঘূৰি যোৱা নাই, ভাই। দেউতা ঢুকাল। নৱম শ্ৰেণীত পঢ়ি আছিলো, ককাইহঁতে স্কুল এৰুৱাই দিলে। ক'লে—"আহ, খেতিৰ কামত ধৰহি, আমাৰ লগত। তেওঁলোক দুয়োৰে বিয়া হৈ গ'ল। মই ক'লো—মই পঢ়িম। তেওঁলোকে বোলে—"ঘৰৰপৰা ওলাই যা।" নিজে ইয়ালৈ গুছি আহিলো, বচ।"

জী—মহাশয় বুলি শেষত ভাই সম্বোধনেৰে যেন আপোন কৰি ল'লে। নচীবৰ তাৰ প্ৰতি মোহ উপজিল, তাৰ প্ৰতি সহানুভূতিও জাগিল। নচীবে পাছৰ কথা আৰম্ভ কৰিলে, "তোমাক নিবলৈ কোনো নাহিল নে, যে ভাই গাঁৱলৈ ঘূৰি ব'ল?"

কোনেও চিনি নেপালে, ভাই। কোন কাৰ? মা আছে, তেওঁক বৌহঁতে মাতিবলৈকে নিদিয়ে। ডাইনী হে ডাইনী!"

লঙ্গৰত বহি নচীবে বহুত সময় তাৰ লগত কথা পাতি কটালে। কথাবিলাক তেওঁ ঘূৰাই-পকাই আনি খড়ক সিং চুবুৰীৰ কথাৰ সূত্ৰপাত কৰেহি। মোদনৰ পেহাক হৰদিত্ত সিংহৰ পুতেক হৰিন্দৰ পাল আৰু জীয়েক পুষ্পিন্দৰৰ কথা যেতিয়া ওলায় তেতিয়া তেওঁ জঠৰ হৈ বৈ পৰে আৰু ভাৱ হয় যেন মোদনে পুষ্পিন্দৰৰ কথাকে কৈ থাকিব, কৈ থাকিব আৰু তেওঁ শুনি থাকিব। মোদনৰ মুখৰপৰা পুষ্পিন্দৰৰ কথা ওলালে তেওঁ কিবা যেন এটা সুখ অনুভৱ কৰে!

## ১৪

মোদনৰ লগত কথা পাতি তেওঁ নিজৰ ঘৰলৈ আহিল। বৰজোপাৰ তলত খাটখন পাৰি 'মেৰা দাগিস্তান' পঢ়াত লাগিল। মাকে চাহ কৰি দিলে, খালে। আকৌ পঢ়াত লাগিল।

"হেৰি নহয়, তোৰ পৰীক্ষাৰ খবৰনো কেতিয়া ওলাব?"

"এমাহমানৰ ভিতৰতে খবৰ ওলাব, মা! খবৰ ওলোৱানো কি কথা?"

"ভাল হ'ল দে বোপাই। চৌধ্য শ্ৰেণী পাছ কৰাহঁতেতো চাকৰি পাবই। যা হওক এঠাইত থান-ঠিক লাগিব।"

"কি ঠিকনা, মা। এম.এ. পাছ কৰিও আজি কালি চাকৰি পাবলৈ হাবাথুৰি খাই ফুৰিব লগা হৈছে। নিবনুৱা বহুত হ'ল।"

"এ, থ আই হেৰে, চাকৰি নাপাবি কিয়! চৌধ্য বছৰ ধৰি মূৰ ঘমালি। এতিয়াও পিছ হঁহকা নাই, এতিয়াও কিতাপৰ লগ এৰা নাই!"

"এইবোৰ কিতাপ এনেয়েহে পঢ়িছো। এইবোৰ পৰীক্ষা দিয়া কিতাপ নহয়।"

"পৰীক্ষা দিয়া নহয় যদিনো আকৌ কি কিতাপ পঢ়িছ?"

"এই বিলাকতো..."

মাকক এতিয়া বুজাই কেনেকৈ?

"যিমান বেছি কিতাপ পঢ়িবি, সিমানে ভাল চাকৰি পাবি, বোপাই। এইটো ভাল হৈছে।"

"চাকৰিৰ একো ঠিকনা নাই, মা!"

"তেনেহ'লে কৰিবি কি?"

"কি ঠিক, দেউতাৰ বৃত্তিকে কিজানি ধৰিব লাগিব। মানুহৰ ডাঢ়ি-চুলি কাটি ৰুটি মোকোলাম।"

"কিবোৰ বলকিছ, হেৰ' অমঙ্গলীয়া! তোৰ এনেকৈ ক'বলৈ লাজ লগা নাইনে!"

"সেয়া, খবৰটো ওলাবলৈ দিয়াচোন বাৰু, তাৰ পাছত কি হয় দেখা যাব। তুমি তাৰ আগতেই মোক চকীত বহুৱাব খুজিলাই!"

"চকী পাবই লাগিব। নেপাবি কিয়? আমাৰ পালন কৰ্ত্তাক বেচি পেলোৱা নাই নহয়? আৰু ইফালে আমাৰ জাতৰ লোকক বোলে প্ৰথমে চাকৰি দিয়ে। জাট-বামুণ-বৈশ্যৰ আগত ৰাখি থৈছে।"

"সেইটোৱে কথা, তেনেহ'লে আমাতকৈ আগত আৰু আছে নহয়।"

"আমাতকৈ আগত আৰু কোন আছে?"

"এইবিলাক ধৰ্মীয় হৰিজনসকল—আৰু কোন হ'ব? আজি কালি এওঁলোকেহে প্ৰথম স্থান পায়।"

"হওক দে বোপাই, জাট—ব্রাহ্মণতকৈ তথাপি ভাল!"

"নচীৰে টেপামাৰি এটা হুমুনিয়াহ কাঢ়িলে। মনতে ভাবিলে—মোৰ মাজনী কিমান ভাল! সমানে সমানে পৰা হ'লে বেলেগ কথা আছিল। চাকৰি-ব্যৱসায় আদিত সমতা দিলেই জানিবা সামাজিক সমতা দিবলৈ আকৌ কোনজন গান্ধী আহিব? আৰু পুনৰ এক আঘাত পোৱাৰ দৰে দীঘল নিশ্বাস ল'লে, "হায়, পুষ্পিন্দৰ আৰু মোৰ মাজত জাট-নাপিতৰ পাৰ্থক্য নথকাহেঁতেন! তেওঁ কথাৰ ধাৰ বদলি কৰিলে, "এতিয়া জাট-ব্রাহ্মণ আৰু ক্ষত্রিয়-বৈশ্যৰ কথা বাদ দিয়া, মা। এতিয়া আমাৰ পিছপৰা শ্ৰেণীবিলাক আৰু হৰিজনসকলৰ মাজতো উচ্চ শ্ৰেণী এটা গঢ়লৈ উঠিছে। আমাৰ মাজৰ পৰাই এই উচ্চশ্ৰেণীটো উঠিলৈ গোটেই সুৰক্ষিত অধিকাৰখিনি প্রাপ্ত কৰি আছে।"

"হেৰ বোপাই, তোৰ কথাবোৰ দেখোন বুজিকে নেপাওঁ। মাৰৰ আগত কি মাতিছ? পোনপটীয়াকৈ ক'লেহে বুজু। এইবোৰ কি 'চেনী-চেনী' গাইছ, তই?"

"মা, ধনী আৰু দুখীয়া লোক আছেতো?"

"হয়, আছে। পিছে..."

"ধনীক উচ্চ শ্ৰেণী বোলা হয়। দুখীয়াক নিম্ন শ্ৰেণী বোলা হয়। আমি নিম্ন শ্ৰেণীৰ লোক। কিন্তু আমাৰ পৰাই ধনীৰ দল এটা থিয় দি উঠিল।"

"সেইটো কোনটো বোপাই?"

"এই চোৱা, যেনে ধনিয়া বাঢ়েৰ ল'ৰা জজ নহয় জানো। এতিয়া তেওঁ সংঘেড়াৰ বাঢ়েসকলক চিনি পায় জানো? মাঘী চমাৰৰ পুতেকজন ডি.এচ.পি. নহয় জানো? মকুন্দ ছীবাৰ নাতিনীয়েকে আই. এ. এচ. পাছ কৰিলে। ডি.চি. হৈ ওলাব। আগলৈ সকলো সুবিধা আৰু বিশেষ অধিকাৰ এই জজ, পুলিচ বিষয়া আৰু ডি.চি.ৰ পো-নাতিহঁতে পাই থাকিব। সকলো ৰাজনীতিৰ খেলা, মা। মোৰ দেউতায়ো যদি ইংৰাজৰ জোতাযোৰ মূৰত তুলি ল'লেহেঁতেন, তেন্তে ময়ো কোনো এখন চকীৰ অধিকাৰী হ'ব পাৰিলোহেঁতেন। মোৰ দৰে খোপা পিন্ধা নাপিতৰ ল'ৰাক কোনে পোছে। ধনিয়া বাঢ়ে, মাঘী চমাৰ আৰু মুকুন্দ ছীব আদিয়ে ইংৰাজ পুলিচৰ ওচৰত ক্ষমা খুজি ওলাই অহা নাছিল জানো? তেওঁলোকে জানো জেল খাটিছিল? স্বৰাজ পোৱাৰ পাছত এওঁ লোকেই মুক্তি যুদ্ধা হৈপৰা নাই জানো? কংগ্ৰেছৰ বহতীয়াহঁত!"

"হেৰ মহাৰাজ! তই দেখোন বৰ কথাই কৈছ, মগজু ফালি দিছ একেবাৰে! পিছে, এইবিলাক সাঁচৰ লৰচৰ হ'ব কেনেকৈ?"

"সাঁচ বদলাবলৈ বিপ্লৱ কৰিব লাগিব।"

"তোৰ বিপ্লৱটোনো ক'ত আছে?"

"চাই থাকা এদিন আহি যাব, মা? ভাৰতলৈ বিপ্লৱ আহি যাব। তাৰ পাছত ধনী-দুখীয়া সকলো সমান হৈ যাব। কোনো মাটিৰ মালিক হৈ নেথাকিব। সকলোৱে সমান

অধিকাৰ ভোগ কৰিব। একে ধৰণৰ ঘৰ-বাৰী, একে ধৰণৰ ভোজন। সৰু-বৰ নেথাকিব। এখন সমাজ হ'ব। যিকোনোৱে যাৰ-তাৰে লগত বিয়া পাতিব পাৰিব। এই জাট-নাপিত..."

"যি কোনোৱে যাৰে তাৰে লগত বিয়া পাতিব?...কি অদ্ভুত কথা বলকিচ তই!"

নচীবে এই শেষৰ শব্দ কিটা নেজানো কি মূৰ্চ্ছনাত কৈ পেলালে। তেওঁ সোনকালেই নিজক আয়ত্বলৈ আনিলে আৰু পুনৰ সজ্ঞানে ক'লে, "মোৰ কোৱাৰ উদ্দেশ্য হ'ল মা, তেতিয়া ইয়াত মাত্ৰ মানুহহে থাকিব, সামাজিক সমতা আহিব, এই জাট-নাপিত, ব্ৰাহ্মণ-বৈশ্য, ছীবা-বাঢ়ৈৰ ভেদ নেথাকিব। সকলোৰে অহংকাৰ মষিমূৰ হ'ব। সকলোৰে নীচ মনোভাব লোপ পাব।"

"তেনেহ'লে ভালেই হ'ব। বোপাই! তেনেহ'লে তহঁতৰ এই বিপ্লৱ সোনকালে অহাই ভাল, ভাই!"

বুঢ়ীয়ে চাহৰ বাচন মাঁজি ধুই-পখালি বাহিৰলৈ ওলাই গ'ল। কাৰোবাৰ ঘৰত কিবা কাম আছিল। নচীবে বৰগছৰ তলত কিতাপ পঢ়াত লাগিল। বেলি লহিয়ালে। খাটিয়াখনত ৰ'দ পৰিলেহি। খাটিয়াখন চোচোৰাই ছাঁলৈ নিলে। সেইদিনা গাঢ় সন্ধিয়া হোৱা পৰ্য্যন্ত ভালেমান পৃষ্ঠা পঢ়িলে। ৰুটি খোৱাৰ পাছতো বিজুলি বাতিৰ পোহৰত পঢ়িয়ে থাকিল। দ্বিতীয় দিনা আবেলি পৰ্য্যন্ত তেওঁ গোটেইখন কিতাপ পঢ়ি শেষ কৰি দিলে। বাতি পঢ়িবলৈ তেওঁৰ আৰু একো নেথাকিল। তেওঁ 'মেৰা দাগিস্তান'ৰ ৰচনা-প্ৰক্ৰিয়াৰ বিষয়ে ভাবিবলৈ ধৰিলে। ৰসুল ৰমজাতোভৰ কিমান সুন্দৰ শৈলী! পাঠকক আঙুলিত ধৰি লগত লৈ গৈছে! কথাই কথাই নিজৰ সমস্ত জ্ঞান-ভাণ্ডাৰ পাঠকক বাকি দি গৈছে। আচৰিত যে পাঠকক গমকে ধৰিব দিয়া নাই। পাঠকে ভাবি ৰৈ পৰে যে লেখকে এনে ধৰণৰ কোনো কিতাপ লিখিবলৈ ইচ্ছা কৰিছে আৰু লিখিব। কিতাপখন শেষ কৰিহে উমান পোৱা যায় যে কিতাপ লিখা হৈ গ'ল।

দ্বিতীয় দিনা তেওঁ অলসভাবেৰে শুই উঠিল। বেলি ওপৰ উঠিল। চাহ খালে, শৌচ কৰি আহিলগৈ, গাধুই উঠি 'মেৰা দাগিস্তান' খন হাতত ল'লে। বাবা ঠেকে দাসৰ বাহৰলৈ খোজ ল'লে। বেমাৰী আহিবলৈ আৰম্ভ কৰিছে। কিন্তু বাবাজী এতিয়াও নিজৰ কোঠাতে আছে। গা-পা ধুই পাঠ কৰি আছে। মোদনে আদৰেৰে নচীবক লঙ্গৰলৈ নি বহুৱালে। বাবাজীৰ কোঠাৰপৰা পাক মাৰি আহি সি বাচি ৰোৱা গাখীৰখিনি এটা সৰু গিলাচত বাকি নচীবৰ হাতত তুলি দিলে। আপোন ভাবেৰে ক'লে, লোৱা ভাই এইখিনি পি লোৱা। মোৰ গাটো আজি ভাল লগা নাই।"

পোনে পোনে খীৰাই অনা কেঁচা গাখীৰ, ইলাচী গুৰি মিহলোৱা আৰু তিয়াই সিজোৱা কাজু বাদাম। চেনী নাম মাত্ৰহে। কুহুমীয়া গাখীৰখিনি নচীবে সোৱাদ পালে। বাবাজীয়ে পুৱা চাহ নেখায়।

বাবা কোঠাৰ বাহিৰ ওলাল। চেহেৰাত চিৰ সেউজ মিচিকিয়া হাঁহিটো। নচীবৰ

ফালে চালে। নচীবে মূৰ দোঁৱালে। পিছ মুহূৰ্তত ক'লে—"লওক মহাৰাজ, এইখন কিতাপ মই পঢ়িলো।"

"কেনে পালা?"

"বচ ইমানকে ক'ব পাৰো যে আজি মোদনে দিয়া যিখিনি গাখীৰ খালো তাৰ প্ৰতিটো ঢোকাৰ নতুন সোৱাদ কিতাপখনত আছে। পঢ়ি চাওক, তেতিয়াহে গম পাব।"

"বাহ ভাই নচীব! তুমি দেখিছো স্বয়ং লেখকৰ দৰেই কথা কবলৈ ধৰিছা।" কিতাপখন লৈ বাবাই মোদনক দিলে আৰু ক'লে যে কোঠালৈ নি মেজৰ ওপৰত থৈদেগৈ। আজৰি উলিয়াই সোনকালে পঢ়ি দি দিম।"

বাবাজী বাৰান্দাত আহি বহিলহি আৰু এজন এজনকৈ বেমাৰী চাবলৈ ধৰিলে। নচীব আৰু মোদনে লঙ্গৰত বহি কথা পাতিবলৈ ল'লে। নচীবৰ চকুহাল বাৰে বাৰে মোদনৰ চেহেৰাত স্থিৰ হৈ পৰে, একেৰাহে চাই থাকে। তাৰ চেহেৰা সাইলাখ পুষ্পিন্দৰৰ চেহেৰাৰে একে। মোদনৰ লগত কথা পাতি তেওঁ অসীম মানসিক সুখ অনুভৱ কৰিছে। তেওঁ ভালেমান পৰ মোদনৰ লগত লঙ্গৰতে বহি থাকিল। তাৰ পাছত নিম তললৈ আহি খাটিয়াত পৰিলহি। বাতৰি কাকত আহিলত বাতৰি পঢ়িবলৈ ল'লে। মোদনে এবাৰ চাহ কৰিলে—ইফালে বাবাজীৰ ওচৰলৈ তেখেতৰ কোনো বিশেষ ব্যক্তি আহি বহিছিলহি। সি নচীবকো চাহ দি গ'ল।

ন কি চাৰে ন বাজিলত নচীব তাৰপৰা উঠি থিয় হ'ল। বাহৰৰ বাহিৰ ওলাই তেওঁ ভাবিলে—ঘৰলৈ যাওঁ। কিন্তু পিছ পলকতে ভাব হ'ল—ডাকৰ মোনা চাই অহা যাওক, কি জানি চিঠি আজিয়ে আহিব!

কিন্তু নহয়, তেওঁৰ মনে নেমানিলে—চিঠি আহে যদি আহিবই। বাটচাই মৰা কি দৰ্কাৰ!

নিজৰ ঘৰৰ ফালে যাওঁতে আঁচনি কৰি গ'ল—"সংঘেড়াত থকা বহুত দিনেই হ'ল। পুষ্পিন্দৰে চিঠি লিখা হ'লে ইমান দিনে পালেহেঁতেন। কি কাৰণ নুবুজিলো। সংঘেড়া এৰাই ভাল, চুবুৰীলৈ যোৱা যাওক। তাত গৈহে কি কথা বুজ পোৱা হ'ব। ইয়াত চালা মনেই নবহে দেখিছো।

ডাকৰ মোনাত জোপলোৱা কামৰ অন্তপেলাই তেওঁ ঘৰলৈ আহিল আৰু বৰ গছৰ তলৰ খাটিয়াত পৰি ৰ'ল। এঘাৰ বজাত মাকে ৰুটি সেকি দিলেহি আৰু তেওঁ খালে। তেওঁৰ মূৰটো গধূৰ গধূৰ যেন লাগি আছিল। আলস্যই যেন চিধা মূৰত উঠি ল'লে। ৰুটি খোৱাৰ লগে লগে টোপনিয়ে হেঁচামাৰি ধৰিলে। পুষ্পিন্দৰৰ কথাকে ভাবি টোপনি গ'ল।

দুই কি আঢ়ৈমান বজাত চুবুৰীয়া ল'ৰা এটাই দৌৰি দৌৰি আহি কোঠাত বহি থকা হৰ কৌৰৰ ফালে এটা লেফাফা দলি মাৰি দি আকৌ দৌৰ দিলে। টোপনি জালতে নচীবে শুনিলে—"আইতা তোমাৰ চিঠি এইখন।"

নচীবে চক্‌খাই খাটৰপৰা উঠিল। মাকে ক'লে, "বোপাই লেফাফাটো চাচোন ক'ৰপৰা আহিছে। কোনোবাই কিজানি তোক মাতি পঠাইছে, চাকৰিৰ কাগজ-চাগজ আহিছে হ'বলা।"

ঠিকনা নচীবৰে আছিল। হালধীয়া লেফাফা। আখৰ নচীবে চিনিব পাৰিছে। পাঞ্জাবী আখৰ। ক'লে, "হয় মা মোৰে চিঠি।"

লেফাফাটো লৈ তেওঁ ততালিকে বৰজোপাৰ তল পালেহি আৰু বহিলহি। তেওঁৰ বুকুত ধপ্‌ধপনি উঠিবলৈ ধৰিলে। লেফাফাটো খোলাৰ আগতে তেওঁৰ এনে লাগিল যেন ভিতৰত একোৱে নাই। কোনোবাই ঠিকনা লিখি খালি লেফাফা এটা চিঠিৰ বাকচত ভৰাই দিলে। লেফাফাটোৰ চুক দুটা দুয়ো হাতেৰে দাঙি চালে—এটা অংশ খালি বাকী অংশ এন্ধাৰ। খালি অংশটো তেওঁ তৎক্ষণাৎ ফালি পেলালে। ভিতৰত মাত্ৰ এখন কাগজ। কোনোবা স্কুলীয়া ল'ৰাৰ নোটবুকৰপৰা ফালি লোৱা, ঘন ঘন শাৰীৰ এটা পৃষ্ঠা। এপিঠিহে লিখা। ই কি কথা? তেওঁৰ মূৰ ঠনঠনাই গ'ল। পুষ্পিন্দৰেতো দীঘলীয়া চিঠি লিখিব লাগিছিল। পুষ্পিন্দৰৰ চিঠি বুলি তেওঁ আগতেই জানিছিল। আখৰেই কৈছে। শেষত ইয়াকো লিখা আছে—সমস্তই তোমাৰ—পুষ...। পুষ্পিন্দৰ শব্দটো পূৰাকৈ লিখা নাই। "পুষ বুলি লিখি আঁচ টানি দিছে। কিন্তু খোলা মনেৰে চিঠি লিখা উচিত আছিল। এইখননো এখন চিঠি হ'লনে? স্কুল কপিৰ এপিঠি—তাকো আধা! এইকণ চিঠি পঢ়ি মনৰ হেপাহ নপলায়। চিন্তাৰ বিষয় যে চিঠি চন্নণৱালৰপৰা নিলিখি লিখিছে খড়ক সিং চুবুৰীৰপৰা। চিঠি পঢ়াৰ আগতেই নচীবৰ বুকু কঁপিবলৈ ধৰিলে। কাণৰ বিষ উঠি গ'ল। লিখিছে—"মোৰ নচীব, চন্নণৱালত মই কথমপি তিনি দিনহে থাকিবলৈ পালো। চতুৰ্থ দিনা দিনৰ দহমান বজাত হৰিন্দৰ চন্নণৱাল পালেগৈ আৰু মোক লৈ আহিল। ইমান সোনকালে মোৰ পিছে পিছে যোৱাৰ কাৰণ সি মোক নক'লে। ক'লে বাবাই মাতিছে, ব'ল। মামী আৰু ন-বৌহঁতেও নেৰাখিলে। হৰিন্দৰ গৈ পোৱাৰ লগে লগেতো মোৰ চূৰ্ত্তি হেৰাই গ'ল। যিদিন ধৰি মই চন্নণৱালৰপৰা ঘূৰি আহিলো, মাই মোৰ লগত ভালদৰে কথাই পতা নাই। মুখ কোচাই থাকে। মোক ঘৰৰপৰা ওলাই যাবলৈও বাধা দিছে। বাবায়ো ঠিক তেনে ব্যৱহাৰেই কৰিছে। হৰিন্দৰেও মোৰে উভতি কৰি থাকে। মই ভাবিছিলো তুমি আহিবা। লগ পাই কথা পাতিম। কালি মই তোমাৰ মামীয়েৰাৰ ঘৰলৈ গৈছিলো—মাই নজনাকৈ। তুমিতো এতিয়া সংঘেড়াতে দিন কটাইছা। শেষত এই চিঠিখন তোমালৈ লিখিলো। বৰ লৰালৰি। চিঠিখনো ভালকৈ লিখিব নোৱাৰিলো। এতিয়া চিঠি পালেই ইয়ালৈ আহি যোৱা। মই বৰ দুখী।"

চিঠিখন নচীবৰ হাতত কঁপি উঠিল। তেওঁ কাগজখন আগৰ দৰে চাৰি ভাঁজ কৰিলে আৰু সেইটো লেফাফাতে, ভৰাই জেপত থ'লে। উঠি বহা কোঠা পালেহি আৰু মাটি-কলহ্ৰপৰা এগিলাচ পানী খালে। মাকে সুধিলে, ক'ৰপৰা কাগজ আহিছে, বোপাই ?"

তেওঁ ততালিকে উত্তৰ দিলে—"মোৰ বন্ধু এজনে চিঠি দিছে, মা।"

"তোৰ বন্ধুৱে কি লিখিছে বা ?"

"বচ, দিব লাগে দিছে আৰু, লিখিব কি ?"

"তোৰনো সেইজন ক'ৰ বন্ধু ?"

"ৰামপুৰৰ পৰা।" নচীবে মাকৰ চকুলৈ চাব নোৱাৰিলে। নীৰস হৈ কৈ গ'ল মাকৰ কথাবিলাক নচীবৰ ভাল নেলাগিল।

তেওঁ দুনাই বৰগছৰ তলৰ খাটত পৰিলগৈ। তেওঁৰ মনৰ পৰ্দাত চিন্তাৰ ফিল্ম খৰ গতিৰে চলিবলৈ ধৰিলে। হৰিন্দৰ পালে পুষ্পিন্দৰক পিছ পাকতে আহি লৈ গলহি কিয়, ইমান লৰালৰিকৈ ? তেওঁৰ মস্তিষ্কত অনেক কাৰণে ভুমুকি মাৰিবলৈ ধৰিলে। কিজানি পুষ্পিন্দৰৰ মাকৰ অসুখো হ'ব পাৰে। পিছ মুহূৰ্ততে ভাবিলে, তেনেহ'লে তাইৰ লগত মাকে আগৰ দৰে কথা-বতৰা নেপাতে কিয় ? তাইক ঘৰৰ বাহিৰলৈ ওলাবলৈ নিদিয়াৰ কাৰণ কি হ'ব পাৰে ? পুষ্পিন্দৰলৈ কোনোবা দৰা-ঘৰীয়াই কথা-বতৰা চলাইছে নেকি আকৌ ? তাইক কিজানি কৰোবাক দেখুৱাইছেনেকি বাৰু ? কিন্তু তেওঁ পুনৰ ভাবে—যদি তেনে ঘটিছে তেন্তে মাক তাইৰ প্ৰতি নাৰাজ হ'ব নেলাগিছিল দেখোন। শেষত এটা কথাই তেওঁৰ মগজুত ঠাই পালে যে—কিবা গোলমাল নিশ্চয় হৈছে। পুষ্পিন্দৰৰ ওপৰত মাকে এনেয়ে কঠোৰ শাসন নকৰে। তেওঁৰ মনত এক সন্দেহে ঠাই ল'লে যে—কেনেবাকৈ মাকে দুয়োৰে সম্বন্ধৰ বিষয়ে ভূ পালে।

খাটখনত শুই থাকি নচীবে কেতিয়াবা ইবাগৰ কেতিয়াবা সিবাগৰ কৰি থাকিবলৈ ধৰিলে। পোনহে দীঘলদি শোৱাৰ অভ্যাস আছে ক'ত ? শেষত তেওঁ সিদ্ধান্ত কৰিলে যে আজিয়েই খড়ক সিং চুবুৰীলৈ যাব। তালৈ গ'লেহে ভিতৰুৱা মেৰপাকটোৰ বুজ পোৱা যাব। বেচেৰী পুষ্পিন্দৰজনী কিমান ছটফটাই আছে কোনে জানে! তাইৰ কিমান দুৰ্যোগ হৈছে চাগে। এবাৰ গৈ খবৰ লোৱা যাওক।

তেওঁ উঠিল। গাধোৱা ঘৰলৈ গৈ টেপ খুলিলে। পানী নাই। বাল্টীটোত থকা লেতেৰা পানীৰেই তেওঁ হাত-ভৰি ধুলে। মুখো ধুলে। বহাকোঠালৈ আহি মূৰ আঁচুৰিলে। সেই দিনাই দিয়া সুখদেৱৰ কুৰ্তা-পায়জামাযোৰ খুলি নিজৰ বগা পেণ্ট-বুচচাৰ্ট পিন্ধিলে। পাগুৰীটো খুলি পুনৰ বান্ধিলে। সুখদেৱৰপৰা লোৱা ক্ষয় যোৱা পুৰণি চেণ্ডেলযোৰ খুলি বহুদিন ধৰি পৰি থকা নিজৰ চেণ্ডেলযোৰ মাকৰ ফটা

কুৰ্তাচোলাটোৰে মুচি ভৰিত ভৰালে। তেওঁক সাজি-কাচি ওলোৱা দেখি মাকে সুধিলে, "এতিয়া যাব কোন ফালে, এইপৰত ?"

"বচ মা, মই যাওঁ আৰু। মোক আছে যদি টকা দহোটামান দিয়া।"

"দহ টকা কিয় পোন্ধৰ টকাই ল, কিন্তু ক'লৈ যাবলৈ ওলালি ?"

"চুবুৰীলৈ, খড়ক সিং চুবুৰীলৈ।"

"এতিয়া বহি বহি কি সপোন দেখিলিনো, খৰক সিং চুবুৰীলৈ যাবলৈ ?"

"মুঠতে মই যাব লাগে।"

"ৰাতিপুৱাতো কোৱা নাছিলি। বহি থাকিয়ে কি হৈ গ'ল ?"

তেওঁ হাতত এখন পুৰণি আলোচনী লৈ নীৰস ভাবে ক'লে, "মা তুমি দহ টকীয়া নোট এখন উলিয়াই দিয়া, বেছিকৈ সুধি নেথাকিবা না।"

মাকে চন্দুক খুলিলে। মমলগোৱা কাগজেৰে মেৰিয়াই ৰখা নুৰাটোৰপৰা দহটকীয়া এখন উলিয়ালে আৰু নচীবক দি ক'লে, "আৰু লাগিব নেকি ?"

"দিয়া বাৰু আৰু পাঁচ টকামান।" নচীবৰ মুখত এক উদাস হাঁহি বিৰিঙি উঠিল। মাকে কিন্তু তেওঁৰ ওঁঠ দুটা শুকাই শেঁতাপৰাহে দেখিলে।

বুঢ়ীয়ে আৰু পাঁচ টকীয়া এখন পুতেকৰ হাতত দিলে। চন্দুকটোত তলা লগাই ক'লে, "বাৰু যাব খুজিছ যা, মাজে সময়ে আহিগৈ থাকিবি। কিবা চাকৰি-বাকৰি এটাত সোমাই ল। গোটেই জীৱন মোমায়েৰৰ উপাৰ্জনেৰেই খাই থাকিবিনে ?"

"পৰীক্ষাৰ খবৰটো ওলাওক বাৰু কৰিব লাগিব কিবা এটা।" নচীবে মাকৰ ভৰি চুলে। লৰালৰিকৈ বৌৱেকহঁতক মাত লগাই এৰি দিয়া কাঁড়পাতৰদৰে গাঁৱৰ বাহিৰ ওলাল। বৌৱেকহঁতে, মাকে, ল'ৰাহঁতে যোৱা চাই ৰ'ল।

তেওঁ সংঘেড়াৰ বাছ আস্থানলৈ আহি থিয় হ'লহি। বাছবিলাকৰ ভালেকিখন পাৰ হৈ গ'ল। কোনোবা একোখনহে ৰয়। এখন বাছ ৰ'লহি আৰু তেওঁ তাত উঠি বাৰনালাৰ বাছ ষ্টেণ্ডলৈ আহিল। সলাৱতপুৰালৈ যোৱা কোনো বাছ তেতিয়ালৈকে অহা নাই। চাৰি বাজি গ'ল। তেওঁ টাইম-টেবুল থকা বৰ্ডখন চালেগৈ, ফৰীদকোটলৈ যোৱা এখন বাছ চাৰে চাৰিবজাত যাব। তেওঁ মনত শান্ত্বনা লাভ কৰিলে যে সেই বাছখনত যোৱাই ঠিক হ'ব। ঠিক সময়তে সলাৱতপুৰ পাবগৈ। তাৰপৰা ভাইৰূপালৈ যোৱা বাছ যেনে তেনে পোৱা হ'বই।

চাৰি বাজি পোন্ধৰ মিনিটত পোৱাহি বাছখন চোন আহি নেপালেহি। এতিয়া চাৰে চাৰিয়ে বাজিল।

তেওঁৰ উগুল-থুগুল লাগিবলৈ ধৰিলে। শেষত চাৰি পয়ত্ৰিচত আন এখন বাছ আহিল। এইখন সলাৱতপুৰ হৈ আন এঠাইলৈ যাব। তেওঁ তাতে উঠি বহিল। এইখন পাঁচ পোন্ধৰত চলিল।

বাছত উঠিয়ে মনলৈ আহিল যে তেওঁ সোনকালেই চুবুৰী পাবগৈ লাগিব। যেন

বাছখনৰ আগে আগেহে তেওঁ দৌৰ মাৰিছে। 'চীমা-জোধপুৰ' আৰু 'পকৃখো দী কেঁচিয়াৰ' আস্থানত দুই-তিনি মিনিট মানকৈ ৰ'লত তেওঁৰ এনে লাগিল যেন বাছ নহয় এইখন গৰু-গাড়ী। ইমান লাহে লাহে চলিছে। তেওঁ ডাড়ি কটা ড্ৰাইভাৰৰ ওপৰত খং উঠি গ'ল। চালাই এক্সিলেটৰত যেন ভৰি নিদিবই।

সলাৰতপুৰ পালত তেওঁ মনত এক ভয় সোমাল। এক অশান্তিজনক জঠৰতা। কিজানি খড়ক সিং চুবুৰীৰ লোকে তেওঁৰ বিষয়ে চৰ্চা কৰিবলৈ লৈছে। কোনো কথা মামাৰ কাণত পৰাগৈ নাইতো? পুষ্পিন্দৰৰ মাকৰ মুখৰপৰা কোনো কথা দেউতাকৰ কাণত পৰিছেগৈ বা। আৰু বাপেকে বা তেওঁৰ লগত কি ব্যৱহাৰ কৰে কি ঠিকনা? কিজানি খড়ক সিং চুবুৰীত তেওঁ থকাই টান হৈ পৰিব। সলাৰতপুৰৰ বাছ ষ্টেণ্ডত বৈ থকা নচীবে দোধোৰ-মোৰ অৱস্থাত পৰি ৰ'ল। এবাৰ মন গ'ল যিমান পাৰি সোনকালে গৈ পুষ্পিন্দৰৰ মুখখন চোৱা হওক, আকৌ মনতে ভাবিলে, খড়ক সিং চুবুৰীলৈ নোসোমোৱাই ভাল হ'বনেকি। ইয়াৰপৰা আনঠাইলৈকে যোৱা যায় নেকি। আনলৈ নগৈ চিধা ৰামপুৰালৈকে যোৱা হওক। তাত তেওঁৰ ভালেখিনি সম্বন্ধীয় লোক আছে। কোনো এঘৰলৈ গৈ ৰাতিটো কটাই দিয়া হওক। কিজানি ৰামপুৰাতে কিবা কথাৰ সন্তেদ পোৱা যায়।

ভাইৰূপালৈ যোৱা এখন বাছ সলাৰতপুৰ পালেহি। পোন্ধৰ—বিশ মিনিটমান ৰ'ল। কণ্ডাক্টৰ, ড্ৰাইভাৰ চাহৰ দোকানৰপৰা নুঠেহে নুঠে। হাঁহি-খিকিন্দালি শেষ হোৱাই নাই। হাঁহিছে আৰু চাপৰি বজাইছে। চালা বান্দৰ! বাছত বহি তেওঁ সিহঁতক গালি পাৰিছে, মনে মনে। বাছ যাত্ৰীবিলাকেও হায়-তৌবা কৰিবলৈ লৈছে। "হেৰ' চলা অ' বাঘৰ আগতেল খোৱা। আমনি দিছ কিয়। ল'ৰাহঁতৰ অৱস্থা পানীত হাঁহ নচৰা হৈছে। আগত বাছৰপৰা নামিও কোনোৱে ঠাইৰ খা-খবৰ কৰিবগৈ লাগিব।"

বাছখন আহিছিল ভগতা-জালালৰপৰা, ৰামপুৰালৈ যাব। আচলতে তেওঁলোকে বাৰনালাৰপৰা পোনে পোনে অহা বাছলৈ বাট চাই আছিল। যাত্ৰীয়ে খিৰিকীয়েদি মূৰ উলিয়াই চিঞৰ লগাবলৈ ল'লে, "হেৰা ইমান সময়ে পেট ভৰা নাইনে! বাঠত হেঁচা-টেপাত মানুহ ৰ'ব নোৱাৰা অৱস্থা, ভৰি দিবলৈ ঠাই নাই! তহঁত ৰঙা ঘোঁৰাত উঠিলি যেতিয়া!"

বুঢ়াৰ কথা শুনি দোকানত থিয়হৈ থকা মানুহজাকে হাঁহিলে। কণ্ডাক্টৰে ক'লে, যাওঁ বাবা, ইমান হুলস্থূল নকৰিব! বেলি পৰিবলৈ ভালেখিনি সময় আছে। যলৈ যাব খুজিছে পোৱাই দিমগৈ।"

ভাইৰূপা পাই নচীব নামিল। বেলি পৰো পৰো। তেওঁ আস্থানৰ দোকানবোৰলৈ চকু ফুৰালে—কিজানি চুবুৰীৰ কাৰোবাক দেখা পায়েই। কোনো নাই। কাৰোবাক পোৱা হ'লে চুবুৰীৰ খা-খবৰ ল'লেহেঁতেন। তেওঁৰ লগত পতা কথাতে চেহেৰা-ভাব-

ভঙ্গীতে হয়তো কিছু বুজ পালেহেঁতেন। এনেবোৰ কথাকে মনত পাগুলি চুবুৰীৈ
বুলি খোজ ল'লে। অলপ দূৰ যাওঁতেই এটা কথা তেওঁৰ মনলৈ আহিল। ভাইৰূপা
মদৰ মহললৈকো নো নেযাওঁ কিয়? তাত চুবুৰীৰ লোক থাকিবই। গধূলি মদ নিয়
লোক আহেইচোন। যিয়ে সিয়ে কিবা এষাৰ ক'বই। কিজানি মামাকো লগ পাই যা
পাৰো। কোনোবাই কিজানি বটল নিবলৈ পঠাইছে। তেওঁৰ বিষয়ে যদি কিবা ওলাইে
তেন্তে মামাই তাতে জপিয়াই পৰিব। গালি-শপনি পাৰি একো নাই কৰিব। গাঁৱলৈনে
এতিয়া যায় কিয়। ইয়াৰে পৰাই আন ঠাই বিচাৰিম।

নচীবে গাঁৱৰ ভিতৰলৈ যোৱা পকা ৰাস্তাটোত উঠিলগৈ। গাঁৱলৈ সোমো
ৰাস্তাৰ চুকটোতে মদৰ মহলখন। পুৰণা ধৰণৰ হালি পৰিব ধৰা এটা ঘৰ। বৈঠ
খানাটো হ'লে মজবুত। গাত লাগি থকা দৰ্জাখনো ঠিক ঠাক হৈ আছে। পিছফাল
কোঠাৰ ছাদখন খহি পৰা। 'লিণ্টেল-পালিং'বোৰ পৰো পৰো অৱস্থাত আছে। এইে
ঘৰত কিমান বছৰ জুৰি মহল চলি আছে। কোঠাৰ মজিয়াখন চফা কৰি চেৰপাই পৰা
ঠাই উলিয়াই লোৱা হৈছে। দুই-তিনিখনমান চেৰপাই সদাই পাৰি থোৱা থাকেই
চোতালৰ মূৰত থকা পানীৰ টেপটোৰপৰা মানুহে টেমাত পানী ভৰাই আনে, বাহিৰ
পৰা নিমখীয়া নিমকী, পকৌড়ী কিনি আনি খাটিয়াত বহি মদ খায়। কিন্তু খোঁটালি
চৌপাশ বেৰাদি আঁৰ কৰি থোৱা হৈছে। মদ নিবলৈ অহা লোকৰ লগত বজা
কৰিবলৈ অহা লোকৰ দেখাদেখি নহয়। বৈঠকখানাৰ খিৰিকীৰ কাষত এখন ওখ 'ষ্টুল
ৰখা হৈছে। ওপৰত গাদী আৰু দলিছা পাৰি কোমল কৰি ৰখা হৈছে। মহলদা
এইখন গাদী বুলি কয়। খিড়িকীৰ শলখাকিডাল মজবুত। এডাল শলখাখালা আ
বটল অনা আৰু দিয়াৰ বাবে। বিক্ৰীদাৰে খিড়িকীৰ কাষত বহি থাকে। বৈঠকখানা
ভিতৰ ফালে দুৱাৰত হুক লগোৱা। খিড়িকীৰ এফালে এডোখৰ আছুতীয়া ঠাইত লো
এটা চন্দুক। চন্দুকৰ ওপৰত বহুত খাপ থকা এটা 'আলমিৰা'। ইয়াত মদৰ বটলবিলা
থাকে। বহুবিধৰ মদ। খিড়িকীৰে হাত ভৰাই মদপীয়ে প্ৰথমে পইছা দিয়ে, তাৰ পাছ
বিক্ৰীদাৰে মদৰ বটল দিয়ে। গাঁৱৰ হৈ-চৈ নিজান নোহোৱালৈকে এই ক্ৰম চলি থাকে
মানুহে মদ লৈ তাতে খায় আৰু গুছি যায়। আকৌ আনলোক আহে। উন্নত ধৰণ
লোকে মহলত বহি মদ নেখায়।

নচীব মহললৈ গ'ল। দুৱাৰমুখত কেইজনমানে, লাহে লাহে, মুখামুখিকৈ তলুৱা
ভৰদি বহি কথা পাতি আছিল। তাৰে এজনে বিড়ি হুপি আছিল। তাৰ এজনো চুবুৰী
নহয়। তেওঁ দুৱাৰদলি পাৰ হৈ খোঁটালিটোত প্ৰবেশ কৰিলে। বেৰত বাল্ব এটা ও
আছিল। তিনিখন খাটিয়াত বহি বেলেগ বেলেগ তিনিটা গ্ৰুপে মদ খাই আছি
নচীবে দুৱাৰ-দলি পাৰ হৈছিল হে কোনোবাই উচ্চস্বৰে মাতিলে, "আৰে' আহা ভাগি
ক'ৰপৰা ওলালাহি?" মাতমতা জন তীৰথ, নচীবে মাতটোতে গম পালে। তে
তীৰথৰ খাটিয়াৰ কাষলৈ গ'ল। বাকী তিনিও চুবুৰীৰে। খাবলৈ আৰম্ভ কৰিছিলহে

এই কাৰণে হুচ ঠিকেই আছিল। তীৰথে সুধিলে, "কাৰ বটল নিবলৈ আহিলা?" জঙ্গিৰাই পঠালে হ'বলা?"

নহয় মামা, মই কাৰো বটল নিবলৈ অহা নাই। মই বাছৰপৰা নামিহে আহিছো। এই ফালেদি আহিলো। ভাবিলো, কিজানি মামাক ইয়াতে লগ পাম। মই সংঘেড়াৰ পৰাহে আহিছো। ভালেমান দিন হ'ল, তালৈ যোৱা।" সকলো ভাঙি-পাতি কৈ নচীবে তীৰথেনো কি ইঙ্গিত দিয়ে ভাবিলে।

"নাই, জঙ্গিৰা নাই অহা। তেওঁ এই বেলা কাচিৎহে আহে।" পুনৰ তীৰথে আমন্ত্ৰণ দি ক'লে, "লোৱাহি, এঢোক মাৰি লোৱাহি ভাগিন।"

"নেলাগে মামা, মইতো নেখাৱেই" কৈয়ে নচীবে আনখন খাটিয়াৰ ফালে চকু ফুৰালে। সেইখনতো চুবুৰীৰ কোনো নাই।

নচীব তেওঁলোকৰ লগত নবহিল। "আচ্ছা মামা" বুলি কৈ তেওঁ সকলোকে কৰ-যোৰ কৰি গুছি গ'ল।

"বাৰু তেনেহ'লে" তীৰথে ক'লে আৰু দ্বিতীয় পেগ ঢালিবলৈ ল'লে। বাকী তিনিও মৌজ কৰি মোচত তাওদি থাকিল।

নচীব দুৱাৰ মুখ পালেহি। খিড়িকীৰ সন্মুখত থিয় হৈ দুজনে নোট গণি আছিল। তেওঁলোকৰ ওচৰলৈ গৈ চিনি পায় নেকি চালে। দুয়োজনেই চুবুৰীৰ। তেওঁলোকে ভিতৰলৈ হাত ভৰাই পইছা দি একোবটল ল'লে। বটল বেগত ভৰালে। দুয়ো ওপৰলৈ মূৰ কৰি আছিল। সন্মুখলৈ চকুদিয়াৰ লগে লগে দুয়ো একেলগে কৈ উঠিল, "আৰে তুমি ক'ত ঘূৰি ফুৰিছাহি, ভাগিন!"

"মই মামা এনেয়ে এইখিনি পালোহি। গাঁৱলৈ নোযোৱা জানো?" নচীবে দুয়োৰে চেহেৰা মনদি চালে। লাইটৰ চোকা পোহৰত দুয়োৰে চেহেৰা সাধাৰণ যেনেই লাগিল। এজন হ'ল দেবু চমাৰৰ বৰপুতেক। দ্বিতীয়জন পঞ্চায়তৰ মুখীয়াল মিলখাৰ ল'ৰা কৰ্ণেল। কৰ্ণেল যথেষ্ট ডাঙৰ কিন্তু দেবুৰ পুতেক কথমপি নচীবৰ সম বয়সৰ হ'ব। হয়তো দুই-এবছৰৰ ডাঙৰো হ'ব পাৰে। কিন্তু নচীবৰ স্বভাৱ অনুসৰি চুবুৰীৰ সকলোকে মামা বুলিয়ে মাতে। বয়সীয়াল যেন দেখিলে ককা বুলি সম্বোধন কৰে। এইদৰে তেওঁ লগৰসকলৰ মাজত আপোন ভাব গঢ়ি তুলিছিল।

মহলৰ বাহিৰ ওলায়ে কৰ্ণেলে খৰ-খোজ ল'লে। কিন্তু দেবুৰ পুতেকক নচীবে কথাপাতি লগলগাই ল'লে। যিকোনো প্ৰকাৰে তেওঁ গাঁৱৰ ভেদ জানিবলৈ মন কৰিলে। কিন্তু মিছা। তেৰোঁ দেখোন নিজৰ কথাৰে বকলা মেলি গ'ল। "মই হ'লে মহলত বহি মদ নেখাওঁ। আলহী আহিছে, সেয়েহে নিবলৈ আহিব লগা হ'ল।"

কৰ্ণেল তেওঁতকৈ আগতে ওলাই গ'ল। দেবুৰ পুতেকো দৌৰ মাৰি আহি লগ লাগিলহি। তেওঁ নচীবক ক'লে, "গাঁৱলৈ নোযোৱা জানো, ব'লা।"

একো ভেদ নেপাই নচীবেই সুধিলে, "তোমালোক ব'লা, মই গৈ আছো।"

মিঠাইৰ দোকানৰ বাহিৰৰ বেঞ্চত বহি এজন বুঢ়াই কিবা পুৰণি কথা শুনাই আছিল। এজন আদ বয়সীয়া লোকে শুনি আছিল।

"নভাৰ ৰজা আজিৰ ভৰপুৰ সিং। দুৰ্ভগীয়া হৈ জন্ম হ'ল তেওঁৰ। ল'ৰা-ছোৱালী নহ'ল। মৰিলত ৰাণী চন্দকৌৰে ৰাজ্য চলালে। তাৰ পাছত কোনো নেথাকিল। এতিয়া ৰজা হয় কোন? ভাই, তাৰ পাছত এজন ভতিজাকৰ কথা ওলাল। ভৰপুৰ সিঙৰ ভতিজা হীৰা সিং। চৌত্ৰিশ-পয়ত্ৰিশ বছৰমান বয়স হ'ব মুঠতে। পথাৰত উট চৰাই আছিল। ভাগ্য যে উদয় হয়! আনি গাদীত দিলেহি বহুৱায়। পাছত তেওঁ ৰাজত্ব চলালে। হীৰা সিঙৰ দৰে ৰজা ক'ত ওলাব! সংসাৰে ইচ-আচ কৰিবলৈ ধৰিলে। ৰজা নহয় জানিবা ঈশ্বৰ। এনে সিদ্ধান্ত কৰি পেলায় যে বৰ বৰ উকীলে মুখত আঙুলি ভৰাই ৰৈ যায়। হীৰা সিঙৰ পাছত হ'ল পৰদুম সিং। পৰদুম সিঙৰ জন্ম যিদিনা হৈছিল সেইদিনা হীৰা সিঙে জেলৰ দৰ্জা খুলি কয়দীবোৰক ওলাই যাবলৈ ক'লে। সকলো শাস্তি মাফ। এনে ৰজা আছিল হীৰা সিং। পৰদুম সিঙৰ কথাও শুনা। দহ-বাৰ বছৰ মানহে ৰাজত্ব কৰিছিল, কিন্তু পুৰুষ আছিল তেওঁ। গোটেই জীৱন ইংৰাজৰ বিৰোধী হৈ ৰ'ল। প্ৰথম দিনাৰ পৰাই। নিজৰ ৰাজঅভিষেক ইংৰাজ এজেণ্টৰ ঠাইত এজন বিদ্ৰোহীৰ হতুৱাই কৰালে। ইংৰাজ নাৰাজ হৈ পৰিল। তাৰ পাছত মহা যুদ্ধ হ'ল। তেওঁ নিজৰ সেনা নপঠালে। ইংৰাজ আৰু নাৰাজ হ'ল। নানকানাৰ হত্যাকাণ্ডৰ বিৰুদ্ধে পৰদুম সিঙেও ক'লা বেজ বান্ধিলে। শেষত ইংৰাজে তেওঁক নিলম্বিত কৰিলে। তাৰ পাছত তেওঁ মৰিল। ওঠৰ বছৰৰ পাছত পৰদুম সিঙৰ পুতেক পৰতাপ সিঙ গাদীত বহিল। এই সময়তে পাকিস্তান হ'ল। দেশীয় ৰাজ্য ভাগিল, আৰু ব'লা ভাই যাওঁ এতিয়া...।"

নচীবে থিয়দি থাকি শুনি ৰ'ল। তাৰ পাছত তেওঁ দোকানীক ক'লে, "দোস্ত, চাহ একাপ দৌৰাদৌৰিকৈ বনাই দিয়া। মই যাব লাগে সোনকালে, চুবুৰীলৈ।"

"চুবুৰী সৌটোহে। বিদেশ নহয়, নহয়?" দোকানীয়ে হাঁহি ক'লে আৰু চৌকাত চাহৰ কেটলি তুলিলে।

চাহ খাই নচীবে খৰ খোজেৰে খড়ক সিং চুবুৰীলৈ গ'লগৈ।

## ১৬

দাতোনেৰে দাঁত ঘঁহি ঘঁহি তেওঁৰ মামাক খাটিয়াখনৰ ওচৰলৈ আহিল আৰু তেওঁ মুখৰপৰা ডাঙৰী কাপোৰখন গুছাই ক'লে, "উঠিবৰ সময় হোৱা নাইনে নচীব! উঠ আৰু। বেলি দুপৰ হ'লহি! চাহ কৰি ৰৈ আছে। উঠ, মুখ হাত ধুই ল।"

নচীবে চকু মোহাৰি উঠি বহিল। মামাকৰ ফালে চালে, যেন কিবা কয়হে এতিয়া! পাছত ক'লে—"মামা কালি ৰাতি কেতিয়া পালেহি?"

"মইতো বেছি দেৰি কৰা নাছিলো। টুণ্টা মুকুন্দ মৰিল নহয়। তেওঁৰ আজি ভোগ চৰোৱা দিন। ৰভা-পৰলা দিয়াৰ কামত লাগি আছিলো। আৰু তাত আলোচনা-বিলোচনা কৰাতো ব্যস্ত হৈ আছিলো। পৰমজিতে বৰ বিৰাট প্ৰগ্ৰেম কৰিছে। সকলোকে নিমন্ত্ৰণ কৰিছে।"

"পৰমজিৎ কোননো, মামা।"

"পৰমজিতক্ চিনি নেপাৱনে? পৰমজিৎ পাটোৱাৰী—টুণ্টে মুকুন্দৰ পুতেক। আলিৰ দাঁতিৰ সেই ডাঙৰ ঘৰটো তেওঁৰে। ৰিটায়াৰ হোৱাৰ পাছত আহিব। তেওঁতো বহুত মাটি গোটালে। তৃতীয়-চতুৰ্থ বছৰত দুবিঘাকৈ কিনে। কিবা ঠিকনা জানো আছে! খুব পইছা খায়, ভাই পৰমজিতে। সীমা চেৰাই গৈছে। ইয়াকেহে ধনঘটা বোলে। টুণ্টাই বন্ধকতহে লৈছিল এওঁ কিনিয়ে লয়। পাকতো দেখিছ।"

"অ' হয় সেই পৰমজিৎ—মই দেখিছো।"

"তয়ো পাৰিলে পাটোৱাৰীকে হ। চাবি তেতিয়া মায়াই কাষ নেৰিব। পাটোৱাৰী চাহাবৰ ঘৰত মায়াই ভৰি দিয়ে।"

মামীয়েকে দুটা গিলাচত চাহ আনি ওচৰত থ'লেহি। নচীব উঠিল। কুল্কুলি কৰি মুখ ধুলে। ভাবিলে—মামাই দেখিছো আন কথাহে পাতিছে। তেওঁ কোনো কথা উলিওৱা নাই। নচীবে সান্ত্বনা পালে।

দাঁতোনডাল দলি মাৰি মামাকে মুখ ধুলে। দুয়ো আগৰ দৰে খাটিয়াতে বহি পৰিল। চাহ খাবলৈ ধৰিলে। এঢোক মাৰি মামাকে ক'লে "তই কালি আহিলি কেতিয়া?"

"ময়ো আন্ধাৰ হ'লতহে পাইছোহি।"

"কিয়?"

"সংঘেড়াৰপৰা ওলাই আহোঁতেই পলম হ'ল। বাৰনালাত বাছো বৰ লেটকৈ পালো। তাৰ পাছত সলাবৎপুৰত বাছত উঠোতে সন্ধ্যাই লাগিল। ভাইৰূপাতে ৰাতি হ'ল। মই সম্পূৰ্ণ আন্ধাৰ হোৱাতহে পাইছোহি। মামীয়ে খাই উঠিলেই। আপোনালৈ বাট চাই আছিল।::

"মইতো—তোক ক'লোৱেই নহয়, কাম শেষ নহয় হে নহয়। ৰুটি তাতেই খালো।" পুনৰ মামাকে কথাৰ ধাৰ সলাই ক'লে—"নহয়, কচোন বাৰু এতিয়া, ইমান দিন তই তাত কি কৰি কটালি? আমি আকৌ ইয়াত চিন্তা কৰিছিলো, কিজানি কিবা বেমাৰ-আজৰত পৰিছনেকি। নাই কুশল-বাতৰি নাই চিঠি-পত্ৰ। তয়ো বৰ অদ্ভুত ল'ৰা দেই।"

"বচ, এনেয়ে থাকিলো আৰু।"

"কি এনেয়ে? যাবৰ সময়তো ভালকৈ কৈ নগ'লি। মই তাত এমাহ-কুৰিদিন থাকিমগৈ বুলি কৈ থৈতো যাব পাৰিলিহেঁতেন। আমি তেতিয়া চিন্তা নকৰিলোহেঁতেন নহয়। মুৰ্খ ল'ৰা!"

"মাই আহিবলৈ নিদিলে।"

"তেনেহ'লে চিঠি এখনকেতো দিব পাৰিলিহেঁতেন।"

"মাত্র আজি যাম, কালিলৈ যাম, চিঠি দিলেনো কি হ'ব বুলি ভাবি থাকোঁতে চিঠি দিয়াও নহ'ল।"

"বাৰু, হৰকৌৰৰ খা-খবৰ কি?"

"ভালেই।"

"ৰুটি নিজে কৰি মেলি খাব পৰা হৈ আছে তেওঁ, নে..."

"নিজেই কৰি খায়।"

"ইহঁতৰ খবৰ কি?"

"সকলোৰে ভাল। মৌজ কৰিয়ে আছে।"

"সুখদেৱ মহলতে আছে হ'বলা?"

"অঁ, তাতে আছে।"

"মিলখীবাবু—"

"হয় তেৱোঁ নিজৰ কাম চলাই আছে।"

"আৰু ডাঙৰ—চৰদাৰ চাহেব?"

"তেৱোঁ—ম'হে-চহে।"

"বোৱাৰীহঁতো মিলেৰে আছে কিজানি? চুলিয়া-চুলি কৰা নাই চাগে? হৰকৌৰৰ লগত কেনেকৈ চলিছে?"

"সকলো ঠিকেই আছে। কোনেও একো মাত নিদিয়ে। মাৰ লগতো এতিয়া মিলেৰেই চলি আছে।"

ভনীয়েকৰ ঘৰৰ সকলো বা-বতৰা লৈ জঙ্গিৰাই সন্তোষ লাভ কৰিলে। তেওঁ কেতিয়াবাই চাহ খাই উঠিল। নচীবে নিজৰ বিচনা সামৰিলে আৰু ভিতৰ কোঠালৈ নি থ'লেগৈ। খাটিয়াখন বহা কোঠালৈ নি পাৰিলেগৈ। জঙ্গিৰাই গা-ধুবলৈ যা-যোগাৰ কৰিছে। বাহিৰ ফুৰিবলৈ ওলাই গ'ল, নচীব। নচীব ওলাই যোৱাৰ লগে লগে জঙ্গিৰাই ক'লে—"আজি আনঠাইলৈ যোৱাৰ দৰ্কাৰ নাইতো?"

"নাই, যামনো ক'লৈ আৰু?"

"তেনেহ'লে এইটো কৰ—বাৰ, এক মান বজাত পৰমজিতৰ তালৈকে যাবি। দুই-আঢ়ৈ মান বজাত ভোগ চৰোৱা হ'ব। তাত চাহ দিয়াৰ 'ডিউটি'ত লগাই দিয়াম। ভাল লাগিব।"

"ভাল বাৰু।" কৈ নচীব বাহিৰলৈ গুছি গ'ল।

তেওঁ এটা মাত্ৰ চিন্তা-বাৰু কি কথাত লাগি হৰিন্দৰে পুষ্পিন্দৰক চন্নণৱালৰপৰা লৈ আহিল গৈ? তেওঁক ঘৰৰ বাহিৰ ওলাবলৈ বন্ধ কৰিছে কিয়? নিশ্চয় কিবা কথা আছে। কিবা নহয় কিবা ঘটিছে। কিন্তু এইবিলাকৰ একো চিন-ছাব মানুহবিলাকৰ মাজত দেখোন পোৱা নাই, কিয়? কোনো ফালেদি এটা শব্দও উচ্চাৰিত হোৱা নাই। তেন্তে তেওঁলোকৰ ঘৰলৈ চিধা নিজেই যাবনেকি? নচীবে অন্তৰেৰে ভয় খাই আছে। যদি তেওঁ তাহাঁতৰ ঘৰলৈ যায় কিজানি কি ঘটে ঠিকনা নাই!

শৌচাচাৰ কৰি উভটি আহোঁতে জানি-শুনিয়ে নচীবে হৰদিত্তৰ বাটচ'ৰাৰ আগেদি পাৰ হৈ আহিল। দুৱাৰ খোলা আছিল। বাট চ'ৰাৰ দুৱাৰেদি চাই পথিয়ালে ঘৰৰ আগটো সম্পূৰ্ণকৈ দেখা পোৱা যায়। বৈঠকত শুই-বহি থাকিলেও খিৰিকীয়েদি আহ-যাহ কৰা লোকক ভালকৈ দেখা পোৱা হয়। তেওঁ ভালেখিনি আগবাঢ়ি চালে—আগফালে কোনো নাই আৰু খিড়িকী মুখতো কাকো নেদেখিলে। দূৰৰ খেতিৰ পথাৰত শৌচ কৰি থকা অৱস্থাতো তেওঁ হৰদিত্তৰ ঘৰৰ ফালে ডিঙি মেলিমেলি চাইছিল। কিজানি পুষ্পিন্দৰ ছাদৰ ওপৰত উঠি আছে। থিয় হৈ থাকিলে নিশ্চয় তেওঁক দেখা পাব। এবাৰ মাত্ৰ, এবাৰ মোক দেখা পালেই হ'ব। মই আহিলো বুলি জানি মনত সান্ত্বনা লাভ কৰক। বান্ধত থকা মনটো মুকলি হওক। ঘৰৰ আগেদি আৰু এটা পাক দিলে। এইবাৰো কোনোৱে নেদেখিলে যেন বোধ হ'ল। ছাদৰ ওপৰতো কোনো নাই। ঘৰলৈ আহি গা-ধুলে আৰু ঘৰৰ দুয়োখন দুৱাৰ মেলা ভাগতে ৰাখি খাটিয়াত বাগৰ দিলে। পুনৰ কিতাপ এখনৰ পাত লুটিয়ালে। মনত পৰিল 'মেৰা দাগিস্তান' খন তেওঁ সংঘেড়াত বাবাজীক দি থৈ আহিল। বৰ ভাল কিতাপ! একো কামত মন নবহিলে, একো পঢ়িবলৈ মন নগ'লে, সময় কটাবলৈ হ'লে 'মেৰা দাগিস্তান' খন খুলি পঢ়িবলৈ ল'লে মন বহি যাব। কিবা সুখ পোৱা যায়। শৰীৰলৈ এক প্ৰকাৰ স্ফূৰ্তি আহি পৰে। কিতাপখন লগত লৈ অহা হ'লে কিমান ভাল লাগিলহেঁতেন। বাবাইতো এতিয়াও পঢ়া নাই। ইফালে পুষ্পিন্দৰৰ চিঠি পায়েই ভাগিলো। এতিয়া হাতত থকা কিতাপ এখনো পঢ়িবৰ মন নেযায়। মূৰটো গধূৰ হোৱা-যেনহে লাগিছে। তেওঁ মামীয়েকক চাহ কৰিবলৈ ক'লে।

চাহৰ গিলাচ দিবলৈ আহি মামীয়েকে ক'লে, "হোঁ, ল নচীব। মই পাটোৱাৰীৰ ঘৰলৈ যাওঁ। মামাৰতো কেতিয়াবাই গ'ল। আমি ভোগচৰোৱালৈকে নাহো। তুমি এতিয়া থাকা। তোমাৰ যেতিয়াই মন যায় দুৱাৰত তলা লগাই তালৈ যাবা। মামাৰে মাতি গৈছেই নহয়?"

"বাৰু, মামী মই বাৰ বজাত ওলামগৈ।"

মামীয়েকো গুছি গ'ল, মামাকতো নায়েই। ঘৰৰ নিজান অৱস্থাটোৱে নচীবক খুলি খুলি খাবলৈ ধৰিলে। তেওঁ চিত্তত এক সপোন গঢ়ি তুলিলে। পুষ্পিন্দৰ এজনী চৰাই বা এজনী পশুহে আহিল, বহা কোঠালৈ। তেওঁ চকু মুদি দিলে। তেওঁৰ মগজুত

ভাবনাৰ একোডাল তাঁৰ হৈ আহি ছিগি ছিগি যাবলৈ ধৰিলে। চাহ চেঁচা হৈ গ'ল।

তেওঁ এঘাৰ বজাতে পৰমজিৎ পাটোৱাৰীৰ ঘৰ পালেগৈ। প্ৰায় সকলো মিতিৰ-কুটুম আহি উপস্থিত হৈছেহি। কাষৰ-পাজৰৰ গঞাসকলো আহিছে। যিবিলাক গাঁৱত পাটোৱাৰী আছিলগৈ সেইবিলাক গাঁৱৰ লোকো আহিছে। ভিৰ লাহে লাহে বাঢ়ি গৈছে। পায়স সিজোৱা কেৰাহী নমোৱা হৈছে। হালোৱা-পুৰীও বিলোৱা হৈছে। মিঠৈও বনোৱা হৈছে। পায়সৰ কেৰাহীত হুলাং মাৰি থাকি জঙ্গিৰাই, মাটিখানি কৰা চৌকাত খৰি দুডালমান দি থকা ঢোলন বগাৰীক গোৰগোৰাই ক'লে—"শুকান ছলি খৰি দুছটামান পেলাই নিদিয় কিয় ঐ চমাৰ পোৱালি! ধোঁৱাই চকু কণা কৰিব এতিয়া!" যেই তেওঁ নচীবক দেখিলে, চিঞৰ মাৰিয়ে মাত দিলে, "আহিলি নেকি? ভাল কৰিলি!" ওচৰতে ঘূৰি ফুৰা পৰমজিতক ক'লে, "পাটোৱাৰী চাহাব, ই আমাৰ পঢ়া ল'ৰাটোও আহি পালেহি। ইয়াকো কামত লগাই দিয়ক।"

পাটোৱাৰীয়ে ল'ৰাটোৰ ফালে চালে। নাপিতৰ ল'ৰাযেন নেলাগেই। যেন চৰদাৰৰ দদায়েকুটোহে। সুধিলে, "ক'ত পঢ়িছা?"

"বি.এ. পৰীক্ষা দিছো, মহাশয়," নচীবে নিজে ক'লে।

"বাহ, ধন্যবাদ তেনেহ'লে!" পৰমজিৎ আচৰিত হোৱাদি হ'ল। পাছত ক'লে, "তুমি ভাই এটা কাম কৰা—আৰু তিনিজনমান ল'ৰাও আছে। ভোগলৈ অহা মানুহখিনিক তোমালোকেই চাহ দিব লাগিব। চাহ নোখোৱাকৈ যাতে কোনো যাব নোৱাৰে খবৰ ৰাখিবা। অতিথি যাতে গাঁৱৰ বা নগৰৰ য'ৰে নহওক সকলোকে গিলাচ দিবা।" তাৰ পাছত ক'লে "আহাঁ তোমাৰ লগত ইকিজন লগলগাই দিওঁ।"

ইকিজনো গাঁৱৰ ল'ৰাই।

দুই বজাৰ লগে লগে ৰাইজ গুৰু গ্ৰন্থচাহেবৰ আগত বহিলহি। সকলোকে চাহ দিয়া হ'ল। নচীবৰ লগত ইকিজনেও বৰ স্ফূৰ্ত্তিৰে কাম কৰিবলৈ ধৰিলে।

"হেৰা ভাইটি, কেইজনমান লোক বৈঠকখানাতো বহি আছে তেওঁলোককো চাহ দিবা।" পাটোৱাৰীয়ে ক'লে।

"যোৱা নচীব, তুমিয়ে বৈঠকখানালৈ কেট্‌লিটো লৈ যোৱা। ছয়-সাত গিলাচ মানৰ জোখাৰে নিলেই হ'ব, তাত বহা কিজনক দি আঁহা।" সেইজন ল'ৰাই হুকুম চলাই দিলে।"

এখন হাতত গিলাচ আৰু আনখন হাতত কেটলি লৈ নচীব বৈঠকখানাত সোমাল। ভিতৰ সোমোৱাৰ লগে লগে নচীবৰ ভৰিৰ তলত কোনোবাই জানিবা পকা অঙঠাহে থ'লে। তেওঁৰ মূৰ ঘূৰাই গ'ল। তেওঁৰ এনেহে লাগিল—গিলাচ, কেট্‌লি তাতে দলিয়াই ক'ৰবালৈ পলাই দৌৰ মাৰিব। বৈঠকখানাৰ মাজতে গাদীত স্বয়ং হৰদিত্ত সিংহ বহি আছে। ডিঙি থিয় কৰি ইফালে সিফালে চাইছে। নচীবৰ হাত-ভৰি নিৰ্জীৱ হোৱাদি হ'ল। এতিয়া কৰে কি তেওঁ? আৰু পিছ পলকতে অলপ সাহস গোটালে।

হৰদিত্তৰ চকুৱে চকুৱে পৰাৰ লগে লগে 'সৎশ্ৰী আকাল' জনালে। তেওঁ নচীবৰ অভিবাদন স্বীকাৰ কৰিলে। লগতে সুধিলে, "হেৰা কি খবৰ, ডেকা ল'ৰা তোমাৰ? এতিয়া আছা ক'ত? ৰিজাল্ট কেতিয়া দিব? এতিয়া আমাৰ ফালে দেখোন নোযোৱা হ'লা! ক'ৰবাত কিবা কৰিছা নেকি?"

"নাই কৰা, এতিয়া ৰিজাল্টলৈকে বাট চাই আছো।" নচীবে জীভাত জোৰ দি উত্তৰ দিলে।

"বাৰু বাৰু! ৰিজাল্ট দিব কেতিয়ামানে?"

"অহামাহত দিয়াৰ আশা আছে, ডাঙৰীয়া।" এইটো বাক্য কওঁতে তেওঁ অলপ সুস্থ হৈ উঠিল। এতিয়া গিলাচত চাহ বাকিলে হাত নকঁপা অৱস্থা পালেহি। তেওঁ মনত শান্তি পালে। মনতে ক'লে—পুষ্পিন্দৰৰ দেউতাকৰ দেখোন অকণো খং উঠা নাই। কথাতো তিতা-কেহা নাই, চকুতো ময়লা দেখা নাই।

বৈঠকখানাৰ লোকসকলো চাহ খাই বাহিৰলৈ আহিল। আহল-বহল চোতালখন ৰভাৰে ঢাকি ৰখা হৈছে। পিছফালে ডাঠ পৰ্দা। বেচ ৰমক-জমক কৰি তুলিছে পাটোৱাৰীজীয়ে। মাত্ৰ গাওঁখনক দেখুৱাবলৈ, যে চোৱা বোপায়ে মাটিৰ বন্ধকহে লৈছিল, পুতেকে চোৱা, কিমান পালেগৈ!

নতুন আলহী আহিলেই হৰদিত্ত সিংহই চিঞৰি কয়, নচীব এইফালে দুগিলাচ, সেইফালে..."

নচীবে চাহ খুৱাই ঘূৰি ফুৰিছে আৰু ভাবি গৈ আছে যে পুষ্পিন্দৰেও এনেয়ে কথাখিনি লিখা নাই!

ভোগ চৰোৱাৰ অন্তত সেই চাৰিজন ল'ৰায়ে ঠোঙা বিলোৱাৰ 'ডিউটি' চন্তলাত লাগিল। যেয়ে গেটৰ বাহিৰ ওলায় তেওঁকে একোটা ঠোঙা দি যায়।

ঠোঙা লৈ যাবৰ পৰত হৰদিত্ত সিংহই নচীবক মাত দি গ'ল—"আমাৰ তালৈ পাক এটা মাৰিবা।"

"ভাল বাৰু যাম", নচীবে কৈ পেলালে।

ঘৰলৈ আহি নচীবে বহা কোঠাত কাতি হৈ ৰাতিলৈকে ইয়াকে কল্পনা কৰি ৰ'ল যে পুষ্পিন্দৰৰ দেউতাকে পাটোৱাৰীৰ ঘৰত ইমানকৈ কথা-বতৰা পতাৰ কাৰণ কি হ'ব পাৰে? ইমান মৰম দেখুৱালে কিয়? আৰু মাত্ৰ এটা প্ৰশ্ন হৰদিত্ত সিংহই তেনেহ'লে একো কথা নেজানেনেকি? আকৌ এটা টান প্ৰশ্ন—তেওঁ তালৈ গৈ পুষ্পিন্দৰক লগ কৰা উচিত হ'ব জানো? আকৌ সঙ্কোচ—তেওঁলোকৰ ঘৰলৈ গৈ পুষ্পিন্দৰক লগ ধৰাৰ পাছৰ ব্যৱস্থা কি হ'ব?

পিছদিনা পুৱাই নচীবে গা-পা ধুলে। ধুইথোৱা পেণ্ট-বুচচার্টযোৰ পিন্ধিলে। জোৰা দিয়া সাত মিটাৰৰ পাগুৰীটো জাপি-জাপি মূৰত মাৰি ল'লে। মনতে পাঙি ল'লে যে তেওঁ পুষ্পিন্দৰৰ ঘৰলৈ গৈ দেউতাকক ক'বগৈ—তেখেতে হৰদিল সিংহক লগ কৰি তেওঁক এটা চাকৰি যোগাৰ কৰাই দিয়াওক। পাঙটো আছিল আচলতে পুষ্পিন্দৰক লগ ধৰাৰ। চাকৰি কিহৰ! সেইটো অৱশ্যে বি.এ.ৰ খবৰ ওলোৱাৰ পাছতো ক'ব পাৰিলেহেঁতেন। খবৰ ওলোৱাৰ আগতে চাকৰিৰ প্ৰশ্নই নুঠে। আৰু পাবনো কি চাকৰি, কিমান দৰ্মহাৰ? কিন্তু এতিয়া তেওঁলোকৰ ঘৰলৈ যোৱাৰ সেইটোৱে হ'ব বঢ়িয়া চেলু।

নিজৰ ঘৰৰপৰা ওলাই তেওঁ গাঁৱৰ কেঁকুৰিটোৰ ফালে গ'ল। ঘূৰি-পকি যোৱা পাকটোতে হৰদিত্ত সিংহৰ ঘৰ। মনতে সাহস আৰু সঙ্কোচৰ একাকাৰ ভাব এটালৈ তেওঁ গৈ থাকিল। লাহে-লাহে, চুটি-চুটি খোজেৰে আগ বাঢ়িল। এখোজ বঢ়াই আধাখোজ পিচলৈ অহা অৱস্থা। শেষত তেওঁ মনতে স্থিৰ কৰিলে যে কি হয় দেখা যাওক। কথাটোকে ফুটি ওলাওক। পুষ্পিন্দৰে অলপ পৰ কথা পাতিলেও বহুত, কিবা ক'বই। তেওঁ ইয়াকো ভাবিলে, কিজানি তেওঁৰ মাকে পুষ্পিন্দৰক লগপাবলৈ নিদিয়েই কথা পাতিবলৈকো নিদিব পাৰে। পুষ্পিন্দৰকে যদি লগ নেপাওঁ তেনেহ'লে গৈয়ে বা কি লাভ?

হৰদিত্ত সিংহৰ বিষয়ত তেওঁ পকা ধাৰণা আছে যে তেখেতে তেওঁক একো গালি-গালাচ নকৰে। তেখেতে এইবোৰৰ ভূকে নেপায়। পৰমজিৎ পাটোৱাৰীৰ ঘৰততো তেখেতে মৰমসনা কথাই পাতিছিল। তেখেতে নিজে তেওঁক ঘৰলৈ মাতি থৈ আহিছে। তেওঁ ভাবিলে হৰদিত্ত সিংহলৈ ভয় কৰিব লগা একো নাই।

লোহাৰ গেটখন খোলা আছিল। আগফালে কোনো নাই। তেওঁ বাওঁহাতৰ কোঠাৰ ফালে চালে। কোঠাৰ দুৱাৰো খোলা। অনুমান কৰিলে ভিতৰত নিশ্চয় কোনোবা থাকিব লাগিব। দুৱাৰমুখত থিয়হৈ লাহেকৈ দুৱাৰত টোকৰ মাৰিলে। পৰ্দাৰ সিফালে বেৰত লাগি থকা বিচনাত পুষ্পিন্দৰ শুই আছিল। প্ৰাণহীন আৰু গতিহীন যেন কোনো এক দেহা। পালেঙত যে কোনোবা আছে ধৰিবই নোৱাৰি। চিলিং ফেনখনো লাহে লাহে ঘূৰি আছে, কোনো শব্দ নাই। টোকৰৰ শব্দটো শুনা মাত্ৰে তেওঁ ঘপহকৈ উঠি বহিল। ভৰিত চেণ্ডেলযোৰ ভৰালে। দুপট্টাখন মূৰত তুলি ল'লে। কোঠাৰ দুৱাৰ মুখলৈ লাহে লাহে আহিল। মত্ত হস্তিনীৰ গতিৰে। কিন্তু ওঁঠত এক শুকান হাঁহিলৈ। দৃষ্টিত অভিযোগ। আঘাত পোৱা যেন মাতটো। সুধিলে—"আহিলাতো এতিয়া?"

"অঁ, তোমাৰ এই অৱস্থা কিয়?"

"তোমাৰ আনৰ অৱস্থাৰ লগত সম্বন্ধ কি?" তেওঁ উপহাসৰ সুৰত ক'লে।

"কাৰোবাৰ অৱস্থাৰ কথা ভাবিয়েতো দৌৰি আহিছো!"

তেওঁ দুৱাৰৰ কাষতে থিয়দি আছিল। পুষ্পিন্দৰে চোফাত বহিবলৈ কোৱাত তৎক্ষণাৎ বহিল। তেওঁৰ ওচৰতে বহি পুষ্পিন্দৰে উশাহ সলাই ক'বলৈ ধৰিলে, "মা ওলাবহিয়ে। দেউতা পথাৰলৈ গৈছে। আমি সংঘেড়ালৈ যে গৈছিলো—আমি একেলগে যোৱা কথা মাই গম পালে। নেজানো, কেনেকৈ জানিলে। সেই কাৰণে হৰিন্দৰক পিছতে দিলে পঠিয়াই, মোক লৈ আহিবলৈ। হৰিন্দৰেও একো নেজানে, মই নিজে সুধি চালো। তাক মাই মাত্ৰ ইয়াকে ক'লে বোলে বোপাই ভনীয়েৰক লৈ আহগৈ, যা। তাই অকলেনো ক'ত ফুৰিব!"

"এনেকৈ কথা লগোৱাটো কোন টুটকীয়া হ'ব পাৰে বাৰু? মাকক কথা লগাবলৈ আমাৰ পিছ লওঁতাটো কোন আছিলনো?" নচীবে চিন্তাকৰি তলমূৰ কৰি ৰ'ল।

"মাই কাৰো নাম লোৱা নাই। নেজানো কোন। মাত্ৰ ক'লে যে তহঁত দুটা ভাইৰূপালৈ একেখন বাছতে গৈছ। তাৰ পাছতো সলাৱৎপুৰলৈ একেখন বাছতে উঠিছ আৰু একেটা চিটত বহি গৈছ। মূৰত মূৰ লগাই কথা পাতি গৈ আছ, নিলাজৰ দৰে। বাৰনালা পাই হোটেলত একেলগে বহি চাহ খাইছ। তাৰ পাছত তহঁত কেনি গলিগৈ নেজানে। "সংঘেড়াত ৰাতি থকা কথাটো অৱশ্যে মাই নেজানে।"

"তেতিয়া হ'লে ভাইৰূপাতে আমাৰ লগত সি উঠিল। সলাৱৎপুৰাৰ পৰাও একেখন বাছতে গ'ল। আমিহে তাক নেদেখিলো। বাৰনালাত নামিও সি আমাক লক্ষ্য কৰিলে। বাৰনালা বাছ ষ্টেণ্ডৰ পৰাহে আমি তাৰ চকুৰ আঁৰ হৈ পৰিলো। চালা কোন হ'ব পাৰে সি?"

"কেনেকৈ জানিবা। মাই তেতিয়াৰ পৰাই মোৰ পিছ নেৰা হৈছে। ক, সেইটো ল'ৰা তোৰ লগত কিয় গৈছিল? কিয় তাত চাহ খাইছিলি? লাজ চৰম দলিয়াই পেলালি। সেই দিনাৰপৰা মোৰ লগত মুখামুখিকৈ কথা নপতা হ'ল। তেতিয়াৰ পৰাই মোক ঘৰৰপৰা বাহিৰলৈ যাবলৈ নিদিয়া হ'ল। উপাই নেপাই মই তোমালৈ চিঠি লিখিলো।"

"দেউতাৰে গম পায় নেকি?"

"পাইছে যেন নেলাগে। তেওঁ মোক কোনো দিনে একো কোৱা নাই। একো সোধা নাই।"

"বৰ খৰ খোজেৰে দুৱাৰ মুখেদি কোনোবা পাৰ হৈ গ'ল। দুয়ো গম ধৰিব নোৱাৰিলে, কোন। পাঁচ মিনিটমানৰ পাছত ভৰিৰ খোজৰ শব্দ আকৌ শুনা গ'ল! হৰিন্দৰ আছিল, হাতত ৰুটি তিনিখন। তাৰ ওপৰত আচাৰ। কোঠালৈ জুপি চাই, নচীবক দেখি হাঁহি দিলে। তাৰপৰা আকৌ বাহিৰলৈ ওলাই গ'ল, "মই আকৌ আহিম গৈ নচীব।"

হৰিন্দৰে ঘূৰি আহি দেখিলে, নচীব অকলে চোফাত বহি আছে। বেৰ আৰু চালৰ ফালে চাই চাই আছে। আহিয়ে হৰিন্দৰ নচীবৰ ওচৰত বহিলহি। ক'লে, "প্ৰীতম কাঁয়ৰোক ৰুটিদি আহিলো। চালাই কেইবাদিনো ভোকত থকা বুলি ক'লে। ৰুটি লাগে। কেৰাহীকৈ চাই ভেঙুচালি কৰি চালা গ'লগৈ।" হৰিন্দৰে হাঁহিলে।

প্ৰীতম কাঁইৰোৰ কথা শুনি নচীবেও শুকান হাঁহি এটা মাৰিলে। হাঁহিটো অৱশ্যে অন্তৰৰপৰা অহা নহয়, মাত্ৰ ওঁঠত ফুটাহে।

পিছ মুহূৰ্ততে হৰিন্দৰে ক'লে "চাহ আনোগৈ মই—খাবা নহয়।"

নচীবে নেলাগে নেলাগে বুলি ক'লে। হৰিন্দৰে ক'লে "কিয় নেলাগে দোস্ত! মই নিজেও খাওঁ। বহুতদিনৰ মূৰত আহিছা!" আকৌ সুধিলে "ক'ত থাকা এতিয়া?"

"ইয়াতে বচ—আৰুনো থাকিম ক'ত?"

"দেখা পোৱা নাছিলো যে।"

"তেনেকৈ অৱশ্যে—মাজতে দহদিন মান সংঘেড়ালৈ গৈ আছিলো।"

"কিয় সংঘেড়ালৈ কি কাৰণে গৈছিলা? তাত কোন আছে?"

"এয়া হ'ল মোৰ মামাৰ ঘৰ। জঙ্গিৰা মোৰ মামাহে।"

"খা, বাপেকে, মই ভাবিছিলো তুমি তেওঁৰে ল'ৰা। তেনেহ'লে জঙ্গিৰা দেউতাৰ নহয়, তোমাৰ মামাৰহে!"

এইষাৰ কথাত দুয়ো হাঁহিলে। তাৰ পাছত নচীবে ক'লে, "তেওঁ দেউতা নহয় যদিও এতিয়া দেউতা বুলিয়ে ধৰা, মোৰ। তেৱেঁ মা। সকলো তেওঁলোক। সংঘেড়ালৈ এনেয়ে মাজে সময়ে গৈ থাকো।"

পুষ্পিন্দৰ নচীবৰ কাষৰপৰা উঠিগৈ পাকঘৰ পালেগৈ আৰু নচীব অহা কথা মাকক ক'লে। লগতে ক'লে, "চাহ কৰাচোন।"

"কিয় আহিছে ই?" মাকৰ খং মূৰৰ চুলি পালেগৈ।

"মই কি জানো কিয় আহিছে। কিবা কামত আহিছে হ'বলা।"

"কি সকাম আছে।"

"মই নেজানো, তুমিয়ে সোধাগৈ।" জীয়েকৰ কথাতো কঠোৰতা আহি পৰিল।

"মাকে সুযোগটো আয়ত্বলৈ আনিলে আৰু ৰুটিসেকা এৰি, তেৱাখন নমাই, চাহৰ কেট্‌লিটো তুলি দিলে।

এতিয়া পুষ্পিন্দৰ পাকঘৰৰ বেৰত আউজি বহিল। মাক-জীয়েকৰ মাজত কথা-বতৰা হোৱা নাই। পুষ্পিন্দৰে খৰি এডাল হাতত লৈ ভাঙিবলৈ চেষ্টা কৰিছে, কিন্তু নেভাঙি ৰৈ আছে। খৰিডাল ইখন হাতৰপৰা সিখনলৈ ঘূৰাই-পকাই আছে।

"কাৰ কাৰণে চাহ তপতাইছা?" হৰিন্দৰে আহি সুধিলে।

"নচীব আহিছে।" পুষ্পিন্দৰে নিৰ্ভয় মনেৰে ক'লে।

সেইসময়ত মাকে পুষ্পিন্দৰলৈ পোন্দোৱাকৈ চাই পঠিয়ালে। মাকৰ দৃষ্টিত গভীৰতা

আছিল। এক তিক্ততা। যেন জীয়েকক এক থাপৰ লগাই দিব।

হৰিন্দৰো তাতে বহি পৰিল। অলপ সময় মাক আৰু পুষ্পিন্দৰৰ চেহেৰা দুটা চাই থাকিল। চাহ উতলিল। কেট্‌লিটো হাতত কাপোৰ লৈ নমাই মাকে চিমটাডালেৰে তেৰাখন আকৌ চৌকাত তুলিলে।

হৰিন্দৰে পুষ্পিন্দৰক কিলাকুটিৰে খুন্দিয়াই ক'লে, "গিলাচ আন, চাহ বাক।"

ভৰি তলুৱাত ভৰ দি বহা পুষ্পিন্দৰ কাতি হৈ পৰিল। এখন হাতত ভেজা দি উঠি ক'লে, "পাগলৰ দৰে কি ধেমালি কৰা, হাত ভগা হ'লে কি হ'লহেঁতেন!"

"লাজ পুৰি খালি। জন্তুৰ দৰে কি মাত উলিয়াইছ! তোৰ চৌধ্যশ্ৰেণীৰ শিক্ষা মাটি হ'ল।" মাকে খং উগাৰিলে।

পুষ্পিন্দৰে ওঁঠ বেকেটা কৰি উঠি চিচাৰ গিলাচ তিনটা ধুলে। তিনিওটাতে চাহ বাকি হৰিন্দৰক ক'লে, "চাহ লৈ যোৱা এতিয়া। ট্ৰেখন সৌখন পৰি আছে।"

হৰিন্দৰে ট্ৰেখনত গিলাচ তিনিওটা ল'লে। থিয় হ'ল। আকৌ বহিল। এটা গিলাচ ট্ৰেৰপৰা নমাই মাটিত থ'লে। তাৰ পাছত পুষ্পিন্দৰলৈ চালে। তেওঁ হৰিন্দৰৰ হাতলৈ ঘোপাকৈ চাই ৰ'ল। হৰিন্দৰে তৃতীয় গিলাচটো আকৌ ট্ৰেখনত তুলি ল'লে। থিয়হৈ যাওঁতে কৈ গ'ল, "পিন্দৰ!"

বহা কোঠাত তিনিও বহি চাহ খালে। হৰিন্দৰে মাজে মাজে কিবা কথাকৈ পুষ্পিন্দৰক জোকাই থাকিল আৰু তিনিও হাঁহি থাকিল।

আৰু হৰিন্দৰৰ জানো কি কথা মনত পৰি গ'ল যে তেওঁ কোঠাৰপৰা উঠিল। নচীবক ক'লে, "বাৰু, ভাই মোৰ এটা কামৰ লেখা মনত পৰি গ'ল। মই হ'লে যাওঁ, তোমালোক বহাঁ।"

হৰিন্দৰ ঘৰৰ বাজ ওলালত দুয়ো লৰালৰিকৈ নিজৰ নিজৰ কথা আৰম্ভ কৰিলে। পুষ্পিন্দৰে কথা কৈ থাকোঁতেই নচীবে মাজতে মাত দি নিজৰ কথা আৰম্ভ কৰি দিয়ে। নচীবৰ কথা শেষ নৌ হওঁতেই পুষ্পিন্দৰে নিজ ঘোঁৰা দৌৰাবলৈ ধৰে। দুয়ো নিজৰ নিজৰ বেলুন আগতে উৰুৱাবৰ কাৰণে উত্ৰাৱল হৈ পৰিল। দুয়োৰে শব্দ ভালকৈ ফুটি নুঠে, বাক্য আধাখিনিতে ৰয়...এজনে সিজনৰ কথা শুনিব নোখোজাৰ দৰে হ'ল। নাইবা পুনৰ এজনে আনজনৰ কথাৰ মাজেদি নিজৰ কথা উলিওৱাৰ সুযোগ বিচাৰি থাকিল। চেহেৰাৰ লগতে দৃষ্টিৰ পৰিৱৰ্তন হ'বলৈ ধৰিলে। হাতৰ অঙ্গিভঙ্গি, মুখৰ লৰচৰ, চেহেৰাৰ ৰং সলনি, কথাৰ উঠা-নমাই কাম কৰি যাবলৈ ধৰিলে। শুনোতাই চাৰিখন কাণেৰে শুনিলেও ফুচ-ফুচ শব্দতকৈ বেছি শুনিব নোৱাৰিব। ফুচফুচ-ফাচফাচ, ফুচফুচ-ফাচফাচ।

"তোমাৰ চিঠিলৈ বাট চাওঁতে চাওঁতে অৱস্থা মোৰ কাহিল হৈ পৰিছিল তাত।"

"মই তোমালৈ বাট চাই আছো—ভাবিছো আজি আহিবা, কালিলৈ আহিবা। চিঠিৰ..."

"তুমি যদি তেতিয়াই চিঠি দিলাহেঁতেন—গাওঁ পোৱাৰ লগে লগে। মই তাত কি কাৰণেনো...?"

"বাৰু এতিয়া কোৱা কি কৰা যায়।"

"ৰিজাল্টলৈ বাট চাওঁ। তাৰ পাছত চাকৰিৰ চেষ্টা চলাম।"

"আৰু তেতিয়ালৈকে মই ঘৰত বহি বহি কি কৰিম?"

"তুমিও কিবা এটা কৰা।"

"কি কৰিম?"

"চোৱা, পাছতো তুমি হ'বাই। নম্বৰ যি পাবা পাবাই। তুমি এম.এ. হে লোৱা।"

"এম.এ.?"

"অঁ।"

"কি চাবজেক্ট ল'লে ভাল হ'ব। ঠিকেই কৈছা। খালীহৈ বহি থাকিলে মন নবহা হ'ব। কাম-বন কৰিবলৈও একো নাই।"

"খালী হৈ কিয় থাকিবা। গোবৰ ফেনেকি গোবৰ ফুটি সাজিব পাৰা দেখোন!"

"তেনেহ'লে তুমি গোবৰহে ফেনেকিবলৈ দিবা?"

"মই আকৌ কিয় ফেনেকাম! কথাৰ মূৰত কথা কৈছো। তুমি কৈছা কাম নাই খালী হৈ আছো।"

"ইয়াততো মই কূটা এগছ নিছিঙো। তুমি যেতিয়া লৈ যাবা, তেতিয়া নলা চফা কৰিবলৈ দিলেও কৰিম।"

"মইতো ফুলপাহৰ দৰে ৰাখিম তোমাক।"

"চব মিছা।"

"কিয় মিছা?"

"তেতিয়া মই তোমাৰ 'বিলভেড' হৈ নেথাকো!"

"তেতিয়া তুমি কি হ'বা?"

"তেতিয়া মই এক পত্নী হৈ পৰিম।"

"পত্নী 'বিলভেড' হব নোৱাৰে নেকি?"

"নোৱাৰে। 'বিলভেড'ৰ কনচেপ্টেই বেলেগে। পত্নী 'বিলভেড' হৈ থাকে জানো? এমাহৰ ভিতৰতে পুৰুষে নিজৰ অধিকাৰ প্ৰদৰ্শন কৰিবলৈ লয়। তাৰ পাছত সন্তান জন্ম হয়। আৰু সংসাৰৰ বন্দীশালত, মায়া-মোহ-জঞ্জালৰ মাজত, সাংসাৰিক চিন্তা থাকোতে কি বাকী ৰয়গৈ?"

"তুমি এইবিলাক বেয়া বুলি ক'ব খোজা নেকি?"

"বেয়া নহয়, কিন্তু মোহ জঞ্জাল নহয় জানো। এই মুকলি উৰণ ক'ত! বিবাহ বন্ধনত পুৰুষে নিজৰ অধিকাৰ বিচাৰে, তেওঁৰ স্ত্ৰীক নিজৰ সম্পত্তিৰ ভিতৰত ধৰি লয়, তেওঁৰ মনোৰঞ্জনৰ আহিলা বুলি ধৰি লয়। স্ত্ৰীয়ে তেওঁক ভাল পাই থাকক, তেওঁৰ

শাৰীৰিক ক্ষুধা দূৰ কৰি থাকক, তেওঁৰ দুখক নিজৰ দুখ বুলি ভাবি লওক—এইখিনি পতিৰ অধিকাৰ।"

"এই অধিকাৰ পত্নীৰো আছে।"

"ভাৰতীয় পুৰুষে পত্নীক একো মূল্য নিদিয়ে। নিজৰ এক বস্তু বুলি ভাবি লয়; যেনেকৈ তেওঁৰ এখন খাটিয়া, এখন পীৰা, এখন বিচনা, তেওঁৰ ঘৰটো, তেওঁৰ উপাৰ্জন কৰা ৰুটি, বাকী সুখ-শান্তিৰ সকলো আহিলা-পাতি। ঘৰৰ আহিলা-পাতিৰ মাজত পত্নীও এক বস্তু। তেওঁ সুখ-শান্তি দিয়া বস্তু।"

"নহয়, তুমি ভুল ধাৰণা কৰি লৈছা। ভাবুক হৈ কথা কৈছা। এই প্ৰেম, ভাল-পোৱা এক বতৰৰ নাম, এই বতৰ পাৰ হয়। বিবাহ বতৰ নহয়। বিবাহ হৈছে এক জীৱন, যিটো সময়ৰ সকলো বতৰতে চাই ভোগ কৰা হয়। এই সুখ-দুখ হ'ল জীৱনৰ বতৰ। এই বতৰ দুটা স্ত্ৰী-পুৰুষে লগলাগি ভোগ কৰাতহে লাভ আছে।"

"তোমাৰ 'ফিলচফী'ও চাম নহয়, কি ৰূপ লয়গৈ।"

"চাবা, তেতিয়াহে বুজিবা যে বিবাহিত জীৱন কি। মৰম, ভাল-পোৱাবোৰ কবিৰ কবিতাতহে থাকে। কামে বিকট কামো কৰে! আচল জীৱনটো বেলেগ বস্তু।"

"বাৰু এতিয়া তুমি যোৱাগৈ" তেওঁ নচীবক কৈ আকৌ সুধিলে, "মাক লগ কৰি নোযোৱা জানো?"

"লগ পাম জানো?"

"লগ কৰাতো উচিত হ'ব। নহ'লে কি ভাবি লয় ঠিকনা নাই!"

বহা কোঠাৰপৰা ওলাই তেওঁ পাকঘৰৰ ফালে গৈ মাকৰ ওচৰ পালেগৈ। মাকে সকলো কাম শেষ কৰি ৰান্ধনী-শালৰ পকা মজিয়াখন মুচি চফা কৰি আছিল। পুষ্পিন্দৰে মিঠা মাতেৰে সুধিলে, "মা ৰুটিখিনি সেকিলা হ'বলা?"

মাকে মাত্ৰ 'অঁ' বুলিলে।

পুষ্পিন্দৰ ৰান্ধনী-শালৰ কাষৰ কোঠাত সোমাল গৈ। ধুই থোৱা কাপোৰখিনি জাপিবলৈ ল'লে।

সাহ কৰি নচীব ৰান্ধনী-ঘৰৰ মুখ পালেহি। লাহেকৈ কাহ এটা মাৰিলে। মাক বাহিৰলৈ আহি তেওঁলৈ চালে। নচীবে সৎশ্ৰী আকাল বুলিলে। মাকে সামান্যভাবে মূৰ দোঁৱালে আৰু ওঁঠ লৰালে। ডিঙিৰ চাদৰৰ আগটোৰে মুখ মুচিলে আৰু ক'লে, "আহাঁ বোপাই নচীব, ভালেই আছা নহয়?"

"হয় মামী। মামা নাই হ'বলা?"

"তেওঁ পুৱাই খেতিৰ পথাৰলৈ গ'ল বোপাই। কপাহ গুটি সিঁচিবলৈ বুলি গৈছে। তোমাৰ কিবা দৰ্কাৰ আছিল নেকি, বোপাই?"

"লগ পাব লাগিছিল।"

"এতিয়াতো তেওঁ ঘৰত নায়েই। গধূলিলৈ চোৱা, পাবহি নহয়। গধূলিকে পাক

এটা মাৰিবা। যদি কিবা ক'ব খোজা মোক কোৱা, আহিলে মই কৈ থ'ম।"

"নাই, মামাকহে লগ পাব লাগিছিল। ৰামপুৰালৈ যাব লাগে, হৰদিল সিংহৰ ওচৰলৈ।"

"কি হ'লনো? হৰদিল সিংহৰ লগতনো আকৌ কি দৰ্কাৰটো ওলাল, বোপাই হেৰে?"

"মুঠতে ভাবিছো, চাকৰি এটাৰ কিজানি ব্যৱস্থা কৰিব পৰা হয়। এনেয়ে ঘূৰি-পকি থাকিব লগা হৈছে।"

"বাৰু, গধূলি মানে এপাক মাৰি যাবা। নিজে কথা-বতৰা পাতি ল'বা।"

"বাৰু মামী, সৎশ্ৰী আকাল।" নচীবে থিয়ৈ থিয়ৈ কথাকিষাৰ পাতি ঘৰৰ বাহিৰ ওলাল।

## ১৮

নচীব ঘৰৰপৰা ওলাই যাবলৈহে পালে, মাকে ডাঙৰ কোঠাটোলৈ গৈ পুষ্পিন্দৰলৈ কেৰাহিকৈ জুপি চালে—যেন তেওঁক কিবা ক'বলৈ বিচাৰিছে। কিন্তু ক'ব নোৱাৰিলে। খঙতে কণ্ঠৰোধ হৈ ৰ'ল। কি ক'ব কি নক'ব ভাবি উৰাদিহ নেপালে। শেষত কোঠাৰ দুৱাৰ দলিতে গোৰোহণি এটা মাৰি দিলে আৰু কৰ্কশ মাতেৰে ক'লে, "হৰিন্দৰক ক'ত আছে চাই আহগৈ, কটা নষ্ট যোৱাটো। নাই, ময়ে যাম নেকি? পথাৰলৈ ৰুটি নিব কোনে? তেৰোঁ পথাৰৰপৰা কাকো পঠোৱা নাই।"

"হৰিন্দৰ ইয়াতে ক'ৰবাত মুকলি বৈঠকত বহি থাকিব পায়। মই বাৰু মাতি আনোগৈ মা। খৰাহীত ৰুটিখিনি ভৰোৱা।"

পুষ্পিন্দৰ বাহিৰলৈ ওলাই যোৱাৰ লগে লগে মাকে বাৰান্দাত পৰি থকা খৰাহীটো মাটীতে উবুৰিয়াই থেকেচা মাৰি দিলে, যেন খৰাহীটোকে ভাঙি পেলাব। তাৰ পাছত ৰান্ধনী-শাললৈ গৈ খৰাহীটোত বস্তুখিনি ভৰালেগৈ। ডাইলেৰে ভৰা টেমা, চামোচ, পিয়াঁজ, আচাৰ, ৰুটি এজাপ ডাঙৰ টোপোলা কৰি বান্ধি সজাই থ'লে। বাটি আৰু গিলাচ। কাপোৰেৰে মেৰ কৰি তাৰ ওপৰত লাচিৰ ডেগটো থ'লে—জোকাৰ নোখোৱাকৈ বহুৱাই দিলে। তাৰ পাছত খৰাহীটো পুৰণি ডাঠ কাপোৰ এখনেৰে ঢাকি দিলে।

হৰিন্দৰ নিজেই আহি ঘৰ পালেহি। কিবা চিনেমাৰ গীত এটা গুণগুণকৈ গাই আহিছে। আহিয়ে ক'লে, "মা, ৰুটি ক'ত আছে দিয়া।"

"সেয়া খৰাহীতে ভৰাই দিছো। আটাইখিনি আছে। বাটলৈ চাই থাকিব পায় কিজানি" মাকে টান সুৰতে ক'লে।

"বাহৰে মাই ডিয়েৰ মাদাৰ। মোক নিজক আগতে ৰুটি খাই ল'বলৈ দিয়াচোন।" তেওঁ মাকক উপহাস কৰাৰ দৰে ক'লে।

"তই দেখোন তাতে খাই ল'বগৈ পাৰ। ৰুটি ভালেখিনি দিছো।"

"যদি এখনো ৰুটি বাচি নেথাকে তেতিয়া? নহয়, মোক ইয়াতে দিয়া।"

"এতিয়াই খাই লওঁ, এক মিনিটো নেলাগে।" ৰান্ধনী-শাললৈ আহি নিজেই বাটিত ডাইল বাকি ল'লেহি। খৰাহীৰপৰা ৰুটি দুখন নিজেই হাতত তুলি ল'লে। ডাইলখিনি গৰম হৈ আছিল। বাটিটোত অলপ মাখনো দি ল'লে। খাটিয়াখনত বহি ৰুটি খোৱাত লাগিল। মুখত এমোকোৰা ভৰাই ক'লে, "পিন্দৰ, কলহটোৰপৰা লাচি এগিলাচ ভৰাই দি যাহি।"

হৰিন্দৰে খৰাহী লৈ ঘৰৰ বাহিৰ ওলাল। পুষ্পিন্দৰে ক'লে, "মা মোকো খাবলৈ দিয়া, ৰুটি।"

"তয়ো আলহী হ'লি নেকি? নিজে লৈ খাব নোৱাৰা হলি নেকি?"

"নহয়, তুমি দিয়া, মা।"

"নিদিওঁ যা। মোৰ লগত লেনচেলাব নেলাগে।"

"কিয়? তুমি মোৰ মৰমৰ মা নোহোৱা নেকি?"

"মৰমৰ চুমাৰে নাকটি ছিঙা ইয়াকে বোলে।" কথাষাৰ কৈয়ে ইখন চোতাল পালেগৈ।

"মই বাৰু কি কৰিলো, মা?"

"আৰু কিবা কৰিবলৈ বাকী ৰাখিছনে? যি কৰিছ, কৰিয়ে আছ!"

"নহয়, মই কি কৰিলো কৈ দিয়া!" পুষ্পিন্দৰেও কটুকৈ প্ৰশ্ন কৰিলে। মাক চোতালৰপৰা ঘূৰি আহিল আৰু বেৰত আউজাই থোৱা পীৰাখন হাতেৰে তুলি লৈ বাৰান্দাত দলিওৱাৰ দৰে মাৰি পঠিয়ালে। হুমুনিয়াহ কাঢ়ি পীৰাত বহিল। ক'লে, "তোৰ কিমান বদনাম হৈছে, বুজি পাইছনে? এতিয়া এই ফাকিবাজটোক ঘৰলৈ মাতি আনিবলৈ ল'লি!"

"কিয়, আগতে অহা নাছিলনে, তেওঁ? আজি কি হ'ল?"

"প্ৰথমেও এই উদ্দেশ্যেৰেই আহিছিল হ'বলা। এতিয়া চকু থাকোতে খালত ভৰি পেলাব নোৱাৰি।" আকৌ ক'লে, "মইতো এই ল'ৰাটো এনেকুৱা বুলি ভবাই নাছিলো।"

"মা, কোৱাচোন বাৰু মোক—মোৰো মান-সন্মান নাই নেকি? নিজৰ ভাল-বেয়া সকলো মই বুজো। মই এতিয়া কেঁচুৱা ছোৱালী হৈ থকা নাই যে কাৰোবাৰ কবলত সোমাই থাকিম!"

"মই তোৰ শিক্ষাৰ শটোও নেজানো। কিন্তু মই জানো যে তই এই ল'ৰাটোৰ লগত বাৰনালালৈ গৈছিলি, হয়নে নহয়? তাৰ হোটেলত একেলগে চাহ খাইছিলিনে নাই? তাৰ পাছত ক'ত কেনেকৈ ঘূৰিলি কোনে জানে? চন্নণৱাললৈ যোৱাৰ ভাওহে ধৰিছিলি। সেয়েহে মই হৰিন্দৰক পঠাব লগা হ'ল। মই তাক ক'লো—যা বোপাই,

ভনীয়েৰক লৈ আহগৈ। বেচেৰাই কি বুজিব, মই কিয় তোক আনিবলৈ ক'লো। মই এতিয়াও মনৰ কথা মনতে লৈ আছো। দেউতাৰৰ লগত এই বিষয়ে একো কথা পতা নাই। জাননে, কিয়? তই এতিয়াও নিজক শুধৰাই ল, বুজিছ্।"

"বাৰু তুমি মোক এইটো কোৱা যে বাৰনালালৈকে নচীবৰ লগত যোৱা, হোটেলত চাহ্ যোৱা কথা কোনে দেখি আহি ক'লেহি। চব মিছা কথা। তোমাক কোনেও একো কোৱাহি নাই। তুমি তোমাৰ মনতে সাজি মোক ধৰিছা, মা!"

"কওঁনে?"

"কৈ দিয়া।"

"শ্যামো বুঢ়ীক লৈ আহিমগৈনে?"

"কোন শ্যামো?"

"পৰতাপৰ শ্যামো—আৰু কোন হ'ব? ভাই ৰূপাৰপৰা তেওঁ তইঁতৰ লগতে বহি গৈছিল, সলাৱতপুৰৰ পৰাও লগত হৈছিল। হোটেলত চাহ খোৱাও তেওঁ দেখিছে। আৰু, এতিয়া কচোন?"

"কুকুৰে এনেয়েও ভুকে। মইতো তেওঁক দেখাই নাই।"

"তই নেদেখিব পাৰ। তেওঁতো সকলো দেখিছে।"

"যিহকে নকওক—তেওঁনো কি ভাল মানুহজনী। সাত ঘাটৰ পানী খাইতী। নিজৰ দিনবোৰৰ কথা পাহৰিলে হ'বলা?"

"হয় তাই টুটকীয়া বুলি গাঁৱৰ সকলোৱে জানে। কিন্তু তয়ো তাইৰ স্বভাৱটোকে ল'বলৈ ওলাইছনেকি? মাৰ-বাপেৰৰ নাম-জ্বলাব খুজিছ্ যেন পাওঁ!"

পুষ্পিন্দৰৰ আঘাত লাগিল। তাই স্তব্ধ হৈ ৰ'ল। তাৰ পাছত চকুৰপৰা টপ্‌টপকৈ চকুলো পৰিবলৈ ধৰিলে। চকুপানী নুমুছিলে তাই। শিলটোৰ দৰে জঠৰ হৈ তাই মাকক একেথৰে চাই থাকিল। মাক পীৰাৰপৰা উঠিল। তেওঁৰ চকুত খং আৰু মৰমৰ মিহলি ৰং ফুটি উঠিল। পুষ্পিন্দৰে দুপট্টাখনৰ আগটোৰে চকুপানীখিনি মুচিলে, কিন্তু চকুৰ কোণ এতিয়াও সজল হৈয়ে আছে। ৰান্ধনী-শালৰ ফালে যাওঁতে মাকে কৈ গ'ল, "এতিয়া কান্দি দেখুৱাব নেলাগে! ভাবি-চিন্তি চলিবলৈ ল!"

পুষ্পিন্দৰ বাৰান্দাত থকা ওখ পালেংখনৰ খুটাত আঁউজি থিয়দি আছিল। পাক ঘৰলৈ গৈ মাকে এটা বাটিত ডাইল ভৰালে। অলপ মাখনো দিলে। থালখনত তিনিখন ৰুটি দি বাটিতো তাত থ'লে। পালেংখনৰ ওচৰত থকা সৰু মেজখন টান মাৰি আনি, থালখন তাত থৈ, পুষ্পিন্দৰক ক'লে, "ৰুটি খাই ল। মই হ'লে বুজি-বাজি চলিবলৈ কৈছো, ভাই। জাত-বিজাতৰ কথা আছে, চাবি।"

'জাত বিজাত'ৰ নামত পুষ্পিন্দৰৰ মন আকৌ উচাৎ মাৰি উঠিল। মাকে ৰান্ধনী-শালৰ পৰা লাচিৰ গিলাচটো আনিবলৈ গৈছিল। কিন্তু পুষ্পিন্দৰে ৰুটিৰ থালখন তাতে এৰি চোতালৰ ফালে ওলাই আহিল।

"নেখাৱ যদি নেলাগে খাব! তোক কোনে খাতিৰ কৰি খুৱাব!" মাকে মেজখনৰ পৰা থালখন তুলি ল'লে, লাচিৰ গিলাচটো হাততে থাকিল। তেওঁ সেইখন পীৰাতে বহি ৰুটি খাবলৈ ল'লে। মুখেৰে একামোৰ মাৰি তেওঁ পুষ্পিন্দৰলৈ চালে। তাই বহা কোঠালৈ গুছি গৈছে। মাকে ৰুটি মাত্র এখনহে খালে। তাৰ পাছত যেন তেওঁৰ ভোকেই পলালে। মুখত অৰুচি লাগিল। লাচিও দোঢোকমান গিলি, খালী গিলাচটো ৰান্ধনীশালত থ'লেগৈ।

পৰতাপৰ ঘৈণীয়েক শ্যামোৰ ল'ৰা দুয়োটাই এতিয়া ভাল উপাৰ্জন কৰে। এহাল গৰু যদিও মাটিডোখৰ ভাল। বাপেক হ'ল সৈনিক দলৰ লোক। তেওঁ সংসাৰ দেখিছে, বুজিছে। ল'ৰাহঁতক অযথা খৰচ কৰিবলৈ দিয়া নাই। ওচৰে-পাঁজৰে মিতিৰ-কুটুমৰ ঘৰলৈ আহ-যাহ কৰি কটায়। পুতেকহঁতক এগুণত দহগুণ বখানি আনৰ আগত জহ কৰে। এঘৰ জাটে বাই-ভনী দুয়োজনীকে তেওঁৰ দুয়ো পুতেকলৈ বিয়া দিলে। এতিয়া সৈনিকৰ বোৱাৰীয়েকহঁতেও ঘৰ-ধৰি কাম কৰে আৰু দুয়োজনীৰে একেডাল নলীৰে পানী খোৱা হৈ আছে। ল'ৰাহালো পৰস্পৰে মিলা-প্ৰীতিৰে আছে। মূৰৰ ঘাম মাটিত পেলাই পথাৰত খেতি-বাতি কৰে। কোনো ৰাগ-জাল নাই। সদাই অৰ্জন কৰাৰ চিন্তাত ব্যস্ত হৈ থাকে। পো-বোৱাৰীহঁতে শহুৰেকক অৰ্থাৎ সৈনিক চাহাবক যথেষ্ট আলপৈচান ধৰে, ৰজাৰ গাদীত বহুৱাই থোৱাৰ দৰে ৰাখিছে। কিন্তু শ্যামোৰ লগত বোৱাৰীহঁতৰ ৰাহি-যোৰা অহা নাই। বোৱাৰীহঁতৰ কাম-কাজত দেখদেখকৈয়ে কিবা একোটা ছিদ্ৰ উলিয়াই নাক-মুখ কোঁচাই দেখুৱাবই। ভোৰভোৰাই উঠা তেওঁৰ স্বভাৱেই হৈছে। সৈনিক শহুৰ কিন্তু সদাই বোৱাৰীয়েকৰ পক্ষত থাকে। এনে অৱস্থাত শ্যামোৰ মন আৰু বেয়া হৈ পৰিছে। তেওঁ গিৰীয়েককে গালি-শপনি পাৰে। বোৱাৰীয়েকহঁতেৰে শহুৰেকক যোৰা দি বলকে। এনে স্থিতিত সৈনিক চাহাবে দুমাৰমান টিকাত মাৰ সোধায়ো দিয়ে। মাৰ খাই শ্যামো দুগুণ জ্বলি উঠে। চিঞৰিবলৈ ধৰে। ওচৰ চুবুৰীয়া আহি গোট খাই পৰেহি। বোৱাৰীয়েকহঁতে লাজতে দুপট্টাৰে মুখ ঢাকি ভিতৰলৈ দৌৰ মাৰে। ওচৰ-চুবুৰীয়াই তেওঁক বুজায়—"হেৰা শ্যাম কৌৰ, তুমি মনে মনে নেথাকা কিয়? তোমাৰ দিন এতিয়া নাই নহয়। নমতা-নোবোলাকৈ দুবেলা-দুসাজ খাইবৈ থাকা। সদাই দ্বন্দ-খৰিয়ালখন কিয় পাতি থাকা। মানুহক তামাচা দেখুৱাবলৈ, নহয়!"

তেওঁ কুৰতা চোলাটো দাঙি মানুহবিলাকক শৰীৰটো দেখুৱাই, চকুত চকুলো বোৱাই ৰয়। সৈনিক চাহেবে তেওঁক বেলেগ কৰি দিয়ে। আটা পিচাই দিয়ে। দাইল আনি দি কয়, "সেইটো চৌকাত নিজে ৰান্ধি-বাঢ়ি খাই থাক। বোৱাৰীহঁতৰ লগত কোনো লেনদেন কৰিব নোৱাৰ। সদাই মোক অশান্তি দি নেথাকিবি, লগতে নিজেও নেপাৱ।"

শ্যামোৱে বৰ কষ্টেৰে পোন্ধৰ-কুৰি দিনমান নিজে ৰুটি কৰি খায়। বোৱাৰীয়েকহঁতৰ

লগত কিবা সূত্ৰ উলিয়াই কথা পাতিবলৈ লয়। কথাৰ অলপ ৰস পালেই বোৱাৰীহঁতে শাহুৱেকক আকৌ মূৰত তোলে। তেওঁৰ চৌকা গুছাই পেলায়। তেওঁ বোৱাৰীয়েকহঁতৰ মাজত বহিহে ৰুটি খাবলৈ লয়। নাতি-নাতিনীহঁতক নিচুকনী গীত গায় শুনায়, যেন ঘৰখনত কোনো কালে হাই—উৰুমি লগাই নাই! পুতেকহঁতে একো নেমাতে; ভালতো নেমাতে, বেয়াতো নেমাতে। সিহঁতে নিজৰ ঘৈণীয়েকহঁতকো মাকৰ ভুক্‌ভুকনিত নেমাতিবলৈ সকিয়াই দিছে। মাকৰ লগত কেৱল বাপেকৰহে ৰাহি নাহে।

শ্যামোৱে বৰ সস্তা দামৰ কুৰতা-চেলোৱাৰ পিন্ধে। মূৰত মলমল কাপোৰৰ বগা দুপট্টাখন। তেওঁৰ কাপোৰ প্ৰায়ে ফিচিকা ফটা। বোৱাৰীয়েকহঁতে ধুই দিয়ে। খঙত থাকিলে নিজেই ধোৱে। ভৰিত জোঙামূৰীয়া কেঁচা ডাঠ চামৰাৰ জোতা। ভগা ফ্ৰেমৰ চছমা। চকুৰে কম দেখে কাৰণে কেইবা বছৰ ধৰি একেযোৰ চছমাকে ব্যৱহাৰ কৰি আহিছে। এবাৰ ৰামপুৰালৈ গৈ যি লগাই আনিলে, পিন্ধি আছে। ওচৰৰপৰা চাবলৈ হ'লে চছমাৰ ওপৰত হাতৰ তলুৱা দি লয়। হাতত সদাই লাখুটিডাল থাকেই।

চুবুৰীটোৰ আটাইৰে ঘৰলৈ শ্যামোৰ আহ-জাহ চলে। মানুহৰ ঘৰৰ আগচোতালত বহি তেওঁ পটাপট কথা পাতে। কিন্তু বয়সীয়ালসকলে তেওঁৰ কুকৰ্মৰ কথা জানে। তেওঁ অভিজ্ঞ বুঢ়ী হ'বলৈ চেষ্টা কৰিলেও, অধিক ভণ্ডামি দেখুৱালেই পুৰণিকলীয়া লোকে কথাৰ সোঁতত‌ে ভেঁটা দিয়ে। তেওঁক পূৰ্বৰ কথা সোঁৱৰাই কয়—"গাভৰু কালত মেমজনীৰ দৰে মদ খাই ফুৰিলি—শ বাৰ ওভট গোৰে নাচি ফুৰিলি, তই! তোৰ ছাঁ পালে গছ পুলিও লেৰেলি শুকাইছিল। এতিয়া তই বামুণনীজনী হ'বলৈ আহিছ?

যিদিনা নচীব আৰু পুষ্পিন্দৰ ভাইৰূপাৰ আস্থানৰপৰা আঁতৰি আহি বাছত উঠিছিলহি, শ্যামোও সেই আস্থানতে ক'ৰবাত আঁচল পাৰি বহি আছিল। চছমাযোৰৰ ভগা ফ্ৰেমটো বাৰে বাৰে ঠিক কৰি লগাই আছিল। তেওঁ এচটা ইটাত বহি, লাখুটিডাল মাটিত পেলাই থৈছিল। প্ৰতিজন লোকলৈ চকুদি আছিল। সিহঁত দুয়োকো বাছত উঠা দেখি তেৰোঁ সেইখন বাছত উঠিলগৈ। সলাৱতপুৰালৈ গৈ বাৰনালালৈ যাবলৈ বাছখন তেওঁ বদলি কৰিছিল। তাতেই বচ, দুয়োকে দেখা পালে। নচীব আৰু পুষ্পিন্দৰ একেটা চিটতে বহি গৈছিল—দুই তিনিটামান চিটৰ পাছত শ্যামোও বহি গৈছিল। মুখখন দুপট্টাখনেৰে ঢাকি লৈছিল। লাখুটিডাল চিটৰ তলত পেলাই থৈছিল। আঁচলৰ মাজেদি ল'ৰা-ছোৱালীহালক একেৰাহে বাৰনালা পৰ্য্যন্ত চাই গ'ল। সিহঁতৰ কুকৰ্মবিলাক চাই আনন্দ পালে। দাঁতো চোবালে। বাৰনালা পাই সিহঁত বাছৰপৰা নামিলত তেৰোঁ নামি সিহঁতৰ পিছ ল'লে। সিহঁতক হোটেলত সোমোৱা দেখি তেওঁ ওচৰতে কাপোৰ পাৰি বহিল। সিহঁত হোটেলৰপৰা ওলাই অহালৈকে তেওঁ তাতে বহি থাকিল, যেন সেইদিনা তেওঁৰ কাম আছিল সেইটোহে। সিহঁত বাহিৰলৈ ওলাই আহোঁতে তেওঁ বৰ উৎসুকতাৰে সিহঁতৰ চেহেৰা দুটা চালে। সিহঁতেতো নেজানে যে কোনোবা যখিনী এজনী তাহাতঁৰ পিছ লৈ ফুৰিছে।

বাছ ষ্টেশুৰ ভিৰৰ মাজত সিহঁত অদৃশ্য হৈ গ'লত শ্যামোৰে পেটত গাঁৱৰ এক ডাঙৰ ৰহস্য ভৰাই অপাৰ সন্তোষেৰে 'ফৰৱাহী'ৰ পথত উঠিলহি। ফৰৱাহীত তেওঁৰ সৰু ভনীয়েক থাকে। কেতিয়াবা-কেতিয়াবা, যেতিয়া ঘৰত অশান্তি লাগে, তেতিয়া ভনীয়েকৰ ঘৰত আহি থাকেহি। এসপ্তাহ মান থাকে। কিন্তু এইবাৰ মাত্র এৰাতিহে থাকিল। হৰদিত্তৰ জীয়েকৰ কাণ্ড-কাৰখানাই তেওঁক সৰহদিন থাকিবলৈ দিয়ে কেনেকৈ? পাছদিনা সন্ধিয়া আহি গাঁও পালেহিয়েই আৰু আহিয়ে সকলো বৃত্তান্ত হৰদিত্তৰ গৃহিনীৰ কাণত পেলাই দিলেহি।

## ১৯

নিজৰ পো-জীৰ বিৰুদ্ধে কোনো কথা শুনিবলৈ মাক-বাপেকে ইচ্ছা নকৰে। পো-জীয়ে কিবা বেয়া কাম কৰিছে বুলি তেওঁলোকে বিশ্বাস কৰিবলৈ টান পায়। সন্তানৰ বিপক্ষে কওঁতাসকলকো বেয়াহে পায়। যেন তেওঁ মিছাকৈ কৈছে, এনে লাগে। এনে স্থিতি আহি পৰিলে তেওঁলোকে পুতেক-জীয়েকৰ পক্ষ লয় বা সিহঁতৰ নিৰ্দোষিতা প্ৰমাণ কৰি বুকুফিন্দাই বহুত কিবা-কিবি কৈ পেলায়। পুতেক-জীয়েকৰ সপক্ষে যদি মাক-বাপেকেই মাত নেমাতে, তেন্তে মাতিব কোনে?

সেইদিনাও সেয়ে হ'ল। শ্যামো ফৰৱাহীৰপৰা আহি ঘৰ নোসোমাই পোনে পোনে হৰদিত্তৰ ঘৰ পালেহি। ঘৰত হৰদিত্তও নাছিল পুতেকো নাছিল। অন্য কোনো নথকা অৱস্থাত অকলে হৰদিত্তৰ পৰিবাৰ দয়ালোক পাই সকলো বাকি দিলে। দয়ালোৱে কথাবিলাক শুনি বিশ্বাস নকৰা যেন দেখুৱালে। তেওঁ কথা শুনি জঠৰ হৈ ৰ'ল। শ্যামোৱে এষাৰক দুষাৰ কৰি কৈ যাবলৈ ধৰিলে। কথাবোৰ তেওঁ চকুৰে যে দেখা নাই, বিশ্বাসেই নহয়। যেতিয়া সকলো কথা কৈ শেষ কৰিলে আৰু তাৰ প্ৰতিক্ৰিয়া দয়ালোৰ চেহেৰাত কি ঘটিছে অপলক দৃষ্টিৰে চাই থাকিল, ইতিমধ্যে দয়ালোৱেও মনত উৎসাহ গোটাই গড়ি-পিটি ক'লে, "শ্যাম কৌৰ, চোৰেহে চোৰৰ ঠেং দেখা পায়। তুমি মোৰ ছোৱালীৰ কাহিনী সজাই পৰাই শুনালা। তুমি নেজানা যে সেই নাপিতৰ ল'ৰাটো আমিহে তাইৰ লগত পঠাই দিছিলো। বহুদিনৰ পৰাই ল'ৰাটো আমাৰ ঘৰলৈ আহিগৈ থাকে। আমাৰ হৰিন্দৰৰ দৰেই তাকো দেখোঁ। সিও সংঘেড়ালৈ মাকৰ কাষলৈ যাবলৈ ওলালত পিন্দৰকো তাৰ লগতে চন্নণৱালৰ আইতাকৰ ওচৰলৈ পঠাই দিলো। সেই ল'ৰাটো তাইৰ লগত গ'লেই জানিবা, কি মহাভাৰত অশুদ্ধ হ'ল? হোটেলত চাহ খালে, কি জগৰ লাগিল? ইয়াত আমি গোটেই পৰিয়ালে একেলগে বহি চাহ খাওঁ, মাজত সেই ল'ৰাটোকো বহুৱাই লওঁ। কলেজত, ৰামপুৰালৈ গৈ ল'ৰা-ছোৱালীবোৰ

একলগে বছৰি নেথাকেগে জানো? এনেকে আগে চাই সেআইসোনো? আৰু তুমিয়ে কোৱাচোন, কি দেখিলা। এনেয়ে ক'বহি লাগে কথাষিনি। তুমি নিজৰ ঘৰটোৰ তত্ত্ব থকা কাঠিডাল ঠিক কৰাগে। তুমি কি নকৰাকৈ আছা? এতিয়া মোৰ ছোৱালীজনীৰ বদনাম গাবলৈ আহিছা! খবৰদাৰ, যদি মোৰ ছোৱালীৰ কথা আৰু উলিওৱা, তাইৰ দেউতাকে গম পাব লাগিলে তোমাৰ কামিহাড় ভাল ডাল কৰিব একো। মোৰ ওচৰলৈ বাবে আহিব পাৰিছা, কৈছা। আনৰ আগতো এনেবোৰ কথা কেৰা শুনিবলৈ পালে সুদাই নেৰো। ভাবি লোৱা; কৈ দিলো, হ'লে।"

দয়ালোৰ ওলোটা উত্তৰ শুনি শ্যামোৱে তবধ মানিলে। তেওঁ হৰদিত্তৰ দৰে ডাঙৰ মানুহৰ ঘৰৰপৰা এসেকা পালে। মনতে ভাবিলে, মইনো এনেবোৰ কথাৰ বকলা মেলিবলৈ আহিছিলো কিয়! এইজনী তিৰোতাই ওলোটাই দেখোন মোকহে জগৰীয়া কৰিলে। শ্যামোৰ মগজ এক ফিৰিঙতিৰ দৰে জ্বলি উঠিল। নিজৰ মনতে ক'লে—মোৰ কি লাভ লোকচান! নামানিলি নেলাগে মানিব। যিদিনা বিপদত পৰিবি, নিজে চকুপানী টুকিবি। সেইদিনাতো মানিবি। মই বিশ্বাস জন্মোৱাৰ চেষ্টা কৰিব এতিয়া লাভ নহ'ব। আৰু সেৰিকাৰ দৰে শ্যামোৱে হাতযোৰ কৰিলে। ক'লে, "আইদেউ, মই আকৌ চেজানো নহয়। মোৰ কথাবোৰ ভাল যেন নলগা কাৰণেহে কৈছিলোঁ, মই। আমাৰ পুৰণা চামৰ মানুহে আজিকালি ল'ৰা-ছোৱালীৰ আদব-কায়দাক বুজি নেপাওঁ। আপোনজন বুলিহে কথাখিনি ক'বলৈ আহিছিলো, তোমাৰ ঘৰলৈ। এই বিষয়ে কাকো একো নকওঁ। মোক মাফ কৰিবা, আইহেৰে।" আৰু আঁঠুত হাড়ৰ জকাটোৰ বোজা দি বাঁকে বাঁগৰু (বাহগুৰু-বাহগুৰু) বুলি উঠিল। লাখুটিডাল হাতত ল'লে। নাকত চছমাজোৰ লগালে। দুপট্টাখন পিঠিলৈ ছাটি মাৰি লাহে লাহে খোজ চলাই ঘৰৰপৰা ওলাই গ'ল।

দয়ালোৱে জানি-বুজি শ্যামোৰ মুখ বন্ধ কৰিল হয়, কিন্তু কথাৰ গুৰিটো অন্তৰৰ ভিতৰ পালেগৈ আৰু অন্তৰ জ্বলাই তুলিলে। জীয়েকৰ কাহিনীয়ে কলিজা বিন্ধি পেলালে। ভাবি ল'লে যে পুষ্পিন্দৰ ঘূৰি আৰু এইখন ঘৰলৈ নাহিবও পাৰে। তাই কিজানি তেওঁৰপৰা আঁতৰি পৰিল। সোনকালে গাঁৱলৈ ঘূৰাই অনা হওক, তেহে তেওঁৰ হৃদয় শীতল হ'ব। সেই কাৰণে পিছদিনাই হৰিন্দৰক চন্নণৱাললৈ পঠাই দি পুষ্পিন্দৰক অনালে। পুষ্পিন্দৰ আহিলত দয়ালোৱে নানা-অজুহাত লৈ তাইৰ ওপৰত খং জাৰে, অসন্তোষ দেখুৱাই। আনে নুশুনাকৈ তাইৰ লগত সৰু সৰুকৈ কথা পাতে। মূৰৰ চুলি পোৱা খংটো লৈও তাইৰ লগত ভাবিচিন্তিহে কথা পাতে। খুচৰি খুচৰি কথাৰ ভেদ উলিয়াবলৈ চেষ্টা চলায়। কেতিয়াবা মনত এনেহে লাগে যেন তাই কুকুৰণী শ্যামোৱে এনেয়ে সাজি সাজি কথাবোৰ লগালেহি। তেওঁৰ ছোৱালীহে এনে কাম কৰিবনে? কিন্তু, যেতিয়া সঁচাৰ আভাস পায়, তেওঁৰ মগজুৱে কাম নকৰা হয়। নিজক চম্ভালিব নোৱাৰা হৈ পৰে। তেঁওৰ মগজুত আন কথা নেখেলায়। সদাই একেটা কথাকে আৰম্ভ কৰে। পুষ্পিন্দৰ শান্তিত থকাটো কঠিন হৈ পৰিছে। ছোৱালী আঁকোৰ-গোঁজ হৈ

যোৱা নাই। মাত্ৰ এতিয়া ৰিজাল্টলৈ বাট চাই বহি আছে। অন্তৰত মিনতি কৰি আছে যে নচীবে ভাল নম্বৰ পাই পাছ হওক। তাই নিজৰ নিজৰ বিষয়ে চিন্তা কৰা নাই।

বাটচাই থকাৰ মূৰত শেষত বি.এ.ৰ খবৰ ওলাল। দুয়ো পাছ কৰিলে। দুয়ো চেকেণ্ড ডিভিজন পালে। নচীবেই বাতৰিখন লৈ দৌৰি দৌৰি পুষ্পিন্দৰৰ ঘৰ ওলালগৈ। দয়ালোৰে চাহ কৰিলে। হৰিন্দৰে দোকানৰপৰা দুই কিলো লাড়ু লৈ আহিলগৈ। সেইদিনা হৰদিত্ত সিংহও ঘৰত আছিল। তেওঁৰ হালোৱাজন আৰু ঘৰ বনুৱাজনো। সকলোৱে লাড়ু খালে। সকলোৱে পুষ্পিন্দৰে পাছ কৰা কাৰণে আনন্দ কৰিছে। নচীবৰ কথা এবাৰ হৰিন্দৰেই উলিয়ালে। পুষ্পিন্দৰে নচীবৰ কাৰণে যিমান আনন্দ পাইছে, নিজে পাছ কৰাতো সিমান আনন্দ পোৱা নাই, যেন এই সকলোবিলাক নচীবৰ সন্তোষৰ কাৰণেহে কৰা হৈছে। ভৱিষ্যতে কিবা এক চেলু উলিয়াই লৈ পুষ্পিন্দৰ তেওঁলোকৰ ঘৰ ওলাবগৈ আৰু নচীবৰ চকুত চকু মিলাই দিবগৈ আৰু নিজৰ চকুৰ এক অদৃশ্য জিলিঙনি আনি মুখখন ঘূৰাই দিব। আজি তাইৰ অন্তৰ এআঙুল বহল হৈ পৰিল। এতিয়া তাইৰ নচীবে চাকৰি কৰিব। তাৰ পাছত...

## ২০

জঙ্গিৰা নিজে এদিন হৰদিত্তৰ সিংহৰ ওচৰলৈ আহিল আৰু পাছদিনা ফাষ্টবাছতে তেওঁক ৰামপুৰালৈ লৈ গ'ল। লগত নচীবো। সেইকিদিন হৰদিল সিংহ ৰামপুৰাতে আছিল। কথাটো জঙ্গিৰাই আগতেই খবৰ কৰি ৰাখিছিল।

দেশৰপৰা ইমাৰজেন্সী হটাই দিয়াৰ পাছত সাধাৰণ নিৰ্বাচন পতা হৈ গৈছে। লোক সভা আৰু সকলো ৰাজ্যৰ বিধান সভাসমূহৰো। প্ৰায় গোটেই দেশখনত এনে এচাটি বতাহ চলিল যে কংগ্ৰেছ দল পৰাজিত হ'ল। ইন্দিৰা গান্ধী নিজেও জিকিব নোৱাৰিলে। কেন্দ্ৰত এতিয়া জনতা পাৰ্টিৰ ৰাজত্ব। মোৰাৰজী দেশাই প্ৰধান মন্ত্ৰী। পাঞ্জাৱত আকালীদলে জনতা পাৰ্টিৰ লগত লগলাগি চৰকাৰ গঠন কৰিলে। কেন্দ্ৰীয় চৰকাৰৰ ভিতৰতো আকালী দলৰ সদস্য অন্তৰ্ভুক্ত কৰিলে। হৰদিল সিংহ আকালীৰ টিকেটত এম.এল.এ. হ'ল। কিন্তু হেজাৰ চেষ্টা কৰিও তেওঁ মন্ত্ৰী হ'ব নোৱাৰিলে। অৱশ্যে কেন্দ্ৰত ৰাজত্ব তেওঁলোকৰ ভাই-ককাই জনতা দলৰ হোৱাত হৰদিল সিংহৰ প্ৰভাৱ মন্ত্ৰীৰ দৰেই আছিল। যিকোনো মহকুমালৈ গ'লেই নানা আবেদন-নিবেদন হাতত পৰেহি। দিল্লীলৈও তেওঁ আহি গৈ থাকে।

হৰদিত্ত সিংহই জঙ্গিৰাৰ বিষয়ে কৈ পাছত নচীবৰ বিষয়ে উলিয়ালে।

"লৰাটো বি.এ. পাছ ডাঙৰীয়া। বেচ বুধিয়ক। পঢ়াতো যথেষ্ট হুচিয়াৰ আছিল।

গাঁৱৰ জীয়াৰীৰ ল'ৰা, জঙ্গিৰাৰ ভাগিনীয়েক। জঙ্গিৰা সঁচাকৈ কামৰ মানুহ। আপোনাৰ ভোটৰ সময়ত তেওঁ যথেষ্ট সহায় কৰি দিলে। বন্দীক নিজৰ বুলি ধৰি ল'ৰাটোক ক'ৰবাত গোজা মাৰি দিয়ক। কিবা চাকৰি এটাত সুমুৱাওক।" হৰদিও সিংহই সম্পূৰ্ণ দৃঢ়তাৰে কথাখিনি ক'লে।

হৰদিল সিংহই তেওঁলোকক চাহ খুৱালে। তাৰ পাছত স্পষ্ট কথা ক'লে—"হৰদিত্ত সিংহ তুমি আহিলা, ভাল পালো, তোমাৰ কথা নেৰাখি পাৰো জানো। কিন্তু কথা হ'ল, য'তেই যেনেকৈ চাকৰি ওলায়, ল'ৰাই দৰ্খাস্ত দিয়ক। তাৰ পাছত মোৰ ফালৰপৰা যিপাৰো কৰিম। যাক ক'বলৈ কোৱা, ক'ম। এতিয়া স্থান এওঁ নিজে বাচি উলিয়াব লাগিব।"

"কি কোৱা জঙ্গিৰা সিংহ, কথা ঠিকেই, নহয়? চৰদাৰজীয়ে বাটটো মোকোলাই দিছে। এতিয়া আগবাঢ়ি যোৱাৰ সাহস তোমালোকে কৰা।" হৰদিত্ত সিংহই উৎফুল্লিত হৈ ক'লে।

"কি কৱ নচীব?" জঙ্গিৰাই ল'ৰাৰ ফালে চালে।

নচীবে একো নেমাতিলে। শুকান ওঁঠদুটা জিভাৰ পানীৰে তিয়াই হাঁহো নেহাহোঁ কৈ মিচিকিয়ালে।

"চৰদাৰজী, যেতিয়া আপুনি ইমানখিনিলৈকে আগ বাঢ়িল, ঠাইডোখৰো বিচাৰি ঠিক কৰি দিয়ক আৰু। আপোনাৰ চকুৰ আগতে সকলো ওলাই আছে।" জঙ্গিৰাই পোনপটীয়াকৈ হৰদিল সিংহৰ লগত কথা আৰম্ভ কৰিলে।

"আমাৰ সিমানলৈকে খবৰ নেথাকে নহয়, জঙ্গিৰা সিংহ। আমাক ব্যৱহাৰত আনা। কেনেকৈ ব্যৱহাৰত লগাব পাৰা তুমি নিজে বাচি-বিচাৰি উলিওৱা। যাক ক'ব লাগে কম। কামো, কৰি দিবলৈ বাধ্য হ'ব। পোষ্টবিলাক ওলায়ে আছে দেখোন। বাতৰিত দি থাকেই। এই ল'ৰায়েই সকলো জানে।" আৰু পাছত হৰদিল সিংহই নচীবক সুধিলে, "বাতৰি কাকত পঢ়া নহয়?"

"হয়।"

"তেন্তে ঠিক আছে। য'তেই তুমি নিজক উপযুক্ত বুলি ভাবা এপ্লাই কৰা। বাকীখিনি কাম আমাৰ।"

"ধন্য ধন্য চৰদাৰ চাহাব, অশেষ ধন্যবাদ! উচিত কথাই কৈ দিলে।" হৰদিত্ত সিংহ আনন্দিত হৈ পৰিল।

জঙ্গিৰা আৰু নচীবে এক আশা লৈ যাবলৈ উঠিল। তিনিও গাঁৱলৈ আহিল। মোমায়েক ভাগিনীয়েক নিমাতে আহি আছে। হৰদিত্তই ৰামপুৰাৰপৰা গাওঁ পৰ্য্যন্ত কথা চোবাই আহি থাকিল আৰু দুয়োকে উৎসাহ যোগাই আহিল।

বাতৰি কাকতত প্ৰতি মাহৰ পোন্ধৰ আৰু আঠাইশ তাৰিখে পোষ্ট খালীৰ বিজ্ঞাপন ওলায়। নচীবে বাতৰিৰ পৃষ্ঠাত চকু ফুৰাই পোষ্টবিলাকৰ ওপৰত মনোযোগ দি পঢ়ে।

যি পোষ্টেই ভাল যেন লাগে তৎক্ষণাৎ ফৰ্ম অনাই পোষ্টেল অৰ্ডাৰ কিনি এপ্লাই কৰে। এতিয়ালৈকে ইণ্টাৰভিউৰ কাৰণে কোনোঠাইৰপৰা নিমন্ত্ৰণ পোৱা নাই।

ইফালে পুষ্পিন্দৰেও সিদ্ধান্ত কৰি পেলালে যে তাই পাঞ্জাবীত এম.এ. পঢ়িব। তাই ভাবিছিল যে তাই ৰামপুৰা অকাডেমীত নামভৰ্ত্তি কৰি ল'ব। সদায় ঘৰৰ পৰা অহা-যোৱা কৰিব পাৰিব। অকাডেমীৰ ষ্টাফে যথেষ্ট মেহনত কৰি পঢ়ুৱায়। প্ৰায় সকলো বিদ্যাৰ্থীয়েই পাছ কৰি ওলাই আহে। কেইবাজনেও ভাল নম্বৰ সহ পাছ হৈছে। কোনোবা বছৰত কোনো ল'ৰা বা ছোৱালীয়ে ইউনিভাৰচিটিত পঢ়া ল'ৰা ছোৱালীৰ সমানে ফেৰ মাৰি গৈছে। এই অকাডেমী প্ৰফেচাৰ সজ্জন সিংহই বহুত দিনৰ আগতে আৰম্ভ কৰিলে। নিজৰ লগত এজন স্কুল টিচাৰো ল'লে। কিন্তু লাহে লাহে পাঞ্জাবী এম. এ. ক্লাচৰ সকলো পঢ়োৱা কাম নিজৰ ঘৰতে কৰিবলৈ আৰম্ভ কৰিলে। প্ৰো: সজ্জন সিংহই মাত্ৰ অনাৰ্চৰ ক্লাচ কিটাহে লয়। এদিন পুষ্পিন্দৰে হৰিন্দৰক লগত লৈ প্ৰো: সজ্জন সিংহৰ ওচৰলৈ গৈছিল। এক প্ৰকাৰ পকা সিদ্ধান্তই কৰি পেলালে যে অকাডেমীতে নামভৰ্ত্তি কৰিব। প্ৰো: সজ্জন সিংহই পঢ়োৱা ছাত্ৰকতো তেওঁ স্কুল টিচাৰে বৰ গাত লাগি পঢ়ুৱায়। স্কুল টিচাৰজনে নিজেও পাঞ্জাবীত বৰ ভাল নম্বৰ সহ এম.এ. কৰা লোক। ডাঙৰ কথা, পৰীক্ষাত আহিবপৰা সম্ভাব্য প্ৰশ্ন বাচি উলিওৱাত তেওঁ পাৰ্গত লোক।

কিন্তু, এদিন যেতিয়া নচীৰ আৰু পুষ্পিন্দৰ অলপ সময়ৰ কাৰণে লগ লাগিল, তেতিয়া পুষ্পিন্দৰৰ ইচ্ছা পৰিবৰ্তিত হৈ পৰিল। ৰামপুৰাতকৈ পাটিয়ালা ইউনিভাৰচিটি ভাল হ'ব। ৰামপুৰালৈ আহ-যাহ কৰিলে সকলোৰে চকু পৰিব। লগ নোপোৱাকৈওতো থাকিব নোৱাৰে। পাটিয়ালাত নামভৰ্ত্তি কৰিলে দেখা-সাক্ষাৎ কৰাৰ সুবিধা ওলায়ে থাকিব। ঘৰত পুষ্পিন্দৰে কথা আজি ক'লে, ইউনিভাৰচিটিত পঢ়াহে ভাল হ'ব। হয়তো কোনো 'পজিচন' পোৱাৰ আশা কৰিব পাৰি। আৰু ইউনিভাৰচিটিত থাকি পঢ়াৰ কথাই বেলেগ। খৰচ? খৰচলৈ কি ভয় — হৰদিত্ত সিংহৰ ঘৰত।

সেয়েহে, পুষ্পিন্দৰে হৰিন্দৰক লগত লৈ, হাতত যথেষ্ট টকা-পইছা লৈ পাটিয়ালা পাই নাম লগালেগৈ। বি.এ.ত পাঞ্জাবী ভাষাত ভাল নম্বৰ পোৱা কাৰণে সহজেই নাম ভৰ্তি কৰাব পাৰিলে।

বেঙ্কৰ প্ৰবেশনাৰী পোষ্ট ওলাল। নচীৰে তাৰ ফৰ্ম অনাই এপ্লাই কৰিলে। জলন্ধৰত ৰিটেন টেষ্ট দিলেগৈ। টেষ্ট পৰীক্ষা ভাল হ'ল। বেঙ্ক কৰ্তৃপক্ষই তেওঁক সাক্ষাৎকাৰৰ কাৰণে আমন্ত্ৰণ জনালে। ইণ্টাৰভিউও জলন্ধৰতে হ'ব লাগিছিল যদিও হেড অফিচ দিল্লী হোৱা কাৰণে চেয়াৰমেন দিল্লীত থাকে। এলেকাটোৰ ভালেমান ল'ৰাই দৰ্খাস্ত দিছিল আৰু জলন্ধৰলৈ গৈ টেষ্ট পৰীক্ষাও দি আহিলগৈ। দুই আৰু জনমানক সাক্ষাৎকাৰলৈ মতা হৈছে। তাৰে মাজত হৰদিল সিংহৰ ওচৰলৈ আহিল। হৰদিল সিংহৰ চুপাৰিছ শিলৰ ৰেখা বুলি ধৰি ল'ব পাৰি।

"চেয়াৰমেনজন হ'ল কেইজন ভদ্ৰলোক। পইছা খাতি নলয়; কিন্তু তেওঁৰ ওচৰৰ আমোলাকিজনে যে নলওঁ বুলি শপত খাই থোৱা নাই। তেওঁলোকক সন্তুষ্ট কৰিব লাগিব, ভাই। বিনা নহয় কিবা সৰকাৰ নোবাৰিলে কাম হাচিল কৰি দিব যে আশা নাই।" হৰদিল সিংহই প্ৰত্যেকৰে কাণে কাণে ক'লে। দুহেজাৰকৈ দিয়াৰ চৰ্ত কৰি থৈ আহিছো। আমোলা-কেৰাণিকিজনক দিব লাগিব। চেয়াৰমেনৰ ওচৰলৈ স্বয়ং হৰদিল সিংহই চুপাৰিচলৈ যাব। দুয়োটা একে সঙ্গে কৰিব লাগিব। চুপাৰিচো আৰু পইছাও। কাম পক্কা হৈ যাব।" হৰদিল সিংহই বাওঁহাতৰ মুঠিত সোঁহাতৰ তলুৱাৰে চাপৰ মাৰি থাকি কথাখিনি জনালে। সাতোজনলৈ বাবপৰা চৌধ্য হেজাৰ টকা তুলি তেওঁ দিল্লীলৈ গ'ল। সাতোজনৰ লিষ্ট তেওঁ চেয়াৰমেনক দিলেগৈ। বামিপুৰালৈ উলটি আহি জনালে যে তেওঁ সাতোজনৰে নাম চুপাৰিচ কৰি থৈ আহিছো। পইছাও দিয়া হৈ গৈছে। সাতোজনৰে কাম হ'ব যেন লাগিছে।

দুমাহৰ পাছত তিনিজনৰ নিযুক্তি পত্ৰ আহিল। তেওঁলোকৰ ছহেজাৰ টকা ৰাখি বাকী কিজনৰ দুহেজাৰকৈ লোৱা টকা ঘূৰাই দিলে। ক'লে বোলে কাম নোপোৱা কিজনৰ পইছা তেওঁ দিল্লীলৈ গৈ ঘূৰাই আনিলেগৈ। কাম নহ'ল যেতিয়া ভাই, পইছা প্ৰাপ্ত কেনেকৈ?

নচীবৰ নিযুক্তি হ'ল কলিকতাত।

গাঁৱৰ সকলোৱে গাঁৱৰ বাহিৰে ঘৰলৈকে হৰদিল সিংহৰ গুণগান গোৱাত ব্যস্ত হৈ পৰিল। হৰদিল সিংহৰ সম্পূৰ্ণ কৃতজ্ঞ হৈ পৰিল। আচল ভিতৰৰ কথাটো হ'ল এইটো যে হৰদিল সিংহ দিল্লীৰ কোনো চেয়াৰমেনৰ ওচৰলৈ যোৱা কথা বাদেই, তেওঁ কাকো পইছাও দিয়া নাছিল। আচল কথা তিনিওটা ল'ৰাই নিজৰ যোগ্যতাৰ বলত নিযুক্তি লাভ কৰিলে। পৰ্দাৰ আঁৰত ছহেজাৰ টকা হজম হৈ গ'ল। নচীৱ পুষ্পিন্দৰৰ পৰা বহুত আঁতৰি গুছি গ'ল। প্ৰতি সপ্তাহে হজমে সিজনলৈ চিঠি দিয়ে — দীঘলীয়া চিঠি। লেফেফা ভৰি পৰে। তথাপি দুয়োৰে মন ভৰি নুঠে। পুষ্পিন্দৰে সোমবাৰে চিঠি লিখে নচীবে বৃহস্পতিবাৰে তাৰ উত্তৰ দিয়ে। পুষ্পিন্দৰৰ বুধ বা বৃহস্পতিবাৰে লিখা চিঠি কলিকতা পায়হি শনিবাৰে বা সোমবাৰে। এক অভাৱনীয় শৃঙ্খলা। পত্ৰৰ সংসাৰখনৰ মাজত পত্ৰৰ মাজেদি জী আছে দুয়ো ব্যক্তি।

এখন চিঠিত পুষ্পিন্দৰে লিখিলে যে এইবাৰ যেতিয়া তাই ঘৰলৈ গৈছিল, দুজন ল'ৰা তেওঁলোকৰ ঘৰলৈ আহিছিল। দুয়ো তাইক খুব মনোযোগেৰে চালে। সেইদিনা ঘৰত দেউতাকো আছিল। মাকে চাহ কৰি এখন ট্ৰেত দুটা গিলাচ তাইৰ হাতত দি পঠালে, বহা কোঠালৈ। পাছত হৰিন্দৰৰ মুখতহে তাই গ'ম পালে ভগতেৰপৰা অহা এটা ল'ৰা, তাইক চাবলৈ আহিছিল। পাছত তাই মাকৰ লগত কাজিয়া কৰিছিল যে তাইক নোসোধাকৈ ঘৰলৈ কিয় মানুহ মাতি আনিছিল? আৰু তাই কৈ দিছে এম.এ.ত নাম লগালে যেতিয়া এম.এ. সম্পূৰ্ণ নকৰা পৰ্যন্ত বিয়াৰ প্ৰশ্ন কিয় উঠোৱা হৈছে?

পুষ্পিন্দৰে আকৌ লিখিছে—"বুজিছা নচীব, মা-দেউতাই মোৰ বিয়া নপতাকৈ নেৰিব যেন দেখিছো। এম. এ. পঢ়োৱাটো এটা চেলুহে। মা-দেউতাৰ মোৰ এম. এ. পাছ কৰা বা নকৰাত কোনো লেন-দেন নাই। মোৰ সন্দেহ যে মা-দেউতাহঁতৰ পছন্দৰ ল'ৰা এটা পালেই মোক বিয়া দি দিব। মাই যেন মোৰ ওপৰত প্ৰতিশোধ ল'ব খুজিছে। নহ'লেনো, মইতো বুঢ়ী হৈ যোৱা নাই। এতিয়াই বিয়া দিয়াৰ কি দৰ্কাৰ আছিল?"

আৰু সেই চিঠিখনৰ অন্তত পুষ্পিন্দৰে আকৌ লিখিছে—এতিয়া আমি নিজৰ সময়-সুবিধাৰ কথা চিন্তা কৰিবৰ হ'ল। তোমাৰ চাকৰি হোৱাৰ চিন্তা আছিল, হৈ গ'ল। এতিয়া নিজৰ ভৰিত থিয় দিবপৰা হ'লা, চৰ্ত্ত পূৰা হ'ল। পুষ্পিন্দৰে আকৌ লিখিছে যে এই বিষয়ে ঘৰত কথা পতাটো নিৰৰ্থক। তেওঁলোকে এতিয়াও মানিব যে আশা নাই। গতিকে, বাহিৰে বাহিৰে ক'ৰবাত, কাৰোবাৰ ঘৰত, গুৰুদ্বাৰত 'আনন্দ-কাৰজ' (মিলন যজ্ঞ) কৰি পেলোৱা যাওক, কি কোৱা?

নচীবৰপৰা চিঠিৰ উত্তৰ আহিল। লিখিছে—পুষ্পিন্দৰে ঠিক চিন্তাই কৰিছে। এতিয়া সময় ওচৰ চাপিছে। সঁচা, যেতিয়া মাকে-বাপেকে যি এবাৰ ছোৱালী দেখুওৱাবলৈ আৰম্ভ কৰিলে, কথা পকা নকৰাকৈ নেথাকে। ক'ৰবাৰ নহয় ক'ৰবাৰ ল'ৰা ঠিক কৰিবই। নচীবে বুকু ডাঠ কৰি লিখিছে—ঘৰত সুধা-পোছা কৰাৰ কি দৰ্কাৰ। তেওঁ কোনোবা দিনা পাটিয়ালালৈ আহি যাব। তাতে গুৰুদ্বাৰত 'আনন্দ কাৰজ' কৰি পেলাবহি। কিন্তু চিঠিৰ অন্তত এটা কথা লিখিলে যে এইটো তেওঁৰ প্ৰবেশ্যন পিৰিয়ড্। ছমাহৰ মূৰত চাকৰি স্থায়ী হ'ব। স্থায়ী হ'লে বদলিও হ'ব লাগিব। কি ঠিকনা হয়তো পাঞ্জাবলৈকে আহি যদি বিয়াখন পাতি পেলাব পৰা যায় তেন্তে সুবিধাই হ'ব।

পুষ্পিন্দৰে এখন চিঠি আকৌ লিখিলে। ক'লে, নিগাজীহে লোৱা কথাটো অৱশ্যে ঠিকেই। ছমাহ পূৰা হ'বলৈ আৰু আছেনো কিমান দিন? ইয়াৰপৰা যোৱা তিনিমাহ হৈয়ে গ'ল। পাঞ্জাবলৈ বদলি হৈ আহিব খোজাৰ কথাটো অনৰ্থক। লাভ কি পাঞ্জাবলৈ আহি? কলিকতাই ঠিক। সিহঁতে মৌজ কৰি থাকিব পাৰিব। তাত কোনেও আমনি নকৰিব। তেওঁ যেতিয়াই মাতে গাড়ীত উঠি তাই কলিকতালৈ গুছি যাব, তেওঁৰ ওচৰলৈ, তেওঁৰ দুবাহুৰ মাজলৈ।

## ২১

ভগতেৰপৰা অহাজন ল'ৰা দয়ালোৰ পছন্দ নহ'ল। চেহেৰাটো কিবা মৰা-মুৱা। বিশেষ ওখ-পাখও নহয়। তেওঁৰ নিজৰ পুষ্পিন্দৰজনীতো সুন্দৰ দেহাৰে ওখ-পাখ চকুত লগা ছোৱালী। খোজত ধৰণী কঁপি যোৱা যেন লাগে। এনে মৰামুৱা ল'ৰালৈ ছোৱালীজনী

দি তাইক পানীত ডুবাই মৰাৰ দৰেহে হ'ব। দয়ালোৱে ভাবে, পুষ্পিন্দৰৰ কাৰণে আটিল শকত-আৱত, ওথ-পাখ ল'ৰাহে লাগে। তেহে যোৰ হ'ব। হালেই যোৰপাতি যাওঁতে চাই ভাল লাগিব লাগে। তাৰোপৰি তেওঁৰ ঘৰত কিহৰ অভাৱ? তেওঁলোকে জীয়েকৰ লগত কত কি বস্তু যে দিব নেলাগিব। ভগতেৱালৰ ল'ৰা হ'ব পাৰে যোল্ল শ্ৰেণীলৈকে পঢ়া। ওকালতিও পঢ়ি আছে হেনো। ইমানখিনি শিক্ষা পুষ্পিন্দৰৰ কি কামত আহিব? পঢ়ুৱৈয়ে জানিবা জীৱন জুৰি পঢ়িয়ে কটালে,—ছোৱালীকোতো চিনি পাব লাগিব নহয়। তাইৰ কথামতেও চলিব লাগিব! দয়ালোৱে মনে মনে ভাবি হাঁহে—পিন্দৰৰ দেউতাকে ভগতেৱালেৰ এনে মনমৰা, আংমৰা ল'ৰাটো কি পছন্দ কৰি ঘৰলৈ মাতি আনিলে বাৰু! দয়ালোৱে হাঁহি মাৰি ভাবে-বাপেকৰ চাগৈ এয়ে ইচ্ছা আছিল জোঁৱাই ল'ৰা উকীল হ'ব; দুনিয়াখনক লুটি খাব। কৈছে বোলে মাটিও ওঠৰ বিঘা পৰিব ল'ৰাৰ ভাগত। যেন মূৰৰ জপৰা চুলিকোছাহে। জপৰা চুলি সদৃশ মাটিও, কোনে কি ফলাব পাৰে? যদি ল'ৰাটো জটাডালৰ দৰে শুকান! তেওঁ ভাবে—না বাবা, মইতো মোৰ ছোৱালীৰ কাৰণে জোখৰ ল'ৰাহে বিচাৰিম।

হৰদিত্ত সিংহই আৰু এটা ল'ৰাৰ খবৰ পালে। ল'ৰাৰ বয়স বাইশ-তেইশ বছৰ মান হ'ব। বি.এচ.চি. পাছ আৰু এফ.চি. আই.ত ইন্সপেক্টৰ হৈ সোমাইছে, ছমাহ মানহে হৈছে। দহ বিঘামান মাটিহে ভাগত পৰিছে। ভাই ককাই পাঁচোটা, কেউজন একেলগে আছে। দেউতাক নাই। পঞ্চাচ বিঘা মাটিৰে গাঁৱৰ মাজত জাকত-জিলিকা এঘৰ মানুহ। ল'ৰা ধুনীয়া। ওখই-পাখই, গা-গাইয়ে চকুত লগা। হৰদিত্তৰ পূৰা বিশ্বাস হ'ল যে এইবাৰ দয়ালোৱ নিশ্চয় পছন্দ হ'ব। বিপৰীতে, ল'ৰাইহে ছোৱালী পছন্দ কৰে বা নকৰে সন্দেহ। এইটো ল'ৰা আছিল মহমাচৰকাৰীৰ। 'গোণে আনা' বজাৰৰ ওচৰৰ এখন গাওঁ মহমাচৰকাৰী। ল'ৰাৰ ভাগতপৰা মাটি যদিও কম—মাত্ৰ দহ বিঘা—হৰদিত্ত সিংহৰ নিজৰ মাটি দেখোন পঞ্চাচ বিঘা আছেই। চিলিং আইনত যোৱালৈ ভয় কৰি তেওঁ আৰু মাটি কিনা বাদ দিলে। ত্ৰিশ বিঘা বন্ধকত লোৱা মাটিও আছে। আশী বিঘা তেওঁৰ কাৰণে যথেষ্ট। বন্ধকত লোৱাও আৰু দৰকাৰ নাই। এতিয়া তেওঁ বেঙ্কত টকা জমা ৰাখিছে আৰু স্কীম তৈয়াৰ কৰাত ব্যস্ত। তেওঁৰ নিজৰে ইমান মাটি-বাৰী, সা-সম্পত্তি থাকোঁতে দহ বিঘা থকা ল'ৰাটো বিচাৰি উলিয়ালে কিয়? ইয়াৰ একমাত্ৰ কাৰণ ল'ৰা এফ.চি. আই.ত আছে। এইটো মহকুমাততো পইছাৰ ক্ষেত্ৰত গাখীৰতে ম'হৰ খুঁটি।

হৰদিত্ত সিংহই জানে যে ৰামপুৰা ফুল ষ্টেশ্যনৰপৰা যেতিয়া এফ.চি.আই.ৰ লোকসকলে ঘেহুঁৰ বস্তাবিলাক মালগাড়ীত তোলাই দিয়ে, তেতিয়া কোনো এবাৰতে তিনিশ বস্তা নোতোলাকৈ থৈ দিয়ে। এই তিনিশ বস্তা এফ.চি.আই. ইন্সেপেক্টৰকে মুখ্য কৰি কেৰাণী-মহৰি, ৰেলৱে কৰ্মচাৰী, নগৰৰ পুলিচ অধিকাৰী আদি, নেজানো কোনে কেনেকৈ ভাগ কৰি পেট পূৰায়। সেইটোতো বাদেই এফ.চি. আই.ৰ একোজন চাপৰাচীও

যে ইমান ধনী হ'ব পাৰে কোনে বিশ্বাস কৰিব? পকা ঘৰ, ঘৈণীয়েকৰ হাতত, ডিঙিত সোণৰ অলংকাৰ, বেংকত অজস্ৰ টকা। নিজৰ দশম শ্ৰেণীলৈকে পঢ়া এই ৰাঙলী কন্যাঘৰীয়াৰ পৰা মটৰচাইকেল দাবী কৰে। গুদামৰ পৰা বস্তা বোজাই কৰা গাড়ী স্টেশনৰ ফালে লৈ আনাজপাতিহে গুছি যায়। মাটিত বাগৰি এপোৰা আহেৰ দানাৰ কাৰণে টনা-আজোৰা কৰা প্ৰদেশখনৰ দুখীয়া জনসাধাৰণক এনেদৰে দিনটো জোৰা লাঠি-চাৰ্জ চলি থাকে।

হৰদিত্ত সিংহই ভাবিলে — এফ.চি.আই. ইন্সপেক্টৰ-লৰাই দুই-এবছৰৰ ভিতৰতে নোটেৰে গাদী কৰি বহিব পাৰিব। তেওঁৰ মানত মাটি কি বস্তু?

চিঠি লিখি পুষ্পিন্দৰক পাটিয়ালাৰ পৰা মাতি পঠোৱা হ'ল। মাত্ৰ ইমানকে লিখা হ'ল যে শনিবাৰে ঘৰ পাবহি লাগিব। বিশেষ দৰ্কাৰ আছে। দেওবাৰে থাকি সোমবাৰে পুৱা আকৌ গুছি যাব। মতাৰ কাৰণ উল্লেখ কৰা হোৱা নাই। মাক-দেউতাকৰ হুকুম মানি বেচেৰীয়ে শনিবাৰে আন দিনৰ দৰে গধূলি পৰত গাঁৱ পালেহি। দুই বজাত পাটিয়ালাৰ বাছত উঠিল। বাৰনালা পাই তাৰ পৰা সলামংপুৰা হৈ ভাইৰূপা পাই গাঁও ওলালহি। লগত বেগটোও নানিলে, মাত্ৰ হাতত কিতাপ এখন। তেওঁ জানিলেই যে মতাৰ কাৰণ কি হ'ব পাৰে। চেহেৰাত বেদনাৰ ভাব। আহিয়ে নাই সংশ্ৰী আকাল, নাই কুশল মঙ্গল বাতৰি, মাকক সুধিলে, "অঁ, কোৱাচোন কিয় মাতি পঠালা? মোক মাতি পঠালা কিয়?"

মাকে তাইক বুকুত সাবটি ল'লে আৰু হাঁহিলে। ক'লে, "তই বাটকুৰি বাই আহিছ। পানী দুকী এটোপা খাই ল। ক'ৰবাৰ কোনোবা এজনীৰ দৰে আহি ওলাইছহি। আৰু তোৰ লগত দেখোন বস্তু-বাহানিও একো অনা দেখা নাই, কি হ'ল? এনেকৈ ওলাইছহি যেন থিয়ে থিয়ে গুছিহে যাবি। পাগল নহবিচোন, আই অ'। বহঁচোন বাৰু।" দয়ালে দোৰে চকীখন টানি আনি ওচৰত থ'লেহি। তাই বহিল। মাকে পানী এগিলাচ আনি দিলেহি। পুষ্পিন্দৰে পানী খালে। আধা গিলাচ গিলোতেই চৰ্চৰণি খালে। যেন পানীখিনিও পেটলৈ যাব খোজা নাই।

চেস্তেম্বৰ আহ। মেলেৰীয়াৰ প্ৰকোপ বাঢ়িছে। মাকৰ সন্দেহ হ'ল। সুধিলে, "আই অ' গাটো ভালে আছে নহয়? জ্বৰ-চৰ উঠিছিল নেকি? মুখখন শুকান যেন দেখিছো কিয়?"

"হয়, জ্বৰ এটা মোৰ গাত আছেই। হাড়ৰ জ্বৰ।" পুষ্পিন্দৰে হাঁহি ক'লে।

"হায় চন্দৰী! তেনেহ'লে আগতেই ঘৰলৈ গুছি নাহিলি কিয়? চাওঁ হাতখন দে চোন। গাটো ঠাণ্ডাই পাইছো দেখোন; এই ছোৱালী।" মাকে তাইৰ চকুলৈ চালে। ক'লে, "তোৰ চকুলৈ চালে দেখোন জ্বৰ-চৰ নাই যেন লাগে।"

"তুমি এইবোৰ তাপৰ কথা কি জানিবা মা?"

"তেনেহ'লে এই তাপ গুচিব কেনেকৈ? কেতিয়া গুচিব?" মাকে ৰহস্যটো বুজি পোৱাৰ দৰে ক'লে।

"তাপ গুছিবলৈ হ'লে সকলোৰে গম পাব। জ্বৰ উঠাটোহে কোনেও গম ধৰিব নোৱাৰে।" জীয়েকে ৰহস্যটোত আৰু আউল লগাই ক'লে।

"বাৰু, চাহ খাবলৈ নাই গাখীৰ এগিলাচকে চৰুটোৰপৰা আনি দিওঁ?" মাকে কথাৰ সুৰ বদলালে।

"গাখীৰকে খাওঁ দিয়া। চাহনো কি খাম।" পুষ্পিন্দৰে ক'লে। তাৰ পাছত তাই গহীন হৈ পৰিল, যেন ভৱিষ্যতে আহিবপৰা কোনো সময়ৰ সন্মুখীন হ'বলৈ কিবা উপায় বিচৰাত লাগিল।

গাখীৰ খায়ে তাই ৰহি ৰহিয়ে এঙামুৰি দিলে আৰু সহজভাৱে মাকক সুধিলে "মা' এতিয়া কোৱাচোন মোক কিয় মাতি আনিছা?"

"কালিলৈ তোক চাবলৈ কোনোবা অহাৰ কথা আছে।" মাকে থিতাতে উত্তৰ দিলে।

পুষ্পিন্দৰে একেৰাহে মাকলৈ চাই থাকিল। নেমাতিলেও নেহাঁহিলেও। তাইৰ মস্তিষ্কত নচীবৰ ছবিটো ঘূৰি ফুৰিছিল। মনতে ক'লে—নচীবৰ বাহিৰে মোক কোনে চাবলৈ আহিব পাৰে! মাক কথাটো কৈয়ে দিওঁ নেকি? এদিন নহয় এদিন জনাজাত হৈ যাবই। কিন্তু, এতিয়াই কৈ পেলালে হিতে বিপৰীতহে হ'ব পাৰে। তাইৰ মগজুত বৰ জোৰ পৰিবলৈ ধৰিলে। তাই স্থিৰ কৰিলে যে তাই পৰিস্থিতিৰ লগত যুঁজি বিজয়ী হ'ব। এইটো অসম্ভৱ যে কোনো শক্তিয়ে তাইৰ পথত বিধি-পথালি দিব। কিন্তু তাই কালিলৈ কি কৰে, এতিয়া? এই প্ৰশ্নটো তাইৰ মগজুত ফিৰিঙতিৰ দৰে জ্বলি উঠিল। পাছ মুহূৰ্ততে তাইৰ বিবেকে কৈ উঠিল—"কোনোবাই মোক চাবলৈ আহিব, আহক। মোৰ কি ভয় খাব লগা আছে! কোনোৱেই মোক ধৰি বান্ধি তেওঁৰ লগতে পঠিয়াই নিদিয়ে নহয়।"

কোন আহিব, ক'ৰ পৰা আহিব, তাই একো নুসুধিলে।

মাকে নিজেই ক'লে, মহমাচৰকাৰীৰপৰা আহিব। চৌধ্য শ্ৰেণীলৈ পঢ়া। চাকৰী কৰে। দেখাই-শুনাই ভাল। ভাগত দহ বিঘা পৰিছে। ভাই-ককাই পাঁচোটা। বৰ ডাঙৰ পৰিয়াল।

আৰু বাহিৰৰপৰা হৰিন্দৰ আহি সোমালেহি। সি ভনীয়েকৰ লগত চুপতি মৰাত লাগিল। পুষ্পিন্দৰেও তাক খুব মৰম কৰে। তাই ভাবে ঘৰত মাত্ৰ এটাই লৰা, যাক অন্তৰেৰে তাই মৰম কৰে। মাক দেউতাক যেন আগৰ জন্মত তাইৰ কোনোবা শত্ৰু আছিল। তাই ভাবে, এতিয়াই বিয়া দিবলৈ তেওঁলোকৰ কি দৰকাৰ আছিল। বিয়া এখন পাতিব লাগে পাতিব। তাইৰ অন্তৰৰপৰা এক ঘৃণাৰ ভাব উথলি উঠিল। তাইক যেন এক বোজা বুলি ধৰি লৈছে। মাক-বাপেকবিলাকে এই বোজা থকাৰ কাৰণে ছোৱালী জন্ম হোৱাৰ পৰাই প্ৰচেষ্টা চলাই যায়। আৰু এটা দিন আছে, এই জাবৰ-জোঁথৰ সাৰি-পুছি কোটকোৰা গছৰ তলত চিৰদিনৰ কাৰণে দ'মাই থয়গৈ। পুষ্পিন্দৰে ভাবে, তাই জাবৰ নহয়, এক গছ হৈ ঘৰৰপৰা ওলাই যাব। এই গছ দুইকুলক নিয়পিব।

হৰদিত্ত সিংহ ৰামপুৰাৰপৰা আহিল। মোনা খোৰা বস্তুৰে ভৰপূৰ। পুষ্পিন্দৰক দেখি তেওঁৰ মন ভাল লাগি গ'ল। দুয়ো হাতেৰে জীয়েকৰ মূৰত হাত বুলালে আৰু ভাল-বেয়া সুধিলে। আঁতৰলৈ যোৱাৰ লগে লগে এক নাটকীয় মুদ্ৰাৰে সুধিলে, "কোনখন বাছত আহিলি, পিন্দৰ?"

"তাই অহা এঘণ্টাতকৈও বেছি সময় হ'ল।" দয়ালোৱে ক'লে।

চকীৰপৰা উঠি পুষ্পিন্দৰ পীৰাখনত বহিল আৰু আঁঠু দুটা দুয়ো বাহুৰে সাবটি ধৰি ৰ'ল। মাজে মাজে থুঁতৰিটো এটা আঁঠুত লগাই আকৌ ইটো আঁঠুৰ ওপৰত লগাই থাকিল। কেতিয়াবা চকুমুদি আকৌ মেলি জপক্জপক্ টোপনিওৱাৰ দৰে ৰ'ল।

দ্বিতীয়া দিনা বাৰ কি এক বজা মানত মহমাচৰকাৰীৰ ল'ৰাজন মটৰ চাইকেলেৰে আহি ওলালহি। লগত এজন বন্ধুও। ড্ৰইংৰূম আগতেই সজাই থোৱা আছিল। প্ৰতিপদ বস্তুকেই যথাস্থানত নিয়াৰিকৈ থোৱা হৈছিল। এই সকলো কাম হৰিন্দৰে নিজহাতেৰে কৰিছিল।

হৰদিত্ত সিংহই আগতেই কৈ আহিছিল যে তেওঁ ছোৱালীক দিব লগা সকলো বয় বস্তুৰ উপৰিও এখন ৰাজদূত মটৰ চাইকেল, ফ্ৰিজ আৰু এটা টেলিভিজন চেট দিব। চৌধ্য তোলা সোণো দিব। ল'ৰাৰ মৰ্জিমতে বিয়া পতা হ'ব। লগত লগুৱাতো থাকিবই। মীট-মদ যি বিচাৰে দিয়া হ'ব। বৰ-যাত্ৰীক বাধা দিব নেলাগে। যিমান আহে আহক। পঞ্চাচ, আশী, শ, ডেৰশ। চেহেৰাই পাতিয়ে ল'ৰা হৰদিত্তৰ পছন্দৰ। দয়ালোৰ যেন মাটিত ভৰি নপৰিবই। ল'ৰা একেবাৰে তিয়হঁৰ জালিটোৰ দৰে। চাহৰ ট্ৰেখন দি পুষ্পিন্দৰক কোঠালৈ পঠোৱা হ'ল। তাইকো নসাজ পিন্ধোৱা হ'ল। চুলি আঁচোৰা, চেহেৰা পৰিষ্কাৰ। কিন্তু চকু হালেহে লুকা-ভাকু খেলি ৰ'ল। এই জ্বলে এই নুমাই অৱস্থা যদিও পোহৰ স্পষ্ট।

তাই নিঃসঙ্কোচ মনেৰে ল'ৰাৰ সন্মুখৰ চোফাত বহিলগৈ। অকনো লাজ সঙ্কোচ নকৰাকৈ ল'ৰাৰ লগত কথা পাতিবলৈ ল'লে। প্ৰথমে ভাবিছিল যেন তাই তিতা-কেহা কথাৰে ল'ৰাক থকাসৰকা কৰিব। কিন্তু কিবা ভাবি তাই ল'ৰাৰ লগত তেনেই সাধাৰণ, সচৰাচৰ পতা কথাকে পাতিলে। মাত্ৰ এটা বিশ্বাস তেওঁতো মোক বলেৰে ধৰি লগতলৈ নেযায়!

অলপ পৰৰ পাছত পুষ্পিন্দৰ উঠিল আৰু চোতাল পাৰহৈ বাৰান্দাত উঠি বহিলগৈ। বিজুলীৰ ফেনখন চলাই দিলে। যেন এইমাত্ৰ পাতি অহা কথাবিলাক ফেনৰ বতাহত উৰুৱাই দিব খুজিছে। ফেনখন পূৰা বেগত দি দিলে।

দয়ালোৱে দুপট্টাখনেৰে হাত মুচি মুচি ড্ৰইংৰূমত সোমালহি। ল'ৰা আৰু বন্ধু নিমাত হৈ আছিল। দয়ালোৱে মৌনতা ভঙ্গ কৰি ক'লে—"বোপাহঁত এতিয়া আমাক কি কৰিবলৈ কোৱা?"

ল'ৰাৰ বন্ধুৱে উত্তৰ দিলে, "ভালেই পাইছো, দিয়ক। ছোৱালী আমাৰ পছন্দ

হৈছে। চৰুক সুধিও চাউল বহোৱাটো আমি বাঞ্ছা কৰো, আপুনি ছোৱালীৰ মতামতো সুধি-পুছি লওক।

"আমাৰ মতামতেই ছোৱালীৰ মতামত, বোপাহঁত। আমি পৰম সন্তোষ পাইছো!" হৰদিত্ত সিংহই টপৰাই ক'লে। তেৰোঁ দয়ালোৰ পিছে পিছে আহি কোঠাত প্ৰবেশ কৰিছিলহি। তাৰ পাছত তেওঁ ধৰণীক নমস্কাৰ জনাই ক'লে—"ৱাহগুৰুৰ কৃপা ভাইহঁত। হে সত্যৰ পাটচাহ..."

"বাৰু এতিয়া আমি উঠোঁহে । আপুনি আপোনাৰ সময়-সুবিধা উলিয়াই গৈ আহিবগৈ!" লগত অহা ল'ৰা গুৰু জণ্টে ক'লে আৰু দুয়ো যাবলৈ উঠিল। খন্তেকতে মটৰ চাইকেলেৰে ঘৰ্ঘৰণি তুলি দুয়ো গাঁৱৰ বাহিৰ ওলাল।

হৰিন্দৰে দৌৰ মাৰি আহি পুষ্পিন্দৰৰ কাষ পালেহি আৰু জোৰেৰেই এটা ঘোচা পুষ্পিন্দৰ গালত সোধাই দিলেহি। ক'লে "জীয়ৰী নামেৰে জী নুতুলিবা, লোকে বনে কৰা খাব!"

পুষ্পিন্দৰে হা, না একো নকলে। চকিত ভৰি মেলি বহি ছাদখনৰ ফালে চাই থাকিল। তাইৰ বা আগ্ৰহ কি? তাইৰ কাৰণে যেন একোকেই ঘটা নাই। অথবা বৰ বেয়া কিবা ঘটি গ'ল। তাইৰ দৃষ্টি গাঁৱৰপৰা বহুত দূৰত গৈ পৰিছেগৈ। এক দ্বেষৰ ভাব চকুত ভাঁহি উঠিল। তাইৰ মূৰত নচীব এডাল ত্ৰিশূলৰ দৰে প্ৰশ্ন চিহ্ন হৈ উঠিছে। বাৰে বাৰে কপাল কোঁচ খাই উঠিছে—"এতিয়া কি কৰা যায়।"

## ২২

বহুত ৰাতিলৈকে পুষ্পিন্দৰক বুজনি দিয়া হ'ল। ঘৰখনত এক উত্তেজনাময় পৰিৱেশ। পুষ্পিন্দৰে কয় যে তাই এম.এ. টো পাছ কৰি লওকচোন, বিয়ানো কি কথা? ল'ৰা তাৰ পাছতো ওলাব। হৰদিত্ত সিংহ আৰু দয়ালোৱে মত দিয়ে যে এনে এজন ল'ৰা দুনাই পোৱা নাযাব। ঘৰ-পৰিয়াল উচ্চ খাপৰ। এম.এ. পাছ কৰিনো তাই কি চাকৰি-বাকৰি কৰিব? আকৌ এনে এঘৰ মানুহ পাব জানো? তাই এতিয়া মাজতে পঢ়া বাদ দি ঘৰলৈ আহক, যিহেতু বিয়াৰ আয়োজন কৰা হৈছে।

পুষ্পিন্দৰৰ বিষত যেন মূৰটো ফাটি যাব। শৰীৰত অলপীয়াকৈ জ্বৰেই উঠিছে। তাইৰ মনত এনেহে লাগিছে যেন বিলাপ কৰি কান্দি-কাতি ঘৰৰ বাহিৰ হৈ ওলাই যাব। আৰু আন এপাট অস্ত্ৰও নিক্ষেপ কৰিছে যে তাই এফ.চি.আই.ৰ দৰে এক ভ্ৰষ্ট বিভাগ এটাত কাম কৰা ল'ৰাৰ লগত বিয়া নোসোমায়। তাই ক'লে, "তেওঁ যিকোনো মুহূৰ্ততে ধৰা পৰাৰ সম্ভাৱনা...আৰু কামৰপৰা 'ডিচ্-মিচ' হ'বও পাৰে। যি ঘৰলৈ ভ্ৰষ্টাচাৰৰ টকা

আছে তাতো বহি থাকিব নোৱাৰিম। উপাৰ্জন লাগিলে কমেই হওক, হ'ক উপাৰ্জন হোৱা উচিত।"

হৰদিত্ত সিংহই খিলখিলাই হাঁহি দিলে। ক'লে, "শুনা, শুনাহে ৰাণী জীয়েৰৰ কথা। এই আধাপাগলী নহয় কোন? আজিৰ যুগত হকত থাকি টকা ঘটাজন লেখত নপৰে। হকেই হওক বা বিহকেই হওক লাগিলে, মানুহক টকা লাগে। যৰ পৰাই নানক তই মোক কচোন বাৰু এনে কোনো বিভাগ আছেনে, য'ত ঘোচ নলয়? বেইমানী নথকা বিভাগ কোনটো?" আকৌ তেওঁ হাঁহিলে— "মোৰ ছোৱালীয়ে কথা ক'ব জানেহে খুলিছো দেই।

"যিহকে নকওক লাগে, মই এতিয়া বিয়াৰ পাকত নোসোমাওঁ, বচ। এইটো ল'ৰাৰ লগত কথাই নেপাতিবা।" পুষ্পিন্দৰে সাহস হেৰুৱাই পেলাইছিল নে নাই সাহ কৰিছে কেছিল কোনেও তত্ ধৰিব নোৱাৰিলে। মাক-বাপেকে ভাবি ল'লে ছোৱালীজনীয়ে পঢ়া এৰিব খোজা নাই। টানি ধৰিলে পাটিয়ালাৰপৰা নিজেই লাগেজপাতি লৈ আহিবগৈ।

"আৰু, তোক ঘৰত বহুৱাই ৰাখিম বুলি ভাবিছ হ'বলা! বহু পৰ ধৰি কুকুৰৰ দৰে ভুকি আছ। এটা কথাত আগবাঢ়ি নোৱাৰেই।" দয়ালোৱে শেষ, কথা কৈ দিলে আৰু শুই থাকিবলৈ ক'লে।

মোলান মুখেৰে পাঁচদিনা পুৱাই পুষ্পিন্দৰ প্ৰথমখন বাছতে পাটিয়ালালৈ গুচি গ'ল। যাবৰ সময়ত তাই পইছাও নিবিচাৰিলে। অৱশ্যে তাইৰ হাতত আগৰেপৰা ভালেখিনি পইছা আছিল।

পাটিয়ালা ইউনিভাৰচিটি কেম্পৰে বেঙ্কত তাইৰ এটা একাউণ্ট আছিল। তাইৰ পইছা তাতে জমা আছিল। যেতিয়া যিমান লাগে উলিয়ায় লয়।

পাটিয়ালালৈ আহি তাই নচীবলৈ চিঠি লিখিলে। লিখিলে যে মহমাচৰকাৰীত তাইৰ কাৰণে এটা ল'ৰা ঠিক কৰিছে। সকলো কথা পকা হৈ গৈছে। ল'ৰাৰো হেনো পছন্দ হৈছে আৰু ল'ৰাও তাইৰ মাক-বাপেকৰ পছন্দ হৈছে। ঘৰৰ সকলোৱে তাইৰ পঢ়াটো মাজ ভোখৰতে এৰুওৱাৰ কাৰণে জোৰ দিছে। জোৰ দিয়াই নহয় এৰুৱাবই। তাৰ পাছত পুষ্পিন্দৰে লিখিলে যদি অলপমানো ত্ৰুটি তেওঁৰদ্বাৰা কৰা যায় তেন্তে আৰু সময় হাতত নেথাকিব। নচীবে ছুটী লৈ অতি সোনকালে পাটিয়ালালৈ আহিব লাগে। তাইক তাৰপৰা লৈ যাবহি লাগে। কলিকতা পাইহে ভৱিষ্যতৰ কাৰ্যসূচী তৈয়াৰ কৰা হ'ব।

নচীবৰ চিঠিখন পঢ়াৰ পাছত হাত-ভৰি কুলি উঠা যেন লাগিল। তাৰো কেইবাদিনো ধৰি নচীবিৰ চিঠিৰ উত্তৰলৈ বাট চালে। মৰম ভৰা অপেক্ষা। তেওঁ যে কিমান সুন্দৰকৈ চিঠি লিখে। চিঠিখন পঢ়িয়ে ভাল লাগে। চিঠি পাবলৈ বাটচাই থকাটো চিন্তকেও বেছি ভাল লাগে। আনন্দৰ এক অজ্ঞাত অৱস্থাত ঘূৰি ফুৰে তেওঁ। বেঙ্কৰ

কাগজে-পত্ৰও তেওঁৰ পুষ্পিন্দৰৰ চিঠিৰ দৰেই লাগে, যেন কাগজবিলাকতো প্ৰাণ আছে। ধৰ্ফৰাই থাকি কাগজে কথা পাতে। তেওঁৰ কোনো লগৰ কৰ্মচাৰীয়ে তেওঁক মাত দিলে, তেওঁৰ গলাত সগৰ্ৱ গৰগৰিয়া শব্দ শুনায়। যেন মাতটো কোনো নাদৰ তলৰ পৰাহে আহিছে। নিজৰ মাতটো গুঞ্জৰিত হৈ উঠা যেন অনুভৱ কৰে সেইটোৱে কেনে আত্মোৎসাহী অৱস্থা। কাৰোবাৰ চিঠিলৈ প্ৰতীক্ষা কৰি থকাতো। চিঠি পঢ়াৰ অন্তত মাদকতাৰ সোঁত উঠি বুকি যায় আৰু অনুভৱ হয় যে সংসাৰত তেওঁৰ কোনো আপোনজন আছে।

কিন্তু এইখন চিঠি তেওঁ পঢ়ি অনুভৱ কৰিলে যে যেন কোনোবাই তেওঁৰ মূৰত হাতুৰীৰে মাৰিলে। তেওঁৰ মূৰ ঘূৰাই গ'ল। তেওঁ উদ্বিগ্ন হৈ উঠিল, কেতিয়া পলাই উৰা মাৰি প্ৰাতিয়ালা পাবগৈ আৰু নিজৰ পুষ্পিন্দৰক ডেউকাৰ মাজত সুমুৱাই লৈ আহি কলিকতা পোৱাবহি।

এতিয়াতো তেওঁৰ প্ৰবেশ্যন পিৰিয়ডহে চলি আছে। চাকৰি অস্থায়ী হৈয়ে আছে। কেইদিন ছুটী পোৱাও নেযাব। তেওঁ ভাবিলে, ইমান দিনতো নেলাগে। পাটিয়ালালৈ যাব লাগে, যচ পুষ্পিন্দৰক লৈ আহিবগৈ লাগে। অহা আৰু যোৱাহে হ'ব। তেওঁ চাৰি দিনৰ ছুটী ল'লে। দেওবাৰৰ দিনটো মাজত আছে আৰু এদিন বেঙ্কৰ ছুটীও আছে। ইমান দিনত মানুহে বহুত কিবা কিবি কৰি ঘূৰি আহিব পাৰে। তেওঁ সেই দিনাই এখন গাড়ীত উঠিল। তৃতীয় দিনা পাটিয়ালা পালেহি। চিধা ইউনিভাৰচিটি পালেগৈ। হোষ্টেললৈ গৈ পুষ্পিন্দৰক বিচাৰিলে। তেওঁৰ কোঠাত তলা লগোৱা। লগৰ ছোৱালীক সুধি গম পালে যে পুষ্পিন্দৰক ভায়েকে আহি লৈ গৈছে। কেতিয়া মানে ঘূৰি আহিব কৈ থৈ যোৱা নাই। বোধকৰো দুই তিনি দিন মানতে আহিব পাৰে। নচীবৰ হুমুনিয়াহ ওলাই আহিল। সহপাঠী কিগৰাকীয়ে তেওঁৰ চেহেৰাৰ প্ৰতি মন কৰিলে। কোন তেওঁ ক'ৰপৰা আহিছে কোনেও নসুধিলে। বিফল মনোৰথেৰে তেওঁ ইউনিভাৰচিটি কেম্পাচৰপৰা বাহিৰ ওলাল আৰু গেটৰ কাষৰ প্ৰথম চাহৰ দোকানৰ বেঞ্চত বহি নপৰালে যোৱা কোনো বাছলৈ বাট-চাই ৰ'ল। বাছ আহে, নৰয়, গুচি যায়। নচীবে ভাবিবলৈ ধৰিলে যে তেওঁৰ নচীবটোৰ মাজত পুষ্পিন্দৰ আজি ক'ত? সময়ে তালৈ বাট চাই নৰয়। এইদৰে তাৰ জীৱনৰ বাছখনো নৰৈ গুচি যাব আৰু সি অনৰ্থক বাট চাই ৰৈ থাকিব। কিন্তু এইটো হ'ব নোৱাৰে। তেওঁৰ মনে সাক্ষী দিলে — তেওঁৰ পুষ্পিন্দৰ যেতিয়া তেওঁৰ লগত আছে তেন্তে সময়ো লগতে থাকিব, কালো তেওঁৰ লগত থাকিব। তেওঁৰ বিশ্বাস তেওঁৰ লগত আছে। জীৱনো তেওঁৰ প্ৰতি আজ্ঞাবাহক প্ৰমাণিত হ'ব। এক দৃঢ় বিশ্বাস মনত লৈ জীৱন-পথত তাৰ কাৰণে নিৰ্ভয়ে, অবিচলিত ভাবে আগবঢ়া দৰ্কাৰ।

এখন বাছ ইউনিভাৰচিটিৰ বাছষ্টপত ৰ'লহি। তেওঁ তাত উঠিলগৈ। খড়ালৈ চালে বোধ কৰো বাৰনালালৈ চিধা যোৱা বাছ পাবনে নেপায়। আৰু তেওঁ যিকোনো

প্ৰকাৰে গাওঁ পোৱাৰ কথা ভাবিলে। আজিয়ে চুবুৰী পাবগৈ লাগিব, লাগিলে যিমান ৰাতি নহওক লাগে।

পাটিয়ালা বাছ আস্থানত বাছ যাবলৈ সাজু হৈয়ে আছিল। তেওঁ সংগুৰলৈকে যাব লাগে। বহিলগৈ। সংগুৰুৰ পাই বাৰনালাৰ বাছ লগে লগে পালে। ভাবিলে, চলাৱৎ পুৰাতো পালেগৈ হয়। তালৈ গৈ কিজানি বাছ পোৱা যাব, নহ'লে আন কিবা উপায় হয়তো ওলাব। সলাৱাৎপুৰা বাছ ষ্টেণ্ডত বহি তেওঁ ট্ৰাক, ট্ৰেক্টৰ-ট্ৰলী অথবা টেম্পো পায়নেকি বাটচাই থাকিল। কোনোখন বাছেই নেযায়। ইফালে সিফালে যোৱা শেষৰ বাছকিখনো গ'লগৈ। তথাপিও তেওঁ কিবা এখন পোৱাৰ আশাত ৰ'ল, কিবা ৰূপে ভাইৰূপা পালেগৈয়ে হয়। তেওঁ ইমান দূৰ ৰাস্তা বাটকুৰি বালে। এতিয়া ভাইৰূপাৰ ওচৰ চাপিলহি। ইয়াৰপৰা খোজ কাঢ়িয়ে ভাইৰূপালৈ যাব আৰু তাৰ আগত খড়কসিং চুবুৰী। তেওঁৰ ভৰি তলুৱাত যেন জুই জ্বলি উঠিল। ভাবিলে সোনকালে গৈ নিজৰ পুষ্পিন্দৰজনীৰ মুখখন চাবগৈ। বেচেৰীৰ বা অৱস্থা কেনেকুৱা হৈ পৰিছে কোনে জানে। বলিশালততো সোমালেই, যদি বলি হৈ যায় তেন্তে তেওঁৰ জীৱনৰ কাৰণে এইখন সংসাৰত আৰু থাকিবগৈ কিটো? তেওঁ নিজেও উপযাচি বলি হ'বগৈ লাগিব। নচীবে পকা নিশ্চয় কৰি ল'লে যে তেওঁ পুষ্পিন্দৰক বলি হ'বলৈ নিদিয়ে। তেওঁলোকৰ ভগৱান বিক্ৰীযোৱা নাই। অন্ততঃ তেওঁলোকৰো এক মনোৰথ আছে। তেওঁলোকো এইখন সমাজৰে অংশীদাৰ। এই সমাজখনৰপৰা কিবা এটা পাবলৈ বিচাৰিছে, সমাজখনত কিবা হৈ দেখুৱাব খুজিছে। তেওঁলোকৰ ভাল পোৱাৰ সন্মুখত হৰদিত্ত সিংহৰ মাটি-সম্পত্তিয়ে কি বাধা দি ৰাখিব পাৰিব? জাত-পাত আজিৰ যুগত কি বস্তু? এইবোৰ পুৰণিকলীয়া কথা। এতিয়া জাত-পাতৰ কথা কোনেও নোসোধে। সময় কিমান আগবাঢ়ি আহিছে। মানুহ গৈ চন্দ্ৰ পৃষ্ঠ পাইছেগৈ। পুৰণি ভ্ৰান্ত ধাৰণা অন্ত হৈ আহিছে। ভ্ৰমত বিশ্বাস কৰাই বাগৰ সলাইছে।

শেষত নিৰাশ হৈ তেওঁ খোজকাঢ়ি যাবলৈকে সাজু হ'ল। দোকানত একাপ চোকাকৈ চাহ কৰাই পি ল'লে। ঘড়ীলৈ চাই অনুমান কৰি তেওঁ যদি খৰখোজেৰে যায় তেন্তে খড়ক সিং চুবুৰী পাওঁতে তিনিঘণ্টা সময় লাগিব। এখন ট্ৰেক্টৰ ট্ৰলী ঈশ্বৰৰ কৃপাত ক'ৰবাৰপৰা আহি ওলালহি। বাৰনালাৰ ফালৰ পৰাই আহিছিল। ট্ৰেক্টৰখন ভাইৰূপাৰ ফালে গৈছে। আস্থানলৈ আহি ট্ৰেক্টৰখন বন্ধ কৰি দিলে। পৰিষ্কাৰ হৈ পৰিল যে ট্ৰেক্টৰখন সেই ফালেই যোৱাটো নিশ্চিত। ট্ৰলীখনত দহ-বাৰ গৰাকীমান মহিলা আৰু চাৰি-পাঁচজনমান পুৰুষ। ট্ৰলীৰপৰা নামি সকলোৱে পাইপৰ টেপখুলি পানী খালে। কৰবাৰ দূৰৰপৰা অহাযেন লাগিছে। নচীবে এজন লোকৰ ওচৰলৈ গৈ সুধিলে যে ক'লৈ যাব। তেওঁ ক'লে, "মকাণ (চোগ) ৰপৰা আহিলোঁগৈ চাহাব। চেলবৰাহলৈ যাব লাগে। এতিয়া পামগৈয়ে। নেজানো কিমান বাট আহিলো। সময় হ'লেই, চাইলোৱা।"

"কলৈ গৈছিল, মকাণলৈ?" কথাপতাৰ চলেৰে নচীবে সুধিলে।

"অলকড়েলৈ গৈছিলো, বোপাই। ল'ৰাটো ঢুকাল। গজগজীয়া ডেকা ছফুট ওখ। আমাৰ জী নাতি আছিল। বাৰু তেওঁ যি কৰে!" আৰু বুঢ়াই সুধিলে, "বোপাই তুমি কোন? ঘৰ ক'ত?"

মই দেউতা যাব লাগে খড়ক সিংহ চুবুৰীলৈ। বাছ-চাছ একো নেপালোহি। এইফালৰপৰা ট্ৰাক এখনো যোৱা দেখা পোৱা নাই।"

"তেনেহ'লে কি কথানো ভাবিবলৈ আছে। আমি চুবুৰীহেহে যামগৈ। আমাৰ লগতে ৰহি লোৱা।"

খড়ক সিং চুবুৰী পাই তেওঁ মোমায়েকৰ দুৱাৰ খট্‌খটালেগৈ। ভাল আন্ধাৰেই হৈ পৰিছিল। ৰুটি খাই তেওঁলোক বিচনাত পৰিছিলগৈ। নচীবক অহা দেখি ঘৰৰ সকলো বিজুলী বাটি জ্বলি উঠিল। প্ৰশ্নোত্তৰ চলিল। নিস্তব্ধতা ভঙ্গ কৰি পৰিৱেশটো আনন্দমুখৰ হৈ উঠিল। নতুন কৈ চৌকা জ্বলাই মামীয়েকে ৰুটি সেকাত লাগিল আৰু ৰাহি হৈ থকা ডাইলখিনি গৰম কৰি থালত আনি দিলেহি। তেওঁ ৰুটি খোৱাত লাগিল। মামাক-মামীয়েক ওচৰতে বহিল। তেওঁলোকে তেওঁক সৰুসুৰা কথাবিলাক সুধি থাকিল। মামীয়েকে কথা সুধিলে তেওঁ গৰাহটো গিলি উত্তৰ দিয়ে। হাতত থকা গৰাহ হাততে লৈ থাকে। মামাকে কিবা সুধিলে তাৰো উত্তৰ দি যায়। পানীৰ ঢোকা মৰা, গৰাহটো মুখত ভৰোৱা আৰু মামা-মামীয়েকৰ সন্তোষ যে ইমান দূৰৰপৰা তেওঁলোকৰ খা-খবৰ ল'বলৈকে বাটকুৰি বাই আহিছে। সকলোতকৈ আনন্দৰ কথা এইটো যে পাছ কৰি বেঙ্কত ভাল চাকৰিত সোমাইছে আৰু টকা ঘটিছে। এক ভিতৰুৱা সন্তোষ আৰু এটা যে তেওঁলোক নিঃসন্তান যেতিয়া নচীবৰ বিয়াখন খুব ধুম-ধামকৈ পাতিব। নচীবৰ পৰিবাৰেই তেওঁলোকৰ বোৱাৰী হ'ব।

নচীবে ৰুটি খাই আছিল যদিও, মামাক-মামীয়েকেৰে (কথাৰ মাজত) মূল কথা পুষ্পিন্দৰৰ কিবা প্ৰসঙ্গ ওলাইনেকি, সেইফালে মন দি আছিল। তেওঁৰ কথা ওলাওক। তেওঁৰ কথা উলিওৱা নাই কিয়? কিবা পাকত ওলাবতো লাগিছিল। তেতিয়া হয়তো গম ল'ব পাৰিলেহেঁতেন। কিন্তু পুষ্পিন্দৰৰ বিষয়ে একো কথাই নোলাল।

দুই-আঢ়ৈ ঘণ্টা মানহে নচীবৰ টোপনি আহিল কিজানি—ঘপহ কৰে সাৰ পাই উঠিল। তেওঁৰ শান্তি ক'ত? তেওঁ ঘড়ীত সময় চালে। পুৱা তিনি বাজো বাজো। পোহৰ হ'বলৈ এতিয়াও বহুসময় বাকী। বাগৰ সলাই শোৱাৰ চেষ্টা কৰিলে। কিন্তু দুনাই তেওঁৰ টোপনি নাহিল। চকুদুটা মুদিয়ে পৰি থাকিল। মনতে সম্ভৱ-অসম্ভৱ আঁচনি তৈয়াৰ কৰি ৰ'ল। বেলি উঠাৰ লগে লগে পুষ্পিন্দৰক কেনেকৈ লগ পোৱা যায়? আজি তেওঁক লগপোৱা সম্ভৱ হ'বনে নহয়? যদি লগ পায়ো তেনেহলে আগৰ কাৰ্য্যসূচী কি হ'ব? দিনৰ সময়। ক'ৰবালৈ পলাই যোৱাও অসম্ভৱ। বাৰু দেখা যাওক, সিংহৰ সন্তান তেৰেঁ কিবা ৰাস্তা উলিয়াব। আচনি তৈয়াৰ কৰাত তেওঁ পাৰ্গত।

এনে কল্পনা কৰি থাকোঁতেই চাৰে চাৰি বাজিল। তেওঁ উঠিল। মুখ ধুলে। কাপোৰ পিন্ধিলে আৰু মূৰত পাগুৰীটো ভৰাই পানীৰ ঘটিটো ভৰালে। দুৱাৰ খুলি বাহিৰলৈ ওলাল। গলিয়েদি হৰদিত্ত সিংহৰ ঘৰৰ আগেদি বাহিৰৰ খেতিৰ পথাৰলৈ ওলাই গ'ল। শৌচাচাৰ কৰি মুগা বৰণীয়া মাটিৰে ঘটিটো মাঁজি আৰু লাহে লাহে খোজ দি হৰদিত্ত সিংহৰ ঘৰৰ ফালে আহি থাকিল। তেওঁ জানে যে গৰম দিনতে হওক বা জাৰৰ দিনতে, পুষ্পিন্দৰ বৈঠক খানাতে শোৱে। গৰম কালি ফেন চলাই শুই থাকে। বৈঠকখানাৰ সন্মুখ পাই ভাবিছিল হে, এনেতে গলিৰ পকা মাটিৰ ওপৰত তেওঁৰ হাতৰ পৰা ঘটিটো সৰি পৰিল। টং টং শব্দ হ'ল। বৈঠকখানাত পুষ্পিন্দৰ সাৰ পাইছিল কিজানি। তাই তৎক্ষণাৎ উঠি খিড়িকী খুলিলে। বাহিৰত নচীব থিয় হৈ আছে। তাইৰ ভ্ৰম হোৱা যেনহে লাগিল। বৈঠকত তাই অকলে আছিল। পুৱা পাঁচ বাজিছিল। কেতিয়াবাই ৰাতি পুৱালে। চাৰিওফালে হেঙুলীয়া পোহৰে আবৰি ধৰিছে। বাহিৰ ওলাই তাই লাহে লাহে লোৰ গেটখন খুলিলে আৰু বাট পালেহি। ভ্ৰম নহয়, তেওঁতো তাইৰ নচীবেই হয়—যেন কিবা সপোন এটা বাস্তৱ হৈ পৰিল।

পুষ্পিন্দৰে নচীবৰ হাতত ধৰিলে আৰু তেওঁক টানি গেটৰ ভিতৰ সুমুৱাই ভিতৰৰ বহা কোঠালৈ লৈ গ'ল। বিজুলী-বাটি নজলালে। ঘৰত এতিয়াও কোনো উঠা নাই। মাক-বাপেক বাৰান্দাত শুই আছে। হৰিন্দৰ ছাদৰ ওপৰত শুই আছে। তেওঁ তাতে শোৱে।

নচীবে ফটাফট্ তেওঁক জনালে যে কালিয়ে তেওঁ আহি পাটিয়ালা পাই ইউনিভাৰচিটি হোষ্টেলত খবৰ লৈ এইখিনি পালেহি। বহুত ৰাতিহে গাঁও পাইছেহি।

পুষ্পিন্দৰে ক'লে—"তুমি আহিলা খুব ভাল হ'ল। মোৰ চিঠি পালা নহয়?"

"আৰু? পালো কাৰণেহে আহিলো।"

"এওঁলোকে মহমাচৰকাৰীৰ ল'ৰাটোৰ লগত কথা পকা কৰি পেলালে। দেউতা নিজে বিয়াৰ দিন ল'বলৈ যাব। বচ, দুই এদিনতে। মই এতিয়া পাটিয়ালালৈ নেযাওঁ। হৰিন্দৰ যাব। মোৰ লগেজ-পাতিলৈ আহিবগৈ। পঢ়া খতম বুলি ধৰা।"

"এতিয়া?" নচীবে একো ভাবি উলিয়াব নোৱাৰিলে।

"তোমাৰ সাহস আছেতো?"

"কিহৰ?"

"মোক লৈ যোৱাৰ। আজিয়ে মোক লৈ যোৱা। কলিকতালৈ।"

"কেনেকৈ নিয়া যায়?"

"চোৱা, তুমি ৰাতি আহিছা। তেতিয়া এন্ধাৰ। গাঁৱত তুমি অহা কথা নেজানে। তুমি প্ৰথম বাছতে ৰামপুৰালৈ গুছি যোৱা। মামাৰ-মামীয়েৰক কৈ যাবা যাতে তুমি অহা কথা যাতে কাকো নকয়। তালৈ গৈ প্ৰফেচাৰ সজ্জন সিংহৰ ঘৰত বহিবাগৈ। মই কিবা বুদ্ধি উলিয়াই ৰামপুৰালৈ যাম। তাৰ পৰা দেখা যাব।

"তোমাক ঘৰৰ মানুহে ৰামপুৰালৈ যাবলৈ দিব জানো?"

"কিবা উপাই উলিয়াবতো লাগিবই। দহবজাত সেইখিনি পামগৈ, নিশ্চয়। তুমি তাতে বহি থাকিবা। বচ, এতিয়া যোৱা। মনে মনে কাঁড়পাতৰ দৰে গাঁৱৰপৰা ওলাই যোৱা। কাকো লগ নধৰিবা।"

## ২৩

মহমাচৰকাৰীৰ ল'ৰাটোৰ দেউতাক গুৰজণ্ড সিংহৰ লগত সকলো কথাৰ পকা বন্দবস্ত কৰি হৰদিত্ত সিংহই হৰিন্দৰক পুষ্পিন্দৰক লৈ আহিবলৈ পাটিয়ালালৈ পঠাইছিল। পুষ্পিন্দৰৰ উপস্থিতিত যাতে বিয়াৰ দিন লোৱা হয় সেই উদ্দেশ্য। তাইৰ ইচ্ছা অনুসৰি সকলো দিয়া যাব। তাইৰ এম.এ. পাছ কৰাৰ লগত মাক-বাপেকৰ কি লেনা-দেনা আছে? বঢ়িয়া ল'ৰাটো পাইছে।

ভাল দৰা পাবলৈহে মানুহে ছোৱালী পঢ়ুৱায়। মাক-বাপেকে ছোৱালীৰ উপাৰ্জনত বৰ্তি থাকে? আজিৰ যুগত ছোৱালীৰ শিক্ষাক এপদ অলঙ্কাৰ বুলিহে ধৰা হয়। বিয়াৰ এক যোগ্যতা। ছোৱালীক শিক্ষিতা কৰি তুলিবলৈ মাক-বাপেকে নপঢ়ায়। দৰাপক্ষয়ো ছোৱালী শিক্ষিতা হোৱাটো এই কাৰণেই বিচাৰে যে তেৱোঁ চাকৰিত সোমাই যাতে ল'ৰাৰ সমানে উপাৰ্জনশীল হ'ব পাৰে। কিন্তু হৰদিত্ত সিংহই বিচাৰি উলিওৱা ল'ৰাই ছোৱালীয়ে চাকৰি কৰাটো বাঞ্চা নকৰে। এটা লাভজনক মহকুমা। লুট কৰাৰ অনেক সুবিধা আছে। স্ত্ৰীক চাকৰিত ভৰোৱাৰ কোনো প্ৰয়োজন নাই।

পুষ্পিন্দৰে খড়ক সিংহ চুবুৰীলৈ আহি উমান পালে যে বিয়াৰ সম্পূৰ্ণ আয়োজন চলিব লাগিছে। যেন বিয়াখনৰ বাহিৰে তেওঁলোকৰ আন একো কাম কৰিবলৈ নায়েই। যেন তেওঁলোকে বিয়াখন পাতিবলৈকে উঠি-পৰি লাগি গৈছে। অথবা তাইক কেনেকৈ ঘৰৰপৰা উলিয়াই পঠিয়াই তাৰ কাৰণে দৃঢ় উদ্দেশ্য লৈ পেলাইছে। মাকে বৰ সন্তোষ মনেৰে তাইক সকলো কথা ভাঙি-পাতি ক'লে, আই অ' তই এতিয়া বস্তু-বাহানিখিনিৰ লিষ্ট এখন কৰি পেলা। তোৰ যি মন যায় লৈ ল। দেউতাৰেও তই যি বিচাৰ তাকে দিব খুজিছে। বিয়াৰ তাৰিখো তয়ে দিব লাগিব—কোনটো মাহত সুবিধা হয়। মাঘ বা ফাগুণৰ কোনোবা এটা দিন বাচি দে। সেই দুমাহত বিশেষ কাম-বনো নেথাকে। আজৰি বতৰ। সকলোটি বিয়াৰ কাম হৰিষ মনেৰে হৈ যাব। দৰা মঙ্গা কামটো এদিনৰ আগতে কৰি আহিলেও হ'ব। এতিয়া টকা এটা দি ল'ৰাক আবদ্ধ কৰিলো। ল'ৰাক আবদ্ধ কৰা দিনটোতে বিয়াৰ দিনো ল'ব লাগে। তোক এই কাৰণেহে মাতি অনা হৈছে, আইজনী। তই লিখা-পঢ়া জনা ছোৱালী, সকলো কাম তোৰ সন্মুখত, তোৰ ইচ্ছামতেই হোৱাটো কামনা কৰো।

পুষ্পিন্দৰে দেখিলে যে জোৰ পুৰি হাত পালেহি, একে আষাৰে শুনাই দিলে যে এই ল'ৰাৰ লগত মই বিয়া নোসোমাওঁ।

"তেনেহ'লে কাক বিয়া কৰাবি? এতিয়াই কৈ পেলা আইহেৰে?" মাকে খঙৰ ভমকত কৈ পেলালে।

"এইটো কথা মই সেইদিনাই কৈ দিছিলো নহয় যে সেইজন ল'ৰা মোৰ পছন্দ হোৱা নাই বুলি।"

"কিয়, কি দোষ ওলাল তাৰ গাত? হৃষ্ট-পুষ্ট বঢ়িয়া ল'ৰা। চাকৰি কৰে। পূৰা উপাৰ্জনশীল। মাটি-বাৰী আছে। যথেষ্ট জ্ঞানী ল'ৰা। ইয়াত কৈ অধিক আৰু লাগে কি? দেউতাৰেও পছন্দ কৰিছে।"

"তোমাক একেবাৰে কৈদিছো নহয়, মা!"

"তেনেহ'লে ক, কাক পছন্দ কৰিছ?"

মাক-জীয়েক অকলে আছিল। তৃতীয়জন কোনো নাছিল। কথাষাৰ কোৱাৰ আগে আগে পুষ্পিন্দৰ ঘামি গ'ল। নাকৰ আগত ঘামৰ অকণ অকণ টোপাল ওলাল। তাইৰ দেহটো যেন ভাগি-চুৰমাৰ হ'ব এতিয়া। কিন্তু তাই সাহস গোটালে। তাইৰ বিবেকে ক'লে, ইয়াৰ পাছত আৰু সুবিধা পোৱা নহ'ব কথা ক'বলৈ। এতিয়াই কৈ পেলা। যেন এখন চোকা ছুৰী কটাৰীহে খোচ মাৰি দিয়া হ'ল। তাই ক'লে, "বিয়াতো মোৰ হয় যদি নচীবৰ লগতহে হ'ব।"

"কোন নচীব?" মাকৰ যেন সংজ্ঞা হেৰাই গ'ল।

"নচীব, জঙ্গিৰাৰ ভাগিনীয়েক। কলিকতাত থাকে। বেঙ্কত চাকৰি কৰে সেই নচীব।"

দয়ালো বহা ঠাইতে জঠৰ হৈ ৰ'ল—যেন কোনোবাই মূৰত হাতুৰীৰে কোব মাৰি দিলে। যেন জিভাখনৰ আগটো কোনোবাই কেঁচিৰে কাটি পেলালে। তেওঁ নিজৰ সোঁ হাতেৰে মূৰটো খামুচি ধৰিলে। তাৰ পাছত দুবাহুৰে মূৰটো দোঁৱাই ধৰি মুখখন লুকুৱাই পেলালে। থুঁতৰি, নাক, মুখ, মূৰ সকলো। চকু দুটা মুদি দিলে। তেওঁৰ এনেহে লাগিল যেন পৃথিৱীখনত কঁপনি উঠিছে। আকাশখন ফাটি পৃথিবীত পৰেহে এতিয়া। বহুত পৰ তেনেদৰে থৰ হৈয়ে থাকিল।

পুষ্পিন্দৰেও কথাটো কৈ দি নিজৰো মুখ চিৰালটোৰ দৰে ফাট খোৱাতে ৰ'ল। তাৰ পাছত তায়ো একো নেমাতিলে—যেন শেষ কথা শুনাই ভিতৰি তত্ত্বটো উলিয়াই পেলালে। তায়ো সংজ্ঞা হেৰুওৱাৰ দৰে বহি থাকিল। দয়ালোৰ চকুৰপৰা লোতক নিগৰিল। ওঁঠ দুটাত কঁপনি উঠিল। সাহ কৰি তেওঁ বাৰান্দাৰপৰা উঠিল আৰু চোতাললৈ গৈ ফোচ কৰি নাকৰ শেঙুন পেলালগৈ। মুখৰপৰা অজানিতে 'হায় হায়' শব্দ বাহিৰ হ'ল।

খেতিৰ নলাত পানী বোৱাই দিবলৈ হৰদিত্ত সিংহ পুৱাই পথাৰলৈ গ'ল। হালোৱাজনো তেওঁৰ লগতে আছে। হৰিন্দৰ পঢ়িবলৈ গ'ল, এতিয়াও ঘূৰি অহা নাই।

বেলি লহিয়াইছেহে। মনে মনে ঢলং ঢপংকৈ থাকিয়ে দয়ালোৱে চাহ কৰিলে। জগত ভৰাই পাঁচোটামান গিলাচ লৈ জোতাযোৰ পিন্ধিলে; খৰ খোজেৰে পথাৰলৈ ওলাই গ'ল। পথাৰৰপৰা আন ল'ৰা আহিও চাহ নিব পাৰিলেহেঁতেন কিন্তু দয়ালোৱে নিজে যোৱাই উচিত বুলি ভাবিলে।

পুষ্পিন্দৰে বাৰান্দাৰপৰা উঠি বহাকোঠাৰ বিচনাত বাগৰ দিলেগৈ। মাকে তাইক চাহখোৱাৰ বিষয়ে একো নক'লে। তাইৰো চাহখোৱাৰ ইচ্ছা নাছিল।

পথাৰলৈ গৈ দয়ালোৱে সকলোকে চাহ দিলে, তাৰ পাছত হৰদিত্ত সিংহক চেচুগছ জোপাৰ তললৈ মাতি নি দুয়ো ওচৰা-ওচৰিকৈ বহি ল'লে। চকু সেমেকা। মুখৰ মাতষাৰো কষ্টেৰেহে ওলাইছে। হৰদিত্ত সিংহই ক'লে, "কথাটো পোনপটীয়াকৈ কৈ নেপেলোৱা কিয়? কিবা সাঁথৰৰ দৰে কথা কৈছা কিয়?"

"চিধা কথা এইটোৱে যে, ছোৱালী দুই চাৰি দিনৰ ভিতৰতে কিবা উপায়ে উলিয়াই দিয়ক, নহ'লে..."

"নহ'লে কি?"

"নহ'লে কথা বেয়ালৈ যাব।"

"কথা কেনেকৈ বেয়ালৈ যাব? ল'ৰাইতো মানি ল'লেই। কোন চালাই কথা বেয়ালৈ নিব পাৰে। তুমি কিবোৰ বলকিছা?"

"কথা বেয়ালৈ নিয়াব আপোনাৰ জীয়েকেহে। শুনক, চিধা শুনি লওক।"

"সেইটো কেনে কথা।" হৰদিত্ত সিংহ সচকিত হৈ বহিল যে কিবা বজ্ৰপাত পৰাৰ আগজাননী পালে আৰু তেওঁ যেন নেবাচিব।

"কৈছে বোলে—যেয়ে নহওক জঙ্গিৰাৰ ভাগিনীয়েক নচীবৰ লগতহে মোৰ বিয়া হ'ব।"

"জঙ্গিৰাৰ ভাগিনীয়েক? চালা নাপিত?" হৰদিত্তৰ সিংহৰ মূৰত যেন বজ্ৰপাত পৰিল। তেওঁৰ বুকুখন যেন চিৰাল-ফটা দিলে। তেওঁক যেন কোনোবাই গতা মাৰি হামখুৰি খুৱাই পেলাই দিলে। অলপ পৰৰ পাছত তেওঁৰ হুচ আহিল, বলকিবলৈ ধৰিলে—যেন তেওঁৰ কাষত কোনো নাই আৰু তেওঁ নিজেই নিজক কোৱাৰ দৰে কৈ গ'ল,—"চালা মোৰ ছোৱালীৰ লগত লাগিছে...এতিয়া মোৰ ছোৱালীয়ে...নীচ, ছোট জাতে সাহ পালে কেনেকৈ..." আৰু চকুদুটা জপাই ওচৰত বহি থকা দয়ালোক ক'লে, "নাপিতৰ গাত দোষ নাই—নিজৰ জীয়ৰীক কাটি দোচোৱা কৰিব লাগে। এই বেটী জাটৰ সঁচ নহয়। কেনেকৈ তুমি এই খবৰ..."

"এতিয়া জীয়েকক এৰি মোকে কাটি পেলাওক। মইহে বেয়া।" তেওঁ ফেঁকুৰিবলৈ ধৰিলে।

"এইবিলাক, চালা হ'বলৈ পালে কেনেকৈ? একো বুজি পোৱা নাই—এতিয়া কি কৰা যায়?"

"কৰিব কি?" দয়ালোৱে নিজক চম্ভালি লৈ ক'লে, "ভোলযোৰা কথাৰে ছোৱালীজনীৰ মনটো আউল লগাই পেলালে। নাপিতৰ ল'ৰাই বোলে কলিকতাত চাকৰি কৰে, তাই নিজে কৈছে। আপুনি কালিলৈ মহমালৈ যাওক। অলপ দিনৰ ভিতৰতে বিয়া পতাৰ দিনটো লৈ আহকগৈ। সন্ধিৰ বাঁহ বুদ্ধিৰে কাটিব লাগে। বিধি পথালি যাতে নহয়।" তেওঁ পুনৰ ক'লে, "আপুনি হ'লে তাইক একো জানিবলৈ নিদিব। ঘৰৰ মান-সন্মানৰো কথা আছে। মাটি নকৰিব।"

"হয়, এইটোতো..." হৰদিত্ত সিংহই মনত আগলৈ কি কৰা যায় ভাবিবলৈ ধৰিলে।

হালোৱাটোৱে আৰু খেতিৰ বনুৱাকিটাই নলাৰ পানী খেতিত যোগাই থাকিল। হৰদিত্ত সিংহ আৰু দয়ালো চেচুগছৰ গুৰিৰপৰা উঠি ঘৰমুৱা হ'ল। বাটে বাটে উপায়ৰ কথা ভাবি আহিল। কোনোবা মুখামুখি হ'লে মনে মনে থাকে। অকলে দুয়ো যাওঁতে ফুচফুচাই কথা পাতি গৈ থাকিল।

ঘৰলৈ আহি দয়ালো বাৰান্দাৰ ফালে গ'ল, হৰদিত্ত সিংহ বহা কোঠাত সোমাল। পুষ্পিন্দৰ খাটিয়াত শুই আছিল। কোনোবা অহা গম পাই তাই ঘপহ কৰে উঠি বহিল। হৰদিত্ত সিংহই তাইৰ ফালে ভোকাতুৰ সিংহৰ দৰে চালে। তেওঁৰ দৃষ্টিত যথেষ্ট গভীৰতা ফুটি উঠিছিল। তেওঁ একো নেমাতিলে। বাটত পাৰি থোৱা চকীখন লুটিয়াই আঁতৰোৱাৰ দৰে থেকেচা মাৰি দিলে—যেন ভাঙিহে পেলাব। কোঠাত যথেষ্ট ডাঙৰ শব্দ হ'ল। পুষ্পিন্দৰে থুঁতৰিটো হাতৰ তলুৱাত থৈ যেনে আছে তেনে খাটিয়াখনতে বহি থাকিল। কিবা চিন্তা কৰি হৰদিত্ত সিংহই কোঠাৰপৰা ওলাই গ'ল। তেওঁ দয়ালোক পানী এগিলাচ বিচাৰিলে।

পিছদিনা পুৱাই নচীব দোক-মোক এন্ধাৰতে উঠি পুষ্পিন্দৰক লগ পাবলৈ বুলি আহিছিল। পুষ্পিন্দৰৰ পৰামৰ্শমতে তেওঁ প্ৰথমখন বাছতে ৰামপুৰালৈ গুছি গ'ল। পুষ্পিন্দৰেও বহুত ভাও-ভঙতি জুৰিলে, কিন্তু হৰদিত্ত সিংহ আৰু দয়ালোৱে তাইৰ কোনো কথাকে নেমানিলে। তেওঁলোকে খঙেৰে তাইক একো নক'লে। মাত্ৰ কথাই কথাই পুষ্পিন্দৰৰ কথাত অসন্মত হৈ ৰ'ল। একো উপাই নেপাই পুষ্পিন্দৰে নিজকে বিৱশ অনুভৱ কৰিলে। তেওঁ মনতে পাঙিলে, যদি এই সময়ত এখন হেলিকপ্তাৰ আহিলেহেঁতেন তেন্তে তাই উঠি মনে মনে উৰি গুছি গ'লহেঁতেন।

"ৰামপুৰালৈ গৈনো কি কৰিবিগৈ?" হৰদিত্ত সিংহই সামান্য দৃষ্টিৰে চাই ক'লে।

"মোৰ কাম আছে—ক'ব পৰা কথা নহয়। মই তালৈ গৈ পলাই নেযাওঁ নহয়!"

"হয়নে পাগলী! তোকনো পলাই যাবি বুলি কোনে কৈছে। কিন্তু বৰ দৰ্কাৰী কাম যদি থাকে তেতিয়াহে যোৱা দৰ্কাৰ!" হৰদিত্ত সিংহই নৰম সুৰত ক'লে।

তাৰ পাছত তেওঁ বন্দুকটো তুলি ল'লে। এফালেদি গৈ দয়ালোক সকীয়াই দিলে যে জীয়েকৰ প্ৰতি যাতে সতৰ্ক দৃষ্টি ৰাখে। "এইক এতিয়া একো বিশ্বাস কৰিব

নোৱাৰি। এইক দুৱাৰৰ বাজ হ'বলৈ নিদিবা।" আৰু ক'লে "মই এতিয়া মহমালৈ যাওঁ।"

পানীৰ নলাটোৰ কাষেদি তলমূৰে লাহে লাহে গৈ আছিল। ভাইৰূপালৈ যোৱা বাটটোত উঠোতেই সন্মুখত তেওঁ জঙ্গিৰাক আহি থকা দেখিলে। জঙ্গিৰাক দেখিয়ে তেওঁৰ চকুকিটা টেলেকা হৈ পৰিল। জঙ্গিৰাই তেওঁক সৎশ্ৰী আকাল জনালে। খা-খবৰ সুধিলে। হৰদিত্তয়ো থমকি থমকি কথাত যোগ দিলে।

কথাৰ মাজতে তেওঁ জঙ্গিৰাক সুধিলে, "সেই তোমালোকৰ ল'ৰাটো, তোমাৰ ভাগিনীয়েৰ, ক'ত থাকে আজি কালি?"

"হৰদিত্ত সিংহজী, সি বৰ ভাল ঠাইতে আছে, ধৰক। বেঙ্কত চাকৰি কৰিছে। তোমাৰ কৃপাতেতো হ'ল। হৰদিল সিংহই কৈ কামতো দিয়ালে।" পুনৰ হাঁহি মাৰি ক'লে, "দুহেজাৰ ভৰিলো যদিও এতিয়া মনত নপৰে। এতিয়া মাহেই মোৰ নচীবে এহেজাৰ কৈ ঘটিছে। আমাৰ নচীব আজিকালি কলিকতাত থাকে। এতিয়া তাক বদলি কৰি অনা বিষয়ে অলপ লাগি দিবা। ওচৰ চপাই আনিব পৰা হ'লে ভাল হয়। হৰদল সিংহৰ ওচৰলৈ যামচোন ওলাবা।" জঙ্গিৰাই বিশেষ ভাবে ক'লে।

"সেইটো বাৰু দেখা যাওক। ওলাবা এদিন। হৰদিলে মোৰ কথা নেপেলায়। ল'ৰাটো আহিব কেতিয়া?"

"যোৱা ৰাতি আহিছিলেই।"

"ৰাতি আহিছিল, এতিয়া পিছে?"

"ৰাতি আহি ওলালহি। আমি খাই বৈ শুইছিলোৱেই।"

"গ'লগৈ নেকি এতিয়া?"

"হয়, ৰাতি ক'ত পুৱাল ক'ত নুপুৱালতে উঠি গ'ল। ক'লে বোলে মই এতিয়া যাওঁ আৰু।"

"গাড়ী ক'ত ধৰিবগৈ?"

"সেইটো কৈ থৈ যোৱা নাই। মাত্ৰ ঘৰৰ পৰাহে ওলাই গৈছে। পুৱাই-পুৱাই। গাড়ী বোধহয় ৰামপুৰাতে ধৰিবগৈ। নাইবা এইফালেদি যদি গৈছে তেন্তে বাৰনালাত উঠি যাবগৈ পাৰে।"

হৰদিত্ত সিংহৰ অঙঠাৰ ওপৰত ভৰিদি থকা যেন অনুভৱ হ'ল। তেওঁ মোচত এটা মোহাৰ দিলে। হামিয়ালে। ক'লে, "বাৰু জঙ্গিৰা, আহিলো, পুনৰ..."

খৰখেদাকৈ হৰদিত্ত সিংহই ভাইৰূপাৰ বাছ আস্থান সোনকালে পোৱাৰ কাৰণে আগবাঢ়িল।

প্ৰফেচাৰ সজ্জন সিংহ ঘৰতে আছিল। গা-পা ধুই ওপৰৰ মুকলি কোঠাত জ্ঞানীৰ ক্লাচলৈ আছিল। অলপ পাছতে তেওঁ ক্লাচ এৰিব, আৰু জলপান খাই কলেজলৈ যাব। নচীব গৈ তেওঁৰ ড্ৰইংৰূমত বহিলগৈ। গৃহিণীয়ে স্কুললৈ যাবলৈ ওলাই নচীবক এগিলাচ চাহ দি গ'ল।

প্ৰফেচাৰ সজ্জন সিংহই ছোৱালীহঁতক পঠিয়াই দি ড্ৰইংৰূমলৈ আহিল। নচীবক দেখি উৎফুল্লিত হৈ ক'লে, "কোৱা ভাই নচীব—কি খবৰ তোমাৰ? ক'ত আছা?"

"মই চাৰ বেঙ্কত সোমালো। কলিকতাত পোষ্টিং হ'ল। দিন ভালেৰেই চলিছে আপোনাৰ কৃপাত।"

"আজি ইয়াত ওলালাহি যে?"

"মাত্ৰ আপোনাক লগ পাবলৈ আহিলো।"

"মোক? কোৱাচোন?"

"বচ, সেই কথাটোয়ে। এতিয়া মুৰকত মূৰ পাতিব লগা হৈছে।"

"কি বাৰু?" প্ৰফেচাৰৰ একো কথাই মনত নাই।

"সেইযে, মোৰ লগত পঢ়া ছোৱালীজনী, পুষ্পিন্দৰ। খড়ক সিং চুবুৰীৰ।"

"আচ্ছা—ঠিক আছে। এতিয়া মনত পৰিল। পিছে কি হ'ল তোমাৰ? কথা কিমান দূৰ আগবাঢ়িল?"

"পুষ্পিন্দৰে পাতিয়ালাত এম্. এ. পঢ়ি আছে। তেওঁক তাৰ পৰা এৰুৱাই আনিলে। এতিয়া বিয়া পাতিছে। তেওঁলোকে দৰা ঠিক কৰিলে।"

"ছোৱালীয়ে কি কয়?"

"ছোৱালীয়েতো..."

"ছোৱালী পক্কানে? ভাই তেওঁ..."

"হয় আজি তেওঁ আপোনাৰ ইয়ালৈ আহিব। মই ইয়াতে তেওঁলৈ বাট চাই ৰ'ম। আৰুতো আন উপাই নাই। আমি ইয়াৰ পৰাই পলাব লাগিব।"

"এইদৰে কিয় পলাব লাগিছে? কৰ্ট মেৰেজ কৰি পেলোৱা। তাৰ পাছত যলৈ ইচ্ছা গুছি যোৱা।"

"হয় আহিছো এই কাৰণেই। আপোনাৰ কাষলৈ—আপুনি কিবা পথ দেখুৱাব পাৰিব।"

"পথটো পোন পথ। কৰ্টলৈ মেজিষ্ট্ৰেটৰ ওচৰলৈ যাওঁহঁক। ফুললৈ বা বাৰনালালৈ য'লৈ ভাল দেখা ওলোৱা। ভাটিগুালৈও বেয়া নহ'ব। উকীলক কথাখিনি কৈ কেচটো তৈয়াৰ কৰি ল'ব লাগিব। তোমালোক দুয়োকে মেজিষ্টেটৰ সন্মুখত থিয় কৰাব

লাগিব। বচ, বিয়া হৈ যাব। কোনোবা এজন সাক্ষী তাতে বিচাৰি ল'ম। এজন সাক্ষীতো মই আছোৱেই। আৰু কি ক'ব লগা আছে কোৱা?"

"ঠিকেই হ'ব মহাশয়।" নচীবৰ এক সুন্দৰ সপোন সৃষ্টি হোৱা যেন লাগিল।

আৰু বহি থাকোঁতেই মনত খেলালে যে তেওঁ পুষ্পিন্দৰক লৈ কলিকতালৈ গুছি যাব। তাতে নতুন ঘৰ পাতিব, নিজাকৈ। দুই এবছৰৰ অন্তত ইয়ালৈ, পাঞ্জাবলৈ বদলি হৈ আহিব। আৰু সুবিধা বুজি ৰামপুৰা-বাৰনালালৈও কেতিয়াবা বদলি হ'ব। বাৰনালা বা ৰামপুৰাতহে নিজা ঘৰ সাজিব। সকলো সুখ-সুবিধা লগতে থাকিব।

ৰান্ধনী-শালালৈ গৈ প্ৰফেচাৰে নিজে জলপান তৈয়াৰ কৰিলে। তাৰ পাছত বাৰন্দাৰ ডাঙৰ মেজখনলৈ আহি দুয়ো জলপান খালে। জলপান খাই থকা অৱস্থাতো দুয়ো সৰু-সুৰা, কিন্তু গাম্ভীৰ্য্যপূৰ্ণ কথা পাতি থাকিল। প্ৰফেচাৰে হাত ধুই গামোচাৰে মুচিলে আৰু পেণ্টৰ জেপৰপৰা ৰুমালখন উলিয়াই ডাঠ কাঁচৰ চছমাযোৰ মোহাৰিলে। চছমাযোৰ পুনৰ চকুত লগাই তেখেতে নচীবলৈ চকু দিলে। ক'লে, "তেন্তে আজি মই ছুটীকে লওঁ। কলেজ নকৰোঁ। তুমি ইয়াতে বহি পুষ্পিন্দৰলৈ বাট চোৱা। মই বজাৰলৈ যাওঁ, এটা লেঠা আছে। মাত্ৰ এঘণ্টা সময় লাগিব, বেছি দেৰী নকৰোঁ। পুষ্পিন্দৰ আহিলেই যাম। টেক্সীলৈ যাম। ঠিক হ'ব নহয়?" আকৌ ক'লে "এতিয়া কোৱা ক'লৈ যাবা?"

"ক'ত সুবিধা হয় আপুনিয়ে কওক?"

"তুমি য'লৈ যাব খোজা।"

"মোৰ ফালৰপৰা ক'বলৈ গ'লে আপুনি আমাক যলৈ নিয়ে ত'লৈকে যাম। মাত্ৰ বাটটো মোকোলাই দিয়ক। আপুনিয়ে এতিয়া আমাৰ পিতৃ, আপুনিয়ে মাতৃ।" নচীবে হাতযোৰ কৰি প্ৰফেচাৰৰ আঁঠুত মূৰ থ'লে।

"ভাঠিণ্ডালৈকে যোৱা হওক। ফুল, বাৰনালাৰ ওচৰত, ঠিক নহ'ব।"

"ভাল কথা, আপুনি যি ভাল দেখে। মই ইয়াতে বৈ থাকোঁ। পুষ্পিন্দৰ দহ বজাত পোৱাহি কথা। তেতিয়া আপুনিও আহি পাবহি।"

ঠিক দহ বজাত প্ৰফেচাৰ ঘূৰি পালেহি। পুষ্পিন্দৰ আহি নেপালেহি। নচীবৰ কাণখন, তেওঁৰ গোটেইটো দেহা যেন কাণ হৈ ঘৰটোৰ দুৱাৰ দলিৰ ফালে স্থিৰ হৈ ৰ'ল। অকণমান খিৰিক্ কৰিলেই তেওঁ বাৰান্দালৈ আহি কেউফালে চাইহি। প্ৰফেচাৰ আহোঁতেও তেওঁ ঘপহকৈ উঠিছিল।

"পুষ্পিন্দৰ অহা নাই?" প্ৰফেচাৰ আহিয়ে সুধিলে।

নচীবে মাত্ৰ হাতত পিন্ধা ঘড়ীটোলৈ চালে। মুখেৰে নেমাতিলে। প্ৰফেচাৰে নিজেই উত্তৰ দিলে—"আৰু অলপ বাট চোৱা। এঘণ্টাৰ ভিতৰতে আহি পালেও একো লোকচান নহ'ব, কি কোৱা?"

প্ৰফেচাৰে দুই তিনি দিনৰ বাতৰি কাকত কিখন আনি নচীবৰ আগত থ'লেহি। দুই-এখন পাঞ্জাবী আৰু ইংৰাজী আলোচনীও লগতে। ক'লে, "তুমি এই কিখনকে

চোৱা। মই এইফালে অলপ বহোঁ।” আৰু প্ৰফেচাৰে আলোচনামূলক কিতাপ এখন হাততলৈ ষ্টাডি কৰাত লাগিল।

নচীবে ইংৰাজী বাতৰি এখন হাততলৈ শীৰ্ষকবিলাকত চকু ফুৰাবলৈ ধৰিলে। এটা বাতৰি তেওঁ সম্পূৰ্ণকৈ পঢ়িলে। কিন্তু উদ্দেশ্যটোহে সম্পূৰ্ণকৈ বুজিব নোৱাৰিলে. তেওঁ ইংৰাজী ভাষাটো পাহৰি পেলোৱা যেন সন্দেহ হ'ল। ইংৰাজী বাতৰিখন থৈ পাঞ্জাবী বাতৰিখন তুলি ল'লে। পাঞ্জাবীত ছপোৱা সংবাদবোৰো যেন তেওঁ বুজি পোৱা নাই। যেন কোনো কথাই ঠিক হোৱা নাই। তেওঁ এখন আলোচনী তুলি লৈ পঢ়িবলৈ পাত লুটিয়াই থাকিল। পাঞ্জাবী পত্ৰিকাই আছিল, কিন্তু কোনো কবিতা বা গল্প পঢ়িবলৈ মন ন'গল। এটা কবিতা পঢ়িলে, সোৱাদ নেলাগিল। ইংৰাজী আলোচনীখন নুচুলেই। এক উচ্‌পিচনি তেওঁৰ নোমে নোমে বিৰাজ কৰি আছিল, প্ৰতীক্ষাত তেওঁৰ কলিজাটো বৈপৰা যেন লাগিছিল। বৰ কষ্টেৰে তেওঁ কুৰি মিনিট সময় নিয়ালে। তেওঁ প্ৰফেচাৰক ক'লে, “আপুনি ঘৰতে থাকিব যেতিয়া পুষ্পিন্দৰ আহিলে বহুৱাই ৰাখিব। মই লাইব্ৰেৰীৰপৰা আহোঁগৈ।”

“বাৰু। মই ঘৰতে আছো। কলৈকো যাব লগা নাই। আজিৰ দিনটো তোমালোক দুজনৰ কাৰণেই অতিবাহিত কৰিম। যেতিয়াই কোৱা উঠি গুছি যাম।”

নচীবে প্ৰথমে লাইব্ৰেৰীলৈ গ'ল। লাইব্ৰেৰীৰ ভিতৰৰ কোঠাৰ ওপৰৰ মেজত সিঁচৰতি হৈ থকা আলোচনীবিলাক অন্যমনস্কভাবে পাত লুটিয়াই চালে। তাতনো তেওঁৰ মন বহে কেনেকৈ? তেওঁ লাইব্ৰেৰীৰ খটখটিৰপৰা নামিল। ফুলৰ ফালৰ দুৱাৰ মুখখনলৈ গৈ জানটোৰ দলংখন পালেগৈ। বাছ আস্থানত ফুলৰপৰা অহা কোনোবা এখন বাছলৈ বাট চাই ৰ'ল। এখন বাছ আহিল—তাত তেওঁ পুষ্পিন্দৰৰ চেহেৰা নেদেখিলে। নিৰাশ হৈ পৰিল। তথাপি পাছৰ বাছখনলৈ খাপপিটি থাকিল। বহুসময় ধৰি কোনো বাছেই নাহিল। তেওঁ হতাশ হৈ যাবলৈ ধৰিলে। কিন্তু প্ৰতীক্ষাৰ অন্ত নপৰিল। তেওঁ তৃষ্ণাতুৰ হৈয়ে থাকিল। ইমান তৃষ্ণা যে যেন তেওঁৰ শ্বাস ৰুদ্ধ হৈ যাব। বজাৰলৈ আহি তেওঁ পৰুৱাই পোৱা মানুহৰ দৰে ঘূৰি ফুৰিবলৈ ধৰিলে। দেখিলে, সংঘেড়াৰ বাবাজী অকলে নিজৰ স্কুটাৰখনৰ কাষত থিয় হৈ আছে, যেন কাৰোবালৈ অপেক্ষা কৰি আছে। নচীবক দেখা মাত্ৰে তেওঁ উৎফুল্লিত হৈ পৰিল, “আৰে কোৱাচোন, কমৰেড! ইয়াত কেনেকৈ ওলালাহি?”

নচীবে কৰযোৰ কৰি মূৰ দোঁৱালে। নমস্কাৰ জনালে। তাৰ পাছত মনোযোগ দি বাবাক চালে। সেই গেৰুৱা বস্ত্ৰ-কামীজ চাদৰ। বাদামী ৰঙৰ পাগুৰী। ভৰিত গোলাপী 'কাৰ্ড়ুৰায়' জোতা। চিৰ সেউজ, হাঁহি মুখ, ফুলি উঠা চেহেৰা—খোলা ডাঢ়ি কোছা, আউল-বাউল আৰু চুটি।

নচীব বাবাজীৰ সন্মুখত মূৰ্তিৰ দৰে থিয়দি ৰ'ল। এতিয়াও হাত-যোৰ অৱস্থাতে। ওঁঠ শুকান, চকুত ঘোৰ উদাসীনতা, চেহেৰা মৰহা ফুলৰ দৰে।

বাবাজীয়েই পুনৰ মাত লগালে, “কিহে কমৰেড! কিয় এনে অৱস্থা হ'ল? ভালে আছাতো?”

“হয় ভালেই আছো ধৰক। আপুনি এইখিনি পালেহি কেনেকৈ? ইমান দূৰ!” নচীবে মুখ খুলিলে। শুকান হাঁহি এটাও মাৰিলে।

“দেখিছো—সম্পূৰ্ণ ভাল নহয়, অথচ ভালেই বুলিছা। ইয়াৰ মাজত কিবা বিকাৰ থকা যেন লাগিছে, তোমাৰ। তুমি কোৱাবা নোকোৱা চেহেৰাই হ'লে কৈছে।”

“ক'ৰবাত বহিলৈ বাৰু কথাখিনি কওঁ।” নচীবে নিজৰ বেদনাৰে আকণ্ঠ ভৰিপৰা যেন হৈ ক'লে।

“ব'লা বহোঁগৈ। বাহ, এইটো কি কথা ঘটিল তোমাৰ, কমৰেড!”

তেওঁলোক কাষৰ হোটেল এখনত বহিলগৈ। বাবাই দুপিয়লা চাহৰ লগত আঢ়ৈ-শ গ্ৰাম বৰফী অনাৰ নিৰ্দেশ দিলে। এচুকীয়া ঠাইত নিৰলে দুয়ো চোফাত ওচৰা ওচৰিকৈ বহি ল'লে। চাকৰে দুগিলাচ পানী দি গ'ল। নচীবে পানী গিলাচ একে উশাহে পি পেলালে, যেন বাবাৰ সন্মুখত নিজৰ দুখৰ কলহটো উবুৰিয়াই দিলে। ক'লে, “বাবা মই বিপত্তিকেই আকোৱালি আছো। কথা যেতিয়ালৈকে সীমনাত উপনীত নহয়গৈ, সেই পৰ্য্যন্ত প্ৰাণটো ফাঁচি কাঠত ওলমি থাকিব। খড়ক সিংহ চুবুৰীত মোৰ মামাৰ ঘৰ নহয়—আপুনি জানেই। মই তাতে থাকি পঢ়িলো। তাৰে এগৰাকী গাভৰু মোৰ লগতে পঢ়িছিল। জাটৰ ছোৱালী। তেওঁৰ লগত মোৰ...”

“মেৰেজ? পোনপটীয়াকৈ কোৱা...”

“হয়, মহাৰাজ।”

“তেন্তে বঢ়া ভাত ৰাখি চাই থকাৰ দৰ্কাৰ নাই নহয়?”

“তেওঁৰ মাক-দেউতাকে মানি ল'লেহে হৈছে। মই নাপিত, তেওঁলোক হ'ল জাট। তেওঁৰ বিয়া আনৰ লগত পতাৰ ব্যৱস্থা কৰিছে।”

“ছোৱালীয়ে কি কয়, ভাই?”

“তেওঁতো মোৰ ফলীয়া হৈ আছেই।”

“পূৰা সাজুনে?”

“হয় মহাৰাজ,পূৰা। আমি সকলো কথা-বতৰা পাতি শেষ কৰি থৈছো।”

“তেনেহ'লে কি ভাবিব লগা আছে, কমৰেড?”

“আজি তেওঁ ইয়ালৈকে অহা কথা আছিল। এজন প্ৰফেচাৰ আছে। খুব প্ৰগ্ৰেচিভ মানুজন। তেখেতক লগতলৈ আজি আমি ভাটিগুালৈ যাব লাগে। তাতে কৰ্ট মেৰেজ কৰাগৈ কথা আছে।”

“আৰু তেনে হ'লে বাকী থাকিল কি?”

চাহ আহি পালেহি। একোটুকুৰা বৰফী মুখত ভৰাই চাহত ঢোকা দি থাকিল আৰু কথা চলি থাকিল। বাবাজীয়েতো নিজৰ গিলাচ খালী কৰি দিলে। বৰফীও যথেষ্ট

খালে। নচীবে কিন্তু আধা গিলাচহে শেষ কৰিছে। বৰফী টুকুৰা এটা ভাঙি অকণ অকণ কৈ মুখত ভৰাই থাকিল।

নচীব মনে মনে ৰ'ল। যেন সকলো কৈ শেষ কৰিলে। তেওঁ চাহত সৰুকৈ ঢোকা একোটা মাৰি মেজখনতে চকুদি ৰ'ল।

বাবাই পুনৰ ক'লে, "আৰু কি বাকী থাকিল? তুমিতো একো নমতাই হ'লা যে।"

তেওঁ তেতিয়াও একো নেমাতিলে।

"এতিয়া ক'ত থাকা, কমৰেড?"

"মই কলিকতাত থাকো। বেঙ্কত সোমালো।"

"কি কাম কৰা?"

"মই প্ৰবেশ্যনেৰী অফিচাৰ হৈ আছো।"

"দৰ্মহা কিমান পোৱা?"

"দৰ্মহা ভালেই পাইছো, মাহে এহেজাৰ। প্ৰবেশ্যনেৰী পিৰিয়ড শেষ হ'লে দৰ্মহা বাঢ়ি গৈ থাকিব।"

"তেনেহ'লে কমৰেড্ তোমাৰ ইনকিলাব আহি গ'ল!"

"নহয় বাবাজী, এইটো আকৌ ইন্‌কিলাব হ'ব কেনেকৈ!"

"আৰু পিছত, বাকীসকলৰ ইন্‌কিলাব আহি পৰিব, যেতিয়া তুমি জাটৰ ছোৱালী বিয়া কৰি আনি ঘৰ সুমুৱাবাহি।" বাবাই খিল-খিল কৈ হাঁহিলে। যেন নূপুৰৰ বাজনাহে বাজিবলৈ ধৰিলে।

নচীবেও শুকান হাঁহি মাৰিলে। ক'লে, "আচলতে বাবাজী এইটো ব্যক্তিগত ইন্‌কিলাবৰ দৰেহে কথাটো হ'ব। আচল ইন্‌কিলাবলৈ বহুত দূৰ বাকী।"

"আৰে তুমি প্ৰথমে ব্যক্তিগত ইন্‌কিলাবটোকে আনাচোন, পিছত আচলটো লগতে আহিবই, সামুহিক ইনকিলাব যিটো।" বাবাজীয়ে আকৌ খিলখিলাই হাঁহিলে। পুনৰ গহীন হৈ ক'লে, "তুমি শিক্ষিত ল'ৰা কমৰেড! সকলো জ্ঞান আছে। এই জাত-পাতবোৰ একোখন পৰ্দা মাথোন। আচলতে প্ৰভেদটো হৈছে আৰ্থিকতাৰ। জাটসকলে মানসিকভাবে নিজকে আনজাততকৈ উচ্চ বুলি ভাবে। আৰ্থিকভাবে তেওঁলোক শক্তিশালী হোৱা হেতু সেই ভ্ৰম তেওঁলোকে পুহি ৰাখিছে। তুমি নাপিত জাতৰ। জাটৰ মানসিকতাই কয়, তুমি আৰ্থিক স্তৰত তেওঁলোকতকৈ নীচ। তুমি নিজে ভাবি চোৱা, তুমি মাহে হেজাৰ টকা লোৱা, বি.এ. লৈকে তোমাৰ শিক্ষা, বেচ চকুত লগা ল'ৰা, জ্ঞান-বিদ্যা সকলো আছে। তুমি কোন কথাত কম কমৰেড্? গুৰুৱে কৈছে—"মানস কী জাত সঙে একৈ পহিচাণবো।" (সকলোকে মানুহ জাত বুলিহে চিনি লোৱা)। ঈশ্বৰে সকলোকে একে কৰি স্বজিছে। এই উচ্চ-নীচভাব মানুহৰ সৃষ্টি। সমাজেহে এইবিলাক ভাগ কৰিছে। তোমালোকৰ দৰে নতুন পুৰুষে এইবিলাক ভেদ ভাব দূৰ কৰিব পাৰিবা, কমৰেড!"

বাবাজীৰ কথাবিলাকে নচীবক বহুপৰিমাণে শক্তি যোগালে।

তাৰ পিছত নিজৰ খোল খাই থকা বঙালী কামিজৰ তলেদি হাত ভৰাই বাবাই ভিতৰত পিন্ধি থকা বণিয়নটোৰ এটা জেপত হাত ভৰাই কিবা বিচাৰিলে। ইটোৰপৰা সিটোজেপত খেপিয়ালে। দুয়োটা জেপেই গধুৰ আছিল। এটা জেপৰপৰা এবাণ্ডেল নোট উলিয়াই ল'লে। নিলিখিলে গোটেইখিনি এশ টকীয়া নোট। যিমান আছিল গোটেই জাপ নচীবৰ কৰঙণৰ ওপৰত থ'লে। ক'লে, লোৱা ভাই কমৰেড, নিজৰ এই ব্যক্তিগত ইনকিলাবত আমাৰো সহযোগ ইমানখিনিকে বুলি স্বীকাৰ কৰি লোৱা।"

নচীবে হয়তো এইটো বস্তুৰ অভাৱ হ'ব বুলি চিন্তা কৰি আছিলেও। তেওঁৰ চকুত উদাসীনতাৰ ঠাইত সৌন্দৰ্য্য, শুকান ওঁঠ দুটা ৰসাল আৰু মৰহা চেহেৰাটোত পিয়াঁজী ৰঙ দেখা গ'ল। তেওঁৰ জেপত পইছা সঁচাকৈ কম আছিল। প্ৰফেচাৰ সজ্জন সিংহক নিজৰ এই দুৰ্বলতাটোৰ কথা ক'বলৈ সঙ্কোচ কৰিলে। কৰ্ট মেৰেজৰ কাৰণে ভাটিগুৱালৈ যাওঁতে বা কিমান টকা লাগে। টেক্সীৰে যোৱা কথা। উকীলৰ ফিজ, আমোলাক দিয়া, তৰণীক দিয়া আদি খৰচ আৰু মেজিষ্ট্ৰেটৰতো আৰু আছেই। চৰকাৰী কাছাৰীৰ দুটকীয়া ভাগ ল'বলৈ জুপি থকা কুকুৰৰ দৰে জাকটোতো আছেই। আকৌ কলিকতাও পাবগৈ লাগিব।

বাবাই লৰালৰি কৰিলে। থিয় হ'ল। ক'লে, "বাৰু কমৰেড্, আহিছিলো আন এটা কামত, এতিয়া যাওঁহে। আজিৰ যাত্ৰা তোমাৰ উদ্দেশ্যেই হ'ল বুলি ধৰা, ভাই। আৰু লাগে যদি কোৱা। এতিয়া ইটো জেপ..."

"হ'ব, হ'ব, বাবাজী, এয়ে বহুত হৈছে। এইখিনিয়ে খৰচ নহ'ব। আপোনাৰ আশীৰ্বাদ..."

"বাৰু তেনেহ'লে, তুমিও ভাল উদ্দেশ্য লৈ আহি, যাবাগৈ। আমাৰ শুভকামনা তোমাৰ প্ৰতি থাকিবই। এই আনন্দৰ কাৰণে চাহ আৰু বৰফীৰ দামটো তুমিয়ে দিয়া। বাৰু, মই আহিলো। তুমি বঁহা, যি ইচ্ছা কৰা।" বাবাই সন্মুখৰ স্কুটাৰখন ষ্টাৰ্ট দি গুছি গ'ল।

নচীবে হোটেলৰ বাহিৰ ওলাই পিছৰপৰা তেওঁলৈ চাই থাকিল। মনতে ক'লে—সংসাৰৰ কেইজনমান মানুহ কিমান ভাল!

## ২৫

নচীবে ভাবিলে সংঘেড়াৰ বাবাজীক লগ পাই কথা পাতি থাকোঁতে বহুত পলম হ'ল। কেইবা ঘণ্টাও পাৰ হ'ল। পুষ্পিন্দৰ প্ৰফেচাৰৰ ঘৰলৈ আহিল বোধহয় আৰু তেওঁলৈ বাট চাই থাকি ভাগৰি পৰিব পায়। হোটেলৰ মালিকক তেওঁ পইছা দি বেগাই

প্ৰফেচাৰৰ ঘৰলৈ খোজ দিলে। ৰাস্তাত ঘড়ী চাই দেখিলে, বেছি পলম হোৱা নাই। চাৰে এঘাৰহে হৈছে। তথাপিও দহবজাৰ ঠাইত ডেৰ ঘণ্টা পলম হ'ল।

নিজৰ অধ্যয়ন কোঠাত প্ৰফেচাৰে তেনেকৈ বহি থাকি কিতাপ পঢ়ি আছে। নচীব যে আহিছে গম পোৱা নাই। কিতাপত মগ্ন। নচীবেই সুধিলে, "প্ৰফেচাৰ চাহাব তেওঁ অহাই নাই নেকি?"

"নাই ভাই কোনো অহা নাই। তেওঁ দহ বজা বুলিয়ে কোৱা নাছিল জানো?"

"হয় মহাশয়, দহবজা বুলিয়েতো মোক ক'লে নিজে। যিকোনো প্ৰকাৰে পামগৈ বুলিও কৈছিল। কিন্তু এতিয়া কওঁ কি? কিজানি ঘৰৰ মানুহে আহিবলৈ নিদিলে। নিশ্চয় কিবা অসুবিধাত পৰিল হ'বলা।"

"আৰু বাটচোৱা, ভাই। ওপৰৰ বেৰা কোঠাটোলৈকে যোৱা, তাত বিচনা আছে; আৰাম কৰাগৈ। যেতিয়া আহিব, তেতিয়া দেখা যাব। আৰুনো কৰিবা কি? মইতো ভাই তোমাৰ কাৰণেই বহি আছো। যেতিয়াই মন যায় মোক তুলি লৈ যাবা।"

নচীব কোঠাত উঠিল গৈ। বাৰন্দাত দুখন খাটিয়া পৰা আছিল; কিন্তু তাত ৰ'দ পৰি আছে। তেওঁ তাৰে এখন দাঙিলৈ কোঠাত পাৰিলেগৈ। যদিও গৰম বৰ বেছি, কিন্তু তেওঁৰ লগা যেন নালাগিল। তেওঁ ফেনখনো চলাই এক নম্বৰত ৰাখিলে। পাগুৰীটো খুলি বেঞ্চখনত থ'লে। খাটিয়াত কাতি হ'ল। চকুহাল জপাই দিলে। তেওঁ শুবলৈ চেষ্টা কৰিলে। কিন্তু টোপনি ক'ত ধৰে? কষ্টেৰেহে পাঁচ মিনিটমান শোৱাৰ চেষ্টা কৰিলে; পুনৰ উঠি বহিল। খন্তেকো শান্তি পোৱা নাই। তেওঁ বহিয়ে থাকিল। আকৌ কাতি হ'ল। ভাবিবলৈ ধৰিলে—এতিয়া কি কৰা যায়? ইয়াতে পৰি থকাই ভাল হ'ব। পুষ্পিন্দৰ আহিলেতো ইয়ালৈকে আহিব। কিজানি গাঁৱৰপৰা নাহিলেই হ'ব'লা।

বৰ কষ্টেৰেহে কিজানি তেওঁ কোঠাটোত আধাঘণ্টামান কটালে হ'বলা; পুনৰ তেওঁ পাগুৰীটো পিন্ধি ল'লে আৰু কোঠাৰপৰা তললৈ নামি আহিল। ক'লে, প্ৰফেচাৰ চাহাব, মই ফুলৰ ফালৰ বাছ আস্থানৰপৰা এপাক মাৰি আহোঁগৈ। আপুনি ঘৰতে থাকিব। কি ঠিকনা, কোনোবা ফালেদি পুষ্পিন্দৰ আহি ওলাবহিও পাৰে।"

মইতো এতিয়া ক'লৈকো নেযাওঁ। কিন্তু তুমি ডেৰ বজাৰ ভিতৰতে ঘূৰি আহি পাবহি লাগিব। ৰুটি খাই ল'ম।" আকৌ সুধিলে, "ভোক নাইলগা জানো?" খোৱা যদি এতিয়াই খাই লোৱা তুমি। পুৱাই ৰুটি কৰি থোৱাতে আছে।"

"নলাগে, ভোক-চোক লগাই নাই দেখোন। বাৰু, মই ওলাই আহিছো।"

পাব্লিক লাইব্ৰেৰীৰ চাৰিকোণীয়া ডোখৰ পাৰহৈ ফুলৰ গেটখনৰফালে বজাৰ হৈ গৈ আছিল। সন্মুখৰপৰা হৰদিত্ত সিংহক অহা দেখা পালে। খন্তেক ভয় খাই ৰ'ল। ভাবিলে কোনোবা এটা গলীত লুকাব। কিন্তু নহয়, মন দৃঢ় কৰি সন্মুখৰ ফালেই আগবাঢ়ি গৈ থাকিল। হৰদিত্ত সিংহয়ো তেওঁক দেখিলে। তেওঁ আঁতৰৰ পৰাই মাত দিলে, "আৰে, কোৱাচোন ভাগিন, ক'ত ঘূৰি ফুৰিছাহি?"

"ইয়াতে ফুৰিছো, মামা।"

"হৰদিত্ত সিংহই তেওঁৰ ফালে হাত আগবঢ়ালে। নচীবেও হাত মিলালে।"

"ক'ত থাকা আজিকালি? বহুতদিন তোমাক গাঁৱত দেখাই নাই।" হৰদিত্ত সিংহই নজনা ভাও ধৰি সুধিলে।

"মামা, আজিকালি মই কলিকতাত থাকো। তাত বেঙ্কত আছো।"

"বাহ ভাই, বৰ ভাল কথা, চাকৰি পালা তেন্তে।" আকৌ সুধিলে, "আজি ক'ৰপৰা? গাঁৱৰ পৰানে?" যেন তেওঁ একো কথাই নেজানে।

"হয়।" নচীবে সেমেনা-সেমেনিকৈ ওঁঠ লৰালে।

"ব'লা তেনেহ'লে চাহ খাওঁগৈ। তাতে কথা পাতিম।" হৰদিত্ত সিংহই তেওঁক অলপ সময়ৰ আগতে চাহ খাই যোৱা হোটেলখনলৈকে লৈ গ'ল।

· চাহ খাই থাকি হৰদিত্ত সিংহই তেওঁৰ ফালে সাধাৰণভাবে দৃষ্টি দিলে আৰু ক'লে, "তেনেহ'লে আজি?"

"আজি বচ এনেয়ে। ইয়ালৈকে। ইয়ালৈ আহিছিলো মই।" নচীবে কোনো বিশেষ ফাকি দিব নোৱাৰিলে।

"ইয়াত কিবা কাম আছিল?"

"কাম অৱশ্যে নাছিল। মাত্ৰ আহিলো আৰু।" তেওঁ একো আঁসে মাতিব নোৱাৰিলে।

"তেনেহ'লে চুবুৰীলৈ যাবা এতিয়া?"

"চাওঁচোন কি হয়। হয়তো সংঘেড়ালৈও যাব পাৰো। তাৰ পৰাই কলিকতালৈ..." তেওঁ আঁসে মতাৰ উপাই উলিয়ালে।

হৰদিত্ত সিংহই জানে যে তেওঁ তেওঁৰ লগত বাজে প্ৰশ্ন সুধি আছে। নচীবৰ উত্তৰো বাজে যেন লাগিল। তেওঁৰ মনত সম্পূৰ্ণ বিশ্বাস হ'ল যে নচীবে ৰামপুৰলৈ আহি তেওঁৰ জীয়েক পুষ্পিন্দৰলৈকে বাট চাই আছেহি। তাইকে বজাৰত বিচাৰি ফুৰিছে। তেওঁ মনতে এক আঁচনি যুগুতালে। কি কৰা যায়? মনতে বৰ বিহ গোল খাই আছে। তেওঁ নিজৰ ওপৰত সম্পূৰ্ণ নিয়ন্ত্ৰণ ৰখাৰ চেষ্টা কৰিলে। ল'ৰাক ডাবি-হুমকি দিবনে নাই, মৰমেৰে বুজনি দিয়া যায়? তেওঁ নিজে বোমাটোৰ দৰে নিজেই ফুটি যায় বুলি নিজে নিজে ভয়ো খাইছিল। তেনেহ'লে গোটেই খেলটোৱে নষ্ট হৈ যাব। ল'ৰাও হাতৰপৰা এৰ খাই যাব। আকৌ বশলৈ আনিবপৰা নহ'ব। কোনে জানে কাহিনীয়ে কি মোৰ সলায়। এক ভয়াবহ সংঘৰ্ষ তেওঁৰ মনত চলি আছিল। এক হেঁচা দি ৰখা ক্ৰোধে তেওঁৰ বিবেকত খিচিৰীহে সিজি উঠিছিল। ঘৰত দয়ালোক তেওঁ কৈ আহিছিল যে তেওঁ মহমেলৈ ওলাই আহিছে। এই হিচাপে তেওঁ এক-ডেৰ বজাৰ গাড়ীত ৰামপুৰাৰপৰা উঠি ভাটিণ্ডা পোৱাগৈ কথা আছিল আৰু পুনৰ তাৰপৰা বাছত উঠি গোনে আনালৈ, তাৰপৰা মহমাচৰকাৰী পোৱাগৈ কথা। কিন্তু নচীবক দেখি তেওঁ

সমস্ত কাৰ্যসূচী বদলাই পেলালে। তেওঁৰ লক্ষ্য এতিয়া মাত্ৰ নচীব। চালা নাপিতৰ পো—যি তেওঁৰ স্ত্ৰী পৰ্য্যন্ত পালেগৈ, আৰু তাক তেওঁ সেই হোটেলতে কাটি পেলাব যেন লাগিছিল। কিন্তু তেওঁৰ মগজুৱে তেওঁক কথাৰে বুজাবলৈ পৰামৰ্শ দিলে। অন্তৰখনে কিন্তু তাক খতম কৰি দিয়াকে বিচাৰে। খন্তেক পৰ তেওঁ ঢিলাহৈ বহি ভাবিলে—"কিযে সময় আহিল! কালৰো কাল বিপৰীত কাল, হৰিণাই চেলেকে বাঘৰ গাল। চালা নাপিত-মুচিৰ ল'ৰাই জাটৰ জীয়ৰীৰ কাষ চাপিলহি। দেশে ভাল স্বাধীনতাই পালে দেখিছো। কংগ্ৰেছ দলে এই ছোট জাতবোৰক মূৰত তুলি ল'লে।"

চাহ খাই তেওঁলোক উঠিল। হৰদিত্তয়ে চাহৰ পইছা দিলে। দুয়ো হোটেলৰপৰা বাহিৰলৈ আহিল। হৰদিত্ত সিংহই ক'লে, "ব'লা ভাগিন, তোমাক ফুৰাই আনোগৈ। ইমানলৈকে মই যাম নিজে। লহৰাঘূৰকোটৰ নাম শুনিছা নহয়? তাত এজনে ট্ৰেক্টৰ এখন বেচিব খোজে। তোমাক লগ পালো ভালেই হ'ল। বেছি পলম নহয় ঘূৰি আহিম। পঢ়া-লিখা ল'ৰা তুমি। ট্ৰেক্টৰৰ ৰচিদ পত্ৰ চাই-চিতি দিব পাৰিবা। ভাল লগ পালো তোমাক। এতিয়াই উলটিম। সৌ আগত থকা গাঁওখনেই লহৰাঘূৰকোট। বাছতে যাওঁ দিয়া।"

নচীবৰ তেওঁৰ কথাবিলাকৰ প্ৰতি মোহ উপজিল। কিমান সোৱাদ লগা আপোন ভাব। আৰু এই আপোনভাবৰ অনুভৱ কৰাওঁতাজন হ'ল পুষ্পিন্দৰৰ দেউতাক। হৰদিত্ত সিংহৰ ভাষাত ক'বলৈ হ'লে যাক তেওঁ বশীভুত কৰি ল'লে। এক যাদুৰ সদৃশ প্ৰভাৱেৰে বশ হৈ তেওঁ হৰদিত্ত সিংহৰ লগত যাবলৈ ধৰিলে। সৰুসুৰা অৰ্থহীন কথা পাতি পাতি বাছ ষ্টেণ্ড পালেহি। ভাটিগুৱালে যোৱা বাছত উঠিল। লহৰাঘূৰকোটলৈ মাত্ৰ দুমাইল মানহে। তেওঁলোকে বাছ ষ্টেণ্ডত নামিলগৈ। হৰদিত্ত সিংহই বাছ ষ্টেণ্ডত নামিয়ে চাৰিওফালে চকু ফুৰালে। ইফালে সিফালে আহ-যাহ কৰা মানুহবিলাকৰ ফালে মনোযোগেৰে নিৰীক্ষণ কৰি ৰ'ল। তাৰ পাছত গাওঁমুৱা হৈ থিয় দি ৰ'ল। নচীব বাছৰপৰা নামিয়ে আঁতৰৰ প্ৰসাৱগাৰলৈ পেচাব কৰিবলৈ গৈছিল। হৰদিত্তই মুখ ঘূৰাই গাঁৱৰ বিপৰীত দিশৰফালে চাই ৰ'ল। সন্মুখৰ বাটটোৱেদি মহিৰাজ গাঁৱলৈ যায়। সন্মুখৰ কেঁচা ঘৰবিলাক চকুত পৰে। কপাহ তলি গোটেইখন পথাৰ। কোনো মানুহৰ আহযাহ নাই। চাৰিওফালে শূন্যতা। নচীব আহি তেওঁৰ কাষত ৰ'লহি। ক'লে, "ব'লক তেনেহ'লে, এয়ে লহৰাঘূৰকোট।"

অঁ, লহৰাঘূৰকোট এই ডোখৰেই, কিন্তু আমি এইফালেদিয়ে যাব লাগিব। এই চুবুৰীটো দেখিছা নহয়? তালৈকে আমি যাব লাগে।" হৰদিত্তই ৰাস্তাৰপৰা নামি মহিৰাজৰ পথেদি খোজ ল'লে। পিছে পিছে নচীব। তেওঁলোক নলাৰ কাষে কাষে গৈ থাকিল। হৰদিত্ত সিংহ নিমাত। এক সম্পূৰ্ণ নিস্তব্ধতা। তেওঁক নিমাত দেখি নচীবেও নেমাতিলে। এইদৰেই তেওঁলোক চুবুৰীটো পালেগৈ।

কোনো পশুৱে তাত নাই, কুকুৰ এটাায়ো ভুকা নাছিল। মানুহৰতো নাম গোন্ধেই

নাই। এইটো কেঁচা মাটিৰ বেৰৰ এটা চুবুৰী। কোঠাবিলাকৰ দুৱাৰত তলা মৰা। দুটা জুপুৰী দেখিলে। আধা চোৱা চাল। বেৰাৰ ভিতৰখন একেবাৰে খালী। আচল কথা হ'ল এই ঘৰবিলাক আঁতৰৰ খেতিয়কসকলে সাজি থোৱা পাম ঘৰ। এই চুবুৰীটোক কপহুৱা চুবুৰী বোলা হয়। চুবুৰীৰ এটা অংশ মহিৰাজ গাঁৱবাসীৰ। বাকী তিনি ভাগ ঘূৰকোটৰ। কপাহৰ বতৰত মানুহ আহে; কপাহ ছিঙি নিজৰ নিজৰ কোঠাত জমা কৰে। এই ডোখৰ খেতিৰ পথাৰত কপাহ ভাল হয়। সেই সময়ত খেতিয়কসকলে ইয়াতে খোৱা-বোৱা কৰে। পোহনীয়া জন্তুও লগত লৈ আহে। কোনো ঘৰেতো ইয়াতে কপাহ জমা কৰি থৈ যায়, আৰু সুবিধামতে ইয়ালৈকে বেপাৰী মাতি আনি বিক্ৰী কৰি দিয়ে।

কিন্তু এতিয়া কোনেও কপাহ খেতি নকৰে। কপাহ খেতি কৰা নিয়মেই উঠি যোৱা যেন হৈছে। কপাহৰ উৎপাদন কম হ'বলৈ ধৰাত আৰু বজাৰত দাম কমি যোৱাৰ ফলত এতিয়া অন্য এবিধ দৈৱ কপাহ নামৰ এবিধ কপাহৰ খেতি কৰিবলৈ লৈছে। জোপোহা গছৰ এইবিধ কপাহৰ উৎপাদন বেছি, চাহিদাও যথেষ্ট। পইছাও অধিক পোৱা যায়। কিন্তু বজাৰ পাইগৈ মানে ইয়াৰো আদৰ নাইকিয়া হৈ পৰা কাৰণে আৰু চাৰি-পাঁচ দিন পৰ্য্যন্ত বিক্ৰীৰ কাৰণে খাপপিটি থাকিব লগা হোৱা কাৰণে জাটইঁতে এতিয়া তাত জীৰাৰ খেতি কৰিবলৈ মন কৰিছে। এইখন পথাৰত যি খেতিয়েই নকৰক চুবুৰীটোক কিন্তু কপহুৱা চুবুৰী নামেৰেই জনা যায়।

শূন্য কোঠাটোত নচীবক থিয় হৈ থাকিবলৈ কৈ হৰদিত্ত সিংহই কপাহৰ জোপা এটাৰ আৰত বহিলগৈ। ক'লে, "তুমি ইয়াতে ৰোৱা, মই শৌচ কৰি আহোঁগৈ।"

নচীবৰ চকুৰ আঁৰ হৈ হৰদিত্ত সিংহই এবাৰ আশে পাশে কোনোবা আছেনে নাই উমান ল'লে। নলাৰ কাষেদি কোনো অহা-যোৱা কৰিছেনেকি, চালে নাই। তাৰ পাছত বন্দুকত কাৰ্টুচ ভৰালে। কোঠাৰ আগচোতালৰ কাষৰ চাপৰ বেৰখনৰ ওপৰেদি বন্দুকটো হাতেৰে দৃঢ়ভাবে ধৰিলে। সেইফালে নচীবে পিঠি দি আছিল। হৰদিত্ত সিংহই ফায়াৰ কৰিলে। গুলীটো নচীবৰ কান্ধৰ তলত লাগিল। গুলী লগাৰ লগে লগে নচীব মাটিত পৰি গ'ল। হৰদিত্ত সিংহ স্ফূৰ্তিতে জাপমাৰি ভিতৰ সোমাল, এটা কাৰ্টুচ আকৌ বন্দুকত ভৰাই নচীবৰ বাহুত ধৰি পোনাই কাণৰ লতিৰ তলেদি ফায়াৰ কৰিলে। প্ৰথম গুলীতে নচীব বেহুঁচ হৈ পৰিছিল, দ্বিতীয় গুলীয়ে মূৰ চিটাছিটি কৰি পেলালে। তেওঁৰ দেহটো মাছৰ দৰে ছটফটাই থাকিল। বিশ্বাস হ'ল যে বচাৰ আশা নাই, চেঁচা পৰিল, হৰদিত্ত সিংহই জাপ মাৰি চোতালৰ বাজ ওলাল আৰু খুব বেগেৰে নলাৰ দাঁতিয়েদি খোজ ল'লে। তেওঁক কোনেও দেখা পোৱা নাই। দুবাৰ গুলী চলোৱাৰ শব্দও সম্ভৱ কোনেও নুশুনিলে। লহৰাঘূৰকোটৰ বাছ আস্থানলৈ আহি মাত্ৰ দুই মিনিট মানহে থিয় হৈছিলহি, এনেতে ৰামপুৰাৰ ফালৰপৰা অহা বাছখন আহি পালত তেওঁ ভাটিগুৱালৈ বুলি বাচত উঠিলগৈ।

# চতুৰ্থ খণ্ড

ট্ৰেক্টৰৰ চিটত বহি হৰিন্দৰে 'চেল্‌ফ্' দবাই ধৰিলে, ট্ৰেক্টৰ ঢপ্‌ঢপ্‌কৈ ষ্টাৰ্টহৈ গ'ল। তেওঁ অলপ 'ৰেচ্' দিলে; ইঞ্জিনত সম্পূৰ্ণ ঘৰ্ঘৰণি উঠিল। তেওঁ চাহ খাই থকা হেণ্ডিমেনক চিঞৰি মাতিলে—"হেৰ শুনিছনে—আহ এইফালে। আহ সোনকালে।"

বাটিটোত দোঢোকমান চাহ বাকী আছিল। বহি বহিয়ে হেণ্ডিমেনে হাত দাঙিলে। আৰু এঢোক খাই এঢোক বাটিতে এৰিলে। সেইখিনি চাহত সিজা চাহপাতখিনিও পৰি আছিল। সি সেইখিনি পেলাই দি তিতাবালিৰে বাটিটো মাজি এক চেকেণ্ডমানতে বাটিটো গামোচাত বান্ধি ট্ৰেক্টৰখনৰ কাষত থিয় হ'লহি। চিঞৰি ক'লে, 'কি কৰিম কওক?"

"হেৰ' ট্ৰলীখন লগাই দে, বোপাই।" হৰিন্দৰে মিঠা সুৰেৰে ক'লে।

"ট্ৰেক্টৰখন ওলোটাকৈ ঘূৰাই হৰিন্দৰে ট্ৰলীখনত লগাই দিলেগৈ। তাৰ পাছত তেওঁ ট্ৰেক্টৰখনৰপৰা নামিল। দুয়ো লগলাগি ট্ৰলীখন ট্ৰেক্টৰত লগালে। ট্ৰেক্টৰৰ চিটত বহি হৰিন্দৰে পুনৰ হেণ্ডিমেনক চিঞৰি মাতি ক'লে, "ফাঁহজৰী দুডাল খোটালীটোতে আছে লৈ আহ।"

ট্ৰলীত ৰছীদুডাল থৈ হেণ্ডিমেনে ক'লে "এতিয়া ভগৱানৰ নাম লৈ ব'লা। সত্য নাৰায়ণৰ।"

ট্ৰলীখন গেটৰ বাহিৰ ওলাবলৈ নৌ পাওঁতেই হেণ্ডিমেনে পিছফালে চাই দেখে—দয়ালোৱে হাত বাউল দি চিঞৰি চিঞৰি কিবা কৈছে। বোধহয় তেওঁলোককে মাতিছে। তেওঁ হৰিন্দৰক ক'লে, "হেৰা, বুঢ়ীয়ে দেখোন কিবা কৈ মাতিছে। শুনাচোন।"

ট্ৰলীখন গেটৰ বাহিৰ ওলালত হৰিন্দৰে ট্ৰেক্টৰখন ৰাখিলে। মাক কোঠাৰপৰা ওলাই আহিছিল। হৰিন্দৰে হেন্দিমেনক ক'লে, "যাচোন, খবৰ লৈ আহ, মাই কি কৈছে।"

হেণ্ডিমেন চোতাল পালেগৈ। দয়ালো বাৰাণ্ডাত থিয় হৈ আছিল। তেওঁ কৈ আছিল—"হেৰ' আহচোন আহ, মই চাই থাকিব নোৱাৰো। দেহাটো ভাঙি-মুচৰি পেলাইছে। মুখেদি ফেন ওলাইছে। গাত হুচ নাই। কি হ'ব ক'ব পৰা নাই..."

হৰিন্দৰে ট্ৰেক্টৰ-ট্ৰলী এৰি তাত গৈ থিয় হ'লগৈ। হৰদিত্ত সিংহৰ শৰীৰ প্ৰায় দহ মিনিটমান ছাটি-ফুটি হৈ থাকিল। মুখ আৰু নাকত ফেনেই ফেন। উশাহ ল'বপৰা নাই। তাৰ পাছত তেওঁ অতি কষ্টেৰে দীঘল উশাহ টানিবলৈ ধৰিলে। লৰচৰ নকৰা হ'ল। হৰিন্দৰে তেওঁৰ নাকত চেপাদি ধৰিলে। মুখেৰে নিশ্বাস ওলাল। অলপ পৰৰ পাছত চকু মেল খালে। পচাৰিবলৈ ধৰিলে। পাছত 'হায়' বুলি কৈ বাগৰ সলালে।

"বচ ভাই, ঠিক হৈ গ'ল। তই পথাৰলৈ যা। এইদৰে বেহুচ হৈ এঘণ্টামান

থাকিবই, তাৰ পাছত চাহত ঢোক দিবলৈ বিচাৰিব।” দয়ালোৰে চিন্তিতভাৱে নিশ্বাস এৰিলে।

“এখেতক কোনো ঠাইত চিকিৎসা কৰোৱাগৈ ভাই, হৰিন্দৰ। নহ'লে এইদৰেই শেষ হ'ব যেন দেখিছো। মই জনাত এইবাৰ ধৰি তৃতীয় বাৰ কলিজা বন্ধ হৈছে।” চোতালেদি ওলাই যাওঁতে হেণ্ডিমেনে বৰ অশান্ত ভাৱেৰে ক'লে।

“এই বেমাৰৰ একো চিকিৎসা নাই, ভাই। এওঁৰ মাজে মাজে এনে অৱস্থা হৈ থাকিবই। চিকিৎসা হ'বই নোৱাৰে।” হৰিন্দৰে ট্ৰেক্টৰত উঠি উত্তৰ দিলে।

“মোৰ বোধেৰে এইটো মৃগী বেমাৰ যেন লাগিছে। লক্ষণটো তেনেকুৱাই লাগিল।”

“কি মৃগী বেমাৰ! এইটো বেলেগ মৃগী। মই সেইটো জানো।” হৰিন্দৰে চেল্‌ফ্‌ত হেঁচা দিলে। ট্ৰেক্টৰ চলিল।

দয়ালোৰে আকৌ মাত লগালে।

“আকৌ হ'ল কি?—সুধি আহচোন?” হৰিন্দৰ মাত খং মিহলি যেন লাগিল। দয়ালোৰে ফটাকানিৰে বান্ধি অনা ৰুটি টোপোলাটো দিলেহি। ক'লে, এইটোলৈ মনতে নপৰিল হ'বলা? পাছত আকৌ ঘৰলৈ চেকুৰিব লাগিলহেঁতেন। তোৰ দেউতাৰক এই অৱস্থাত এৰিথৈ মই পথাৰলৈ গ'লোহেঁতেন কেনেকৈ? পৰাঠা কৰি দিছো। আলু কবিৰ খৰখৰীয়া ভাজিৰে ইয়াতে বান্ধি দিছো।” আকৌ ক'লে—“গাখীৰৰ বটলটোও নানিলি হ'বলা, চাহ খাবি কিহেৰে?”

হৰিন্দৰে হেণ্ডিমেনক ক'লে, ‘যা, তয়ে লৈ আহগৈ বটলটো। এতিয়া যাব লাগে আৰু! ভালেমান বেলি হ'ল। ইমানপৰে বহুখিনি ঘেহুঁ সিঁচিব পৰা গ'লহেঁতেন।

হৰদিত্ত সিংহ জীয়েকৰ কাৰণে প্ৰথমেই দুঃখী হৈ আছিল। হৰিন্দৰেও বি.এ. পাছ কৰিলে। কোনো চাকৰি নকৰি ঘৰুৱা কামতে লাগি পৰিছে। এজন হালোৱা ৰাখি খেতি কৰিছে, খুব সতৰ্কতাৰে। খেতিৰ সকলো দায়িত্ব নিজে লৈ তেওঁ দেউতাকৰপৰা ফালৰি কটা যেন হৈছে। প্ৰথম অৱস্থাত হৰদিত্ত সিংহই পুতেকক খুব ডাবি-হুমকি দিলে, গালিও পাৰিলে। কিন্তু ল'ৰাই মানিলেহে হৈছে! ল'ৰাৰ গাত নতুন বতাহ লাগিল। বাপেকৰ গালিলৈ কাণ নিদি, ওলোটাই তেওঁ আধুনিক যুগৰ আদব-কায়দা বুজাবলৈহে ধৰে, যেন হৰিন্দৰহে বুঢ়া আৰু হৰদিত্ত যেন ল'ৰা। কয়, “তুমি নেজানা, দেউতা মহোদয়...।” তুমি সৰু সৰু মাটিগিৰিক মোকা বনাই মাটি সম্পত্তি গোটাইছা। ইন্‌কিলাবে সকলোকে সম কৰি পেলাব। তুমি গোটোৱা মাটি সম্পত্তি, তোমাৰ এই মায়া, টকা-পইছা তোমাৰ পেৰাত থাকিবলৈ দিব জানো? যিমানখিনিৰ ওপৰত আমাৰ হক আছে সেইখিনিহে ৰখা উচিত।

হৰদিত্ত সিংহই টিক্‌চি-বিক্‌চি উঠি কয়, “হেৰ, এইবোৰ সিহঁতৰ সম্পত্তি নেকি? “কেনেকৈ ঘটিলো তেই কি জানিবি? কোনে ঘটি দেখুৱাওক চাওঁ বাৰু! বৰ লেখা পঢ়া জনাটো ওলালি! মোক শিকাবলৈ আহিছ। তোৰ দৰে লোক ভোকত মৰিব—তোক

মই কৈ দিছো। তই আৰু ঘটি দিব নেলাগে বাৰু কিন্তু মই ঘটাখিনিকে চম্ভালি খোৱাৰ যোগ্য হ চোন!"

এবাৰ হৰদিত্ত সিংহ মেলেৰীয়া জ্বৰত শৰ্য্যাগত হ'ল। আঠ-নদিনৰ জ্বৰে দেহাটো ভাঙি পেলালে। উঠিবলৈকে শক্তি নোহোৱা হ'ল। সেই কেইদিনতে দুজন জাটে বন্ধকত থোৱা মাটি মোকোলাবলৈ আহিল। দুয়োৰে দুবিঘাকৈ মাটি বন্ধক দিয়া আছিল। পাঁচ পাঁচ হেজাৰত বন্ধক দিছিল। হৰদিত্ত সিংহ হোৱা হ'লে এশ এবুৰি আপত্তি উলিয়ালেহেঁতেন। তেওঁলোকে হৰিন্দৰৰ লগত কথা হ'ল। তেওঁ তৎক্ষণাৎ সন্মত হ'ল। ক'লে "তোমালোকে যি মন যায় দিয়া। পইছা যদি কম হৈ আছে, তথাপিও ভাবিব নেলাগে। চৰুক সুধি চাউল বহাব নেলাগে। আনা, মোকাবিলা কৰি পেলাওঁ।"

দেউতাকক লুকুৱাই মাকৰপৰা আলমাৰীৰ ছাবি আনিলে, খুলি, বহি উলিয়াই, মুকুন্দীৰ দোকানলৈ গৈ নাম কটাই পেলালে। দুয়োজন মাটিৰ মালিকে পূৰা পাঁচ হেজাৰকৈ টকা আনিছিলো। কিন্তু তেওঁ এজনক আঠশ আৰু আনজনক এহেজাৰ টকা ঘূৰাই দিলে। ক'লে, 'মই জানিছো যে বুঢ়াই ইমানখিনি টকা বেছি কৰি লগাই থৈছে। ইমানখিনি টকা সম্ভৱ তোমালোকে লোৱা নাছিলা, আৰু এতিয়া তোমালোকে দিয়াৰো আৱশ্যক নাই। ইমান দিনে আমি যিখিনি ফচল খালো, সেয়ে বহুত।"

মুকুন্দীৰ পুতেক ৰমেশে আচৰিত হৈ হৰিন্দৰৰ মুখলৈ ভেবা লাগি চাবহে পাৰিলে। দুয়োজন মাটিগিৰিয়ে এটা নোহোৱা-নোপোজা কথা হ'ল বুলি ধৰি ল'লে। হৰিন্দৰ আৰু দুয়োজন লোক যেতিয়া দোকানৰপৰা ওলাল, তেতিয়া ৰমেশে আনসকল লোকক শুনাই ক'লে, "ল'ৰাৰ মগজুত ঘূণে ধৰা যেন লাগিছে। হৰদিত্তক উদ্ধাৰ কৰিব যেন দেখিছো!"

তাত বহি থকা সকলে মহাজনৰ কথাতে হয়ভৰ দিলে।

মুকুন্দী ঢুকাল। এতিয়া গাদীত ৰমেশ বহিছে। ৰমেশৰ ল'ৰা দুজন, এজনী ছোৱালী। ছোৱালীক দশম শ্ৰেণীলৈ উত্তীৰ্ণ কৰায়ে বিয়া দিলে। বৰ পুতেকে পাটিয়ালাত ডাক্তৰী পঢ়ি আছে, সৰু পুতেকে চণ্ডীগড়ত ইঞ্জিনীয়াৰিং পঢ়িছে। দোকানখনক এতিয়াও লোকে মুকুন্দীৰ দোকান বুলিয়ে কয়। মুকুন্দী পুত্ৰই পিতাকৰ সকলো কাম কৰে। বাপচাই বেটা—একে স্বভাৱ, কথাৰ সুৰো একেই। কিন্তু তেওঁ নিজৰ পুতেক দুজনক এই ব্যৱসায়ৰপৰা সম্পূৰ্ণ আঁতৰাই ৰাখিছে। তেওঁ যুগৰ বতাহ কেনি বৈছে ধৰিব পাৰিছে। এই কাৰণেই পুতেকহঁতক বাহিৰত থৈছে।

হৰদিত্তই মেলেৰীয়াৰপৰা সকাহ পাই ফুৰা-চকা কৰিছে, কেইদিনমানৰ পিছত হে কথা-বতৰাবোৰ জানিব পাৰিলে। কি কৰিব, উপাইতো নাই? টকাখিনি ল'ৰাই গাঁৱলীয়া বেংকত জমা ৰাখিলে। হৰদিত্তই হৰিন্দৰক একো নক'লে। নিমাতে ৰ'ল। কিন্তু যিদিনা তেওঁৰ কলিজাত কিবা হোৱা যেন অনুভৱ কৰিলে, তেতিয়া ভাবিলে যে পুতেকে তেওঁ মৰাৰ পিছত সকলো সম্পত্তি শেষ কৰি পেলাব, তেতিয়াৰপৰা তেওঁ সম্বন্ধীয় লোকৰ

লগত আলোচনা কৰি কিবা ছয়-নিচয় কৰাৰ মানসেৰে ইঘৰ-সিঘৰলৈ যাত্ৰা আৰম্ভ কৰিলে। চন্নণৱাললৈ গৈ তেওঁ হৰিন্দৰৰ মোমায়েকৰ পুতেকহঁতক পুতেকৰ কাহিনী শুনালেগৈ। আনসকল মিতিৰৰ ঘৰলৈও গ'ল। মাত্ৰ এটা মিনতি কৰিলে যে তেওঁলোক গৈ পুতেকক বুজাবগৈ লাগে। যাতে ল'ৰাৰ মগজুটো সুস্থিৰ অৱস্থালৈ আহে। যাতে ভাবি-চিন্তি কাম কৰে। "মোকতো মানুহৰ শাৰীত নৰখাই হ'ল। মোৰ সমানেই হ'লহি, তাকতো মাৰি-কিলাই বুজোৱাৰ দিন নাই। মই এতিয়া গাঁৱৰ কাৰো লগত কথা পতাৰ লায়ক হৈ নপৰাতে পৰিলো। গাঁৱৰলোকো তাৰ ফলীয়া, এতিয়া। তাক এতিয়া ওলোটা ৰামায়ণ পঢ়ুৱাইছে। তাক নষ্ট কৰিলে। মানুহ মখাই আগৰে পৰাই দাঁত কৰচি আছিল। মই উপায়হীন হৈ পৰিছো, কি কৰিম? ক'লৈ যাম? কাক কওঁগৈ?"

সকলোৱে মাত্ৰ ইয়াকে ক'লে, "মই যাম বাৰু। কথা হ'মগৈ। বুজামগৈ। বোপাই, এইবোৰ কি কৰিছ! বাপেৰে গোটালে, আৰু তই কিয়..."

কিন্তু সম্বন্ধীয় সকলৰ দৰ্কাৰেই বা কি! কি স্বাৰ্থ! কোনো নাহিল। হৰদিত্ত সিংহই গোমোঠামনেৰে ঘূৰি পকিয়ে থাকিল। পথাৰলৈ যায়। মুকলি বৈঠকতো বহেগৈ, মুখেৰে মাত-বোল নকৰে। আগৰ দৰে লগোৱা-যুঁজোৱা কথা নেপাতে। লোকে কোৱা কথা শুনি থাকে। যেন তেওঁ বোবা হৈ পৰিল। যেন তেওঁৰ মগজুত কাৰো কথা নোসোমোৱা হ'ল। কাৰো কথাৰ প্ৰতি তেওঁৰ কোনো ৰুচি নোহোৱা হ'ল। সকলো কথাই তেওঁৰ কাৰণে পৰৰ যেন লগা হ'ল।

কেইবা দিনৰ পিছত তেওঁৰ মনত এটা কথা খেলালে। কিজানি হৰিন্দৰে মানি লয়েই। সি বিয়া পাতক, কিজানি সকলো কথা সলনি হৈ পৰে। তাৰ শহুৰেকৰ ঘৰে হয়তো তাক চম্ভালিব পাৰিব। ভাল ঘৰৰ ছোৱালী হ'লে তায়ে তাক পোনাব পাৰিব। আকৌ ভাবিলে, বিয়াৰ বিষয়ে তাক কেইবাবাৰো কাণ চোওৱা হৈছিল। দয়ালোৱে জোৰ দিয়ে ধৰিছিল, কিন্তু পুত্ৰই মানিলেহে। ক'লৈ, "এতিয়া বিয়াৰ প্ৰয়োজন নাই, বুঢ়া হৈ যোৱা নাই নহয়। বিয়া পাতিব লাগে, পাতিম এদিন।"

হৰদিত্ত সিংহই ভাবিলে, "সি বিয়া নপতাৰ প্ৰশ্নই নুঠে। আজি নহয় কালিলৈ বিয়া পাতিবই। কিন্তু এই ঘোচামৰ জৰিডালেৰে যদি তাক সোনকালে বান্ধিব পৰা যায় তেন্তে কিমান ভাল কথা হ'ব। এতিয়া কথা কোৱা ধৰণেই বেলেগ দেখিছো। বন্ধকত ৰখা মাটিৰ টকা জাটহঁতক ৰেহাই দি এইটো নতুনকৈ নকৰিব লগা কাম কৰিলে! হৰদিত্ত সিংহই এইটোকে একমাত্ৰ সমাধান বুলি ধৰিলে যে যিকোনো প্ৰকাৰে হৰিন্দৰক বিয়া পাতিবলৈ ৰাজি কৰাব লাগে। ছোৱালী দিবলৈ অহা জাটহঁত এতিয়া আহিবলৈকে এৰিছে। কথা-বতৰাত উমান পাই গ'ল যে হৰদিত্ত সিংহৰ পুতেক বিয়া পাতিবলৈ কোনোমতেই ৰাজি নহয়। নেজানো মনত কি পাঙিছে। নেজানো কোনজনী সৰগৰ অপেশ্বৰীক বিয়া পাতি আনিব খুজিছে। সম্বন্ধীয় লোকে অন্য কেইবা প্ৰকাৰৰ উৰা-বাতৰি প্ৰচাৰ কৰিছেই।

হৰিন্দৰৰ কথা-বতৰাবিলাক হৰদিত্ত সিংহৰ কাৰণে জুই সদৃশ হৈছে। হৰিন্দৰে কোনো কথাৰ অৱতাৰণা কৰিলেই হৰদিত্ত জ্বলি উঠে। আজে-বাজে বলকিবলৈ ধৰে। যেন তেওঁৰ মগজু বোলা বস্তুটো নায়েই। মাজে মাজে হৰিন্দৰে ইয়াকো কয়, "দেউতা, কৰাৰ ফল আগত দেখা পাবা। চাই থাকা।" যেন হৰিন্দৰে তেওঁ কৰা কৰ্মৰ কিবা ভু পাইছে। "কৰাৰ ফল আগত দেখা পাবা" কথাষাৰ শুনি তেওঁৰ মনলৈ দুটা কথা আহে। এটা হ'ল সৰ্বস্বান্ত হোৱা মানুহক সুদলৈ টকাদি মাটি বন্ধকত ৰখা কথা। দ্বিতীয়টো জঙ্গিৰা নাপিতৰ ভাগিনীয়েকক শেষ কৰাৰ কথা। আৰু আগতে মল্লণৰ নক্সালবাদী পুতেক বলকাৰকো তেওঁ গাঁওবুঢ়া পাখৰ সিংহৰ যোগেদি পুলিচৰদ্বাৰা ধৰাইছিল আৰু পিছত পুলিছে সেনাৰ লগত হোৱা গুলীয়াগুলীত নিহত বুলি ঘোষণা কৰিলে। দুয়োটা ল'ৰাই আছিল তেওঁৰ শত্ৰু। বলকাৰ আছিল তেওঁৰ প্ৰাণৰ শত্ৰু আৰু নচীব আছিল তেওঁৰ মৰ্য্যাদাৰ শত্ৰু। প্ৰথমে তেওঁ ভাবিছিল "দাঁতৰ হুল, চকুৰ কুটা গুছালো। তেওঁৰ অহং ভাব সদয় লগতে থাকে। তেওঁ ভাবে যদি সিহঁতে মোৰ পানীখোৱা পুখুৰীত বিহ ঢালিব খোজে, তেন্তে মই কিয় সহ্য কৰিম?" কিন্তু সময় পাৰহৈ যোৱাৰ লগে লগে তেওঁ বেয়া কাম কৰিলো বুলি উপলব্ধি কৰি যাবলৈ ধৰিলে। মল্লণৰ আত্মাই চাগৈ কি কৈছে বা, যাৰ ডেকা পুতেকক পুলিছে নিৰীহ পক্ষীৰ দৰে জীয়াতুদি মাৰি পেলালে। জঙ্গিৰাই বা কি ভাবিছে, নিজৰ পোৰ দৰে ভাগিনীয়েকক বিনা বাক্যে খতম কৰি পেলালে। জঙ্গিৰাই যে এতিয়াও নেজানে ভাগিনীয়েকক কোনে মাৰিলে। জঙ্গিৰা নাপিতৰ সিয়ে আছিল জীৱনৰ আধাৰ।

এতিয়া হৰদিত্ত সিংহৰ এনে লাগিছে যেন হৰিন্দৰে এই সকলোবিলাক কথা গম পাইছে। সেই কাৰণেই হয়তো কৈছে "কৰাৰ ফল আগত দেখা পাবা।" তেওঁ ভাবে যে সুদলৈ পইছা দি মাটি বন্ধক লোৱা কথা মনত খেলোৱা নাই—সি নিশ্চয় এইষাৰ কথা বলকাৰ আৰু নচীবক উদ্দেশ্য কৰিহে কৈছে। কিন্তু সেইটো তেওঁৰ ভ্ৰমহে। বলকাৰ আৰু নচীবৰ প্ৰকৰণটোৰ বিষয়ে হৰিন্দৰ একেবাৰে অজ্ঞ বুলিব পাৰি। হৰিন্দৰৰ কথা দূৰেই, গাঁৱৰ কোনেও এইটো গম নেপায় যে বলকাৰক গ্ৰেপ্তাৰ কৰাৰ জাল হৰদিত্তই পাতিছিল। এইটো কথা পাখৰ সিংহৰ গলাৰ ভিতৰতে থাকিল। পাখৰ সিংহৰ বাহিৰে আন কোনেও গম নেপালে যে এই ফাণ্ড পতাত হৰদিত্ত সিংহই ভাগ লৈছিল। ভাগলোৱাই নহয় গুৰিত তেৱেঁ আছিল। পাখৰ সিংহই এই ৰহস্য পেটত লৈয়ে সিপুৰী পালেগৈ। নচীবৰ বিষয়েও কোনোৱে একো নেজানে।

আচলতে নিজৰ পিতাকৰ সুদলৈ পইছা দিয়া আৰু পাক-চক্ৰ কৰি, অনেক যুক্তিৰে, সংস্থানহীন জাটহঁতৰপৰা মাটি বন্ধকত লোৱা কাৰণেহে হৰিন্দৰে দুখ পাইছিল। বাপেকৰ এই হিংসা প্ৰবৃত্তিটো তেওঁ ভাল নেপাইছিল। বি.এ. পঢ়াৰ লগে লগে তেওঁ মাৰ্ক্সবাদীৰ

সঙ্গত পৰিল। বি.এ. পাছ্ কৰাৰ পিছত তেওঁ প্ৰায়বিলাক মাৰ্ক্সবাদী সাহিত্য পঢ়ি শেষ কৰিলে। সম্পত্তিৰ অধিকাৰী হোৱাৰ প্ৰতি তেওঁৰ ঘৃণা উপজিল—নিজৰ পিতাকৰ দৰে গোটোৱা সম্পত্তিৰ ওপৰততো আৰু ঘিণ লাগিল।

হৰদিত্ত সিংহই সপোনত বলকাৰ আৰু নচীবক দেখিবলৈ ধৰিলে। দূৰৰপৰা যেন দুয়োৱে তেওঁলৈ ঘূৰি-ঘূৰি চাই আছে। কেতিয়াবা দুয়োকে একেলগে দেখে, কেতিয়াবা বেলেগে বেলেগে। বেছি ভাগ দেখে বলকাৰক। নচীবক দেখা পালেও আঁতৰত দেখে। বলকাৰলৈ তেওঁ যিমান ভয় লাগে নচীবলৈ নেলাগে। সপোনৰ মাজতে তেওঁ সাৰ পায় উঠিলে বহুসময়লৈ তেওঁৰ টোপনিয়ে নাহে।

পুৱা উঠি তেওঁ সপোনটো পাহৰিবলৈ চেষ্টা কৰে। তেওঁ বিৰক্ত হৈ ভাবিবলৈ ধৰে, বাৰু এই ল'ৰাহঁতক সপোনত কিয় দেখা পাওঁ? মৰি হাড়ত বন গজিল, এতিয়া সিহঁতৰ চিন-মোকাম একো নাই, তথাপিও সপোনত দেখা দিয়েহি কিয়? ইহঁতৰ প্ৰেতাত্মা দুটা এতিয়াও ঘূৰি ফুৰিছে কিজানি। প্ৰেতাত্মাতো ঘূৰিয়ে ফুৰে। এনেকুৱা নহ'ব লগা মৃত্যুত মানুহৰ গতি নহয় বা মুক্তি কেনেকৈ হ'ব পাৰে? তেওঁ জ্ঞানী লোকৰ কাহিনী শুনিছে। হৰদিত্তৰ ভয় উপজিবলৈ ধৰিলে—এই দুটা ল'ৰাৰ প্ৰেতাত্মাৰ প্ৰতি। তেওঁৰ অন্তৰত এই ভয়ে বাহ ল'লে। এই দুই আত্মাই হয়তো কেতিয়াবা তেওঁৰ লোকচান কৰিব। এদিন ৰাতি সপোনত তেওঁ দেখা পালে—বলকাৰে তাৰ অব্যৰ্থ ৰাইফলটো তেওঁলৈ টোৱাঁই ৰৈ আছে। সি ৰাইফলৰ ঘোঁৰাত টিপা দিছে। সপোনতে তেওঁ ভাবিলে ৰাইফলৰ গুলীয়ে এতিয়া তেওঁৰ বুকুভেদ কৰি যায়হে লাগে, আৰু তেওঁ চিৰদিনৰ কাৰণে শুই পৰেহে লাগে। ছটফটাই মৰি যাব। ভয়ত চিঞৰ মাৰি দিলে। দয়ালোৱে তেওঁৰ কাষতে খাট পাৰি শুই আছিল। হৰদিত্ত সিংহৰ ভয়াবহ চিঞৰ শুনি তেওঁ সাৰ পাই উঠিল একে কোবে তেওঁৰ ওচৰত থিয় দিলেহি। "কি হ'ল! কি হ'ল? বুলি কৈ তেওঁ তেওঁৰ বুকুত হাত দিলে। হেঁচুকি লৰাই দিলে। হৰদিত্তৰ উশাহ বন্ধ হৈ গৈছিল, খন্তেক পিছত 'হৰে ৰাম হ'ৰে ৰাম...ৱাহগুৰু ৱাহগুৰু...' বুলিবলৈ ধৰিলে। তাৰ পিছত উঠি বহিল।

"হুচ পাইছেনে?" দয়ালোৱে ক'লে।

"চাওঁ, পানী এগিলাচ দিয়া।" তেওঁৰ মাত ওলাল।

দয়ালোৱে পানী আনিলে আৰু সুধিলে, "কিহবাই হেঁচা মাৰি ধৰিছিল হ'বলা?"

"কিহে ধৰিছে বুলি সুধিছা! সি মাৰি পেলাবই খুজিছিল!"

"কাৰোবাক দেখিছিল হ'বলা?"

"এনে লাগিছিল..." কিবা এষাৰ কওঁ বুলি মনে মনে থাকিল, হৰদিত্ত সিংহ। ক'লে, "যোৱা শুই থাকাগৈ।"

তেওঁ দয়ালোক একো কথা ক'ব নখুজিলে। আগতেও তেওঁ এই বিষয়ে একো কথা কোৱা নাছিল। বলকাৰৰ বিষয়েও, নচীবৰ বিষয়েও। তেওঁ জানে যে মাইকী

মানুহক ভিতৰুৱা কথা কোৱামানে ইকাণ সিকাণ সহস্ৰ কাণ হোৱা। তিৰোতা মানুহক ভৰসা কৰিব নোৱাৰি!

কিমান বছৰৰ আগতে তেওঁ ৰামপুৰা ফুললৈ গৈছিল আৰু তাৰপৰা গাড়ীত উঠি ভাটিগুৱালৈ যাব লগা আছিল আৰু তাৰপৰা গোনেআনা হৈ মহমাচৰকাৰী। মহমাচৰকাৰীলৈ গৈ তেওঁ পুষ্পিন্দৰৰ কাৰণে চোৱা ল'ৰা জনৰ লগত বিয়াৰ পকা বন্দবস্ত কৰি বিয়াৰ দিন লোৱা কথা আছিল। সেইদিনা ৰামপুৰাতেই তেওঁ জঙ্গিৰাৰ ভাগিনীয়েক নচীবক হঠাৎ লগপাই গ'ল। তেওঁ নচীবক কোনোমতেহে চিনিব পাৰিছিল, অৱশ্যে তেওঁক লগ ধৰিবলৈ বিচাৰি আছিলো। য'তে লগ পোৱা হয়, তাক শেষ কৰিহে উশাহ পাব, যিহেতু তাৰ অশুভ ছাঁটো পুষ্পিন্দৰৰপৰা চিৰদিনৰ কাৰণে আঁতৰাই পেলাব। তাৰ পিছত ছোৱালীৰ বিয়া মহমাচৰকাৰীৰ ল'ৰা গুৰজণ্ট সিংহৰ লগত পাতিহে শান্তিৰে উশাহ ল'ব।

তেওঁ তাকে কৰিলে। নচীবক যিকোনো উপায়েৰে ৰামপুৰাৰ বাছত তুলি ল'লে, ফাকি দিলে যে লহৰাধূৰকোটলৈ গৈ ট্ৰেক্টৰ কিনিব। লিখাপঢ়া জনা নচীবে ট্ৰেক্টৰ কিনাৰ ৰচীদ-পত্ৰবিলাক ভালকৈ চোৱা-চিতা কৰিব পাৰিব। লহৰাধূৰকোটলৈ বুলিয়ে মহিৰাজৰ বাটেদি গৈ কপাহ থোৱা গুডাম ঘৰত তেওঁ নচীবক গুলীয়াই মাৰি পেলালে। নিজে তৎক্ষণাৎ লহৰাধূৰকোটৰ বাছ আস্থানলৈ আহি ভাটিগুৱালৈ যোৱা বাছত উঠিলগৈ। ৰাস্তাত উঠাৰ লগে লগে সিফালৰপৰা অহা বাছ আহি পাইছিলেহিয়েই।

তেওঁ মহমাচৰকাৰীলৈ গ'ল ঠিকেই কিন্তু সেই দিনা ল'ৰাজন ঘৰলৈ নাহিল। আগতে প্ৰতিদিনে ঘৰলৈ আহে। সেইদিনা ৰাতি ঘৰত থাকিবলৈ নাহিল। হৰদিত্তই ৰাতিলৈকে বাটচাই তাতে থাকিল। পিছদিনা দুপৰলৈকে বাট চালে। মানুহ পঠিয়াই খবৰো কৰালে। সেই সময়তে তেওঁৰ পোষ্টিং ভাটিগুৱাতে হৈছিল। তথাপি তেওঁক লগ কৰিব নোৱাৰিলে। পৰাজিত হৈ হৰদিত্ত সিংহ গাঁৱলৈ উলটিল। গাঁৱতো কোনো হো-হাল্লা নহ'ল। তেওঁ গাঁৱলৈ যোৱাৰ পিছতহে দুজন চিপাহী ফুল থানাৰপৰা আহিছিল। তেওঁলোকে গাঁৱত হলিয়াজাৰি কৰিথৈ গ'ল বোলে—ৰামপুৰামণ্ডিৰ পুলিচ চকীত নচীবৰ লাচটো আনি থৈ দিয়া হৈছে।

যিদিনাখন নচীবক হত্যা কৰা হৈছিল, সিদিনা কপাহ ৰখা খোটালী কিটাত এন্ধাৰলৈকে মানুহৰ আহ-যাহ চলি আছিল, কিন্তু খোটালীত সোমোৱাৰ দৰ্কাৰ কাৰো হোৱা নাছিল। লাচটো ওৰে ৰাতি তাতে পৰি থাকিল। কেনেকৈ ছটফটাই থাকি প্ৰাণ ত্যাগ কৰিলে, অভাগাই! পিছদিনাখন বেলি ওলোৱাৰ বহুপৰৰ মূৰত কুকুৰেহে শটো বিচাৰি উলিয়ালে। কুকুৰবোৰে ইফালে-সিফালে দৌৰি, ভুকি, যুঁজ-বাগৰ কৰি, ইটোৱে সিটোক গুজৰি থাকিল। শিয়াল কেইটামান খোটালীৰ আঁতৰত পথাৰৰ আলিত বহি আছিল। ল'ৰা কেইটামানে আগফালৰ বেৰাইদি জাপ মাৰি সোমাই শটো দেখা পালে আৰু ওলাই আহি যাকে য'তে পালে কৈ হুলস্থূল লগালে। লহৰাধূৰকোটৰ গাওঁবুঢ়াজনক

মাতি আনিলে। গাওঁবুঢ়াই তৎক্ষণাৎ চকীদাৰক মাতি ৰামপুৰা মণ্ডিৰ পুলিচ চকীলৈ খবৰ দিয়ালে। দুপৰীয়া পুলিচ আহিল-আহোঁ-নাহোঁকৈ। গাঁৱৰ কাৰোবাৰপৰা ট্ৰেক্টৰ-ট্ৰলী খুজি আনি লাচটো নি মণ্ডিত পেলালেগৈ। আস্পতাললৈ নি পোষ্টমৰ্টেম কৰালে।

এন্ধাৰ হোৱাত মণ্ডিৰ কেইজনমান ল'ৰা ফুৰি-চাকি পুলিচচকী পালেহি। এজন ল'ৰাই চিনি পালে—এওঁতো নচীব সিংহ, খড়ক,সিং চুবুৰীৰ। তেওঁৰ লগতে কলেজত পঢ়িছিল।

খবৰ পাই তৃতীয় দিনাখন জঙ্গিৰাই লগত দুজন মানুহ লৈ ৰামপুৰামণ্ডিলৈ আহিল। চিনি পালে, নচীবেই হয়। তেওঁ ভাগিনীয়েকৰ বুকুত ঢলি পৰি হিয়াধুনি কান্দিবলৈ ধৰিলে। তেওঁৰ কান্দোন কোনেও চাব নোৱাৰিলে। পুলিচৰ বিশ্বাস হ'ল যে তেওঁ তাৰ সম্বন্ধীয়। জঙ্গিৰাৰ লগত অহা মানুহ দুজনৰ এজন হ'ল হৰদিত্ত সিংহ, আনজন পাখৰ সিংহৰ পুতেক মেহৰ সিংহ। গাওঁবুঢ়া হোৱাহেতু জঙ্গিৰাই মেহৰ সিংহক ল'লে আৰু প্ৰভাৱশালী লোক কাৰণে হৰদিত্ত সিংহক ল'লে। কাৰণ চৰকাৰৰ লগত কথা পাতিব জানে। সকলো বিষয়াই হৰদিত্তক চিনি পায়। পুলিচে তেওঁক সন্মানো কৰে। জঙ্গিৰাৰ তেওঁ নলে-গলে লগা বন্ধুও। পুৰণিকলীয়া সম্বন্ধ তেওঁৰ লগত। হৰদিত্ত সিংহ পইছা থকা মানুহো। লাগ বুলিলে টকা দিব পাৰে, কামত আহিব। দুপৰীয়া লাচ্ তেওঁলোকৰ জিম্মাত দিলে। মণ্ডিৰপৰাই এখন ট্ৰাক ভাৰালৈ ল'লে। পইছা হৰদিত্তয়ে দিলে। আবেলি লাচ আহি গাওঁ পালেহি। গাঁৱৰ মানুহে ত্ৰাহি ত্ৰাহি বুলিবলৈ ধৰিলে। কি অঘটন ঘটিল? জঙ্গিৰাৰ লগত আজি পৰ্য্যন্ত কাৰো থোতা-মোজা এটাও লগা নাই। ল'ৰাটোও আছিল চিধা। মুখত টান মাত এষাৰো নোলাইছিল। কোনেও একো বুজিব নোৱাৰিলে। চুবুৰীৰ সকলো গোটখাই নচীবৰ সৎকাৰ কৰি পেলালে।

## ৩

কপাহ আৰু মাকৈ খেতিৰ বতৰ। সেইটো কিযে অমঙ্গলীয়া সময় আছিল যে ৰাতি পুৱাল কি নুপুৱালতে, মুখ চিনিব নোৱাৰা অৱস্থাতে, নচীবে চোৰৰ দৰে পুষ্পিন্দৰক ঘৰৰ আগত লগ ধৰি গৈছিল আৰু তেওঁলোকে ৰামপুৰাৰ প্ৰফেচাৰ সজ্জন সিংহৰ ঘৰলৈ গৈ নতুন কাৰ্যসূচী তৈয়াৰ কৰাৰ কথা আছিল। আঁচনিনো কি, সেইদিনাই বিয়া পতা কথাটো পকা হৈ গৈছিলেই। পিছত দুয়ো কলিকতালৈ পলাই গুছি যোৱা কথা আছিল।

বহুত চেষ্টা কৰা সত্বেও পুষ্পিন্দৰক মাকে ঘৰৰ বাহিৰ ওলাই যাবলৈ নিদিলে।

বেচেৰীয়ে ইমানখিনি সাহসো গোটাব নোৱাৰিলে যে বলেৰে ওলাই গৈ ভাইৰূপা বা বুৰজগিল্লা বাহ আস্থান পাই বাহত উঠি চৰাই বা পশুৰ দৰে প্ৰফেচাৰ সজ্জন সিংহৰ চোতালত উৰামাৰি বা দৌৰি ওলাবগৈ। চিৰ দিনৰ কাৰণে নচীবৰ দুবাহুৰ মাজত সোমাই পৰিবগৈ। দেউতাকতো ঘৰত নায়েই। কান্ধত বন্দুক লৈ ওলাই গ'লেই। দয়ালোৰেতো জানেই যে তেওঁ মহমাচৰকাৰীলৈ গৈছে, কিন্তু পুষ্পিন্দৰে এইবিষয়ে একো ভু নেপালে। যলৈকে নেযাওক, মুঠতে দেউতাক এতিয়া ঘৰত নাই। মাকহে অকলে আছে। যদি পুষ্পিন্দৰে ওলাই দৌৰ মাৰি গুছি গ'লহেঁতেন তেন্তে মাকে জানো বাধা দিব পাৰিলেহেঁতেন? কিন্তু সেইটো নহ'ল। পুষ্পিন্দৰে তেনে নকৰিলে। পাখি ভগা চৰাইৰ দৰে অসহায় অৱস্থাত ছটফট কৰি ঘৰতে বহি থাকিল। মাকে পূৰা নজৰ দি থাকিল। মুঠতে তাই যাতে ঘৰৰ বাহিৰ ওলাবলৈ নেপায়। পুষ্পিন্দৰৰ কাৰণে তেওঁলোকৰ দুৰ্গসদৃশ ঘৰটোৰ লোৰ গেটখন কোনো জিলাৰ কাৰাগাৰৰ দৰে বিৰাট গেট হৈ পৰিল—ভয়াবহ, মজবুত। এই অত্যাচাৰী আৰু জুলুমভৰা গেটখনৰপৰা তাই বাজ ওলাব নোৱাৰিব। তাই জীৱনটোৱেই এই গেটখনৰ ভিতৰ ফালেই উচুপি কান্দি-কাতি থাকি শেষ নিশ্বাস পেলাব লাগিব। বাৰ কি একমান বজাত তাই নিজৰ বহা শোৱা কোঠাত সোমালগৈ আৰু গাত লেপলৈ পৰি থাকিল। মূৰ ঢাকি ল'লে। লেপখন তাইৰ কবৰৰ মাটি যেন লাগিল। এই মাটিৰ তলতে তাইৰ দেহাটো মাটিহে যাব—তাই ভাবিলে। তাই যেন সপোন দেখিলে—তাই প্ৰফেচাৰ সজ্জন সিংহৰ ঘৰত, নিজৰ নচীবৰ কাষত উপস্থিত হৈছেগৈ আৰু দুয়ো যেন প্ৰফেচাৰৰ লগত পৰামৰ্শ বিচাৰি আলোচনা কৰিছে। এঘণ্টামান তাই এই কল্পনাৰ সপোনসনা ৰাজ্যতে বিচৰণ কৰি কটালে। কোঠাত কাৰোবাৰ খোজৰ শব্দ শুনা যেন লাগিল। তাইৰ সহপাঠী জাইলো আহিছে তাইক লগপাবলৈ। কেনেবাকৈ গম পালে বোলে পুষ্পিন্দৰ আহিছে, লগ পাবলৈ আহিছে। বি.এ. পাছ কৰাৰ পিছত তাই নিবনুৱাহে ঘৰতে সোমাই আছে। বেচেৰীৰ বিয়াৰো একো উম-ঘাম নাই। তাই কিবা ট্ৰেইনিং ল'বলৈ ইচ্ছা কৰিছে। আন নহ'লেও বি.এড. হোৱাটোকে মনত পাঙিছে। তাই ভাবিলে পুষ্পিন্দৰক লগ পাই লোৱা হওক আৰু তেওঁ কি পৰামৰ্শ দিয়ে চোৱা যাওক।

মুখৰপৰা লেপখন গুছাই তাই জাইলোক ট-টকৈ চালে। মুখেৰে একো নেমাতিলে। দৃষ্টিত গভীৰতা। এনেকৈ চোৱা দেখি জায়লোৱে প্ৰথমে ভয়েই খালে, পিছত গালত চিকুট এটা মাৰি ক'লে, "বহিবলৈকে নক'বা যেন দেখিছো। হেৰা, ভেমটো বা কি! লেপলৈ শুলাযে! বৰ ভাগৰ লাগিল নেকি?"

তথাপি তাই নেমাতিলে।

জাইলো তাইৰ পথানতে বহি দিলে—দুয়ো হাতেৰে নিজৰ গালদুখনকে সাবটি ধৰিলে। তাৰ পিছত তাই পুষ্পিন্দৰৰ লেপখন টান মাৰি গুছাই দিলে। "পিন্দৰ, মোৰ লগত কথা নেপাতিবাই নেকি?"

তাইৰ চকুত লোতক উপচি পৰিল। জাইলোৱে তাইৰ ফালে জুপি চালে। পিছত সুধিলে, "কি হ'লনো, কোৱানা!"

এতিয়া তাইৰ মুখেদি চেপামৰা যেন আৱাজ ওলাল। যেন কথা ক'ব নোৱাৰা পশুৱেহে কেঁকাইছে।

জাইলোৱে তাইক ভৰি কোঁচোৱাই বহুৱালে। তাইক কন্দা দেখি বেচেৰীও ভয় খাই উঠিল। "কোৱানা পিন্দৰ তোমাৰ হ'ল কি? মোৰে শপত, কোৱা, কি কথা? যদি পাৰো, কিবা কৰিব লাগিলে ময়ে কৰিম।"

পুষ্পিন্দৰে চকুলো মুছিলে। চুপহৈয়ে থাকিল। পিছত ক'লে, "আজি দেউতা গৈছে।"

"কলৈ?"

মহমাচৰকাৰী। তাত কোনোবা ল'ৰা ওলাইছে। মোক চাই গৈছে। সন্মতি দি গৈছে। এতিয়া মই জনাত বিয়া ঠিক কৰিবলৈ গৈছে।

"তেনেহলে তুমি এতিয়া কি কৰিব বিচাৰা?"

"নচীবো আহি পাইছেহি।"

"আহিছে নেকি?" নচীব আৰু পুষ্পিন্দৰৰ গুপুত সম্বন্ধৰ কথা জাইলোৱে গম পায়। পুষ্পিন্দৰে এদিন নিজেই সকলো কথা কৈছিল। জাইলো বিশ্বাসী ছোৱালী— পুষ্পিন্দৰৰ ভাল বান্ধবী। জাইলো হ'ল এটা নাদৰ দৰে। তাইক কোৱা কথা বাজ নোলায়। এদিন আবেগতে পুষ্পিন্দৰে সকলো কথা তাইক কৈ পেলাইছিল।

"অ, কালি ৰাতি আহিছিল। আজি পুৱা দোকমোকালিতে মোক লগ ধৰি গৈছে।"

"ঘৰৰ কোনেও গম নেপালেনে?"

"নেপালে, মই মোৰ কোঠাতে উঠি বহি আছিলো। আহিলে, কথাপাতি গুছি গ'ল। ৰামপুৰালৈ গৈছে। প্ৰফেচাৰৰ ঘৰত মোলৈকে বাট চাই আছেগৈ।"

"কোন প্ৰফেচাৰৰ ঘৰত?"

"সজ্জন সিংহৰ। আমাৰ আপোন প্ৰফেচাৰ এজনহে। আৰুনো এই সংসাৰত আপোন বুলি ক'বলৈ আছে কোন?"

"তাৰ পিছত?"

"মাই মোক যাবলৈ দিয়া নাই। তেওঁ তাত বহি থাকিবগৈ পায়। নেজানো তেওঁ কি ভাবিছে চাগৈ!"

"তেন্তে—এতিয়া?"

"দেউতাই যদিহে বিয়াৰ দিনলৈ আহে আৰু যদি বলেৰে মোক বিয়া দি দিয়ে, তেতিয়া বাৰু মই কি কৰিম?"

"বিয়া কেনেকৈ হ'ব? তুমি মত দিলেহে বিয়া হ'ব।"

"মোৰ মতৰ কি মূল্য আছে!"

"সেইটো বিষয়ত মই কওঁ শুনা।"

"কোৱাচোন!" পুষ্পিন্দৰৰ দুচকু শলিতাডালৰ দৰে জ্বলি উঠিল। তাই পোন হৈ বহিল।

"মই সেই ল'ৰাটোলৈ চিঠি লিখি জনাই দিওঁ—চিধাচিধি। গোটেই কথা খোলাখুলিকৈ লিখি জনাই দিম-ভাই..."

"হয়, ঠিকেই হ'ব। তাকে কৰা যাওক। লেফেফা দিওঁ?"

"ল'ৰাজনৰ নাম কি?—জানানে?"

"পূৰা এড্ৰেছ লিখি দিছো ৰ'বা—গুৰজণ্ট সিংহ, এফ.চি. আই. ইন্সপেক্টৰ, ডাকঘৰ মহমাচৰকাৰী, ভায়া গোনে আনা, জিলা ভাটিণ্ডা। বচ, এয়ে যথেষ্ট। চিঠি তেওঁ পাই যাব।"

জাইলোৱে লেফেফা লৈ চিঠি লেখাত লাগি গ'ল। নচীবৰ বিষয়ে সকলো লিখিলে। ইমান পৰ্য্যন্ত যে বিয়া নচীবৰ লগতহে হ'ব। এওঁলোকৰ সম্বন্ধ কেইবা বছৰ ধৰি। চিঠিৰ তলত কাৰো নাম নিদিলে। জাইলোৱে ঘৰলৈ গৈ ফাকি-ফুকা দিলে। ৰামপুৰালৈ সাধাৰণ বাছ পোৱা যায়। তাই ভাইৰূপালৈ গৈ বাছত উঠিলগৈ। ৰামপুৰা ডাকঘৰৰ লেটাৰ বক্সত চিঠিখন ভৰালে। তাই প্ৰফেচাৰ সজ্জন সিংহৰ ঘৰ ওলালগৈ। নচীব তাত নাই। তাই প্ৰফেচাৰক সোধাত ক'লে যে নচীব বজাৰলৈ ওলাই গ'ল, বহুত পৰ হ'ল ঘূৰি অহা নাই। প্ৰফেচাৰে তাতকৈ অধিক ক'ব কি? তেখেতে মাত্ৰ ইয়াকে জানিব খুজিলে যে "তুমি নচীবৰ বিষয়ে কিয় সুধিছা? তেওঁৰ লগত তোমাৰ কাম আছে নেকি?"

"হয় চাৰ, মোক পুষ্পিন্দৰে পঠিয়াই দিছে। তেওঁকতো ঘৰৰ মানুহে আহিবলৈ কে নিদিলে। মই নচীবক তাকে ক'বলৈ বুলি আহিলো।"

"ঈশ্বৰে তোমাৰ মঙ্গল ক'ৰক!" প্ৰফেচাৰে কিতাপখন মেলা ভাগতে ওলোটাই টেবুলত থৈ নিজৰ চছমাযোৰ খুলিলে আৰু আইনা দুখন ৰুমালেৰে মোহাৰি ৰ'ল। নিজৰ বাওঁ আঁঠুত থপৰিয়াই তেখেতে ক'লে, "ময়ো পুষ্পিন্দৰলৈকে বাট চাই আছো। মই ইয়াত বহি আছো। ছুটীও ল'লো আজি। আৰু কোৱাচোন।" পুনৰ অনুতাপ কৰি ক'লে, "ওঁ, কথা তেন্তে সেইটোৱে হ'লগৈ!" আকৌ জাইলোলৈ চাই ক'লে, "তুমি এতিয়া গাঁৱলৈ ঘূৰি যোৱাগৈ। বেলি ভাটি দিলেই। মই নচীবক কৈ দিম। আহিবতো তেওঁ। নেজানো কেতিয়া আহিব।"

"চাৰ আপুনি নচীবক ইয়াকে মাত্ৰ ক'ব যে তেওঁ গাঁৱলৈ ঘূৰি আহক। মোক লগ কৰক। মই তেওঁৰ লগত কথা হ'ম। এতিয়া যিখন..."

প্ৰফেচাৰে জাইলোৰ সাহটো দেখি বৰ সন্তোষ পালে। ক'লে, "হেৰা, তুমি আমাৰ লগ লাগিলা যেতিয়া এই কাম হ'বই!"

সন্ধিয়া হওঁ হওঁ পৰত জাইলো চুবুৰী পালেগৈ। প্ৰথমে পুষ্পিন্দৰৰ ওচৰলৈ গ'ল।

সকলো কথা ক'লে। তাইৰ কথা শুনি পুষ্পিন্দৰে শান্তিৰ নিশ্বাস পেলালে। কিন্তু বাৰে বাৰে ইয়াকে সুধি থাকিল "চিঠিখন ভালকৈ এঠা লগাই পোষ্ট কৰিলা নহয়?"

কিন্তু আইৰ ঘৰলৈ যাম, দুই হাতেৰে খাম, বিধাতাই বোলে ময়ো পিছে পিছে যাম। মানুহে কিমান কথাই যে নেভাবে; কত পাং পাতে, মগজুত কত ছল-চাতুৰি খেলায়, কিন্তু এই সকলো স্ফূৰ্ত্তি-চালাকী সকলো মাটি হৈ যায়। পৰিস্থিতি তাতকৈও অধিক চালাক হৈ পৰে। আতিশৰ্য্য হ'ল চতুৰাণন। সত্য অন্ধ হৈ হৈ ৰৈ যায়। শ্ৰদ্ধা আৰু বিশ্বাস বোকাত সোমাই পৰে। ওপৰৰ জনাই সকলো ওলট-পালট কৰি পেলায়।

তৃতীয় দিনাখন কাউৰী-কুকুৰে অপৱিত্ৰ কৰা নচীবৰ লাচটো আহি গাওঁ পালেহি। পুষ্পিন্দৰে শুনা মাত্ৰে যি দাঁত কামুৰিলে মেল নেখালে। মাকে চাৰিওফালে সৰিয়হ ফুটাই ছটিয়াবলৈ ধৰিলে, মানুহক ইয়াকে ক'লে বোলে "ছোৱালীজনীৰ গাত পৰৰ চাট পৰিছে!"

তেওঁ জীয়েকৰ দাঁত খোলাৰ চেষ্টা কৰি বলেৰে খুলিলেও পুনৰ কামুৰি ধৰে।

দয়ালো আৰু হৰদিত্তৰ এইটো কথাৰ প্ৰতি সংশয় নাছিল যে ছোৱালীৰ এই অৱস্থা কিয় হৈছে। তাই কিমান কষ্ট পাইছে। কেনেবাকে জীৱটো যায় বুলিহে ভয় হৈছে। কিন্তু তাতকৈয়ো বেছি ভয় খাইছে, কেনেবাকৈ তাই নচীবৰ নাম নল'লেহে হৈছে। এনেহ'লে বংশৰ মান-মৰ্য্যাদা শেষ হৈ যাব। মানুহে নাজানো কি কি যে কথা নুলিয়াব।

জাইলোৱে শুনা মাত্ৰে দৌৰ মাৰি আহি পুষ্পিন্দৰৰ কাষ পালেহি। তাইৰ অৱস্থা চম্ভলাত লাগি গ'ল।

## ৪

নচীবৰ হত্যাৰ বাতৰি পাঞ্জাবৰ বাতৰি কাকতসমূহত প্ৰকাশ হ'ল। পুলিচে কেচটো লিপিবদ্ধ কৰিলে। অনুসন্ধান চলিল। কিন্তু কোনে হত্যা কৰিলে একো উমান পোৱা নগ'ল। নচীবৰ দাহ সংস্কাৰৰ পোন্ধৰ-কুৰিদিনমানৰ পিছত হৰদিত্ত সিংহ আকৌ মহমাচৰকাৰীলৈ গ'ল। ল'ৰাজন সেইদিনা ঘৰতে আছিল।

হৰদিত্ত সিংহই হেজাৰ চেষ্টা কৰিও ল'ৰাজনক সন্মত কৰাব নোৱাৰিলে। অমান্য কৰিয়ে থাকিল। ফাঁকি জুৰিলে। হৰদিত্ত সিংহই পিছ নেৰা যেন দেখি ল'ৰাই স্পষ্ট উত্তৰ দিলে, "মই এই সম্বন্ধ পাতিব খোজাত নাই।"

"কিয়, বোপা?" হৰদিত্ত সিংহই সুধিলে।

"কিয়নো—বচ—নহ'ব..." ল'ৰাই তথাপিও কথাটো খুলি নক'লে।

জাইলোৰদ্বাৰা পঠিওৱা চিঠি গুৰজণ্ট সিংহই পালে। তেওঁ 'হাঁ' বোলে কেনেকৈ!

চিঠি পঢ়ি চাগে তেওঁ অনেক সমস্যাৰ সন্মুখীন হ'ল। তাৰোপৰি তেওঁ নচীব হত্যাৰ খবৰো পঢ়ি পাইছে। এইটো খবৰ পঢ়িতো তেওঁ বিচলিতই হ'ল। ভাবিলে যিজনী ছোৱালীৰ পিছত লাগি হত্যা পৰ্য্যন্ত হ'ব পাৰে, কি জানি, সেইজনী বা কেনে ধৰণৰ ছোৱালী। এই ছোৱালীৰ জালত সোমাবলৈ তেওঁৰ কি দৰ্কাৰ!

হৰদিত্ত সিংহ নিৰাশ হৈ গাঁৱলৈ উলটি আহিল।

তেওঁ ঘৰ পালেহি হয় কিন্তু পুষ্পিন্দৰক ঘৰত নেপালেহি। হৰিন্দৰক লগত লৈ তাই পাটিয়ালালৈ গ'ল—লগত নিজৰ সকলো কাপোৰ-কানি আৰু বয়-বস্তুলৈ গৈছে। যাওঁতে মাকক কৈ গৈছে যে "লাগিলে মোক যিহকে নকৰক, মই বিয়া-চিয়াত নোসোমাওঁ, এতিয়া। মই এতিয়া এম. এ. হ'ব লাগিব। বেঙ্কত বৰ্তমান মোৰ নামত এহেজাৰ মান টকা আছে। শেষ হ'লে হৰিন্দৰলৈ চিঠি দিম। হৰিন্দৰেই গৈ মোক পইছা দি আহিবগৈ। মই ইয়ালৈ আৰু কেতিয়াও নাহো। যদি মোৰ প্ৰতি আৰু শাসন কৰিবলৈ বিচাৰা তেন্তে কৈলে গুছি যাও ঠিক নাই। এতিয়া মোৰ জীৱনৰ মালিক মই। যেতিয়াই মনযায় বিয়া পাতিম। যাকে মন যায় তাৰে লগত বিয়া সোমাম। মোক বান্ধি ৰাখিব নোৱাৰা। ইমানকে জানি থোৱা। দেউতাকো নিঃসন্দেহে এই কথা কৈ দিবা।"

পাটিয়ালালৈ অহাৰ এদিন আগতে হৰিন্দৰক সকলো দুখৰ কথা ক'লে। কথাকৈ যাওঁতে দুচকুৰপৰা সৰসৰকৈ লোতক বৈ আছিল। হৰিন্দৰে তাইক খুব মৰমো কৰে। সিটো বায়েকৰ কাৰণে প্ৰাণো দিবলৈ সাজু। সি বায়েকৰ প্ৰতিটো কামত অহাবিধৰ ল'ৰা। আনহাতেদি এজন চফল ডেকা। সকলো কথা গৰকি চাব পৰা। বায়েকৰ দুখ সি সহ্য কৰিব নোৱাৰিলে। ক'লে, "তই মোক সকলো ভাঙি কৈদে, মই তোৰ হকে কি কৰিব পাৰো চাওঁ।"

"মাত্ৰ মোক পাটিয়ালাত থৈ আহগৈ। মোৰ লগত বীৰৰ দৰে ওলা। মই অকলেই যাব পাৰিলোহেঁতেন, কিন্তু এতিয়া সাহস হেৰাই গৈছে। মই ভাগৰি পৰিছো। এবাৰলৈ মোক পাটিয়ালাত থৈ আহ। তাত মোৰ কিতাপতে মন বহিব। এম. এ. হৈ লওঁ, দে।" তাই শেষ কথাষাৰ কৈ মনতে ভাবিলে—"এই এম. এ. হৈ লোৱা কৰ্ত্তব্যটো তেওঁ বেচেৰায়ো পৰামৰ্শ দিছিল। সেইকণ কৰ্ত্তব্যকে পালন কৰোঁ।"

হৰিন্দৰে মাকক জোৰদি ধৰিলে। ঘৰৰ সকলো পা-পইছা যদিও তেওঁলোকে গাঁৱৰ বেঙ্কত নাইবা ৰামপুৰাফুলৰ কোনো বেঙ্কত জমা ৰাখিছে তথাপি ঘৰত খৰচ কৰিবৰ কাৰণে পাঁচশৰপৰা এহেজাৰলৈকে টকা ঘৰত ৰাখে। অ'ত-ত'ত—কোনো বাকচত, চন্দুকত বা টেমাত, নহলে টিঙৰ ভিতৰত। দয়ালোহে জানে ক'ত-ক'ত কিমান আছে। হৰদিত্ত সিংহয়ো দয়ালোক সুধিহে পইছা নিয়ে। পাটিয়ালালৈ যাবৰ কাৰণে এতিয়া মাকৰপৰা পাঁচশ টকা হৰিন্দৰে ল'লে। পইছা হাতত থকা ভাল কথা।

পাটিয়ালা বিশ্ববিদ্যালয়ৰ হোষ্টেলৰ আগৰ কোঠাটোকে পুষ্পিন্দৰে পালে। তেওঁৰ ভালেমান বয়বস্তু এতিয়াও তাতে পৰি আছিল। অলপো ইফাল-সিফাল হোৱা নাছিল।

মাত্র তেওঁৰ ক্লাচত কেইটামান পুৰণি লেক্‌চাৰত উপস্থিত থাকিব নোৱাৰিলে। এতিয়া গোটেই বছৰটো আছেই। তেওঁ সেই কেইটা লেক্‌চাৰ পূৰাই ল'ব পাৰিব সহজতে।

হোষ্টেলৰ ছোৱালীবিলাকক ফাকি দিলে যে ঘৰত গৈ বেমাৰ পৰিলে। সেইকাৰণে আহিব নোৱাৰিলে। তেওঁৰ চেহেৰাও কিবা টান বেমাৰৰ পৰা উঠা যেন হৈ আছিলেই। ছোৱালীবিলাকে তাইক খুব মনোযোগেৰে চাই নানা প্ৰকাৰে অনুমান কৰি ল'লে। কিন্তু তেওঁলোকে মুখেৰে একো নকলে। নিজ নিজ কোঠালৈ গৈ কি জানি কোনে কি আলোচনা কৰিলেগৈ। সঙ্গৰুৰপৰা অহা তাইৰ লগত পঢ়া খত্ৰীয় ছোৱালী পদ্মাই তাইৰ সকলো ভেদৰ কথা জানে। নুসুধিলে একো। পুষ্পিন্দৰৰ উদাস চেহেৰা আৰু চকুত বেদনাময় চাৱনি তাই চাইহে থাকিল। মাজে মাজে তেওঁৰ দৃষ্টি গম্ভীৰ হৈ উঠে। ইটো-সিটো অলাগতিয়াল কথা পাতি তাইক সান্ত্বনা দি ৰ'ল। হৰিন্দৰৰ প্ৰতিহে অধিক মৰম দেখুৱালে। সেই কোঠাটোৰ চাৰিবেৰৰ মাজৰপৰা বাজলৈ উলিয়াই পুষ্পিন্দৰৰ দুখখিনি আনক জনাবলৈ নিবিচাৰিলে।

হৰদিত্ত সিংহৰ পাক-চক্ৰই কাম নিদিলে। মহমাচৰকাৰীৰ ল'ৰাজন হাতৰপৰা এৰাল কি হ'ল? ল'ৰাটো আৰু বহুত পোৱা যাব। কিন্তু পুষ্পিন্দৰ এইদৰে ঘৰৰপৰা ওলাই গুছি যোৱা তেওঁৰ অতি অসহ্য লাগিল। ছোৱালীজনীতো একপ্ৰকাৰ বেয়ালৈ গ'লেই বুলিব পাৰি। কাৰো কথা নেমানে। ছোৱালীৰ চৰিত্ৰ বেয়া হ'লে ল'ৰাৰ চৰিত্ৰ বেয়া হোৱাতকৈ অধিক অঘটন ঘটে। ঘৰলৈ আহি দয়ালোক তেওঁ বাৰে বাৰে এইটো প্ৰশ্নকে কৰিবলৈ ধৰিলে—বাঘেখাতীজনীৰ মনলৈ কি চিন্তা আহিল? যাওঁতে তোমাক কি কৈ গৈছে? তুমি হৰিন্দৰক যাবলৈ মানা নকৰিলা কিয়?" দয়ালোৱেও একেই উত্তৰ দিলে। "তাইতো নিজেই উতলি আছিল।" মৃতা-মাইকী দুয়ো কিমান দেৰিলৈকে ওখনা-ওখনি কৰি থাকিল জনা নেযায়। হৰদিত্ত সিংহই ক'লে, মহমাচৰকাৰী গাঁৱৰ ল'ৰাজনে কোনো প্ৰকাৰে সন্মতি নিদিলে নাই, আমি ভগ্‌তাৰ ল'ৰাটোকে টকা-পইছা দি পটাই ল'লোহেঁতেন। কিন্তু তাই মৰতী আকৌ নেযায় নহয়। মৰতীয়ে যাওঁতে কথা এযাৰকে কৈ নগ'ল নহয়।"

"ভগ্‌তাৰ ল'ৰাটোৰ দৰে আৰু ওলাব! ল'ৰাৰ আকাল হোৱা নাই, কিন্তু ছোৱালীয়ে মানি ল'লেহে হৈছে, আকৌ!"

তাৰ পিছত তেওঁলোকে বুজি বাজি কথাপতাত লাগিল। শান্তভাৱে কথা আৰম্ভ কৰিলে। হৰদিত্ত সিংহই ক'লে, "তাই যি কৰে কৰক। যদি তাইৰ পঢ়িবলৈকে মন এতিয়া, তেন্তে পঢ়িয়ে লওক। এতিয়াতো বুঢ়ী হৈ যোৱা নাই!"

দয়ালোৱে গৰ্বেৰেই ক'লে, "ছোঁৱালীৰ গাত অকণো চেকা লগা নাই। আনৰ ছোৱালীৰ দৰে তাই নহয়।" আকৌ উলাহতে ক'লে, "নাপিতৰ ল'ৰাটোৱে বিধি-পথালি দিছিল যদিও ভগৱানে বাটৰ বগৰি জেঙো গুছাই পেলালে। বাদ দিয়ক, মই হ'লে কওঁ, ধন্য। নিজৰ ইজ্জত ৰ'ল। নহ'লে কথা কিমান পালেগৈহেঁতেন, কোনে জানে!"

"অঁ, সেইটোতো হয়েই।" হৰদিত্তই কাণত আঙুলি ভৰাই খজুৱাবলৈ ধৰিলে। মনতে ভাবিলে—"এইডাল কাঁইট এনেয়েও ওলালহেঁতেন। চালা দগাবাজটো কিমান বেছিলৈ গৈছিল, সি! সি পিছ এৰিলহেঁতেন জানো!" তেওঁ কাণৰপৰা আঙুলি উলিয়াই, কাহ মাৰি থুৱালে।

পুষ্পিন্দৰক পাটিয়ালাত থবলৈ গৈ সেইদিনা হৰিন্দৰ তাতে থাকিল। পদ্মাই তেওঁক আহিবলৈ নিদিলে। পিছ নেৰিলেই। ক'লে, "পুষ্পিন্দৰৰ মন ভাল নহয়। তুমি এনেকৈ এৰি যোৱা ভাল নহ'ব। আজি থাকি যোৱা। থাকিলেনো কি জগৰ লাগিব?" পিছত ধেমালি কৰি ক'লে, "ছোৱালী হোষ্টেলত থাকিবলৈ ভয় কৰিছা হ'বলা? ভয় নেখাবা, তোমাক কোনেও গিলি নথয়। গেষ্টৰূমত তোমাক শোৱাৰ ব্যৱস্থা কৰি দিম। পুৱাই উঠি গুছি যাবা। কালিলৈ তোমাক নেৰাখো।"

পুষ্পিন্দৰেও আগ্ৰহেৰে তেওঁক ৰাখিলে।

হৰিন্দৰ ঘৰ পালত মাক-দেউতাকে পুষ্পিন্দৰৰ বা-বাতৰি সুধিলে। তেওঁ ভয়ত চুচুক-চামাককৈহে ভিতৰলৈ সোমাইছিল—কিজানি দেউতাকে ধমকি দিয়ে। মোৰ অনুমতি নোলোৱাকৈ তাইক কিয় থৈ আহিলিগৈ! কিন্তু মাক-দেউতাকক নৰম হৈ পৰা দেখিলে। মাকে সুধিলে, ভালে-কুশলে পালিগৈ হ'বলা, হয়নে হৰিন্দৰ! তই ঘূৰি আহোঁতে তাই কিবা কৈছিল নেকি?" হৰদিত্ত সিংহই সুধিলে, "তাইৰ হাতত পা-পইছা আছিল নে নাই? খৰচৰ কাৰণে পইছা নেথাকিলে অসুবিধা পাব, আকৌ!"

দয়ালোৱে ক'লে, "যাওঁতে মোৰ পৰা পাঁচশ টকা লৈ গৈছে।"

হৰিন্দৰে ক'লে, "অৱশ্যে, মই জনাত বেঙ্কত কিছু টকা জমা আছে। ক'লে, যদি আৰু দৰ্কাৰ হয় মই চিঠিৰে জনাম। মই আকৌ এবাৰ গৈ আহিমগৈ। পইছাও দি আহিমগৈ।

"নিজেই আহকচোন। তাই ভয় কৰিবলৈ কি আছে। লগতে আমাক লগ কৰিও যাবহি। সুখ-দুখৰ বা-বতৰাও পাম।" হৰদিত্ত সিংহই কলে।

"ওঁ-হোঁ, তাই এতিয়া অহাৰ আশা নাই। কৈ থৈয়ে গৈছে দেখোন।" দয়ালোৱে ক'লে।

"নাহিবলৈ হৈছে কি! আমি কিবা তাইক ঘৰৰপৰা খেদি পঠাইছো নেকি! অহা মাহত নাহিলেও পিছত কেতিয়াবা আহক। আহিব জৰুল। হৰদিত্ত সিংহই এইখিনি কথাকৈ যেন মনটো পৰিষ্কাৰ কৰি ল'লে!

"দিয়ক! তাইৰ যি ইচ্ছা। পঢ়িব খুজিছে পঢ়ি থাকক। পইছা পঠাই থাকিম। তাই নাহে নাহক। হৰিন্দৰেই দি, খা-খবৰলৈ আঁহি থাকিব। আমাৰনো কি আছে। চাবলৈ গ'লে তাই বেয়া ছোৱালী নহয়। জনা-বুজা।" দয়ালোৱেও কৈ কলিজাটো শাঁত কৰিলে।

হৰিন্দৰ প্ৰতি মাহে পাটিয়ালালৈ যায়। পুষ্পিন্দৰক পইছা দি আহেগৈ। সৰিয়হ-

তেলৰ বটল, মেৱাৰ লাৰু। জাৰৰ দিন, কেৰাহীত গোমধান, তিলৰ আখৈ ফুটুৱাই, ঘেহুঁৰ মুড়ি কৰি, টিঙত ভৰাই দি থৈ আহেগৈ। তেওঁ যেতিয়াই যায়, পদ্মাই তেওঁক ৰাতি থাকিবলৈ কয়, কিন্তু তেওঁ কেতিয়াও নেথাকে। ৰাতি থকাতোনো কি কথা? থাকিবলৈ লাজ লাগে। পাটিয়ালালৈনো কিমান বাট? পুৱাই প্ৰথমখন বাছত গৈ গধূলি ঘূৰি আহি ঘৰ পাবহি পাৰি। দুঘন্টা সময় পুষ্পিন্দৰৰ লগত কথা-বতৰা পাতি আহিবও পাৰি। কথা শেষ কৰিও আহিব পৰা হয়। যিমান সময় তেওঁ পুষ্পিন্দৰৰ লগত কথা পাতি থাকে সিমান সময়ত অন্ততঃ দহবাৰমান পদ্মাই চক্কৰ দি যায়। আহে, গুছি যায়। পদ্মাৰ চঞ্চলতা দেখি হৰিন্দৰ হাইৰাণ হৈ পৰে। মিঠা মিঠা আনন্দও লাগে। এইটোহে সিদ্ধান্ত কৰিব পৰা নাই বেচেৰাই যে পদ্মাই তেওঁলোকৰ কথা শুনিবলৈ আহেনে নাই আন কিবা...

হৰিন্দৰ যেতিয়াই আহে তেওঁ দেউতাক বা মাকৰ কথা অৱতাৰণা কৰেতো ঠিকেই, কিন্তু পুষ্পিন্দৰে কাহানিও তেওঁলোকৰ কুশল মঙ্গলৰ কথা একো নোসোধে। কোনোদিন খড়ক সিং চুবুৰীলৈ যোৱাৰ ইচ্ছাও প্ৰকাশ কৰা নাই। হৰিন্দৰেও এই বিষয়ে কোনো দিন জোৰ দি ধৰা নাই। তেওঁ নিজে হ'লে পাটিয়ালালৈ যাবলৈ পালে ভাল পায়। ছেগ বুজি ফুৰি-চাকি আহেগৈ। তেওঁৰ মন যায় যেন তেৱোঁ ইউনিভাৰচিটিত পঢ়িবলৈ ল'ব। তাত, ৰামপুৰা ফুলৰ মালৱা কলেজটো ইয়াৰ তুলনাত পাতসৰা লঠঙা গছ যেন লাগে।

৫

ডিচেম্বৰ মাহ। অতিপাত ঠাণ্ডা। দয়ালোৱে হৰিন্দৰক পাটিয়ালালৈ পঠালে—"যাচোন বোপাই, ছোৱালীজনীক লৈ আহগৈ। তাইৰ এনে দুৰ্গতি আগেয়ে হোৱা নাই। কষ্টেৰে দিন কটাইছে। নাহো বুলি ক'লেও বলেৰে লৈ আহিবি। জাৰৰ যিহে প্ৰকোপ হৈছে। সৰিয়হ শাক, মাখনৰ লগত মাকৈৰ ৰুটি তাত কোনে যোগাইছে, তাত পাটিয়ালা চহৰত? ইয়ালে আহিলে কুঁহিয়াৰ চোবাবহি পাৰিব।"

ডিচেম্বৰৰ বন্ধৰ সময়। হৰিন্দৰ দুদিনৰ আগতে গ'ল। বন্ধত পুষ্পিন্দৰক ঘৰলৈ লৈ অহাৰ উদ্দেশ্যেৰেই গৈছিল কিন্তু তাই নেমানিলে। পদ্মায়ো বৰকৈ ক'লে ঘৰলৈ যাবলৈ। "ইয়াত হোষ্টেলত অকলে থাকি কি কৰিবা? সকলো ছোৱালী নিজ নিজ ঘৰলৈ গুছি যাব। তুমিও নিজৰ ঘৰলৈ যোৱা। "মই তাত থাকিবগৈ নোৱাৰিম। ঘৰ মোৰ কাৰণে নিজান নিজান লাগিব। গাঁওখনো মোৰ কাৰণে উজাৰ যেন লাগিব।" পুষ্পিন্দৰে ক'লে।

"হোষ্টেলতো একেবাৰে খালী হৈ যাব, কোনো নেথাকে। হোষ্টেলটো নিজান নেলাগিব নেকি?" হৰিন্দৰে ক'লে।

পুষ্পিন্দৰে নেমাতিলে, মনে মনে থাকিল।

আৰু হৰিন্দৰ পুষ্পিন্দৰৰ পিছত লাগি গ'ল। পুষ্পিন্দৰে খাৰাংখাচ উত্তৰ দিলে, "তোক এবাৰ কৈ দিলো নহয়, মই গাঁৱলৈ নেযাওঁ বুলিছো নেযাওঁ। মই বন্ধত ইয়াতে থাকি পঢ়িবলৈ প্লেন কৰি থৈছো। বহুত কাম কৰিব লগা হৈ আছে। তালৈ গ'লে একো কৰা নহ'ব। তাত আছে কি? মই ইয়াতে থাকি ভাল পাইছো, বচ।"

তাৰ পাছত হৰিন্দৰে একো নেমাতিলে। পদ্মাই ক'লে, "ঠিক আছে, হৰিন্দৰ। যাব নোখোজে যেতিয়া ইয়াতে থাকক দিয়া। এওঁৰ যি ইচ্ছা। এওঁ ইয়াত থাকি নোটচ্ তৈয়াৰ কৰিব লাগিব।"

পুষ্পিন্দৰে চকুতুলি পদ্মালৈ চাই মিচিকাই হাঁহিলে।

হৰিন্দৰ দুপৰীয়া পাইছিলগৈ। তেওঁ নিজৰ বেগ তুলি ল'লে, ক'লে, "আচ্ছা পিন্দৰ মই হ'লে আহিলো।"

"নহয়, যাব নেলাগে। আজি ৰাতিটো ইয়াতে থাকা। ফুললৈ ভাল চিনেমা এখন আহিছে। চাই আহিম গৈ। ছয় বজাৰ শ্ব' চামগৈ। পদ্মাও যাব," পুষ্পিন্দৰে পদ্মাৰ হৈ কথাটো ক'লে।

পদ্মা আৰু হৰিন্দৰে এজনে সিজনৰ মুখলৈ এনেকৈ চালে যেন দুয়ো ন' কোৱাৰ লায়ক হৈ নেথাকিল।

ৰাতি তেওঁ তাতে থাকিল।

গধূলি তেওঁলোকে ফিলিমো চাই আহিল গৈ। মেচত তিনিজনৰ কাৰণে খানা থৈ দিবলৈ পদ্মাই কৈ গৈছিল। ৰুটি খোৱাৰ সময়ত তিনিও ফিল্মৰ কথাকে পাতি থাকিল। পুষ্পিন্দৰে চিনেমাখনক খুব প্ৰশংসা কৰিলে। পদ্মাৰ আকৌ হিৰ'ইনৰ ৰোল ভাল নেলাগিল। হৰিন্দৰৰ এনে ধৰণৰ প্ৰেম-পীৰিতিৰ কাহিনীভৰা ফিল্মবিলাক বাজে যেন লাগে। তেওঁ বাৰে বাৰে ইয়াকে ক'লে, "এইবোৰত আছে কি? প্ৰতিখন ফিল্মত থাকে এইবোৰকে। সেইটোৱেই কাহিনী—বচ দীঘ-বাণিৰে নতুন কৈ বৈ পেলোৱা হয়। সেই একে কিচিমৰ 'ডায়লগ', গানৰ একেই 'থীম'। বচ, আঢ়ৈ-তিনি ঘণ্টালৈ মানুহৰ মনটোক আবদ্ধ কৰি ৰাখে। আৰু আছে কি এই ফিল্মবিলাকত!"

পুষ্পিন্দৰে ক'লে, "তই গাঁৱলীয়াই কি বুজিবি!"

"হেৰা তুমি কেতিয়াৰপৰা পেৰিচবাসী হ'লা! তুমিও খড়কসিং চুবুৰীৰ পৰাই অহা নাই জানো! দুদিনমান পাটিয়ালাৰ হাৱা লাগিল, কি হ'ল!" হৰিন্দৰৰ কথাত দুয়োজনীয়ে হাঁহিলে। তাৰ পিছত পুষ্পিন্দৰ গম্ভীৰ হৈ পৰিল। পদ্মাই এতিয়াও পেৰিচ শব্দটো লৈ হাঁহি থাকিল।

পুষ্পিন্দৰে ফিল্ম সম্বন্ধে ভবা নাছিল। ফিল্মৰ কাহিনীটোৰ কোনো এটা কথা মনত

পৰাতহে ৰুটি খাবলৈ এৰি ভাবমগ্ন হৈছিল। হৰিন্দৰে ৰুটিত কামোৰ মাৰি পুষ্পিন্দৰৰ বাউসিত হেঁচা মাৰি ক'লে, "ঋষিদেৱ, ৰুটি খোৱা, মহাদেৱ!"

পুষ্পিন্দৰ চিন্তাৰ নাদৰপৰা পাৰলৈ উঠিল আৰু ঘপহ্‌কৈ প্লেটত হাত দিলে। পদ্মাৰ ফালে চাই অকণমান হাঁহিলেও। দুকামোৰ মান খাই ক'লে, "বলা যাওঁ। মোৰ হ'লেই। টোপনি ধৰিছে। শুই থাকোঁগৈ এতিয়া, আমি!"

"শুনি লোৱা। মহাৰাণীৰ দহ বজাতে টোপনি ধৰিলে!" পদ্মাই কৈ হাঁহিলে। আকৌ ক'লে, "আগতে বাৰ বজাৰ আগেয়ে নোশোৱাই তুমি—আজি কি হ'ল তোমাৰ? এতিয়াই টোপনি ধৰিল! হৰিন্দৰ আহিছে। বহি কথা পাতা। পুৱাই তেওঁ যাবগৈয়ে চোন।"

"গাঁৱলীয়াই! ই কি কথা পাতিব!" পুষ্পিন্দৰে যেন নিজৰ গাম্ভীৰ্য্যখিনি ভাঙিব খুজিলে।

তেওঁলোকে আকৌ হাঁহিলে।

পুষ্পিন্দৰে ক'লে, "মই হ'লে শুমহে, বচ! তুমিয়ে হৰিন্দৰৰ লগত বহি কথা পাতি থাকা।" পুষ্পিন্দৰৰ কথাত দুয়ো পৰস্পৰে চোৱা-চুই কৰিলে।

গেষ্টৰুমত হৰিন্দৰৰ বিচনা পৰা আছিল। পুষ্পিন্দৰৰ নিজৰ কোঠালৈ গ'ল আৰু গৈয়ে লেপৰ তলত সোমালগৈ। তেওঁলোক দুয়ো পুষ্পিন্দৰৰ কোঠাতে থিয় দি ৰ'ল। চাওঁতে চাওঁতে পুষ্পিন্দৰৰ টোপনিয়েই ধৰিলে। পদ্মাৰ কোঠালৈ গৈ দুয়ো কথা পাতিবলৈ ল'লে। প্ৰথম অৱস্থাত দুয়ো নিজৰ প্ৰফেচাৰসকলৰ ভাও দিলে। পদ্মাই ইউনিভাৰচিটিৰ প্ৰফেচাৰসকলৰ আৰু হৰিন্দৰে ৰামপুৰাফুলৰ মালৱা কলেজৰ প্ৰফেচাৰৰ মনোগ্ৰাহী কথাবিলাক শুনালে। পিছত পদ্মাই হৰিন্দৰৰপৰা প্ৰফেচাৰ সজ্জন সিংহৰ বিষয়ে সুধিলে। সেই জন প্ৰফেচাৰৰ নাম লোৱাৰ লগে লগে হৰিন্দৰ গহীন হৈ পৰিল। পদ্মাই প্ৰফেচাৰজনৰ কথা শুনিব খুজিছিল। কিমান ভাল প্ৰফেচাৰ জন! বন্ধুৰ দৰে! প্ৰত্যেক লোকৰে কামত অহা। বিদ্যাৰ্থীসকলৰ অন্তৰ জয় কৰিব পৰা। এনে এজন প্ৰফেচাৰক দৰ্শন কৰা উচিত। এনে প্ৰফেচাৰৰ ভৰিত চুমাখাবৰ মন যায়।

পদ্মাই পুষ্পিন্দৰৰপৰা প্ৰফেচাৰ সজ্জন সিংহৰ বিষয়ে জানি থৈছিল। এই কাৰণেই পদ্মাই তেখেতৰ কথা উলিয়ালে।

হৰিন্দৰকো টোপনিয়ে জোকাবলৈ ধৰিলে। পদ্মাই ক'লে, "যোৱা, গৈ শুই থাকাগৈ!"

তেওঁ হৰিন্দৰক গেষ্টৰুমলৈকে আগবঢ়াই থ'লেহি। সেই পৰ্য্যন্ত প্ৰায় সকলো কোঠাৰে ছোৱালীবিলাক শুই পৰিছিল, কোনো দুটাকি এটা কোঠাতহে লাইট জ্বলি আছিল। কোনো কোনোৱে হয়তো পঢ়ি আছে—নাইবা লাইট নুনুমুৱাকৈয়ে শুলে।

পিছদিনা ডিচেম্বৰৰ বন্ধ আৰম্ভ হ'ল। বেলি ওলোৱাৰ লগে লগে ছোৱালীহঁতে ঘৰলৈ যাবলৈ যো-জা কৰাত লাগিল। আজি মাত্ৰ দুটা পিৰিয়দহে বহিব আৰু তাৰ

পিছতে তেওঁলোকে লাগেজ পাতি লৈ বাছ বা ট্ৰেইনত উঠিবলৈ ঢাপলি মেলাৰ কথা।

ৰাতি বহুপৰলৈকে কথাৰ মহলা মাৰি থকাৰ কাৰণে হৰিন্দৰ উঠোতে বেলি ভালেমান পালেহি। উঠি, বিচনা সামৰি, কঢ়িয়াই আনি পুষ্পিন্দৰৰ কোঠাত ভৰালেহি। পুষ্পিন্দৰে গাৰুটো বেৰত আউজাই তাতে আউজি কিতাপ পঢ়ি আছিল। চকীত বিচনাখন থৈ হৰিন্দৰে ক'লে, "চাহ?"

"চাহ খাওঁ ৰ'বি।" পুষ্পিন্দৰে কিতাপৰ পৃষ্ঠা মোটোকাই, জপাই শিতানত থ'লে আৰু হৰিন্দৰৰ ফালে চাই হাঁহিলে।

"চাহ দিয় যদি আন সোনকালে, নহ'লে মই গুছি যাম এতিয়া। চালা, সোনকালে সাৰেই নেপালো। মই কলেজৰ সময়তে ৰামপুৰা পাবগৈ লাগিছিল।"

"গা নোধোৱ নেকি?—শৌচ কৰিব লগা নাই জানো?"

"চাহ দে, তাৰ পিছত চ'ব হ'ব।"

পুষ্পিন্দৰে হিটাৰত চাহৰ কেট্‌লি তুলি দিলে। হৰিন্দৰে খাটখনত বহিলৈ মেজখনত থকা আলোচনী এখনৰ পাত লুটিয়াই থাকিল। পুষ্পিন্দৰ পদ্মাৰ কোঠালৈ গ'ল। তেওঁ এতিয়াও লেপৰ তলতে আছিল। পুষ্পিন্দৰেহে গৈ জগাই দিলে। পদ্মাই ঘপহ কৰে উঠি ক'লে, "হায় বাবা! বহুত বেলি হ'ল!"

"বাঃ, তুমি এতিয়ালৈ শুয়ে আছা। ৰাতি কেতিয়া শুলা?"

"ক'বই নোৱাৰো। আমি বহুত ৰাতিলৈকে বহি আছিলো।" আৰু পিছতে সুধিলে, "হৰিন্দৰ গ'লগৈ নেকি?"

"সিও এইমাত্ৰ উঠিছেহে। চাহ সোনকালে দিবলৈ কৈছে, যাবলৈ ওলাইছে। চাহৰ কেট্‌লি তুলি থৈ আহিছো, আহাঁ।"

তেওঁলোকে চাহ একেলগে খায়।

পুষ্পিন্দৰৰ লগে লগে পদ্মাও উঠি তেওঁৰ কোঠালৈ গ'ল। হৰিন্দৰ আৰু পদ্মাই ইজনে সিজনলৈ চাই হাঁহিলে। টোপনিৰপৰা উঠি অহা পদ্মাক হৰিন্দৰৰ আগতকৈও ধুনীয়া যেন লাগিল। আউল-বাউল চুলি কোছা, আলস্য ভৰা গাৰ অঙ্গবিলাক, সোলোক-ঢোলোক সাজপাৰ, নিদ্ৰালস চকুহাল আৰু গৰগৰীয়া মাত।

তেওঁলোক তিনিও চাহ খাবলৈ ধৰিলে।

তাৰ পিছত দুয়োজনীয়ে পিৰিয়দৰ কাৰণে সাজু হোৱাত লাগিল। হৰিন্দৰ আজৰি হে নলৰ কুহুমীয়া গৰম পানীৰে গাটো ধুলে। হিটাৰত পানী গৰম কৰি দুয়োজনীয়ে হাত মুখ ধুলে। ইমান ঠাণ্ডাত কোনে গা ধোৱে? তেওঁলোকে তিনি চাৰিদিনৰ মূৰতহে কথমপি গা ধোৱে। নহ'লে, একেবাৰে দেওবাৰে বা বন্ধৰ দিনত। পদ্মাতো সঙ্গৰোৰলৈ যাব লাগিব। পুষ্পিন্দৰে তাইক নেলাগে যাব বুলি কৈছে। ঘৰলৈ গৈনো কি কৰিবগৈ? ইয়াত থাকিলে মূৰগুজি পঢ়িব পাৰিব। ছোৱালীজাকৰ উদ্ৰুগুলিও নেথাকে।

পদ্মাই ক'লে, "যামতো নিশ্চয়! দুদিন থাকি গুছি আহিম। মোৰো ঘৰত থাকিবলৈ ইচ্ছা নাই।" আৰু, পিছত তেওঁ মূৰৰ দীঘল চুলি তাৰত দুনাই ফণিয়াওঁতে হৰিন্দৰক মনে মনে থিয় দি থকা দেখি সুধিলে, "তুমি কেতিয়া যাবা বন্ধু?"

"মইতো বচ যাবলৈ ওলালোৱেই। পিন্দৰে ক'লেই যাব পাৰো।"

"পিন্দৰে নক'লে নেযাবা হ'বলা?"

পুষ্পিন্দৰে মাজতে কৈ উঠিল, "তুমিয়ে নেযাবলৈ কৈ দিয়া।"

"অঁ ময়ে কৈছো বাৰু, নেযায়—বচ!" পদ্মাই সাউত কৰে কৈ পেলালে।

ছোৱালীহঁতে কোৱা কথা হৰিন্দৰৰ এনেয়ে কোৱা যেন লাগিল। তেওঁ নিজৰ বেগ হাতত তুলি ল'লে। ক'লে, "আচ্ছা, তো—'বাই'!"

"নহয় ভাই টাইম চাই লোৱা কিমান হ'ল?" পদ্মাই হৰিন্দৰক সুধিলে।

"ন বাজো বাজো।"

"তেনেহ'লে আৰু তিনি ঘণ্টা ৰৈ যোৱা। আমি বাৰ বজাত ঘূৰি আহি পামহি। ময়ো সঙ্গৰোৰলৈ যাম নহয়। মোকো লগত লৈ যোৱানা। প্লীজ। বচ, আৰু নেমাতিবা। বেগ থোৱা। নিশ্চিন্ত মনে শুই থাকা—নহ'লে ফুৰি-চাকি আহাঁগৈ। ক'ৰবালৈ যাব লগা আছে যদি যোৱা।

পদ্মাৰ কথা কিটাই তেওঁক বান্ধি পেলালে।

পুষ্পিন্দৰে ক'লে, "এতিয়া লৰচৰ হচোন চাওঁ!"

হৰিন্দৰে থিয় হৈ থাকিয়ে ভাবিলে—কি কৰা যায়? পদ্মাই তেওঁৰ হাতৰপৰা বেগটো লৈ মেজত থ'লেগৈ।

দুয়ো যুৱতীয়ে হোষ্টেলৰপৰা ওলাই গ'লত হৰিন্দৰে নিজৰ বেগৰপৰা 'নভেল'খন উলিয়াই পঢ়িবলৈ ল'লে। কালি তেওঁ গাঁৱৰপৰা অহাৰ বাটত উপন্যাসখন সলাৱৎপুৰাৰ পৰা পঢ়ি আহিছিল। বাৰনালা পাই ভাবিলে তেওঁ বেয়া কিতাপখন তুলি আনিলে। ত্ৰিশ-পয়ত্ৰিশ পৃষ্ঠামান পঢ়িও একো উৱাদিহ ধৰিব নোৱাৰিলে। ভাবিলে উপন্যাসখন আৰু নপঢ়ে। বাৰনালা বাছ আস্থানত এখন আলোচনী কিনি ল'লে। কিন্তু সেইখন নপঢ়ি পুনৰ উপন্যাসখনকে পঢ়িবলৈ ল'লে। লেখক এজন বঙালীৰ প্ৰসিদ্ধ উপন্যাসকাৰ। এইখন তেখেতৰ পাঞ্জাবী অনুবাদ আছিল। তেওঁ ভাবিলে হ'ব নোৱাৰিছে অনুবাদ, সম্ভৱ অনুবাদ ভাল হোৱা নাই। তেওঁ পঢ়ি গ'ল। কিজানি আগলৈ কিবা কথা ওলাইগৈয়ে। বতৰাৰ পাৰ হওঁতে নহওঁতে তেওঁ মূলকথাটো বুজি উঠিল। সঙ্গৰোৰ পৰ্য্যন্ত তেওঁ উপন্যাসখনতে ডুবি থাকিল। তেওঁ চকু মোহাৰিলে। এতিয়া জোলোঙাৰ মেকুৰী ওলাল। পাটিয়ালা পৰ্য্যন্ত উপন্যাসখনৰ এশ পয়সত্তৰ পৃষ্ঠা পঢ়ি শেষ কৰিলে। এতিয়া প্ৰায় ডেৰশ পৃষ্ঠামানহে পঢ়িবলৈ বাকী আছে। ছোৱালীহঁত ঘূৰি পায়হিমানে তেওঁ গোটেই উপন্যাসখন পঢ়ি শেষ কৰি পেলালে। পঢ়ি শেষ কৰি মূৰত উপন্যাস তুলিলে আৰু খাটৰপৰা নামি তেওঁ উচ্চস্বৰেৰে ক'লে, "হেৰা শৰৎচন্দৰ! জিন্দাবাদ!"

ঠিক তেনে সময়তে ছোৱালী দুগৰাকীও আহি কোঠাত থিয় হ'লহি। পদ্মাই ক'লে, "কোন জিন্দাবাদ, ভাই?"

হৰিন্দৰে একো নেমাতিলে। পিছত যেতিয়া ভিতৰলৈ আহি বহিলহি তেওঁলোক, হৰিন্দৰে যাবলৈ উচপিছ লগালে।

৬

জনতা পার্টিৰ ৰাজত্ব আঢ়ৈ কি দুবছৰ নমাহ হে চলিল। নেতাসকলে পৰস্পৰে যুঁজ-বাগৰ চলালে। লোকসভাৰ কাৰণে পুনৰ নির্বাচন হ'ল। ইন্দিৰা গান্ধীৰ কংগ্রেছে জয়লাভ কৰিলে। কেন্দ্রত ইন্দিৰা কংগ্রেছৰ চৰকাৰ হ'ল। প্রায় সকলোখিনি ৰাজ্যত ইন্দিৰা কংগ্রেছৰ চৰকাৰেই গঠন হ'ল। পাঞ্জাবৰ লোকসকলে হাঁহিবলৈ ধৰিলে—"বঢ়িয়া হ'ল, গাখীৰতে ম'হৰ খুটি—আকৌ আহি গ'ল ইন্দিৰা!"

কংগ্রেছৰ বিকল্প দিবলৈ লওঁতে বামপন্থী পার্টিকিটা নিজেই ভাগ-ভাগহৈ পৰিল। জনা-বুজা লোকে ক'বলৈ ধৰিলে "এতিয়া আৰু এইখন দেশে একোডাল কৰিব নোৱাৰে। এইখন এইদৰেই চলি থাকিব—কেতিয়াবা নীলা টুপী পিন্ধাসকলে, কেতিয়াবা বগা টুপী পিন্ধাসকলে...লোকৰাজ অহাৰ আশা নাই। ল'ৰাহঁতে দেৱালত ঠিকেই লিখিছে—"বগাকৈ বগলী নীলাকৈ ম'ৰা, ইটো চোৰতকৈ সিটোহে চৰা।" এই ক'লা টুপী আৰু লাল ঝণ্ডাৱালা বহি পৰিল। ক'লৈ গ'ল তেওঁলোকৰ নাটক? ভাওহে দিছিল হ'বলা। একো প্রভাৱ নপৰিল দেখোন।

কেছাৰীত কংগ্রেছৰ পালী-পহৰীয়া নেতাৰ সমাগম হ'বলৈ ধৰিলে। নীলা টুপী বিলাক বগালৈ পৰিৱৰ্তিত হ'ল। সৰু-সুৰা কংগ্রেছী লিডাৰে, যি ইমাৰজেন্সীৰ কাল চোৱাৰ অন্তত হোৱা নির্বাচনত কংগ্রেছ গোটেই দেশতে পৰা চফা হৈ যোৱাৰ কাৰণে পার্টি এৰি আন পার্টিত যোগ দিছিলগৈ, যাতে দাইল-ৰুটিৰ দিহা হৈ থাকে, এতিয়া হামৰাও কাঢ়ি ফুৰিছে। তেওঁলোকে নিৰাশাত ভুগি কৈছে "ধেৎ তেৰি, এনেয়ে এৰি দিলো কংগ্রেছ!"

হৰদিল সিংহই এইবাৰ আকালীৰ টিকত নেপালে, সেয়েহে ভিতৰি ভিতৰি কংগ্রেছ প্রার্থীক সহায় কৰাত লাগিল। তেওঁ আকালী প্রার্থীৰ ওপৰত পোতক তুলিবলৈ বিচাৰিলে। কালিৰ ল'ৰাই তেওঁৰ হক মাৰিব খোজে। জিকিল আকৌ আকালীৰ ডেকা প্রার্থী এজনহে। লাজত পৰি তেওঁ কংগ্রেছতে যোগ দিলে। মানুহে হাঁহিলে "আহি গ'ল হৰদিল সিংহ আগৰ জেগালৈ!"

কোনোৱে আকৌ কয় "ৰয়নাৰে চপোৱাদি সম্পত্তি চপালেই যেতিয়া, এতিয়া

মায়াছেদ হ'ল। যি পাৰ্টিতে নেথাকক লাগে আমাৰ ক'বলৈ কি আছে।"

কোনোৱে আন প্ৰকাৰে কয়—"হৰদিল সিঙৰ এতিয়াও পেট ভৰা নাইহে! সাজ বদলাইছে পুনৰ লুট কৰিবলৈহে। পিছত টিকতো ল'ব আৰু জিকিবও। তাৰ পিছততো কথাই নাই লুটিয়ে থাকিব!"

বাপুদেউ আৰু তেওঁৰ ঘৰৰ মানুহজনী মৰিল। তেওঁলোকৰ ল'ৰা বদৰীনাৰায়ণ ঝুনীৰ কাষৰ ঘুদ্দুৱালা গাঁৱৰ প্ৰাইমেৰী স্কুলৰ শিক্ষক। বিয়া নকৰালে। শিক্ষক সংস্থাৰ কাম কৰে। স্কুললৈ কেতিয়াবা ক'ৰবাতহে যায়। শেষত তেওঁ শিক্ষকতা কৰা এৰিয়ে দিলে। অৱসৰ লৈ ল'লে। পাৰ্টিৰ কামত ব্যস্ত হৈ পৰিল। ট্ৰেড্ ইউনিয়নে তেওঁৰ পিছ নেৰাই হ'ল। ভাবুক বিধৰ লোক। দিন ৰাতি কব নোৱাৰে, কান্ধত জোলোঙাটো তুলি বলিয়াৰ দৰে ঘূৰি ফুৰে। মঞ্চত উঠি যেতিয়া ক'বলৈ লয়, কোনো অফিচাৰৰ মুখলৈ নেচায়, বখলিয়াই পেলায়। ক'ৰবাত চৰকাৰী কৰ্মচাৰীয়ে হওক বা অৰ্দ্ধচৰকাৰীয়ে হওক অথবা কৃষক-মজদুৰেই হওক কোনো লৰা-ঢপৰা হোৱা গম পালেই তেওঁ পতাকা তুলি আগশাৰীত থিয় হ'বগৈয়ে। নাৰা লগাব, মঞ্চত ভাষণ দিব, জেললৈও যাব। খোৱাত জুতি নিবিচাৰে, কাপোৰ-কানি পিন্ধাৰো লাগ-বান্ধ নাই। পেণ্ট আঁঠুৰ মূৰত ফটা, বুচচাৰ্টৰ কলাৰ ছিগা, চেণ্ডেলৰ ফিটা ছিগা হ'লেও কোনো অসুবিধা নাই। কোনোবা দিনা ৰুটি এডোখৰ মুখত নোসোমালেও কোনো কথা নাই। ইফালে সিফালে বাছত যাব লগা হ'লে বন্ধু বান্ধৱৰপৰা চাৰি পাঁচ টকা খুজি ল'ব যাব। জনতা পাৰ্টি হৰাৰ পিছত আৰু কংগ্ৰেছী চৰকাৰ গঠন হোৱাত বদৰীৰ মনত কি খেলালে জানো তেওঁ জলন্ধৰ পালেগৈ আৰু এখন সাম্প্ৰদায়িক বাতৰি কাকতৰ চাব-ইডিটৰৰ চাকৰিত সোমালগৈ। ছমাহমানৰ মূৰত ঘৰলৈ আহিল। এসপ্তাহ মান থাকিলহি। নিজৰ পিতাকৰ মাটিৰ আধা ভাগ এজন জাটক বেছি দিলে। তাৰ টকাৰে বন্ধকত থকা মাটিখিনি খুলিলে। এই চাৰি বিঘা মাটিত 'ইউকিলিপটাছ' গছৰ পুলি ৰুলে। হাতকটা কন্নু চমাৰক গছপুলিবিলাক চোৰা-চিতা কৰিবলৈ চাকৰ ৰাখিলে। মাহে এশ টকা। তাৰ কাম ইউকেলিপ্‌টাছৰ পুলিবিলাকত পানী দিয়া আৰু আপডাল কৰা। বদৰীয়ে নিজেও দুই তিনিমাহৰ অন্তৰে অন্তৰে আহি চাই যায়হি। ওচৰ-চুবুৰীয়ালোকে তেওঁৰ বিষয়ে আলোচনা কৰে—"এইটো কি কাম কৰিলে, বাপুদেউৰ পুতেকে! কৈছে বোলে নবছৰৰ পিছত এই গছ বিক্ৰীহৈ যাব। এজোপা ইউকেলিপ্‌টাছ গছ পাঁচশ টকাত বিক্ৰী হ'ব। এইগছৰ দাম চাৰি-পাঁচ হেজাৰলৈকে আছে। এনে হ'বলৈ হ'লে দেখোন ব্ৰাহ্মণৰ পো লাখপতিয়ে হ'বগৈ!"

কোনোৱে আকৌ কয়, "এওঁ এনেয়ে নপঢ়ো বুলিয়ে নপঢ়িলে। মগজু খটালে হ'লে দেই। আমাৰ জাটহঁতে এইবিলাকৰ হিচাপেই নেৰাখে। আৰু শুনিছো বোলে এই গছবিলাক কটাৰ পিছত ওলোৱা গজালিবোৰ সাত বছৰৰ মূৰত আকৌ কাটিব পৰা হ'ব। এইদৰে সাত বছৰৰ অন্তত তৃতীয়বাৰ ফচল দিব।"

আৰু তাৰ পিছত বদৰীনাৰায়ণে জলন্ধৰত চৰকাৰী চাকৰি কৰা এগৰাকী বি.এড. ছোৱালী বিয়া কৰালে। তেওঁ এগৰাকী অধ্যাপিকা। অধ্যাপিকা কমৰেড্ চিন্তাধাৰাৰ। শিখ নাপিতৰ ছোৱালী। দেউতাক অৱসৰ প্ৰাপ্ত সৈনিক। বদৰীতকৈ কন্যা তেৰ-চৌধ্য বছৰৰ সৰু।

বদৰীনাৰায়ণ খড়কসিং চবুৰীলৈ আহে, আৰু ৰাইজে মুকলি বৈঠকত বহুৱাই তেওঁৰ কথা শুনে।

"কিহে বদৰী, এতিয়া তোমাৰ বাতৰি কাকতে কি কয়?" কোনো জনে সোধে।

"বাতৰি কাকতত ওলোৱা কথা তোমালোকে পঢ়ি-শুনি লোৱাই। বাতৰি কাকত নো কি?"

"নহয় মানে, আমি জানিব খুজিছো, ভাই এতিয়া ইন্দিৰা গান্ধীয়ে কিবা নতুন কাম কৰি দেখুৱাবনে, নাই..."

"কংগ্ৰেছে প্ৰথমেনো কি কৰিলে? দেশৰ ৰাজনীতি পুঁজিপতিৰ হাতৰ মুঠিত সোমাল। এতিয়া হ'ব কিটো?"

"সেইটোনো হ'ল কেনেকৈ? বহিলৈ কোৱাচোন।"

"এম.পি. কংগ্ৰেছৰে হওক বা আন দলৰে হওক, পইছাৰ জোৰতহে জিকে। কোনো পুঁজিয়েই এই পইছা দিয়ে। বৰ বৰ এই পুঁজিপতিসকলেই লোক সভাত তেওঁলোকৰ মনোমত বিধান কৰাই লয়।"

"ঠিকেই, কুকুৰক খোৱাবস্তু দি ইচ্ছামতে পিছে পিছে লৈ ফুৰিব পাৰি।" ৰাইজৰ মাজৰপৰা কোনোৱা জনে কৈ পেলায়।

পুঁজিপতিহঁতৰ কোনো পাৰ্টি নাই। তেওঁলোকৰ কোনো ধৰ্মও নাই। তেওঁলোকৰ পাৰ্টি আৰু ধৰ্ম হ'ল-ধন আৰু ব্যৱসায়। তেওঁলোকে প্ৰতিদ্বন্দি দুয়োজনকে পইছা দিয়ে, কেতিয়াবা। যি কোনো এজনতো জিকিবই। যিজন জিকিব সেইজনেই তেওঁৰ ভোজ ৰান্ধনি হ'ব। মালিকৰ হিত চিন্তাৰ খাতিৰত এওঁলোকৰদ্বাৰা যেতিয়াই ইচ্ছা ভৌক-ভৌক কৰায় লয়। এম.পি.য়েতো আগলৈও নিৰ্বাচন যুঁজত নামিব লাগিব" বদৰীয়ে খোলা কথা কৈ দিয়ে।

"তথাপিও ভাই এই বেশ্যাৰ কান্দোন বন্ধ নহয় দেখোন। ধনেই ৰাজত্ব কৰে ঠিক। ধনীলোকতো কোনো কালে শেষহে নেযায় আৰু আমিও কোনো কালে সুখী হ'ব নোৱাৰিম। আমি হ'লো তেওঁলোকৰ মানত কাকতি ফৰিং!" কোনোৱে তলমূৰ কৰি কয়।

"আমাৰ পাঞ্জাবত এই ৰাজগাদীৰ মালিক কোন বাৰু?" বদৰীয়ে কথা আগ বঢ়াই ক'লে, "এই সকলো তাৰ গুৰিত আছে। বৰ বৰ জমিদাৰ আৰু বিৰাট ব্যৱসায়ী সকলেই ৰাজত্ব কৰিছে। শিখ কংগ্ৰেছীসকল আৰু আকালীসকল বৰ বৰ জমিদাৰ; আনহাতে হিন্দু কংগ্ৰেচী আৰু জন সংঘৰ নতুন নামধাৰী ভাৰতীয় জনতা পাৰ্টিও সেই

একেই গোষ্ঠীৰ। এওঁলোক ডাঙৰ বেপাৰী। ডাঙৰ ডাঙৰ মিলৰ মালিক। চৰকাৰ যি দলৰে নহওক, একেই কথা। এওঁলোকে যুঁজ কৰে মাত্ৰ গাদীৰ কাৰণে। কৃষক-মজদুৰৰ হকে যুঁজ নিদিয়ে।"

"হেৰা পণ্ডিত, মই তোমাক এটা কথা সুধিব খুজিছো। তোমাৰ পাৰ্টিটোৱে একো নকৰে নেকি? লাল ঝাণ্ডা উৰুওৱাসকল গ'ল ক'লৈ?" মূৰ খজুৱাই কোনোবা এজনে চিধা সুধিলে।

"এওঁলোকৰ সন্মুখত কমিউনিষ্ট পাৰ্টিয়ে কৰিব কি? তোমাক এক সৰু উদাহৰণ দিওঁ। ভোটৰ সময়ত কংগ্ৰেছ, আকালীয়ে বাছ, কাৰ, জীপ, হেলিকপ্তাৰ পৰ্য্যন্ত ব্যৱহাৰ কৰে। কমৰেড্‌হঁতে বাইচাইকেলখনৰ বাহিৰে আন ব্যৱহাৰ কৰিবলৈ নাই। লাউড স্পীকাৰো চাইকেলৰ কেৰিয়াৰত, বান্ধি ল'ব লগা হয়।"

"যদি তোমালোকৰ ফুটা কড়ি এটাও নাই, তেনেহ'লে ভোট যুঁজত ননমাই ভাল।" কোনোবাই পৰামৰ্শ দিলে।

"আমাক ৰাইজে বিশ্বাস কৰে। আমি সংঘৰ্ষৰ পথেদি আগবাঢ়িছো। যদিও হাৰিছো, কিন্তু ৰাইজৰ মাজত আছো। আমাৰ কাৰ্য্যসূচী ৰাইজক জনাইছো!"

"তোমালোকে কোৱা কথাবিলাক ভাল লাগে, কিন্তু মানুহে তোমালোকৰ পিছ নলয় কিয়? তোমালোকে কিয় ভোট নোপোৱা?"

"মানুহবিলাক হোজা। মানুহবিলাক সৰু-সুৰা গৰজতহে বৰ্তমান আবদ্ধ হৈ আছে। ধৰ্মীয় সাম্প্ৰদায়িকতাবাদতো সাধাৰণতে নিৰ্বাচনৰ সময়তহে উকমুকাই উঠে। জাতিগত শ্ল'গান দিয়া হয়। যেতিয়া এইবিলাক চলে তেতিয়া আমাক কোনে পোছে? কিন্তু কেতিঁয়াবাকৈতো মানুহবিলাকে বুজি উঠিবই। এতিয়া ৰাইজে নিজৰ আচল আৱশ্যকতা কি বুজি উঠা নাই।

"কিয়, কৈছাই দেখোন চিধা-চিধি, দেউ? কথা এইখিনিয়ে ভাই।" গোটেইখন সমাজে শান্তি পালেহেঁতেন।

তাৰ পিছত কোনোবা এজনে হৰদিত্ত সিংহৰ কথা উলিয়ালে—"আমাৰ গাঁৱৰ এই জোঁকটোলৈকে নেচাই কিয়, দূৰলৈ নগলেও হয় দেখোন! এওঁৰ কিবা দয়া, ধৰ্ম আছে জানো? সিফালে ৰামপুৰীয়া হৰদল সিংহয়ো মোট সলালে। ইফালে আমাৰ হৰদিত্ত ডাঙৰীয়ায়ো নীলা পাগুৰী খুলিলে, এতিয়া বগা পাগুৰী পিন্ধিবলৈ ল'লে, বগলী পোৱালিটোৰ দৰে হ'ল। শ্বহীদৰ দেহাটোহে জানিবা! গোটেই এলেকাটোকে বিন্ধি পেলালে কটাৰ পোৱে!"

কোনোজনে অন্য দিশেৰে ক'লে, "পাষণ্ডই কি কৰিব নোৱাৰে চাই নোলোৱা কিয়? চেল বৰাহৰ গুৰুদ্বাৰত লেণ্টাৰ লগোৱালে। এইবাৰ গ'ল মাইচৰখানালৈ; তাত কোঠা সাজি থকা হৈছিল; তাত দি আহিছে বোলে এহেজাৰ। মলেৰ কোটৰাৰ এইযে—হায়দৰ শেখৰ মেলা হয়, তালৈও যায়। এওঁ গৰীৱ জাটহঁতক টকা ধাৰেদি

ইমানখিনি মাটি গোটালে; কাকো নয়া পইছা এটাও এৰি দিবলৈ ৰাজি নহয়। মানুহৰ তেজ চুহি খাইছে এইজনে। এই সকলোবোৰ পাপ জানো চেল বৰাহ, মাইচৰখানা, বা মলেৰ-কোটলালৈ গৈ খণ্ডণ কৰি আহিবগৈ পাৰিছে? মাত্ৰ মানুহক দেখুৱায়—চোৱা ভাইহঁত, মই কিমান ধৰ্মপ্ৰাণ লোক। পৰামাত্মাৰ প্ৰতি মোৰ কিমান ভক্তি। চালা, পোক লাগি মৰিব। জোক নহয়, সি এটা সাপ, তাৰ চালা, ভনীয়েকক আনো মই!"

৭

প্ৰীতম কাইৰো সিপুৰী পালেগৈ। ঘৰলৈতো তেওঁ নগৈছিলেই। নন্দ কৌৰ অকলে ঘৰত থাকে। নিজৰ কাৰণে ৰুটি দুখন সেকি খায়। প্ৰীতমে য'তে ৰুটি পায় আৰু যেতিয়াই পায়, খায়। বেচেৰালৈ বেয়া লাগি কোনোৱে খাই থকা পৰত চাহ দুঢোক মানো খাবলৈ দিয়ে। ক'তো ৰুটি চাহ নেপালে তেওঁ পৰাগ দাসৰ বাহৰত একোপাক মাৰেগৈ। উপবাসে ঘুৰি-পকি থাকি আধা পাগলৰ দৰে হ'লগৈ। কিন্তু তেওঁ পূৰা সচেতন আছিল। কোনো কোনোৰ লগত লাগি কিল-ভুকুও খাইছিল। সঁচা কথা কোৱাৰ অভ্যাস আছিল। আনৰ গাত শেলে বিন্ধিলে, কটা ঘাত চেঙা তেল দিলে, তেওঁক পিটি পেলাইছিল। মাৰ খায়ো আৰু দুষাৰমান নোকোৱাকৈ নেৰিছিল।

মুকলি বৈঠক খানাত বহি থকা অৱস্থাত নন্দ কৌৰে কেতিয়াবা কেতিয়াবা তেওঁক বুজনি দিবলৈ আহে। কিন্তু তেওঁ মুখেৰে এটা শব্দও নকয়। সকলো কথা শুনে। নন্দ কৌৰে দীঘল উশাহ টানি যাবলৈ উঠে। নন্দ কৌৰৰ দুজনী ছোৱালী। কোনোবাজনী আহি দেউতাকক বাউসিত ধৰি ঘৰলৈ টানি লৈ যায়। তেওঁক বহুত কথা শুনায়। কিন্তু তেওঁ একো নেমাতে। মাত্ৰ কান্দি দিয়ে। কান্দি কান্দিয়ে ঘৰৰপৰা বাজ ওলাই যায়। জীয়েকহঁতে বৰকৈ মাতিলে মাত্ৰ কয়—"মোৰ কৰ্মৰ ফল!"

জীয়েকহঁতে কৈ থৈ গৈছে—মাকক ধৈৰ্য্য আৰু সাহস নেহেৰুৱাবলৈ। "দেউতাই কৰ্মৰ ফল ভোগ কৰি থাকক, কিন্তু মা, তুমি নিজৰ দেহাটোৰ প্ৰতি মন দিবা। তেওঁ এতিয়া আৰু শুধৰিবলৈ দিন নাই, চিতাত উঠিবলৈ দুটা দিন আছে। তোমাৰ জীৱনটো কিন্তু তুমি বৰবাদ নকৰিবা।"

প্ৰীতম দিনৰ দিনটো ক'ৰবাত ঘূৰি ফুৰি ৰাতিটো পৰাগ দাসৰ বাহৰতে কটাইহি। জাৰৰ দিনত তাত এখন ফটা-কানিৰ কেঁথা থোৱা থাকে। মৰাৰ দুদিনৰ আগতে তেওঁ কলৈকো নগ'ল। কেঁথাখন গাত লৈয়ে পৰি থাকিল। হায় বুলিও নকলে, কোনো বস্তুৰ অভাৱো অনুভৱ নকৰিলে। চাহ-ৰুটি একো নেখালে। তৃতীয় দিনাখন পুৰা বাহৰৰ লোকসকলে দেখা পালে, তেওঁ মৰি আছে। লোকসকলে নন্দ কৌৰলৈ খবৰ দিলে।

নন্দ কৌৱে সম্বন্ধীয় সকলৰ ঘৰলৈ গৈ খবৰ দিলেগৈ। তেওঁলোক আহি শটো তুলিলৈ গ'ল। খৰি গোটালে আৰু শ্মশানলৈ নি দাহ কৰি পেলালেগৈ। নন্দকৌৱে জোৰাঁয়েক—জীয়েকহঁতক মাতি আনিবলৈ বাৰে বাৰে অনুৰোধ জনোৱাতো কোনেও কাণ নিদিলে। "ইমান দূৰৰপৰা তেওঁলোকক আনিবলৈ এতিয়া যাব কোন? আহি পাইমানে বহুত ৰাতি হ'বগৈ। আমাৰো কাম-বন আছে নহয়।" গোট খোৱা লোক সকলে মন্তব্য কৰিলে। গোটখোৱা সকলে হাঁহি-মাতিয়ে ৰ'ল। কোনোৱে ক'লে, "ভাই, প্ৰীতম বৰ ভকত আছিল। যি হককথা কৈ দিয়ে, পিছত লাগিলে কিলেই খাওক!"

আন এজনে ক'লে, "জকাটোত মৰিয়ালে কি হ'ব, হেৰি! আপদীয়াটোৱে মদ খায়ে সকলো সম্পত্তি শেষ কৰি দিলে। আধা-নাঙঠ, চেৰাপাগল হ'ল! আগগুৰি নাই, যিহকে-তিহকে বলকে। লোকে হাঁহে। নিৰ্লজ্জভাৱেই সকলো খেলা চলি গ'ল!"

কোনোৱে তেওঁক নিৰ্দোষ প্ৰমাণ কৰিবলৈ ক'লে, "এওঁৰনো দোষ আছিল কি, ভাইহঁত? জুতি লগালে ঋণুাই, লগালে—হৰদিত্তই। এনেকৈ হাত ভৰি বান্ধি পেলালে যে গোটেইখিনি মাটি হাত কৰি ল'লে।"

"হৰদিত্তৰ চালাকী সেইটোৱেই—মাটিখিনিহে হাত কৰি ল'ব লাগে।" লগতে বহি থকা জনে হুঙ্কাৰ মাৰিলে।

"হেৰা, এওঁনো কি উপাৰ্জনৰ ধনেৰে ধনী হৈছিল! এই মাটি পালে কেনেকৈ?"

পুৰণি কালৰ কথা মনত পেলাই দিয়াত সকলোৰে কাণ থিয় হ'ল।

সেইজন লোকেই কথা আগ বঢ়ালে, "পৈতৃক সম্পত্তি চাৰি কি পাঁচ বিঘামান আছিল, বাকী ছয়-সাত বিঘা ফাওতে মাৰিলে।"

নতুন পুৰুষৰ এজনে সুধিলে, "কেনেকৈ?"

"সেইযে নাজৰৰ ঘৰত হৰনামী বুঢ়ীক বহি থকা দেখা; তাইৰ কু-কৰ্মই এই মাটি প্ৰীতমক দিয়ালে। সেই 'ভাইজী' বুলি যাকে তাকে মাতি ফুৰে, জ্ঞানী যোগিন্দৰ সিংহ যোগী, তেওঁ আছিল হৰনামীৰ গিৰিয়েক। হৰনামীয়েই তেওঁক সৰ্বনাশ কৰিলে। বাতৰি কাগজৰ মতে তেওঁ মৰিল। প্ৰীতম হ'ল হকদাৰ। হৰনামীতো ঘৰত নেথাকিলেই।"

নতুন পুৰুষজনে শুনি আচৰিত হ'ল।

প্ৰীতমৰ দাহ সংস্কাৰৰ পাছদিনা গধূলি কোনোমতে দুয়ো জীয়েক আহি পালেহি লগত জোৰাঁয়েক দুজনো। জীয়েকহঁত মৰিশালিলৈ গৈ হিয়া ঢাকুৰিয়াই কান্দিলেগৈ। তৃতীয় দিনা অস্থি উলিওৱা হ'ল। অস্থি লৈ বৰজোঁৱাই হৰিদ্বাৰলৈ গ'ল। ভোগ চৰোৱা দিনলৈকে দুয়োজীয়েক আৰু জোঁৱায়েকহঁত তাতে থাকিল। ভোগৰ সকলো খৰচ-পাতি জোঁৱায়েকহঁতেই কৰিলে। ভোগৰ পিছত দুয়ো জোঁৱাই নিজ নিজ ঘৰলৈ গ'ল যদিও জীয়েকহঁত মাকৰ ঘৰতে থাকি গ'ল। মাকক খুব ভাল পায়। তাত থাকি মাকৰ

অৱস্থাৰ বুজ ল'লে। মাকৰ মূৰ মালিচ কৰে, ভৰি পিটিকি দিয়ে। পানী গৰম কৰি মূৰ-গা ধুৱাই দিয়ে আৰু ভৰি তলুৱাত সৰিয়হ তেল মালিচ কৰে। মাকক খিচিড়ি কৰি খুৱায়। মগু ডাইলত পাপড় কুটি দিয়ে। গাঁৱৰ কাৰোবাৰ ঘৰৰপৰা দুই কিলো মিচিৰী লাড়ুও কিনি আনিছিল। বহু ৰাতিলৈকে মাকৰ লগত বহি কথা পাতি থাকে। জীয়েকহঁতে মাকক বেচ আপদালত ৰাখিছে। কেইবা মাহৰ পিছত বুঢ়ীৰ দুয়ো জোৱাঁয়েক খড়ক সিং চুবুৰীত উপস্থিত হ'লহি। প্ৰীতমৰ সম্পত্তি বুলিবলৈ থকা চাৰি কি পাঁচ বিঘা মাটি মুকুন্দ টুণ্টেৰ পুতেক পৰমজিতক বন্ধক দি থোৱা আছিল। গিন্দৰৰপৰা হাতকৰা ছয়-সাত বিঘা মাটি হৰদিত্তৰ ওচৰত বন্ধক দি থোৱা আছে।

জোৱাঁয়েকহঁতে দৌৰাদৌৰিকৈ গোটেইখিনি মাটি নন্দ কৌৰৰ নামত নাম জাৰি কৰিলে। পাটোৱাৰীক পইছা খুৱালে, তাৰ পিছত তহচিলদাৰৰো হাতৰ মুঠি গৰম কৰিলে। তেওঁৰ আমোলাসকলো মাননী পাই নিমাত হ'ল। নন্দ কৌৰৰ নামত পকা ৰেজিষ্টাৰ হৈ গ'ল।

কিন্তু প্ৰশ্ন উঠিল গোটেই মাটিখিনি বেচি দিয়াৰ। হৰদিত্তৰ পুতেক হৰিন্দৰ তেতিয়া বি.এ.ৰ চতুৰ্থ বাৰ্ষিকত পঢ়ি আছিল। পঢ়াৰ উপৰিও ঘৰৰ সকলো কামতে মনোযোগ দিয়ে। তেওঁ সকলো জাতিগত জ্ঞান আয়ত্ব কৰি পেলাইছিল। হৰদিত্ত সিংহই বুজি-বাজিয়ে ল'ৰাক ঘৰৰ সকলো বৃত্তান্ত কৈ দিছিল।

প্ৰীতম কাইৰো মাটি কিনিবলৈ দুজন গ্ৰাহক ওলাল। হৰদিত্ত সিংহ আৰু পৰমজিৎ পাটোৱাৰী এই দুজন। পৰমজিতে এতিয়াও পাটোৱাৰীৰ চাকৰি কৰে যদিও নিজে একো কাম নকৰে। পাটোৱাৰীৰ কাম চলাবৰ কাৰণে তেও এজন বৰ্খাস্ত কৰা পাটোৱাৰীক দৰ্মহা দি ৰাখিছে। মাহে দুশ টকা। পৰমজিতে এখন ট্ৰেক্টৰ কিনি লৈছে। এজন খেতিচোৱা আৰু দুজন বনুৱাও ৰাখিছে। পূৰাদমে খেতি কৰায়। নতুন তহচিলদাৰ যিয়ে নাহক তেওঁৰ লগত সনা-পিঠা কৰিবই। প্ৰথমে উপহাৰ হিচাপে দুবস্তা ঘেহুঁ পঠাই দিব। তহচিলদাৰৰ মাত সিমানতে বন্ধ হৈ পৰে। খুব খুৱাই-বুৱাই ৰাখে। সেই কাৰণে খড়ক সিংহ চুবুৰীত তেওঁকে ধনীলোক বুলি সকলোৱে ভাবে। প্ৰতি বছৰে মাটি লয়। কোনো ডোখৰ কিনি লয়, কোনো ডোখৰ লয় বন্ধকত। এতিয়া প্ৰীতমৰ দহ-এঘাৰ বিঘা মাটিৰ ওপৰত তেওঁৰ চকু পৰিছে। মাটি সস্তাতে পোৱা যাব বুলি ভাবিছে। কোনো হিচাপীলোকৰ কাৰণে এই বিষয়ে মূৰ-ঘমোৱাৰ দৰ্কাৰ নপৰে। বুঢ়ী নন্দ কৌৰৰপৰা তেওঁ সস্তাতে পাব পাৰে আৰু পইছালৈ জীয়েকহঁতৰ ওচৰত বহিবগৈ লাগিব। এফালে ক'বলৈ হ'লে জীয়েকহঁতেহে মাটি বেচি থৈ যাব খুজিছে। তেওঁলোকৰ গাঁৱত নিজৰ যথেষ্ট মাটি আছে। মাটি তাকৰীয়া হোৱা হ'লে কোনো জানে শহুৰেকৰ মাটিত খেতি কৰিবলৈ লাগিলহিহেঁতেন।

মাটিৰ দাম বাঢ়িল, দুজন গ্ৰাহকৰ জন্ম হোৱাৰ কাৰণে। কিন্তু যেতিয়া এই কথাটো হৰিন্দৰৰ কাণত পৰিলহি, তেওঁ দেউতাকক বাধা দিলে। ক'লে, "দেউতা, ইমান মাটি

কিনি কি কৰিব? মই মাত্ৰ এটা ল'ৰা! আমাৰ আগৰপৰা কি অভাৱ হৈ আহিছে? যি আছে, সেয়ে যথেষ্ট। বন্ধকৰ পইছাখিনি ঘূৰাই লোৱা, বচ বহি থাকা।" ল'ৰাৰ কলেজলৈ যোৱাৰপৰা নতুন হাৱা লাগিল। সেই সময়ত তেওঁ সমাজবাদী বিচাৰৰ ল'ৰাৰ মাজত মিলি গৈছিল। ল'ৰাবিলাকে নিজৰ সম্পত্তিকো বিহ বুলি ভাবি লৈছিল।

হৰিন্দৰে দেউতাকক স্পষ্ট উত্তৰ দিবলৈ লৈছিল। হৰদিত্ত সিংহই পুতেকৰ কথামতে আগ নাবাঢ়িলে। পৰমজিতে গোটেই সম্পত্তি কিনি ল'লে। হৰদিত্ত সিংহই ধাৰৰ টকাখিনি পালে। তেওঁ লৰালৰিকৈ টকাখিনি বেঙ্কত জমা দি আহিলগৈ। বাকী টকা লৈ নন্দ কৌৰৰ দুই জোঁৱাই নিজ নিজ ঘৰলৈ গ'ল। কিছুদিনৰ পিছত সৰুজোঁৱায়েক শাহুৱেকৰ ওচৰলৈ আহিল। ট্ৰেক্টৰট্ৰলীত বোজাই দি ঘৰৰ সকলো বয়-বস্তু লৈ গ'ল। দুয়ো জীয়েকে মাকক বাছত তুলি নিলে। প্ৰীতম আৰু গিন্দৰৰ ঘৰ দুটাৰ মাজত মাত্ৰ এখন বেৰেহে ভাগ কৰি থৈছিল, দুয়োটা ঘৰ গাওঁ বুঢ়া পাখৰ সিঙৰ পুতেক মেহৰে কিনিলে। সস্তাতে পালে। নন্দ কৌৰৰ বৰজোঁৱায়েক এদিন চুবুৰীটোলৈ আহিল; লগত শাহুৱেককো আনিলে। দুয়ো লগ লাগি ঘৰ বেচি গুছি গলগৈ। মেহৰৰ নিজৰ ঘৰটো বৰ ঠেক আছিল—কুঠাৰৰ নালটোকে ঘূৰাৰ নেৱাৰা বিধৰ। সেইটো এৰি এতিয়া নতুন ঘৰলৈ আহিল আৰু আহল বহলকৈ থাকিবলৈ ল'লে। মাজৰ বেৰখনত দুৱাৰ এখন লগালে।

আলি চুকৰ খোলা বৈঠকত বহাসকলৰ মাজত আলোচনা চলিল—"যুগে বাগৰ মৰা কথা কোনেও গম ধৰিব নোৱাৰে, ভাই। প্ৰীতমলৈকে নোচোৱা কিয়, সকলো ৰং-ৰহস্যেৰেই দিন কটাইছিল। নিজকে বৰ চতুৰ বুলিও জহাইছিল। কোনোবাই এনেকৈ আঠ বিঘাকৈ মাটি ল'ব পাৰিছিল জানো? কিন্তু নিজেই হজম কৰিব নোৱাৰিলে, অভাগাই। এতিয়া তাৰ কিবা চিন-মোকাম ৰ'লনে? নাই ঘৰ, নাই মাটি—হাৱাতে উৰি গ'ল।"

"এনেলোকৰ এই অৱস্থা হ'বই। কয় নহয়, নীচলোকে উচ্চ পদ পায়, তেৰিয়াই পাগ মাৰি ঘূৰি ঘূৰি চায়।" কোনোবাজনে ক'লে।

আনজনে দাঁত চোবাই ক'লে—"এইবোৰ সকলো হৰদিত্তই কৰিলে। জুতি লোৱা অভ্যাসতো বেয়াই। মদৰ বটল হাতত দি মুখত লগালে—তাকো চাই থাকিবা ভেঁটিত তিতালাও গজেনে নগজে!"

"হৰদিত্তৰনো কি বাকী ৰ'ব বুলিছা। এজনী ছোৱালী—এটা ল'ৰা। তেওঁ দুখীয়াক তথাপি কন্দুৱাই আছে!" আন এজনে ক'লে।

তাৰ পিছত মানুহখিনি আচল কথালৈ আহিল—"এইটো বন্ধু, যিমান দিনলৈ উচ্চ-নীচ, বলী-দুৰ্বলী কথা চলি থাকিব সিমান দিনলৈ একো নহ'ব। গলধন ধৰাটোৱে নিশকতীয়াটোক পেলাই খুচি খুচি মাৰিবই। এইটো যুগ শেষ হৈ গ'লেহে হ'ব। সকলো এক হোৱা উচিত। কোনো ধনী কোনো দুখীয়া থাকিব নেলাগে। সকলো

সমান হৈ যাওক। কাৰো মেৰ-পেচ নচলা হওক। এই অহঙ্কাৰবিলাকৰ অন্ত পৰক, তেতিয়াহে সংসাৰ সুখৰ হ'ব।"

কোনো অনুভৱীয়ে নিকটৰ কথাটোও কৈ দিলে—"এতিয়াও এই জমিদাৰসকলেই ৰাজত্ব চলাই থাকিব, এইখন দেশত, এই চফা হৈ যোৱা কথাষাৰ কেতিয়াও নেখাটিব। কোনোবাই জমিদাৰ-মহাজনৰ গলধনত ধৰি কৰাব পাৰিবনে ভাইহঁত! যদি পাৰে, তেতিয়া বেলেগ কথা।"

৮

পাঞ্জাবী ভাষাত প্ৰথম শ্ৰেণীত এম.এ. পাছ কৰি পুষ্পিন্দৰ ঘৰতে বহি আছেহি। তেওঁ কলৈকো নাযায়—আন কি গাঁৱৰ কাৰো ঘৰলৈ বা ৰামপুৰা মণ্ডিলৈও আহ-যাহ নকৰে। ঘৰত নিজৰ কোঠাতে শুই-বহি কটাইছে। কথা খুব কমকৈ কয়। গা-পা ধোৱে। ৰুটি খায়, দিনত কেইবাৰমান চাহ খায় আৰু দিনৰ দিনটো-ৰাতিও কিতাপ পঢ়ি কটাই দিয়ে। পাঞ্জাবী, হিন্দী আলোচনী পঢ়ে। এই সকলোবিলাক হৰিন্দৰে ৰামপুৰাৰপৰা আনি দিয়ে। ৰামপুৰামণ্ডিৰ পাব্লিক লাইব্ৰেৰীত বহুত কিতাপ আছে। প্ৰতি মাহেই ন-ন-কিতাপ আহে। পাঞ্জাবী, হিন্দী, উৰ্দু আৰু ইংৰাজীৰ। বৰ পুৰণি লাইব্ৰেৰী। কোনোবা কালত পাঠকসকলেই এই লাইব্ৰেৰী গঢ়ি তুলিছিল। এতিয়া প্ৰতি বছৰে চৰকাৰী সাহায্য পোৱা হয়। এলেকাটোত যিজনেই মন্ত্ৰী হওক, লাগিলে যি পাৰ্টিৰে নহওক নেলাগে ৰামপুৰালৈ নহাকৈ নেথাকে। ৰামপুৰাৰ লাইব্ৰেৰীৰ প্ৰৱন্ধক সমিতিয়ে পইছা অৱশ্যে ল'বই। এহেজাৰ, দুহেজাৰ, পাঁচহেজাৰ পৰ্য্যন্ত দি থৈ যায়। ৰামপুৰাৰ এই লাইব্ৰেৰীটো কোনো ধৰ্ম বিশেষৰ লগত সম্বন্ধিত নহয়, কোনো ৰাজনৈতিক দলৰ একাধিকাৰত নাই। এই লাইব্ৰেৰীটো হ'ল ঘন ছাঁ দিয়া এজোপা জোপোহা গছৰ তুল্য, যাৰ জ্ঞান বৰ্দ্ধক ছাঁই তলত বহি থকা প্ৰত্যেকলোককে কিতাপৰ সাহায্য দিব পাৰে।

কেতিয়াবা কেতিয়াবা লুকাই-চুৰকৈ, হৰদিত্ত আৰু দয়ালোৱে পুষ্পিন্দৰৰ বিষয়ে আলোচনা কৰে, "এইৰ লগত বিয়াৰ কথা পতা যায় নেকি? কিজানি সন্মত হয়েই। পিছতনো কেতিয়া বিয়া সোমাব? ডেৰ কুৰি পাৰ হ'ল—পিছত কোনোৱে সোধা-পোছা কৰিবলৈ নাহে।"

কিন্তু দুয়োৱে তাইৰ এই মৌনতালৈ ভয় কৰে।

সেইসময়তে পাঞ্জাব পাব্লিক কমিচনৰ ফালৰপৰা কলেজ লেক্চাৰ্চৰ পোষ্টৰ বিজ্ঞাপন ওলাল। পাঞ্জাবী লেক্চাৰ্চৰ কাৰণে বাৰটা পদ ওলাল। পুষ্পিন্দৰে গম পাই পাটিয়ালাৰপৰা ফৰ্ম অনাই আবেদন কৰিলে। এই সকলোবিলাক কাম তাইৰ হৈ

জাইলোৱে কৰিলে। জাইলোৱে নিজেও বি.এড. কৰি থৈছিল। সেই সময়ত চিলেক্চন বৰ্ডতো খালীপদ পূৰোৱাৰ বিজ্ঞাপন ওলাল। জাইলোৱেও দৰ্খাস্ত দিলে। আগতে সাক্ষাৎকাৰো দিছিল অথচ নিৰ্বাচনত নাম নুঠিল। এইবাৰ 'চিলেক্ট' হোৱাৰ আশা আছে। এদিন তেওঁ পুষ্পিন্দৰক ক'লে, "বাইদেউ, মই যোৱা বাৰেই 'চিলেক্ট' হ'লোহেঁতেন, যদি ঘৰৰ মানুহে চেষ্টা কৰিলেহেঁতেন।

"কেনেকৈ?" পুষ্পিন্দৰে সুধিলে।

"মাত্ৰ দুহেজাৰ টকাৰ মামলা আছিল। চেয়াৰমেনেতো নলয়েই, কিন্তু মেম্বাৰ সকলে লয়। যিয়ে দুহেজাৰ দিলে, তেৱেঁ চিলেক্ট হৈ গ'ল। মোৰ নিচিনাখিনি থাকি গ'ল।"

"এইবাৰ দুহেজাৰ দি দিয়া তেন্তে।"

"এইবাৰ বেছি বিচাৰিব কিজানি। মহঙা বাঢ়ি গৈছে, সেয়েহে ঘোচ-ঘাচৰ পৰিমাণো বাঢ়ি গৈছে। দিব কোনে, মোৰ হৈ? দেউতা থকাহেঁতেন বেলেগ কথা আছিল। দাদাৰ, নিজৰে চলি কৰি যাবলৈ টনাটনি। তাৰোপৰি বৌজনীও অনবৰত দাদাৰ ওপৰত ৰাগ কৰি থকাত ব্যস্ত। অনাহক কথাতে সদাই বিৰক্ত হৈ থাকে।"

পুষ্পিন্দৰৰ নিজৰ গাত কথাটো লাগিল। তেওঁ কোনো কালে মাক-দেউতাকৰ আগত কোনো ডাঙৰ প্ৰশ্ন ৰখা নাই। মাকৰ লগত কথা পাতিলে। মাকৰ সন্তোষ—জীয়েকে যায় হওক মুখ খুলি কথা পাতিলে! দয়ালোৱে পিছত হৰদিত্ত সিংহক কথাটো ক'লে। হৰদিত্ত সিংহই ক'লে, "সেইটোনো কি ডাঙৰ কথা, মই হৰদিল সিংহৰ ওচৰৰপৰা আহোঁগৈ। এতিয়াতো কংগ্ৰেছৰহে চৰকাৰ। হৰদিল সিংহৰ কথা কোনে নমনাকৈ থাকিব!"

পিছ দিনাখনেই হৰদিত্ত সিংহ হৰদিল সিংহক লগধৰিবলৈ ৰামপুৰামণ্ডিলৈ গ'ল। সকলো কথা ভাঙি-পাতি ক'লেগৈ। তেওঁ ক'লে, "ছোৱালীজনীৰ ইণ্টাৰভিউৰ সময় ওচৰ চাপিবলৈ দিয়া। তেতিয়া পাটিয়ালালৈ গৈ আহিম গৈ, ওলাবা। কথা-পাতিম কোনোবাজনৰ লগত। যি পাৰো কৰিম ভাই, তোমাৰ খাতিৰত। কিন্তু, হৰদিত্ত সিংহ, আগৰ দিন উকলিল, ময়ো একো কৰিব নোৱাৰো। আজি-কালি অধৰমীহঁতে নোলোৱাকৈ নেৰে! আগতে শৰ নোটখন লুকুৱাই লৈছিল, এতিয়া নিৰ্ভয়ে দেখ্‌দেখ্‌কৈয়ে লয়।"

হৰদিত্তই তেওঁক কৈ আহিল, "ভাল বাৰু, যেতিয়া ছোৱালীটিৰ ইণ্টাৰভিউ হ'ব, মই আপোনাৰ ওচৰলৈ আহিম", কিন্তু তেওঁ চিধাই পাটিয়ালালৈ ৰাওনা হ'ল।

দুপৰ ভাটি দিয়াত তেওঁ পাটিয়ালা পালেগৈ। পাটিয়ালাত তেওঁলোকৰ গাঁৱৰ ছীবোৰ জী-নাতিয়েকে ডি.চি.ৰ অফিচত কেৰাণী কৰে। তেও সৰুকালত বহুত দিন খড়ক সিং চুবুৰীতে আছিল। চুবুৰীৰ প্ৰাইমেৰী স্কুলত পঢ়িছিলো। তাৰ পিছত নিজৰ গাঁৱলৈ গৈছিলগৈ। নিজৰ গাঁৱৰ পৰাই প্ৰবেশিকা পাছ কৰিলে। তাৰ পিছত টাইপ শিকি ক্লাৰ্কৰ চাকৰিত সোমালগৈ। এতিয়া তেওঁ পাটিয়ালাতে থাকে। বছৰ-ছমাহৰ

মূৰত খড়কসিং চুবুৰীলৈ একোপাক মাৰে। ককাক-বুঢ়ীমাকৰ খা-খবৰ লৈ যায়গৈ। তেওঁৰ মোমায়েক বুলিবলৈ কোনো নাই। হৰিন্দৰক লগ পালে পঢ়া-শুনাৰ কথাপাতে। হৰদিত্তই লগপালে চিধাই সোধে "নাতি ল'ৰা, আজি কালি ক'ত থাকা, কি কৰিছা?"

তেওঁ ডি.চি.ৰ কেছাৰীৰ নাম লয়। নিজৰ কাৰ্য্যালয়ৰ নাম-ঠিকনা কয়। তেওঁ কেনে কাম কৰে তাকো কয়। হৰদিত্তই নিজৰ ডায়েৰীত তেওঁৰ নাম-ঠিকনা লিখি দিবলৈ ক'লে। কাৰণ কিবা দৰ্কাৰত হয়তো কিবা সকামত তালৈ গৈ লগ ধৰিব লগা হ'ব পাৰে। হৰদিত্ত সিংহই তাৰিখ চাবৰ কাৰণে এখন সৰু ডায়েৰী সদাই লগত ৰাখে। ছীবোৰ নাতিনীয়েকৰ নাম-ঠিকনা এই বছৰৰ ডায়েৰীতে লিখা আছিল।

পাটিয়ালা বাছ্ ষ্টেশুলৈ গৈ তেওঁ নিজৰ ডায়েৰীখন উলিয়াই চালে আৰু এজন ভাল লিখা-পঢ়া জনা লোকৰ সন্মুখলৈ নি সুধিলে, "ভাই এইটো দপ্তৰ ক'ত আছে বতাই দিয়ক চোন?"

লোকজনে ক'লে, "চৰদাৰজী, ডি.চি.ৰ দপ্তৰ। ৰিক্সা এখন লৈ লওক। ৰিক্সাৱালায়ে পহুঁচাই দিব। তালৈ গ'লেই লগ কৰি আহিবগৈ পাৰিব, বচ।"

ৰিক্সাৱালাই হৰদিত্ত সিংহক ডি.চি.ৰ দপ্তৰ পোৱালেগৈ। এজন তৰুণীক তেওঁ ল'ৰাজনৰ বিষয়ে সোধাত তেওঁ ক'লে, "দেউতা, সেই সন্মুখৰ কোঠাটোযে দেখিছে, তাতে বহি আছে নছত্তৰ সিংহ। তালৈকে যাওক। আগতে চাপৰাচীক লগ পাই ল'ব।"

হৰদিত্ত সিংহক দেখা পাই নছত্তৰ সিংহ নিজেই বহাৰপৰা উঠি আহিল। 'সৎশ্ৰী আকাল' বুলি কৈ হাত মিলালে। গাঁৱৰ কুশল-মঙ্গল বতৰা সুধিলে। চাপৰাচীক হুকুম দি চাহ অনালে। হৰদিত্ত সিংহক নিজৰ কাষৰ চকীখনতে বহুৱাই ল'লে। চাহ খাই থাকোঁতেই হৰদিত্ত সিংহই নিজৰ কথা আৰম্ভ কৰিলে, "মোৰ পুষ্পিন্দৰে এম.এ. পাছ কৰি আছে নহয়—এতিয়া কলেজত সোমোৱাৰ কথা কৈছে। দৰ্খাস্ত পঠিয়াইছেও। ইয়াত পাটিয়ালাতে সাক্ষাৎকাৰ ল'ব। সেই দপ্তৰটোত মোক থৈ আহাঁগৈ।"

নছত্তৰ সিংহই ওচৰতে বহা নিজৰ এচিষ্টেন্টক সুধিলে, "বাউজী এই কলেজ লেক্চাৰৰ ইণ্টাৰভিউ কোনে লয়?'

"পি.পি.এচ.চি.ৰ বিষয়াইহে ল'ব—আৰু ল'ব কোনে?" নছত্তৰে পি.পি.এচ.চি. কি সোধাত ক'লে, "পাঞ্জাব পাব্লিক চাৰ্ভিচ কমিশ্যন। কথা কি? কওক চোন?"

"এখেত গাঁৱৰপৰা আহিছে। তাৰ নাম-ঠিকনা জানিব খুজিছে," নছত্তৰে উত্তৰ দিলে। আৰু ক'লে, "এখেত মোৰ মামা হয়। জীয়েকে এপ্লাই কৰিছে—কলেজৰ লেক্চাৰাৰ পোষ্টৰ কাৰণে।"

নতুনকৈ চিগাৰেট এটা জ্বলাই এচিষ্টেণ্টে চছমাৰ চিচাৰ ওপৰেদি হৰদিত্তৰ ফালে মনোযোগেৰে চাই ল'লে। পাক খাই পৰা ডাঢ়ি আৰু মোচকোছা, মূৰত পিয়াঁজী ৰঙৰ পাগুৰীটো। পাগুৰীৰ ষ্টাইলটো দেখি অনুমান কৰিব পাৰি যে চুলি চুটিকৈ কটা।

চিগাৰেটত দীঘল টান এটা মাৰি ওপৰলৈ ধোঁৱা উৰাই ক'লে, "সঁচা কথা কওঁনে চৰদাৰজী?"

"কওক, বাটটো চিনাই দিয়ক। আহিছো সেই কাৰণেই!" হৰদিত্ত সিংহই তেওঁৰ ফালে একাণপতীয়া হৈ ৰ'ল।

নছত্তৰে মাজতে মাত দিলে, "এই লালাজী-পুৰণিকলীয়া লোক। এখেতে সকলো কথাৰ খবৰ ৰাখে।"

"চেয়াৰমেনৰ সহধৰ্মিনীক প্ৰথমে লগ কৰক। বচ, আপোনাৰ কাম সিজি যাব। চেয়াৰমেনক নহয় আকৌ, মনত ৰাখিব।" এচিষ্টেণ্টে নছত্তৰৰ ফালে চাই চকু টিপিয়ালে।

"তেনেহ'লে তাকে কৰক মামাজী," নছত্তৰে মধ্যম স্বৰত ক'লে।

"ভাই নছত্তৰ, এইটোতো আজি কালি চিধাই কৈ দিয়ে, যেন কালৈকো ভয় নাই!" হৰদিত্ত সিংহয়ো মধ্যম স্বৰতে ক'লে।

"হয় মামাজী, এইবিলাক আজি কালি ভাতৰ লগত পানী খোৱা কথা হৈ গৈছে। ঘোচ লোৱা, দিয়াৰ যুগ এইটো। লাজ-কাজ নোহোৱাই হ'ল।"

"চাওক চৰদাৰজী, প্ৰথমে আছিল চুপাৰিচ্ কৰা। এতিয়া সেই যুগ নাই, তাৰ ঠাইত আহিল ঘোচ লোৱা। তাকো নগদ। প্ৰতিটো পোষ্টৰে ৰেট নিৰ্দ্ধাৰিত হৈ আছে। মন্ত্ৰীয়েও তাকে কৰে! এওঁলোকে তুলি দিয়ে, চৰদাৰজী।" এচিষ্টেণ্টে হো-হো কৈ হাঁহিলে।

নছত্তৰ নিজৰ চিটৰপৰা উঠিল আৰু এচিষ্টেণ্টৰ কাষলৈ গৈ চেয়াৰমেনৰ ঘৰৰ ঠিকনাৰ কথা সুধিলে।

নছত্তৰে ঘড়ী চালে। চাৰি বাজিছে। ক'লে, "মামাজী অলপ বহক। চাৰে চাৰি বজাত যাম। আজি আপুনি মোৰ তাতে থাকিব। পুৱাই গুছি যাব।" হৰদিত্ত সিংহ বহি ৰ'ল।

পাঁচ বাজিবলৈ পোন্ধৰ মিনিট থাকোঁতে তেওঁলোক অফিচৰপৰা উঠিল। এচিষ্টেণ্টজন নিজেই তেওঁলোকৰ লগত চেয়াৰমেনৰ ঘৰলৈ গ'ল। দুয়োকে বাহিৰৰ বেঞ্চত বহুৱাই এচিষ্টেণ্ট ভিতৰ সোমাল। পৰিবাৰ ঘৰতে আছিল। চেয়াৰমেনহে বাহিৰলৈ গৈছিল। এচিষ্টেণ্টে চেয়াৰমেনৰ পত্নীৰ লগত কথা পকা কৰি পেলালে। কিন্তু তেওঁ সুধিলে, "এওঁনো ক'ৰ মানুহ? কিজানি কিবা গন্দগোল..."

"নহয় বাইদেউ, এনে হ'বলৈ নেপায়। এই যে লগত যিজন আহিছে, তেওঁ মোৰ তলৰ কেৰাণি। বৰ চিধা ল'ৰা। তেওঁৰ মোমায়েক হয় চৰদাৰ। আৰু আমি খামটোহে হাতপাতি ল'ব লাগে। দহ হেজাৰ লেখি লেখি ল'ম। তেওঁৰ কাম কৰি দিম—বচ খেলা খতম!"

"এওঁলোক আকৌ আহিব কেতিয়া?"

"ইণ্টাৰভিউৰ তাৰিখ পালেই আহি যাব, বচ। কালিলৈ মই ক্লাৰ্কৰ লগত এই বিষয়ে কথা পাতিম।"

"ভাই, সোহন লাল, আপোন আপুনি হে..."

"হয় বাইদেউ, সেই আৰু মই..." তেওঁ হো-হোকৈ হাঁহিলে।

দুমাহৰ অন্তত ইণ্টাৰভিউৰ তাৰিখৰ জাননী পুষ্পিন্দৰৰ ওচৰ পালেহি। ইণ্টাৰভিউলৈ আৰু দহদিনহে বাকী। এশ টকীয়া এশ কুৰিখন নোট চামৰাৰ মণিবেগটোত ভৰাই হৰদিত্ত সিংহ আবেলি পৰত পাটিয়ালাৰ নছত্তৰৰ ঘৰ ওলালগৈ। নছত্তৰে ক'লে, "পুৱালৈ বাটচাব নেলাগে, মামা! এতিয়াই লেঠা মাৰি থ'বগৈ লাগে। আপুনি বহক, নাতিনী-বোৱাৰীৰ হাতৰ চাহ খাওক; মই চাইকেল মাৰি এতিয়াই গৈ আহোঁগৈ, সোহন লালৰ ওচৰৰপৰা। ঘৰতে পাওঁগৈ যদি লগত লৈয়ে আহিম। তাৰ পিছত চেয়াৰমেনৰ হাউলীলৈ যাম।"

সোহন লালো ঘৰতে আছিল। ঘৰতে সাজিলোৱা দুৰ্গা মন্দিৰত আৰতি কৰি আছিল। তৎক্ষণাৎ সাজুহৈ ওলাল। নছত্তৰৰ ঘৰলৈ আহি তেওঁ দহ খন নোটৰ জাপ একোটা কৰি বাৰটা জাপ কৰিলে। সোহন লাল, নছত্তৰ আৰু হৰদিত্ত তিনিও চেয়াৰমেনৰ হাউলীত ওলালগৈ। চেয়াৰমেন চাহাব ঘৰতে আছিল। ঘৰৰ পিছফালে থকা ল'ন খনত নিজৰ ল'ৰাহঁতৰ লগত বেডমিণ্টন খেলি আছিল। বাঁহৰ খুটা দুটাত বাল্ব জ্বলি আছিল। কোঠাৰ ভিতৰত নিজৰ গঢ়ৱালৰ চাকৰৰ লগত গধূলি খাবৰ কাৰণে কি কি বনাব লাগিব তাৰে ফৰমাচ দি আছিল—আৰামী চকীত ভৰি কোঁচাই বহি থকা অৱস্থাত। হাতত এখন মহিলা আলোচনী।

সোহন গৈ থিয় হ'লগৈ আৰু নমস্কাৰ জনালে। গৃহকৰ্ত্ৰী গিৰিসাই উঠি থিয় হ'ল। আৰু তেওঁক লৈ ড্ৰইংৰুমলৈ আহিল। সোহন লালে দহ জাপ নোট ফটাফট তেওঁৰ হাতত দিলে, দুজাপ তেওঁৰ দীঘল কোটটোৰ বাহিৰ দ জেপত ভৰালে। জেপত যে কিবা আছে, কোনেও চিন ধৰিব নোৱাৰে। তেওঁ তাত থকা চোফাত বহিল। চামৰাৰ খালী বেগটো আঁঠুৰ ওপৰত থ'লে। গৃহিণীয়ে চকুৰ পচাৰতে নিজৰ গডৰেজটো খুলি নোট দহ জাপ ভৰাই থ'লে।

সোহন লালে এখন ডায়েৰীত নোট কৰালে—"পুষ্পিন্দৰ কৌৰ, ডাটাৰ অফ সৰদাৰ হৰদিত্ত সিংহ, ভিলেজ খড়ক সিং, তহসিল ফুল, ডিষ্ট্ৰিক্ট ভাটিণ্ডা। পোষ্ট, লেক্চাৰাৰ ইন পাঞ্জাবী। এম.এ. ফাৰ্ষ্ট ক্লাচ।

৯

পুষ্পিন্দৰৰ ইণ্টাৰভিউৰ দুই-তিনি মাহ মানৰ পিছত জাইলোৱেও ইণ্টাৰভিউ দিছিল। কিন্তু তেওঁ এইবাৰো নিৰ্বাচিত নহ'ল। পুষ্পিন্দৰৰ চিলেক্শ্যান হৈ গ'ল। তেওঁ

ভাটিগুৰ কলেজতে নিযুক্তি পালে। তেওঁ জইনো কৰিলে। তাতে এটা ঘৰ ভাৰালৈ লৈ থাকিবলৈ ল'লে।

কোনোবাই জাইলোক পৰামৰ্শ দিলে যে তেওঁ মেথেমেটিক্সৰ এটা অতিৰিক্ত পৰীক্ষা পাছ কৰি লওক। মেথেমেটিক্স টিচাৰ হিচাবে তেওঁ নিশ্চয় নিযুক্তি পোৱাৰ থল আছে। এচ.এচ.ৰ কাৰণেতো হেজাৰ হেজাৰ প্ৰাৰ্থী আহি গৈ আছে। ক'ৰবাত একোজনেহে নিযুক্ত লাভ কৰে।

এবাৰ পুষ্পিন্দৰ গাঁৱলৈ আহিছিল, জাইলোৱে সকলো বিৱৰি ক'লে। পুষ্পিন্দৰৰো লগৰীয়া এগৰাকীৰ আৱশ্যক হৈ পৰিছিল। কলেজ ছুটীৰ পিছত তেওঁ অকলে থাকি আমনি পাইছিল। তেওঁ জাইলোক নিজৰ লগত লৈ গ'ল। তালৈ নি তেওঁ এজন মেথেমেটিক্সৰ প্ৰফেচাৰৰ ওচৰত টিউচন দিয়াৰ ব্যৱস্থা কৰি দিলে। ফৰম লৈ ইউনিভাৰচিটিৰ ফিজো জমা দিলে। দুয়োজনী একে ভাৰাঘৰতে থাকিবলৈ ল'লে। মেথেমেটিক্সৰ প্ৰফেচাৰজনে যথেষ্ট পৰিশ্ৰম কৰালে। মেট্ৰিকত জাইলোৱে গণিতত ভাল নম্বৰেই পাইছিল। তেওঁ হাউচ হুন্ড পঢ়া নাছিল। এলজেব্ৰা-জ্যামিতিহে পঢ়িছিল। মেথচ্‌ৰ প্ৰফেচাৰজন ছুটি-চাপৰ তপামূৰৰ আছিল। দিনে-ৰাতিয়ে টিউচন কৰে। পুৱা চাৰি বজাৰপৰা ন বজালৈ আৰু আবেলি তিনি বজাৰপৰা ৰাতি দহবজালৈকে টিউচন্‌ কৰে। হাপানী বেমাৰ আছিল। খক্‌খকায়ে থাকে। হাড় ওলাই পৰিছিল। হাড়ডালৰ বলতে কথমপি পোন হ'ব পাৰে, যেন কোনোবাই ৰছীৰে টানিহে পোনাই দিছে। খোজ কাঢ়োতেও হাড় কেৰমেৰাই উঠে। যেন এই পৰিব, এই পৰিব। কিন্তু তেওঁৰ পইছাৰ নিচা বৰ বেছি। দশনবিহীন কুকুৰে হাড় চোবোৱাৰ অৱস্থা। কিন্তু কোনো পধ্যে বিৰক্তি বোধ নকৰে। জাৰ-জহ যিয়ে নহওক নেলাগে, কলেজৰ দিনতে হওক বন্ধৰ দিনতে হওক তেওঁক দিনত শোৱা কোনেও দেখা পোৱা নাই। দহৰপৰা পুৱা চাৰিবজালৈকে, মাত্ৰ ছঘণ্টাহে শোৱে। শৌচ কৰা, দাঁত মাজা, গা-পা ধোৱা, চাহ-জলপান খোৱাত কিছু সময় লগায়। ৰুটি কোন সময়ত খায় কোনেও ক'ব নোৱাৰে। কোনো বিদ্যাৰ্থীয়ে তেওঁক ৰুটিখোৱা দেখা নাই। চাহ তেওঁ টিউচন কৰা কোঠাতে খায়, বহি বহি। কেইবাবাৰো খায়। কোনো এজন বিদ্যাৰ্থীয়ে আনজনক সোধে, "কাৰ ওচৰত টিউচন কৰিছা?"

"তপাৰ ওচৰত।"

"তেনেহ'লে 'চিঅ'ৰ চাট' পাছ হ'বাই। তপাতো মন্ত্ৰ, মন্ত্ৰ, বুজিছা!"

কলেজৰ কমনৰুমত বহি প্ৰফেচাৰসকলে তেওৰ বিষয়ে আলচ কৰে। কোনোৱে তেওঁক উপলুঙা কৰে, কোনোৱে তেওঁৰ অক্লান্ত পৰিশ্ৰমৰ কাৰণে প্ৰশংসা কৰে আৰু কোনোৱে তেওঁৰ প্ৰতি সহানুভূতি দেখুৱায়, কাৰণ তেওঁৰ কোনো ল'ৰা নাছিল। পাঁচ জনী ছোৱালী আৰু জাতত বনিয়া।

"তপা যি দিন মৰিব হাতত কলমলৈহে মৰিব আৰু ৰহীত দুভাগৰ এক পাঁচ ভাগৰ

তিনি লিখি থাকোঁতেই মূৰ দোঁ খাব। একৰ তলত আঁচডাল টানি দুই লেখিবলৈ নেপাব!" মস্কৰা কৰোঁতাই কয়।

"আৰে ভাই পাঁচ লাখ জমা কৰিব লাগে, আন কোনে জমা কৰিব? পাঁচজনী নহয়, পাঁচ লাখ লাগিবই। টিউচন কৰি কৰি এওঁৰ জীৱনটোও দুভাগৰ এক হৈ পৰিল, বেচাৰা!" কোনোৱে দয়াৰ বশ হৈ কয়।

"পইছা এনেকৈও গোটাব পাৰি—চুৰী-ডকাইতি কৰা, আনক ঠগোৱা চোৰাং বেপাৰ কৰা, কানি বেপাৰ কৰা, বচ।" প্ৰফেচাৰৰ পৰিশ্ৰমক শলাগ লোৱাজনে উপলুঙা কৰা সকলক—ধমক দিয়াৰ দৰে কয়।

পুষ্পিন্দৰে কোঠাত সোমাই জাইলোক তপা প্ৰফেচাৰৰ কথা কয়হি আৰু জাইলোৱে নিজৰ কাহিনী শুনাই কয়—"মইতো এজনীহে, তথাপি জলকা লাগি থাকিব লগা হৈছে। তপাৰ পাঁচজনী।"

"তপাতো তপাই। পাঁচ লাখ দি লৈহে মৰিব। তুমি নিজে সকলো কৰিব লগা হৈছে। তোমাৰ আৰু তেওঁৰ বহুত প্ৰভেদ জাইলোৱাণী," পুষ্পিন্দৰে তাইৰ ভৱিষ্যত জীৱনটোৰ কাৰণে সাজু হ'বলৈ সোঁৱৰাই দিয়ে।

কেতিয়াবা কেতিয়াবা নচীবক লৈও কথা পাতে। ঘণ্টাৰ পিছত ঘণ্টা পাৰহৈ যায়। আধাৰাতিলৈকে বহিয়ে থাকে। জাইলোৱে তেওঁক বুজায়, "বিধতাৰ ইচ্ছামতে যি হ'ব লগা আছিল হ'ল। এতিয়া তেওঁৰ পিছত প্ৰাণ দিবানে? ভগৱানৰ কাষলৈ যোৱাজন আকৌ ঘূৰি নাহে। এতিয়া তুমি আন প্ৰচেষ্টাৰ কথা ভাবা।"

"মই কি প্ৰচেষ্টাৰ কথা কম, জাইলো! বিয়া মোৰ তেওঁৰ লগতহে হোৱা কথা আছিল, হৈ গ'ল ধৰা। এতিয়া মোৰ দেহাটোক কোনোবাই বিয়া কৰাব পাৰিব। মনটোক নেপাব। মোৰ মন মৰিল, তেওঁৰ লগতে, দুৰ্ভগীয়াৰ লগতে।" পুষ্পিন্দৰে কান্দি পেলালে।

"তোমাৰ ইমান বয়স আগত পৰি আছে। কালিৰ ছোৱালীহে তুমি। এতিয়াও আৰু চল্লিশ পঞ্চাশ বছৰ কটাবলৈ আছে, কেনেকৈ কটাবা? অনাহকতে মৰি-মজি থাকিব খুজিছা।" তাৰ পিছত জাইলোৱে ভবিষ্যতৰ কথা শুনালে—"তোমাৰ দেউতাৰৰ ঘৰততো একোৰে অভাৱ হোৱা নাই। তুমিও এতিয়া প্ৰফেচাৰ হ'লাহি। এতিয়া অনেক পুৰুষে তোমাৰ ওচৰত কৰযোৰ কৰিবহি। তুমি এবাৰ হাঁ কৰি দিবহে লাগে!"

পুষ্পিন্দৰে কান্দিয়ে থাকিল। জাইলোৰ কথাব পাকে টলাব নোৱাৰিলে।

দুবাৰ পদ্মাও সঙ্গৰোৰৰপৰা তেওঁৰ ওচৰলৈ আহিছিল। পদ্মায়ো পুষ্পিন্দৰক দেখি মন মাৰি পেলায়। তায়ো যদি পঢ়ি থাকিলহেঁতেন এম.এ. উপাধি ল'লেহেঁতেন, কিজানি পুষ্পিন্দৰৰ দৰেই তায়ো প্ৰফেচাৰ হ'লহেঁতেন। পুষ্পিন্দৰৰতো মগজু দুটা নহয়, তেওঁ ভাবে।

তেওঁলোক তিনিও নচীবৰ কথা উল্লেখ কৰে। নচীবৰ কথা পাতি বহুত দূৰত্বলৈ

যায়গৈ, তাৰ মাজতে পদ্মাই হঠাৎ সোধে—“হৰিন্দৰৰ খবৰ কি? আহ্-যাহ কৰি আছে কিজানি?”

“হৰিন্দৰেতো ঘূৰ-পকা কৰিয়ে থাকে। কি জানি, আজিয়ে ওলাবহি পাৰে। কিমানৰ বাট!—এয়া ৰিং এটাৰ বাট ৰামপুৰালৈ। ৰামপুৰালৈ আহিলেই ইয়াত পাক মাৰি যায়।” পুষ্পিন্দৰে সাধাৰণ ভাবে উত্তৰ দিলে।

পুষ্পিন্দৰৰ এম.এ.ৰ প্ৰথম বাৰ্ষিকৰ সময় চোৱাত, ডিচেম্বৰৰ বন্ধত যেতিয়া হৰিন্দৰ আৰু পদ্মা একেলগে সঙ্গৰোৰলৈ গৈছিল, বাছত একেলগে গৈছিল। বাটত তেওঁলোকে বহুত কথাই পাতিলে, দুনিয়াৰ কথা। পদ্মাৰ হৰিন্দৰক ভালো লাগিল। হৰিন্দৰৰো পদ্মা বুদ্ধিমতী আৰু চোকা মগজুৰ ছোৱালীযেন বোধ হ'ল। সেইদিনাখন পদ্মাই হৰিন্দৰক সঙ্গৰোৰ বাছ ষ্টেণ্ডৰপৰা নিজৰ ঘৰলৈ লৈ গ'ল। হৰিন্দৰে নেযাওঁ বোলাতো নেৰিলে। তেওঁৰ টিকতো দূৰ বাৰনালালৈ লোৱা আছিল। কিন্তু পদ্মাই তেওঁক বাউসিত ধৰি টানি নিয়াদি নিলে। পদ্মাৰ ঘৰলৈ আহি হৰিন্দৰৰ মনটো বেয়া হৈ গ'ল। তেওঁলোকৰ সৰু সৰু ঘৰ। ঘৰৰ অৱস্থাও ভাল নহয়। পদ্মাৰ মাক নাই। দেউতাক প্ৰাথমিক বিদ্যালয়ৰ অৱসৰ প্ৰাপ্ত শিক্ষক। বয়স সত্তৰ বছৰ। বাত বেমাৰী, গাঁঠিয়ে-গাঁঠিয়ে বিষ। পদ্মাৰ ককায়েক দুজন, দুয়ো বিবাহিত। দুয়োজনৰে ল'ৰা-লুৰিও আছে। ডাঙৰ ককায়েক পৌৰসভাৰ কেৰাণি। সৰুজন তাৰে এটা ভেনচাৰ স্কুলৰ শিক্ষক। দুয়ো ভাই ককায়েকে হৰিন্দৰক ভাল আদৰ-সৎকাৰ কৰিলে। দেউতাকেও আহি হৰিন্দৰৰ লগত কথা পাতিলেহি। বৌৱেকহঁতে হৰিন্দৰক কেৰাহি-কেৰাহিকৈ চোৱা দেখি হৰিন্দৰৰ ভাল নেলাগিল। পদ্মাৰ দেউতাকে যেতিয়া গম পালে যে ল'ৰাজন পদ্মাৰ লগত পঢ়া ছোৱালী এজনীৰ ভায়েক, তেতিয়া ৰাতি তাতে থাকিবলৈ বৰকৈ ধৰিলে, ক'লে, যে পুৱাৰ বাছতে গুছি যাব। হৰিন্দৰ বান্ধত পৰিল যদিও চাহ খালে; চাহৰ লগত খাবলৈ ককায়েকহঁতে যোগান ধৰা খোৱা বস্তুৰ দুই এপদ মুখত দিলে আৰু বাছ ষ্টেণ্ডলৈ ঢাপলি মেলিলে। তাৰ পিছৰ বাৰ জানুৱাৰীত পুনৰ পাটিয়ালালৈ যাওঁতে হৰিন্দৰে পদ্মাক লগ নেপালে। পুষ্পিন্দৰৰপৰা গম পালে বোলে পদ্মাৰ দেউতাক ঢুকাল। বৌৱেকহঁতে বোলে তেওঁৰ পঢ়া এৰুৱালে। দেউতাক যে আছিল, বচ...

হৰিন্দৰৰ অন্তৰৰ কোনোবা কোণৰ যেন কিবা এটা বস্তু হেৰাই গ'ল। ছোৱালীৰ সেই হোষ্টেলটোত পদ্মা যেন এক সুগন্ধ আছিল। আৰু সেই সুগন্ধ যেন এতিয়া নাই! তেওঁ পুষ্পিন্দৰক আৰু একো নুসুধিলে। উদাস মন এটালৈ তেওঁ পাটিয়ালাৰপৰা ঘূৰি আহিল। মন গৈছিল—সঙ্গৰোৰ বাছ আস্থানৰপৰা পদ্মাৰ ঘৰত এপাক মাৰি যাবলৈ। মন গৈছিল, টিকতো সঙ্গৰোৰলৈকে লৈছিল। কিন্তু কি ভাবি জানো তেওঁ তাত পিছৰ খন বাছৰ বাৰনালালৈ টিকত কৰি পেলালে।

এতিয়া পদ্মাই সঙ্গৰূৰৰ এটা গলীত এখন মডেল স্কুলত পঢ়ায়। দৰ্মহা দুশকৈ দিয়ে। নাৰ্চাৰীৰপৰা পঞ্চম শ্ৰেণীলৈকে স্কুলত শিক্ষা দিয়া হয়। এনে ধৰণৰ স্কুল

বৰ্তমান গলীয়ে-গলীয়ে, চুবুৰীয়ে চুবুৰীয়ে স্থাপিত হৈছে। মেট্ৰিক পাছ্ৰপৰা বি.এ., এম.এ. পাছ কৰালৈকে। নিবনুৱা হৈ ঘৰত বহি থকা যুৱতীসকলে চৰকাৰী চাকৰি নেপাই বা বিয়ালৈ অপেক্ষা কৰি থাকি শ-দুশ টকাতে শিক্ষকতাত সোমায়। একৰকম একোখন দোকানেই খুলি ৰাখিছে বৌদ্ধিকসকলে। কিন্তু সিও নহয়। বিদ্যাৰ ক্ষেত্ৰত এই সৰু সৰু মডেল স্কুলবিলাক এক অতুলনীয় যোগদান বুলিব পাৰি। চৰকাৰী প্ৰাথমিক স্কুল পাছ কৰি অহা একোটা ল'ৰাই নিজৰ মাতৃভাষাৰ শব্দ তিনিটা একেলগে পঢ়িব নোৱাৰে। মেট্ৰিক পাছ কৰি অহাজনে পূৰণ অঙ্ক এটা কৰিব নোৱাৰে। হিন্দীত নিজৰ নামটোও লেখিব নোৱাৰে। ল'ৰাক যি এবাৰ নাম লগাই দিলে, বচ পাঁচ বছৰ সি স্কুললৈ যাওকেই বা নেযাওক প্ৰাইমেৰী পাছ চাৰ্টিফিকেটখন পাবই। সেইখন যেন এখন আইনেই। ল'ৰাৰ নামো কটা নেযায়—ফে'লো নহয়, কাৰণ স্কুল বিভাগক পৰিসংখ্যা দেখুৱাবতো লাগিব। পাঞ্জাবৰ শকতৰা নব্বৈ ভাগ ল'ৰাই প্ৰাইমেৰী স্কুলত পঢ়ে। এইকাৰণে শিক্ষিত শ্ৰেণীটোৱে নিজৰ ল'ৰা-ছোৱালীক মডেল স্কুললৈ পঠায়। নগৰক দেখি গাঁৱে গাঁৱেও আজি কালি মডেল স্কুল পতাৰ নিয়ম চলিছে আৰু সংখ্যাও বাঢ়ি গৈছে। বাছ আদিৰো সুবিধা বাঢ়িছে। নগৰৰ সংস্থানহীন ছোৱালীহঁত আহি গাঁৱে গাঁৱে পঢ়ুৱাবলৈ লৈছে। মডেল স্কুলৰ পঞ্চম শ্ৰেণীলৈ পঢ়া ল'ৰা-ছোৱালীয়ে চৰকাৰী স্কুলৰ অষ্টম শ্ৰেণীলৈকে পঢ়া ল'ৰা-ছোৱালীতকৈ বেছি ইংৰাজী জানে, হিন্দীৰো ভাল জ্ঞান হয়, গণিতৰ অঙ্কও মিনিটতে কৰি উত্তৰ উলিয়াব পাৰে। তেওঁলোকে নিজৰ মাতৃভাষা পাঞ্জাবীও ভালকৈ জানি উঠে। আৰু বিশেষ কথা হ'ল তেওঁলোকে পতা কথা-বতৰাৰ ধৰণ, পিন্ধা-উৰা সকলো পৰিপাটী হৈ পৰে, তাৰোপৰি সাধাৰণ জ্ঞানৰ পৰিধি চৰকাৰী স্কুলৰ বিদ্যাৰ্থীতকৈ বহুগুণে বিস্তৃত হৈ পৰে।

## ১০

হৰদিত্ত সিংহ আৰু তেওঁৰ পত্নী দয়ালোৱে অকলশৰে বহি চিন্তা কৰে যে জীয়েকক বিয়া সোমাবলৈ কি উপায়েৰে মান্তি কৰোৱা যায়। এতিয়া বলেৰে বিয়া পতাৰ দিনো উকলিল। ইমান শিক্ষিতা হ'ল, প্ৰফেচাৰ হলগৈ, এতিয়া আৰু তেওঁলোকৰ অহঙ্কাৰ নৰজে। নিজে ঘটি খাইছে, এতিয়া তেওঁলোকৰ চৰ-লাঠি সহিব নোৱাৰে। খড়ক সিং চুবুৰীলৈও তেওঁ মাজে সময়ে আহে। আহিলেও এৰাতিতকৈ নেথাকে। প্ৰায়ে তেওঁ দেওবাৰে পুৱাই আহে আৰু আবেলি ঘূৰি যায়গৈ।

এদিন তেওঁলোক পূৰা উদ্দেশ্যলৈ ভাটিগুালৈ গ'ল। পুষ্পিন্দৰেও জানিছিল যে তেওঁলোক কিয় আহিছে। ইয়াৰ বাহিৰে তেওঁলোকৰতো আন কথা পাতিবলৈ নাই।

তেওঁলোক চিধা কলেজলৈকে গৈ তেওঁৰ ওচৰ পালেগৈ। পুষ্পিন্দৰে প্ৰথমে তেওঁলোকক ষ্টাফ্ ৰুমতে বহুৱালে। তেওঁলোক যে মাক-দেউতাক এই কথা কাকো নজনালে। পুষ্পিন্দৰে ক'লে, "এঘণ্টা ইয়াতে বহাঁ, তোমালোক। মই পিৰিয়ডটো কৰি আহোঁগৈ। তাৰ পিছত ঘৰলৈ যাম। ঘৰলৈ গৈহে চাহ খামগৈ।"

তেওঁ চল্লিশ চল্লিশ মিনিটৰ একেৰাহে দুটা পিৰিয়ড ল'লে। মাক-দেউতাকে ধৈৰ্য্য-ধৰি তাতে বহি থাকিল। ভাবিলে, আহিলেই উঠি যাম। ৰাতিটোতো থাকিবই লাগিব। যেতিয়াই আহে আহক। কিন্তু তেওঁলোকৰ এনেকুৱাও লাগিল—কিজানি তেওঁলোকক ইয়াত বহুৱাই থৈ পলালেই। তেওঁলোকৰপৰা জীয়েক একপ্ৰকাৰ পলায়ে ফুৰে। তেওঁলোকৰ কোৱা কথা নেমানেই দেখোন।

এক বজাত তেওঁলোক কলেজৰপৰা ওলাল। পুষ্পিন্দৰে ৰিক্সা দুখন ল'লে। এখনত মাক-জীয়েক বহিল, আনখনত দেউতাক। গড়ৰ কাষতে পুষ্পিন্দৰৰ ওপৰ মহলাৰ কোঠাটো। সেইকেইদিন পুষ্পিন্দৰ অকলে আছিল। জাইলোৱে চাৰি মহীয়া টিউচন সম্পূৰ্ণ কৰি, পৰীক্ষা দি ঘৰলৈ গ'ল।

পুৱাই ৰুটি কৰি দিবলৈ ছোৱালী এজনী আহে। দুখীয়া ঘৰৰ ছোৱালী। নিজেও দুবেলা ৰুটি খাই যায়। মাহে পঞ্চাশ টকাকৈ পুষ্পিন্দৰে তাইক দিয়ে। সেইদিনাও পুষ্পিন্দৰলৈ দুপৰীয়াৰ কাৰণে ৰুটি থৈ গৈছিল। তেওঁ প্ৰথমে ষ্টোভত চাহ কৰি ঘৰৰ মালিকৰ পুতেকক বজাৰলৈ পঠাই হোটেলৰপৰা ভাজি আৰু দৈ কিনাই অনালে। আটা মাৰি তেওঁ ৰুটি কৰাত লাগিল। দয়ালোৱে ক'লে, "ইমান গৰমত আহিছ। চাওঁ, মোক দে ময়ে ৰুটি কিখন কৰো। তই দেউতাৰৰ ওচৰতে বহগৈ।"

হৰদিত্ত সিংহই ক'লে, "ৰুটিৰ বিশেষ দৰ্কাৰ নাছিলেই অ'। খায়ে আহিছিলো। তয়ে মাৰৰ হতুৱাই কৰাই ল। তোৰতো খাবৰ পৰ হৈছে এতিয়া।" আৰু হাঁহি হাঁহি ক'লে, "পঢ়া-লিখা কৰাৰ সময়তে খোৱা-বোৱাও কৰিব পাৰ দেখোন।"

"বাৰু হ'ব! এতিয়া যি পাৰা খোৱা দুয়োৱে। অলপ হ'লেও খোৱা।" দয়ালোৱে ৰুটি সেকাত লাগিল। পুষ্পিন্দৰ হৰদিত্তৰ ওচৰত বহিলহি। দেউতাকে সেই একেধৰণৰ হাঁহিৰেই ক'লে, "তই পিন্দৰ অকলে থাকিবলৈ ল'লি, যেন ষ্টেচনত ৰাতিটো কটাইছ। এইটো কি কথা কৰিছ।"

পুষ্পিন্দৰে কৃত্ৰিম হাঁহি মাৰিলে।

"এতিয়া হ'লে পাই আমি তোৰ একো কথা নুশুনো। তোৰ সকলো বাগি-বুগা খতম। আজি তোৰ মুখৰপৰা 'হাঁ' উলিয়াইহে যাম।" হৰদিত্ত সিংহই আগৰ দৰে হাঁহি ক'লে।

পুষ্পিন্দৰ উঠিল আৰু ঘৰৰ মালিকৰ ফ্ৰিজৰপৰা পানী দুবটল উলিয়াই আনিলে। তলত তেওঁ বহুত সময় কৰিলে। মালিকৰ পৰিবাৰে সুধিলে, "এওঁলোকনো কোন আইদেউ?" তায়ো জানি শুনিয়ে পলম কৰিব খুজিছিল। বাপেক-মাকৰ বিষয়ে কবলৈ

লোৱাত পলম হ'ল। মালিকৰ পৰিবাৰ ক'লে, "তেনেহ'লে আৰু কি ক'ত দৰ্কাৰ হয় লৈ যোৱা। ফ্রিজত কিবা ফলো থাকিব পায়, তাকো লৈ যোৱা।"

পুষ্পিন্দৰ ওপৰ কোঠালৈ আহিল। ইতিমধ্যে মাকে ৰুটি কৰি শেষ কৰিছে আৰু আটাসনা হাত ধুই আছে।

মেজত সজাই তিনিও বহি ৰুটি খালে। খাই থাকোঁতে কোনেও একো কথা নুলিয়ালে অৱশ্যে পুষ্পিন্দৰে দুই-এষাৰ কলেজৰ কথা নুলিওৱাও নহয়। তেওঁলোকে আওকণীয়াকৈ হুঁ, হাঁ কৰি গ'ল। মাজে মাজে দয়ালোৱে জীয়েকৰ চেহেৰাটোৰ প্ৰতি লক্ষ্য কৰি ৰ'ল। আৰু হৰদিত্ত সিংহয়ো চোৰৰ চাৱনীৰে চেহেৰাটো চাই থাকিল—যেন দুয়োৱে জীয়েকজনীক চাৱনীৰ কৰুণাসনা পিচকাৰীহে মাৰিছে। ইও অসম্ভৱ নহয় যে দুয়ো জীয়েকৰ প্ৰতি ভিতৰি অসন্তুষ্টও হৈ আছে কিজানি।

ৰুটি খোৱাৰ পিছত পুষ্পিন্দৰে তলৰপৰা এখন খাটিয়া খোজাই অনালে। কোঠাত আগৰেপৰা দুখনতো আছিলেই। চাঁদৰ ফেনখন চলি আছিল। তিনিও বেলেগ বেলেগ বিচনাত পৰিলগৈ। পুষ্পিন্দৰে শুবলৈ চেষ্টা কৰা যেন লাগিল। দয়ালোৱে অলপকৈ বাগৰ সলাই বহিল। ভাবিলে, তেওঁলোকতো ইয়ালৈ শুই থাকিবলৈ অহা নাই। হৰদিত্তই ওপৰলৈ মুখ কৰি পোন হৈ শুই ফেনখন চাই থাকিল। তেওঁ মাজে মাজে গল-হেকাৰি একোটা মাৰি থাকিল, যেন কিবা ক'ব খুজিছে।

দয়ালোৱে ক'লে, "পিন্দৰ আইজনী, কথা পাতচোন, কিবা। আমি তোৰ ওচৰলৈ আহিছো দুই এটা প্ৰশ্নৰ উত্তৰ পাম বুলি। এনেকৈ থাকিলে নহ'ব নহয়।"

পুষ্পিন্দৰে প্ৰথমে মতা নাছিল। যেন একো শুনাই নাছিল। পিছত উঠি বহিল। ক'লে, "কোৱা কি প্ৰশ্নৰ উত্তৰ দিব লাগে?"

"গাৱত এতিয়া বুবু-বাবা চলিছেই। কোনোৱে কয় এটা কোনোৱে কয় আন এটা। শুনি থাকিব নোৱাৰা হৈছো। থকাই মচ্‌কিল হৈছে। দিন কটোৱাই টান হৈছে, আমাৰ কি ক'ম। তই নুবুজা নহয়। আমালৈও চা।" দয়ালোৱে যেন মিনতিহে জনালে।

পুষ্পিন্দৰ তললৈ চাই বহি খাটিয়াৰ ৰছী কিডাল লেখি আছিল।

পিছত দেউতাকে মাত দিলে। "এতিয়াতো আই আমি শেষবাৰৰ বাবে আহিলো। বুঢ়া বয়সত আমাৰ ডাঢ়িত বোকা নছটিয়াবি। ঘৰত একো বস্তুৰে অভাৱ নাই। মাত্ৰ তোৰ দুখতে দুখী হৈ থাকিব লগাত পৰিছো। তই যেনে ল'ৰাই বিচাৰ আমি বিচাৰি দিম। বিয়াত লাখ টকা খৰছ কৰিব লগা হ'লেও কৰিম। তই এইদৰে নেথাকিবি মোৰ আই! এবাৰ অলপকৈ হ'লেও হাঁ কৰি দে।"

জীয়েকে পলক তুলি পিতাকলৈ চালে। তেওঁৰ চকুত আছিল বিহ। তেওঁৰ পূৰা বিশ্বাস হৈ পৰিছিল যে নচীবক তেওঁৰ দেউতাকে নিজ হাতেৰে নেমাৰিলেও আনৰ হতুৱাই নিশ্চয় মৰালে। তেওঁৰ মৃত্যুৰ কাৰণ পুষ্পিন্দৰ নিজে। সেই কাৰণে দেউতাকৰ বাহিৰে এই কাম আন কোনেও কৰোৱা নাই। আনৰ কি দৰ্কাৰ থাকিব পাৰে? নচীবৰ

কাৰো লগত কোনো শত্ৰুতা নাছিল। পুলিচেও তেওঁৰ দেউতাককে সন্দেহ কৰিব পাৰিলেহেঁতেন। নচীবৰ লগত দেউতাকৰ শত্ৰুতাৰ কথা পুলিচেহে নেলাগে, খড়ক সিং চুবুৰীৰ লোকেও গম নেপায়। দেউতাককনো সন্দেহ কৰে কি বুলি? এই বিষয়ে জাইলোৰ লগত তেওঁ কেইবাৰো আলোচনা কৰিছিল; কাৰণ গুপুত কথাবিলাকো তাইৰ লগত পাতে। এতিয়া যেতিয়া বিষাক্ত চাৱনীৰে দেউতাকক চাই আছিল তেতিয়াও চিত্তৰ কোনোবা কোণত সন্তোষো লাভ কৰিছিল। মাক-দেউতাক দুখিত হোৱাটো তেওঁ ভাল পাইছিল। নচীবক হত্যা কৰাৰ শাস্তি চৰকাৰী কোনো আইনে নিদিলেও, দেউতাকক এইদৰে দুখী হোৱা, করুণ হোৱা আৰু মিনতি কৰিব লগা হোৱা, এক শাস্তি বিধান বুলিয়ে পুষ্পিন্দৰে ধৰি ল'লে, যিটো শাস্তি তাই নিজে দিছে। পুষ্পিন্দৰে মুখেৰে একো নেমাতিলে। তেওঁৰ মনটোৱে ক'লে—"আৰু ধৰফৰা বুঢ়া আৰু দুঃখী হ তেহে মোৰ হিয়া শাঁত পৰিব!"

"ইমানলৈকে পঢ়িলি, ভাল চাকৰিও পালি, ইফালে আমাৰ ঘৰখনতো একোৰে অভাৱ নাই। হয়তো, আমাৰ ঘৰলৈ ৰজায়ো দৰা লৈ ওলাবহি পাৰে। এতিয়া সকলো ৰং—ৰহইচ..." দয়ালোৱে কৈ আছিল।

"চাকৰি কৰাৰ দৰ্কাৰেই নাছিল। যাৰ উপাৰ্জন নাই তেওঁহে চাকৰি কৰে। আমাৰ কি নাইকিয়া হৈছে?" হৰদিত্ত সিংহই ক'লে।

দয়ালোৱে নিজৰ বিচনাৰপৰা উঠি পুষ্পিন্দৰৰ ওচৰত বহিলগৈ। তাইৰ মূৰৰ চুলিত হাত-বুলাই ক'বলৈ ধৰিলে, "আই অ' পিন্দৰ, কচোন বাৰু? ক'ৰবাত কথা-বতৰা চলাম নেকি?"

পুষ্পিন্দৰে নেমাতিলে। মূৰটো আঁতৰাই দিলে। মাক নিৰাশ হৈ আঁতৰি বহিল। চকুত লোতক ওলাল। সিফালে হৰদিত্ত সিংহয়ো সোঁত কৰি নাকৰ পানী মুচিলে। নিজৰ বিচনাৰপৰা উঠি পুষ্পিন্দৰৰ বিচনাৰ কাষলৈ আহি মজিয়াত লেপেতা কাঢ়ি বহি লৈ ক'বলৈ ধৰিলে, "আমাৰতো সময় ওচৰ চাপি আহিলেই, আই অ! জী থকাই টান হৈছে। ফাকি দিবলৈ কি আছে। বাৰু সেইবোৰ বাদদে। তই আমালৈ চিন্তা কৰিব নেলাগে, নিজৰ বিষয়ে ভাবিচা। ইমান ডাঙৰ মানুহৰ ছোৱালী, ঘৰতে আবিয়ৈ হৈ থাকিব, সংসাৰে বুলিব কি?"

দুয়ো কান্দিবলৈ ধৰিলে। জীয়েক শিলৰ মূৰ্তিৰ দৰে বহি ৰ'ল। কোৱাও নাই, কন্দাও নাই। কান্দেনো কেনেকৈ? চকুৰ লোতক শুকাই পৰিছে। এইদৰে অত্যাচাৰীৰ সন্মুখত কন্দাৰপৰা লাভ কি?

হৰদিত্ত সিংহ নিজৰ বিচনাত উঠি বহিলগৈ, দয়ালো নিজৰ বিচনাত, আৰু পুনৰ দয়ালোৱে আকণ্ঠ ক্ৰোধেৰে কৈ উঠিল, "তেনেহ'লে তই আমাক মৰিলো বুলি ধৰিলি, নহয়?"

পুষ্পিন্দৰে তথাপিও নেমাতিলে। বহি বহি খাটিয়াতে কাতি হ'ল। তেওঁলোকৰ

ফালে পিঠি দিলে।

হৰদিত্ত সিংহই ভৰিৰ জোতাযোৰ বিচাৰিলে। জোতা পিন্ধি তেওঁ খাটিয়াৰ বাৰত বহি, দুয়ো হাতেৰে ডাড়িকোছা মোহাৰি দয়ালোক ক'লে, "বলা, উঠা, যাওঁ। আমি এইৰ কিহৰ কিটো হওঁ?"

"এনে হোৱাতকৈ এইক জন্ম নিদিয়াহেঁতেন আমাৰ মুখত ছাই নেলাগিল হেঁতেন। কতা দুৰ্ভগীয়া! প্ৰথমে নাপিতৰ পিছ ল'লে এতিয়া ইয়াত খোপনি পুতি ল'লেহি। অথনিৰেপৰা ভুকি মৰিলো—একো নেমানিলে, দেখিছানে?" তাৰ পিছত খুব উত্তেজিৎ হৈ ক'লে, "যদি আচলজনী হয় তেনেহ'লে খড়ক সিং চুবুৰীত আৰু ভৰি নিদিবিগৈ। আমি তোৰ ক্রিয়া-কৰ্ম কৰি পেলাম গৈ।" আৰু নিজৰ হৰদিত্ত সিংহক ক'লে, "বলক এতিয়া।"

দুয়ো ওপৰ মহলৰপৰা খটখটিয়েদি নামি আহিল। চৌহদৰ গেটৰ মুখত হৰদিত্ত সিংহই এজন ৰিক্সাৱালাক ৰখাই সুধিলে, "বাছ ষ্টেণ্ডলৈ কিমান ল'বি?"

দয়ালোৱে মাজতে মাত লগালে, "ৰছ্কা'খন লাগিছে কিয়? খোজ কাঢ়িয়ে যাওঁ, বাছ 'টেন্দ'লৈনো কিমানৰ বাট?"

নহয়, ৰিক্সাত যোৱাহে ভাল হ'ব। যিহে গলীবোৰ, আমি বাছ ষ্টেণ্ডৰ ৰাস্তা উলিয়াব গৈ নোৱাৰিম।" হৰদিত্ত সিংহই ক'লে।

ৰিক্সাৱালাই তেওঁলোকলৈকে চাই আছিল। ক'লে, "ভাৰা দুটকা লাগিব।"

দুয়ো ৰিক্সাত বহিল।

বাছ ষ্টেণ্ডলৈ যোৱা পথত দুয়ো সৰু সৰুকৈ কথা পাতি গ'ল। তেওঁলোক যেন নিৰাশ হৈ পৰিছে।

এনে বুলি জনা হ'লে মই বাৰহেজাৰকৈ টকা পাটিয়ালাত দি নাহিলোহেঁতেন। এনেয়ে বৰবাদ কৰিলো।"

"সেয়েহে ভাবিছিলো! আপোন কাৰণেহে ভাবিব লগা হ'ল, কিজানি তাইৰ আকলটো ভাললৈ আহেই!" দয়ালোৱে ক'লে।

তাৰ পিছত ৰামপুৰালৈ যোৱা বাছত ওচৰা-ওচৰিকৈ বহি হৰিন্দৰৰ কথা উলিয়ালে। হৰদিত্ত সিংহই ক'লে, "এতিয়া ল'ৰাৰ ওপৰতে সৰ্ব-ভৰসা। ল'ৰাটোক যদি ভাল ঘৰৰ ছোৱালী এজনী আনি দিব পৰা যায়, তাৰ চিন্তাহে কৰিব লাগে। নিজৰ মাটি-বাৰী চম্ভালিব লাগিব।"

"ল'ৰাটো ল'ৰায়ে। তাৰ একো নাই। ছোৱালীহে বেয়া হ'ল। ল'ৰাই য'তেই নুফুৰক নেলাগে; ছোৱালী কিন্তু ঘৰত থাকিলেহে ভালহৈ থাকে। এইজনীয়ে মনত কি ভাব লৈ আছে ক'ব পৰা নাই। মই হ'লে মোৰটো মগজুৰে ভাবিয়ে অন্ত পোৱা নাই। ল'ৰাই বৰলা ভাত খাই থাকিলেও কোনেও একো নকয়। পুৰুষৰ কথা বেলেগ। যদি ছোৱালীও...হে মোৰ ৱাহগুৰু...।" দয়ালো বলিয়াৰ দৰে বহি ৰ'ল।

বেলি পৰো পৰো। বাছ্ চলাৰ লগে লগে বহুত যাত্ৰী আহি উঠিলহি। সকলো চিট পূৰা হৈও সাত-আঠজন মান থিয় হৈয়ে আহিব লগা হ'ল। ইয়াৰ পিছত পতি-পত্নীৰ মাজত কথা-বতৰা বন্ধ হ'ল।

## ১১

পুষ্পিন্দৰ বহুতপৰ সেই খাটখনতে বহি থাকিল। তাৰ পিছত কাতিহৈ শুলে। তেওঁৰ চিন্তাবিলাক বিশৃঙ্খল হৈ পৰিছে। এফালে মাকদেউতাকৰ মৰম-চেনেহ আনফালে নিজৰ স্বতন্ত্ৰতা। নিজৰ জীৱনৰ লগৰীয়া বাচি লোৱাত পুতেক-জীয়েকহঁতৰ অধিকাৰ নাইনেকি? জাত-পাতৰ কথা আজি-কালি কোনে বিচাৰ কৰে? এনেয়ে সামান্য কথাতে অত্যাচাৰী বাপেকে তাইৰ নচীবক, তাইৰ সোণালী সপোনটোক মাটি কৰি পেলালে। নিৰ্দয় পিতাকে তাৰপৰা পালে কি? তাইৰো এতিয়া জিদ যে তাই বিয়াত নোসোমায়। মাক-দেউতাকে অলপ মজা পাওক। যদি তেওঁ বিয়াত সোমায়ো তথাপি কাকো মৰম দিব নোৱাৰিব। হয়তো কোনোবা তাইৰ শৰীৰটোৰ মালিক হ'ব পাৰিব কিন্তু হৃদয়ৰ মালিক হ'ব নোৱাৰিব। তাইৰ হৃদয়খন নচীবেই লগত লৈ গুছি গ'ল। নচীবক মনত পেলাই তাই দীঘল হুমুনিয়াহ কাঢ়িলে। যেন এই হুমুনিয়াহটো নচীবৰ নিশ্বাসৰ লগত মিলি তেওঁৰ হাঁওফাঁওত প্ৰবেশ কৰিলেগৈ। সেই দুৰ্ভগীয়াই এই সংসাৰত কি দেখিবলৈ পালে! পৰৰ ছোৱালী এজনীৰ পিছত লাগি নিজৰ প্ৰাণ আহুতি দিব লগা হ'ল। পুষ্পিন্দৰৰ মগজুত যেন ভাবৰ এখন ফিল্ম চলিবলৈ ধৰিলে। পিছত তেওঁ নিজকে গালি দিবলৈ ল'লে। তেওঁতো প্ৰথমে মানি লোৱা নাছিল। মইহে তেওঁক এই বাটলৈ টানি আনিলো। ময়ে তেওঁৰ মৃত্যুৰ কাৰণ হ'লো। মোৰ কাৰণেই সোণসেৰীয়া দেহাটো নষ্ট কৰি পেলালে, দুৰ্ভগীয়াই!

এই ভাৱটো অহাৰ লগে লগে তেওঁৰ শোক উথলি উঠিল। তেওঁ কান্দি পেলালে। চকুপানী ওলোৱাৰ লগে লগে তেওঁ হুক্ হুক্ কৈ কান্দি দিলে। তেওঁ ইয়াকে ভাবি ল'লে যে—এতিয়া খুব কান্দি লওঁ, আকৌ যাতে কান্দিব লগা নহয়। লগতে তেওঁৰ বিবেকত খেলালে যে কান্দোন তেওঁৰ জীৱনজোৰা হ'ল, এবাৰ বৰকৈ কান্দি ল'লেনো হ'বকি! মনতে ভাবিলে যেন কোনোবা আহি তেওঁক চুপ কৰাই দিবহি। কিন্তু তেওঁক সান্ত্বনা দিবলৈ তাত আছে কোন? চকুদুটা মুচি চালে। কোঠাৰ চাৰিবেৰে তেওঁক সহানুভূতি দেখুৱাইছে। যেন কৈছে—মনে মনে থাকা। তোমাৰ ধৈৰ্য্যই তোমাৰ বিশ্বাস। তোমাৰ ভাল পোৱা, তোমাৰ ধৰ্ম, তোমাৰ প্ৰেমৰ ধৰ্ম তোমাতে আছে—নচীবৰ আমানত হৈ; এয়ে তোমাৰ সাৰথি, তোমাৰ শান্তি। প্ৰেম কৰোতাক এই যুগত কোনে

ক্ষমা কৰে? ভালপোৱাজনৰ সুখৰ টোপনি আহিব ক'ত? তোমাৰ আছে ভালপোৱা, সকলোতকৈ ডাঙৰ সম্পত্তি, এই সম্পত্তি যাৰে তাৰে ভাগ্যত নঘটে!

তেওঁ এই অৰ্দ্ধ অচেতন অৱস্থাত বিচৰণ কৰি থকা অৱস্থাতে খট্‌খটিয়েদি খট্‌খট্‌কৈ কোনোবা অহা শব্দ শুনিবলৈ পালে। কোনোবা আহিছে। কোন হ'ব? তেওঁ অনুমান কৰিলে। দ্বিতীয় ক্ষণতে তেওঁ ভাবি পালে কমলা কিজানি—তেওঁৰ চাকৰণীজনী। সন্ধ্যা সময় হ'লহি—ৰুটি কৰাৰ সময় হ'লহি। কমলাই হ'ব। আন আহিব কোন? আৰুনো এই অভাগীৰ ওচৰলৈ আহোঁতা কোন আছে?

ওপৰ কোঠাৰ তেওঁৰ দুৱাৰৰ মুখত উচ্চ স্বৰৰ দুষ্টালিভৰা হাঁহি শুনিবলৈ পালে। মাতটোতো চিনা-জনাই আছিল, কিন্তু তেওঁ ভয় খালে। যেন কিবা পিশাচিনী আহি সোমাব খুজিছে। তাইৰ অৱস্থা দেখি যেন বিদ্ৰূপ কৰি হাঁহিছে। এই হাঁহিয়ে তেওঁৰ কলিজাটোকে বাহিৰ উলিয়াই পেলাব এতিয়া!

পদ্মা আহিল। সঙ্গৰোৰপৰা তাইক লগ পাবলৈ আহিছে। আহিয়ে তেওঁৰ শ্ব'লভাৰ বেগটো কান্ধৰপৰা নমাই থৈ পুষ্পিন্দৰক সাবটি ধৰিলে। তাইৰ মুখত চুমা খালে; কিন্তু তেওঁ একে ঠেলাতে আঁতৰি পৰিল। পুষ্পিন্দৰৰ গালত হাত বুলাই গম পালে যে গালত লুণীয়া পানী। তেওঁ পদ্মাক আদৰো নকৰিলে। তেওঁৰ চকুত পুনৰ লোতক উপচি পৰিল। সৰসৰকৈ সৰিপৰা চকুলোৰে গাল তিয়াই পেলালে। এইমাত্ৰ ইমানকৈ কান্দি পেলাইছিলহে আকৌ ইমান পানী চকুৰপৰা ওলাল ক'ৰপৰা? আকৌ পূৰাদমে কান্দি পেলালে। পদ্মাই তাইৰ চকুপানী মুচিবলৈ ধৰিলে। তেওঁ কৈ গ'ল, "কান্দি থাকিলে কি হ'ব, পিন্দৰ? মই তোমাৰ দুখ নেজানো নেকি? এতিয়া মনক বুজাই দিন কটাব লাগিব, নহ'লে তুমি বাচি থাকিব নোৱাৰা। বচ, বাদ দিয়া। নেকান্দিবা। মোৰে শপত। কান্দিবলৈ এৰাচোন পিছত চাবা কি হয়!"

পুষ্পিন্দৰ মনে মনে ৰ'ল। পদ্মাই পানী খুজিলে আৰু নিজেই ক'লে, "কলহটো ক'ত আছে কোৱা। তুমি বহি থাকা। মই নিজেই বাকিলৈ খাওঁগৈ।"

পুষ্পিন্দৰ উঠিল, চকুলোৰে উপচা মাতেৰেই ক'লে, "মই তলৰপৰা আনি দিছো ৰ'বা। কলহৰ পানী সিমান ঠাণ্ডা নেপাবা। নতুন কলহহে আনিব লাগিব।"

তললৈ নমাৰ আগতে তাত থকা কলহৰ পানীৰে মুখ ধুলে। তাৰ পিছত দুটা খালী বটললৈ তললৈ নামি গ'ল। ফ্ৰিজৰপৰা দুটা নতুন বটল উলিয়াই লৈ ওপৰলৈ আহিল। আধাতকৈও বেছি বটল পদ্মাই খালে। খুব পিয়াহত আছিল। বাকীখিনি পুষ্পিন্দৰে খালে।

পানী খাই পুষ্পিন্দৰে সুধিলে, "তলৰপৰা তোমাৰ লগত কথা পতা শুনিছিলো, কোন আছে তোমাৰ লগত কথা পাতোতা?

"ঘৰৰ মালিকৰ পৰিবাৰে সুধিছিল।"

"কি সুধিছিলনো?"

মা আৰু দেউতা আহিছিল। অলপ আগতে ওলাই গৈছে। তুমি অহাৰ আধা ঘণ্টা মানৰ আগে আগে গৈছে। সুধিলে বোলে ইমান লৰালৰিকৈ কিয় গুছি গ'ল? ৰাতি নেথাকিল কিয়?"

"কথা কি? গুছি গ'ল কিয়? কি কৰিবলৈ আহিছিল? তোমাৰ ওচৰলৈকে আহিছিল নেকি?" পদ্মাই সুধিলে।

পুষ্পিন্দৰে সকলো ভাঙি ক'লে।

পদ্মাই ক'লে, "পিন্দৰ মোৰ কথা শুনিবানে?"

"অঁ কোৱা।"

"মা-দেউতাৰ আত্মাক দুখ দিছা কিয়! মই হ'লে কৈছো বিয়াত সোমোৱা। নিজে নিজে তুমি তোমাৰ অতীতক পাহৰি যাবা।"

"নহয়, অতীতে নেপাহৰে। অতীত দুগুণৰপৰা চাৰিগুণ হৈহে আহি পৰিব। বিয়া...বিয়া...বিয়া কিনোহে বিয়া? তোমাৰ গাত দেখিছো বিয়াৰ জুই জ্বলিছে।"

"তোমাৰ গাত বিয়াৰ জুই জ্বলা নাই নেকি অকণো?"

"মোৰ কথা বেলেগ। তুমি তোমাৰ কথা কোৱাচোন—বিয়া কেতিয়াকৈ পাতিবা?"

"কাৰোবাক পালেহে হ'ব! মইতো আজিও সাজু হৈ আছো!"

"কি কথা—বৌহঁতে কি কয়? কৈছে কিজানি, খৰচ ভৰিব লাগিব।"

তেওঁলোকে আন কথা পাতিবলৈ ল'লে। পদ্মাৰ কথা আৰম্ভ কৰি পুষ্পিন্দৰে নিজৰ বিষয়ে পাহৰি যাব খুজিলে।

পদ্মাই ক'লে, "বৌহঁতেতো মোক ঘৰৰপৰা বাজ কৰাৰ চেষ্টাতে সাজু হৈ আছে। বিয়া হৈ গ'লেই জঞ্জাল শেষ; ঘৰৰপৰা ওলাই যাওঁ, বচ। দাদাহঁতে যে কিমান ঠাইত খবৰ নকৰিছে! কতো কথা সুবিধা কৰিব পৰা নাই।"

"কিয়, তোমাৰ গাত কি বদগুণ দেখিছে?"

"খা এতিয়া, লাগিল নগৰত জগৰ! মোৰ গাত কি দোষ থাকিব!" পদ্মাই হাঁহিলে।

তেওঁলোক বহি কথা পাতি থাকোতেই কমলা ওলালহি। দুয়োকো সৎশ্ৰী আকাল জনালে। ওখ-পাখ, পাতল গাৰে, গোল চেহেৰাৰ। ডিঙি দীঘল, বাদামী ৰঙৰ। চকু ৰৈ পৰা। ফিৰিঙতিৰ দৰে উজ্জ্বল। মানুহে দেখিলেই তৎক্ষণাৎ তলমূৰ কৰে। পদ্মাই ক'লে, "ছোৱালীজনী বেচ চকুত লগা!"

পুষ্পিন্দৰে ক'লে, "অঁ, ধুনীয়াই!"

কমলাই চকুত লগা শব্দৰ অৰ্থ বুজি নেপালে। তাই নিজৰ বিষয়ে এইটো শব্দ প্ৰথম শুনিছে। বেচেৰী অশিক্ষিত ছোৱালী—অবাক হৈ থিয়দি ৰ'ল।

পুষ্পিন্দৰে ক'লে, "বাৰু, চকুত লগা চাহিবা, প্ৰথমে আটাখিনি মাৰি লোৱা, তাৰ পিছত পাচলি।"

"চকুত লগা মানেনো কি আকৌ?" কমলাই সঙ্কোচহীনভাবে সুধিলে। তাই পুষ্পিন্দৰক খোলা কথা সোধে। কেতিয়াবা বান্ধবীৰ দৰেই কথা পাতে।

"বাহ! এওঁ দেখিছো চুইটো।" পদ্মাই ছোৱালীজনীক মনত আউল লগাই দিলে তাই উৎকণ্ঠাৰে ক'লে, "মোক যি কয় কৈ থাকক। আটা কিমান সানিব লাগে কওক। তাই ওঁঠ বেঁকা কৰি আটাৰ টিংটোত হাত ভৰালে। ৰান্ধনী-শাললৈ গৈ আটা মাৰিবলৈ লাগিলগৈ। পদ্মাক পুষ্পিন্দৰে কমলাৰ বিষয়ে বিবৰি ক'লে, "দুখীয়াৰ ছোৱালী বেচেৰী। মাহে পঞ্চাচ টকাকৈ দিওঁ। দুবেলাৰ ৰুটি ইয়াতে খাই যায়। চাহো খায় এইৰ দেউতাক নাই, ককাই-ভায়ো নাই কোনো। সৰু ভনীয়েক এজনী আছে। বেচেৰীৰ মাকে সূতাৰ ফেক্টৰীত কাম কৰে।"

"ভাল গাভৰুজনী হৈছে। মাকে কিজানি বিয়াৰ চিন্তা কৰি থাকিব পায়।"

"অঁ, সঁচা, আত্মীয়ৰ লগত কথাও পাতিছে...", পুষ্পিন্দৰে ক'লে "কিয়...তোমাৰ বিয়াৰ বন্দবস্ত ক'তো হোৱা নাই নেকি?"

এইবাৰ পদ্মা শিথিল হৈ বহিল। ক'লে, "বচ, সকলোৰে এটাই কথা। ছোৱালী চৰকাৰী চাকৰিয়াল হ'ব লাগে। চাৰ্ভিচত নেথাকিলেও কিবা ট্ৰেইনিং আদি লোৱা হ'ব লাগে।"

"বি.এড. কৰি লোৱা!"

"খৰচ আছে নহয়।"

"তোমাৰ ককায়েৰহঁতে নিজে খৰচ নকৰিব নেকি?"

"ভাই সেইকণ কৃপা পোৱাহেঁতেন মই এম.এ. পাছেই কৰিলোহেঁতেন দেখোন। তোমাৰ দৰে ময়ো এতিয়া প্ৰফেচাৰ হৈ থাকিব পাৰিলোহেঁতেন।"

পদ্মাৰ ওপৰত পুষ্পিন্দৰৰ দয়া উপজিল। ক'লে, "তুমি যিকোনো এঠাইত বি.এড.ৰ ক্লাচত নাম লগাই লোৱা। মই তোমাক মোৰ ফালৰপৰা পইছা দি থাকিম। কোৱা, মঞ্জুৰ নে?"

এবাৰলৈ যেন পদ্মাৰ খুব সহজভাবে শান্তিৰ নিশ্বাস আহিল। যেন তেওঁৰ বান্ধবীয়ে তেওঁৰ কাৰণে কোনো ধন কোষৰ দুৱাৰ খুলি দিলে। কিন্তু দ্বিতীয় পলকতে তেওঁ ক'লে, "ইমানখিনি তুমি কৰিবা কেনেকৈ? তোমাৰ অনুগ্ৰহ আছে বুজিছো, বাইদেউ। ইমান সহানুভূতি তোমাৰ, মোৰ প্ৰতি। কিন্তু মই চাওঁচোন সময়ে মোক কি কৰে। ইও এক 'মেখদ' বুলি ধৰা।"

"নহয়, মই এনেয়ে কোৱা নাই। তুমি এডমিশ্যন লৈ লোৱা। তোমালৈ দুশকৈ পঠাই থাকিম। অলপ ককায়েৰহঁতেও পঠাওক। নপঠাব কিয়? ককায়েৰ নহয় নেকি?"

কমলাই ৰুটি সেকি মলমলৰ বগা কাপোৰেৰে মেৰিয়াই টোপোলা বান্ধি ষ্টিলৰ বাকচটোত ভৰাই থ'লে। ভেণ্ডী অলপ আছিল। ষ্টোভত কেৰাহী তুলি ভেণ্ডীখিনি

ভাজিলে। তাৰ পিছত কোঠালৈ আহি ক'লেহি, "বাইদেউ, খাবলৈ যোগাৰ কৰোনেকি?"

"নেলাগে, আমি অলপ বৈ-মেলিহে খাম, তুমি খাই-বৈ যোৱাগৈ, পুষ্পিন্দৰে ক'লে। তাৰ পিছত পদ্মাক ক'লে "মই গা ধোওঁ। তুমিও ধুবা নেকি?"

"অঁ, কিন্তু মই আগতে ধুই লওঁ। বাথৰূম ওপৰতে আছেনে নাই..."

"তললৈ যাব লাগিব। বলা তেনেহ'লে, উঠা। চাবোন তেল তাৰ আলমাৰিতে থোৱা আছে। এই খট্‌খটিৰ তলতে বাথৰূম। তুমি নামা। মই ওপৰৰপৰা তোমাক বতাই কম।"

"পদ্মাই হাঁহিলে—হেৰা মই জানো। আগতে মই অহা নাই জানো? সেইটোৱে বাথৰূম, সেইজনীয়ে তুমি, মাত্ৰ চকুত লগা জনীহে নতুন।" কমলাই ৰুটি খোৱাৰ আগতে থিয় দি তেওঁলোকলৈ চাই আছিল। চকুত লগা বোলাত তায়ো হাঁহিলে।

"আগতে জাইলো আছিলতো, আমি লগলাগি সকলো কৰি লৈছিলো। তেওঁ যোৱাত এওঁক আনি ল'লো।"

পদ্মা গা ধুই আহিল; পুষ্পিন্দৰেও গা-পা ধুই আহিলগৈ। কমলা ৰুটি খাই ঘৰলৈ গ'ল। পুষ্পিন্দৰে মেজত ৰুটি-ভাজি সজালে। দুয়ো বহি খাবলৈ ল'লে। ৰুটি খাই খাই মাজতে পদ্মাৰ মনত পৰিল—"আৰে, আম আনিছিলো নহয়—মই পাহৰিয়ে গৈছিলো, তোমাক ক'বলৈ। কটাৰীখন দিয়া—আনাচোন ময়ে কাটি দিওঁ।"

"এতিয়া বহি থাকা। প্ৰথমে ৰুটি খাই লোৱাচোন। পাছতে কাটি খাম। প্ৰথমে মৰিব নেলাগে।"

"প্ৰথমে মৰাটো মনতে নপৰিল।" পদ্মাই কথাটো যি ধৰণে ক'লে দুয়ো ৰুটি খাবলৈ এৰি হাঁহিবলৈ ধৰিলে। খুব হাঁহিলে। চকুপানী ওলাই গ'ল।

ৰুটি খাই দুয়ো বাচন উঠালে আৰু ৰান্ধনী-শালত থ'লৈগে। পুষ্পিন্দৰে ক'লে, "এতিয়া থাকক দিয়া। পুৱা কমলা আহি ধুই পেলাবহি।" পুনৰ সুধিলে, "ক'ত আছে তোমাৰ আম? পানীত তিয়াই থোৱা এতিয়া। প্ৰথমে খাটিয়াকিখন বাজলৈ উলিয়াই লওঁ। বিচনা পাৰি লৈ কাটিম। আৰামেৰে বহি লৈ খাম।"

তেওঁলোকে খাটিয়া দুখন বাজলৈ উলিয়ালে। কোঠাৰ সন্মুখখন বেচ আহল-বহল। চাৰিওফালে কান্ধৰ সমান ওখ জালনা। ঘৰটো আছিল বনিয়াৰ। ঘৰৰ মালিকৰ পৰিবাৰ বৰ ভাল মানুহ। পুষ্পিন্দৰে ইয়াত অকনো অসুবিধা পোৱা নাই—নিজৰ ঘৰত থকাদৰে আছে।

খাটিয়া পাৰি মাজতে মেজ এখন থ'লে। একোখনকৈ টেবুল ফেনো লগালে। ষ্টীলৰ প্লেট এখনত আম কাটিলে আৰু খাই থাকিল। আম বৰ সোৱাদ আছিল। যেন চেনীহে। এচকল এচকল খাইছিলহে এনেতে খটখটিয়েদি কোনোবা উঠাৰ শব্দ শুনিলে। পুষ্পিন্দৰে ভাবিলে এই সময়ত কোন আহিব পাৰে? দুয়ো হাতত আমৰ চকল লৈ নিজৰ চকু আৰু কাণ সম্পূৰ্ণভাবে খটখটিৰ শব্দৰ ফালে দুৱাৰ মুখত লগালে।

"কোন?" পদ্মায়ো মাত দিলে।

হৰিন্দৰ। পেন্ট-বুচচাৰ্ট মলিয়ন। পাগুৰী ঢিলা-সোলোকা। চেণ্ডেল ধূলিৰে ভৰা। কান্ধত জোলোঙা, মুখলৈকে ভৰা। ক'ব নোৱাৰি তাত কি আছে। তেওঁক দেখিয়ে পুষ্পিন্দৰ থিয় হ'ল। আমৰ চকল প্লেটত থৈ দিলে। ক'লে, "এই সময়ত কৰ পৰা?"

"অচ্চালাম আলেকুম, দুয়োকো।" তেওঁ আমোদ কৰি ক'লে। জোলোঙাটো কান্ধৰ পৰা নমাই পুষ্পিন্দৰৰ খাটখনত থ'লে আৰু তাতে বহিল।

"পানী আনিম?" পুষ্পিন্দৰে সুধিলে।

"অঁ, প্ৰথমে পানী খুৱাই দিয়া। আম পিছত," হৰিন্দৰে ক'লে।

পুষ্পিন্দৰ পানীৰ গিলাচ লৈ আহিল। ক'লে, "ঠাণ্ডা হ'লে ইমানহে।"

"ঠিক আছে জোনাব। সাধুৰ কাৰণে সোৱাদ নেলাগে।" পানী খাই উলাহতে পদ্মাক সুধিলে, "হজুৰৰ পদধূলা কেতিয়া পৰিল বা?"

"বচ, যেতিয়াই দেখিছা তেতিয়াই", পদ্মাই কৈ আমৰ প্লেট তুলি হৰিন্দৰৰ আগত দিলে। তেওঁ এচকল তুলি ল'লে।

এটা আম আৰু আছিল। পুষ্পিন্দৰে তাকো কাটি পেলালে।

আম খাই এতোৱাৰ পিছত তিনিও হাত ধুলে। পুষ্পিন্দৰে হৰিন্দৰক সুধিলে, "এই সময়ত ক'ৰ পৰা ওলালিহি?"

"বচ, গাঁৱৰ পৰাই আহিলো, ধৰ।"

"ইয়াতে শুবি নহয়, নে আন..." পুষ্পিন্দৰে সুধিলে।

"শুবও লাগিব ৰুটিও খাব লাগিব।"

"তৌবা! ৰুটিও খাবি!" পুষ্পিন্দৰে মুখমেলি জিভা উলিয়ালে।

"তেন্তে আম দুচকল খায়ে পেট ভৰালো বুলি ভাবি ল'লি নেকি?"

"আমিতো খাই উঠিলো। তোক এতিয়া দিওঁ ক'ৰ পৰা? আহিব খুজিছিলি যেতিয়া সোনকালে পোৱাকৈ নাহিলি কিয়? নাহিলি বাৰু, হোটেলত খাই আহিব পাৰিলিহেঁতেন। এতিয়া এইসময়ত তোলৈ কোনে পোলাও ৰান্ধি থৈছে?"

"আচ্ছা, তেন্তে খাটিয়া এখন দে। পৰি থাকো। টোপনিও ধৰিছে খুব।" হৰিন্দৰে পুতৌ লগাৰ দৰে ক'লে।

"সঁচা ৰুটি খোৱানেকি হৰিন্দৰ?" এইবাৰ পদ্মাই মাত দিলে।

"নেলাগে দিয়া, নেখাওঁ।" কোঠাত সোমাই খাটিয়া এখন নিজেই টানি আনিলে। পদ্মা ভিতৰ সোমাই বস্তুবোৰ চাবলৈ ধৰিলে। পুষ্পিন্দৰে ক'লে, "কি চাইছা?"

"আলু এটা বা দুটা ওলাবনে?"

"কিয়? আছে। কথা কি? মোনাত আলু ভৰাই থোৱা আছে।"

"কিমানপৰ লাগিব, ময়ে ৰুটি দুখন কৰি দিওঁ। শুকানে কেই চকল মান আলুও

ভাজি দিওঁ, হৈ যাব। ল'ৰাই ভোকত মৰিব নেলাগে।" পদ্মাই আটা থোৱা টিঙৰ সাফৰ খুলিলে।

"তুমি ইয়াক এনে অভ্যাস নলগাবা। ই আকৌ এনেকুৱাই কৰিব।" আৰু বাহিৰলৈ আহি পুষ্পিন্দৰে ক'বলৈ ধৰিলে, "এটিকেট্ থাকিব লাগে মানুহৰ।"

"ৱাট দূ ইউ মিন বাই এটিকেট? পেটৰ সন্মুখত এটিকেট অৰ্থহীন, জোনাব।"

"মই হ'লে এই সময়ত কেতিয়াও নবনাও। পদ্মাৰ হে দিমাগ খাৰাব হৈছে।"

খাটিয়াত বহি দুয়ো কথা পাতি থাকিল। পদ্মা পাকশাললৈ গ'ল। পুষ্পিন্দৰে দুবাৰ মান মাত দিলে, "মই যাব লাগিব নেকি?"

পদ্মাই "নাই, নেলাগে।" বুলি কৈ নিজৰ কাম লৰালৰিকৈ কৰিবলৈ ল'লে।

## ১২

কথা পাতি দুঘণ্টামান শুইছেহে, এনেতে তলৰপৰা উচ্চস্বৰৰ ভয়াবহ চিঞৰ-বাখৰ শুনিবলৈ পালে। কোনো মহিলাৰহে চিঞৰ তাত সন্দেহ নাই। পুষ্পিন্দৰ উঠি বহিল! তেওঁ হৰিন্দৰকো মাতিলে। তেওঁ উঠিল আৰু টোপনি জালতে সুধিলে "কি হ'ল?" দুয়োৰে মাতত পদ্মাও উঠি বহিল। মালিকৰ ঘৰৰপৰা চিঞৰ-বাখৰবোৰ আহিছে, যেন সকলোৱে লৰা-ঢপৰা কৰিব লাগিছে। তেওঁলোকৰ আগচোতালৰ ফালৰ লাইট জ্বলি আছে। কি হ'ল...ধৰা, ধৰা...পানী...বাউসিত ধৰি বহুৱাই দিয়া, ভাই...মুৰ্চ্ছাই গ'ল...আদি কথাৰ টুকুৰাবোৰৰ মিলা-জুলা মাত শুনা গ'ল।

হৰিন্দৰ উঠি ৰেলিঙৰ মাজেদি মূৰ সুমুৱাই, তললৈ জুমি চালে। চোতালত পুৰুষ-মহিলাসকলে দৌৰা-দৌৰি কৰিব লাগিছে। দুজনে খাটখনত কাৰোবাক ধৰি ৰাখিছে। এওঁ সেই মালিকৰ ছোৱালী। এই সময়ত তাইৰ কি হৈছে ক'ব নোৱাৰি। ভাল কথা পাতিয়ে শুইছিল। আৰু এতিয়া এনে অৱস্থা। পুষ্পিন্দৰ, পদ্মা আৰু হৰিন্দৰ তিনিও খটখটিয়েদি তললৈ নামি আহিল। ছোৱালীজনীক সেইসময়ত খাটখনত শুৱাই দিয়া হৈছিল। তাইৰ হাত-ভৰি আৰু মূৰ এতিয়াও তেওঁলোকে ধৰি আছিল। ছোৱালীজনীয়ে জিভা উলিয়াই আছে। কষ্টেৰে উশাহ লৈ আছে—ঘনঘনকৈ। চকু মেলা ভাগতে আছে, মণি দুটা ঘূৰি আছে। বগা কাউৰী দেখিছিল বোলে। ভিতৰৰ পৰা এগৰাকী তিৰোতাই ধূনাদানীত ধূনা জ্বলাই আনিলে আৰু ছোৱালীজনীৰ নাকৰ ওচৰত দিলেগৈ। তাৰ পিচত ধূনাৰ মলাটো লৈ খাটিয়াৰ চাৰিওফালে ঘূৰিলে। ছোৱালীজনীৰ নিশ্বাস বন্ধ হোৱা যেন হ'ল। তিৰোতা গৰাকীয়ে মানুহদুজনক হাত-ভৰি-মূৰ এৰি দিবলৈ ক'লে। মূৰত ধৰি থকাজনে মূৰৰপৰা হাত এৰুৱালে, আন গৰাকী

তিৰোতাই ছোৱালীজনীৰ নাকত হেঁচিলে। মুখেদি নিশ্বাস ওলাল। অলপ পৰৰ পিছত মুখত এচামোচ পানী দিলে। পানী পেটলৈ গ'ল। খাটখনৰ চাৰিওকাষে থকা সকলো নিমাত। তাৰ পিছত ইঙ্গিত দি সকলোকে বহিবলৈ ক'লে। ছোৱালীজনীয়ে বাগৰ সলালে আৰু মুখৰপৰা 'হায়' শব্দ ওলাল। এতিয়া তাইৰ সংজ্ঞা আহিল। ছোৱালীৰ মাকে তাইক অৱস্থাৰ কথা সুধিলে। ছোৱালীজনীয়ে মাত্র ক'লে, "মোক নেমাতিবা, বচ, শুই থাকিবলৈ দিয়া।"

বেলেগ ঠাইত বহিলৈ পুৰুষ-মহিলাসকলে ছোৱালীজনীৰ বিষয়ে আলোচনা কৰিবলৈ ধৰিলে। লাহে লাহে কথা পাতিছে, যাতে তাইৰ কাণত নপৰে। আৰু যাতে তাইৰ টোপনি ধৰে। টোপনি আহিলেই তাই সুস্থহৈ পৰিব।

মাকে ক'বলৈ ধৰিলে, "মই তাইক বহুত বাৰ ক'লো, কুড়ে, সেই মৰিশালি ঘৰটোত তই নেযাবি, কিন্তু নেমানিলে।"

পাট-গাভৰু ছোৱালীজনীয়ে ক'লে, "আজি কেইমানমানৰ আগতো এনেদৰে মূৰ্চ্ছা গৈছিল। আজি আকৌ এনে হৈছে। এই কিজানি ভাবিলে মৰিশালিৰ ঘৰটোলৈ গ'লেনো কি হ'ব। এতিয়া তেওঁ আৰাম পাইছে।"

"কথা সেইটোৱেই—তাবিজটো চুৰাহোৱাত বেয়া হৈ গ'ল।" জনাজনে মৰ্ম বুজি ক'লে। ভাই, মৰিশালিৰ ঘৰলৈ যাব নেলাগে। এতিয়া আকৌ যাবগৈ লাগিব— তাবিজটোৰ কাৰণে ইমান দূৰ। "মৰাঝ ৰামপুৰাৰ কাষত কিমানৰ বাটনো—সৌৱা ৰামপুৰা। মই পুৱাই যাম। নতুন তাবিজ আনি দিমহি, তেতিয়া তাই শান্তিৰে থাকিব পাৰিব," মাকে শোক কৰি ক'লে।

পুষ্পিন্দৰে সুধিলে, "এয়া প্ৰথমবাৰ হৈছেনে কি? বৌদেউ?"

"ইয়াততো এয়া প্ৰথমবাৰ হৈছে। শহুৰেকৰ ঘৰত কেইবাবাৰো হৈছিল।"

পদ্মাই সুধিলে—"এই ভনীটিৰ বিয়া হৈ গৈছে নেকি?"

আৰু কি আইদেউ? বিয়া দিয়াৰ পিছতো সুখেৰে চাৰিবছৰ কাল কটালে। শহুৰ-শাহুৱেকো ভাল মানুহ। গিৰিয়েকেও তাইক আজিলৈকে ডাবি এটাকে দিয়া নাই। কিন্তু এই কুলক্ষণীয়ে এই বেমাৰটো নেজানো, ক'ৰ পৰা গাত লগাই ললেহি!" মাকে বতাই ক'লে।

তাৰ পিছত পদ্মাই সৰু মাতেৰে জানিবলৈ চেষ্টা কৰি সুধিলে, "ল'ৰা-ছোৱালী কিবা?"

"সন্তান এতিয়ালৈকে হোৱা নাই। সন্তান হ'বলৈ কিবা বয়স চৰি গ'লনে। কালিৰ ছোৱালী। ঈশ্বৰৰ ইচ্ছা হ'লেহে ল'ৰা-ছোৱালীৰ মুখ দেখে।" মাকে ক'লে।

পদ্মাই চিন্তা কৰি মূৰ দুপিয়ালে।

মাকে আকৌ ক'লে, "জোঁৱাই ল'ৰাৰ খুৰীয়েক এগৰাকী গিৰিয়েকে এৰি দিয়াত সেইখন ঘৰতে আছিলহি। তেওঁৰ সন্তান হৈছিল। এটা সন্তান প্ৰসূতিঘৰত মৰিল, ইটো

দুবছৰ হৈ মৰিল। সেই প্ৰেতবোৰেই ঘূৰি ফুৰিছে। সিহঁতেই এইৰ গাত লম্ভিছে।"

"মা, দদায়েকে কিজানি আকৌ বিয়া কৰালে নহয় জানো?" কিশোৰী ছোৱালীজনীয়ে সুধিলে।

"পিছত তেওঁ আকৌ বিয়া কৰালে। এতিয়া তেওঁৰ সংসাৰ ৰং-ৰহইচেৰে ভৰপূৰ। এওঁলোকৰ পৰা বেলেগে আছে নহয়।"

"সতিনীয়েকক লগলৈ নি নলয় কিয়? তেওঁক কিয় অশান্তি দিছে?" কিশোৰীয়ে আকৌ প্ৰশ্ন কৰিলে।

"তেওঁলোকৰ মৰ্জী, আই। পিছত চা, বোৱাৰীয়েকক জপটিয়াই ল'লে।" তাৰ পিছত মাকে হুমুনিয়াহ পেলাই ক'লে, "বেচেৰীয়ে সত্য মানি পিছ এৰিলে। যি বিচাৰে শহুৰেকৰ ঘৰৰপৰা দিব লাগিব—তাই পাব লগাখিনি আমি আগতে দি দিলোৱেই।"

হৰিন্দৰ থিয় হৈ একো নমতাকৈ ৰ'ল। একো নসুধিলেও, একো কথাতে হয়-নহয় নক'লে।

ছোৱালীজনী নাক বজাই টোপনিত লাল-কাল হ'ল, ঘৰৰ সকলো প্ৰাণী নিজৰ নিজৰ বিচনাত উঠিলগৈ। ছোৱালীৰ মাকে ক'লে, "পৰি থাকোঁ এতিয়া, ভাই। টোপনি আহিছে। এইয়ো পুৱাহে সাৰ পাব।"

প্ৰথমে পুষ্পিন্দৰ খট্‌খটিয়েদি উঠিল; তাৰ পিছত পদ্মা আৰু শেষত হৰিন্দৰ। ওপৰ কোঠাৰ সন্মুখলৈ আহি নিজৰ নিজৰ বিচনাত উঠিলহি। হৰিন্দৰে ক'লে, "আচৰিত, ভাই, এইবোৰ কেনে ধৰণৰ কাণ্ড বাৰু?"

"এনেবোৰ হয়েই।" পুষ্পিন্দৰে ক'লে।

"মানুহবোৰে যে বিশ্বাস কৰে—এই ভূত-প্ৰেত বুলি কিবা বস্তু আছে জানো?" হৰিন্দৰে আশ্চৰ্য্য প্ৰকাশ কৰিলে।

"এয়া আগত দেখিলি নহয়, চাই ল। যি হৈছে, কিনো এইটো—তয়ে বুজিল—ভূত কি বস্তু" পুষ্পিন্দৰে ক'লে।

এই পৰ্য্যন্ত নিমাত হৈ থকা পদ্মা উঠি বহিল। ক'লে, "এই ভূত-প্ৰেত বোলা একো বস্তু নাই বুজিছা। এইটো এটা মানসিক ৰোগ। ইয়াৰ যিকোনো এটা কাৰণ থাকিব পাৰে। এই ৰোগ মনোবৈজ্ঞানিক চিকিৎসাৰে ভাল কৰিব পাৰি।"

"এই জৰা-ফুকা কৰা মানুহবিলাক মনোবৈজ্ঞানিক নেকি? এওঁলোকে তাবিজ দিয়ে ভাল কৰে দেখিছো। এই বিষয়ে অভিজ্ঞলোকে কোৱা শুনো বোলে মানুহৰ ভিতৰত থকা ভূতটোক মাতিবলৈ ধৰে, আৰু মাতি আনেও।" হৰিন্দৰে উঠি, বহি ক'লে।

"শ্ৰীলঙ্কাত এজন বিতৰ্কিত বিদ্বান আছে। তেওঁ একেৰাহে পঞ্চাশ বছৰ এই বিষয়ৰ ওপৰত অনুসন্ধান চলাই শেষ এই সিদ্ধান্তত উপনীত হ'লগৈ যে এনে ধৰণৰ চমৎকাৰত কোনো সত্যতা নাই। তেওঁ দাবী কৰিলে যে যিলোকে নিজৰ গাত অলৌকিক

বা পৰাভৌতিক শক্তি আছে বুলি পাষণ্ডামী কৰে, তেওঁ আচলতে বিবেকৰ ফালৰপৰা শিথিল ধৰণৰ লোক, বহুৱালী কৰে মাত্ৰ," পদ্মাই বতাই দিলে।

"মানুহজনৰ নাম কি?"

"তেওঁৰ নাম ড. আব্ৰাহম কোভুৰ। তেওঁ এই বিষয় সম্বলিত এখন কিতাপ লিখিছে—"বি গন্ গড্ মেন"। প্ৰায় আঢ়ৈশ পৃষ্ঠাৰ কিতাপখন—ইংৰাজীত লিখা। যুক্তি-তৰ্কেৰে উচ্চ খাপৰ। তেওঁৰ বিষয়ে এটা মনোগ্ৰাহী বিখ্যাত কাহিনীও আছে। জাফনা কেন্দ্ৰীয় কলেজত এবছৰ বনস্পতি বিজ্ঞানৰ লগতে বাইবেল পঢ়ুৱাবলৈও পিৰিয়ড্ দিয়া হ'ল। ইউনিভাৰচিটিৰ ৰিজাল্ট ওলালত বাইবেলৰ সকলো বিদ্যাৰ্থী ভাল নম্বৰ লৈ পাছহে গ'ল। পিছৰ বছৰ তেওঁক বাইবেল পঢ়াবলৈ বন্ধ কৰি দিলে। ড. কোভুৰে তাৰ কাৰণ সোধাত প্ৰিন্সিপেলে মিচিকিয়াই হাঁহি উত্তৰ দিলে—"ড. কোভুৰ মই জানো যে বাইবেলত তোমাৰ ফলাফল বৰ ভালহে ওলাল হয়, কিন্তু তোমাৰ সকলো বিদ্যাৰ্থীৰ ধৰ্ম-বিশ্বাস নাইকিয়া হৈ পৰিছে।" পদ্মাই কৈ থাকিল।

"তেনেহ'লে ভাই সেইজন মহান লোক, তোমাৰ তেওঁ ড. কোভুৰ!"

ড. কোভুৰৰ বিষয়ে পদ্মাই আৰু কেইটামান কথা ক'লে। ৰাতি আধা পাৰেই হ'ল। তেওঁ কথা পাতি থকা কাৰণে পুষ্পিন্দৰৰ টোপনি অহা নাছিল। তেওঁ বিৰক্ত হৈ কৈ উঠিল, "ভাই শুই থাকা এতিয়া। তোমালোক দুয়ো হ'লা বেকাৰ। মই পুৱাই ডিউটিলৈ যাব লাগিব। মোৰ হ'লে মূৰ টিঙটিঙাইছে, ফাটি যাওঁ যেন হৈছে। নোশোওঁ যদি কলেজত কি অৱস্থা হয়গৈ ঠিক নাই। শুই থাকা, প্লীজ।"

"বাৰু শুই থাকো, কুম্ভকৰ্ণ ডাঙৰীয়ানী", হৰিন্দৰে ক'লে।

তিনিও নিমাত হ'ল। দুই মিনিটমানৰ পিছতে হৰিন্দৰে কৈ উঠিল। সংসাৰত এই পাষণ্ডহঁতৰে শক্তি অধিক। কি লঙ্কা, কি ভাৰত, সকলো দেশতে। ড. কোভুৰ কেনেকৈ বাচি থাকিল? পাষণ্ডহঁতকতো চৰকাৰেই লাই দি আছে। ইহঁতৰ ৰাজনীতিত পূৰা হাত আছেই।"

"ভাই এইটোতো হয়েই। বহুসংখ্যক লোকৰ বিৰুদ্ধে যোৱা সৰুসুৰা কথা নহয়। ধৰ্মান্ধহঁতে গেলিলিয়োক আদালতলৈ টানি নিলে। বেচেৰাই ক্ষমা খুজিব লগা হ'ল। চক্ৰেটিছে বিহৰ পিয়লা পি খাব লগা হ'ল। ড. কোভুৰক জৰা-ফুকা কৰা বেজে সিংহলী, তামিল আৰু ইংৰাজী বাতৰি কাকতৰ যোগেদি নিশ্চিত সময়ৰ ভিতৰত মাৰি পেলোৱা হ'ব বুলি ধমক দিলে। বহুত যাদু-মন্ত্ৰ কৰা টোপোলা ডাক যোগে পঠাইছিল, যিবিলাক বস্তুৰ প্ৰভাৱত তেওঁ মৰি থাকিব। কিন্তু ড. চাহেব সদাই হৃষ্ট-পুষ্ট স্বাস্থ্যবান হৈয়ে থাকিল। কালৈকো ভয় নকৰিলে। তেওঁ ভূত থকা বুলি কোৱা ঘৰত ৰাতি শুই থাকেগৈ, তেওঁ নিজৰ পত্নীৰে সৈতে প্ৰেত থাকে বুলি কবৰস্থানত মাজৰাতিলৈকে বহি বহি কটাইছিলগৈ। কনাটাৰ কবৰস্থানৰপৰা তেওঁ ৰাতি লঙ্কা ৰেডিঅ'ক জনাই আছিল। তেওঁ এক লাখ টকাৰ পুৰস্কাৰো ঘোষণা কৰিলে।"

"পুৰস্কাৰ কি কথাৰ কাৰণে?"

"তেওঁ ঘোষণা কৰিলে যে তেওঁ পৃথিবীৰ এনে এজন ব্যক্তিক এক লাখ টকা দিব যি এনে অৱস্থাত, যত ঠগ বাজি নেথাকে, কিবা চমৎকাৰী বা অলৌকিক শক্তি প্ৰদৰ্শন কৰিব পাৰে। কিন্তু কোনো সন্ত-মহাত্মা, সিদ্ধ-যোগী, কোনো স্বামী, গুৰু, পীৰ কওঁতো সন্মুখলৈ নাহিল।"

"এক লাখতো বহুত টকাই। কোনোবা থকা হ'লে ওলালহেঁতেন। তেনেহ'লে এইবোৰ পাষণ্ডামীহে, দুনিয়াই বনাই লোৱা। কিন্তু পদ্মা, ড. কোভূৰৰ হাতলৈ একলাখকৈ টকা আহিল কেনেকৈ?" হৰিন্দৰে ক'বলৈহে পালে, পুষ্পিন্দৰ উঠি বিচনাত বহিল। ক'লে, ভাই, মোৰ খাটিয়াখন ভিতৰলৈ সুমুৱাই দে। তহঁতে যিমান ৰাতিলৈকে কথা পাত পাতি থাক, গোটেই ৰাতি পাত।"

পদ্মাই ক'লে, "বাৰু হৰিন্দৰ বাকীখিনি কালিলৈ দেই।"

হৰিন্দৰে লাহেকৈ, যেন তেওঁ ভয় খাইছে, পুষ্পিন্দৰক ক'লে, "বাৰু এতিয়াৰপৰা একো নেমাতো বচ, শুই থাকা।"

পুষ্পিন্দৰ কাতিহৈ পৰিল। তেওঁলোক দুয়োও শুবলৈ চেষ্টা কৰিলে।

পুৱা সাত বজাতে পুষ্পিন্দৰ উঠি সাজু হ'ল। পদ্মা আৰু হৰিন্দৰ এতিয়াও সাৰ পোৱা নাই। পুষ্পিন্দৰে চাহ কৰিলে আৰু দুয়োকে জগাই চাহৰ গিলাচ হাতত দিলেগৈ। পদ্মাৰ পথানত বহি তেওঁ নিজেও চাহ খাবলৈ ল'লে। চাহ খাওঁতে তিনিও সৰুসুৰা কথা পাতি ৰ'ল। বেছি কথা পুষ্পিন্দৰেই ক'লে। পদ্মা-হৰিন্দৰ হুঁ-হাঁ কৰি ৰ'ল, সমৰ্থন কৰাৰ দৰে। কেতিয়া কোনোজনে সৰু বাক্য এটা কয়। সৰহ সময়তো তেওঁলোকে চাহত শোহা মাৰিয়ে কটালে। পুষ্পিন্দৰ উঠিল আৰু ধুই থোৱা কামিজ চেলোৱাৰ, টাৱেল আৰু চাবোন, ব্ৰাচ লৈ তললৈ নামিল। গা-পা ধুই, ধুই থোৱা কামিজ-চেলোৱাৰ, টাৱেল আৰু চাবোন ব্ৰাচ লৈ তললৈ নামিল। গা-পা ধুই আহি দেখে যে হালেই আকৌ শুলে। অন্দাজ কৰিলে যে ইহঁতৰ টোপনি-পূৰ নহ'ল। ৰাতি তেওঁ শোৱাৰ পিছতো চাগৈ কথা পাতিয়ে থাকিল। ভূত-প্ৰেতৰ কথা। এইবোৰনো বাৰু কথাৰ বিষয়নে? এইবোৰ জানো আলোচনা কৰিব লগা বিষয়? তেওঁ তেওঁলোকক জগাই দিয়া ঠিক নহ'ব বুলি ভাবিলে। কোঠাৰপৰা ওলাই চুলি ফণিয়ালেগৈ। এনেতে কমলা আহি ওলালহি। হৰিন্দৰ আৰু পদ্মাক শুই থকা দেখি হাঁহিবলৈ ধৰিলে। হাঁহি হাঁহিয়ে তাই সুধিলে, "এখেতসকল এতিয়াও যে পৰিয়ে আছে?"

"মস্তা হৈ আছে। ৰাতি নুশুলে। এতিয়া টোপনি পূৰাবলৈ লৈছে।" পুষ্পিন্দৰে কমলাক ক'লে ফটাফট আটা মাৰি প্ৰথমে দুখন মান পৰাঠা কৰ। ছয়-সাতখনমান কৰিলেই হ'ব। উঠিলৈ তেওঁলোকেও খাব। তাৰ পিছত চাহ কৰিবি। মই কলেজলৈ যাব লাগে, দেৰিহে হৈছে। পিছত ভাজি-চাজি কৰি ৰুটি কৰিবি। তিনিওৰে কাৰণে।"

"দুপৰলৈকৈ দুয়ো থাকিব, নহয়?"

“তই ৰুটি কৰি থচোন বাৰু। থাকিলে খাব। কিজানি থাকিব। যাব যেন লগা নাই।”

“দ্বিতীয় বাৰ চাহ হ’লত পুষ্পিন্দ্ৰে দুয়োকে জগাই দিলে। ক’লে, “উঠাহঁক বেলি দুপৰ হ’লহি। মুখ-হাত ধোৱা। চাহ হৈ আছে। কমলাই পৰাঠাও কৰি থৈছে।”

বাগৰ সলাই, চকুমোহাৰি, দুয়ো উঠি বহিল। হৰিন্দৰে ভিতৰ সোমাই বেগটো খুলিলে আৰু দাঁতৰ ব্ৰাচটো বিচাৰিবলৈ ধৰিলে। বিচাৰি পোৱা নাই। তেওঁ বেগত থকা সকলোবোৰ বস্তু উলিয়ালে, আৰু চকীখনত থ’লে। বেগত থকা বস্তু আৰু তেওঁৰ মলিয়ন কাপোৰ-কানিবোৰ দেখি পুষ্পিন্দৰে তেওঁক সুধিলে, তই কালি আহিলি কৰ পৰা? ঘৰৰ পৰা নাই অহা যেন লাগিছে।”

“কিয়?”

“মাই তোৰ কাপোৰ ধুই নিদিয়ে নেকি?”

“মই নিজেই ধুই-মেলি লওঁ।”

“তেনেহ’লে আহিলি ক’ৰ পৰা? এই কুৰতা-পায়জামা, বুচ্চার্ট-পেণ্ট, পাগুৰী টাৱেল, গোটেইবোৰ ধূলি-মাকতিয়ে ভৰা, তাকে মৰণা-মাৰি ঘূৰি ফুৰিছ। যেন কিবা কেম্পত থাকিহে আহিছ। যেন কেইবাদিনো থাকিলি।”

“নাই ক’ত কেম্পত আছো, হয়?” হৰিন্দৰে মাজৰ কথাটো নক’লে।

পুষ্পিন্দৰে তেওঁৰ চেহেৰাটো সন্দেহৰ দৃষ্টিৰে চালে।

ব্ৰাচত পেষ্ট লগাই হৰিন্দৰ তললৈ নামি গ’ল। টাৱেলখনো নিলে।

পুষ্পিন্দৰ যাবলৈ ওলাই পদ্মাক সুধিলে, “তুমি যাবা কেতিয়া, পদ্মা?”

“মই গা-পা ধুয়ে যামগৈ।”

“আজি তোমাৰ স্কুল?”

“আজি বুধবাৰ নহয়, স্কুল বন্ধ।”

“বাৰু ঠিক আছে। বুধবাৰে বন্ধ থাকে তেনেহ’লে। তুমি আগতেও কৈছিলা। তেনেহ’লে এতিয়াই গৈ কি কৰিবাগৈনো? স্কুললৈতো যাব নেলাগে?”

“মই বন্ধৰ কাৰণেহে আহিলো, ভাই, কথা পাতিম বুলি। কথা পতাই নহ’ল।”

“তুমি বহাঁ মই যাওঁ, কলেজলৈ। এক-ডেৰ বজাত ঘূৰি পামহি। হৰিন্দৰ তোমাৰ লগত আছেই নহয়। ইও বৈ মেলি যাব। তুমি আবেলি যাবা। নহ’লে কালিলৈ পুৱা। পুৱা চাৰে পাঁচ বজাৰপৰা বাছ পাবা।”

পুষ্পিন্দৰে পার্চটো তুলিলৈ ওলাল। লগত দুখন কিতাপ আৰু নোট বুকটো ল’লে। ঘড়ী চালে আৰু কোবাকোবিকৈ খটখটিয়েদি নামি গ’ল।

হৰিন্দৰ গাধুই অহাৰ পিছত পদ্মা তললৈ নামি গ'ল। তেওঁ ব্ৰাচ কৰি মুখ ধুই আহিল। ক'লে, "মই আজি মূৰ ধুব লাগিব। লাহে-ধীৰেহে গাধুম।"

কমলাই দুপৰীয়া ৰুটিৰ কাৰণে ভাজি কৰি আছিল। তাৰ পিছত ৰুটিও কৰিলে। পদ্মাই হাঁহি হাঁহি ক'লে, "হেৰা চকুত লগা ছোৱালী, আমাৰ চাহ?"

"চাহ দি থৈছিলো, ঠাণ্ডা হ'ল কিজানি।"

"আকৌ গৰম কৰি দিয়া, ষ্টোভ নুমুওৱা নাইতো?"

"নুমুওৱা নাই।" কমলাই চাহ গৰম কৰিবলৈ ল'লে। চাৰিখন পৰাঠা প্লেটত লৈ মেজত থ'লেহি। বাটিত আমৰ আচাৰ। এটা কটা পিয়াঁজ। তেওঁলোক দুয়ো পৰাঠা খোৱাত লাগিল। কমলাই ৰন্ধা-বঢ়া শেষ কৰি সামৰিলে। বাটিত অলপ ভাজি লৈ চাৰি-পাঁচখন মান ৰুটি আঁতৰাই থ'লে আৰু ৰান্ধনী-শালতে বহি খালে।

তেওঁলোকে পৰাঠা খোৱাৰ পিছত চাহ খালে। কমলা যাবলৈ ওলোৱাৰ লগে লগে হৰিন্দৰেও বেগটোত বস্তুবোৰ সামৰিলে। ক'লে, "আচ্ছা, ভাই পদ্মাৰাণী ময়ো ওলালো।"

"বাহ্! ক'লৈ যোৱা?"

"ঘৰলৈ, আৰু ক'লৈ যাম?"

"নহ'ব, নহ'ব এতিয়া নহয়। পিন্দৰ আহক, তেতিয়া যাবা। মই অকলে থাকিব লাগিব। নেযাবা। মই গা ধুই লওঁ, তুমি বহাঁ। চাওঁ তোমাৰ কাপোৰবোৰ দিয়া মই ধুই দিওঁ। ইমান মৈলা কৰি ৰাখিছাযে, কিয়?" পদ্মাৰ কথাই যেন তেওঁক বান্ধি পেলালে। তেওঁ মাত্ৰ ক'লে, "অৱশ্যে কথাটো ঠিকেই কৈছা। ময়ো মূৰটো ধুব লাগিছিল। কিন্তু, বাদ দিছো ঘৰলৈ গৈয়ে ধুমগৈ। তুমি কাপোৰ ধোৱা উপকাৰ কণ কৰিবাই।" তেওঁ পেণ্ট-বুচচাৰ্টৰ জেপ খেপিয়ালে। পাগুৰীটো জোকাৰি-মোকাৰি থ'লে। পিছত ক'লে, কুৰতা পাঁয়জামাৰ কাৰণে কি কৰা যায়।"

"সেই কেইটাও খুলি দিয়া। তাকো ধুই পেলাওঁ। মই কৈছো নহয় গাৰ বনিয়নটোও খুলি দিয়া।" পদ্মাই হাঁহিবলৈ ধৰিলে।

"তেনেহ'লে ধৰি ল'লো তুমি মোক উলঙ্গ কৰিহে এৰিবা।" হৰিন্দৰে লাজমুৱাকৈ ক'লে।

"হেৰা উলঙ্গ নহয়, নাঙঠ!" পদ্মাই হো হোকৈ হাঁহি দিলে।

"হৰিন্দৰে কুৰতা-পায়জামা খুলিলে। টাৱেলেৰে সৈতে গোটেইসোপা কাপোৰ গোটাই ক'লে, "লোৱা তুমি এইসোপা লৈ তললৈ যোৱা। চাবোন-চাৰ্ফ ক'ত আছে চাই লোৱা। বনিয়নটোও দিছো, ৰ'বা।"

পদ্মাই নিজৰ গাৰ কাপোৰ খিনিও ধুব খুজিলে। তেওঁ নিজৰ ধুই অনা চুটযোৰ

উলিয়াইলৈ চাবোন-চাৰ্ফলৈ কাপোৰ টোপোলাৰে তললৈ নামিল। নলৰ পানী মাত্ৰ আৰু এঘণ্টামানলৈহে থাকিব। ঘৰৰ গৃহিনীয়ে গাধোৱা ঘৰৰ কাম কেতিয়াবাই শেষ কৰিলে। পদ্মাই খৰ-ধৰকৈ কাপোৰ ধোৱাত লাগিল। কাপোৰ ধুই থাকোতে মনত পৰিল তেওঁ দেখোন পুষ্পিন্দৰৰ চুটযোৰো ধুই দিব পাৰিলেহেঁতেন। তেওঁ টাৱেল-চাৱেল যি য'ত আছে সকলো। পেণ্ট-বুচ্‌চাৰ্ট ধুই পৰিষ্কাৰ পানীত আওদালিলে, আৰু ওপৰলৈ আহিল। তাৰত শুকাবলৈ দিলে। কোঠাত সোমাই পুষ্পিন্দৰৰ মৈলা চুটযোৰ বিচাৰিবলৈ ধৰিলে। তেওঁৰ টাৱেল আৰু দুই এটা কাপোৰো ল'লে। হৰিন্দৰ খাটখনৰ ওপৰত চাদৰ এখনমেৰাই সাধুজনৰ দৰে বহি আছে। হাতত কিবা কিতাপ। ঘামত তিতা বনিয়নটো সোলোকাই ইখন বিচনাত থৈ দিছে। পদ্মাই প্ৰথমে হাঁহিটো হেঁচা দি ৰাখিলে। পিছত হাঁহি ৰাখিব নোৱাৰিলে। খিলখিলকৈ হাঁহি দিলে। ক'লে তুমি সঁচাকৈ..."

হৰিন্দৰে কিতাপৰপৰা দৃষ্টি আঁতৰালে আৰু পদ্মাক ক'লে, "প্ৰথমে বনিয়নটো ধুই দিয়া। আগতে শুকাওক।" তেওঁ কিতাপখনত গম্ভীৰভাবে মনদি আছিল। নেহাঁহিলেও, লাজো নকৰিলে।

পদ্মাই হাঁহি হাঁহিয়ে তললৈ নামিল। বনিয়নটো ধুই তাঁৰত ওলোমালে। তাৰ পিছৰ গোটেই কাপোৰখিনি ধুই বাল্টিত ভৰাই লৈ আহিল। লৰালৰিকৈ সেইবোৰ তাঁৰডালত মেলিলে। তললৈ নামি গ'ল। প্ৰথমে নিজৰ চুটযোৰ ধুলে, পিছত মূৰৰ চুলি কোছা ধুই, গা-ধুলে। গা ধুই অহাৰ পিছত তেওঁৰ চেহেৰা কেঁচা হালধীৰ ৰংটোৰ দৰে ফুলি উঠিল। এইবাৰ গাধোৱা ঘৰৰপৰা সকলো উলিয়াই লৈ আহিল।

কোঠাত সোমালেহি, তেওঁ নতুন ধুলাই চুটযোৰ পিন্ধি চুলিকোছা মতা মানুহৰদৰে মূৰৰ ওপৰলৈ তুলি মেৰিয়াই লৈ আহিছিল। নাক-কাণত একো গহনা নাছিল।

হৰিন্দৰে এক পলক কিতাপৰপৰা মূৰ তুলি গহীনভাবে চাই পদ্মাক বৰ ধুনীয়া দেখিলে। তেওঁ গহীনভাবেই ক'লে, "এতিয়া তোমাক কেলেণ্ডাৰত ছপোৱা শিৱৰ ছবিখনৰ দৰে লাগিছে—যেন এতিয়াই তোমাৰ শিৰৰপৰা গঙ্গাৰ ধাৰ বৈ যাব!"

"নদী আজি-কালিৰ তিৰোতাৰ চকুৰেদি সদায় বৈ থাকে জোনাব!" পদ্মাই উত্তৰ দিলে।

"চকুত নদী...বিচিত্ৰ ডেচক্ৰিপশ্যন, ভাই! হৰিন্দৰে প্ৰশংসা কৰিলে।

"হাঁ—হাঁ স্ত্ৰীৰ ভাগ্যততো জীৱনজোৰা কান্দোনেই কান্দোন!"

"এই এটা তোমাৰ পুৰণি ধ্যান-ধাৰণা।"

"পুৰণি নহয় হৰিন্দৰ; মই আজিও ভোগ কৰি আছো, নিজে সেই বিচাৰেৰে।"

"সেইটো কি?"

"পুষ্পিন্দৰে কেতিয়াবা কোৱা নাই জানো তোমাক?"

"নাই কোৱা।"

"আমাৰ ঘৰখন তুমিতো দেখিছাই। দেউতা গ'ল, মোৰ দুখৰ কাহিনী আৰম্ভ হ'ল। ক'ত ইয়াৰ অন্ত পৰিব নেজানো।"

"দুখ? তোমাৰ কিহৰ দুখ?"

"এম.এ. মাজতে ৰৈ গ'ল। মোৰ লগৰ পিন্দৰ প্ৰফেচাৰ হ'লহি। মোক আন কোনো ট্ৰেইনিঙৰো ব্যৱস্থা কৰি নিদিলে। মই ট্ৰেইণ্ড নহওঁ। চৰকাৰী চাকৰিত সোমাব নোৱাৰো। নিবনুৱা। মোৰ বিয়াৰ সম্বন্ধও লোকে নিবিচাৰে।"

"তোমাৰ জীৱনৰ লাইনটো বিয়াই নেকি?"

"আমাৰ ছোৱালীবিলাকৰ প্ৰথম লাইন সেইটোৱে, সমাজত।"

"তুমি এজনী জাগৃত ছোৱালী। ড. কোভূৰৰ কথা কৈছা। ইমানখিনি পঢ়িলা। মোৰ মতলব তোমাৰ বি.এ. ডিগ্ৰীটো নহয়। কিতাপ পঢ়ি পঢ়ি তুমি নিজৰ ভিতৰত এটা ডাঙৰ জ্ঞান-ভাণ্ডাৰ ভৰাই ৰাখিছা। তোমাৰ আৰু কোনো ট্ৰেইনিঙৰ দৰ্কাৰ নাই। তোমাৰ জীৱন-সঙ্গ লাভ কৰোঁতাজন ভাগ্যবানহে হ'ব। দুৰ্ভগীয়াইহে তোমাক নাপচন্দ কৰিছে। তুমি তো..."

"বচ-বচ, আৰু নেলাগে। আৰু বেছি হ'লে মই বেলুনটোৰ দৰে ফাটি যাম। এই সকলোবিলাক শাব্দিক গৰ্ব। বাস্তৱিকতা বেলেগ বস্তু।"

"ভাই বাহ! আচৰিত, পদ্মা! মই কবি নহওঁ যে তোমাৰ প্ৰশংসা শব্দেৰে ওপচাই দিম। মই সঁচাটোহে কৈছো।"

"বাদ দিয়া, মাজতে এইবোৰ কথা ওলাই পৰিল। সময় কিমান হ'ল? চাহ কৰিমনেকি? খাবা?"

"চাহতো মই দিনৰ দিনটো পি থাকিব পাৰো। যদি কোনোবাই কৰি দি থাকে!"

পদ্মাই খোপাটো খুলি চুলিকোছা চন্দিয়ালে। পানীৰ ছিটিকণিবোৰ ফেনৰ বতাহত উৰিবলৈ ধৰিলে। দুই এটোপাল হৰিন্দৰৰ গাতো পৰিল। পদ্মা ৰান্ধনীশাললৈ গ'ল, হৰিন্দৰে হাততপৰা টোপাল কিটা মূৰত মোহাৰিলে। মূৰত যেন তেওঁৰ অলৌকিক বস্তুৰ প্ৰলেপ এটা পৰা যেন লাগিল। এই প্ৰলেপে যেন তেওঁৰ মূৰত এক ক'ব নোৱাৰা শান্তি দিলে। তেওঁ চকু মুদি দিলে, এক অবুজ কৃতজ্ঞতাই তেওঁৰ বিবেকত ঘূৰি ফুৰিবলৈ চেষ্টা কৰিলে।

পদ্মাই দুটা গিলাচত চাহ লৈ আহিল। হৰিন্দৰ খাটিয়াত লেপেটা কাঢ়ি বহি আছিল। গাত চাদৰ মেৰিয়াই—যেন কোনো সাধুৰ নতুনকৈ হোৱা শিষ্যহে। পদ্মা চকীত বহিল। মূৰৰ চুলিখিনি এখন কান্ধেদি ওলমি বুকুত সিঁচৰতি হৈ পৰি আছিল। দেখাত যেন এক সপোন সুন্দৰীহে! ফুৱাই ফুৱাই তেওঁলোকে চাহৰ গিলাচত শোহা দি আছিল। হৰিন্দৰে চুপতি কৰি ক'লে, "তুমি ক'ৰবাৰ ভূত নহয়তো? কেনেকৈ ৰ লাগি চাই আছা!"

পদ্মাই মিচিকিয়াই হাঁহিলে, একো নক'লে। হাঁহি তলমূৰে ৰ'ল।

"ভূতৰ কথা কওঁতে মনত পৰিছে।" হৰিন্দৰে ৰাতিৰ কথা আৰম্ভ কৰিলে—"তুমি কৈছিলা যে কোভূৰে এক লাখ টকাৰ পুৰস্কাৰ ঘোষণা কৰিলে। যদি কোনোৱে অলৌকিক শক্তি বা চমৎকাৰ দেখুৱায় তেওঁক দিব। মই সুধিব খুজিছো তেওঁ ধনীলোক আছিল নেকি? এক লাখ ক'ৰ পৰা পালে তেওঁ?'

পদ্মাই ক'লে, "তেওঁৰ হাতত নগদ এক লাখ টকা নাছিল। তেওঁৰ পকা বিশ্বাস আছিল যে সংসাৰত এনেলোক নোলাব যি তেওঁক মিছা প্ৰমাণিত কৰিব পাৰিব। তেওঁ ভালদৰে বুজি লৈছিল যে ইমান শকট ধনৰাশি দি চেলেঞ্জ দিওঁতাজনক মানুহে লাখপতি বুলিয়ে ভাবি ল'ব। এইটোও সঁচা নহয় যে তেওঁ এইবিলাক খ্যাতি পাবৰ কাৰণে চেলেঞ্জ দিছে। তেওঁ এই সাংঘাটিক চেলেঞ্জটোৰ পৰিণাম কি হ'ব তাকো জানিছিল, যদি সংসাৰত এজন এনেলোক ওলালহেঁতেন যাৰ গাত চমৎকাৰ শক্তি আছে, তেন্তে তেওঁ নিজৰ বুঢ়া কালচোৱা কোনো অনাথ আশ্ৰমত কটাবগৈ লগা হ'লহেঁতেন।"

"তেনেহ'লে ড. কোভূৰ এজন মহান পীৰেই আছিল!"

"তেওঁ গোটেই ভাৰতৰ অন্ধবিশ্বাসবিলাকক বিদ্ৰূপ কৰিলে। এবাৰ তেওঁ ৰেলৱে ষ্টেচনৰ টেপৰ পানী বটলত ভৰাই মাকৰ ওচৰলৈ নিলে। ক'লে, এয়া গঙ্গাজল, কলিকতাৰপৰা আনিছো। গঙ্গাজল বুলি বিশ্বাস কৰি ওচৰ-পাজৰৰ কেইবাজনেও সেই পাম্পৰ পানীকে খাই বেমাৰৰপৰা সকাহ পালে। তেওঁ লিখিছে যে কেইবাশ ভূত ওলোৱা ঘৰত মই প্ৰেতাত্মা অনুসন্ধান কৰিলো, প্ৰতিটোৰে উত্তৰ দায়িত্বত কোনো মানুহৰ সম্বন্ধ থকাহে পালো। এনে ধৰণৰ আচৰিত কামবোৰ মগজুৰ ব্যতিক্ৰম হোৱা বা অত্যাচাৰ ভাল পোৱা লোকে কৰে। ড. কোভূৰে ভালেমান মানসিক ৰোগী, যাৰ গাত ভূত লম্ভিছে বুলি কোৱা হয়, মাত্ৰ সুস্থ কৰাই নহয়, তেওঁলোকক তেওঁ 'হেপ্নোটাইজ' কৰি তেওঁলোকৰ মগজুৰপৰা ভুল ধাৰণাবিলাক উলিয়ায়ো দিলে।

"তেনেহ'লে ভাই সেইজন বিচিত্ৰ লোক।"

"তেওঁ ইয়াকো খোলা-খুলিকৈ লেখিছে যে লাগিলে এইবিলাক কাম সেই পাষণ্ডহঁতৰে কাম, লাগিলে অপৰাধীহঁতৰ, ডকাইতহঁতৰ, ঠগীহঁতৰ, ব্লেক মাৰ্কেটিয়াৰহঁতৰ, জেপলুৰুকাহঁতৰ, চোৰৰ দলৰ যাৰে নহওক নেলাগে চৰকাৰে এওঁলোকৰ ওপৰত মোকৰ্দমা চলাবলৈ অপৰাগ। এওঁলোকক ধৰ্মই দয়া কৰে। লোকতন্ত্ৰত য'ত বহুমত ধৰ্মান্ধ শ্ৰদ্ধালুসকলৰ, এনে অৱস্থাত পাষণ্ডহঁতৰ এই ব্যৱসায় পূৰ্ণউদ্যমেৰে চলি আছে।"

"ভাই জিন্দাবাদ, ড. কোভূৰ!" হৰিন্দৰে উচ্চস্বৰেৰে ক'লে। পিছত সুধিলে, "পদ্মা তুমি এই কিতাপখন পঢ়িবলৈ পালা ক'ত?"

"সঙ্গৰোৰৰ এগৰাকী ফ্ৰেণ্ডে মোক এইখন কিতাপ পঢ়িবলৈ দিছিল। তেওঁকো আকৌ তেওঁ জন্ম দিনৰ দিনা এগৰাকী লেডী প্ৰফেচাৰে উপহাৰ দিছিল এইখন কিতাপ।"

"মুঠতে কব লাগিলে এইখন কিতাপ ছোৱালীবিলাকে অধিক পঢ়া উচিত। মহিলাসকলৰ যাতে ভূত-প্ৰেতৰ প্ৰতি থকা বিশ্বাস দূৰ হয় আৰু ধৰা, সমাজৰো কায়াকল্প

হৈ যায়। তুমি কিতাপখন ছোৱালীবিলাকক পঢ়িবলৈ দিয়াৰ ব্যৱস্থা কৰা। মই হ'লে কওঁ, কিতাপখন পাঞ্জাবী ভাষালৈ অনুবাদ কৰা আৰু মহিলাসকলক পঢ়ুওৱা। ভ্ৰম-ভ্ৰান্তি আৰু অযথা ভয় দূৰ হোৱা উচিত।"

"তুমিও পঢ়া কিতাপখন।"

"ঠিক কৈছা। মোলৈ পঠাই দিবা, মই নিশ্চয় পঢ়িম।" হৰিন্দৰৰ যেন কি কথা মনত পৰিল। যথেষ্ট সময় পাৰ হ'ল। তেওঁ উঠিল আৰু চেণ্ডেলযোৰ পিন্ধি বাহিৰলৈ আহিল। তাঁৰত শুকাবলৈ দিয়া বনিয়নটো শুকাইছে। এটা চুকলৈ গৈ পিন্ধি ল'লে। তাৰ পিছত পায়জামাটোও পিন্ধিলে। ভিতৰলৈ আহি পদ্মাৰ ওচৰত থিয় হ'লহি, চাদৰখন গাত আছেই। বহুত পলম হৈ গ'ল। তেওঁলোকৰ এতিয়া খুব ভোক লাগিছে। খাটখনত পৰি থাকি, সৰু-সুৰা কথা পাতি পুষ্পিন্দৰ অহালৈ বাট চাই ৰ'ল দুয়ো।

## ১৪

নক্সালবাদীৰ ঢৌ উঠি থকা সময়ত মল্লণ সিংহৰ একমাত্ৰ পুত্ৰ বলাকাৰ সিংহ পুলিচ আক্ৰমণত মৰিল। বলাকাৰে বি.এচ.চি. পাছ কৰিছিল। মল্লণ তাৰ কাৰণে চৰকাৰী চাকৰিৰ অনুসন্ধানত আছিল যিহেতু তেওঁ ত্ৰিশ হেজাৰ টকাত বন্ধক দিয়া মাটিখিনি খুলিব পাৰে। পুতেকে চাকৰি এটা পালে মল্লণে পুনৰ নিজৰ ভৰিত খোজদি চলিব পাৰিব। কিন্তু মনেখন্দা পুখুৰীত পানী খাবলৈ নেপালে। মল্লণে এনে হ'ব বুলি জানো জানিছিল? পুতেকৰ অনুপস্থিতিত মল্লণ অকলশৰীয়া হৈ জলকা লাগিল তাকনো বাৰু পঢ়িবলৈ কিয় পঠালে! বাৰু পঠালো জানিবা, দশম শ্ৰেণীলৈকে পঢ়াও কম নাছিল। ভাটিণ্ডা কলেজত পঢ়িবলৈ পঠালো, তেতিয়াহে এনে হ'বলৈ পালে। ক'লেজলৈ গৈহে সি মৰিবলৈ যোৱাই মৰিল গৈ! দুৰ্ভগীয়াৰ গাত কি বতাহ লাগিল! কাৰ কথা মানি এনে কামত লাগিল। নপঢ়াই ভাল আছিল। খেতি কাম কৰিলহেঁতেন! তাৰ বিয়া পাতি দিলোহেঁতেন মই। ল'ৰা-ছোৱালী জন্ম হ'লহেঁতেন। বাপ-পো লগহৈ খেতি কৰিলোহেঁতেন, সুখেৰে দিন গ'লহেঁতেন। ত্ৰিশ হেজাৰ টকা গোটোৱা বিশেষ কথাতো নহয়? সকলো মুদা মৰিল।

বলাকাৰৰ কথাকে মল্লণৰ মগজুত ঘূৰি ফুৰিবলৈ ধৰিলে। কোনোবাই মাতিলেও 'হোঁ' বুলি কয়, যেন টোপনিৰ পৰাহে খক্‌মক্ কৈ উঠিছে। তেওঁৰ পত্নী চন্দ কৌৰৰ দুখ অধিক, কিন্তু তেওঁ অন্তৰখন কিছু টান। কান্দোতে তেৰোঁ কান্দে, কিন্তু মল্লণৰ মনক স্থিৰ কৰি ৰাখে। মল্লণক সান্ত্বনা দিবলৈ লৈ নিজৰ মনকো সান্ত্বনা দিয়ে। কয়, "বাদ দিয়া, ধৰিলোৱা ঈশ্বৰে তাক আমাৰ ঘৰত জন্ম দিয়া নাছিল। যাৰ সন্তানেই নাই তাৰ

একো নাই, তেনেলোকে জানো সংসাৰত দিন কটোৱা নাই। আমাৰ তিনিজনী জী, তিনিটা পো বুলি ধৰাচোন। সংসাৰত আমাৰ নাম থাকি নেযাব জানো?"

"কিন্তু মিছা, মল্লণ দিনক দিনে হতাশ হৈ যাবলৈ ধৰিলে। ঘণ্ডাবন্নেৰ ওচৰৰ চেচু গছ্ৰ গুৰিৰ মাটিডোখৰ দহবিঘাৰ, নতুন বন্দোৱস্তীৰ পিছত আঠ বিঘাহে থাকিলগৈ। গোটেই টুকুৰা মাটি হৰদিত্ত সিংহক ত্ৰিশ হেজাৰ টকাত বন্ধক দিয়া হ'ল। মল্লণৰ সমস্ত পশু-ধন বিক্ৰী কৰা হ'ল। হালবোৱা কাৰ্য্য কেতিয়াবাৰ পৰাই এৰি দিলে। বঢ়া-বুঢ়ীৰ ওচৰত আছে মাত্ৰ এজনী গাই। চাহটোপাৰ লগতে কেইঢোক মান গাখীৰো পেটত ভৰায়। খোৱা বস্তুখিনি ভাইৰূপাৰ খেতিৰপৰা আহে। মাত্ৰ দুটা প্ৰাণী। কিমাননো খৰচ হয় তেওঁলোকৰ।

মল্লণ সিংহই পুতেকৰ বিয়োগ সহ্য কৰিব পৰা নাই। ৰাতিও টোপনি নাহে। তেওঁ ৰুটি খাবলৈ প্ৰায় এৰি দিয়াৰ নিচিনাই হৈছে। এখন বা দুখন মগু ডাইলৰ লগত লেটিয়াই খায়। গাখীৰ নোখোৱা বুলিয়ে ক'ব পাৰি। চাহ দুঢোক মান খায়, মনটো স্থিৰ কৰিবৰ কাৰণে। শেষত পুত্ৰশোকে তেওঁৰ প্ৰাণ লৈহে এৰিলে। চন্দ কৌৰ অকলশৰীয়া হৈ পৰিল। ঘৰখনে তেওঁক গিলি খাব যেন লগা হ'ল। ৰাতি নিজৰ ঘৰটোকে ভয়াবহ যেন লগা হ'ল। বেৰবোৰ যেন তেওঁৰ গাত খহি পৰিব। ৰাতিটো তেওঁৰ কোনো মৰিশালিত শুই থকা যেন লগা হ'ল। কোনোজনী জীয়েক কেতিয়াবা আহি তেওঁক সান্ত্বনা দিয়েহি। এসপ্তাহ মান থাকিও যায়। জোঁৱায়েকহঁত আহিও খাটৰ বাৰত বহি তেওঁৰ লগত বহুসময় ধৰি কথা পাতি কটায়। জীয়েকহঁতে কয়, "মা, এতিয়া আমাৰ লগতে থাকিবলৈ লোৱা।" ঘূৰকোটৰ মীতোৱে নিজৰ ঘৰলৈ টানে, ভয়নীবাধৰ দুজনীয়ে, নক্খো আৰু জীতোৱে নিজৰ লগত লৈ যাবলৈ জোৰ দি ধৰে। চন্দ কৌৰৰ নিশ্বাস ফুলি উঠে। তেওঁ ভাবে, "জীহঁতে তেওঁৰ কাৰণে কিমান কি নকৰিছে। তেওঁৰ কান্দোন ওলাই আহে—"বোপাই অ' এক তই হে নাই বচ। বলকাৰ সিংহ, মই তোৰ কাৰণে কিমান যে কি গঢ়ি-পিটি নথৈছিলো!"

তেওঁৰ জোঁৱায়েকে থিতাতে কৈ পেলায় "মা আমিও আপোনাৰ পুতেক নহওঁ জানো। আপুনি আমাক পুত্ৰ বুলি নেভাবে নেকি? আমিনো কোন? আমি, মা, আপোনাৰ তপত নিশ্বাস আঁতৰাবলৈ আছো নহয়।"

তাৰ পিছত এদিন ঘূৰকোটৰ জোঁৱায়েক আহি ওলালহি, আৰু তেওঁ জীপ গাড়ীত তুলি বলেৰে ঘূৰকোটলৈ লৈ গুছি গ'ল। ঘূৰকোটত তেওঁ বৰ কষ্টেৰেহে দুমাহ কটালে। দিনৰ দিনটো বলকাৰ আৰু মল্লণৰ কাৰণে বিলাপ কৰি থাকিবলৈ ল'লে। শেষত এদিন ক'লে, "তইতো আই মোক মাৰিবলৈহে ইয়ালৈ অনালি। মোক মোৰ নগৰ খেড়াতে থৈ আহগৈ। মই ইয়াত থাকিব নোৱাৰো। মই ত'তহে মৰিম, য'ত মোৰ ল'ৰা আৰু মোৰ স্বামীদেৱতা সিপুৰীলৈ গ'ল। বেলেগ গাঁৱত মোৰ জীৱ বাজ নোলায়, যদি তই কৰ..."

তেওঁ বেছি আমনি কৰিবলৈ লোৱাত জোঁৱাই ল'ৰাই পুনৰ তেওঁক খড়ক সিং গাঁৱত থৈ গ'লহি। যিটো কথা ঘূৰকোটহঁতৰ মনত ঠাই পাইছিল, সেই আশা পূৰণ নহ'ল। তেওঁলোকে ভাবিছিল ভৱিষ্যতে বুঢ়ীৰ সকলো মাটি-বাৰী নিজৰ নামলৈ লেখাই ল'ব। কিন্তু তেওঁ বৰ সজাগ আছিল। তেওঁলোকক লাই নিদিলে। ঘূৰকোটৰ মানুহঘৰৰ অসৎ স্বভাৱৰ কথা তেওঁ ভালকৈয়ে জানে। ঘৰলৈ আহি তেওঁ ঘূৰকোটৰ জোঁৱায়েকক কৈ দিলে, "চোৱা বোপা, জী তিনিও জনীকে মই সমান চকুৰে চাওঁ। মই কোনো এজনৰ হাতৰ মুঠিলৈ আহিব নোখোজো আৰু মই কাকো এধানমানো চালাকী চলাবলৈ নিদিওঁ।"

বুঢ়ীৰ কথা শুনি তেওঁৰ ডিঙি শুকালে। নিৰাশ হৈ ক'লে, "নহয় মা, আপুনি ওলোটাটো ভাবি লৈছে। মই আপোনাক শুশ্ৰূষা কৰিবলৈহে লৈ গৈছিলো। এতিয়া আপুনি ইয়ালৈ আহোঁ বোলাত থবলৈ আহিলো। আমাৰ যদি কিবা অন্যায় হৈছে তেন্তে আমাক আহিবলৈ দিছে কিয়, ইয়ালৈ?" বুঢ়ীৰ আৰু খং উঠিল, "কোনোবাই বলেৰে মোৰ টিপচহী লোৱাব। মোৰ কোনো নাই নহয়, নাই কি হ'ল? মই অকলে কুৰিটাৰ সমান। কোনোবাই বাহাদুৰী দেখুৱাওক চাও, মোক!" পুনৰ শান্ত হৈ ক'লে, "অঁ, তিনিওকে একেটা কৰি যাম। ঘৰত সুখে-সন্তোষে থাকাগৈ।"

দুমাহ ঘূৰকোটত থাকোতে ভৈনীবাঘৰ দুজনেও তেওঁৰ কাষত একোপাক দি আহিলগৈ। দহ-পোন্ধৰ দিনৰ পিছতে একোজন যায়। কেতিয়াবা লক্ষী, কেতিয়াবা জিতোও যায়, কেতিয়াবা আকৌ জোঁৱায়েক, কেতিয়াবা জিতোৰ ল'ৰা। ঘূৰকোটলৈ অহাত তেওঁক কোনেও বাধা দিয়া নাছিল। তেওঁলোকো আহি গৈ থকাৰ অৰ্থ আছিল—তেওঁৰ ৰাজী-খুচী আছেনে নাই জানিবলৈ। আচল কথাখিনি খোলাখোলিকৈ কোনেও কাকো ক'ব নোৱাৰেতো। উৰহী গছৰ ওৰ ক'ত ঘূৰকোটৰ ঘৰেও জানিছিল আৰু ভৈনীবাঘৰ ঘৰেও। আচল কথাটো চন্দ কৌৰে নিজেও বুজি পাইছিল।

সদাই সদাই আধি-খণ্ডৰাকৈ মাটি লওঁতাহঁতৰ পিছে পিছে ঘূৰি ফুৰিবলৈ আছেনো কোন! গাঁৱৰে এজন জনা-শুনা লোকে পৰামৰ্শ দিয়াত চন্দ কৌৰে ভাইৰূপাত থকা মাটি চাৰি বিঘা দহহেজাৰ টকাত পাটোৱাৰী পৰমজীতক বন্ধক দিলে। টকা দহহেজাৰ গাঁৱলীয়া বেঙ্কত জমা দিয়ালে। বেঙ্কৰ পাছবুকটো তেওঁ সাৱধানে ৰাখিবৰ কাৰণে নিজৰ চন্দুকত থৈ, তলা মাৰি ৰাখিলে। কাকো তেওঁ নেদেখুৱালে। বেঙ্কৰ মেনেজাৰৰ ওচৰলৈ গৈ টকা উলিয়াবৰ সময়ত, ফৰ্মত টিপচহী দিয়া পৰতহে পাছবুকটো বগা ৰুমালেৰে মেৰিয়াই থোৱাৰপৰা উলিয়াই দিয়ে।

শেষত বুঢ়ীৰো সময় চমু চাপি আহিল। বেঙ্কৰ পাছবুকত এতিয়াও টকা বাকী আছে। তেওঁ কোনো এজনী জীয়েকক নেমাতিলে; কোনো জোঁৱাই বা নাতিনীহঁতকো নেমাতিলে; গাঁও পঞ্চায়তৰ সভাপতি, গাঁওবুঢ়া মেহৰ সিংহক লগত লৈ গৈ তহচীলদাৰৰ ওচৰত পকা ৰচীদ কৰালেগৈ, যে তেওঁ মৃত্যুৰ পিছত তেওঁৰ মাটি সম্পত্তি তিনি ভাগ

কৰি, তিনিও জীয়েকে সমানে ভাগ কৰি ল'ব। প্ৰত্যেকেই সমান সমান ভাগ পাব।

গাঁৱত কথাটো ওলাল—"ভাই, চন্দ কোঁৱৰ বুঢ়ী বহল মনৰ তিৰোতা দেই! নিজে গৈ উইল কৰি আহিলগৈ! এজনী জীয়েককো নেমাতিলেহে! সমান অংশ দিছে। চোৱা, এবাৰলৈ ন্যায় কৰিলে বাঘৰ জীয়েকে! তাকে নকৰা হ'লে জোঁৱায়েকহঁতৰ মাজত জোতাৰে কোবোৱা-কুবি হ'লহেঁতেন! কেইডাল লাঠি ভাগিলহেঁতেন ঠিকনা নাই!"

জীয়েকহঁতে গম পাই দৌৰি আহিল। তিনিও। তিনিও সন্তোষ হ'লেও ভিতৰি নাৰাজ নোহোৱাও নহয়। কাৰণ প্ৰত্যেকেই ভাবিছিল মাকৰ সম্পত্তি অকলে হাত কৰি ল'ব। আৰু পিছত মাকৰ প্ৰতি দয়াপৰবশ হৈ ভৈণীবাঘৰ দুয়ো জীয়েকে মাকক লগত লৈ গ'ল। তাত তেওঁ ছমাহমান ঠিকে থাকে থাকিল। পিছত দুদিন শৌচ কৰিলে। পেটৰ বিষ হ'ল। যিহকে খায়, হজম নহয়, ওলাই যায়। তেওঁৰ শেষ ইচ্ছা আছিল, "খড়ক সিং চুবুৰীলৈ মোক লৈ যাইক। মোৰ ল'ৰাৰ মৰিশালিৰ কাষলৈ, মোৰ স্বামীৰ মৰিশালিৰ কাষলৈ। বাপ-পোৰ মৰিশালিৰ মাজতে মোক জ্বলাবি।"

তেওঁৰ শটো ট্ৰলীত ভৰাই খড়ক সিং চুবুৰীলৈ নিয়া হ'ল। ওচৰ-চুবুৰীয়া আৰু তাত গোট খোৱা তিৰোতাসকলে যথেষ্ট কন্দা-কতা কৰিলে। চিতাত তোলা হ'ল। শ্মশানলৈ নি জ্বলাই দিলেগৈ।

সময়মতে ঘূৰকোটলৈও খবৰ পঠাইছিল। বুঢ়ীৰ মাকৰ ঘৰৰ লোকো আহি পালেহি।

শ্মশানলৈ গাঁৱৰ ডেকাহঁতো গৈছিল। হৰিন্দৰ পালে মাতি মেলি নিছিল। "শ্বহীদৰ মাতৃ আছিল বন্ধুসকল! বুঢ়ীয়ে বহুত দুঃখ ভোগ কৰিলে। এইটোতো নগণ্য বলিদান নহয়।"

চতুৰ্থীৰ দিনা মল্লণৰ ঘৰত বহি থকা লোকসকলে চন্দ কোঁৱৰৰ কথা উলিয়ালে। তেওঁৰ কুল, বংশৰ কথা সুঁৱৰিলে। গাঁৱৰ প্ৰাইমেৰী স্কুলৰ মাষ্টৰ, যি ডাকঘৰটোও চলাইছিল, পৰগঞা তেৰোঁ চতুৰ্থীলৈ আহি বহিলহি। গাঁৱৰ লোকসকলৰ, মিতিৰ-কুটুমৰ কথাবিলাক শুনিলে; পিছত হঠাৎ তেওঁ কথা আৰম্ভ কৰিলে, "ভূন্দৰৰ ৰামদাস বুলি কোনোবা এজনযে আছে, তেওঁ বুঢ়ীৰ কিবা হয়নেকি?"

"শ্ৰোতাৰ কাণ থিয় হ'ল। এই নামটো কোনেও কাহানিও শুনা নাই। এওঁনো আকৌ কোন ওলাল?"

মাষ্টৰে ক'লে, বুঢ়ীয়ে চাৰি পাঁচ মাহৰ মূৰে মূৰে টকা মণি অৰ্ডাৰ কৰি পঠাই থাকে। দুবাৰ নে এবাৰ মণি অৰ্ডাৰ ঘূৰিও আহিছিল। কিন্তু বুঢ়ীয়ে মণি অৰ্ডাৰ কৰিবলৈ এৰা নাছিল। কেইবা বছৰ ধৰি মণি অৰ্ডাৰ কৰিয়ে আছে। মণি অৰ্ডাৰত মাত্ৰ এইটো এড্ৰেচ লেখায়—ৰামদাস, গাঁও ভূন্দৰ, জিলা ভাটিণ্ডা। মই সেই মানুহজনৰ বিষয়ে একো নেজানো। মানুহজনৰপৰা বুঢ়ীলৈ চিঠিও অহা নাছিল। চিঠি পঢ়া হ'লে গম পালোহেঁতেন।

সকলোৱে পৰস্পৰে সোধা-সোধি কৰিল যদিও ভূন্দৰৰ ৰামদাস কোন একো উৰাদিহ্ উলিয়াব নোৱাৰিলে। বুঢ়ীয়েনো বাৰু এশকৈ কিয় পঠাই আছিল।

উইলকৰা কাগজখন বুঢ়ীয়ে সদাই নিজৰ লগত ৰাখিছিল। ঘৰৰ তেওঁৰ চন্দুকত থৈছিল। ভেণীবাঘলৈ যাওঁতে লগত লৈ গৈছিল। এতিয়া তেওঁ ঢুকুৱাৰ পিছত জীয়েক-জোঁৱায়েকে লগত লৈ আহিল। পিছদিনাই পঞ্চায়ত সভাপতিক লগতলৈ প্ৰথমে মৌজাদাৰক মৰাৰ খবৰটো লিখোৱালেগৈ। তাৰ পিছত পাটোৱাৰীৰপৰা উইলখনত চহী ল'লে। তিনিও জোঁৱাইৰপৰা চহী কৰাৰ ফিজ ল'লে আৰু নামজাৰিৰ কাৰণে কেচটো তৈয়াৰ কৰি দিলে। ভোগৰ দিনাখন তিনিও জোঁৱায়ে মানুহ গোটালে। গাঁৱৰ লোকক লাৰু বিতৰণ কৰিলে। দুখীয়া-নিচলাক দান দি পুণ্য কৰিলে। ভোগৰ তিথি পৰ্য্যন্ত তিনিও জীয়েক খড়ক সিং চুবুৰীতে ৰ'ল। জোঁৱায়েককিজনো তাতে থাকিল। নামজাৰি নোহোৱা পৰ্য্যন্ত ভয় খাই আছিল, জানোচা হিতে বিপৰীত হৈ পৰে। ইমান এটা ডাঙৰ সম্পত্তিৰ প্ৰশ্ন। বাৰবিঘাকৈ মাটি। ভোগৰ অন্তত এদিন তহচীলদাৰ ভাইৰূপালৈ আহিল আৰু পাটোৱাৰীয়ে লেখা অনুসৰি তিনিজনী জীয়েকৰ নামত মল্লণ সিংহৰ বাৰ বিঘা মাটি ৰেজিষ্টাৰ কৰি থৈ গ'ল। প্ৰথমে তহচীলদাৰে কাগজখন হাতৰপৰা দলিয়ায়ে দিছিল। তিনিও জোঁৱায়েক থৰ্-থৰ্কৈ কঁপি গৈছিল। জীয়েকহঁতৰ মুখ কিখনো তেনেই শুকাই গৈছিল। কিন্তু পিছত জানিবা পাটোৱাৰীয়ে তহচীলদাৰৰ কাণৰ ওচৰলৈ মুখখন নি বুজাই দিয়াত কাগজখন বুটলি লৈ চহীটো কৰি দিলে।

## ১৫

পঞ্জীকৰণ কৰা দুমাহেই নহল, গাঁৱত খবৰ ওলাল বোলে মল্লণৰ জোঁৱায়েকহঁতে মাটিখিনি বিক্ৰী কৰিব খুজিছে। অভিজ্ঞসকলে মন্তব্য কৰিলে—"এইটো কৰিব বুলি প্ৰথমেই জানিছিলো, ভাই! লোকৰ গাঁৱলৈ আহি কোনে খেতি কৰিবহি? আৰু ঘূৰকোটৰ ঘৰ আকৌ শ'লমাৰি ভঙাবিধৰ, তেওঁলোকৰ নিজৰে বহুত মাটি আছে, এতিয়া টকা ঘটিব আৰু কি কৰিব? ভৈণীবাঘৰ মানুহঘৰ বেয়া নহয়। তেওঁলোকেও ইয়াত বাস কৰাৰ আশা ক্ষীণ।"

কোনোজনে সহানুভূতি দেখুৱাই ক'লে, "সময়লৈহে কথা। ঘণ্ডাবন্নাৰ মাটিখিনি শুনিছো বোলে মল্লণৰ দেউতাকে নিজে কিনা। বকৰাণি মাটি আছিল। একো নগজিছিল। কোৱা শুনিছো বুঢ়াই নিজে কোৰ কুঠাৰ লৈ সেই দহোবিঘা মাটি কুৰি-কাটি খেতিৰ উপযোগী কৰি তুলিলে।"

কোনো এজনে ক'লে, "শুনিছো তেওঁ হেনো মিলিটেৰী অফিচাৰ আছিল। কৰম

সিংহ নাম আছিল তেওঁৰ। পেন্সন পোৱাৰ পিছত, জাটৰ পোয়ে! উপাৰ্জন কৰাত লাগি গ'ল। বৰ হাড়শকত মানুহ আছিল হেনো।"

প্ৰথমজনে পুনৰ দুখ প্ৰকাশ কৰি ক'লে, "চোৱা ভাইহঁত, তেওঁ জানো বৰ্তমান অৱস্থাৰ কথা জানিছিল। তেওঁ সম্পত্তি ঘটিলে। পুতেকক ডাঙৰ-দীঘল কৰিলে। কিন্তু কি হ'ব, পুত্ৰ মল্লণৰো হৈছিল—সি আকৌ নক্সালবাদীৰ পাকত পৰিল। ভঙ্গৰ গাঁৱত তাক, বেচেৰাক খতম কৰি পেলালে। এইবোৰ চাই থাকা। পৰৰ পোৱেহে এতিয়া বেচা-কিনা কৰিবলৈ লৈছে। এদিন চুবাদাৰ কৰম সিংহ বুলি এজন যে আছিল কাৰ মনত থাকিব, বা মল্লণ সিংহৰ নামকে বা ল'ব কোনে।"

ইচ্ছুক লোকে ধূৰকোটলৈও গৈ আহিলগৈ। ভৈণীবাঘতো একোপাক মাৰি আহিল গৈ। গ্ৰাহক ওলোৱা দেখি ধূৰকোট আৰু ভৈণীবাঘ দুয়োঘৰ একেলগ হৈ আলোচনাত বহিল। সিদ্ধান্ত কৰিলে যে এতিয়া অধিক উত্ৰাৱল হৈ উঠাৰ দৰ্কাৰ নাই। কাৰণে মানুহে ফালতু মাটি বুলিকৈ অধিক দাম নিদিব। কিছুদিন গ্ৰাহকৰ ভৰি তলুৱা ক্ষয় নিওৱা হওক। খড়ক সিং চুবুৰীৰলোকে জানেই যে আমি মাটি বেচিব লাগিবই। বেচিব লগা হ'লে এধামূলিকৈ কিয় বেচোহঁক। তেওঁলোকে ধূৰকুটীয়া ঘৰক আগকৰি দিলে। ক'লে, "তুমি এদিন গৈ আহাঁগৈচোন। ৰেহ-ৰূপ চাই আহাঁগৈ, কিমান দাম দিব খোজে বুজ লোৱাগৈ। ইয়াৰো খবৰ ল'ব লাগে যে তাত আগেয়ে কিনোতাই বিঘাত কিমানকৈ দি কিনিছিল। মাটিতো গোটেই গাঁৱৰে একে ধৰণৰে। কি কোৱা? অলপ উনেশ-বিশ হ'লে হ'বও পাৰে।"

ধূৰকুটীয়াৰ চুবুৰীলৈও লোক আহিল। সৰহসংখ্যকলোক মাটি নিকিনা বিধৰ, এনেয়ে মুখৰ খজুৱতি মাৰিবলৈ অহা লোক। তাৰ ভিতৰত এনে লোকো আছিল যি আনৰ খাতিৰত দৰ-দামৰ বুজ ল'বলৈ আহিছিল। তেওঁলোকক মাটি কিনিব খোজোঁতাই নিজে মুখা-মুখি হ'ব নুখুজি মনে মনে পঠাই দিছিল। ধূৰকোটীয়া প্ৰথমে হৰদিত্ত সিংহৰ ঘৰলৈ গ'ল। তেওলোকে খুব সন্তৰ্পণে কথা পাতিলে। ক'লে, "চোৱা বোপা মাটিৰ দাম দিনক দিনে কমি আহিছে। ইমানবোৰ গোটাই লৈ কি কৰিম? আগৰ যথেষ্ট আছেই।"

তাৰ পিছত তেওঁলোক পৰমজিতৰ কাষ পালেগৈ। তেওঁ ক'লে, মাটিতো ভালেখিনি মোৰ আছেই। এতিয়াতো এই সোপাকে চম্ভালিব পৰা নাই। কিন্তু যদি, জোঁৱাই, উচিত দামত মান্তি হোৱা তেনেহ'লে চাম—কি কৰিব পাৰো। তুমি গাঁৱৰ আনকো সুধি পুছি লোৱা। তুমি আন্দাজ কৰিব পাৰিবা।—চাহ-তাহ এটোপা?" পৰমজিতে তেওঁ গা-এৰাই চলা বিধৰ ব্যৱহাৰ কৰিলে।

তেওঁ গাওঁবুঢ়া মেহৰ সিংহৰ ঘৰলৈও গ'ল। তেওঁক ঘৰত লগ নেপালে।

হৰদিত্ত সিংহ অলপ সময়হে শান্ত হৈ ৰ'ল, কিন্তু তেওঁ স্থিৰেৰে থাকে কেনেকৈ? তেওঁ নিজৰ গৰখীয়া ল'ৰাটো পঠিয়াই দিলে, চাই আহগৈচোন, মাল্লণৰ জোঁৱায়েক

কাৰ ঘৰত বহি আছে? খা-খবৰ কৰিবলৈ সি প্ৰথমে পৰমজিত পাটোৱাৰীৰ ঘৰলৈ গ'ল। তাত খা-খবৰ লৈ গম পালে যে তেওঁ ইয়াৰপৰা অলপ আগতে ওলাই গৈছে। হৰদিত্তৰ গৰখীয়াক দেখি পৰমজিতৰ ভৰি তলৰ মাটিত জুই জ্বলা যেন লাগিল। তেঁও নিজৰ মনতে সকলো কথাৰ উমান পালে। হৰদিত্তৰ পালিয়ে খবৰ পালে বোলে মল্লণৰ জোঁৱায়েক গিল্লোৰ ঘৰত বহি আছেগৈ। তাতে হেনো তেওঁ ৰুটি খাব আৰু ৰাতিটো তাতে থকাৰ কথা। গিল্লোৰ ঘৰ তেওঁৰ মহাৰাজ নিবাসী পেহাকৰ ভায়েকৰ শহুৰেকৰ ঘৰ। এফালেদি চালে ওচৰ মিতিৰেই। তেওঁ মিতিৰৰ ঘৰতো কৈছে যে মাটি ডোখৰ লৈ থওক। তেওঁলোকৰতো ঘৰুৱা কথা। কিন্তু গিল্লোৰ সিমান সামৰ্থ্য থাকিলেহে! তেওঁ কোনোমতে পেটে ভাতে খাই চলি আছে।

হৰদিত্তৰ গৰখীয়া গিল্লোৰ ঘৰ ওলালগৈ। কিবা ভাও ধৰি সি তেওঁলোকৰ আগফালে বহিলগৈ। পৰমজিৎ পাটোৱাৰীও হাতত সাৰে ভৰিত সাৰে ঘৰৰ আগেদি পাৰ হৈ গ'ল। লাহেকৈ গলহেকাৰি এটাও মাৰিলে, যাতে গিল্লোহঁতৰ কোনোবাই যদি মাতে মাতি নিয়ক। কিন্তু তেওঁক কোনেও নেদেখিলে। মনৰ কথা মনতে পাঙি তেওঁ সেইফালেদি পাৰহৈ গ'ল। গাঁৱৰ আন কাৰোবাৰ ঘৰত সোমালগৈ। ইফালে যেতিয়া গাঁওবুঢ়া মেহৰ সিঙে গমপালে, তেওঁ ততাতৈয়াকৈ আহি গিল্লোৰ ঘৰত সোমালহি। মল্লণৰ জোঁৱায়েকক সংশ্ৰী আকাল জনালে। তেওঁলোকৰ কুশলমঙ্গলৰ বতৰা ল'লে। তেওঁৰ খাটিয়াৰ কাষতে পীৰা পাৰি বহি ল'লে। মল্লণৰ জোঁৱায়েকে কথাটো উলিয়ালে। মেহৰ সিংহই ভাবি-চিন্তি হুঁ-হাঁ কৰি গ'ল আৰু যেন মনতে কিবা আঁচনিও কৰি গ'ল। প্ৰথমে তেওঁ মাত্ৰ ইয়াকে ক'লে "তোমালোকেনো কিয় বেচিব খুজিছা? নেবেচিবা। তিনিওজনৰ ভিতৰত এজন আহি ইয়াত থাকি লোৱাহি, খেতিত লাগাহি। মাটি হ'ল শইচ-পাচলিৰ খনি। ইমান এটা ডাঙৰ ঘৰ। যিমান জীৱ-জন্তু ৰাখা ৰাখিব পাৰা। বাকী দুটা অংশ আন দুজনে ভাঙি নিয়ক। জাটৰ মাটি বিক্ৰী কৰা অনুচিত কাৰ্য্য, নে, কি কোৱা?

জোঁৱাই ল'ৰাই ক'লে, "গাওঁ বুঢ়া, মাটি চাৰি বিঘাৰ কাৰণে ইয়াত আহি কোন থাকিবহি! নিজৰ গাঁও এৰিবতো নোৱাৰোৱেই তাৰোপৰি লোকৰ গাঁৱত আহি থিতাপি লোৱাটো জানো সহজ কথা। আমি ভাবি চিন্তিহে থিৰ কৰিলো যে মাটিখিনি বিক্ৰী কৰি যি টকা পাঁও তাকে ভগাই ল'ম। মাটি বেচাও অনেক আৰু কিনোতাও অনেক। গতিকে গাওঁবুঢ়া, আপুনি কি কয় কওক।"

তাৰ পিছত গাঁওবুঢ়াই পোনপটীয়াকৈ প্ৰশ্ন কৰিলে, "তেনেহ'লে বিঘাত কিমান দাম কৰিছা?"

"আপোনালোকৰ গাঁৱত যি দৰত বিক্ৰী হৈছে। আমি তাতকৈ বেছি নলওঁ।"

বুঢ়ীয়ে চাহৰ মগটোৰ লগতে দুটা গিলাচ আনি আগত থ'লেহি। তেওঁলোকে চাহত মুখ দিলে। মেহৰে হৰদিত্তৰ গৰখীয়াটোক সন্মুখতে বহিথকা দেখা পালে, তেওঁ

তাক হুকুম দিলে, "তাৰপৰা বাটি এটা আনগৈ যা, বেৰৰ খোৰোঙত থাকিব পায়। চাহ এঢোক তয়ো খা।"

লগুৱা ল'ৰাটোৱে গিল্লোৱে চাহ খোৱা বাটিটো আনি দিলেহি। তেওঁলোকে চাহ খাই থাকিল। সিও খাবলৈ ল'লে আৰু তেওঁলোকৰ কথা-বতৰা শুনি থাকিল।

মেহৰ সিংহই অলপ কমকৈ প্ৰতি বিঘাৰ দাম ক'লে। ক'লে, "আমাৰ ইয়াত কেইবাটাও ভাও চলি আছে। মাটি লৈ দাম। পোন্ধৰ হেজাৰো আৰু ষোল্ল-সোতৰ হেজাৰৰো বিঘাই প্ৰতি দাম চলি আছে। কোনো ডোখৰৰ আকৌ বিশ-বাইশ হেজাৰ পৰ্য্যন্ত দামত বিক্ৰী হৈছে।"

মল্লণৰ জোঁৱায়েকে চাহৰ ঢোকামাৰি দূৰ আকাশলৈ চাই পঠিয়ালে। আওকণীয়া ভাবে ক'লে, "দেখা যাওক চোন, কোনোবা গ্ৰাহক ওলালে গম পোৱা যাব।"

"গ্ৰাহকতো যিকোনো এজনে পিছ ল'বই—দাম ক'লেই হ'ল।" মেহৰ সিংহই একেৰাহে তেওঁৰ ফালে চাই থাকিল। পিছত তেওঁ সুধিলে, "তুমি মুখেৰে কিবা এষাৰ বেকত কৰা। কি জানি, ময়ে গ্ৰাহক হৈ পৰো।"

"অৱশ্যে আমাৰ গাঁৱৰ লগত আপোনালোকৰ গাঁৱৰ অনেক পাৰ্থক্য আছে।"

"তোমাৰ গাঁৱত বিঘাই প্ৰতি কিমান দামতনো বিক্ৰী হব ধৰিছে?"

"ধূৰকোটত পৰহি এটুকুৰা বিক্ৰী হৈছে। তেনেহ'লে শুনক কওঁ—বিঘাই প্ৰতি ত্ৰিশ হেজাৰ। ওচৰৰ গাঁৱৰ—কাহনো, ধৌলা, হণ্ডিয়ায়া, পক্‌থো, ৰূড়েকা আদি গাঁৱত এই ভাওতে মাটি বিক্ৰী হৈ আছে। ক'ৰবাত হয়তো দুহেজাৰ কম ক'ৰবাত আকৌ দুহেজাৰ বেছিহে। গতিকে খালৰ কাষৰ মাটিৰ দাম সেইটোৱে চলিছে।

মেহৰ সিংহই উমান পাই গ'ল যে এওঁ প্ৰতি বিঘাত আঠাইশ, ত্ৰিশ হেজাৰকৈ বিচাৰিছে। পছিশ, চৌব্বিশলৈকে নামিব পাৰে। তেওঁ যাবলৈ উঠিল, জোঁৱাইক কৰমৰ্দন কৰিলে, তাৰ পিছত যাওঁতে কৈ গ'ল, "তোমাৰ গ্ৰাহক ওলাব। মাত্ৰ মই তোমাৰ মনটো বুজি ল'লো।" হাঁহি আনন্দ মনেৰে মেহৰ সিংহ ঘৰৰপৰা ওলাই গ'ল।

মেহৰ সিংহৰ লগতে হৰদিত্তৰ গৰখীয়াটোও উঠিল। কাপোৰ জাৰি-জোকাৰি সি ঘৰৰ বাজ ওলাল। জোঁৱাই ল'ৰাই ঘৰৰ বুঢ়ী গৰাকীক সুধিলে, "আইতা এইটো ক'ৰ ল'ৰা?"

"এইটো বোপাই, হৰদিত্তৰ গৰখীয়া লগুৱা ল'ৰা। মই উমান পালো নহয়, সি কিয় আহিছিল। উৰহী গছৰ ওৰ লৈ ফুৰে।" বুঢ়ীয়ে ক'লে।

"ভালেই হ'ল দিয়ক। হৰদিত্তকো গ্ৰাহক পালো বুলিয়ে ধৰি ল'লো।" জোঁৱাই ল'ৰাই গম ধৰিব পাৰিলে যে গ্ৰাহকসকলে তেওঁৰ পিছ লৈছে।

মাটি হেন সম্পত্তি মানুহে দৌৰি আহি ল'বহি। আজি কালি টকা-পইছাৰ অভাৱ নাই নহয়, জাটহঁতৰ। এই পাক দি যোৱা কিজন, কেউজনেই পইছা থকা লোক। প্ৰথমে প্ৰথমে এনেয়ে ঘূৰি-পকি ভৰিৰ তলুৱা ক্ষয় নিয়ায়। তুমি পক্কা হৈ ৰ'বাদেই,

লৰ-চৰ নকৰিবা। মাটি বিক্ৰীহে যাব, তোমাৰ।" বুঢ়ীয়ে তেওঁক পকা কথা শুনাই দিলে।

হৰদিত্তৰ লগুৱাই খৰ-খোজেৰে ঘৰৰফালে যাবলৈ ধৰিলে। চাৰি-আলিত তিনি চাৰিটামান ল'ৰাই কথা পাতি আছিল। কেউজন লিখা-পঢ়া জনা ল'ৰা। হৰিন্দৰো তাতে আছিল। হৰিন্দৰৰ দৃষ্টি লগুৱা ল'ৰাৰ ওপৰত পৰিল, তেওঁ মাত দিলে, "হেৰ' কান্নু তই এই সময়ত আহিছ ক'ৰ পৰা?"

"গিল্লোহঁতৰ ঘৰৰপৰা আহিছো।" সি যাওঁতে যাওঁতে কৈ গ'ল।

"ঐ, কথা এটা শুনি যা, চালা ঢপলিয়াই গৈছ!"

লগুৱাটো ৰ'ল। ক'লে "কি হ'ল?"

"গিল্লোৰ ঘৰলৈ কিয় গৈছিলি?" হৰিন্দৰে তাৰ বাউসিত ধৰি সুধিলে।

"বুঢ়াই পঠিয়াইছিল। মল্লণৰ জোঁৱায়েক আহিছে নহয়—ধূৰকোটৰ জন। তেওঁৰ পিছ ল'বলৈ কৈছিল। তেওঁ বোলে মাটি বেচিব খুজিছে।" লগুৱাটোৱে বাউসিৰপৰা হাত এৰুৱাই দৌৰ মাৰিলে।

হৰিন্দৰ পুনৰ ল'ৰাকিটাৰ ওচৰত থিয় হ'লহি। এতিয়া কিন্তু তেওঁ গভীৰ মুদ্ৰাত, যেন তেওঁ কিবা গভীৰ চিন্তাত বুৰ গৈছে। ল'ৰাকিজনৰ কথাৰ ফালে তেওঁ একে বাৰে মনদিয়া নাই। তেওঁক নিমাত দেখি ল'ৰাহঁতো নিমাত হ'ল। তেওঁৰ চেহেৰা টোকে চাই থাকিল। এজনে হাঁহি ক'লে, "চালাই মুখখন দেখোন আমোলাই পেলালে। মিনিটটোৰ ভিতৰতে। কি হ'ল হে তোমাৰ?"

হৰিন্দৰে শুকান হাঁহি এটা মাৰিলে আৰু মনে মনে ৰ'ল। এতিয়া তেওঁ নিজে নিজৰ ডাড়িকোছাত আঙুলি ভৰাই লিৰিকি-বিদাৰি থাকিল। যেন নিজেই কিবা চিন্তা মনত লগাই ল'লে। চকুতো অজানিত গাম্ভীৰ্য্য দেখা গ'ল। তেওঁ নিজৰ নাকটো চেপা মাৰি এৰি দি এটা দীঘল নিশ্বাস ল'লে। ক'লে, "অঁ, তাৰ পিছত?"

লগৰীয়া কিজনে হাঁহি দিলে। এজনে ক'লে, "তাৰ পিছত কি, আপদীয়া? কথা দেখোন শেষেই হ'ল।"

ল'ৰাহঁত ঘৰা-ঘৰি গ'লগৈ। মনৰ খং মনতে মাৰ নিয়াই হৰিন্দৰ ঘৰ পালেহি। গৰখীয়া ল'ৰাটো কেনি পলাল ঠিকনা নাই। হৰিন্দৰে দেউতাকৰ ওপৰত জপিয়াই পৰিল—"দেউতা মই তোমাক আগতেও সকিয়াই থৈছিলো, আমাৰ আৰু মাটি কিনাৰ আৱশ্যক নাই। তথাপিও তুমি মাটিৰ লোভ সামৰিব পৰা নাই। গিল্লোঁৰ ঘৰলৈ গৰখীয়া ল'ৰাটো কিয় পঠাইছিলা?"

"সি এনেয়েহে গৈছিল—সি তো..."

"সি তো, সিতো কি। মই সকলো জানো। মল্লণৰ জোঁৱায়েকে মাটি বেচিব খুজিছে। তুমি হ'লে ল'ব নোৱাৰা। মই এবাৰ কৈ থ'লো। ঘৰত কাজিয়া হ'ব।"

হৰদিত্ত সিংহ সেও [illegible] কিন্তু দেখুৱাই ক'লে, "বাদদে, নলওঁ বাৰু, তোৰ

কথাকে মানিলো, কিন্তু বেঙ্কত থকা পইছা কি কৰা যায় ক? পাঁচ-ছটকা শতকৰা সুদজানো সুদ বুলিব পাৰি? মাটি কিডোখৰ কিনি পেলালে সোণহে পৰিব। মাটিয়েই হ'ল সোণ। ভৱিষ্যত তই জান্, তোৰ ইচ্ছা। মই বুকুত বান্ধি এইবোৰ লৈ নেযাওঁ নহয়। সকলো তোৰেই হ'ব। তই চিন্তা কৰি চা।"

"বচ, মই চিন্তা কৰিয়ে কৈছো। আমি মাটি কিনাৰ দৰ্কাৰ নাই।" হৰিন্দৰে প্ৰথমৰ দৰে অটল হৈ ৰ'ল।

ল'ৰাৰ খঙৰ ভমক দেখি হৰদিত্ত সিংহ চুপ হৈ পৰিল।

## ১৬

মাটিৰ দামৰ তাৰতম্য কৰিবৰ কাৰণে কেইবাদিনো ধৰি খট-বান্ধ চলি থাকিল। ধূৰকোটীয়াই সিদিনাৰপৰা গিল্লোঁৰ ঘৰত বাঁহপাতি বহি ল'লে। পূঝবাৰ বিঘাৰ দামতো যথেষ্ট হয়, অকলে গোটেইখিনি মাটি কিনিবলৈ সামৰ্থ্য কাৰো নাই। শেষত বন্দবস্ত হৈ গ'ল। ভাইৰূপাৰ চাৰিবিঘা পৰমজিৎ পাটোৱাৰীয়ে ল'লে। বিঘাত কুৰিহেজাৰ কৈ। ধণ্ডাবন্নাৰ একেলগে থকা আঠবিঘা দুজনে যুটীয়াকৈ কিনিলে।

এইডোখৰ মাটি বৰ সাৰুৱা। ভাইৰূপাৰ ডোখৰত কৈ বহুত বেলেগ। ইয়াৰ দাম বিঘাই প্ৰতি পচিশ হেজাৰ কৈ পালে। দুয়োজনে চাৰিবিঘাকৈ ল'লে। এজন হ'ল গাওঁবুঢ়া মেহৰ সিংহ আনজন হল তীৰথ সিংহ। ফুলৰ তহচীলদাৰৰ কেচাৰীলৈ গৈ জীয়েক-জোঁৱায়েক ছওজন গৈ উপস্থিত হ'লগৈ। বিক্ৰীৰ ৰেজিষ্টাৰ হৈ গ'ল। তহচীলদাৰৰ কেছাৰীত জী-জোঁৱাইহঁতৰ উপৰি পৰমজিৎ, তীৰথ সিংহ আৰু মেহৰ সিংহৰ লগত গাঁও পঞ্চায়তৰ সভাপতি আৰু চাৰি-পাঁচজনমান লোক উপস্থিত আছিল। ৰেজিষ্ট্ৰেশ্যনত তহচীলদাৰে চহী কৰি দিয়াৰ পিছত সকলো গৈ হোটেলত সোমালগৈ। চাহৰ লগত গৰম গৰম জেলেবী লৈ খালে।

সকলোৱে হাঁহি মাতি কথা পাতি থাকিল। ঠাট্টা-মস্কৰাও চলিল। জোঁৱাইকিজনতো বেলেগ নিচাত আছেই। পৰমজিৎ, তীৰথ আৰু মেহৰৰো নিচা বেলেগ আছিল। মাটি কিনিছে, ইকি সৰু-সুৰা নিচানে? তিনিও জীয়েকে চাহ খালে হয় কিন্তু জেলেবীৰ এটা টুকুৰাও মুখত নিদিলে। হাঁহি-মাতি কথাও নেপাতিলে। তিনিওজনীৰে চকু ৰঙচুৱা। যেন তাত পানী নাই।

মুঠ টকা হ'ল দুইলাখ আশীহেজাৰ। তাৰ ভিতৰত ত্ৰিশ হেজাৰ টকা হৰদিত্তক ধাৰ সুজিব লাগিব। দহহেজাৰ পৰমজিতে আগতেই কাটি ৰাখিলে। ভাইৰূপাৰ মাটিডোখৰ চন্দ কৌৰে বন্ধকত দি থৈছিল, ধাৰ মাৰি, বাকী টকা তিনিও আশী আশী

হেজাৰকৈ ভাগ কৰি ল'লে। তিনিও বেলেগ বেলেগ হিচাপত নিজৰ নিজৰ টকা ফুলৰ বেঙ্কত জমা থ'লে। খৰচ পাতিৰ কাৰণে অলপ অলপ টকা নিজৰ হাতত ৰাখিলে। বেঙ্কত টকা জমা কৰা কামটো এজন দৰ্খাস্ত লিখা কেৰেণীয়ে কৰি দিলে। কেৰেণীজনে তেওঁলোকক লগতলৈ টকা জমা দিয়াই তৎক্ষণাৎ পাছবুক কিটা তেওঁলোকৰ হাতত দিলেহি। এইখিনি কাম কৰি দিয়াত বাবদ তিনিওৰপৰা দহ টকাকৈ ল'লে। মাত্ৰ আধা ঘণ্টাৰ ভিতৰত কাম সমাধা কৰি দিলে।

গধূলি পৰত তিনিও যোৰা জী-জোঁৱাই খড়ক সিং চুবুৰী পালেহি।

পিছদিনা পুৱা, বেলি উঠাৰ পৰত ধূৰকোটীয়াহঁতে হৰদিত্ত সিংহক বনিয়াৰ দোকানলৈ মাতিলে। হৰিন্দৰো দেউতাকৰ লগত গ'ল। মেহৰ সিংহ আৰু তীৰথ সিংহ তাতে আছিলেই। গাঁৱৰ আৰু কেইবাজনো লোক উপস্থিত আছিল। হৰদিত্তই নিজৰ বহীখন লৈ আহিছিল। দোকানলৈ আহি হৰিন্দৰে বহীখন দেউতাকৰ হাতৰপৰা নিজে ল'লে—বচ, এনেয়ে, স্বাভাৱিক ভাবেই ল'লে। বহীৰ ৰছীডাল হৰিন্দৰেই খুলিলে। তাৰ পিছত বহীটো ৰমেশৰ হাতত দিলে। ক'লে, "লোৱা লালাজী, চোৱা ক'ত লিখা আছে?" পাত লুটিয়াই লিখাখিনি ৰমেশে উলিয়াই ল'লে।

খাতাত লিখা কথাখিনি ডাঙৰ কৈ মাতি শুনোৱা হ'ল। তাৰ পিছত ধূৰকোটীয়াৰ জোঁৱায়ে ত্ৰিশ হেজাৰ টকাৰ তিনিটা বাণ্ডোল লালা হৰদিত্তক দিলে। এটা লালাই লেখিলে এটা হৰিন্দৰে। লালাই প্ৰথমে এশ লেখি মোনাত ভৰালে, তাৰ পিছত আনটো লেখিলে। হৰিন্দৰে লেখি শেষ কৰি দেউতাকলৈ চাই থাকিল। লালাই ইটোও লেখি শেষ কৰি উঠিলত হৰিন্দৰে বাণ্ডোল দুয়োটা নিজৰ হাতত লৈ ৰমেশক বহীত ত্ৰিশ হেজাৰ পালো বুলি লিখিবলৈ ক'লে।

ৰমেশে বহীত সেইদৰেই লিখিলে। হৰদিত্ত সিংহৰ ফালৰপৰা মল্লণ সিংহৰ চেচুগুৰিৰ মাটিৰ বন্ধক এৰি দিয়া হ'ল। পইছা দিলে, মল্লণ সিংহৰ তিনিও জোঁৱায়েকে—ধূৰকোটৰ মাখন সিংহ, ভৈণীবাঘৰ দুজন সাধুসিংহ আৰু গুৰমেল সিংহই বহীত টিপ লগালে। হৰদিত্ত সিংহয়ো টিপচহী দিলে। ৰছীৰে মেৰিয়াই ৰমেশে বহীখন হৰদিত্তৰ হাতত তুলি দিলে। সকলো ৰমেশৰ দোকানৰ পৰা উঠিল আৰু নিজৰ নিজৰ ঘৰলৈ গ'ল। হৰদিত্ত সিংহই বহীখন লৈ গোমোঠা মনেৰে ঘৰলৈ খোজ ল'লে। ক'ব নোৱাৰি কি ভাবি গৈ আছে। মনে মনে কিজানি কাৰোবাক কিবা কৈ গৈ আছে। দেখাত কাৰো প্ৰতি খং কৰা যেন লগা নাই কিন্তু মনত শান্তি পোৱা নাই যেন লাগে।

হৰিন্দৰ ঘৰলৈ নগ'ল। চিধা বেঙ্ক পালেগৈ আৰু নিজৰ নামত এটা হিচাপ খুলি ত্ৰিশ হেজাৰ টকা জমা দিলে।

হৰদিত্ত সিংহ ঘৰ পাই বহীটো দয়ালোক আলমাৰিত থবলৈ দিলে। নিজে মনে মনে কোঠাত সোমাই বিচনাত কাতি হৈ পৰিলগৈ। দয়ালোৱে বহীটো আলমাৰিত ভৰাই থৈ নিজৰ কাম-বনত লাগিল গৈ। ৰুটি কৰি থৈছিলেই। লগুৱাটো ৰুটি খাই

কামলৈ গ'ল। তেওঁ নিজেও ৰুটি খালে। হৰিন্দৰ আৰু দেউতাকেহে খাবলৈ আছে। তেওঁ ৰুটি সেকাৰ উপক্ৰম কৰিছিলহে তেনেতে যেতিয়া পুৱাবেলা মল্লণৰ জোঁৱায়েকহঁত আহি বাতৰি দি হৰদিত্তক বহী লৈ ৰমেশৰ দোকানলৈ মাতিলে, হৰদিত্ত-হৰিন্দৰ বহী লৈ ওলাই গ'ল। হৰিন্দৰ আগতে গাৰলৈ ওলাই গৈছিল। তেওঁ এতিয়াও ঘৰ পোৱাহি নাই।

দয়ালোৱে ঘৰুৱা কামৰপৰা আজৰি হৈ খন্তেক চিন্তা কৰিলে। ইমান পৰ হ'ল, বাপেক পুতেকে দেখোন ৰুটি খাই ল'ব পাৰিলহেঁতেন। পুতেক জানিবা আহি পোৱা নাই, তেওঁতো পালেহি আৰু কোঠাটোলৈ গৈ শুই আছেগৈ। ৰুটি খাওক আৰু পথাৰলৈ যাওক।

দয়ালো কোঠালৈ সোমাল। ক'লে ৰুটিৰ থালখন দিওঁহি নেকি?

তেওঁ ক'লে, "নেলাগে।"

"মই কৈছিলো নহয়, নুশুনিলে হ'বলা! ৰুটি খাই যাব পাৰিলহেঁতেন। ইয়ালৈকে আনিম নেকি?" তেওঁৰ পুনৰ ক'লে।

তেওঁ অশান্ত মনেৰে উঠি বিচনাত বহিল। এখন হাতেৰে তেওঁ বাৰডালত ধৰি থাকিল। আনখন হাতৰ আঙুলিৰে তেওঁ ডাঢ়ি খজুৱাবলৈ ধৰিলে। কি জানি কি ক'ব খুজিছিল। দয়ালোৱে একেথৰে তেওঁৰ ফালে চাই ৰ'ল। তেওঁ হুংকাৰ শুনিবলৈকে থিয় দি আছিল। অলপ পৰৰ পিছত হৰদিত্ত সিংহই মুখ লৰালে, "লৈ আহা, দুকামোৰমান মুখত ভৰাই লওঁ।"

দয়ালোৱে ৰুটিৰ থালখন সজাই শোৱাকোঠালৈকে লৈ আহিলগৈ। চাৰিখন ৰুটি, বাটিত দৈ আৰু দৈত মাখন, লগতে টেঙা লাচিৰ গিলাচটো। থালত কটা পিয়াঁজ আৰু আমৰ আচাৰ এচকল। হৰদিত্ত সিংহই থালখন খাটৰ ওপৰতে তুলি ল'লে। লাচিৰ গিলাচটো খাটিয়াৰ ৰছীৰ ফাকত ভৰাই ল'লে। ৰুটিৰফালে অকণমান পৰ চাই থাকি এখন তুলি, ছিঙি দৈ বাটিত ভৰাই মাখন মিহলাবলৈ ধৰিলে। সানখাই থকা টুকুৰা মুখত ভৰালে, লগতে লাচি এঢোক পীখালে। খাওঁতে এনে দেখা গ'ল যেন তেওঁ ৰুটিৰ মোকোৰাটো কথমপিহে পেটলৈ পঠাব পাৰিছে! এখন ৰুটি খাওঁতে বহুপৰ লাগিল। সৰু এচকল পিয়াজ মুখত ভৰালে। আচাৰ নুচুলেই। দৈৰ বাটিত দোঢোক মাৰিলে আৰু আধা গিলাচ লাচি। খাই থালখন মেজৰ ওপৰত তুলিলে। দয়ালোক মাত দিলে। যেনে আছে তেনে পুনৰ খাটত বাগৰ দিলে আৰু ছাদখনৰ ফালে চাই থাকিল। দয়ালো ৰুটি এখন আৰু এঘটি পানী হাতত লৈ আহিছিল।

ৰুটিৰ থালখন মেজত থৈ দিয়া দেখি ক'লে, "মই আৰু আনিছিলোহে, এয়া কি? আপুনি দেখোন আগৰ খিনিকে নেখালে। একোয়ে নেখালে। কি হ'ল আপোনাৰ? এনেকৈ নমতা-নোবোলাকৈ শুই আছে কিয়?"

তেওঁ উঠি বহিল। দয়ালোৰ ফালে হাত এখন আগবঢ়াই ক'লে, "বচ, হাত ধুৱাই

দিয়া। আজি ভোকটো মৰি গ'ল। কলিজাটোৱে আৰু এখন ৰুটি সহ্য কৰিব নোৱাৰা হৈ পৰিছে। খাবৰ মন যোৱা নাই।"

"কথা কি বতৰা কি?" দয়ালোৰ চিন্তা লাগিল। হাতৰ ৰুটি থালত থৈ হাত ধুওৱালে।"

হাত ধুই কুল-কুলি কৰি তেওঁ ক'লে "কথা একো নহয়। এনেয়েই বচ..."

"খাওঁতে কিবা অসুবিধা পালে হ'বলা, কেতিয়াবা এনেকুৱা হয়েই।"

"অঁ, হয় কেতিয়াবা।" হৰদিত্ত সিংহই কৈ এটা দীঘল উশাহ ল'লে। তাৰ পিছত তেওঁ পুনৰ কাতি হ'ল।

দয়ালোৱে থালখন তুলিলৈ ৰান্ধনী-শাললৈ গ'ল। তাৰ পিছত লাচি এগিলাচ লৈ হৰদিত্তই এৰা ৰুটিকে খাবলৈ ল'লে। ভাবিলে—এনেয়ে পেলাই দিওঁ কেনেকৈ! ৰুটি খাই থাকি হৰিন্দৰৰ বিষয়ে ভাবিলে, "ইমান সময় হ'ল অহা নাই কিয়?"

হৰিন্দৰ আহিল আৰু ৰুটিৰ কাৰণে হুলস্থূল লগাই দিলে। দয়ালোৱে চৌকা বাচন সামৰি আটালে। চৌকাত গোবৰফুটি জ্বলি আছিল। বাটিত মাখন দি কৰচলিৰে দুই কৰচলি দৈ দি থালত ৰুটিলৈ আহিল। বাৰাণ্ডাতে ৰুটি খাই থাকি হৰিন্দৰে মল্লণৰ জোঁৱায়েকহঁতৰ কথা ক'বলৈ ধৰিলে। মাজে মাজে হাঁহি, জোঁৱায়েকহঁতক গালিও পাৰে। দয়ালোৱে মনে মনে থাকি পুতেকৰ কথা শুনি ৰ'ল। নেহাঁহিলেও আৰু পুতেকক একো নুসুধিলেও। হৰিন্দৰৰ কথা শেষ হ'লত অন্তত দয়ালোৰ মুখ মুকলি হ'ল। ক'লে, সময়ত আহি ৰুটি খাবলৈ লচোন। য'ত বহিবি, ব'হিয়েই থাকিবি; এনেকৈ ঘৰ চলাব পাৰিবিনে? তোলৈ বাট চাই এঘণ্টা ডেৰঘণ্টা বহি থাকিব লাগে কিয়? বিয়া পাতি ল। পৰৰ জীয়াৰী আহিহে তোক চিধা কৰিব পাৰিব।"

"মই পৰৰ জীয়াৰীক প্ৰথমে চিধা কৰিহে ঘৰ সুমুৱামহি। তেতিয়া তুমি কি কৰিবা, মা?" মাকৰ গহীন-সুৰদী বুজনিৰ উত্তৰ তেওঁ হাঁহি-চুপতিৰে দিলে।

"আৰু আমাৰ হাক-বচন মানি তইতো কাম নকৰ!"

"বচ, কিটোনো হ'ল! এতিয়া যাওঁ, চাবা চিধা পথাৰলৈকে যাম। কামতো কৰি আছোৱেই। কিবা বেয়া কৰিছো নেকি! কেনেকৈ চিধা হ'ব লাগেনো?"

"তই এতিয়া সকলো ফালেই চিধা হৈ আছ। মাত্ৰ এটা কথাহে বাকী আছেগৈ—বিয়া। পাতি ল তাকো।" মাকে মিনতিৰ সুৰত পোন কথা ক'লে।

তেওঁ আকৌ হাঁহি দিলে। "সেইটো এটা কথা হ'লনে, মা? বিয়া এতিয়াই দৰ্কাৰ হ'ল নেকি? মই বুঢ়াই হ'লোনেকি? কৰি পেলাম বিয়া, কি কথাটোনো। তোমাক তাৰ আগতে মৰিবলৈ নিদিওঁ বাৰু। এনে কাজী বোৱাৰী আনি দিম যে..."

দয়ালোৰ পুতেকৰ ওপৰত খং উঠিল। তেওঁ কোনো কথাতে হাৰ মানিব নোখোজে।

তাৰ পিছত হৰিন্দৰে ৰুটি খাই হাত ধুলে। সুধিলে, "হালোৱাটো কেতিয়া গ'ল পথাৰলৈ? ঘৰলৈ কেতিয়া আহিছিল বাৰু?"

দয়ালোৱে চাদৰৰ আগটো মোটোকাইলৈ নাক মুচিলে। গেৰগেৰীয়া মাতেৰে ক'লে, "সি কেতিয়াবাই আহিল। চাহ খায়ে গ'ল। কোৰখন লৈ গৈছে।"

'কি কৈ গৈছে সি?"

"কৈ গৈছে—মই আহিছো। হৰিন্দৰ আহিলে ক'ব। ট্ৰেক্টৰখন লৈ যাব। ট্ৰলীখনো লগাই লৈ যাবলৈ ক'ব।"

হৰিন্দৰে ট্ৰেক্টৰ ষ্টাৰ্ট দিলে। ট্ৰলীখন আগদিনাই লগাই থোৱা আছিল। খেতিৰ পথাৰলৈ চলাই লৈ গ'ল। দয়ালোৱে পুতেকক যোৱা বহুপৰ চাই ৰ'ল। ট্ৰেক্টৰৰ মাত নুশুনা হ'লত তেওঁ কোঠাৰ ভিতৰলৈ হৰদিত্তৰ কাষলৈ আহিল। তেওঁ শুই আছিল যদিও চকুমেলি চাৰি বেৰত চকুদি আছিল। দয়ালোক দেখি তেওঁ ভাগৰ লাগি উঠাৰ দৰে উঠি থিয় হ'ল। ভৰিত জোতাযোৰ ভৰালে। পাগুৰীটো খুলি চুলিকোছা দুনাই বান্ধিলে। নিজৰ পাগুৰীটো হাতত লৈ যেনে আছে তেনেকৈ আঁঠুৰ ওপৰত ৰাখিলে। তাৰ পিছত দয়ালোলৈ চালে। যেন কিবা কব খুজিছে। যেন তেওঁৰ মুখৰপৰা কথা ওলাব খোজা নাই। তেওঁ ভাবি পোৱা নাই যে কি কথা পাতিব। দয়ালোৱেও তেওঁক কিবা কওঁ বুলি আহিছিল, কিন্তু একো ক'বপৰা নাই। ক'বনো কি? কিনো নতুন কথা ক'বলৈ আছে? এনে ধৰণৰ কথা যোৱা কিদিনত হৰিন্দৰৰ লগত পাতিছেই, কিন্তু সি কোনো প্ৰকাৰে মান্তি হোৱা নাই। হাঁহি-ধেমালি কৰি কথা উৰুৱাই দিয়ে। আজিৰ দৰে। হৰদিত্ত সিংহৰ নতুনকৈ উঠা খংটোৰ বিষয়ে দয়ালোৱে একো নেজানে।

শেষত হৰদিত্ত সিংহয়ে মুখ খুলিলে। ক'লে "চাহ এটোপাকে কৰাগৈ। খাইলৈ এফালে ওলাই যাওঁ। এনেয়ে বহি বহি কিবাখন লাগিছে।"

"কৰোঁগৈ বাৰু।" কথাষাৰকৈ দয়ালো বহাকোঠাৰপৰা ওলাল। হৰদিত্তই লাহে লাহে পাগুৰী বান্ধিবলৈ ল'লে।

## ১৭

চেপ্তেম্বৰ-অক্টোবৰৰ সময়। দশহৰা অলপ আগতে পাৰহৈ গৈছে। আধাৰাতিৰ পিছত ঠাণ্ডা পৰে। কোনো কোনোৱে ছাদৰ তলত শুবলৈ লৈছে। মুকলিত শোৱাসকলে ডাঠ কাপোৰ লৈহে শোৱে। হৰদিত্ত আৰু দয়ালোৱে ৰান্ধনী-শালৰ ওচৰৰ বাৰাণ্ডাত শোৱে। হৰিন্দৰ বৈঠকখানাত শোৱে—আগৰ দৰে, জাৰেই হওক বা জহেই হওক। গৰম দিনত বৈঠকখানাৰ ফেনখন ওৰে ৰাতি চলি থাকে। তেওঁ ৰাতি কিবা কিবি পঢ়িলৈহে শোৱাৰ অভ্যাস। বৈঠকখানাত পঢ়িবলৈ ভাল। পোহৰৰ ভাল ব্যৱস্থা আছে। তেওঁ অকলে থাকে। আৰামেৰে পঢ়ে। বাহিৰৰপৰা একো বাধা নেপায়।

সেই ৰাতি ৰুটি-টুটি খাই, কাম-বন কৰি দয়ালো শুইছিলগৈ। হৰদিত্তই গোহালিত গৰু মহ কিজনীক দানা পানী দি খাটিয়াত উঠিলগৈ। হৰিন্দৰেও বিচনাত কিলাকুটিৰ ভৰত কাতিহৈ শুই কিবা কিতাপ পঢ়ি আছিল। পিছফালৰ বেৰত টিউব লাইটটো জ্বলি আছিল। ফেনখন এক নম্বৰত চলি আছিল। কিতাপখনৰ বহুখিনি পৃষ্ঠা পঢ়ি পেলাইছে। হামিও আহিছে, তেওঁ পৰিচ্ছেদটো সম্পূৰ্ণ কৰি শোৱাৰ কথা ভাবিলে। সেই সময়তে ঘৰৰ আগৰ লোহাৰ গেটখনত খট্‌খট শব্দ শুনিবলৈ পালে। এইবাৰ শব্দটো ডাঙৰকৈ শুনা গ'ল। হৰিন্দৰ ঘপহকৈ বিচনাৰপৰা উঠিল আৰু বৈঠকখানাৰ বাহিৰৰফালে আহি গেট খুলিবলৈ ল'লে। বাহিৰত নেজানো কিমান লোক থিয়হৈ আছে—সৰু সৰুকৈ কথা পাতি—টিপাটিপিকৈ হাঁহি আছে। হৰিন্দৰে কাৰোবাক চিনোচিনো যেন লাগিল। গেট খুলি বাহিৰলৈ চালে, দেখিলে—দুটা ছাঁ তেওঁৰ কাষ চাপি আহিছে। হৰিন্দৰে মাত দিলে, "কোন"? "যি ভাবা সিয়ে" আহোঁতা পোনেই বৈঠকখানাৰ ফালে যাবলৈ ধৰিলে, যেন আগতে আহিগৈ থকা লোক। গেটৰ চিটকিনি লগোৱাৰ আগতে মানুহকিজন তেওঁ লাইটৰ পোহৰত চিনি ল'ব খুজিলে। তেওঁলোক দুজন। ভালদৰেই চিনাকীলোক। এজন হ'ল অজমেৰ ঢালিৱাল—পাটিয়ালা ইউনিভাৰচিটিৰপৰা ফিজিক্সত এম.এচ.চি. পাছ কৰি আছে। আনজন ৰামদাস, বি.এ. পাছ কৰি আৰু নপঢ়িলে। এওঁ সেইজন ৰামদ'স যিজনে বলাকাৰৰ লগৰ সহপাঠী আছিল, আৰু ভাটিণ্ডাত পঢ়িছিল। দুৰ্গৰ কাষৰ ঘৰটোত বলাকাৰৰ লগত একেলগে আছিল। ৰামদাস ভূন্দৰৰ আৰু অজমেৰ হ'ল দীনাকাঙ্গৰৰ কোনোবা গাঁৱৰ। ঘূৰি ফুৰোতে হৰিন্দৰৰ লগত চিনাকী হ'ল। পাৰ্টীত স্কুলত কেইবাবাৰো লগ পাইছে। তেওঁলোকৰ লগত হৰিন্দৰৰ চকুৰে চকুৰে পৰাত তিনিও হাঁহিবলৈ ধৰিলে। হাত মিলালে। হৰিন্দৰে ক'লে, "মই আহিছো।" তোমালোক বঁহা। মই গেটখন বন্ধ কৰি আহোঁগে।"

হৰিন্দৰ ঘূৰি পালেহি, অজমেৰে ক'লে, "প্ৰথমে কৈ দিছো হ'লে ৰুটি খুৱাব লাগিব, ভোক লাগি আহিছে।"

"কোনো কথা নাই ৰুটিহে যাব, বাৰু। তোমালোক ঠিকমতে বহি লোৱাচোন," হৰিন্দৰে ক'লে।

"আৰু এটা কথাও আছে। যদি অলপ গৰম পানী পাওঁ ভাল হয়। ভৰি বিষাই আহিছে। ভৰি কিটাও ধুই লওঁ, বন্ধু।" ৰামদাসে ক'লে।

"গৰম পানীও হ'ব বাৰু। আৰু কোৱা?"

"ৰুটিৰ পিছত চাহো খুৱাবা। তুমিতো জানাই, মই চাহপালে খায়ে থাকো।" অজমেৰে কৈ হাঁহিলে।

"আমি খাই-বৈ শুবলৈ লৈছিলো। ৰুটি নতুনকৈ কৰিব লাগিব। মাক জগাই দিওঁগৈ। ৰুটিলৈ দেৰী হ'ব। প্ৰথমে চাহকে কৰামনেকি?"

"অঁ, ঠিক হ'ব। প্ৰথমে চাহকে অনোৱা। পানীও গৰম কৰা হ'ব, চাহো হ'ব।

হাত ভৰি ধুই আৰামেৰে খাটত বহি ল'ম।" ৰামদাসে ক'লে।

হৰিন্দৰ মাকৰ বিচনাৰ কাষলৈ গ'ল আৰু লাহেকৈ জগাই দিলে। মাক উঠি থিয় হ'ল আৰু হৰিন্দৰৰ পিছে পিছে ৰান্ধনী-শালালৈ আহিল। হৰিন্দৰে পাকঘৰৰ লাইটটো জ্বলাই দিলে। মাকৰ কাণৰ কাষলৈ মুখখন নি ফুচফুচাই কৈ জনালে যে দুজন আলহী ওলাইছেহি, আঠ নখনমান ৰুটি কৰিব লাগিব। আলু আছে নহয়। উতলাই ভাজী এখনো কৰিবা, জুলীয়াকৈ। পিয়াঁজ আৰু আমৰ আচাৰতো আছেই। ঠিক আছে, নহয় জানো?"

"কোন ওলালহিনো, এই সময়ত?" মাকে সুধিলে।

"মোৰ দুজন বন্ধু।"

"এইটোনো অহা সময়নে? অহিব খুজিছিল যদি সময়ত আহিব লাগিছিল।"

"এতিয়া আহিল, পিছে কি হ'ল। ঘৰুৱা কথা, ঘৰখন আছে যেতিয়া, মন যেতিয়াই যায় তেতিয়াই আহিব পাৰে।"

"নিজৰ জনী আনিলৈ জগাবি—মাজৰাতি-ৰাতি। মই তোৰ বন্ধুৰ কাৰণে এতিয়া ৰুটি-চুটি কৰিব নোৱাৰো। এই সময়ত অহাকিটানো কোন অ'?" মাকে চৌকাত গোবৰ ফুটি ভৰাই, কেৰাচিন বাকি জুই জ্বলালে।

"বাৰু পুৱাই গালি কি পাৰা পাৰিবা। এতিয়া বৰকৈ নেমাতিবা। দেউতাই শুনি উঠক আৰু এঘণ্টামান ভোৰভোৰণি তোলক। প্ৰথমে চাহ দুগিলাচ কৰি দিয়া। মই টেঙ্কীটোৰপৰা পানীলৈ আহোঁগৈ। চাহৰ পিছতে পানী গৰম কৰিব লাগিব।" হৰিন্দৰে বাল্টিলৈ টেঙ্কীৰ কাষলৈ গ'ল। মাকে চাহৰ কেট্‌লিটো চৌকাত তুলি দিলে।

হৰিন্দৰে দুয়ো বন্ধুকে চাহ খুৱাই আহে মানে চৌকাত পানী গৰম হ'ল। কাঠৰ ছলিৰ টান জুইত পানী খন্তেকতে উতলিল। বাল্টীত পানীবাকি কোঠাত সোমালহি, লগত টাৱেল এখনো আনিলে। তাৰ পিছত এবাল্টী চেঁচা পানীও আনিলে।

দুয়ো হাত ভৰি ধুলে। হৰিন্দৰে তেওঁলোকৰ বিচনা পাৰি দিলে। দুয়ো নিজৰ-নিজৰ বিচনাত উঠিলগৈ। হৰিন্দৰৰ খা-খবৰ ল'লে। আধা-আধিকৈ দুয়ো কথা পাতি থাকিল। ৰামদাসে কোৱাৰ পিছত অজমেৰে কয় আৰু তাৰ পিছত হৰিন্দৰে।

দয়ালোৱে কেৰাহীখনত দুটা আলু দি পানী দিলে আৰু চৌকাত তুলি দিলে। জুই চোকা হৈয়ে আছিল। তেওঁ খৰিকিছটা চিমটাৰে খুছি-খুছৰি আগবঢ়াই দিলে। থাল খনত আটা সানি মাৰিবলৈ ল'লে। আটাৰ লডাটোত বাটিৰপৰা নিমখ জলকীয়া, মচলা দি গুটি কৰি থপথপাই ৰুটি কৰিলে। এটা পিয়াঁজ চকলিয়াই কাটিলে। তৰাহীত উতলোৱা আলুদুটা উলিয়াই কেৰাহীখন ধুই চফা কৰি আকৌ চৌকাত তুলিলে। এক কৰচলি ঘিউ দি পিঁয়াজখিনি দিলে। তেল পকিলত জলকীয়া মচলা দি লৰালে। আলু ঠাণ্ডা পানীত থৈ দিছিল। মচলাখিনি মৰ্মৰীয়া হ'লত চকল কৰা আলুখিনি বাকি দিলে। অলপ পানী দিলে, হেঁতা ল'ৰাই জুইকুৰা আৰু জ্বলাই দিলে।

হৰিন্দৰে ৰান্ধনী-শাললৈ পাক মাৰিবলৈ আহিল। মাকে ৰুটি তপতাই আছে। তেওঁ দুটা পিয়াঁজ কাটিলে। দুচকল আমৰ আচাৰো বৈয়ামৰপৰা উলিয়াই ল'লে। দেশী ঘিউৰে বনোৱা আলুৰ তৰকাৰীখন দুটা বাটিত ভৰালে, ওপৰত অলপ সৰহকৈ মাখনো দিলে। গৰম তৰকাৰীত মাখনখিনি গ'লি গ'ল। একেখন থালতে ৰুটিখিনি আৰু বাটি দুটা থ'লে। আচাৰ আৰু পিয়াঁজো থ'লে। থালখন তুলি তেওঁ বৈঠকখানালৈ আহিল। দ্বিতীয়বাৰ গৈ দুগিলাচ পানী লৈ আহিলগৈ, ৰুটিও কেইখনমান লৈ আহিল। গৰম ৰুটিৰ লগত আলুৰ তৰকাৰীখন জুতি লাগি পৰিছিল।

চেনী, চাহ আৰু গাখীৰৰ ঘটিটো হৰিন্দৰে বৈঠকখানালৈকে লৈ আহিল। সৰু বটুৱা এটা আৰু তিনিটা গিলাচো। কোঠাত 'হিটাৰ' লগোৱা আছিল। এই হিটাৰটো পুষ্পিন্দৰে কিনিছিল। পঢ়ি থাকোঁতে মন গ'লে চাহ কৰি খাইছিল। এতিয়া হৰিন্দৰেও তাকে কৰে। তেওঁ ক'লে, "এয়া চোৱা, সকলো আহিলা পাতি উঠাই লৈ আহিছো মই। নিজে কৰি ল'ম চাহ। যিমান বাৰ মন যায় খাই থাকিবা।"

ৰামদাসে ক'লে, "অলপ বাহিৰত ফুৰি নাহানে?"

'ইমান সময় ফুৰি-চাকি হেপাহ নপলালে নেকি, উৎপতীয়া! ভৰি চুচৰি পৰিব ধৰিছিল বিষত, তোমাৰ আকৌ ফুৰিবলৈ বাকী থাকিল, নহয়?" অজমেৰে হাঁহি ক'লে।

"এ, নহয়হে, ফুৰিবলৈ যোৱা কথা কোৱা নাই, বন্ধু। নোযোৱা যদি মই অকলেগৈ আহোঁগৈ" ৰামদাসে ক'লে।

"অ' মই এওঁৰ কথা বুজি পালো। ইয়াত ভিতৰতে ক'ৰবাত আছে নহয়।" অজমেৰে বুজি-বাজি ক'লে।

"বাহিৰ ফালেও আছে, বন্ধু। ব'লা উঠা, এতিয়া ঘূৰি আহিম। দূৰলৈ যাব নেলাগে।" তাৰ পিছত ৰামদাসে হৰিন্দৰক ক'লে, "তেনেহ'লে পানীৰ ঘটী এটা ভৰাই আনা, বন্ধু মোৰ কাৰণে।" তেওঁলোকে বাহিৰ ফুৰি ঘৰমুৱা হ'ল। দূৰৰ গাঁৱৰ ঢোলোক আৰু মঞ্জিৰাৰ ধ্বনি আহি কাণত পৰিলহি। মানুহৰ উচ্চস্বৰো শুনিবলৈ পালে। অজমেৰে ক'লে, "ভাই ইমান ৰাতি তোমালোকৰ গাঁৱত কীৰ্ত্তন কৰাৰ কিবা কাৰণ আছেনেকি? কি হৈছে তাত?"

হৰিন্দৰ ৰ'ল আৰু কাণ দি শুনিলে। পিছত ক'লে, "ঠিকেই, চমাৰৰ ঘৰলৈ ভকতৰ দল আহিছে। ভকতসকলে ৰাতি সমাজ পাতি ভূত খেদায়। তেনে লাগিছে।"

"আচ্ছা, এই অন্ধবিশ্বাস তেনেহ'লে তোমালোকৰ গাঁৱতো আছে!" ৰামদাসে ক'লে।

"এইটো নোসোধা কিয় যে কোন গাঁৱত নাই!" অজমেৰে লোহাৰ গেটখন পাৰহৈ ক'লে। আৰু ক'লে, "এই কাৰণেইতো চালা ইনকিলাব অহা নাই। সাধাৰণ লোকসকলে এই ভ্ৰমধাৰণা লৈ ভূত-প্ৰেত, দেবী-দেৱতা আৰু অদৃশ্য শক্তিবোৰৰ

ভয়ত মজি থাকে। ভোকৰ ৰুটি টুকুৰাৰ কথা কমকৈ কয়। মানুহবিলাকৰ বিবেকৰ এই জালখন আঁতৰোৱা দৰ্কাৰ।”

“জমিদাৰগিৰিৰ এইটো হকৰ কথা। দেশৰ শাসনৰ নামত মৌজ কৰিবতো লাগে। নহ’লে গাদী হেৰাব। মানুহখিনিলৈ চোৱা ভূত-প্ৰেত খেদাত লাগিছে। ই ওলোটা পাক নহয় জানো?” হৰিন্দৰে ক’লে।

খাটখনত বহিলৈ অজমেৰে কথা আৰম্ভও কৰিলে, “বন্ধু লঙ্কাৰ এজন লোক আছিল, নাম ড. আব্ৰাহাম কোভূৰ। তেওঁ এখন কিতাপ লিখিছে। ইংৰাজীত—“বি গন গড মেন”। ভাই, তেওঁ দুৱাৰ মুকলি কৰি দিছে দেই। এই কিতাপখনত ভূত-প্ৰেত, দেৱী-দেৱতা, দৈব শক্তিবোৰৰ আৰু অদ্ভুত মানবীয় চমৎকাৰৰ কাজিয়াখন উৰুৱাই দিছে। মই পঢ়িছো। এই কিতাপখনত ড. কোভূৰৰ পৰিচয় দি বম্বাইৰ হৰিহৰণ পুঞ্জাৰে এটা কথা খুব পৰিষ্কাৰ কৰি লিখিছে। তেওঁ লিখিছে, “ভ্ৰান্ত ধাৰণাৰ এই যুঁজখনক সৰ্বহাৰাৰ মুক্তিৰ কাৰণে সাংসাৰিক হৈয়ো বিজয়ী হ’ব পাৰি। পাষণ্ডামী সৃষ্টি কৰা সামাজিক স্থিতিক খতম কৰিলেহে এই পাষণ্ডীহঁতৰপৰা বাচি থাকিবপৰা হ’ব।” মোৰ কোৱাৰ উদ্দেশ্য হ’ল—আমি বিদ্যমান সামাজিক অৱস্থাটোৰ পৰিৱৰ্তন সাধিবলৈ হ’লে, আন অৰ্থত সৰ্বহাৰাক মুক্তি দিবলৈ হ’লে যিখন যুঁজত নামিব লাগিব সেইখন যুদ্ধত জয়ী হ’লে এই পাষণ্ডামী, ভূতপ্ৰেতৰ ভয়, চমৎকাৰিতা প্ৰদৰ্শন নিজে নিজে লোপ পাই যাব। এই যুদ্ধৰ কাৰণে দুয়ো পক্ষৰদ্বাৰা যুঁজ দিওৱা উচিত। ৰাজনৈতিক আৰু সামাজিক। সামাজিক স্তৰৰ যুঁজৰ কাৰণে ড. কোভূৰৰ কিতাপখন বৰ সহায়ক হ’ব। এই কিতাপখন পাঞ্জাবীলৈ অনুবাদ কৰি প্ৰতিজন শিক্ষিতলোকৰ হাতত দি দিয়া বৰ দৰ্কাৰী কথা। চোৱা, এই কাম কোনে কৰিব পাৰে।”

তাৰ পিছতো অজমেৰ ধালীৱালাই ড. কোভূৰৰ আৰু বহুত কথা শুনালে। ৰামদাস আৰু হৰিন্দৰে মাত্ৰ হুঁ-হুঁ কৰি শলাগি থাকিল। হৰিন্দৰৰ মনত আনন্দ যে তেওঁ পদ্মাৰ মুখত ড. কোভূৰৰ বিষয়ে আগতে ভালেমান কথা শুনি থৈছিল আৰু তেওঁৰ প্ৰতি প্ৰভাৱিতও হৈছিল। কিন্তু এতিয়া তেওঁ অজমেৰৰ কথাখিনি এনে ধৰণে শুনি আছিল যেন শুনি শুনি হাইৰাণ হৈহে পৰিছে। নিজৰ কথা শেষ কৰি অজমেৰে ক’লে, “ভাই হৰিন্দৰ এতিয়া চাহ খুৱাই দিয়া। অলপকৈ দিলেই হ’ব, কিন্তু চাহ টোপা কাৰা হ’ব লাগিব দেই।”

হৰিন্দৰে ষ্টোভ জ্বলালে আৰু পানী তুলি দিলে।

ৰামদাসে ক’লে, “অজমেৰ, মই এটা কথা ক’ব খুজিছো—ভাই, এই ভ্ৰম আৰু চমৎকাৰিতাৰ শীৰ্ষত ধৰ্মৰ চকৰিটোও ঘূৰি আছে, ই মানৱৰ কাৰণে সাংঘাতিক বেমাৰ। ধৰ্মবিশ্বাসৰ যক্ষ্মাৰোগে মানুহক উঠিবলৈ নিদিয়ে।”

“হয়, এইটোতো হয়েই। কিন্তু বুনিয়াদী হিচাপে সংসাৰৰ কোনো ধৰ্মই ইটোৱে সিটোৰ লগত যুঁজিবলৈ দিয়া নাই। প্ৰতিটো ধৰ্মই কৈছে পৰমাত্মা এক। সমস্ত সৃষ্টি

তেৱেঁ স্ৰজিছে। সকলো মানুহ ভাই-ককাই। কিন্তু বিকাৰ সৃষ্টি হ'ল ক'ত? যেতিয়া ধৰ্মত সাম্প্ৰদায়িকতাই স্থান পালে। সাম্প্ৰদায়িকতাৰ মূল হ'ল গাদীৰ মোহ। ৰাজ-সত্তা লাভ কৰিবলৈ ধৰ্মধাৰী আগৰণুৱাসকলক সাম্প্ৰদায়িক নিচা খুওৱা হয়।"

ৰামদাসে ক'লে, "জমিদাৰীৰ কাৰণে মানুহৰ মাজত সাম্প্ৰদায়িকতা বিয়পোৱা, কাজিয়া লগোৱা, মানুহক ধাৰ্মিক পাষণ্ডামীৰে আবদ্ধ ৰখা, নিজৰ প্ৰভূসত্ত্বা স্থিৰেৰে ৰখাৰ সহজ উপায়। সাধাৰণলোক এই জালত পৰে। যুঁজ-বাগৰ কৰে। মহাজনী গাদী স্থিৰ হৈ পৰে। অথবা প্ৰচাৰ কৰা হয় যে উচ্চ-নীচ সকলো পৰমাত্মাৰ ইচ্ছানুযায়ী সৃষ্টি হৈছে বা ই কৰ্মৰ ফল। ঈশ্বৰত বিশ্বাসে মানুহক মাটিৰ পুতলা কৰি পেলাইছে।"

তিনিওটা গিলাচত চাহ বাকি হৰিন্দৰ অজমেৰৰ বিচনাত বহিল। অজমেৰে ক'লে, "চাওঁ দিয়া ভাই, গিলাচ এটা।"

হৰিন্দৰে ক'লে, "গৰম, খাব নোৱাৰিবা। দিওঁ বাৰু, তোমালোকে কথা পাতি থাকা।"

অজমেৰে বুজালে, "এইটো হ'ল বিজ্ঞানৰ যুগ। মানুহে প্ৰকৃতিৰ ৰহস্য জানিবৰ কাৰণে চেষ্টা চলাইছে। ঈশ্বৰ বা কোনো ধৰ্মৰ এতিয়া আৱশ্যক নোহোৱাত পৰিছে। যেতিয়া মানুহে প্ৰকৃতিৰ ব্যৱহাৰক চমৎকাৰ বুলি ভাবি আছিল তেতিয়া ধৰ্ম, ঈশ্বৰ এই বিলাকৰ ওপৰত বিশ্বাস কৰিছিল। বিজুলি, গাজনি, মেঘৰ আৱৰণ, ধুমুহা, জাৰ-জহ, পাহাৰ-সমুদ্ৰ, এইবিলাক দেখি দেখি মানুহ হাইৰাণ হৈ পৰিছিল। মানুহে নিজৰ কল্পনাৰে এই সমস্ত ব্ৰহ্মাণ্ডৰ এজন সৃষ্টিকৰ্ত্তা আছে বুলি ধাৰণা কৰি ল'লে। তাত তেওঁলোকৰ বিশ্বাস জন্মিল। হত্যাকাৰী জীৱ-জন্তু, ভয়ানক বেমাৰ, সংকীৰ্ণতা-কঠোৰতা আৰু সকলো প্ৰকাৰৰ ভয়ৰপৰা বাচিবৰ কাৰণে তেওঁলোকৰ একমাত্ৰ সহায়কৰূপে কাল্পনিক ঈশ্বৰৰ সৃষ্টি হ'ল। পৰীক্ষাৰ মুহূৰ্ত উপস্থিত হ'লেই সেই ঈশ্বৰে উৎসাহ যোগায়। বেয়া কাম কৰাৰ সময়তো এই শক্তিয়ে বাধা দিয়ে। কিন্তু আজিৰ মানুহৰ আয়ত্বত সকলো প্ৰাকৃতিক ঘটনাৰ বৈজ্ঞানিক কাৰণবিলাক মজুত আছে, তেনেহ'লে ঈশ্বৰে কৰাত বিশ্বাস ৰখাৰ আৱশ্যক কি? কোনো ধৰ্মই সহায়ক হ'ব নোৱাৰে।"

"তেনেহ'লে ঈশ্বৰৰ অস্তিত্বৰ বিষয়ে মানুহক বুজুৱাটো নিতান্ত আৱশ্যক—কি কোৱা ভাই, ই একো বস্তুৱে নহয়। অনাহকতে মানুহে নিজে থিয় কৰি লোৱা এটা ভ্ৰম মাত্ৰ, আৰু একো নহয়," হৰিন্দৰে ক'লে।

ৰামদাসে ক'লে, "মানুহক প্ৰথমে এইটো বুজাই দিয়া দৰ্কাৰ যে ভাই, ভদ্ৰলোক সকল, কোনো খোদাই এই সৃষ্টিৰ জন্ম দিয়া নাই; সৃষ্টিয়ে, মানুহে, তোমালোকে নিজেহে খোদাক জন্ম দিলা। ভগৎ সিংহৰ নিজৰ প্ৰবন্ধত "মই নাস্তিক কিয়"ত লিখিছে : সমাজে যেনেকৈ মূৰ্তিপূজা আৰু ধৰ্মৰ সংকীৰ্ণ দৃষ্টি-সংকল্পৰ বিৰুদ্ধে যুঁজ দিলে সেইদৰে সমাজেও ঈশ্বৰৰ বিৰুদ্ধে যুঁজিব লাগিব।"

অজমেৰে ক'লে, "প্ৰথমে গেলিলিওৱে এই ধাৰ্মিক বিশ্বাস ভঙ্গ কৰিছিল, নহয়

জানো? কৈছিল নহয়, পৃথিবী স্থিৰ আৰু তেওঁ ক'লে নহয়, পৃথিবী ঘূৰি আছে। তাৰ পিছত্‌ চন্দ্ৰ আবিষ্কাৰৰ কথা চোৱা—এইটো কালিৰ কথা। ৰুচ আৰু আমেৰিকাই অতিৰিক্ত আবিষ্কাৰৰ কাৰণে দিন-ৰাতি কামত লাগি আছে। মই কওঁ, যেতিয়ানেকি মানুহে প্ৰকৃতিৰ সকলো ৰহস্য জানি ল'ব পাৰিব, তেতিয়া ঈশ্বৰ নামৰ কোনো বস্তু নেথাকিবগৈ। কোনো সময় আহিব—হয়তো এটা শতাব্দীও লাগিব পাৰে দুটাও লাগিব পাৰে—তেতিয়া মানুহে পঢ়ি হাঁহিব যে এসময়ত মানুহে "ঈশ্বৰত" বিশ্বাস কৰিছিল—সেইদৰে, যিদৰে আমাৰ কাৰণে কোনো "দেৱতা" বা চাৰিহাত থকা কোনো "দেবী" বা দহটা মূৰ থকা কোনো মানুহ কোনো আচৰিত বা নোহোৱা-নোপোজা বস্তুহে।

হৰিন্দৰে দুয়োকে চাহৰ গিলাচ দিলেহি আৰু তৃতীয় গিলাচ নিজৰ হাতত তুলিলৈ খাবলৈ ধৰিলে।

চাহত শোহা মাৰি অজমেৰে ক'লে, পুঁজি বাদী জমিদাৰৰ আৰু এক কৌশল চোৱা—হিন্দু হিন্দু ভাই-ভাই, সকলো শিখ ভাই-ভাই, তমাম মুচলমান ভাই-ভাই, খ্ৰীষ্টান দুখীয়াই হওক বা চহকীয়েই হওক ধাৰ্মিক স্তৰত সকলো এক। তেওঁলোকৰ কাজিয়া কিহৰ? এতিয়া এইটোও জানি লোৱা আৱশ্যক যে সমাজত বেলেগ বেলেগ শ্ৰেণীৰ, ডকাইত আৰু ডকাইতিভোগ কৰোঁতাৰ ৰাজনীতি একে হ'ব পাৰে জানো? যদিও সেইবিলাকৰ ভিতৰত প্ৰত্যেকৰ সম্বন্ধ একে ধাৰ্মিক সম্প্ৰদায়ৰে ভিতৰত পৰে, তথাপিও জানো নীতিত এক হ'ব পাৰিব? পুঁজিপতি বা জমিদাৰ, লাগিলে শিখেই হওঁক বা হিন্দু-মুচলমানেই হওক—ৰাজনীতিৰ ক্ষেত্ৰত এক। তেওঁলোক হ'ল লুট কৰোঁতা, লুটিবই—লুটি পেলোৱা কৃষক-বনুৱাহঁত লাগিলে একে সম্প্ৰদায়ৰে হওক।"

তেওঁলোকে চাহ খাই এঁতালে, তেনেতে অজমেৰে কথা বদলালে—"বাৰু ভাই কমৰেড, পুৱাই আমি উঠি যাবই লাগিব। তোমাৰ কিবা 'ফাণ্ড' আছে জানো? অলপ হ'লেও হ'ব।"

"কিয় নেথাকিব? কিমান দৰ্কাৰ?" হৰিন্দৰে সুধিলে।

"দৰ্কাৰতো...যিমান দিব পাৰা...।"

"তেনেহ'লে দহবজালৈকে ৰ'ব লাগিব। ৰুটি-চুটি খাইলৈ সোনকালে যাব লাগিব, পুৱাই গৈ কি কৰিবাগৈ? লগতে কামটোও হ'ব।" হৰিন্দৰে ক'লে।

ৰাতিও বহুসময় পাৰ হ'ল। অজমেৰে বিচনাত শুই ক'লে, "তেনেহ'লে কথা সেইটোহে হ'লগৈনেকি? কালিলৈ ৰামপুৰালৈ যাব লাগে। দুপৰীয়াই যাব লাগিব।"

হৰিন্দৰে লাইট নুমুৱালে। তেওঁলোকে আন্ধাৰে-মুধাৰে সৰু সুৰা দুই এটা কথাপাতি শোৱাৰ চেষ্টা কৰিলে।

পুৰা উঠিয়েই ৰামদাসে কথাৰ পাতনি মেলিলে। "দোস্ত, সমাজ গঠনত শিক্ষকসকলৰ বিশেষ হাত আছে। টিচাৰসকলে নিজৰ "ষ্টেটাচ"ৰ কাৰণে চিঞৰ-বাখৰ লগাই ফুৰে—যে সমাজত তেওঁলোকক কদৰ কৰা নহয়, তেওঁলোকক কোনেও নোপোছে। তেওঁলোকৰ বেতন কম, তেওঁলোক চৰকাৰৰ অলাগতিয়াল আহিলা। আজি-কালি হ'ল লাঠিৰ ৰাজ্য। লাঠিডাল হ'ল ঘোচ। কোৱা হয় যাৰ হাতত এইডাল লাঠি নাই তেওঁৰ ল'ৰা-ছোৱালীৰ পানীত হাঁহ নচৰা অৱস্থা। কিন্তু সেইটো কথা নহয় বন্ধু। শিক্ষকসকল আচলতে নিৰ্মাতা। মই কওঁ শুনা—আমাৰ ভূগুৰত যেতিয়া মই প্ৰাইমেৰী স্কুলত পঢ়ি আছিলো, তাত এজন শিক্ষক আছিল। তেওঁৰ নাম আছিল কৰমচান্দ, জাতত ব্ৰাহ্মণ, তেওঁৰ ঘৰ এইফালে খন্নেৰ ওচৰৰ ভড়ীত আছিল। বৰ ভদ্ৰলোক। তেওঁৰ গাত একো চেকা নাছিল। মদ যি নেখায়েই ধপাত-চুৰট; কণী-কুণা একো নেখাইছিল। তেওঁৰ ঘৰৰ গৃহিণীয়ে হ'লে ধপাত হুপিছিল। বৰ অসজা অসজা লাগিছিল। তেওঁৰ কিবা বোলে বেমাৰ আছিল। ধপাত হুপিলে বোলে বেমাৰটো টিকি থাকিব। কি জানি, কি বেমাৰ। বাৰু বাদ দিয়া, মই তেওঁৰ তলত তিনি বছৰ পঢ়িছিলো। তিনি বছৰত তেওঁ মোক নাস্তিক কৰি তুলিলে।"

"তোমাৰ 'ক' শ্ৰেণীৰপৰা প্ৰথম দ্বিতীয় শ্ৰেণী পৰ্য্যন্ত জ্ঞানেই বা হৈছিল কিমান? তুমি মাষ্টৰৰ কথাবিলাক বুজি পাইছিলা জানো?" হৰিন্দৰে সুধিলে।

ৰামদাসে হাঁহিলে। ক'লে, "তাকো কওঁ শুনা। মোৰ তেতিয়া বয়স ন বছৰ। দ্বিতীয় শ্ৰেণীত পাইছোগৈ। তেৰ-চৌধ্য বছৰৰ ল'ৰাইহে সকলো কথা বুজিলহেঁতেন।" ৰামদাসে কৈ গ'ল—"বাৰু, তেওঁ আমাক বুজালে যে যেনেকৈ আমি এটা গছৰ পুলি ৰুই লওঁ আৰু পুলিটো ডাঙৰ হৈ এজোপা গছ হয়, সেই গছজোপাই যিমান দিন পৃথিৱীৰপৰা আহাৰ পাই থাকে, জী থাকে; যদি আহাৰ পোৱা বন্ধ হৈ পৰে শুকাই মৰি যায়। ক'তো নৰক নাই, ক'তো স্বৰ্গ নাই। ইয়াতেই সকলো আছে। আত্মা বুলি একো নাই; আমাৰ আন্তৰিক মনটোৱে হ'ল আমাৰ আত্মা। শৰীৰ শেষ হ'লেই ইও শেষ হৈ যায়। মানুহৰ আগতেওঁ ক'তো জন্ম হোৱা নাই মৰাৰ। পিছতো ক'তো জন্ম নলয়গৈ। গৰমৰ বন্ধত তেওঁ মোক নিজৰ লগত লৈ যায়। নিজৰ গাঁৱতো তেওঁ মোক এনেবিলাক কথাকে কয়। তেনেহ'লে চোৱা ভাই, আমাক সম্পূৰ্ণ 'ট্ৰেণ্ড' কৰি পেলাইছিল মাষ্টৰ চাহাবে। কিতাপত এইবিলাক কথা আমি পিছতহে পঢ়ি পালো, কলেজলৈ আহি।"

ঘটিত ৰাতিৰ গাখীৰ থৈ দিয়া আছিল। হৰিন্দৰে বহা কোঠাতে চাহ তপতালে। তিনিও চাহখালে। এতিয়াও বেলি ওলোৱা নাই। বাহিৰ ফুৰিবলৈ তিনিও পথাৰৰ ফালে ওলাই গ'ল। ঘৰলৈ ঘূৰি আহোঁতে ৰ'দ ওলাল। এজন এজনকৈ তিনিও গাধুলে। হৰিন্দৰে পুনৰ বাৰ চাহ কৰিলে।

সেইদিনা তেওঁলোক থকাত হৰিন্দৰ পথাৰলৈ নগ'ল। হালোৱা লগুৱাজন পুৱাই আহি, হৰদিত্ত সিংহৰ লগত কথা পাতি পথাৰলৈ গ'লগৈ। ঘেহুঁ সিঁচা কাম শেষ হৈছিল তেতিয়া। শেষবাৰলৈ কপাহৰ জোলা ছিঙিবলৈ বাকি আছিলগৈ। পথাৰত বৰ বিশেষ কাম নাছিল। তথাপিতো খেতিত পাক মাৰি অহা দৰ্কাৰ। হৰদিত্তই গৰখীয়াটোক ক'লে যে তয়ো ওলা আৰু তোৰ পিছতে ময়ো ওলাইছো, ব'ল। ঘেহুঁৰ গজালি ওলাইছেনে নাই চাই আহোঁগৈ। লুধিয়ানা-ইউনিভাৰচিটিৰপৰা অনা নতুন সঁচৰ বীজ। কি ঠিকনা, কিজানি নগজেই। হৰদিত্ত সিংহ পুৱা ৰ'দ ওলোৱাতহে শুই উঠিছিল। চাহ খাই শৌচ কৰি আহিলগৈ। গা-ধোৱা ঘৰত গৰম পানীৰে গাও ধুলে। ল'ৰাহঁতে তেওঁতকৈ আগতে গা-পা ধুই এঁতালে। তেওঁ হৰিন্দৰক তেওঁলোকনো কোন, কৰ পৰা আহিছে, কিয় আহিছে একো নুসুধিলে। সাজি-কাচি ওলাই তেওঁ পথাৰলৈ গুছি গ'লগৈ। যাবৰ সময়ত তেওঁ বহা কোঠাত থকা তেওঁলোকক কেৰাহিঁকৈ চাই গ'ল। ল'ৰাহঁতেৰে চকুৰে চোৱাচুই হোৱাত দুয়োজন ল'ৰাই সংশ্ৰী আকাল জনালে। হৰদিত্ত সিংহই মুখৰ ভিতৰতে ভোৰভোৰালে আৰু মাত নিদিয়াকৈ ঘৰৰপৰা বাজ হৈ গ'ল।

দয়ালোৱে নিমখীয়া পৰাঠা ভাজিলে। লৰাহঁতে পিয়াঁজ আৰু আমৰ আচাৰৰ লগত পৰাঠা খালে, লগত মাখনো। পি খাবলৈ টেঙা লাচি। এতিয়া চাৰে ন বাজিছে। দুয়োকে বৈঠকখানাত বহুৱাই হৰিন্দৰ বেঙ্কলৈ গ'ল।

নিজৰ বন-বাৰী মাজতে এৰি দয়ালো বৈঠকখানা পালেহি। ল'ৰাহঁতৰ আঁতি-গুৰি ল'বলৈ ধৰিলে, কথাবিলাক চিনাকী মানুহৰ লগত পতাৰ দৰেই পাতিলে। তেওঁ সুধিলে, "তোমালোক কোনে কোন ফালৰপৰা আহি ওলালাহি।" তেওঁলোকেৰে দুষাৰমান কথা পাতিয়ে দয়ালোৱে উমান পালে যে দুয়ো হৰিন্দৰৰ পকা বন্ধু। বন্ধু কাৰণেইতো হৰিন্দৰৰ লগত ৰাতিটো কটাইছেহি। আন্দাজ কৰিলে, এওঁলোক দুজনৰ কথা হৰিন্দৰে পেলাব নোৱাৰিব। ইটো সিটো কথা পাতি দয়ালোৱে অন্তত হৰিন্দৰৰ বিয়াপতা কথা উলিয়ালে। ক'লে, "বোপাইহঁত তোমালোকেই তাক বুজাই মেলি সন্মত কৰোৱাচোন। মোৰ কথা নুশুনে।"

বুঢ়ীৰ কথা শুনি দুয়ো প্ৰথমে হাঁহিলে। পাছত গহীন হৈ ৰ'ল।

অজমেৰে ভাবিলে, যে হৰিন্দৰ কোন পথেদি আগুৱাইছে মাকে জানে কি! পিছত তেওঁ ক'লে, হৰিন্দৰে বোৱাৰী নিজৰ কাৰণেই অনা দৰ্কাৰ হৈ পৰিছে, আপোনাৰ কাৰণেতো আনিব নেলাগে?"

হৰিন্দৰ ঘূৰি আহি পালেহি। দুয়ো বন্ধু ওলাই-মেলি বহি আছে। মাকৰ লগত হাঁহি মুখেৰে কথাপাতি থকাও দেখিলে। বেগত কাপোৰ-কানি ভৰাই সাজু। অজমেৰে হাতত কিতাপ এখন লৈ থকা দেখিলে। ডাঙৰ চাইজৰ এখন পেপাৰবেক কিতাপ। ফ্ৰান্সৰ প্ৰসিদ্ধ লেখক জ্যাঁ পল চাত্ৰেৰ বিখ্যাত নাটকৰ পাঞ্জাবী অনুবাদ 'মাখি'।

খাটখনত বহি থকা অজমেৰক হৰিন্দৰে ক'লে, "যাবলৈ ৰেডিহৈ বহি আছা হ'বলা,

তুমি! আৰু হাতত থকা কিতাপখন লগে লগে ধৰি ক'লে, এইখন কি কিতাপ?"

অজমেৰে ক'লে, "তুমি গুৰুচৰণ সিংহৰ নাটক চাইছাতো? যেতিয়া পোহৰ হয়?"

এবাৰেই নহয়, চাইছো কেইবা বাৰো। এইখন নাটক বহুত ঠাইত মঞ্চস্থ কৰাইছে।" হৰিন্দৰে উত্তৰ দিলে।

"দেখা, কি 'হিট' হোৱা বস্তু উপস্থাপন কৰিছে গুৰুচৰণে," অজমেৰে ক'লে।

ৰামদাসে ক'লে, "ষ্টেট আৰু ৰিলিজন লগলাগি জনতাক লুটি পেলাইছে। বচ, এটা কথা কিন্তু ধৰা পৰিছে, এই নাটকৰ মাজেদি, যিটো আচৰিত। উলঙ্গ লোকজনে ৰাজ্য আৰু ধৰ্মৰ যিটো তৰপ সত্যৰ বেদীৰপৰা নমাই দিছে, সিও আচৰিত।"

হৰিন্দৰে ক'লে, "আমি সকলোৱে উলঙ্গজনৰ ভাও ল'ব লগিব।"

"আৰু চাত্ৰেৰ এই 'মাখি' নামৰ নাটকখন, এইখন নাটকৰ প্ৰতি প্ৰভাৱিত হৈ গুৰুচৰণ সিংহই এইখন নাটক ৰচনা কৰিলে—পাঞ্জাবী দৰ্শকক কথাখিনি ভালকৈ বুজাবৰ কাৰণে। লোৱা, এইখন তুমি ৰাখি থোৱা। এইখন পঢ়ি চোৱা। এইখন পঢ়িলে এই বিষয়ৰ জ্ঞান আৰু গভীৰ হৈ পৰিব।"

হৰিন্দৰে কিতাপখন ল'লে আৰু এটা লেফেফা মনে মনে অজমেৰৰ জেপত ভৰাই দিলে। লাহেকৈ ক'লে, "এহেজাৰ আছে, আৰু দৰকাৰ হ'লে ক'বলৈ সঙ্কোচ নকৰিবা। আকৌ আহিবা।"

তেওঁলোক যাবলৈ উঠিল। হৰিন্দৰে ওচৰৰ এঘৰৰপৰা চাইকেল এখন আৰু কাষৰৰ ল'ৰা এজনো মাতি আনিলে। দুখনত চাৰিও উঠি বুৰজগিল্লাঁ বাছ আস্থানলৈ নি দুয়োকে থৈ আহিল গৈ।

ঘৰলৈ আহি হৰিন্দৰ নবহিলেও আৰু পথাৰলৈও নগ'ল। গাঁৱলৈ ওলাই গ'ল আৰু এজন সমনীয়াৰ ওচৰত গৈ বহি কথাত ব্যস্ত হ'লগৈ।

হৰদিত্তই পথাৰ পাই দেখিলে, হালোৱা ল'ৰাই দূৰত দ মাটি ডোখৰৰ ওচৰত থিয় দি বৈ ঘেহুঁসিঁচা খান্দি বিলাক জুমি চাই ফুৰিছে। হৰদিত্তক দেখি ওচৰ চাপি আহিল। আৰু নাঙলৰ শিৰলুবিলাক খুচৰি চাই গজালি ওলাইছেনে নাই চালে। বহুদূৰ পৰ্য্যন্ত গজালি নেদেখিলে যদিও খুচৰি চাই গজালি মেলিব খোজা দেখিলে। জেউতি ভৰা চকুৰে সি হৰদিত্তলৈ চালে। হৰদিত্ত সিংহ অলপদূৰহে তাৰ লগত যাব পাৰিলে, যেন তেওঁৰ গা-মন ভাললগা নাই। তেওঁ ক'লে, "বোপাই, তয়ে চাগৈ খেতিডৰা। মই নেমু জোপাৰ গুৰিতে বহোঁগৈ। ভৰিটো গধুৰ-গধুৰ লাগিছে পাই। পোনাই খোজ দিব নোৱাৰাই হৈছো।"

নেমুতলৰ দ ঘাঁহনিডৰাত বহি তেওঁ বুকুখন মোহাৰিবলৈ ধৰিলে। তাৰ পিছত হাত মেলি নেমুৰ পাত এখিলা ছিঙি চোবালে, তিতা-টেঙা-জলা ৰসে তেওঁৰ জিভাখনৰ ছাল চুচি পেলাব যেন কৰিলে। দেৰদেৰাবলৈ ধৰিলে। তেওঁ অলপকৈ গলহেকাৰি মাৰি থুৱালে। লগে লগে তেওঁৰ মনলৈ বেয়া ভাববিলাক আহিবলৈ ধৰিলে। তেওঁ

আদিৰপৰা এতিয়ালৈকে কত কিমান যে আপদ-বিপদৰ সন্মুখীন হ'ল। কিমান অন্যায়, ঠগ, পাপ কাৰ্য্য, চালাকী কৰি সম্পত্তি কৰিলে! প্ৰথমে আছিল তেওঁ মাত্ৰ কুৰি বিঘা মাটিৰ মালিক। কিন্তু এতিয়া আঢ়ৈ কুৰি বিঘা মাটিৰ সম্পত্তি কৰি আনক দেখুৱাই দিলে। ত্ৰিশ বিঘা বন্ধকী মাটিও আছে। মানুহক সুদলৈ দিয়া টকা, আৰু বেঙ্কত জমা ৰখা টকাৰতো অন্তই নাই। লাখৰ ওপৰত লেখিছে। কিন্তু এই সকলোবোৰ কি কামত আহিব? তেওঁ গোটোৱা অত সম্পত্তি এদিন যদি অসাৰ্থক হ'ব, তেন্তে ইমান প্ৰচেষ্টা চলাইছিল কিয়? সাধাৰণ জাটৰ দৰে জীৱন অতিবাহিত কৰিব পাৰিলেহেঁতেন দেখোন! আৰ্জিলেহেঁতেন, খালেহেঁতেন, বচ। যি মন যায় কৰি চলি থাকিব পাৰিলহেঁতেন। তেওঁ একমাত্ৰ পুত্ৰ হৰিন্দৰ যাৰপৰা ঈশ্বৰক কৰাৰ দৰে আশা কৰিছিল, অলায়ক হৈ পৰিল। এতিয়া তেওঁৰ বাকী থাকিল গৈ কি? সি জন্ম লোৱা ঘৰখনৰ গতত নুঠিল। ত্ৰিশ বিঘা বন্ধকত লোৱা মাটিৰ একঠাও নেৰাখিলে। সকলো এৰি দিলে। সুদলৈ পইছা দিয়া কামো বন্ধ কৰি দিলে। বিয়াখনকে যদি পাতি পেলালেহেঁতেন, তাকো নকৰিলে। পৰৰ জীয়াৰী এজনী আহি হয়তো বুজাব পাৰিলেহেঁতেন। বাৰু ল'ৰাৰ কথা এৰিলো, ছোৱালীয়েও মান-সন্মানত বাগীকুঠাৰ মাৰিলে নহয়! প্ৰথম কথাটো বাৰু আঁৰ হৈয়ে ৰ'ল। এতিয়া ছোৱালীহেও তাই বিয়াত নোসোমোৱা হ'ল—ইওটো কম বদনামৰ কথা হোৱা নাই। মানুহে চাগে কি কথা উলিয়াইছে ঠিক নাই। ভালটোতো নেদেখে। তাই অসতীয়ে জাত-কুলৰ কথা নেচালে, নীচ নাপিতৰ ল'ৰা আনি ঘৰ সুমুৱালেহি। জানিবা সেইডাল কাঁইট উঘালি পেলোৱা হ'ল, নহ'লে জাত গৈছিলেই! ভৰি দিবলৈ ঠাই নেপালোহেঁতেন। বাৰু সেইবোৰ পাৰ হ'ল, আঁতৰিল। কিন্তু তাই বেটীয়ে এতিয়া বিয়াত নোসোমোৱা হ'ল কিয়? পৰিষ্কাৰ কৈয়ে কৈ দিলে।...এই বিলাক ভাবি-গুণি থাকোঁতে দুপৰ ভাটি দিলে। চাকৰে গোটেই ঘেহুঁ খেতিডৰা ঘূৰি পকি চাই আহি পালেহি। তাৰ পিছত সি অন্য কামত আঁতৰি গুছি গ'ল। হৰদিত্ত সিংহ বহাৰপৰা উঠিল আৰু দেখিলে যে লগুৱাটো দূৰৰ কপাহডৰাৰ কাষত ঘূৰি ফুৰিছেগৈ। তেওঁ চিঞৰি মাতিলে। কিন্তু পূৰাকৈ মাত উলিয়াব নোৱাৰিলে। হৰদিত্তৰ মাতটো মৰি যোৱাৰ দৰে লাগিল। তেওঁ ভাবিলে থাকক, নিজে নিজে ঘৰলৈ আহিব। ইয়াততো একো কাম নাই, ঘৰলৈকে যোৱা হওক।

গাঁৱলৈ বুলি খোজলৈ কি ভাবি জানো ঘৰলৈ অহাৰ পৰিবৰ্ত্তে চিধা বেঙ্কৰ ফাললৈ খোজ দিলে। বেঙ্কৰ মেনেজাৰজনে কেৰেণী এজনৰ লগত কিবা বিষয়লৈ তৰ্ক কৰি আছিল। হৰদিত্তই সৎশ্ৰী আকাল জনাই বেঞ্চতে বহিল। মেনেজাৰে নিজৰ কথা শেষ কৰি সুধিলে, "কওক, চৰদাৰ হৰদিত্ত সিংহজী, বহুত দিনৰ মূৰত দেখা পালোযে। দৰ্কাৰ?"

"কেইদিনমানৰ আগতে মোৰ ল'ৰা হৰিন্দৰে টকা ত্ৰিশ হেজাৰ জমা দিছিলহি হ'বলা?"

মেনেজাৰে ভাবি-চিন্তি উত্তৰ দিলে "হয়, সেই ত্ৰিশ হেজাৰ নগদ জমা হৈ গ'ল। পাছবুকো কৰি দি পঠালো। হৰিন্দৰ সিংহই সেই দিনাই লৈ গৈছে।"

"নতুন বহী দিছে নহয় ?"

"হয়-হয়। হৰিন্দৰ সিংহই সেইটো একাউন্ট নিজৰ নামত খুলিছে। নতুন একাউন্ট।"

হৰদিত্ত সিংহৰ মূৰত আঘাত লগাৰ দৰে লাগিল—সি অভকতিয়াই এইটো কি কাম কৰিলে বাৰু ?"

মেনেজাৰে লেজাৰ বুকখন আনিলে আৰু হৰিন্দৰৰ একাউন্টটোৰ পেইজ খুলি ক'লে, "ওঠৰ হেজাৰ বেলেন্স আছে, হৰদিত্ত সিংহজী। আৰু কওক, কি মন কৰি আহিলে ?"

"বচ, তাকে খবৰ ল'বলৈ আহিলো।" হৰদিত্ত সিংহ বেমাৰী মানুহৰ দৰে বেঞ্চখনৰ পৰা উঠিল আৰু ঘৰ পালেহি। বাৰাণ্ডাত থকা খাটখনত বহিছিলহে হঠাৎ পিছফালৰ বাৰডালত এনেকৈ পৰিল যেন কোনোবাইহে ঠেলামাৰি দিলে। দয়ালোৱে দৌৰ মাৰি আহিল, সুধিলে, "কি হ'ল আপোনাৰ ?" কিন্তু তেওঁৰ হুঁচ থাকিলেহে মাত মাতিব। হৰদিত্তৰ এইটো প্ৰথম হাৰ্ট এটেক।

## ১৯

হৰিন্দৰৰ কেতিয়াবা গাঁৱৰ ল'ৰা বলাকাৰলৈ মনত পৰে। গাঁওখনৰ ওপৰত তেওঁৰ খং উঠি যায়। গাঁৱৰ গাঁওবুঢ়াজনেই পুলিচক খবৰ দি মৰাই পেলালে। হৰিন্দৰে সমূলি জনা নাছিল যে তেওঁৰ দেউতাকেই গাঁওবুঢ়াৰ যোগেদি পুলিচলৈ খবৰ দি মৰোৱালে। এই গুপ্ত কথাটো গাঁৱৰো কোনেও জনা নাছিল। এই সংবাদ গাঁওবুঢ়া পাখৰ সিংহই নিজৰ লগতলৈ সিপুৰী পালেগৈ। কিন্তু হৰিন্দৰে এইটো কথাত গদ্‌গদ্ যে গাঁৱৰ লোকে চোৰাংচোৱা পাখৰ সিংহক শিলগুটি দলিয়াই আধ্যা পেলালে। বলাকাৰৰ হত্যাৰ প্ৰতিশোধ লোৱা হ'ল।

বলাকাৰৰ পিতাক মল্লণ সিংহৰ যিখিনি মাটি ত্ৰিশ হেজাৰ টকাত বন্ধকত ৰখা হৈছিল, বন্ধক খোলাত সেইখিনি টকা হৰিন্দৰৰ মানত বৰবিহ যেন লাগিল। কি ঠিকনা, এই টকাখিনি দেউতাকে ক'ত কি কূট-বুদ্ধিৰে ধাৰে দিছিল। তেওঁৰ এনে লাগিল এই ত্ৰিশ হেজাৰ ধন হাৰামৰ ধন। সেই কাৰণে টকাখিনি বেঙ্কত নিজৰ নামত ৰাখিলে। তাৰ পিছত তেওঁ বিচাৰৰ পৰিৱৰ্তন কৰিলে আৰু টকাখিনি 'বলাকাৰ স্মৃতি ফাণ্ড'ৰ নামত সুৰক্ষিত কৰিলে। বলাকাৰৰ পাৰ্টীৰ সদস্য যেতিয়াই তেওঁৰ ওচৰলৈ আহে, তেওঁ বলাকাৰ ফাণ্ডৰপৰা টকা উলিয়াই দিয়ে। কিন্তু পাৰ্টীৰ সদস্যক এই কথা জানিবলৈ দিয়া নাছিল। ই হ'ল হৰিন্দৰৰ মনৰ সিদ্ধান্ত।

কোনো সময়ত তেওঁৰ মনলৈ আহে যে তেওঁৰ দেউতাকে ইমান বৃহৎ পৰিমাণৰ মাটি সম্পত্তি, অন্যায় ঠগ চুৰী আৰু নিজক আনতকৈ বৰমানুহ কৰাৰ মানসেৰে বুনিয়াদ গঢ়িবৰ উদ্দেশ্যেৰে, গোটালে। এজোপা দৈত্যকায়, বটবৃক্ষ, যাৰপৰা কাৰো একো লাভ নহয়। এনে গছ গুৰিতে কাটি পেলোৱা আৱশ্যক। এই কাৰণে তেওঁ পিতৃৰ সম্পত্তি বঢ়োৱাত বাধা দিলে। বাধা দিয়াই নহয়, সম্পত্তি টুটাবলৈও আৰম্ভ কৰি দিলে। যেন বটবৃক্ষৰ ওপৰত ওলাই থকা শিপাবিলাক কাটি দলিয়াই পেলালে। হৰিন্দৰে ভাবিলে মানুহে সমাজৰ সমপৰ্য্যায়ত থকা উচিত। ওচৰ-চুবুৰীয়াতকৈ উচ্চ হৈ থাকিব খুজিলে সমাজৰপৰা এৰখাব লাগে। তেওঁ সমাজবাদৰ বিষয়ে যথেষ্ট অধ্যয়ন কৰিছে। সকলোকে সমান কৰিবলৈ বিপ্লৱ কৰিব লাগিব। তেওঁ নিজৰ দেউতাককতো নমালে ঠিক, কিন্তু গাঁৱৰ আন কিজনক কি কৰা যায়? পাটোৱাৰী পৰমজিৎ সিংহ, গাঁওবুঢ়া মেহৰ সিংহ আৰু তীৰথ সিংহয়ো দেউতাকৰ লিকতে চলিছে। বৰঞ্চ তেওঁলোকে হৰদিত্ত সিংহতকৈও এখোপ আগবাঢ়িবলৈহে বিচাৰিছে। এনে কোনো বিপ্লৱ তেওঁ দূৰতো দেখা পোৱা নাই যি সকলোকে একেবাৰে সমান কৰি পেলাব পাৰে। যেতিয়া নেকি কোনোৱে নিজৰ সম্পত্তি বঢ়োৱাৰ হক নেথাকিব। কোনো গাঁৱতে হৰদিত্ত সিংহ, পৰমজিৎ সিংহ, মেহৰ সিংহ আৰু তীৰথ সিংহৰ দৰে লোক বিচাৰি পোৱা নেযাব।

প্ৰথমে কমিউনিষ্ট পাৰ্টিয়ে দেশৰ জঁকাটো বুজি উঠিছিল, কিন্তু মুখামুখি হ'ব নোৱাৰিলে। ধনতান্ত্ৰিক শক্তিয়ে তেওঁলোকক খোপনি পুতিবলৈ নিদিলে। আৰু এতিয়া বলাকাৰৰ পাৰ্টিয়ে গুপ্তৰূপেৰে যুবক শ্ৰেণীক বিপ্লবৰ কাৰণে সাজু কৰি তুলিছে। হৰিন্দৰে ভাবিলে, যদি এইদৰে ডেকাদলক কিতাপ পঢ়াই পঢ়ায়ে ক্ৰান্তি আনিব পাৰি, তেনেহ'লে কেইশতিকা লাগিব ঠিক নাই। কিন্তু পিছ পলকতে ভাবিলে, সেইটো কথাও নহয়; মানুহবিলাকক গৰ্ববোধ কৰোৱাৰো আৱশ্যক। শোষক বৰ্গৰ শোষণৰ পদ্ধতিবিলাক শোষিত শ্ৰেণীক কোনোবাই অৱগত কৰালেহে হ'ব। যদি বলাকাৰৰ পাৰ্টিয়ে তাকে কৰিব পাৰে তেনেহ'লে সেয়ে বহুত কৰা হ'ব। মানুহে আচল হক কথাত ওলাই নাহি নোৱাৰে। যুঁজখন আৰম্ভ হোৱা উচিত; কোনোবা এদিন নহয় এদিন জয় হ'বই।

অজমেৰ ধাৰীৱাল আৰু ৰামদাস যোৱাবাৰ গাঁৱলৈ আহোঁতে তেওঁৰপৰা এহেজাৰ টকা তেওঁলোকৰ ফাগুলৈ লৈ গৈছিল। তাৰ পিছত তেওঁলোক অহা নাই। কেইবা মাহো পাৰ হ'ল। হৰিন্দৰৰ মনটোৱে কয় যে তেওঁলোক আকৌ আহি ৰাতি কটাই যাওকহি। তেওঁলোকৰ কথা-বতৰাবিলাক তেওঁৰ খুব ভাল লাগিছিল, যেন সদাই শুনি থাকিব। চৌৱিশ ঘণ্টা যেন তেওঁ তেওঁলোকৰ মাজতে অতিবাহিত কৰিব। কিন্তু সেইটো হৈ নুঠিল। হৰিন্দৰৰ কাৰণে সেইটো বৰ মস্কিলৰ কথা। তেওঁ দেখিলে যে ইন্‌কিলাব বস্তুটো ক'ৰবাত ওচৰে পাজৰে থকাতো দূৰৰ কথা দূৰৰপৰা অহাও দৃষ্টিগোচৰ হোৱা নাই। যিখন দেশক মহাজনী জালেৰে মেৰাই ৰখা হৈছে, যিখন দেশৰ লোকে

তাৰ একো ভূকে নেপায়, তেওঁলোকে ধাৰ্মিক পাগলামীৰ মাজত, জাত-পাতৰ উচ্চ-নীচৰ মাজত, দৈৱশক্তিৰ ভৰসাত আৰু অস্তিত্বহীন কোনো পৰমাত্মাক কৃতজ্ঞতা জনাই দিন অতিবাহিত কৰিছে, তাত ইন্‌কিলাব আছে ক'ত? আকৌ য'ৰ কোনো একোজনে জীৱনটোক নিজৰ সুখ সুবিধাৰ কাৰণে গঢ়ি লোৱাকে সামাজিক পৰিৱৰ্তন বুলি ধৰিছে, তেন্তে এনেসকল লোকেই নিজক সমাজবাদী বুলি বুজিছে হ'ব পায়! হৰিন্দৰে ভাবিলে—তেন্তে আমি মৰো, কিয়? নিজৰ ঘৰখন উদং কৰিলেও ইনকিলাব নাহে। আকৌ ভাবিলে, যদি মোৰ দৰে নিৰাশ হৈ সকলো বহি থাকে, তেনেহ'লে লাইনলৈ আহিবই বা কোন? লাইনটো মোচখুৱাব নোৱাৰি। শেষত তেওঁ সিদ্ধান্ত কৰিলে—নিজৰ সামৰ্থ্য অনুসাৰে অংশগ্ৰহণ কৰি থকাটোৱে উচিত কথা হ'ব। লাইনটোৰ এটা অংশ বা এপদ আহিলা হৈ থকাহে দৰ্কাৰ!

এদিন তেওঁ খুব পুৱাই উঠিল। লাইট জ্বলাই ঘড়ী চালে। এতিয়াও চাৰি বজাই নাই। পোহৰ হ'বলৈ যথেষ্ট সময় বাকী আছে। তেওঁ চকুমুদি পুনৰ শোৱাৰ চেষ্টা কৰিলে। কিন্তু টোপনি ঘূৰি নাহিল। এক অশান্ত ভাবে তেওঁক বিচনাৰপৰা তুলি আনিলে। বৈঠকখানাৰ ষ্টোভত এগিলাচ চাহ কৰিলে। চাহৰ ঢোক মুখতলৈ তেওঁ ভাবৰ আকাশত উৰি ফুৰিবলৈ ধৰিলে। তেওঁ কোনো কিতাপ পঢ়াৰো চেষ্টা নকৰিলে। উঠিল, বাহিৰ ফুৰি আহিলগৈ—পথাৰলৈ গৈ গাটোও ধুলে। ধোৱা কাপোৰ সাজ পিন্ধিলে। সাত মিটাৰ দীঘল পাগুৰীটো জাপিলে। পাগুৰীটো মূৰত পকাই থাকোঁতে গুণগুণাই গীত গালে। কিবা সৈদ্ধান্তিক ধাৰণা লৈ মনটো ফুলপাহৰ দৰে পাতল কৰি পেলালে। এতিয়া তেওঁৰ চাৰি বজাৰ মানসিক অশান্তিটো আৰু নেথাকিল।

ওলাই সাজু হৈ তেওঁ মাকৰ ওচৰলৈ গ'ল। মাক শুয়ে আছিল। দেউতাকো ওচৰতে শুই আছে। তেওঁ লাহেকৈ মাকৰ বাউসিটো লৰাই দিলে, "মা, মই ওচৰৰ এঠাইৰপৰা আহোঁগৈ। গধূলি মানেহে পামহি।" মাকে মূৰটো লৰালে। একো নেমাতিলে।

তেওঁ চোতাললৈ ওলাই গৈ থাকিল। মাকে সাৰ পাইছিলেই। পুৱাৰ দোকমোক এন্ধাৰৰপৰা পোহৰ ওলাল। পুতেকৰ পিঠি ফালটো মাকে বৰ ধুনীয়া যেন দেখিলে। বহা কোঠালৈ আহি হৰিন্দৰে নিজৰ মুখখন আইনাত চাই ল'লে। তেৰোঁ নিজৰ চেহেৰাটো বৰ ভাল দেখিলে।

ভাইৰূপাৰ বাছ ষ্টেণ্ডলৈ আহি তেওঁ সলাৱৎপুৰাৰ বাছ ধৰিলেহি। তাৰপৰা বাৰনালাৰ বাছত উঠিলগৈ। বাৰনালাক্পৰা সঙ্গৰুৰ। তেওঁৰ খোজ অজানিতে বজাৰৰ ফালে আগ বাঢ়িল। ভালে মান দূৰ আগবাঢ়ি গৈ বাওঁফালে ঘূৰিল। নাভা গেটৰ ফালৰ বাটটো বিচাৰিবলৈ ধৰিলে। তেওঁ এবাৰ অৱশ্যে ইয়ালৈ আহিছিল, কিন্তু তেওঁ চিনিব পৰা নাই বাট কোনটো; শেষত তেওঁ গলীটো বিচাৰি উলিয়ালে। দৰ্জাৰ তক্তাত খট্‌খটালে। পদ্মায়ে দুৱাৰ খুলিবলৈ আহিল। ন বাজিছে। তেওঁ নিজৰ স্কুললৈ যাবলৈ

ওলাই আছিল। বগা চেলোৱাৰ কামিজ আৰু দুপট্টা। বগা কাপোৰে তেওঁৰ চেহেৰা আৰু বগা ফুৰি তুলিছে। যেন বৰফৰ এটি প্ৰতিমাহে! লাহি দেহাৰে, ধুনা কপাহৰ দৰে কোমল শৰীৰ। তেওঁ হৰিন্দৰক চিধাই বৈঠকখানালৈ লৈ গ'ল। দুয়ো ককায়েক ঘৰৰপৰা ওলাই গৈছিল। বৌৱেকহঁতে ল'ৰা-ছোৱালীকিটাক স্কুললৈ যাবলৈ সাজ-পাৰ পিন্ধোৱাত ব্যস্ত হৈ আছিল। হৰিন্দৰক চোফাত বহুৱাই পুষ্পিন্দৰৰ বা-বাতৰি ল'লে। তেওঁৰ মডেল স্কুলটো সেই গলীতে আছিল। বৌৱেকহঁতক চাহ কৰিবলৈ কৈ তেওঁ হৰিন্দৰক ক'লে, "তুমি বহাঁ, মই এইমাত্ৰ পামহি। মেডামক কৈ থৈ আহোঁগে।"

তেওঁ ঘূৰি আহি পালেহি, ইফালে চাহো কৰি থোৱা হৈ আছে। গিলাচত বাকি থৈ দিয়া আছে। স্কুলৰপৰা আহোঁতে পদ্মাই দোকানৰপৰা চাহৰ লগত খাবলৈ কিবা কিবি সৰু-সুৰা বস্তুও লৈ আহিছিল। তেওঁলোকে বহা কোঠাতে চাহ খাবলৈ ল'লে। তেওঁলোক দুজনহে তাত, ইজনে সিজনলৈ চাই থাকিল আৰু চকু চকুৱে কথা পাতি ৰ'ল। চকুৰ ভাষা মুখলৈ আহিল। পদ্মাই সুধিলে, "মই অলপতে দিয়া চিঠিখন পালানে নাই?"

"হয়, কালি পাইছো। এই কাৰণেইতো আহি ওলালোহি।"

"তাৰ আগৰখনো পাইছা কিজানি।"

"অ' চব চিঠি পাইছো।"

"কেনেবাকৈ ভুলতে এখন চিঠিৰ যদি উত্তৰ দিলাহেঁতেন।"

"নাই চিঠি মই লিখা নাই।"

"মোৰ কথাবিলাক ভাল নেলাগিল হ'বলা?"

"নহয়, সেইটো নহয়।"

"তেনেহ'লে?"

"মই ভাবিলো, চিঠি লিখিলেনো কি লাভ হ'ব। কোনোবা এদিন চিঠিৰ উত্তৰ স্বৰূপে নিজেই গৈ ওলামগৈ।"

"আচ্ছা...।" পদ্মাই দীঘল উশাহ টানিলে। আৰু তেওঁৰ সম্পূৰ্ণ অস্তিত্ব এটা প্ৰশ্ন হৈ হৰিন্দৰৰ চকুত নামিলগৈ। তেওঁ পানী নাইকিয়া মাছৰ দৰে ধৰফৰাই উঠিল। চাহৰ ঢোক পেটলৈ নোসোমোৱা হ'ল। গিলাচটো বুকুত সাবটি ধৰিলে। গৰম চিচাৰ গিলাচটোৱে তেওঁৰ অন্তৰৰ কঁপনিক ৰোধিব নোৱাৰিলে। তেওঁৰ বোধ হ'ল যেন চাহখিনি ছিটিকি পৰিব।

"তোমাৰ চুটকেচ কিবা আছেনে নাই?" হৰিন্দৰে প্ৰশ্ন কৰিলে।

পদ্মা একেবাৰে অবাক হৈয়ে থাকিল। এটা ক্ষণৰ কাৰণে তেওঁৰ মনৰ অসন্তোষটো মনতে মাৰ গ'ল। তেওঁ উত্তৰ দিয়ে কি এতিয়া? একেবাৰে অনৰ্থক অসময়ৰ প্ৰশ্ন এইটো।

আকৌ হৰিন্দৰে নিজেই ক'লে, "নিজৰ কাপোৰ-কানি যি য'ত আছে চুটকেচত ভৰাই লোৱা। উঠা, ব'লা যাওঁ।"

পদ্মাৰ পাগল হৈ যাম যেন লাগিল। দ্বিতীয় পলকতে তেওঁ ভাবিলে, "হৰিন্দৰ পাগলতো হোৱা নাই?"

পোন্ধৰ কুৰি মিনিটতকৈ অধিক সময় নেলাগিল। চুটকেচত দৰ্কাৰী কাপোৰৰ লগত অন্য বস্তুও ভৰাই সাজি-কাচি ওলাল। যাবৰ সময়ত ডাঙৰ বৌৱেকক মাত্ৰ ইয়াকে ক'লে, "বৰ বৌ, মই আহিলো।"

বৌৱেক গৰাকীয়ে এষাৰো নুসুধিলে—"কোনফালে? কিয়?" হৰিন্দৰৰ ফালে উপৰুৱা দৃষ্টিৰে তেঁও এপলক চালে—বচ।

২০

পদ্মাকলৈ হৰিন্দৰ সুনাম হৈ ভাটিগুৱা পালেগৈ। তেওঁ কলেজলৈ পুষ্পিন্দৰক লগ পাবলৈ নগ'ল। বাছ ষ্টেশুতে ৰিক্সা লৈ দুৰ্গৰ দুৱাৰ মুখেদি আহি পুষ্পিন্দৰৰ ভাৰাঘৰ পালেহি। পুষ্পিন্দৰে কোঠাৰ ছাবি ঘৰৰ মালিকক দি যোৱা নাছিল। কিন্তু তেওঁলোক চিধা তালৈকে আহি ওলালহি। সময় এক কি ডেৰ বজা। পুষ্পিন্দৰ কলেজৰপৰা অহা সময়ো হৈছিলেই। তেওঁলোক ঘৰৰ মালিকৰ কোঠাতে বহি ৰ'ল। ঘৰৰ মানুহখিনিয়ে হৰিন্দৰক আগৰ পৰাই জানে। বহুত বাৰ আহিছে। গৃহিনীয়ে পদ্মাকো অহা দেখিছে। তেওঁলোকক তেওঁ চাহো খুৱালে।

দুই বজাত পুষ্পিন্দৰ আহিল। হৰিন্দৰ আৰু পদ্মাক দেখি তেওঁ অবাক! দাঁতেৰে জিভা কামুৰি, বিস্ফোৰিত নেত্ৰেৰে চালে। হৰিন্দৰে হাঁহিল, কিন্তু পদ্মা গম্ভীৰ হ'ল। তেওঁ নিজক চম্ভালিলে। পুষ্পিন্দৰে তেওঁলোকক নিজৰ ওপৰ মহলাৰ কোঠালৈ নিলে। খট্‌খটিত উঠি যাওঁতে পুষ্পিন্দৰৰ মনত এটা কথা খেলাই আকৌ খন্তেকতে আন এক ভাব মনলৈ আহিগৈ থাকিল। এক আনন্দভৰা আশ্চৰ্য্য সদৃশ। ইহঁত এনেদৰে, কি অৱস্থাত এইখিনি ওলালহি বাৰু?

তেওঁলোকক কোঠাত বহুৱাই প্ৰথম প্ৰশ্ন পুষ্পিন্দৰে কৰিলে, "তোমালোক আহিলা কেনেকৈ?"

হৰিন্দৰে কোনো উত্তৰ ভাবি নেপালে।

পদ্মাৰ মনত দুষ্টালি খেলালে। নিজৰ দুপট্টাখনৰ আগটো ধৰি দুয়ো হাতেৰে পুষ্পিন্দৰৰ আঁঠুত হাত লগালে। বিজুলীৰ কাৰেণ্ট লগাৰ দৰে পুষ্পিন্দৰ জিকাৰি উঠিল। এইবাৰ তেওঁৰ জিভাই তালু চুলেগৈ। চকু দুটা যেন তেওঁৰ নায়েই। পিছত ক'লে, "তৌৱা?"

পদ্মাই তেওঁক দুহাতেৰে ধৰি বহুৱালে।

"তোমাৰ ইমান সাহ!" পুষ্পিন্দৰে যেন দুয়োকে এক লক্ষ্য কৰি কাঁড় মাৰিব খুজিছে। তেওঁলোক অবাক হৈ পৰিল।

শেষত পুষ্পিন্দৰে পদ্মাক সাবটি ল'লে। আলিঙ্গনৰ ছলেৰে জোৰেৰে সাবটি ল'লে। তেওঁৰ মুখ চুমাৰে ওপচাই পেলালে। তেওঁ এৰিলে আৰু উঠিগৈ চুপ্চাপ্ বহি থকা হৰিন্দৰৰ গালত চৰ এটা মাৰিলে। কলহৰপৰা পানী এগিলাচ আনি পদ্মাক দিলে, এগিলাচ হৰিন্দৰকো। আৰু এগিলাচ ভৰাই আনি নিজে খালে। তাৰ পিছত ক'লে, "এতিয়া ৰুটিৰ যোগাৰ কৰিমনে? তোমালোকেওতো খাব লাগিব?"

পদ্মাই তেওঁক সহায় কৰাত লাগিল। ষ্টোভত সাত-আঠখনমান বেছিকৈ ৰুটি কৰি পেলালে। অকলে পুষ্পিন্দৰে খাবলৈ বুলি ৰখা ভাজিখিনি তিনিওৰ কাৰণে যথেষ্ট হ'ল। আচাৰো আছিল। ঘৰৰ মালিকৰ ল'ৰাৰ হতুৱাই পুষ্পিন্দৰে অলপ দৈ গাখীৰো কিনাই অনালে।

ৰুটি খাই থকা সময়ত পৰস্পৰৰ মাজত সঙ্কোচ ভৰা কথা-বতৰা চলিল। ৰুটি খাই খন্তেক পৰহে জিৰণি ল'লে। হৰিন্দৰ আৰু পদ্মাৰ উচ্পিচনিৰ অন্ত নাই। দুয়ো পুষ্পিন্দৰক গোটেই স্কীমটোৰ কথা জনালে। তেওঁ ক'লে, "চাহ কৰি খায়েই যামহঁক। ইয়াত প্ৰফেচাৰ এজন আছে। গুৰবক্স সিংহ। মোৰ 'কলীগ'। তেওঁৰ উকীলৰ লগত হলিগলি আছে। তেওঁৰ ঘৰলৈকে যাওঁ।"

গুৰবক্স সিংহ গণিতৰ অধ্যাপক। চিভিল ষ্টেচনৰ ওচৰত এটা মাজৰ কোৱাটাৰত ভাৰা কৰি থাকে। ঘৰত মাত্ৰ তেওঁৰ নৱম শ্ৰেণীত পঢ়া ছোৱালীজনী। বিন্দুৰ দুবছৰ বয়সতে মাকে ইহসংসাৰ এৰিলে। প্ৰফেচাৰে দ্বিতীয় বিবাহ নকৰালে আৰু এতিয়া বৰলা জীৱন অতিবাহিত কৰি আছে। কলেজত থকা সময়ত তেওঁ জিৰণি সময়চোৱা নিজান কোণত বহি কটায়। কিতাপ পঢ়ি থাকে। ৰুচ উপন্যাসৰ প্ৰতি তেওঁৰ দুৰ্বলতা অধিক।

গুৰবক্স সিংহ শুই আছিল। বিন্দুৱে আন কোঠা এটাত অকলে কেৰম খেলি আছিল। পুষ্পিন্দৰে দুৱাৰত টকৰ মৰাত বিন্দুৱেই আহি দুৱাৰ খুলি দিলেহি। ছোৱালী জনীৰ পিছে পিছে তিনিও গ'ল। পুষ্পিন্দৰে তাইৰ গালত চিকুটিলে আৰু প্ৰফেচাৰৰ কথা সুধিলে, "কেতিয়া শুইছে?"

"এই মাত্ৰহে শুইছে।"

"বাৰু, নিজলৈ চাহ-তাহ কৰিছিলা নেকি? নাই কৰা যদি কৰাগৈ। চাহ হয় মানে উঠিব।" পুষ্পিন্দৰে কথাটো কৈয়ে হৰিন্দৰ আৰু পদ্মাক বৈঠকখানাত বহিবলৈ দিলে।

ছোৱালী কেৰম খেলৰপৰা নুঠিল। তাই এনেয়ে গুটিখিনি সজাই পাতি ল'লে আৰু ষ্ট্ৰাইকাৰ চলাই ৰ'ল। পুষ্পিন্দৰেই পাকঘৰলৈ গ'ল আৰু ষ্টোভ জ্বলাই চাহৰ কেট্লী তুলি দিলে। হৰিন্দৰ আৰু পদ্মাই ফুচফুচাই ক'লে, "পুষ্পিন্দৰে ইয়ালৈ আহ-যাহ কৰি থাকে যেন লাগিছে।"

ঘৰত খুটুক-খাটাক শব্দ হোৱা শুনি গুৰবক্স সিংহ সাৰপাই উঠিল। উঠি ভৰিত চেণ্ডেলযোৰ সুমুৱাই চুলি ফণিয়ালে। পাকঘৰত তেওঁ পুষ্পিন্দৰক দেখিলে। আৰু গুৰবক্সক উঠা দেখি তেওঁ কোঠালৈ আহিল। হৰিন্দৰ আৰু পদ্মাৰ বিষয়ে সকলো কথা লৰা-লৰিকৈ কৈ পেলালে। তেওঁ প্ৰথমে হাঁহি ৰ'ল, পিছত গহীন হৈ পৰিল। চাহ খাবলৈ পুষ্পিন্দৰে হৰিন্দৰ আৰু পদ্মাক গুৰবক্সৰ কোঠালৈ মাতি নিলে।

"আলমাৰিত বিস্কুটো আছে।" গুৰবক্স সিংহই পুষ্পিন্দৰক ক'লে।

পুষ্পিন্দৰে বিন্দুৰ ফালে চালে। বিন্দুৱে এখন ডাঙৰ প্লেটত বিস্কুট পেকেট খুলি আনি দিলেহি। সকলোৱে চুপচাপ চাহ খাবলৈ ধৰিলে। পুষ্পিন্দৰে বৈ বৈ বাৰে প্ৰতি বিন্দুলৈ চাই থাকিল আৰু হাঁহি থাকিল।

"ইয়াত মেজিষ্ট্ৰেট এজন অৱশ্যে আছে। যোৱা বছৰ মই তেওঁৰ জীয়কক মেথেমেটিক্‌চ্ পঢ়ুৱাইছিলোগৈ। মানুহজন ভাল। তেওঁৰ লগতে কথা পাতি চাওঁ বাৰু।" গুৰবক্স সিংহই ক'লে।

"হয়, হয় খুব ভাল হ'ব। তেতিয়া হ'লে কাম সমাধা হ'বই।" পুষ্পিন্দৰ ফুলি উঠিল। হৰিন্দৰ আৰু পদ্মাৰ চেহেৰাতো লালিমা ফুটি উঠিল।

চাহ খাই প্ৰফেচাৰ আন কোঠাত সোমাল। নাইট্ চুট খুলি পেণ্ট-বুচচাৰ্ট পিন্ধিলে। পকাই বান্ধি ৰখা পাগুৰীটো মূৰত সুমুৱাই ল'লে।

পুষ্পিন্দৰে তেওঁৰ কোঠাত সোমাই কথা পাতি আহি হৰিন্দৰ আৰু পদ্মাক জনালেহি যে "অলপ সময়ৰ পিছতে আহিব, সকলো কথা 'চেট্‌ল' কৰি আহিমগৈ।"

পিছদিনা সেইজন মেজিষ্ট্ৰেটৰ ওচৰলৈকে পুষ্পিন্দৰ আৰু প্ৰফেচাৰ গ'ল। হৰিন্দৰ আৰু পদ্মাৰ কৰ্ট মেৰেজ কৰাই দিলে।

সেই দিনাখনেই হৰিন্দৰ আৰু পদ্মা খড়কসিং চুবুৰী ওলালহি। পুষ্পিন্দৰো লগতে ঘৰ পালেহি। প্ৰফেচাৰ গুৰবক্স সিংহ, বিন্দুও লগত আহিল। গম পোৱাৰ লগে লগে পো-বোৱাৰীক দয়ালোৱে মিঠা পানীৰে নোৱালে। তেওঁৰ হেপাহেই নপলোৱা হ'ল। হৰদিত্ত সিংহৰ আৰু এটা ডাঙৰ আঘাত লাগিল। তেওঁৰ কাৰণে এইটো ভয়ানক সপোন হৈ পৰিল। সকলোৱে সন্মুখলৈ আহি তেওঁ থিয় হ'লহি, কিন্তু একো নেমাতিলে। তেওঁ ভিতৰ কোঠাত সোমাই কাপোৰ লৈ শুলেগৈ। কিজানি কি ভাবিছে। ঘৰতে হোৱা এইখন নাটক দেখি তেওঁ অত্যন্ত দুখিত হ'ল। ওচৰ-পাজৰৰ সকলো আহি সমবেত হ'লহি। পদ্মাৰ হাতখন লিৰিকি-বিদাৰি চাবলৈ ধৰিলে। কোনোৱে মুখঢকা দুপট্টাখন গুছাই চাই তাইৰ সৌন্দৰ্যৰ প্ৰশংসা কৰিলে। গোটেই গাঁৱতে খবৰ বিয়পি পৰিল—হৰদিত্তৰ পুতেকে ঘৰত বোৱাৰী সুমুৱালেহি।

গুৰবক্স সিংহ, বিন্দু আৰু পুষ্পিন্দৰ সেই ৰাতি তাতে থাকিল। দয়ালোৱে খোৱা-বোৱাৰ আয়োজন কৰি বহুত বস্তু কৰিলে। নাপিতক মাতি হালোৱা বনোৱালে আৰু ওচৰ-চুবুৰীয়াক বিলোৱালে। পিছদিনা গুৰবক্স সিংহ, বিন্দু আৰু পুষ্পিন্দৰ প্ৰথম বাছতে

ভটিগুৰলৈ গ'লগৈ। তেওঁলোকে ক'লেজত ক্লাচ কৰিবগৈ লাগিবতো। বিন্দুও স্কুললৈ যাব লাগে।

হৰিদিত্ত সিংহ সিদিনাখনৰপৰা ঘৰৰ বাহিৰ ওলোৱা নাই। ভিতৰৰ কোঠাতে পৰি থাকিল। আগৰ দৰে ৰুটিও খাব নোৱাৰা হ'ল। চাহো কমকৈ খায়। দয়ালোৰ লগত কথা-বতৰা নেপাতে। চাৰিদিনৰ দিনা পুনৰ হৃদযন্ত্ৰৰ ক্ৰিয়া বন্ধ হ'ল। এইটো তেওঁৰ চতুৰ্থ আছিল। প্ৰথম তিনিওটাতকৈ এইটো টান বিধৰ। বন্ধ যি হ'ল হ'লেই, তেওঁক উশাহ লোৱাবপৰা নগ'ল আৰু। হৰদিত্ত সিংহৰ লাচ মাটিলৈ নমোৱা হ'ল। দয়ালোৱে বৈ বৈ এটা কথা কৈয়ে কান্দিবলৈ ধৰিলে—"তুমি পুতেৰৰ কাৰণে অলায়ক যি হলাই, মোকো এৰিলা!"

পুষ্পিন্দৰ যোৱাৰ পিছত সেইদিনাই হৰিন্দৰ বেঙ্কলৈ গ'ল, আৰু পইছা উলিয়াই আনিলে। তাৰ পিছতে পদ্মাকলৈ গুছি গ'ল। মাকক মাত্ৰ ইমানকে কৈ গ'ল, "মা আমি আহিলো। দহদিনলৈকে ঘূৰি নাহো। তুমি আমালৈ বাট চাব নেলাগে। আমি নিজে আহি ওলামহি।" পদ্মাই দয়ালোৰ ভৰি চুলে আৰু যোৱাৰ অনুমতি বিচাৰিলে।

হৰদিত্ত সিংহৰ ভোগ চৰোৱাৰ আগদিনা দুয়ো ওলালহি।

আকৌ গাঁৱত চৰ্চা হ'ল "দেখিলা! শিক্ষিত বুলি কয় নহয়! কি ঠিকনা, ভাল জাতৰ নে বেয়া জাতৰ!"

"কোনোবা ভালঘৰৰ ছোৱালী বিয়া কৰোৱাহেঁতেন যৌতুকৰ বস্তুৰে ঘৰ ভৰি পৰিলেহেঁতেন, এতিয়া ফটাকানি এডোখৰো লগত অনা নাই।"

"যৌতুকৰ কথা বাদেই। মালা পিন্ধায়ো অনা নাই! কৰবাৰপৰা চুৰ কৰি ধৰিলৈ আহিছে।"

"হেৰা ইমান ডাঙৰ ঘৰৰ ল'ৰা। হৰদিত্ত সিংহৰ নাম নুমুৱাই পেলালে!"

"এই দুখেই তেওঁক ল'লেহে। আৰু তেওঁ কিবা বিহু খাইছিল জানো।"

"যিদিনাই সিজনী সোমালহি সেই দিনাৰ পৰাই তেওঁ পৰিল নহয়! চতুৰ্থ দিনালৈকে কষ্টে-মস্তে ৰ'ল জানিবা...এনে কুলক্ষণী ক'ৰবাৰপৰা আহি ঘৰত সোমালহি। দুৱাৰ দলিত ভৰি দিবলৈহে পালে..."

পঢ়া-লিখা সকলে প্ৰশংসাহে কৰিলে—"ল'ৰাহঁতে নতুন যুগ আনিহে এৰিব। জাত-পাত, যৌতুকৰ কথা কোনে মানে এতিয়া? চৌধ্য শ্ৰেণী পাছ। জ্ঞানে-গৰকা। হৰিন্দৰ নিজেও আধুনিক চিন্তাত বিশ্বাসী।"

নতুন পুৰুষে ধন্যবাদ জনালে—"ভাই এবাৰলৈ জ্বলাই দেখুৱালে হৰিন্দৰে।"

এজনে ক'লে, "ময়ো তাকে কৰিম।"

হৰিন্দৰে আৰু আদৰ্শ দেখুৱালে। গাঁৱৰ লোকে তেওঁৰ সাহস দেখি তবধ মানিলে। তেওঁৰ অন্দৰ মহলৰ কোঠাকিটা খহাই ভাঙি তাত এটা পকা খোটালী সজালে। গাঁৱৰ ডেকা আৰু লিখা-পঢ়া জনাসকলক একত্ৰিত কৰি এটা লাইব্ৰেৰী খুলিলে। লাইব্ৰেৰীটোৰ

নাম দিলে বলাকাৰ স্মৃতি পুথি ভঁড়াল। লাইব্ৰেৰীটোৰ কাৰণে গাওঁ পঞ্চায়তৰ ফাণ্ড খৰচ কৰাই পাঞ্জাবী ভাষাৰ তিনি চাৰিখনমান দৈনিক বাতৰি অনালে। ভাইৰূপাৰপৰা প্ৰতিদিনে বাতৰি কাকতকিখন আহে। ভাইৰূপালৈ অহাযোৱা কৰা এজন লোকে বাতৰিকিখন লৈ আহে। গাঁৱৰ দুজন কথা গৰকিব জনা ল'ৰাক তেওঁ নিজৰ লগত লৈ গৈ জলন্ধৰৰপৰা একোখন কিতাপ কিনিলেগৈ—নিজৰ গুপ্ত বলাকাৰ ফাণ্ডৰ টকাৰে। উপন্যাস, কথা সংগ্ৰহ, প্ৰবন্ধ আৰু কবিতা সংগ্ৰহৰ কিতাপ। ৰুচ উপন্যাসৰ পাঞ্জাবী অনুবাদো। এইবিলাকৰ ভিতৰত বহুত কিতাপ তেওঁ নিজে পঢ়া। অন্দৰ মহলৰ দুটা পকী কোঠাৰ এটা ৰিডিংৰুম, আনটোত কিতাপৰ আলমাৰি ৰাখি গ্ৰন্থাগাৰ কৰিলে। এখন মেজ আৰু কেইখনমান চকীও আনিলে। এনেয়ে বহি থকা জোগিন্দৰ সিংহক কিতাপ উলিয়াই দিয়া লোৱা কামত লগালে। জোগিন্দৰে পাঞ্জাবীতো জানিছিলেই, পাঞ্জাবী পঢ়িবও পাৰে, লিখিবও পাৰে। তেওঁ এখন ৰেজিষ্টাৰ বহী বন্ধাই ল'লে। গাঁৱৰ মানুহে কিতাপ নি পঢ়েগৈ। এখন জমাদি আন এখন নিয়ে, পঢ়েগৈ। কিতাপ নিয়াৰ ফিজদিব নেলাগে। হৰিন্দৰ সিংহই নিজৰ ফালৰপৰা জোগিন্দৰক মাহে পঞ্চাশ টকাকৈ দিয়ে।

নাজৰো ঢুকাল। হৰনামী এতিয়াও জীয়াই আছে। জোগিন্দৰ সিংহ এতিয়াও হৰনামীৰ ঘৰতে থাকে। মুকলি বৈঠকখানাত বহি মানুহবিলাকে পুৰণি কথাবোৰ পাতি আনন্দ কৰে। নতুন পুৰুষৰ বিশ্বাসেই নহয় যে জ্ঞানী জোগিন্দৰ সিংহ একালত হৰনামীৰে গিৰিয়েক আছিল। আৰু এতিয়া হৰনামী-জোগিন্দৰৰ সম্বন্ধটো দেখি আশ্চৰ্য্য প্ৰকাশ কৰে।

পৰাগ দাসৰ বাহৰো উজাৰ হ'ল। তাত এতিয়া ৰাতি কোনো নেথাকে। কেই বছৰমানৰ আগৰ কথা, এৰাতি অচিনাক্ত লোক আহি পৰাগ দাসৰ সৰ্বস্ব লুটি নিলে। আকৌ এবাৰ আহিছিল। পৰাগ দাসৰ ওচৰত একো নেপালে, তেওঁকে মাৰধৰ কৰি পেলাই থৈ গ'ল। আঘাত গভীৰেই হ'ল। পৰাগ দাসেও সেই এলেকাৰ গাওঁবিলাক বাৰুকৈয়ে লুটিলে। তেওঁ জানি বুজি সেই ঠাইৰপৰা এদিন ৰাতি অদৃশ্য হৈ গ'ল। কেইমাহমানৰ পিছত গমপোৱা গ'ল বোলে তেওঁ নিজ গাঁও কান্হগড় ওলাল গৈ, নিজৰ ভতিজাকৰ ঘৰ পালেগৈ।

এদিন হৰিন্দৰে গাঁৱৰ ডেকাহঁতক গোটালে। পৰাগ দাসৰ বাহৰৰ চেহেৰা বদলি হ'ল। আধা ভগা বেৰবিলাক সম্পূৰ্ণকৈ খহাই দিয়ালে। মাজৰ কুঁৱাটো পুতি পেলোৱা হ'ল। ধুনি জ্বলোৱা ঠাই ডোখৰ পকা আছিল। ভাল চিমেণ্ট ব্যৱহাৰ কৰা হৈছিল। কাষৰ কোঠা দুটাও যেনে আছিল তেনে আছে। সেই কিটা ৰাখিলে। এতিয়া পৰাগ দাসৰ বাহৰ এখন আহল-বহল পথাৰৰ দৰে হ'ল।

পাঞ্জাবৰ বহুত ঠাইত নাটক মণ্ডলী গঠন হ'বলৈ ধৰিলে। এই ভ্ৰাম্যমান নাটকৰ দলে গাঁৱে-গাঁৱে গৈ অভিনয় কৰেগৈ। মানুহৰ মাজত নতুন জাগৰণ আহি পৰিছে।

পৰাগ দাসৰ বাহৰৰ ওপৰত এক পকা মঞ্চ সজাই গাঁৱৰ যুবক সভাই এখন গ্ৰামীণ মেলা পাতিলে আৰু মঞ্চত কেইবাখনো নাটক মঞ্চস্থ কৰিলে। দুৰাতি গুৰচৰণ সিংহই নিজৰ নাটক মঞ্চস্থ কৰালে। ওচৰ-পাজৰৰ গাঁৱৰ সকলো লোকেই অভিনয় চাই গ'ল। গ্ৰামীণ মেলা চাবৰ কাৰণে ভাটিগুৱাৰপৰা প্ৰফেচাৰ গুৰবক্স সিংহ আৰু পুষ্পিন্দৰো আহিল। গুৰবক্স সিংহই দুয়োদিনেই অভিনয় আৰম্ভ হোৱাৰ আগে আগে অতি পাণ্ডিত্য পূৰ্ণ ভাষণ দিলে। গাঁৱৰ লোকসকল তেওঁৰ বক্তৃতাত মন্ত্ৰমুগ্ধ হৈ পৰিছিল। গুৰবক্স সিংহক তেওঁলোকৰ বৰ আপোন আপোন লাগিল। আপোননো কিয় নেলাগিব! তেওঁতো গাঁৱৰ জোঁৱায়েই হ'ল!

Laser typeset at Ess Ess Enterprises, Paharganj, New Delhi-110055
and printed at Shivam Offset Press, New Delhi